# কুস্ক'ৰ যুদ্ধ

ভস্তক
চেণ্ট্ৰাল ৰ'ড, শিলচৰ-১, অসম
এচি-২১০, চল্টলেক, কলিকাতা-৬৪

Assamese Translation of
THE BATTLE OF KURSK
Editor-in-Chief : Major General Ivan Parotkin, M Sc.
Associate Editors : B. I Baromykin, G. T. Khoroshilov, G A. Koltunov, Y. P. Mikhailova, V. P. Morozov ( Asst. Ed-in-Chief ) and V. A. Smirnov

Progress Publishers, Moscow
First Printed in Moscow : 1974

প্ৰথম প্ৰকাশ :
জানুৱাৰী, ১৯৮৬

অনুবাদ :
বেণু দাস

প্ৰকাশিকা :
শিপ্ৰা পাল
এচি-২১০, ছল্টলেক, কলিকতা-৬৪

মূল্য : ৩৫·০০ টকা

মুদ্ৰণ :
যুগবাৰ্ত্তা প্ৰেছ
৫/১ বুদ্ধু ওস্তাগৰ লেন
কলিকতা-৯

# সূচীপত্ৰ

মেজৰ জেনাৰেল
ইভান পাৰতকিন এম. এছ-চি

# ভূমিকা

যুদ্ধৰ দু'বছৰ আগতে, ১৯৪৩ চনৰ জুলাই মাহত সমগ্ৰ বিশ্বৰ দৃষ্টি নিবদ্ধ আছিল ছোভিয়েত জাৰ্মান ৰণাঙ্গনৰ ওপৰত। তাত কুৰ্স্ক বাল্‌জ এলেকাত হোৱা তয়া-ময়া যুদ্ধত কমিউনিষ্ট পাৰ্টিৰ নেতৃত্বত ছোভিয়েত ৰাইজ আৰু সশস্ত্ৰ বাহিনীয়ে ঐতিহাসিক বিজয় অৰ্জন কৰে। সেই জয়ে দ্বিতীয় বিশ্বযুদ্ধৰ পৰৱৰ্তী গতিধাৰা নিৰ্দ্ধাৰণ কৰি দিছিল আৰু যুদ্ধৰ ফলাফল যে হিটলাৰ-বিৰোধী জোঁটৰ অনুকূলে যাব তাক সাব্যস্ত কৰিছিল। তেতিয়াৰ দিনত ভেৰমাখটৰ শ্ৰেষ্ঠ ডিভিজনবোৰক লৈ গঠিত এক পৰাক্ৰম নাৎছী জাৰ্মান সেনাদলক ছোভিয়েত ফৌজে বিপৰ্য্যস্ত কৰি দিছিল। যুদ্ধৰ সোঁত বিপৰীতমুখী কৰাৰ বাবে নাৎছী ৰাজনৈতিক আৰু সামৰিক নেতাসকলৰ শেষ আশা আৰু প্ৰয়াস শোচনীয় ব্যৰ্থতাত পৰ্য্যবসিত হৈছিল। নাৎছী জাৰ্মানীয়ে দেখিলে যে এতিয়া ই পৰাজয়ৰ সম্ভাৱনাৰ সমুখীন হৈছে ইয়াৰ আৰু হঠকাৰী নীতি আৰু মানৱ সমাজৰ বিৰুদ্ধে ই কৰা অপৰাধৰ বাবে শাস্তিৰ মুখামুখি হৈছে।

* মেজৰ জেনাৰেল পাৰৰ্তকিন ছোভিয়েত ইউনিয়নৰ প্ৰতিৰক্ষা মন্ত্ৰকৰ সামৰিক বুৰঞ্জী ইনষ্টিটিউটৰ সঞ্চালক।

কুৰ্স্কৰ যুঁজ আছিল দ্বিতীয় বিশ্বযুদ্ধৰ এক বৃহত্তম যুদ্ধ, এই যুদ্ধৰ লগত বিপুল সংখ্যক সৈন্য আৰু বিচিত্র ৰণসম্ভাৰ সাঙোৰ খাই পৰিছিল। এই কথা কলেই যথেষ্ট হ'ব যে এই যুঁজত জড়িত হৈ পৰিছিল দুয়ো পক্ষৰ ৪০ লাখৰো অধিক সৈন্য, ৬৯০,০০০ ৰো অধিক ৰণাঙ্গনৰ কামান আৰু মৰ্টাৰ, ১৩,২০০ টেঙ্ক আৰু স্বয়ংক্রিয় আৰু ১১,০০০ ৰো অধিক বেছি বিমান। ই যুঁজৰ ওপৰত এটা সাঁচ পেলাইছিল, কুৰ্স্ক বালজত যি টেঙ্ক যুদ্ধ আৰু বিমান যুদ্ধ হৈছিল তেনে বিপুল পৰিসৰত যুঁজ তেতিয়াৰ দিনত অজ্ঞাত আছিল।

যুদ্ধৰ গতিপথত ছোভিয়েত ফৌজে শত্রু পক্ষৰ সাতটা পেনৎছাৰ ডিভিছনকে ধৰি ত্রিছটা ডিভিছন মৰিমূৰ কৰি দিছিল। জাৰ্মান বাহিনী হেৰাইছিল প্রায় পাঁচ লাখ অফিচাৰ আৰু সৈন্য ১৫০০ টেঙ্ক, ৩০০০ ৰণাঙ্গনৰ কামান আৰু ৩৭০০ ৰো অধিক বিমান। ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিৰ সাধাৰণ সম্পাদক লিওনিদ ব্রেঝনেভে কৈছিল: "১৯৪৩ চনৰ জহকালি অ'ৰেল-কুৰ্স্ক বালজৰ বিশাল যুঁজে নাৎছী জাৰ্মানীৰ বাঙহাড় ভাঙি দিছিল, তাৰ বাছকবনীয়া অস্ত্রসজ্জিত বাহিনীবোৰক ভস্মত পৰিণত কৰিছিল। যুঁজৰ কৌশলত, অস্ত্রশস্ত্রত, ৰণনীতিগত পৰিচালনাত আমাৰ সৈন্যবাহিনীৰ শ্রেষ্ঠতা গোটেই পৃথিৱীত প্রতিভাত হৈছিল।"[১]

নাৎছী জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধৰ সোঁতৰ গতি সলাবৰ যি সংগ্রাম মস্কোৰ প্রৱেশপথৰ যুঁজত আৰম্ভ হৈছিল আৰু স্তালিনগ্রাদ যুঁজত অতি তীব্র হৈছিল, সেই সংগ্রামত কুৰ্স্কৰ যুঁজে এক নতুন পৰ্য্যায়ৰ সূচনা কৰিছিল। এই গতি পৰিবৰ্তন আছিল ৰণাঙ্গনত আৰু পশ্চাদ্ভাগত কমিউনিষ্ট পাৰ্টিৰ বিৰাট সাংগঠনিক প্রয়াস, ছোভিয়েত সশস্ত্র বাহিনীৰ

১ এল. আই. ব্রেঝনেভ, দ্য ছোভিয়েত পিপল্‌ছ্‌ গ্রেট ভিক্টৰি। মহান দেশপ্রেমিক যুঁজত ছোভিয়েত জনগণৰ বিজয়ৰ বিশতম বাৰ্ষিকী উপলক্ষে ১৯৬৫ চনৰ ৮ মে মস্কোৰ কংগ্রেছ প্রাসাদত প্রদত্ত ৰিপৰ্ট; মস্কো ১৯৬৫, পৃঃ ১৩ (ৰুছ সংস্কৰণ)।

ৰীৰত্ব, সেনানায়কসকলৰ ক্ৰমবৰ্দ্ধমান পৰিচালন কুশলতা আৰু পশ্চাদ্ভাগত ছোভিয়েত জনগণৰ অভূতপূৰ্ব শ্ৰমকীৰ্ত্তিৰ যুক্তিসঙ্গত ফলশ্ৰুতি।

এই কুৰ্স্কতে ছোভিয়েত সেনাবাহিনীয়ে ৰণনৈতিক উদ্যোগ সম্পূৰ্ণৰূপে কৰায়ত্ত কৰিছিল। নাৎছী হাই কমাণ্ডৰ আক্ৰমণাত্মক ৰণনীতি ইয়াত পৰ্য্যুদস্ত হৈছিল আৰু তাৰ লগতে যাৰ গৈছিল সিহঁতৰ পৃথিৱী জয়ৰ আশা। ভেৰমাখট হাই কমাণ্ডৰ চিফ অৱ দ অপাৰেচন ষ্টাফ ( অ' কে ডব্লিউ ) জেনাৰেল জড্‌লে ১৯৪৩ চনৰ নবেম্বৰত স্বীকাৰ কৰিছিল যে জাৰ্মান বাহিনীৰ ৰণনৈতিক উদ্যোগ নোহোৱা হৈছে, তাৰ পুনৰুদ্ধাৰৰ আৰু কোনো সম্ভাৱনা নাই।[1]

কুৰ্স্কৰ যুদ্ধই বিশ্বজোৰা অনুৰণন সৃষ্টি কৰিছিল। ছোভিয়েত ইউনিয়নৰ এইবোৰ জয়ে যে নাৎছী জাৰ্মানীক চূড়ান্ত বিপৰ্য্যয়ৰ সন্মুখীন কৰিছে এই কথা সকলোৰে ওচৰত ফটফটীয়া হৈ পৰিছিল।

এইবোৰ জয়ে হিটলাৰ-বিৰোধী জোঁটক শক্তিশালী কৰিছিল। এই জোঁটত ছোভিয়েত ইউনিয়ন আছিল নিয়ামক শক্তি। ছোভিয়েত ইউনিয়নে মিত্ৰশক্তিবোৰৰ সাহায্য নোলোৱাকৈয়ে নাৎছী জাৰ্মানীক পৰ্য্যুদস্ত কৰিব এই আশঙ্কা কৰি বৃটিছ আৰু মাৰ্কিন শাসকসকলে ইউৰোপত দ্বিতীয় ৰণাঙ্গন মুকলি কৰাৰ প্ৰস্তুতিত আন্তৰিকতাৰে লাগি যাবলৈ বাধ্য হৈছিল।

ছোভিয়েত সেনাবাহিনীৰ প্ৰচণ্ড আঘাতে ছোভিয়েত ইউনিয়নৰ বিৰুদ্ধে যুদ্ধত জড়িত হোৱা দেশবোৰৰ চৰকাৰৰ শীৰ্ষস্থানীয় বহুত বৰমূৰীয়াৰ মূৰ কিছু পৰিমাণে ঠাণ্ডা কৰিছিল, তেওঁলোকে যুঁজৰ পৰা ওলাই অহাৰ, ছোভিয়েত জাৰ্মান ৰণাঙ্গনৰ পৰা তেওঁলোকৰ ভিত্তিহীনবোৰ

১ ১৯৪৩ চনৰ শেষত জাৰ্মানীৰ ৰণনৈতিক পৰিস্থিতিৰ বিস্তাৰিত বিৱৰণৰ বাবে জাৰ্ণাল আৰ্ব মিলিটাৰি হিষ্ট্ৰী, ১০নং. ১৯৬০, পৃঃ ৭৫-৯২ ( ৰুছ ভাষাৰ চাওক )।

তাঁতবাই অনাৰ বাবে এটা বাট কিচাবি উলিয়াবৰ চেষ্টা কৰিবলৈ ধৰিলে। গুৰুতৰ সামৰিক আৰু ৰাজনৈতিক সংকটৰ সন্মুখীন হৈ কেছিষ্ট ৰাষ্ট্ৰ-বোৰৰ জোঁট ভাঙি পৰিবলৈ ধৰিলে। তথাকথিত নিৰপেক্ষ ৰাষ্ট্ৰবোৰে তেওঁলোকৰ পৰৰাষ্ট্ৰনীতি পৰিবৰ্তন কৰিবলৈ বাধ্য হ'ল।

ছোভিয়েত সেনাবাহিনীৰ এইবোৰ বিজয়ে নাৎছী কবলিত দেশবিলাকত জাতীয় মুক্তি সংগ্ৰামলৈ উদ্দীপনাৰ সঞ্চাৰ কৰিছিল। এই দেশসমূহৰ দেশপ্ৰেমিকসকলে শত্ৰুৰ ওপৰত যি আঘাত হানিবলৈ ধৰিছিল সি দিনকদিনে প্ৰবল হৈছিল। পৃথিৱীৰ প্ৰথম সমাজতান্ত্ৰিক দেশৰ প্ৰতি, কমিউনিষ্ট পাৰ্টিৰ নেতৃত্বত ইথনৰ পিচত সিখন যুঁজত জয়লাভ কৰা দেশসমূহৰ জনগণৰ প্ৰতি গোটেই পৃথিৱীৰ মানুহৰ সহানুভূতিও বাঢ়ি গৈছিল।

কুৰ্স্কৰ যুদ্ধৰ সামৰিক আৰু ৰাজনৈতিক প্ৰতিক্ৰিয়া হৈছিল বিপুল যদিও তাৰ বহু বিচিত্ৰ আৰু জটিল দিশবোৰ এতিয়াও যথেষ্ট অনুশীলিত আৰু যথাযোগ্যভাৱে উদ্‌ঘাটিত হোৱা নাই, আৰু দ্বিতীয় বিশ্বযুদ্ধত কুৰ্স্কৰ যুঁজৰ ভূমিকাক যে চুটিকৈ দেখা হৈছিল ইয়াৰ পৰা তাৰ কিছু প্ৰমাণ পোৱা যায়।

এই যুঁজত ছোভিয়েত বাহিনীৰ জয়সমূহৰ মূল্যায়ন সম্বন্ধেও ভিন্ ভিন্ দৃষ্টিভঙ্গী আছে। তাৰ ভিতৰত এটা হৈছে দ্বিতীয় মহাযুদ্ধৰ গতিপথ আৰু ফলাফলৰ ওপৰত কুৰ্স্কত ছোভিয়েত বাহিনীৰ বিশেষভাৱে উল্লেখনীয় জয়সমূহৰ ফলাফল বুৰ্জোৱা পণ্ডিতসকলৰ দ্বাৰা ইচ্ছাকৃত ভাৱে বিকৃত কৰা।

ইতিহাসৰ বুৰ্জোৱা বিকৃতকাৰীসকলে দ্বিতীয় বিশ্বযুদ্ধত ছোভিয়েত সেনাবাহিনীৰ চমকপ্ৰদ জয়সমূহৰ আচল কাৰণবোৰ সম্ভাব্য সকলো উপায়ে তুলকৈ উপস্থিত কৰিবলৈ বিচাৰে, যঁতে সত্তৰ নাৎছী জাৰ্মান বাহিনীৰ যুদ্ধৰ ভয়ঙ্কৰ পৃষ্ঠাবোৰৰ আৰু নাৎছী হাই কমাণ্ডৰ হঠকাৰী ৰণনীতি সম্পৰ্কে নীৰৱতা অৱলম্বন কৰিবলৈ বিচাৰে। সেয়ে দ্বিতীয়

বিশ্বযুদ্ধৰ আটাইতকৈ গুৰুত্বপূৰ্ণ যুদ্ধৰ সম্বন্ধে লিখা বুৰ্জোৱা কিতাপত কুৰ্স্কৰ যুঁজে ঠাই নাপায়। কিন্তু ইয়াৰ কাৰণে ছোভিয়েত সশস্ত্ৰ বাহিনীৰ বিজয়ৰ গৌৰৱ কণমানো ম্লান হয়।

কুৰ্স্কৰ যুঁজে সন্দেহাতীতভাৱে প্ৰমাণ কৰিছিল যে ছোভিয়েত সমাজতান্ত্ৰিক সমাজ আৰু ইয়াৰ সশস্ত্ৰবাহিনী নাৎচীবাদৰ আৰু সিহঁতৰ দস্যুবাহিনীতকৈ বহুত উন্নত। এই যুঁজত ছোভিয়েত সৈন্যসকলে সুমহান নৈতিক বল আৰু ৰণকৌশল প্ৰদৰ্শন কৰিছিল. প্ৰদৰ্শন কৰিছিল দেশৰ আৰু কমিউনিষ্ট পাৰ্টিৰ প্ৰতি অপৰিসীম শ্ৰদ্ধা, আৰু ছোভিয়েত সেনাবাহিনীৰ নেতৃত্বই ছোভিয়েত যুদ্ধকলাৰ শ্ৰেষ্ঠত্বৰ চমৎকাৰ প্ৰমাণ দিছিল। ছোভিয়েত যুদ্ধকলা ইয়াৰ বিকাশৰ এক নতুন স্তৰলৈ উন্নীত হৈছিল। আন আন বিজয়বোৰৰ লগত কুৰ্স্কৰ বিজয় মহান দেশপ্ৰেমিক যুদ্ধৰ কীৰ্তিকাহিনীত ছোভিয়েত সশস্ত্ৰ বাহিনীৰ যুদ্ধকৌশলৰ আৰু শৌৰ্য্যৰ, ছোভিয়েত সেনাসকলৰ দৃঢ়তাৰ আৰু সাহসৰ এক উজ্জ্বল দৃষ্টান্ত হৈ ৰ'ব। এই যুঁজে যুদ্ধ পৰিচালনাৰ ক্ষেত্ৰত বহু জটিল সমস্যাৰ সমাধান সম্ভৱ কৰিছিল। ছোভিয়েত সেনানীমণ্ডলীৰ সদৰ দপ্তৰ, জেনাৰেল ষ্টাফ আৰু ৰণাঙ্গনৰ সেনাপতিসকলে শত্ৰুৰ বিৰুদ্ধে ছোভিয়েত সশস্ত্ৰবাহিনীৰ প্ৰচণ্ড আক্ৰমণাত্মক অভিযান পৰিকল্পনা আৰু পৰিচালনা কৰাৰ সময়ত এই অভিজ্ঞতা সৃষ্টিশীলভাৱে কামত লগাইছিল।

কুৰ্স্কৰ যুঁজত অংশগ্ৰহণকাৰী সৈন্যসকলৰ হাতত বিপুল পৰিমাণ অস্ত্ৰশস্ত্ৰ আৰু আন আন ৰণসম্ভাৰ আছিল। জটিল পৰিস্থিতিত অস্ত্ৰশস্ত্ৰ ব্যৱহাৰ আৰু যুঁজ পৰিচালনাৰ ক্ষেত্ৰত যি অভিজ্ঞতা অৰ্জিত হৈছিল তাৰ তাৎপৰ্য্য অকণো ম্লান হোৱা নাই।

টেঙ্ক আৰু বিমান বাহিনীৰ আক্ৰমণক ভেটা দিবলৈ সক্ষম বহুত গভীৰলৈকে সংগঠিত শক্তিশালী প্ৰতিৰক্ষা ঘাটি তৈয়াৰ কৰাত, বিপুল সংখ্যক টেঙ্ক আৰু প্ৰবল বিমান সমৰ্থন সহ শত্ৰুৰ আক্ৰমণকাৰী

বাহিনীৰ বিৰুদ্ধে আত্মৰক্ষামূলক যুদ্ধ সংগঠিত কৰাত আৰু বিশেষ বিৰতি নিদিয়াকৈ প্ৰতি-আক্ৰমণ আৰম্ভ কৰাৰ ক্ষেত্ৰত কুৰ্স্কৰ যুঁজে সমৃদ্ধ অভিজ্ঞতা আহৰণ কৰে।

যুঁজ চলাই থকা আৰু ৰণনৈতিক সংৰক্ষিত শক্তিক প্ৰশিক্ষণদান আৰু নিয়োগ কৰাত আৰু যুঁজ চলাই থকা সময়ত নিপুণ কৌশল অৱলম্বনৰ ক্ষেত্ৰত কুৰ্স্কৰ যুঁজ আছিল অতীৱ শিক্ষাপ্ৰদ অভিজ্ঞতা। বৰ্তমান পৰিস্থিতিত যুদ্ধ চালনাৰ তত্ত্বক সমৃদ্ধ কৰাৰ ফালৰ পৰা এই অভিজ্ঞতা অমূল্য।

যুঁজৰ প্ৰাক্কালত নতুন ধাৰা অনুসৰণ কৰি সংগঠিত অস্ত্ৰ সজ্জিত টেঙ্ক বাহিনীয়ে আত্মৰক্ষা আৰু আক্ৰমণ উভয় ক্ষেত্ৰত সকলো ধৰণৰ পৰীক্ষাৰ মাজেদি যাব লগীয়া হৈছিল। এই যুঁজত অস্ত্ৰসজ্জিত বাহিনী নিয়োগৰ যি অভিজ্ঞতা অৰ্জিত হৈছিল সি সঁচাকৈয়ে মন কৰিব লগীয়া।

বিমান যুদ্ধত শ্ৰেষ্ঠত্ব অৰ্জনৰ সংগ্ৰামত অৰ্জিত অভিজ্ঞতাও আছিল বিশেষ মূল্যবান আৰু শিক্ষাপ্ৰদ। শত্ৰুৰ বিমানবাহিনীৰ বিৰুদ্ধে সংগ্ৰামৰ ক্ষেত্ৰত, বিভিন্ন ৰণাঙ্গনৰ থকা বিমানবাহিনীবোৰৰ, দেশৰ বিমান প্ৰতিৰক্ষাৰ আৰু দূৰপাল্লাৰ বিমান চলাচলৰ পাৰস্পৰিক ক্ৰিয়া সুকৌশলে সংগঠনৰ ক্ষেত্ৰত বিভিন্ন ধৰনৰ পদ্ধতিৰ সৃজনশীল ব্যৱহাৰে এই সমস্যাৰ সমাধান হোৱাটো বহুল পৰিমাণে পূৰ্ব নিৰ্দ্ধাৰিত কৰি দিছিল।

কুৰ্স্কৰ যুঁজৰ প্ৰকৃতিৰ জৰিয়তে আমাৰ বিমানবাহিনীয়ে প্ৰথম স্বাধীন ৰণনৈতিক যুঁজ কৰিলে যি লুফ্‌ৎৱাফৰ পৰাজয়ত এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল।

সৈন্যৰ অৱস্থান সুকৌশলে নিৰ্দ্ধাৰণ কৰাৰ ক্ষেত্ৰত বিপুল সংখ্যক অস্ত্ৰসজ্জিত বাহিনী, গোলন্দাজ, বিমান, ইনজিনিয়াৰ আৰু আন আন বাহিনীক জড়িত কৰি যুদ্ধৰ ক্ষেত্ৰত সেই সময়ত সঞ্চিত অভিজ্ঞতা বৰ্তমান অত্যন্ত গুৰুত্বপূৰ্ণ।

কুৰ্স্ক'ৰ যুদ্ধই আত্মৰক্ষামূলক যুঁজত প্ৰতি-প্ৰস্তুতি বোমাবৰ্ষণ সংগঠিত আৰু কাৰ্য্যকৰ কৰাৰ পদ্ধতিসমূহ অধিকতৰ উন্নত কৰাৰ সুযোগদান কৰিছিল।

কুৰ্স্কৰ যুঁজ হৈছিল এক জটিল দ্ৰুত আৰু ভাবিব নোৱৰা ধৰণৰ এক পৰিৱৰ্তনশীল পৰিস্থিতিৰ মাজত। এই যুঁজত সেনানায়ক আৰু ষ্টাফ অফিচাৰসকলৰ পক্ষে বিপুল দক্ষতা আৰু যুঁজ কৰাৰ যোগ্যতা আয়ত্ত কৰাটো জৰুৰী হৈ পৰিছিল। সৈন্যসকলক দৃঢ়ভাৱে আৰু নিৰৱচ্ছিন্নভাৱে পৰিচালনা কৰা, তেওঁলোকে সম্পাদন কৰিব লগীয়া নিৰ্দিষ্ট যুদ্ধকৰ্ম নিৰ্দ্ধাৰণ কৰি দিয়া, যুদ্ধৰ গতিপথত ঘটি থকা পৰিৱৰ্তনবোৰৰ সম্পৰ্কে সেনানায়কসকলক প্ৰতিক্ৰিয়া দেখুৱাব পৰা হোৱা— এই আটাইবোৰৰ বাবে এই দক্ষতা অৰ্জন অতি জৰুৰী আছিল। মোৰ বোধেৰে সেই সময়ৰ বিপজ্জনক অৱস্থাৰ মাজত কমাণ্ডাৰ আৰু ষ্টাফ অফিচাৰসকলে যি কাম কৰিছিল সি বৰ্তমান কালৰ প্ৰয়োজনৰ লগতো সঙ্গতিপূৰ্ণ আৰু পুঙ্খানুপুঙ্খ অনুশীলনৰ যোগ্য।

কুৰ্স্ক'ৰ যুদ্ধই সৈন্য আৰু ৰণসম্ভাৰ চলাচল আৰু সৰবৰাহৰ ক্ষেত্ৰত এক মৌলিক সমাধান কৰিছিল। ইয়াৰ বাবে প্ৰয়োজন হৈছিল এক অতি বিশাল আত্মৰক্ষামূলক যুঁজৰ বাবে লাগতিয়াল সকলো সংগ্ৰহ কৰা, তাৰ লগতে যুদ্ধ প্ৰক্ৰিয়াত প্ৰায় কোনো ছেদ নঘটোৱাকৈ প্ৰতি আক্ৰমণ চলাবৰ বাবে সৈন্যবাহিনীক সদা প্ৰস্তুত ৰখা। ই কৰা হৈছিল অতিশয় গুৰুত্বপূৰ্ণ চলাচলৰ আৰু সৰবৰাহৰ উপাদানবোৰ ৰণক্ষেত্ৰত উপস্থিত থকা বাহিনীবোৰৰ যথাসম্ভৱ কাষ চপাই অনাৰ আৰু গুৰুত্বপূৰ্ণ সৰবৰাহ প্ৰতিষ্ঠানবোৰ পশ্চাদ্ভূমিলৈ আঁতৰাই অনাৰ জৰিয়তে।

কুৰ্স্ক'ৰ যুঁজ হৈছে বিপুল সংখ্যক আহত ব্যক্তিক বিমানেৰে স্থানান্তৰলৈ নিয়াৰ এক চমৎকাৰ দৃষ্টান্ত।

যুদ্ধৰ প্ৰস্তুতিপৰ্বত আৰু যুদ্ধৰ সময়ত পাৰ্টিয়ে সৰ্বাংগীন ৰাজনৈতিক ক্ৰিয়াকলাপ চলাইছিল। ৰাস্তে টেংক আৰু বিমানবাহিনীৰ কৰ্মীসকলে

তথ্য জয় কৰিব পাৰে তাৰ বাবে সৈন্য আৰু কৰ্মীসকলৰ নৈতিক আৰু মনস্তাত্ত্বিক প্ৰশিক্ষণৰ ওপৰত বিশেষ জোৰ দিয়া হৈছিল। এনে ধৰণৰ প্ৰশিক্ষণ বৰ্তমান বিশেষ গুৰুত্বপূৰ্ণ।

যুদ্ধোত্তৰকালত কমিউনিষ্ট পাৰ্টিৰ নেতৃত্বত ছোভিয়েত ইউনিয়নে অৰ্থনৈতিক, বৈজ্ঞানিক আৰু কৃৎকৌশলগত বিকাশৰ ক্ষেত্ৰত বিশেষভাৱে উল্লেখনীয় সাফল্য অৰ্জন কৰিছে। সশস্ত্ৰ বাহিনীত যি বিপুল পৰিবৰ্তন হৈছে তাৰ গুৰিত আছে এইবোৰ সাফল্য। ৰণনৈতিক ৰকেট শক্তিৰ আৱিৰ্ভাৱৰ পাচৰ পৰা সমস্ত সশস্ত্ৰ বাহিনী আৰু সেনাব্যৱস্থাত সুগভীৰ পৰিবৰ্তন ঘটিছে। প্ৰধান ঘটনা হৈছে ৰকেট আৰু আণৱিক অস্ত্ৰশস্ত্ৰৰ ব্যাপক প্ৰৱৰ্তন আৰু প্ৰচলিত অস্ত্ৰশস্ত্ৰৰ উন্নতিসাধন।

অস্ত্ৰশস্ত্ৰৰ ক্ৰমাগত উন্নয়নে স্বাভাৱিকতে যুদ্ধৰ ৰূপ আৰু পদ্ধতিৰ পৰিবৰ্তন ঘটায়। সেয়ে যুদ্ধৰ কলাকৌশলো সময়সীমাৰ মাজত আবদ্ধ নাথাকে। অস্ত্ৰশস্ত্ৰৰ লগে লগে ইয়াৰো বিকাশ ঘটে। আৰু এই বিষয়ত কোনো সন্দেহ নাই যে যুদ্ধৰ কলাত নতুনৰ অন্বেষণত মহান দেশপ্ৰেমিক যুদ্ধৰ সমৃদ্ধ অভিজ্ঞতাৰ সৃজনশীল প্ৰয়োগে এটা গুৰুত্বপূৰ্ণ ভূমিকা লয়।

আমি জানোঁ যে আন অভিজ্ঞতাবোৰৰ দৰে যুদ্ধৰ অভিজ্ঞতাও হৈছে ছোভিয়েত ৰাইজৰ মহত্তম সম্পদসমূহৰ অন্যতম। ই হৈছে এক বিপুল তাৎপৰ্য্যময় জাতীয় সম্পদ। আৰু যদি সেয়ে হয় তেনেহলে ইয়াক যথাযথভাৱে ব্যৱহাৰ কৰা দৰকাৰ: ইয়াক লালন কৰিব লাগিব, অনুশীলন কৰিব লাগিব আৰু সৈন্যসকলক প্ৰশিক্ষণদান আৰু শিক্ষিত কৰি তোলাৰ ক্ষেত্ৰত তাক সৃজনশীলভাৱে ব্যৱহাৰ কৰিব লাগিব। অৱশ্যে লেনিনৰ এই নিৰ্দেশ মনত ৰখা দৰকাৰ যে 'ঐতিহ্য ৰক্ষা কৰাৰ অৰ্থ ঐতিহ্যৰ মাজত নিজক সীমাবদ্ধ ৰখা নহয়।'[১] এই কথা পাহৰিব

১ ভি. আই. লেনিন, সংগৃহীত ৰচনাৱলী, খণ্ড ২, পৃঃ ৫২৬।

সাম্যাগিব যে যুদ্ধকলাব ইতিহাস কলিত বিজ্ঞান নহয়। সকলো অবস্থাব বাবে ইয়াব কোনো তাৎক্ষণিক সমাধান নাই। অতীতব অভিজ্ঞতাক যান্ত্রিকভাবে বৰ্তমান পৰিস্থিতিত প্ৰয়োগ কৰাব চেষ্টা কৰিবলৈ গলে গুৰুতৰ ভুল হব পাবে। ইতিহাসত ইয়াব ভালে কেইটা উদাহৰণ আছে।

আমি আমাৰ গৌৰৱপূৰ্ণ অতীতক লালন কৰোঁ। আমাৰ জনগণৰ উজ্জ্বল ভৱিষ্যত গঢ়ি তোলাব ক্ষেত্ৰত ন ন সাফল্য অৰ্জনৰ ক্ষেত্ৰত ই আমাক উদ্দীপিত কৰে। উঠি অহা ন-পুৰুষৰ কমিউনিষ্ট শিক্ষাত ই এক জৰুৰী উপাদান। মহান অক্টোবৰ সমাজতান্ত্ৰিক বিপ্লৱৰ সাফল্য আৰু পৃথিবীৰ প্ৰথম সমাজতান্ত্ৰিক ৰাষ্ট্ৰৰ স্বাধীনতা ৰক্ষাৰ লগত যুক্ত সকলো বস্তুক ছোভিয়েত বাইজে পবিত্ৰ বুলি গণ্য কৰে। আৰু তেওঁলোকে মহান দেশপ্ৰেমিক যুদ্ধক অৱশ্যেই কেতিয়াও নাপাহৰিব।

১৯৬৮ চনত জহকালি ছোভিয়েত বাইজ আৰু তেওঁলোকৰ সশস্ত্ৰ বাহিনীয়ে ঐতিহাসিক কুৰ্স্কৰ যুদ্ধজয়ৰ ২৫তম বাৰ্ষিকী ব্যাপকভাৱে পালন কৰে। এই উপলক্ষ্যে কুৰ্স্ক, অ'বেল, বেলগ'ৰ'দ আৰু খাৰকভত অভিবাদন জনাই কামানৰ পৰা তোপধ্বনি কৰা হয়।

১৯৬৮ চনৰ ৫ আগষ্টত ছোভিয়েত ইউনিয়নৰ সৰ্বোচ্চ ছোভিয়েতৰ সভাপতি মণ্ডলীয়ে কুৰ্স্ক অঞ্চলক মহান দেশপ্ৰেমিক যুদ্ধত তাৰ জনগণৰ গৌৰৱপূৰ্ণ শ্ৰম, সাহস আৰু দৃঢ়তাৰ বাবে আৰু তাৰ অৰ্থনৈতিক পুনৰ্বাসন আৰু উন্নয়নত সাফল্য অৰ্জনৰ বাবে দ্বিতীয় বাৰ 'অৰ্ডাৰ অব লেনিন' বঁটাৰে ভূষিত কৰে। অ'ৰেল, বেলগ'ৰ'দ আৰু খাৰকভ অঞ্চলকো অনুৰূপ বঁটা প্ৰদান কৰি সম্মানিত কৰা হয়। মস্কো, কুৰ্স্ক, অ'ৰেল, বেলগ'ৰ'দ, খাৰকভ আৰু আন আন চহৰতো উৎসৱ পালিত হৈছিল—সভা, আলোচনাচক্ৰ, আৰু প্ৰামাণ্য আৰু কাহিনী চিত্ৰৰ বোল-ছবি উৎসৱ আদি অনুষ্ঠিত হৈছিল। জিয়েভত ৫ৰ পৰা ৮ ছেপ্টেম্বৰলৈকে

গৌৰৱময় বিপ্লৱী আৰু শ্ৰম ঐতিহ্যবাহী চহৰ আৰু ৰণক্ষেত্ৰসমূহত ভ্ৰমণকাৰীসকলৰ চতুৰ্থ জাতীয় সম্মিলন অনুষ্ঠিত হৈছিল। এই ভ্ৰমণত অংশ লওঁতা তৰুণ পায়োনিয়াৰ আৰু তৰুণ কমিউনিষ্ট লীগ (কমছমল)ৰ সদস্যসকলৰ যেভ পাথফাইণ্ডাৰ্ছ বোলা হয়—এওঁলোকে কুৰ্স্কবাসজৰ ৰণক্ষেত্ৰত শ শ কিলোমিটাৰ পৰিক্ৰমা কৰিছে। এওঁলোকে এই অবিস্মৰণীয় যুদ্ধত বীৰত্বৰ ন ন উদাহৰণ আৱিষ্কাৰ কৰিছে, ভালে কেইগৰাকীমান অজ্ঞাত বীৰৰ নাম বিচাৰি উলিয়াইছে, সেইসকলৰ কবৰত স্মৃতিস্তম্ভ নিৰ্মাণ কৰিছে, ফুলৰ গছ ৰুইছে। স্বদেশৰ বীৰত্বময় অতীতে তেওঁলোকৰ মন গৰ্ব আৰু ভালপোৱাৰে পৰিপূৰ্ণ কৰিছে।

১৯৬৮ চনৰ ১৫ আগষ্টত কুৰ্স্কৰ বিজয়ৰ ২৫তম বাৰ্ষিকী উপলক্ষে নিবেদিত এটা আলোচনাচক্ৰ মস্কোত অনুষ্ঠিত হয়। ইয়াৰ উদ্যোক্তা আছিল ছোভিয়েত ইউনিয়নৰ যুদ্ধ মন্ত্ৰকৰ অধীন সামৰিক বুৰঞ্জীৰ ইনষ্টিটিউট, ছোভিয়েত সেনাবাহিনীৰ জেনাৰেল ষ্টাফ আৰু চেণ্ট্ৰাল হাউছৰ সামৰিক বিজ্ঞান বিভাগ। অংশগ্ৰহণকাৰীসকলৰ ভিতৰত আছিল পাৰ্টিৰ আৰু প্ৰশাসনৰ বৰমূৰীয়াসকল, বিশিষ্ট সামৰিক নেতৃবৃন্দ, সামৰিক বুৰঞ্জীবিদসকল, সামৰিক একাদেমি আৰু স্কুলৰ শিক্ষক-শিক্ষিকাসকল আৰু কুৰ্স্ক আৰু অ'ৰেল অঞ্চলৰ প্ৰতিনিধি-সকল।

আলোচনাচক্ৰৰ উদ্বোধন কৰিছিল মাৰ্শ্বাল ইভান বাগ্ৰামিয়ানে।

মাৰ্শ্বাল ইভান কোনেভ, যিগৰাকী আছিল কুৰ্স্কৰ যুদ্ধৰ সময়ত ষ্টেপভূমিৰ ৰণাঙ্গন পৰিচালনাৰ লগত যুক্ত, তেখেতে "কুৰ্স্কত মহাৰণ আৰু তাৰ তাৎপৰ্য্য" শীৰ্ষক বহল প্ৰতিবেদনত কুৰ্স্কত জাৰ্মান সেনা-বাহিনীৰ বিপৰ্য্যয়ক অভিহিত কৰিছে নাৎছী জাৰ্মানীৰ বিৰুদ্ধে সেনাবাহিনীৰ জয়যাত্ৰাৰ পথত এক মাইলখুঁটা বুলি আৰু নাৎছী নেতাৰ ৰণনৈতিক উদ্যোগ পুনৰুদ্ধাৰৰ আশাৰ অৱলুপ্তি বুলি। তেখেতে বিস্তাৰিতভাৱে কুৰ্স্কৰ যুঁজৰ প্ৰস্তুতি আৰু যুঁজৰ বিৱৰণ দিছে,

ছোভিয়েত আৰু নাৎছী পৰিকল্পনাবোৰৰ, আৰু নিয়োজিত বাহিনী-বোৰৰ গঠনৰ আৰু আত্মৰক্ষামূলক যুদ্ধত আৰু ছোভিয়েত প্ৰতি আক্ৰমণৰ মাজত পাৰস্পৰিক সম্পৰ্কৰ বিশ্লেষণ কৰিছে, নতুন ধৰণৰ প্ৰযুক্ত অস্ত্ৰশস্ত্ৰৰ চৰিত্ৰ বৰ্ণনা কৰিছে আৰু নাৎছী ৰণনীতিসকলৰ ভুলভ্ৰান্তিবোৰলৈ আঙুলিয়াইছে যি ভুলভ্ৰান্তিবোৰ মূলতঃ ঘটিছিল ছোভিয়েত ইউনিয়নৰ শক্তি আৰু সম্ভাৱনাবোৰক চুটিকৈ লেখাৰ ফলত।

মাৰ্শাল কোনেভে কৈছিল, য'ত আত্মৰক্ষামূলক যুদ্ধৰ নীতিসমূহৰ বেছিকৈ বিকাশ ঘটিছিল সেই কুৰ্স্কৰ যুঁজত বিজয় আছিল ছোভিয়েত যুদ্ধকলাৰ এক গুৰুত্বপূৰ্ণ সাফল্য। তেতিয়াৰ পৰিস্থিতিত আত্মৰক্ষা কৰাৰ সিদ্ধান্ত গ্ৰহণেই আছিল এক অসাধাৰণ পদক্ষেপ, সামৰিক ইতিহাসত যি অভূতপূৰ্ব। একক ৰণাঙ্গন কমাণ্ডৰ অধীনত ঐক্যবদ্ধ কৰি আৰু আত্মৰক্ষা আৰু আক্ৰমণ ৰচনা দুয়োবিধ যুদ্ধকৰ্মৰ বাবে প্ৰস্তুত কৰি ৰণনৈতিক সংৰক্ষিত শক্তি নিয়োগৰ প্ৰশ্নটো অভিনৱ পন্থাৰে উত্থাপিত হৈছিল আৰু সমাধান কৰা হৈছিল।

প্ৰতিবেদনত আত্মৰক্ষাৰ ধৰণ, প্ৰতি আক্ৰমণৰ সংগঠন আৰু পৰিচালনা আৰু টেঙ্ক বাহিনীৰ নিয়োগ সম্পৰ্কে বিস্তাৰিত বিৱৰণ দিয়া হৈছে।

আলোচনা-চক্ৰত দাঙি ধৰা ৰিপৰ্ট আৰু প্ৰবন্ধাদিত কুৰ্স্কৰ যুদ্ধৰ সবাতোকৈ গুৰুত্বপূৰ্ণ সামৰিক আৰু ঐতিহাসিক দিশবোৰ লৈ সবিস্তাৰে আলোচনা কৰা হৈছে। সেনাবাহিনীৰ জেনাৰেল ছেমিয়ন ইভানভে ৰণনীতি আৰু ৰণকৌশলগত কলাৰ অধিকতৰ বিকাশসাধনত কুৰ্স্কৰ যুদ্ধৰ প্ৰভাৱ সম্পৰ্কে আলোচনা কৰে। কৰ্নেল জেনাৰেল কনষ্টানতিন ক্ৰাইন্যুকভে শত্ৰুক পৰাস্ত কৰাত কমিউনিষ্ট পাৰ্টিৰ নেতৃস্থানীয় ভূমিকাৰ কথা আৰু যুদ্ধৰত বাহিনীৰ মাজত ৰাজনৈতিক কামকাজৰ কথা কয়।

মাৰ্শাল ইভান বাগ্ৰামিয়ান, অস্ত্ৰসজ্জিত বাহিনীৰ মুখ্য মাৰ্শাল পাভেল ৰংমিস্ত্ৰভ, মাৰ্শাল আমাজাছ্প বাবাদজানিয়ান (অস্ত্ৰসজ্জিত বাহিনী), মাৰ্শাল কজেনুকো (বিমান বাহিনী), কৰ্ণেল-জেনাৰেল আলেকজেন্দাৰ ৎছিবিলিন (ইঞ্জিনিয়াছ´) আৰু লেফটানেণ্ট জেনাৰেল পিওত্ৰ্ ভাছুৰিনে তেওঁলোকৰ ৰিপোৰ্টত কুৰ্স্কৰ যুদ্ধত বিভিন্ন ধৰণৰ বাহিনীৰ নিয়োগ সম্পৰ্কে কয় আৰু ছোভিয়েত সামৰিক নেতাসকলৰ সেনাপতিত্বৰ আৰু ছোভিয়েত অফিচাৰ আৰু সৈন্যসকলৰ বীৰত্ব আৰু ৰণনৈপুণ্যৰ উজ্জ্বল চিত্ৰ দাঙি ধৰে।

ৰিপৰ্ট আৰু প্ৰবন্ধাদিত এই কথাৰ ওপৰত জোৰ দিয়া হয় যে কুৰ্স্কৰ যুঁজত অৰ্জিত অভিজ্ঞতাৰ ভালেখিনি এতিয়াও কামত লগোৱা যাব পাৰে আৰু সৈন্য প্ৰশিক্ষণৰ ক্ষেত্ৰত, বিশেষকৈ আণৱিক অস্ত্ৰশস্ত্ৰ ব্যৱহাৰ কৰা নহৈব এনে যুদ্ধকৰ্মৰ বাবে প্ৰশিক্ষণত এই অভিজ্ঞতা সাফল্যৰ সৈতে কামত লগোৱা যাব পাৰে।

এই কিতাপখনত আলোচনা-চক্ৰত উপস্থাপিত প্ৰধান প্ৰবন্ধাদি সন্নিবিষ্ট কৰা হৈছে। যিসকল বিখ্যাত ছোভিয়েত সামৰিক নেতাই যুদ্ধৰ পৰিকল্পনা ৰচনাত পোনপটীয়াকৈ ভাগ লৈছিল, অভিযানবোৰ সংগঠিত কৰিছিল আৰু সিবোৰক জয়ৰ কালে আগুৱাই নিছিল তেওঁলোকে আৰু কিছু কিছু সামৰিক বুৰঞ্জীবিদে লিখা প্ৰবন্ধ এই কিতাপত আছে।

এই কিতাপখনত পাঠকসকলে বহুত প্ৰশ্নৰ উত্তৰ পাব। ১৯৪৩ চনৰ জহকালি শত্ৰুৰ লগত চূড়ান্ত সজ্জৰ্ষৰ প্ৰস্তুতিত ৰণাঙ্গনৰ আৰু তাৰ পশ্চাদ্ভাগত ছোভিয়েত বাইজে কি অসাধ্য সাধন কৰিছিল সেই সম্পৰ্কে তেওঁলোকে জানিব পাৰিব, তেওঁলোকে দেখা পাব যে কমিউনিষ্টসকল, পাৰ্টি সংগঠনবোৰ আৰু ছোভিয়েত সমাজৰ পৰিচালিকা শক্তি কমিউনিষ্ট পাৰ্টি সদায়ে আগশাৰীত আছিল। সক-বৰ সকলো বিষয়ত, সমুখ ৰণাঙ্গনৰ আৰু শ্ৰমক্ষেত্ৰত তেওঁলোক আছিল

আগশাবীত। পাৰ্টিয়েই ছোভিয়েত বাইজ আক তেওঁলোকৰ সশস্ত্ৰ-বাহিনীক অবিস্মৰণীয় কীৰ্তি স্থাপনত উদ্দীপিত কৰিছিল, পাৰ্টিয়েই ছোভিয়েত বাইজ আক তেওঁলোকৰ সমূহ প্ৰয়াস সংহত আক পৰিচালিত কৰিছিল একমাত্ৰ লক্ষ্য সাধনৰ অভিমুখে—সেই লক্ষ্য হৈছে শত্ৰুৰ পৰ্য্যদস্ত কৰা। সেয়েহে পাৰ্টিয়ে জনগণৰ পৰা তৰ্কাতীত আনুগত্য লাভ কৰিছিল। কুৰ্স্কৰ যুদ্ধত গুৰুতৰ ক্ষয়ক্ষতি হোৱা সত্বেও কমিউনিষ্টসকলৰ বাহিনী অবিচলভাবে বৃদ্ধি হৈছিল। কমিউনিষ্ট পাৰ্টিৰ সদস্য হিচাপে হেজাৰ হেজাৰ ছোভিয়েত সৈন্যই শত্ৰুৰ বিৰুদ্ধে যুঁজাটোক তেওঁলোকৰ কৰ্তব্য হিচাপে গণ্য কৰিছিল।

ছোভিয়েত সেনাবাহিনীয়ে কেনেকৈ তাৰ শক্তি গঢ়ি তুলিছিল, কেনেকৈ সমাজতান্ত্ৰিক অৰ্থনীতিয়ে তেওঁলোকলৈ সৰ্বাধুনিক অস্ত্ৰশস্ত্ৰৰ যোগান ধৰিছিল, শত্ৰুক পৰাজিত কৰিবৰ বাবে লাগতিয়াল সকলো বস্তু কেনেকৈ সৰবৰাহ কৰিছিল—এই কিতাপৰ পৰা পাঠকসকলে তাক জানিব পাৰিব। ইয়াৰ মাজতেই নিহিত হৈ আছে ছোভিয়েত ৰাষ্ট্ৰ আৰু সামাজিক ব্যৱস্থাৰ বিপুল শ্ৰেষ্ঠত্ব আৰু প্ৰাণশক্তি। পাঠকে নাৎছী বৰ্বৰহঁতৰ বিৰুদ্ধে হোৱা ডাঙৰ যুদ্ধবোৰৰ আণ পাব, অনুভৱ কৰিব পাৰিব নাৎছী হাই কমাণ্ডৰ পৰিকল্পনা আৰু আশা ভঙ্গ কৰা ছোভিয়েত সৈন্যসকলৰ অতুলনীয় বীৰত্ব, দৃঢ়তা আৰু সাহস।

প্ৰবন্ধ ৰচয়িতাসকলে সুস্পষ্টভাৱে দেখুৱাইছে যে জেনাৰেল হেড কোয়াৰ্টাৰ্চ, জেনাৰেল ষ্টাফ, ৰণাঙ্গন আৰু সেনাবাহিনীৰ কমাণ্ডাৰ আৰু তেওঁলোকৰ কৰ্মীসকলে, আৰু সৰ্বস্তৰৰ কমাণ্ডাৰ আৰু ৰাজনৈতিক অফিচাৰসকলে অসাধাৰণ সাংগঠনিক দক্ষতা দেখুৱাইছিল, নিৰ্দ্ধাৰিত লক্ষ্য পূৰণত অসাধাৰণ অধ্যৱসায়ৰ পৰিচয় দিছিল আৰু জটিল আৰু দ্ৰুত পৰিবৰ্তনশীল পৰিস্থিতিত সৈন্য পৰিচালনাত বিপুল নৈপুণ্য প্ৰদৰ্শন কৰিছিল।

কুৰ্স্কৰ যুঁজত জয়লাভ আছিল বহুত উপাদানৰ লাখ লাখ মানুহৰ কৰ্মপ্ৰয়াস, তেওঁলোকৰ নিস্বাৰ্থ শ্ৰম আৰু কমিউনিষ্ট পাৰ্টিৰ পৰিচালনাত তেওঁলোকৰ ইচ্ছাশক্তিৰ যুক্তিসম্মত পৰিণতি।

কালৰ প্ৰবাহে ৰণাঙ্গনৰ ক্ষতবোৰ নিৰাময় কৰিছে। কিন্তু জনগণক বীৰত্বমণ্ডিত অতীত সম্পৰ্কে বিস্মৃত কৰাৰ ক্ষমতা কালৰ নাই। ছোভিয়েত বাইজে তেওঁলোক সন্তানসন্ততিৰ গৌৰৱময় কীৰ্তি শ্ৰদ্ধাৰে সোঁৱৰে। অৰেল, কুৰ্স্ক, বেলগ'ৰ'দ, ছুমি আৰু থাৰকভ অঞ্চলবোৰত অসংখ্য স্মাৰক আছে—সাধাৰণ টেঙ্ক, কামান আৰু স্মাৰক-ফলক—১৯৪৩ চনৰ অসহ্য গ্ৰীষ্মত যি কঠোৰ যুদ্ধ ইয়াত সংঘটিত হৈছিল এই স্মাৰকবোৰ তাৰে নীৰৱ সাক্ষী।

ছোভিয়েত চৰকাৰে কুৰ্স্ক বালজত জয়ৰ সন্মানত এটা স্মৃতিস্তম্ভ স্থাপন কৰাৰ সিদ্ধান্ত লৈছে। যিসকলে অস্ত্ৰসজ্জিত দস্যুবাহিনীৰ পথ ৰোধ কৰিছিল আৰু সিহঁতক এই দেশখনৰ পৰা উৎখাত কৰাৰ কাম আৰম্ভ কৰিছিল এই স্মৃতিস্তম্ভ হব সেই সকলৰ প্ৰতি শ্ৰদ্ধাঞ্জলি।





মাৰ্শ্বাল
ইভান কোনেভ*

# কুৰ্স্কত মহাযুদ্ধ আৰু ইয়াৰ ঐতিহাসিক তাৎপৰ্য্য[1]

কুৰ্স্কৰ যুদ্ধ—যাক মহান বুলি অভিহিত কৰাৰ পুৰ্ণ অধিকাৰ আমাৰ আছে—পৰিসৰ, উত্তেজনা আৰু তিক্ততাৰ কালৰ পৰা আছিল অসাধাৰণ। বৰ্তমান অ'ৰেল, ব্ৰিয়ানস্ক, কুৰ্স্ক, বেলগ'ৰ'দ, ছুমি, খাৰকভ আৰু পলতাভা অঞ্চলৰ বিশাল এলাকা জুৰি এই যুদ্ধ হৈছিল। স্থলত আৰু বিমানত পঞ্চাশ দিন ধৰি চলা এই ভয়ামগ্না ৰণত দুয়ো পক্ষয়ে নিয়োগ কৰিছিল ৪০ লাখতো অধিক সৈন্য, ৬৯,০০০ তো অধিক ফিল্ড গান, আৰু মৰ্টাৰ, ১৩,২০০ টেঙ্ক আৰু স্বয়ংক্ৰিয় বন্দুক, আৰু প্ৰায় ১২,০০০ বিমান। টেঙ্ক যুদ্ধবোৰ আছিল যুদ্ধৰ ইতিহাসত তুলনাহীন। ই আছিল দ্বিতীয় বিশ্বযুদ্ধত বৃহত্তম টেঙ্ক যুদ্ধ।

---

* মাৰ্শ্বাল কোনেভ, দুবাৰ ছোভিয়েত ইউনিয়নৰ বীৰ উপাধিৰে ভূষিত, তেওঁ কুৰ্স্কৰ যুদ্ধত ষ্টেপ ৰণাঙ্গন পৰিচালনা কৰিছিল।

১ কুৰ্স্কৰ যুদ্ধৰ ২৫তম বাৰ্ষিকী উপলক্ষ্যে ১৯৬৮ চনৰ ১৫ই আগষ্টত ছোভিয়েত সেনাবাহিনীৰ কেন্দ্ৰীয় ভৱনত আয়োজিত আলোচনা-চক্ৰত মাৰ্শ্বাল কোনেভে এই ৰিপৰ্টটো পাঠ কৰিছিল।

কুর্স্ক বাসলব যুঁজ যে তীব্র হৈছিল তাব কেবাটাও বাজনৈতিক, অর্থনৈতিক আৰু বণনীতিগত কাবণ আছিল। ১৯৪৩ চনব জহকালি মহান দেশপ্ৰেমিক যুদ্ধ এক দিশ পৰিৱৰ্তনব কৈকুৰিত উপনীত হৈছিল। মস্কোব প্ৰবেশমুখত হোৱা যুঁজত ছোভিয়েত সশস্ত্ৰ কৌজব আঘাতত নাৎছী ব্লিৎবক্ৰিগ পৰিকল্পনা ব্যৰ্থতাত পৰ্য্যবসিত হয়। তাব এবছৰ পিচত নাৎছীহঁত স্তালিনগ্ৰাদত এক বিপৰ্য্যয়কব পৰাজয়ব সম্মুখীন হৈছিল। ছোভিয়েত ইউনিয়নব পৰা নাৎছী আক্ৰমণকাৰী কৌজক ব্যাপকভাৱে উলিয়াই দিবব বাবে মঞ্চ সম্পূৰ্ণ প্ৰস্তুত হৈছিল। শক্তিশালী আৰু যুদ্ধকলাত পাবদৰ্শী এক শত্ৰুব বিৰুদ্ধে যুঁজত ছোভিয়েত সশস্ত্ৰ বাহিনীয়ে সৰ্বাংগীন অভিজ্ঞতা অৰ্জন কৰিছিল। আমাব সামৰিক শক্তি দিনকদিনে বাঢ়ি গৈ আছিল। বণাংগনত সেনাবাহিনীয়ে ক্ৰমেই বেছিকৈ অস্ত্ৰশস্ত্ৰ আৰু বণসামগ্ৰী পাইছিল।

নাৎছী ভেৰমাখটে স্তালিনগ্ৰাদব যুদ্ধত যি বণনৈতিক উদ্যোগ হেৰুৱাইছিল তাব পুনৰুদ্ধাবব বাবে আৰু যুদ্ধব গতি পৰিৱৰ্তনব হকে ভেৰমাখটব শেষ প্ৰচেষ্টা ছোভিয়েত সশস্ত্ৰ বাহিনীয়ে কুৰ্স্কব বিশাল যুদ্ধত বিধ্বস্ত কৰি দিছিল। গোটেই ছোভিয়েত জাৰ্মান বণাংগন আছিল দ্বিতীয় বিশ্বযুদ্ধব প্ৰধান আৰু নিয়ামক বণাংগন—গোটেই বণাংগন জুৰি শত্ৰুপক্ষ বণনৈতিক আত্মৰক্ষাব পথ অৱলম্বন কৰিবলৈ বাধ্য হৈছিল।

কুৰ্স্কব ঐতিহাসিক জয় হৈছে সমাজতান্ত্ৰিক ব্যৱস্থাব বিপুল প্ৰাণশক্তিব, ছোভিয়েত জনগণে আৰু কমিউনিষ্ট পাৰ্টিয়ে প্ৰতিষ্ঠা কৰা আৰু গঢ়ি তোলা সেনাবাহিনীব শৌৰ্য আৰু বীৰ্য্যব আৰু এটা সাক্ষ্য।

• • *

১৯৪২ চনব জাৰকালি ছোভিয়েত আক্ৰমণাত্মক অভিযানে কুৰ্স্ক এলেকাত এক বিৰাট চুকীয়াকৈ ওলাই থকা অভিক্ষেপ তৈয়াব

কৰিছিল, এই অভিক্ষেপ যুৱজীত কুৰ্স্ক'বাহিনীৰ মাজেৰে পৰিচিত হৈছিল। ১৯৪৩ চনৰ মার্চ মাহৰ শেহত চেণ্ট্ৰাল আৰু ভ'ৰ'নেঝ বাহিনীৰ সৈন্যসকলে এই অভিক্ষেপ ৰক্ষাৰ দায়িত্ব লয়। ১৯৪৩ চনৰ গ্ৰীষ্ম-শৰৎকালীন অভিযানৰ বাবে দুয়ো পক্ষয়ে বসন্তকালৰ আগছোৱাৰ পৰা প্ৰস্তুতি চলাইছিল। কুৰ্স্ক অভিক্ষেপৰ আৰু ইয়াৰ উত্তৰ আৰু দক্ষিণৰ (অ'ৰেল, বেলগ'ৰ'দ, খাৰকভ এলেকা শত্ৰুহঁতে ধ'ৰ পৰা জঁপিয়াই পৰিব পাৰে তেনেকুৱা ঠাইৰ ৰণকৌশল আৰু ৰণনীতিগত গুৰুত্বই বহুলাংশে এই কথা পূৰ্ব নিৰ্দ্ধাৰিত কৰি দিছিল যে ওপৰোক্ত গ্ৰীষ্ম শৰৎকালীন অভিযানৰ নিয়ামক ঘটনাৱলী ইয়াতেই ঘটিব।

১৯৪৩ চনৰ জহকালি ছোভিয়েত যুদ্ধশিল্পই অস্ত্ৰশস্ত্ৰ আৰু আন আন ৰণসামগ্ৰীৰ উৎপাদন যথেষ্ট পৰিমাণে বঢ়াইছিল। ফলত ছোভিয়েত কমাণ্ডে যুদ্ধত অৰ্জিত অভিজ্ঞতা বিবেচনা কৰি সশস্ত্ৰ ফৌজত গুৰুত্বপূৰ্ণ সাংগঠনিক পৰিবৰ্তন সাধিবলৈ সক্ষম হৈছিল। এই পৰিবৰ্তনবোৰৰ মাজত বৃহত্তম হৈছে নতুন নীতিৰ ভেটিত টেঙ্ক-বাহিনীসমূহৰ গঠন আৰু বিপুল গোলাবৰ্ষণ আৰু আঘাত হনাৰ ক্ষমতা আৰু যথেষ্ট পৰিমাণে সৰ্বকৰ্মত ব্যৱহাৰৰ উপযোগিতাকে ধৰি গোলন্দাজ ক'ৰ আৰু ডিভিছন গঠন।

কুৰ্স্ক'ৰ যুদ্ধৰ আগতে ছোভিয়েত জাৰ্মান ৰণাঙ্গনত তুলনামূলকভাৱে নিস্তেজ অৱস্থা বিদ্যমান আছিল। ষ্টালিনগ্ৰাদ, উজনি দন আৰু উত্তৰ ককেছাছত চমকপ্ৰদ অভিযানবোৰে আমাৰ সৈন্যবাহিনীৰ শক্তি ভালেখিনি শুহি লৈছিল আৰু পশ্চাদ্ভাগৰ যোগাযোগ ব্যৱস্থাকো দীৰ্ঘায়িত কৰি দিছিল।

এই অৱস্থাৰ ফলত, ছোভিয়েত কমাণ্ডে গোটেই ছোভিয়েত-জাৰ্মান সীমান্ত জুৰি আত্মৰক্ষামূলক অৱস্থান গ্ৰহণৰ আৰু সেই নিস্তেজ অৱস্থাৰ সুযোগ লৈ ৰণনৈতিক সংৰক্ষিত শক্তি গঢ়ি তোলাৰ আৰু গ্ৰীষ্মকালীন অভিযানৰ বাবে প্ৰস্তুতি চলোৱাৰ সিদ্ধান্ত লৈছিল।

গভীৰ পশ্চাদভূমিৰ পৰা সৈন্য-সামন্ত, স্থানপূৰণৰ ইউনিট, অস্ত্ৰশস্ত্ৰ আৰু আন আন ৰণসামগ্ৰী লৈ ইধনৰ পাচত সিধন ট্ৰেন ৰণাঙ্গনলৈ আহিবলৈ ধৰিলে। এই সৈন্য আৰু অস্ত্ৰশস্ত্ৰৰ বেছিভাগ পঠোৱা হৈছিল দক্ষিণ-পশ্চিম অভিমুখে য ত প্ৰধান আক্ৰমণ চলোৱাৰ পৰিকল্পনা কৰা হৈছিল।

ষ্টালিনগ্ৰাদৰ বিপৰ্যয়ৰ পাচত শত্ৰুৱে গ্ৰীষ্মকালীন আক্ৰমণাত্মক অভিযানৰ বাবে উঠি পৰি প্ৰস্তুতি চলাইছিল, উদ্দেশ্য আছিল যাৰ ফলত ফেছিষ্ট ব্লকৰ মাজত সংকট ঘনীভূত হৈছিল সেই জাৰকালিৰ পৰাজয়ৰ প্ৰতিশোধ লোৱা। যুদ্ধ সম্পৰ্কে অসন্তোষ বহতীয়া দেশবোৰত আৰু খোদ জাৰ্মানীতে ক্ৰমাৎ বাঢ়ি গৈছিল।

সামৰিক আৰু ৰাজনৈতিক সংকট অতিক্ৰম কৰিবৰ বাবে নাৎছী জাৰ্মানীৰ শাসকহঁতে "সকলো শক্তি সমবেত কৰাৰ" আৰু ৰণসামগ্ৰীৰ উৎপাদন বৃদ্ধি কৰাৰ সিদ্ধান্ত লয়। ১৯৪৩ চনৰ জানুৱাৰী মাহত গৃহীত এইবোৰ পদক্ষেপে নিৰ্দিষ্ট ফল প্ৰসৱ কৰিলে। সেই বছৰত জাৰ্মান যুদ্ধশিল্পই ১৯৪২ চনৰ তুলনাত টেঙ্ক, ফিল্ড গান আৰু মৰ্টাৰৰ উৎপাদন দুগুণ বঢ়ালে আৰু যুঁজাৰু বিমান উৎপাদন ১·৭ গুণ বঢ়ালে। তদুপৰি সিহঁতে নতুন আৰু শক্তিশালী টেঙ্ক আৰু স্বয়ংচালিত কামান আৰু নতুন ধৰণৰ বিমান উৎপাদন কৰিলে। ১৯৪৩ চনত শত্ৰুপক্ষই ইয়াৰ সশস্ত্ৰ বাহিনীৰ শক্তিবৃদ্ধি কৰাত ইয়াৰ সৈন্যশক্তি হয়গৈ ১ কোটি ৩০ লাখ অৰ্থাৎ ১৯৪২ চনৰ গ্ৰীষ্মত যেতিয়া সিহঁতৰ সংখ্যা সৰ্বোচ্চ আছিল প্ৰায় তাৰ সমান।

পশ্চিমত দ্বিতীয় ৰণাঙ্গন নথকাত নাৎছী জাৰ্মানীৰ পক্ষে ইয়াৰ বাহিনীৰ সৰহভাগক ছোভিয়েত জাৰ্মান ৰণাঙ্গনত কেন্দ্ৰীভূত কৰাটো সম্ভৱ হৈছিল। কুৰ্স্কৰ যুদ্ধৰ আৰম্ভণিত ছোভিয়েত সেনাবাহিনীৰ মুখামুখি হৈছিল ১৯৬টা জাৰ্মান ডিভিজন আৰু বহতীয়া দেশবিলাকৰ ৩২ টা ডিভিজন আৰু আঠোটা ব্ৰিগেড অৰ্থাৎ জাৰ্মানীয়ে যেতিয়া

ছোভিয়েত ইউনিয়ন আক্ৰমণ কৰিছিল তাতকৈ ৪২ ডিভিজন বেছি। শত্ৰুপক্ষই বহতীয়া সৈন্যবাহিনীৰ লগ লাগি গোট খুৱাইছিল প্ৰায় ৫২ লাখ সৈন্য, ৫৪,৩০০ ফিল্ড গান আৰু মৰ্টাৰ, ৫৮৫০ টা টেংক আৰু আক্ৰমণকালীন কামান আৰু ২৯৮০ খন বিমান। যোৱছে, ১৯৪৩ চনৰ গ্ৰহকালি নাৎছী সৈন্যবাহিনী আছিল তেতিয়াও দীৰ্ঘ আৰু তীব্ৰ যুদ্ধ চলাবলৈ সক্ষম এক প্ৰবল শক্তি।

১৯৪৩ চনৰ গ্ৰীষ্মকালীন অভিযানৰ পৰিকল্পনা কৰোঁতে, জাৰ্মান কমাণ্ডে কুৰ্স্ক খণ্ডত ছোভিয়েত ফৌজক মহিমূৰ কৰাৰ আৰু যিকোনো মূল্যত তাত চূড়ান্ত বিজয় অৰ্জনৰ লক্ষ্য ধাৰ্য্য কৰিছিল।

নাৎছী নেতাসকলে ভাবিছিল যে পশ্চিমৰ বহদূৰলৈকে সামৰি লোৱা কুৰ্স্ক অভিক্ষেপে এই অভিক্ষেপ ৰক্ষাকাৰী চেণ্ট্ৰাল আৰু ভ'ৰ'নেঝ ৰণাঙ্গনক আগুৰি ধৰাৰ আৰু ছত্ৰভঙ্গ কৰাৰ পক্ষে অনুকূল পৰিস্থিতি সৃষ্টি কৰিব। জাৰ্মান কমাণ্ডৰ এই পৰিকল্পনাৰ সাংকেতিক নাম আছিল 'চিটাডেল'। ১৯৪৩ চনৰ ১৫ এপ্ৰিলত হিটলাৰে স্বাক্ষৰ কৰা ৬নং নিৰ্দেশত ইয়াৰ উদ্দেশ্য সুস্পষ্টভাৱে ব্যক্ত কৰা হৈছিল। তাত কোৱা হৈছিল, এই আক্ৰমণাত্মক অভিযানৰ লক্ষ্য হৈছে ছোভিয়েত ৰণাঙ্গনবোৰ বেৰি ধৰাৰ উদ্দেশ্যেৰে এক 'সমকেন্দ্ৰিক আক্ৰমণাত্মক অভিযানৰ' গতিপথত কুৰ্স্কৰ পশ্চিমৰ এলেকাত ছোভিয়েত ফৌজক ধ্বংস কৰা। এই নিৰ্দেশত হিটলাৰে জোৰ দি কৈছিল যে "কুৰ্স্কৰ বিজয় অৱশ্যেই গোটেই পৃথিৱীৰ ওচৰত আলোকবৰ্তিকা হ'ব।"[1]

পৰিকল্পনা কৰা হৈছিল যে ফিল্ড মাৰ্শ্বাল ক্লুগৰ নেতৃত্বত আৰ্মি গ্ৰুপ চেণ্টাৰে উত্তৰৰ পৰা আঘাত হানিব। কুৰ্স্কৰ ওপৰত আঘাত হানিব ফিল্ড মাৰ্শ্বাল মানষ্টাইনৰ নেতৃত্বত আৰ্মি গ্ৰুপ ছাউথে।

১ ক্ৰিগছটাগেবুখ ডেছ অ'বাৰকমাণ্ডছ ডেৰ ভেৰমাখট, ১৯৪০-১৯৪৫, খণ্ড ৩, ফ্ৰাংকফুৰ্ট আম মাইন, ১৯৬৩, পৃঃ [illegible]।

চিটাডেল আঁচনি সফল হোৱা হলে নাৎছী কৌজে দনেৎছ অৱবাহিকাত আমাৰ দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ পশ্চাৎভাগত সিহঁতৰ অগ্ৰগতি অব্যাহত ৰাখিলেহেঁতেন আৰু 'পেন্থাৰ' সাংকেতিক নামেৰে চিহ্নিত সিহঁতৰ অভিযান বাস্তৱায়িত কৰিলেহেঁতেন। হিটলাৰৰ জেনাৰেলসকলৰ মতে, নাৎছী নেতাসকলে কুৰ্স্কত বিজয়ৰ পিচত মস্কোক কাষৰি কাটি ছোভিয়েত ইউনিয়নৰ কেন্দ্ৰস্থলৰ গভীৰ পশ্চাদ্ভাগত সোমোৱাৰ বাবে উত্তৰ-পূব অভিমুখে আক্ৰমণ চলাই যোৱাৰ সম্ভাৱনা বাতিল কৰা নাছিল।

এই কথা বুজা টান নহয় যে ১৯৪৩ চনৰ গ্ৰীষ্মকালীন অভিযানৰ আঁচনি ৰচনা কৰাৰ সময়ত নাৎছী নেতাসকলৰ এক ব্যাপক ৰণাঙ্গনত অভিযান চলাব পৰাকৈ প্ৰয়োজনীয় শক্তিৰ অভাৱ আছিল। তেওঁলোকে এটা একক ৰণনৈতিক ক্ষেত্ৰত অভিযানত নিজক সীমাবদ্ধ ৰাখিছিল। চিটাডেল অভিযানৰ বাবে শত্ৰুপক্ষই এক শক্তিশালী আক্ৰমণকাৰী সৈন্য সমাহাৰ কেন্দ্ৰীভূত কৰিছিল, সিহঁতে ১৬ টা পেনৎছাৰ আৰু মটৰবাহিত ডিভিশ্বন আৰু বিমান সমৰ্থন সহ প্ৰায় ৫০টা বাছকবনীয়া ডিভিশ্বন গোট খুৱাইছিল। সৰ্বমুঠ এই সমাহাৰত আছিল প্ৰায় ৯ লাখ সৈন্য, ১০,০০০ ফিল্ড কামান আৰু মৰ্টাৰ, প্ৰায় ২৭০০ টেঙ্ক আৰু স্বয়ংচালিত কামান আৰু ২ হেজাৰতো অধিক বিমান। শত্ৰুপক্ষই নতুন অস্ত্ৰশস্ত্ৰৰ ওপৰত বৰকৈ নিৰ্ভৰ কৰিছিল, এইবোৰ হৈছে গধুৰ টেঙ্কাৰ আৰু পেন্থাৰ টেঙ্ক, ফাৰ্ডিনেণ্ড আক্ৰমণকালীন কামান আৰু হেনখেল ১২৯ আৰু ফকে-উল্ফ্ ১৯০এ বিমান। ঘাইকৈ জোৰ দিয়া হৈছিল ঠেক প্ৰৱেশৰ এলেকাত কেন্দ্ৰীভূত হোৱা পেনৎছাৰ বাহিনীয়ে হনা বিপুল আঘাতৰ অপ্ৰত্যাশিততা আৰু গতিবেগৰ ওপৰত।

এই নাৎছী আক্ৰমণকাৰী বাহিনী সঁচাকৈয়ে শক্তিশালী আছিল। পশ্চিম জাৰ্মান বুৰঞ্জীবিদ-ৎছেন্তনাৰে লিখিছে যে জাৰ্মানী আৰু

অধিকৃত ইউৰোপৰ শিল্পই বি বি উৎপাদন কৰিছিল, জাৰ্মানসকলে সেইবোৰ সকলো কুৰ্স্ক খণ্ডত গোট খুৱাইছিল।

১৯৪৩ চনৰ গ্ৰীষ্মকালৰ ভিতৰত সামৰিক আৰু ৰাজনৈতিক পৰিস্থিতিত হোৱা পৰিবৰ্তনবোৰ উপলব্ধি কৰিবলৈ নাৎচী নেতৃবৃন্দ যে অক্ষম হৈছিল সি প্ৰমাণিত হল। জাৰ্মান ৰাজনীতিবিদ আৰু জেনাৰেল-সকলে তেওঁলোকৰ সম্ভাৱ্য ক্ষমতাক, বিশেষকৈ "সকলো শক্তি সমবেত কৰাৰ" ফলাফলক অতিৰঞ্জিত কৰি দেখিছিল, আৰু ছোভিয়েত সেনা-বাহিনীৰ যুদ্ধ দক্ষতাক আৰু আমাৰ অস্ত্ৰ-শিল্পৰ ক্ষমতাক চুটিকৈ দেখিছিল। যুদ্ধৰ পিচত ফিল্ড মাৰ্শাল কাইটেলে সাক্ষ্য দিছিল যে ছোভিয়েত সেনাবাহিনী আক্ৰমণ প্ৰতিহত কৰিবলৈ সাজু হৈ থাকিব, তদুপৰি এটা শক্তিশালী প্ৰতি-আক্ৰমণ কৰিব পৰাকৈ যথেষ্ট সংৰক্ষিত শক্তি তেওঁলোকৰ থাকিব—এইটো জাৰ্মানসকলে আশা কৰিব পৰা নাছিল।

আমাৰ শক্তি সম্পৰ্কে তাৰ মূল্যায়ন আৰু ৰণনীতিগত হঠকাৰিতাই শত্ৰুক সামৰিক আৰু ৰাজনৈতিক দুয়ো দৃষ্টিভঙ্গীৰ ফালৰ পৰাই অতিশয় ভুল হিচাপ কৰালে আৰু শেষলৈকে সিহঁতৰ পৰাজয় ঘটিল।

গ্ৰীষ্মকালীন বিপুল আক্ৰমণাত্মক অভিযানৰ বাবে সৈন্যবাহিনীক প্ৰস্তুত কৰিবলৈ গৈ ছোভিয়েত জেনাৰেল সদৰ দপ্তৰে শত্ৰুৰ ক্ৰিয়া-কলাপৰ প্ৰতি বিশেষ লক্ষ্য ৰাখিছিল। আমাৰ সামৰিক চোৰাংচোৱা বিভাগে বাতৰি পাইছিল যে নাৎচীহঁতে কুৰ্স্কৰ উত্তৰ আৰু দক্ষিণত বহল পৰিসৰত আক্ৰমণ চলাবৰ যো-জা কৰিব লাগিছে। শত্ৰুৰ ওপৰত কাঢ়া নজৰ ৰখাৰ ফলত সিহঁতৰ আক্ৰমণৰ গতিমুখ বুজা আৰু তাৰ পিচত আক্ৰমণাত্মক অভিযান আৰম্ভ কৰাৰ সময় নিৰ্দ্ধাৰণ কৰাটো সম্ভৱ হৈছিল।

কুৰ্স্ক এলেকাত যুদ্ধৰ প্ৰস্তুতিকালত ছোভিয়েত চোৰাংচোৱা সংস্থাই শত্ৰুৰ পৰাজয়ত অমূল্য অৰিহণা যোগাইছিল। এপ্ৰিল মাহৰ পৰা আৰম্ভ কৰি আটাইবোৰ চোৰাংচোৱা বিভাগে নাৎচী কমাণ্ডৰ

পৰিকল্পনা জানিবৰ কাৰণে কাম কৰি আছিল। যেওঁলোকৰ মনোযোগ মূলতঃ কেন্দ্ৰীভূত হৈছিল চেণ্ট্ৰাল, ভ'ৰনেখ আৰু দক্ষিণ পশ্চিম ৰণাঙ্গনৰ এলেকাৰ ওপৰত। চীফ অব্ দ্য জেনাৰেল ষ্টাফ মাৰ্শাল ভাছিলেভস্কিৰ নিৰ্দেশমতে জেনাৰেল ষ্টাফৰ চোৰাংচোৱা বিভাগ আৰু গেৰিলা আন্দোলনৰ কেন্দ্ৰীয় সদৰ দপ্তৰৰ (চেণ্ট্ৰাল হেড কোৱাৰ্টাৰ্ছ অৱ দ্য পাৰ্টিজান মুভমেণ্ট) ওপৰত দায়িত্ব দিয়া হৈছিল শত্ৰুহঁতৰ ৰণকৌশলগত পশ্চাদ্ভাগত আৰু বিবোৰ এলেকাত পশ্চিমৰ পৰা সৈন্য কেন্দ্ৰীভূত কৰা হৈছিল সেইবোৰ ঠাইত সিহঁতৰ উপস্থিতি আৰু সংৰক্ষিত শক্তিৰ অৱস্থান নিৰ্ণয় কৰাৰ। প্ৰতিটো ৰণাঙ্গনে নিজৰ নিজৰ যুদ্ধ পৰিচালনাৰ এলেকাত নিয়মীয়া বিমান অনুসন্ধান আৰু যুদ্ধ প্ৰস্তুতিৰ অনুসন্ধান চলাই গৈছিল।

শত্ৰুৰ পশ্চাদ্ভাগৰ গভীৰত সক্ৰিয় অনুসন্ধান চলি আছিল। ১৯৪৩ চনৰ ১২ মে, অৰ্থাৎ শত্ৰুৰ আক্ৰমণাত্মক অভিযানৰ প্ৰায় দুমাহ আগতে আমাৰ চোৰাংচোৱা বিভাগে সৰ্বোচ্চ কমাণ্ডক জনাইছিল: "কুৰ্স্ক-বেলগ'ৰ'দ এলেকাত আমাৰ ৰণাঙ্গন ভেদ কৰি ওলোৱাৰ উদ্দেশ্যে জাৰ্মানহঁতে এটা অভিযানৰ প্ৰস্তুতি চলাব লাগিছে.... এই বাতৰিটো তথ্যৰ লগত মিলি গৈছে। অ'ৰেল-ব্ৰিয়ানস্ক এলেকাত জাৰ্মানহঁতে যি অভিযানৰ আঁচনি পাতিছে তাৰ সাংকেতিক নাম সম্ভৱতঃ "চিটাডেল'।"

জাৰ্মান দলিলপত্ৰ আৰু জাৰ্মান মানচিত্ৰত ১৯৪৩ চনৰ এপ্ৰিলৰ আৰম্ভণিত 'চিটাডেল' নামটো পোৱা যায়. মে মাহৰ সূচনাতে সেইটো ছোভিয়েত কমাণ্ডে জানিব পাৰে। যিবোৰ বাতৰি পোৱা গৈছিল আমাৰ চোৰাংচোৱা বিভাগৰ ৰিপৰ্টবোৰে তাৰ সম্পূৰ্ণতা আৰু যাথাৰ্থ্যৰ সাক্ষ্য দিছিল।

মে'ৰ সূচনাতে হিটলাৰৰ সভাপতিত্বত মিউনিখত উচ্চপদস্থ বিষয়ালকলৰ সন্মিলনত 'চিটাডেল' আঁচনি অনুমোদিত হৈছিল।

আমাৰ চোবাংচোৰা বিভাগে এই বাতৰি দিছিল, আৰু ৫ যে তাৰিখতে জেনাৰেল ষ্টাকে সতর্ক কৰি দি কৈছিল যে অদূৰ ভৱিষ্যতে শত্ৰুৰ আক্রমণৰ আশংকা আছে।

হিটলাৰে আক্রমণাত্মক অভিযানৰ তাৰিখ বাৰে বাৰে পিছুৱাই দিছিল, কিন্তু ছোভিয়েত চোবাংচোৰা বিভাগৰ গুচৰত সি গোপন হৈ থকা নাছিল। সর্বোচ্চ কমাণ্ডক যথাসময়ত খবৰ দিয়া হৈছিল, ২ জুলাইৰ দিনা ষ্টেভকাই বর্তমান সুবিদিত নির্দেশনামা জাৰী কৰিছিল যে শত্ৰুপক্ষই সম্ভৱতঃ ৩ বা ৬ জুলাইৰ ভিতৰত কোনো এটা সময়ত আক্রমণাত্মক অভিযান আৰম্ভ কৰিব। সম্ভাব্য শত্ৰু আক্রমণক ফেটা দিবলৈ আৰু শত্ৰুৰ উদ্দেশ্য জানিবৰ বাবে অনুসন্ধান আৰু চোবাংচোৰা কাম তীব্ৰতৰ কৰাৰ বাবে স্থল আৰু বিমান বাহিনীক প্ৰস্তুত থাকিবৰ নির্দেশ দিয়া হৈছিল।

জেনাৰেল হেড কোৱাটাৰ্ছৰ নির্দেশ আটাইবোৰ ৰণাঙ্গনে সফলভাৱে পালন কৰিছিল। যুদ্ধ সংক্রান্ত অনুসন্ধান চলাই শত্ৰুৰ অ'ৰেল আৰু বেলগ'ৰ'দ-খাৰকভ গোষ্ঠীবোৰে কেতিয়া, আনকি কেইটাত আক্রমণাত্মক অভিযান আৰম্ভ কৰিবলৈ মনস্থ কৰিছে তাক জানিব পৰা হৈছিল। ৪ জুলাই নিশা কেন্দ্ৰীয় ৰণাঙ্গনৰ ১৩-শ সেনাবাহিনীৰ ১৫-শ পদাতিক ডিভিজনৰ স্কাউটসকলে এজন জার্মানক ধৰা পেলাইছিল, তেওঁ কাদিল কৰি দিছিল যে ৫ জুলাই নিশা ৩ বজাত নাৎছী আক্রমণাত্মক অভিযান আৰম্ভ হ'ব। জাতিত শ্লভেন—এনে এজন মাইন চাফা কৰোঁতাই যে জার্মান লাইন চেৰাই বেলগ'ৰ'দ এলেকাত সোমাই গৈ আত্মসমর্পণ কৰিছিল, সিয়েও অনুৰূপ বাতৰি দিয়ে। ভ'ৰ'নেজ আৰু চেণ্ট্ৰেল ৰণাঙ্গনে এইবোৰ বাতৰিৰ সামঞ্জীকৰণ কৰিলে আৰু সিদ্ধান্ত ললে যে আক্রমণোন্মত্ত শত্ৰুৰ ওপৰত আগতীয়াকৈ পৰিকল্পিত প্ৰতি-প্ৰস্তুতি অনুযায়ী গোলাবর্ষণ কৰা হ'ব। নাৎছী কমাণ্ডৰ অপ্ৰত্যাশিতভাৱে বিজুলী বেগেৰে আঘাত হনাৰ আঁচনি এনেকৈ ব্যর্থ কৰি দিয়া হল।

নাৎছী কমাণ্ডৰ ১৯৪৩ চনৰ গ্ৰীষ্মকালীন অভিযানৰ পৰিকল্পনাবোৰ আৱিষ্কাৰৰ ফলত ছোভিয়েত কমাণ্ড যুদ্ধৰ পদ্ধতি স্থিৰ কৰাৰ জটিল কৰ্তব্যৰ সমুখীন হ'ল। দুটা পদ্ধতি আছিল। এটা হৈছে শত্ৰুৰ আক্ৰমণাত্মক অভিযান আগতীয়াকৈ অনুমান কৰি প্ৰথমে আঘাত হনা। আনটো হৈছে অলপ অপেক্ষা কৰা আৰু প্ৰথমে আক্ৰমণাত্মক অভিযান নকৰিবলৈ নাৎছী কমাণ্ডক বাধ্য কৰা, যাতে সুৰক্ষিত অৱস্থানৰ পৰা আত্মৰক্ষামূলক যুঁজ কৰি সিহঁতক ভাগৰি পৰা অৱস্থালৈ আনিব পৰা হয় আৰু ৰক্তপাত ঘটাই সিহঁতক ৰক্তহীন কৰিব পৰা হয়, আৰু তাৰ পিচত প্ৰতি আক্ৰমণ কৰি সিহঁতক ধ্বংস কৰি পেলাব পৰা হয়। ১৯৪৩ চনৰ ৮ এপ্ৰিলত ডেপুটি চুপ্ৰীম কমাণ্ডাৰ ইন-চিফ মাৰ্শ্বাল ঝুকভে সদৰ দপ্তৰলৈ পঠোৱা বিপৰ্টত অহা গ্ৰীষ্মকালীন অভিযানৰ, বিশেষকৈ কুৰ্স্ক বালজত যুঁজৰ পৰিস্থিতিৰ সবাতোকৈ সৰ্বাংগীণ মূল্যায়ন আৰু কৰণীয় কৰ্তব্য সম্বন্ধে দিহা পৰামৰ্শ আগবঢ়োৱা হৈছিল। তেখেতে কৈছিল ঃ "মোৰ মানত আমাৰ সেনা-বাহিনীৰ পক্ষে অদূৰ ভৱিষ্যতত শত্ৰুক ভেটা দিবৰ বাবে আগতীয়াকৈ এটা আক্ৰমণাত্মক অভিযান কৰা অবিবেচনা সুলভ কাম হ'ব। তাতকৈ ভাল হ'ব আমাৰ আত্মৰক্ষামূলক ব্যৱস্থাৰ সমুখত শত্ৰুক পৰিশ্ৰান্ত কৰা, সিহঁতৰ টেঙ্কবোৰ অকামিলা কৰি দিয়া, নতুন সংৰক্ষিত শক্তিবোৰক অনা আৰু এটা সামূহিক আক্ৰমণাত্মক অভিযান চলাই সিহঁতৰ প্ৰধান সৈন্য সমাবেশবোৰ খতম কৰা।[১] ১২ এপ্ৰিলৰ দিনা জেনাৰেল হেড কোৱাৰ্টাছত অনুষ্ঠিত এখন সম্মিলনত মাৰ্শ্বাল ষ্টালিন, মাৰ্শ্বাল ঝুকভ, মাৰ্শ্বাল ভাছিলেভস্কি আৰু সেনাবাহিনীৰ অধিনায়ক আন্তনভে যোগ দিয়ে, তাত নীতিগতভাৱে সিদ্ধান্ত লোৱা হয় যে কুৰ্স্কত ইচ্ছাকৃত-ভাৱে আত্মৰক্ষামূলক অৱস্থান লোৱা হ'ব। যুদ্ধকলাৰ ক্ষেত্ৰত ই সবাতোকৈ উল্লেখযোগ্য সিদ্ধান্তসমূহৰ অন্যতম।

১ জি. কে. ঝুকভ, ৰেমিনিচেন্স এণ্ড ৰিফ্লেকচন্স, মস্কো, ১৯৬৯, পৃঃ ৪৭০ (ৰুছ তাঙৰণ)

জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ ৰণনৈতিক পৰিকল্পনাত কোৱা হৈছিল যে সমস্ত প্ৰধান ৰণনৈতিক ক্ষেত্ৰৰ, বিশেষকৈ কুৰ্স্ক অভিক্ষেপ এলেকাৰ গভীৰত কেবাটাও আত্মৰক্ষামূলক লাইন গঠন কৰা হ'ব। পৰিকল্পনা কৰা হৈছিল যে শত্ৰুৱে আক্ৰমণ কৰিলে তাৰ প্ৰধান শক্তিবোৰক ক্ষতবিক্ষত কৰি ৰক্তহীন কৰি পেলোৱা হ'ব। এই আত্মৰক্ষামূলক যুঁজত প্ৰধান ভূমিকা ন্যস্ত কৰা হৈছিল চেণ্ট্ৰাল আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ ওপৰত; তাৰোপৰি ষ্টেপভূমিৰ ৰণাঙ্গনৰ ওপৰত যিটো আছিল জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ শক্তিশালী সংৰক্ষিত শক্তি আৰু ওপৰত উল্লেখ কৰি অহা ৰণাঙ্গনসমূহৰ পিচফালে কেন্দ্ৰীভূত। পৰিকল্পনা কৰা হৈছিল যে আত্মৰক্ষামূলক যুঁজত শত্ৰুক হীনবল কৰি পেলাই তাৰ পিচত কুৰ্স্কৰ যুঁজৰ দ্বিতীয় পৰ্য্যায়ত প্ৰতি-আক্ৰমণ কৰা হ'ব। এই প্ৰতি আক্ৰমণত পশ্চিম ৰণাঙ্গনৰ বাওঁ পক্ষক ব্ৰিয়ানস্ক আৰু চেণ্ট্ৰাল ৰণাঙ্গনক আৰু তাৰ পিচত ভ'ৰ'নেঝ আৰু ষ্টেপভূমিৰ ৰণাঙ্গন আৰু দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ সোঁ পক্ষক সাফল্যৰে সৈতে কামত লগোৱা হ'ব। থিৰাং কৰা হয় যে তাৰ পিচত ছোভিয়েত সৈন্যবাহিনীক দক্ষিণ আৰু পশ্চিম অভিমুখে সাধাৰণ আক্ৰমণত নিয়োগ কৰা হ'ব, যাৰ উদ্দেশ্য হ'ব নীপাৰৰ পূবত য়ুক্ৰাইনৰ পৰা আৰু কুবানৰ পৰা শত্ৰুক খেদি পঠোৱা আৰু বিয়েলোৰুছিয়া মুক্ত কৰা। প্ৰধান আঘাত হনা হ'ব খাৰকভ প'লতোভা আৰু কিয়েভৰ অভিমুখে।

ৰণনৈতিক উদ্যোগ গ্ৰহণ কৰি ছোভিয়েত সৰ্বোচ্চ কমাণ্ডে স্বাভাৱিকতে শত্ৰুৰ আক্ৰমণাত্মক অভিযান চলোৱালৈ নিষ্ক্ৰিয়ভাৱে বাট চাই থাকিব নোৱাৰিলেহেঁতেন। গতিকে জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সেই সম্মিলনত আৰু এটা বিকল্প ৰূপৰেখাও ৰচনা কৰা হৈছিল; সেয়া হৈছে যদি জাৰ্মানসকলে অদূৰ ভৱিষ্যতত আক্ৰমণ নকৰে, বা আক্ৰমণাত্মক অভিযান অনিৰ্দিষ্ট কালৰ বাবে পিছুৱাই দিয়ে তেন্তে ক্ষেত্ৰত ছোভিয়েতবাহিনী আক্ৰমণাত্মক অভিযানত অৱতীৰ্ণ হ'ব।

এপ্ৰিলৰ মাজ ভাগত ছোভিয়েত ৰণাঙ্গনৰ ৰবমুৰীয়াসকলে আৰু সৈন্যসকলে আত্মৰক্ষামূলক যুঁজৰ বাবে নিবিড়ভাৱে প্ৰস্তুত হবলৈ ধৰিলে। মে' মাহৰ ঘটনাৱলীয়ে প্ৰমাণ কৰিলে যে আত্মৰক্ষামূলক অৱস্থান গ্ৰহণৰ সিদ্ধান্ত আছিল সঠিক। চোবাংচোৱা বিভাগে প্ৰতিদিনে বাতৰি দি আছিল যে শত্ৰুপক্ষই বৃহৎ আকাৰৰ আক্ৰমণাত্মক অভিযানৰ বাবে প্ৰস্তুতি চলাব লাগিছে সিহঁতৰ অধিকাংশ বাহিনী আৰু ৰণসামগ্ৰী অ'ৰেল, ক্ৰোমি, ব্ৰিয়ানস্ক, খাৰকভ আৰু প'লতোভা এলাকালৈ স্থানান্তৰিত কৰা হব লাগিছে। নাৎসীহঁতে এটা আক্ৰমণকাৰী সৈন্যদল গঢ়ি তুলিব লাগিছে।

কুৰ্স্ক অভিক্ষেপত নিয়ামক যুঁজ যেতিয়া আৰম্ভ হল সেই সময়ৰ ভিতৰতে ৰাষ্ট্ৰীয় আত্মৰক্ষা কমিটি, জেনাৰেল ষ্টাফৰ ৰণাঙ্গনসমূহৰ সামৰিক পৰিষদে সাধাৰণভাৱে গ্ৰীষ্মকালীন আৰু হেমন্তকালীন অভিযানৰ বাবে আৰু বিশেষকৈ কুৰ্স্কৰ যুঁজৰ প্ৰস্তুতিৰ ক্ষেত্ৰত কেবাটাও কাম সমাধা কৰি থৈছিল। আমি তাৰ ভিতৰত মাথো আটাইতকৈ গুৰুত্বপূৰ্ণ বিষয়বোৰ লৈ আলোচনা কৰিম।

ইচ্ছাকৃত আত্মৰক্ষামূলক অৱস্থানৰ সিদ্ধান্ত অনুযায়ী কাম কৰি ৰণাঙ্গনসমূহৰ সদৰ দপ্তৰ আৰু সৈন্যসকলে এপ্ৰিলৰ দ্বিতীয়াৰ্দ্ধত গভীৰভাৱে পৰিব্যাপ্ত, দুৰ্ভেদ্য টেঙ্ক প্ৰতিৰোধী, পদাতিক প্ৰতিৰোধী আৰু বিমান প্ৰতিৰোধী আত্মৰক্ষা ব্যৱস্থা গঢ়ি তোলাৰ বিৰাট কাম আৰম্ভ কৰিছিল।

চেণ্ট্ৰাল আৰু ভ'ৰোনেঝ ৰণাঙ্গনৰ বাহিনীবোৰে ব্যাপকভাৱে গোলাবৰ্ষণ ব্যৱস্থা (প্ৰধানতঃ টেঙ্ক প্ৰতিৰোধী) আৰু শক্তিশালী আত্মৰক্ষা ব্যৱস্থাকে ধৰি তিনিটা প্ৰতিৰক্ষা লাইন গঢ়ি তুলিছিল। ৰণাঙ্গন এলেকাৰ গভীৰত আৰু তিনিটা লাইন আছিল। এইদৰে সংগঠিত কৰা ভূমিৰ গভীৰতা ২৫০ কিলোমিটাৰ চেৰাই গৈছিল। ষ্টেপভূমিৰ ৰণাঙ্গনৰ সৈন্যসকলে খ্‌ৰেন নৈৰ পাৰেদি আৰু তাৰ দক্ষিণত

এটা আত্মৰক্ষা লাইন গঢ়িছিল আৰু দন নৈৰ বাওঁ পাৰত এটা ৰাষ্ট্ৰীয় আত্মৰক্ষা লাইন গঢ়ি তোলা হৈছিল।

কুৰ্স্ক যুঁজৰ প্ৰস্তুতি চলাবলৈ গৈ চোভিয়েত সৰ্বোচ্চ কমাণ্ডে বাহিনী শক্তিৰ সংস্থান আৰু ৰণনৈতিক সংৰক্ষিত শক্তিসমূহৰ প্ৰশিক্ষণ আৰু নিয়োগৰ ওপৰত বিশেষ জোৰ দিছিল। চেণ্ট্ৰাল, ভ'ৰ'নেৰ আৰু ষ্টেপভূমি—এই তিনিটা ৰণাঙ্গনত সৈন্যসংখ্যাৰ লগত নতুন ৬৮৩,০০০ সৈন্যৰ সংযোজন কৰা হৈছিল, সংযোজিত হৈছিল ১০,০০০ কামান আৰু মৰ্টাৰ, প্ৰায় ৩০০০ টেঙ্ক আৰু স্বয়ংচালিত কামান আৰু ১৯০০ বিমান। চেণ্ট্ৰাল আৰু ভ'ৰ'নেঝ ৰণাঙ্গনত সৰ্বমুঠ প্ৰায় ১৩ লাখ সৈন্য, ২০,০০০ ফিল্ড গান আৰু মৰ্টাৰ, ৩৫০০ বা অধিক টেঙ্ক আৰু স্বয়ংচালিত কামান আৰু ২৯৫০ খন বিমান ( সপ্তদশ এয়াৰ আৰ্মি সহ ) আছিল। উপৰিও সেইবোৰৰ পিচত বিৰাট ৰণনৈতিক সংৰক্ষিত শক্তি আছিল।

মহান দেশপ্ৰেমিক যুদ্ধৰ সময়ত চোভিয়েতৰ কালৰ পৰা হোৱা আক্ৰমণাত্মক অভিযানবোৰৰ দৰে এইবেলি জেনাৰেল হেড কোয়াৰ্টাৰ্ছৰ সংৰক্ষিত শক্তি বেলেগ বেলেগ ডিভিজন, ক'ৰ অথবা বাহিনী লৈ গঠিত হোৱা নাছিল, গঠিত হৈছিল সামৰিক গোষ্ঠী বা টাস্ক ফৰ্চেৰে। ১ এপ্ৰিলত জেনাৰেল হেড কোয়াৰ্টাৰ্ছৰ হাতত সংৰক্ষিত আছিল আঠোটা ফিল্ড আৰ্মি ( ২৪ তম, ৪৬ তম, ৫৩ তম, ৬৬ তম, ৬ষ্ঠ গাৰ্ডছ, ২য় আৰু ৩য় ফিল্ড আৰ্মি, আৰু দুটা টেঙ্ক বাহিনী ( ১ম টেঙ্ক আৰু ৫ম গাৰ্ডছ টেঙ্ক বাহিনী ) আছিল।

১৯৪৩ চনৰ এপ্ৰিলৰ আৰম্ভণিত এইবোৰ ফৌজৰ অধিকাংশক ষ্টেপভূমি ৰণাঙ্গনৰ[1] অংগীভূত কৰা হৈছিল। এই ৰণাঙ্গনটো

১ ১৯৪৩ চনৰ ১৩ মাৰ্চ 'বিজাৰ্ভ' ৰণাঙ্গন নামকৰণ কৰি ষ্টেপভূমিৰ ৰণাঙ্গন প্ৰতিষ্ঠা কৰা হৈছিল। ১৫ এপ্ৰিলত ইয়াৰ নাম সলনি কৰি ৰখা হৈছিল ষ্টেপভূমিৰ মিলিটাৰি ডিষ্ট্ৰিক্ট, তাৰ পিচত আকৌ ১০ জুলাইত তাৰ নামকৰণ কৰা হৈছিল ষ্টেপভূমি ৰণাঙ্গন।

পৰিচালনাৰ সন্মান মোক দিয়া হৈছিল। এই গঠন স্থায়ী নাছিল, প্ৰতিটো নতুন গোটৰ আগমনৰ লগে লগে গঠন সলনি কৰা হৈছিল। জুলাইৰ আৰম্ভণিত এইটো গঠিত হৈছিল ২৭তম আৰ্মি (কমাণ্ডাৰ জেনাৰেল এছ জি ত্ৰফিমেংকো), ৪৭তম আৰ্মি (কমাণ্ডাৰ জেনাৰেল এ আই ৰিজভ), ৫৩তম আৰ্মি (কমাণ্ডাৰ জেনাৰেল আই এম মানাগৰভ), ৫ম গাৰ্ডছ আৰ্মি, আগৰ ৬৬তম (কমাণ্ডাৰ জেনাৰেল পি. এ ৰ'তমিস্ত্ৰভ), ৫ম এয়াৰ আৰ্মি (কমাণ্ডাৰ জেনাৰেল এছ কে. গ'ৰিয়ুনভ), ৩য় গাৰ্ডছ, ৪ৰ্থ গাৰ্ডছ আৰু ১০ম টেঙ্ক ক'ৰ, ১ম, ২য় আৰু ৩য় (গাৰ্ডছ) মেকানাইজড ক'ৰ আৰু ৩য়, ৫ম আৰু ৭ম গাৰ্ডছ কেভালৰি ক'ৰ লৈ।

ষ্টেপভূমি ৰণাঙ্গনত সৈন্যবিন্যাসৰ প্ৰতি বিশেষ দৃষ্টি দিয়া হৈছিল। চুপ্ৰীম কমাণ্ডাৰ ইন-চিফ ষ্টালিন নিজে এই বিষয়টোৰ দায়িত্ব লয়। ৰণাঙ্গনৰ কমাণ্ড আৰু বাহিনীবোৰ কুৰ্স্ক ভ'ৰ'নেঝ লাইনৰ উত্তৰ বা দক্ষিণত ক'ত মোতায়েন কৰা হলে সবাতোকৈ ভাল হব সেই বিষয়ে তেওঁ অনুশীলন কৰে। প্ৰথমছোৱাত জেনাৰেল হেড কোৱাৰ্টাৰ্ছ আৰু জেনাৰেল ষ্টাফে ষ্টেপভূমি ৰণাঙ্গনক আত্মৰক্ষাৰ কামত নিয়োগ কৰিবলৈ বিচৰা নাছিল, এই ৰণাঙ্গনৰ মুখ্য উদ্দেশ্য আছিল প্ৰতি-আক্ৰমণ কৰা। অৱশেষত চুপ্ৰীম কমাণ্ডাৰ ইন-চিফে নিৰ্দেশ দিছিল যে এই ৰণাঙ্গনৰ বাহিনীবোৰক সোঁমাজত, চেণ্ট্ৰাল আৰু ভ'ৰ'নেঝ পিচফালে নিয়োগ কৰা হওক। জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ মোৰ লগত হোৱা আলোচনাৰ সময়ত ষ্টালিনে জোৰ দি কৈছিল যে ইয়াৰ অৰ্থ হৈছে দৰকাৰ হলে ষ্টেপভূমি ৰণাঙ্গনৰ সৈন্যসকলকো আত্মৰক্ষামূলক উদ্দেশ্যে ব্যৱহাৰ কৰা যাব।

আত্মৰক্ষাৰ হকে প্ৰস্তুতি চলাই থাকোতে আমি দুয়ো ফালে প্ৰতি আক্ৰমণৰ পৰিকল্পনা ৰচনা কৰিছিলো—মালোৰাখাং গেলস্ক-কুৰ্স্ক আৰু অ'ৰ'য়ান-বেলগ'ৰ'দ। সবাতোকৈ গুৰুত্বপূৰ্ণ কথা হৈছে

ষ্টেপভূমি ৰণাঙ্গন প্ৰতিষ্ঠা কৰা হৈছিল আক্ৰমণাত্মক অভিযানৰ লক্ষ্যপূৰণৰ উদ্দেশ্যে। বেলগ'ৰ'দ-খাৰকভ অভিমুখে প্ৰতি-আক্ৰমণৰ প্ৰধান শক্তি হিচাবে এই ৰণাঙ্গনকে গণ্য কৰা হৈছিল।

ৰণনৈতিক সংৰক্ষিত শক্তিক ষ্টেপভূমি ৰণাঙ্গনৰ অন্তৰ্ভুক্ত কৰাৰ সম্পৰ্কত জেনাৰেল হেড কোৱাৰ্টাৰ্ছে লোৱা সিদ্ধান্তটো আছিল নিঃসন্দেহে ছোভিয়েত যুদ্ধকলাৰ বিকাশৰ এক মাইলখুঁটা। যুদ্ধৰ বুৰঞ্জীত এই পোনপ্ৰথম এনে পৰা ক্ৰান্ত ৰণনৈতিক সংৰক্ষিত শক্তি গঠন কৰা হল আৰু তাক এটা একক ৰণাঙ্গন কমাণ্ডৰ অধীনলৈ দিয়া হল।

এই কথা কব লাগিব যে কুৰ্স্কৰ যুঁজৰ আগতে ৰণনৈতিক সংৰক্ষিত শক্তিৰ বিন্যাস মাথোঁ দক্ষিণ-পশ্চিম অংশতে সীমাবদ্ধ নাছিল। ৰণাঙ্গনবোৰ যেতিয়া প্ৰতি-আক্ৰমণত অৱতীৰ্ণ হৈছিল তেতিয়া সিবোৰৰ ক্ষমতা বৃদ্ধিৰ বাবে পশ্চিম আৰু ব্ৰিয়ানস্ক ৰণাঙ্গনৰ পাচফালে প্ৰবল শক্তি গঢ়ি তোলা হৈছিল।

আগৰ অভিযানবোৰৰ সময়ত দেখা দৰে নাৎছী হাই কমাণ্ডে ৰণনৈতিক সংৰক্ষিত শক্তিৰ গুৰুত্বক চুটিকৈ দেখিছিল। সিহঁতৰ আক্ৰমণকাৰী গোষ্ঠীবোৰৰ পেনৎছাৰ ডিভিশনবোৰে অৱস্থা অনুযায়ী তৎপৰতাৰ সৈতে ব্যৱস্থা লোৱাৰ নৈপুণ্যৰ ওপৰত নিৰ্ভৰ কৰি নাৎছী হাই কমাণ্ডে প্ৰবল আঘাত হানিবৰ উদ্দেশ্যে পৰ্য্যায়ক্ৰমে বিস্তৃত একেটা পৰিসৰতে সৈন্যসকলক কেন্দ্ৰীভূত কৰিছিল। প্ৰথম আঘাতৰ ওপৰত প্ৰধান প্ৰয়াসৰ কেন্দ্ৰীভৱনে বাহিনীবোৰৰ এটা একক পৰিসৰত পৰ্য্যায়ক্ৰমে বিন্যাসক উৎসাহিত কৰিছিল। পিচে কুৰ্স্ক বালজৰ যুঁজত এই বিন্যাসে গভীৰলৈ বিন্যস্ত ছোভিয়েত আত্মৰক্ষা ব্যৱস্থাৰ ওপৰত আক্ৰমণৰ ক্ষেত্ৰত শত্ৰুলৈ কোনো সাফল্য কঢ়িয়াই আনিব পৰা নাছিল।

আগন্তুক সংঘৰ্ষত য'ৰ পৰা প্ৰধান আঘাত অহাৰ আশংকা আছিল সেই অংশত আমাৰ ৰণনৈতিক সংৰক্ষিত শক্তি কেন্দ্ৰীভূত কৰি

জেনাবেল হেড কোৱাৰ্টাৰে কুৰ্স্ক'ৰ যুঁজৰ সমগ্ৰ গতিপথৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰাৰ সম্ভাৱনা অৰ্জন কৰে।

কুৰ্স্ক যুঁজৰ যি প্ৰস্তুতি ছোভিয়েত কমাণ্ডে লৈছিল তাৰ ভিতৰত অতীৱ গুৰুত্বপূৰ্ণ উপাদানটো আছিল বিমান যুঁজত প্ৰাধান্য অৰ্জনৰ সংগ্ৰাম। ১৯৪৩ চনৰ গ্ৰীষ্মৰ ভিতৰত ছোভিয়েত বাহিনী যথেষ্ট শক্তিশালী হৈ উঠিছিল আৰু ই কুৰ্স্কৰ যুঁজত বিমান যুদ্ধত প্ৰাধান্য বিস্তাৰ কৰিছিল।

বসন্তকালত ৰণাঙ্গনত যি তুলনামূলক নিস্তেজ ভাব চলি আছিল তাৰ ফলত সৈন্যসকলক খুব ভালকৈ ৰণ-প্ৰশিক্ষণ দিয়া সম্ভৱ হৈছিল আৰু তেওঁলোকক ৰাজনৈতিক পটভূমিকা ভালকৈ বুজোৱাটো সম্ভৱ হৈছিল। মস্কো আৰু ষ্টালিনগ্ৰাদৰ যুঁজত যি অভিজ্ঞতা অৰ্জিত হৈছিল তাক আত্মস্থ কৰাৰ ওপৰত মনোযোগ কেন্দ্ৰীভূত কৰা হৈছিল। সৈন্যসকলক আত্মৰক্ষামূলক আৰু আক্ৰমণাত্মক দুয়ো ধৰণৰ অভিযানৰ বাবে প্ৰশিক্ষণ দিয়া হৈছিল। জয় সম্বন্ধে আত্মবিশ্বাস আৰু ৰণাঙ্গনত আৰু পশ্চাৎভাগত বিভিন্ন সাফল্যই আমাৰ মনোবল বহুগুণ বৃদ্ধি কৰিছিল।

সৈন্য আৰু আন আন কৰ্মীসকলক যুদ্ধ প্ৰশিক্ষণদানৰ লগে লগে আৰু যুদ্ধত অভীষ্ট লক্ষ্য অৰ্জনৰ নিমিত্তে যি প্ৰশিক্ষণদান প্ৰয়োজন তাৰ প্ৰতি যথাযথ লক্ষ্য ৰাখি পাৰ্টি সংগঠনসমূহে তেওঁলোকৰ মাজত এক বিৰাট ৰাজনৈতিক কাম কৰিছিল। প্ৰশিক্ষণৰ বা সৈনিক জীৱনৰ এনে এটা দিশো নাছিল যি সৈন্যাধ্যক্ষসকলৰ, ৰাজনৈতিক সংস্থাসমূহৰ দৃষ্টি এৰাই গৈছিল। তেওঁলোকৰ সক্ৰিয় আৰু বহুমুখী কাৰ্য্যকলাপে ছোভিয়েত সৈন্যসকলৰ মাজত অদম্য নৈতিক বল সঞ্চাৰিত কৰিছিল আৰু তেওঁলোকৰ সংগ্ৰামী মনোভাৱ বৃদ্ধি কৰিছিল।

আত্মৰক্ষামূলক যুদ্ধৰ আৰম্ভণিত চেণ্ট্ৰাল আৰু ভ'ৰনেঝ ৰণাঙ্গনৰ বাহিনীবোৰে সৈন্যবলত ১'২ গুণ প্ৰাধান্য, ৰণাঙ্গনৰ কামান আৰু মৰ্টাৰৰ ক্ষেত্ৰত প্ৰায় দুগুণ, টেংক আৰু স্বয়ংচালিত কামানৰ

কালৰ পৰা ১'২ গুণ আৰু বিমানৰ কালৰ পৰা ১'৩ গুণ প্ৰাধান্য অৰ্জন কৰিছিল।

শত্ৰুৰ আক্ৰমণাত্মক অভিযানৰ মোকাবিলাৰ বাবে আৰু পৰৱৰ্তী প্ৰতি-আক্ৰমণৰ হকে প্ৰস্তুতিত জেনাৰেল হেড কোৱাৰ্টাৰ'ৰ সদস্য মাৰ্শাল বুকভ আৰু মাৰ্শাল ভাছিলেভস্কিৰ প্ৰত্যক্ষ তত্ত্বাৱধানত ৰণাঙ্গনসমূহৰ কামকাজৰ মাজত সমন্বয় সধা হৈছিল।

৫ জুলাইৰ দিনা শত্ৰুৱে অভিক্ষেপৰ উত্তৰ কালে (৫০ কিলোমিটাৰ ৰণাঙ্গন জুৰি আৰু দক্ষিণ কালে (৮০ কিলোমিটাৰ ৰণাঙ্গন জুৰি) আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিছিল। ছোভিয়েত কমাণ্ডে আগেয়েই ভবা মতে শত্ৰুপক্ষৰ গুৰুতৰ ক্ষয়ক্ষতি হৈছিল আৰু সোনকালেই সিহঁতক বোধ কৰা হল। ১০ জুলাইৰ ভিতৰত চেণ্ট্ৰাল ৰণাঙ্গনৰ জেনাৰেল ৰ'ক ছভস্কিৰ নেতৃত্বত থকা অংশত কুৰ্স্ক অভিক্ষেপৰ উত্তৰ কালে নাৎছী আক্ৰমণাত্মক অভিযান ব্যৰ্থ হল। প্ৰবল চেষ্টা আৰু সাংঘাতিক ক্ষয়ক্ষতিৰ বিনিময়ত শত্ৰুপক্ষ মাথো ১২ কিলোমিটাৰ পৰ্য্যন্ত আগুৱাব পাৰিছিল। আক্ৰমণাত্মক অভিযানৰ প্ৰথম ছ দিনত (৫ আৰু ৬ জুলাই) শত্ৰুপক্ষৰ ২৫০০০ বিষয়া আৰু সৈন্য হতাহত হল, সিহঁতে প্ৰায় ২০০ টেঙ্ক আৰু আক্ৰমণকাৰী কামান হেৰুৱালে, ২০০ বো বেছি বিমান হেৰুৱালে আৰু বহুত আগ্নেয়াস্ত্ৰ আৰু অন্যান্য ৰণসামগ্ৰী হেৰুৱালে। শত্ৰুপক্ষৰ অ'ৰেল গোষ্ঠীৰ প্ৰধান আঘাত সহ্য কৰিবলগীয়া হোৱা জেনাৰেল এন পি. পুখভৰ নেতৃত্বাধীন ১৩ তম আৰ্মিৰ সৈন্যসকলে আৰু দূৰপ্ৰাচ্য ট্ৰান্স-বৈকাল অঞ্চল আৰু মধ্য এচিয়াৰ সীমান্তৰক্ষী-সকলক লৈ গঠিত হোৱা জেনাৰেল আই. ভি. গালানিনৰ ৭০তম আৰ্মিৰ সৈন্যসকলে বিপুল সাহস আৰু শৌৰ্য্যৰ চিনাকি দিছিল। শত্ৰুৰ সৈতে হোৱা যুঁজত যান যিসকলে গণবীৰত্ব প্ৰদৰ্শন কৰিছিল সেই সকল হৈছে কৰ্ণেল ভি, এন ৰানৰুগাৱাৰৰ সেনাপতিত্বত ১৫শ পদাতিক ডিভিজনৰ সৈন্যসকলে, জেনাৰেল এ, বি, বাৰিনভৰ

সেনাপতিত্বত ৮১তম পদাতিক ডিভিশনৰ সৈন্যসকলে, জেনাৰেল এম্ এ. স্নেনছিনৰ নেতৃত্বত ৩০৭ তম পদাতিক ডিভিশনৰ সৈন্যসকলে, জেনাৰেল এ. জি ৰদিনৰ নেতৃত্বত ২য় টেঙ্ক আৰ্মি আৰু কৰ্নেল এম. এফ. আয়োফৰ ১ম ইঞ্জিনিয়াৰিং ব্ৰিগেডৰ ছেপাৰসকলে।

জেনাৰেল এন. এফ ভাতুতিনৰ সেনাপতিত্বত ভ ৰ'নেঝ ৰণাঙ্গনে যি খণ্ডটো ৰক্ষা কৰি আছিল সেই খণ্ডত দক্ষিণ ফালৰ পৰা কুৰ্স্ক ভাঙি উলিয়াই আহিবৰ উদ্দেশ্যে শত্ৰুৰ আৰ্মি গ্ৰুপ ছাউথৰ আক্ৰমণাত্মক অভিযান ব্যৰ্থতাত পৰ্য্যবসিত হল। সেই ঠাইৰ আত্মৰক্ষা লাইনবোৰ ৬ষ্ঠ গাৰ্ডছ আৰ্মিৰ (সেনাপতি জেনাৰেল আই. এম. চিছতিয়াকভ) সৈন্য-সকলে, ৭ম গাৰ্ডছ আৰ্মিৰ (জেনাৰেল এম এছ ছুমিলভ) সৈন্যসকলে আৰু জেনাৰেল এম. য়াই কাতুকভৰ নেতৃত্বত থকা ১ম টেঙ্ক আৰ্মিৰ সৈন্যসকলে দৃঢ়ভাৱে খামুচি ধৰি আছিল। সাহস আৰু শৌৰ্য্য প্ৰদৰ্শন কৰিছিল ই. এম. নেক্ৰাছভৰ সেনাপতিত্বত ৫২ তম গাৰ্ডছ পদাতিক ডিভিৰ্শনৰ সৈন্যসকলে, কৰ্নেল এ. আই বাকছভৰ নেতৃত্বত ৬৭তম গাৰ্ডছ পদাতিক ডিভিশনৰ সৈন্যসকলে আৰু জেনাৰেল এ এছ বুৰদেইনি আৰু জেনাৰেল এ. জি. ক্ৰাভছেঙ্কোৰ সেনাপতিত্বত ২য় আৰু ৫ম গাৰ্ডছ টেঙ্ক কৰ্‌ৰ আৰু কৰ্নেল এন ভি খেভেলৰ সেনাপতিত্বত ২৭তম এন্টি টেঙ্ক আৰ্টিলাৰি ব্ৰিগেডে। ১১ জুলাইৰ দিনা দিনৰ শেষত বিপুল ক্ষয়ক্ষতিৰ বিনিময়ত শত্ৰুহঁত ৩৫ কিলোমিটাৰ আগুৱাবলৈ আৰু প্ৰ'খ'ৰ'ভকা গৈ পাবলৈ সক্ষম হৈছিল। ১৪ জুলাইৰ দিনা বাতিপুৱা স্তেপভূমি ৰণাঙ্গনৰ সৈন্যসকলৰ সহায়তাত ভ ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকলে সেই এলেকাত এক প্ৰবল প্ৰতি আক্ৰমণ আৰম্ভ কৰিলে। স্তেপভূমি ৰণাঙ্গনৰ পৰা অহা ৫ম গাৰ্ডছ টেঙ্ক আৰ্মি আৰু ৫ম গাৰ্ডছ আৰ্মিয়ে প্ৰধান ভূমিকা ললে। এই প্ৰতি আক্ৰমণত দুটা বিমান বাহিনীয়ে সাহায্য কৰিছিল। প্ৰ'খ'ৰ'ভকা এলেকাত হোৱা

টেংক খুঁজাৰ আছিল দ্বিতীয় বিশ্বযুদ্ধৰ বৃহত্তম টেংক যুদ্ধ, ইয়াত ১২০০ চোভিয়েত আৰু আৰু জাৰ্মান টেংক নিয়োজিত হৈছিল।

এই সংঘৰ্ষত চোভিয়েত সৈন্যসকলে জয়লাভ কৰিলে। শত্ৰুক প্ৰতিহত কৰা হল আৰু ২৯ জুলাইৰ ভিতৰত ভ'ৰ'নেঝ ৰণাংগনৰ সৈন্য-সকলে আৰু ষ্টেপভূমি ৰণাংগনৰ গোটবোৰে শত্ৰু পোনতে যি লাইনত আছিল সেই লাইনলৈ সিহঁতক খেদি পঠিয়ালে। ষ্টেপভূমি ৰণাংগন ইতিমধ্যে যুঁজত অৱতীৰ্ণ হৈছিল।

কুৰ্স্কৰ কাষলৈ খেদি যোৱা শত্ৰুৰ আক্ৰমণকাৰী সৈন্য সমাহাৰবোৰে মাথো এসপ্তাহৰ ভিতৰত সিহঁতৰ আক্ৰমণ ক্ষমতা নিঃশেষ কৰি পেলাইছিল। চিটাডেল পৰিকল্পনা ব্যৰ্থ হল।

পশ্চিম ফালৰ ৰণাংগনৰ বাওঁ পক্ষ আৰু ব্ৰিয়ানস্ক আৰু চেণ্ট্ৰেল ৰণাংগনে শত্ৰুৰ অ'ৰেলত থকা সৈন্য সমাহাৰৰ বিৰুদ্ধে প্ৰতি-আক্ৰমণ আৰম্ভ কৰিলত আত্মৰক্ষামূলক যুঁজে চৰম পৰ্য্যায় পাইছিলগৈ।

ভ'ৰ'নেঝ আৰু ষ্টেপভূমিৰ ৰণাংগনৰ সৈন্যসকলে ৩ আগষ্টত খাৰকভ অভিমুখে প্ৰতি আক্ৰমণ চলালে। এবেকৈ পাঁচোটা ৰণাংগনৰ সৈন্যসকলে ছয়টা বিমান বাহিনীৰ, দূৰপাল্লাৰ বিমান আৰু বিমান প্ৰতিৰক্ষা ফৌজৰ গোটবোৰৰ সহযোগিতাত "কুতুজভ" আৰু "ৰুমিয়ান্তচেভ" নামাঙ্কিত অ'ৰেল আৰু বেলগ'ৰ'দ-খাৰকভ ৰণনৈতিক অভিযান সম্পাদন কৰিলে। চোভিয়েত প্ৰতি-আক্ৰমণে ঝিজ্‌দ্ৰাৰ পৰা চুগুয়েভলৈকে ৬০০ কিলোমিটাৰতো অধিক এলেকালৈ বিস্তৃত হয়। ৫ আগষ্ট শত্ৰুৰ প্ৰতিৰক্ষা ব্যূহ ভেদ কৰি চোভিয়েত সৈন্যসকলে অ'ৰেল আৰু বেলগ ৰ'দ মুক্ত কৰিলে।

অ'ৰেল বেলগ ৰ'দ মুক্তি উপলক্ষ্যে ১৯৪৩ চনৰ ৫ আগষ্টৰ দিনা গৌৰৱমণ্ডিত চোভিয়েত সশস্ত্ৰ ফৌজৰ সম্মানত মস্কোৱে সেই পোন-প্ৰথম কামানৰ পৰা তোপধ্বনি কৰি অভিনন্দন জনালে। তেতিয়াৰ পৰাই ই প্ৰথাত পৰিণত হৈছে।

বেলগ'ৰ'ৰ মুক্তিৰ পাচত স্তেপভূমিৰ ৰণাঙ্গনৰ সৈন্যসকল খাৰকভৰ পিনে আগুৱাই গল। ১৮ দিন জুৰি প্ৰতি-আক্ৰমণ চলিছিল। চহৰৰ প্ৰৱেশমুখত শক্ৰইঁতে শক্তিশালী প্ৰতিৰক্ষা গঢ়ি তুলিছিল কোনো ঠাইত ৰিইনফ'ৰ্চড কংক্ৰিট পিল-বক্সেৰে, কোনো ঠাইত আকৌ মাটিৰ তলত টেঙ্ক পুতি বা আন কোনো প্ৰতিবন্ধকেৰে চহৰ জুৰি বিয়পি থকা বহুত প্ৰবল প্ৰতিৰক্ষা-বিন্দু গঢ়ি তোলাৰ জৰিয়তে। চহৰখনো পৰিসীমা প্ৰতিৰক্ষাৰ বাবে সাজু আছিল। নাৎছী হাই কমাণ্ডে বাছকবনীয়া পেনৎস্বাৰ ডিভিশন আনিছিল। হিটলাৰে যিকোনো মূল্যত খাৰকভ খামোচ মাৰি ধৰিবলৈ মানষ্টাইনক হুকুম দিছিল আৰু ছোভিয়েত ফৌজে খাৰকভ দখল কৰিলে যে দনবাস হেৰুৱাৰ লগা হ'ব তাৰ ওপৰতো জোৰ দিছিল।

কিন্তু সৈন্য পুনৰ্বিন্যাসে পৰিস্থিতি চম্ভালিব নোৱাৰিলে। তমোময় যুদ্ধৰ ফলত শক্ৰইঁতে ২৩ আগষ্টৰ ভিতৰত নিজক সম্পূৰ্ণৰূপে পৰিবেষ্টিত হৈ পৰা দেখিলে। শক্ৰৰ হাতত থাকিল কেৱল খাৰকভৰ পৰা মেৰেফা আৰু ক্ৰাছনোগ্ৰাদলৈকে এটা ৰেলপথ আৰু মটৰ পথ। কিন্তু সেই দুটাৰ ওপৰত আকৌ আমাৰ বিমান বাহিনীয়ে খুব তলেদি সমানে বোমাবৰ্ষণ কৰি আছিল।

২৩ আগষ্টত পুৱা ১১ বজাৰ ভিতৰত ভ'ৰ'নেঝ ৰণাঙ্গন আৰু দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ গোটবোৰৰ সাহায্যত স্তেপভূমিৰ ৰণাঙ্গন সৈন্যসকলে খাৰকভ সম্পূৰ্ণ মুক্ত কৰিলে। যিবোৰ শত্ৰুসৈন্য সমাহাৰে চহৰখন ৰক্ষা কৰি আছিল তাৰ কিছু ধ্বংস হল আৰু কিছু পিচ হোঁহকি গল। খাৰকভ দখলে কুৰ্স্ক বালজৰ সুদিশাল যুদ্ধক জয়মুকুটেৰে অভিষিক্ত কৰিলে।

মস্কোৱে আকৌ ২২৪টা কামানৰ পৰা তোপধ্বনি কৰি ছোভিয়েত ফৌজক অভিবাদন জনালে, এইবাৰৰ অভিবাদন খাৰকভ মুক্ত কৰাৰ কাৰণে।

জুলাইৰ দ্বিতীয়াৰ্দ্ধৰ পৰা কুৰ্স্কত প্ৰতি-আক্ৰমণ দক্ষিণ-পশ্চিম আৰু পশ্চিম ৰণনৈতিক ক্ষেত্ৰবোৰ জুৰি সাধাৰণ প্ৰতি-আক্ৰমণত পৰিণত হ'ল। পৰৱৰ্ত্তী মাহবোৰত এই আক্ৰমণে আৰু ব্যাপক আকাৰ ধাৰণ কৰিলে আৰু ভেলেকিয়ে লুকিৰ পৰা আজভ সাগৰলৈকে নাৎছী ৰণাঙ্গনৰ পতন ঘটালে।

এই প্ৰতি-আক্ৰমণতে টেঙ্ক বাহিনী প্ৰথম ব্যৱহৃত হ'ল। স্থল-বাহিনীবোৰক সক্ৰিয় সাহায্য দিছিল ১ম, ২য়, ৫ম, ১৫-শ, ১৬শ আৰু ১৭শ এয়াৰ আৰ্মি, দূৰ পাল্লাৰ বিমান পৰিবহন আৰু বিমান প্ৰতিৰক্ষা বাহিনীবোৰে।

কুৰ্স্কৰ ঐতিহাসিক যুদ্ধ মহান দেশপ্ৰেমিক যুদ্ধৰ আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু নিয়ামক ঘটনাৱলীৰ অন্যতম। এই যুদ্ধৰ গতিপথত ছোভিয়েত সেনাবাহিনীয়ে ৭টা পেনৎছোৰ ডিভিশ্বনকে ধৰি ৩০টা শত্ৰু ডিভিশ্বন মৰিমূৰ কৰিছিল। এই ডিভিশ্বনবোৰে সিহঁতৰ কাৰ্য্যকৰ শক্তিৰ ৫০ৰ পৰা ৭৫ শতাংশ হেৰুৱাইছিল। জাৰ্মানহঁতে হেৰুৱাইছিল ৫ লাখ সৈন্য, প্ৰায় ১৫০০ টেঙ্ক, ৩০০০ আগ্নেয়াস্ত্ৰ, আৰু ৩৭০০ বো অধিক বিমান।

এনেকৈ ৰণনৈতিক উদ্যোগ পুনৰ কৰায়ত্ত কৰাৰ বাবে নাৎছী কমাণ্ডৰ শেষ প্ৰচেষ্টা ব্যৰ্থ হ'ল।

কুৰ্স্কৰ যুদ্ধই ছোভিয়েত যুদ্ধকলা আৰু সামৰিক বিজ্ঞানৰ বিকাশলৈ বিৰাট অৱদান যোগাইছিল। এই প্ৰশ্নটো এই কিতাপৰ বিভিন্ন প্ৰবন্ধত আলোচিত হৈছে। মই বিশেষকৈ ৰণনৈতিক সংৰক্ষিত শক্তিৰ কামকাজ আৰু নিয়োগ সম্বন্ধে কেইটামান মন্তব্য কৰিব খোজোঁ। মই আগতেই উনুকিয়াই আহিছো যে জেনাৰেল হেড কোৱাৰ্টাৰ্চে কুৰ্স্ক অভিক্ষেপৰ এলাকাত ইচ্ছাকৃত আত্মৰক্ষাৰ সিদ্ধান্ত লৈছিল। পৰিস্থিতিৰ সঠিক মূল্যায়ন আৰু কি ঘটিব পাৰে সেইটো আগতীয়াকৈ উপলব্ধি কৰি এই সিদ্ধান্তত উপনীত হোৱা সম্ভৱ হৈছিল যে প্ৰধান

আক্ৰমণাত্মক কুৰ্স্ক অঞ্চলতে ঘটিব। সেয়ে পৰিকল্পনা কৰা হৈছিল যে আত্মৰক্ষামূলক যুঁজৰ মাজেদি শত্ৰুক শক্তিহীন কৰি পেলোৱা হ'ব, তাৰ পিচত প্ৰতি-আক্ৰমণৰ মুহূৰ্তটো বাছি লৈ নাৎছী আক্ৰমণকাৰী গোষ্ঠী-বিলাকক পৰ্যুদস্ত কৰা হ'ব। সামৰিক ইতিহাসত সম্ভৱতে ইয়েই একমাত্ৰ আৰু অভূতপূৰ্ব দৃষ্টান্ত য'ত প্ৰয়োজনীয় আক্ৰমণাত্মক সম্ভাব্য ক্ষমতা থকা পক্ষ এটা আত্মৰক্ষামূলক যুঁজত অৱতীৰ্ণ হ'ল।

পৰৱৰ্তী ঘটনাৱলীয়ে এই সিদ্ধান্ত সঠিক বুলি প্ৰমাণ কৰিছে। ছোভিয়েত লাইনৰ অভ্যন্তৰেদি ভেদ কৰি ওলোৱাৰ প্ৰয়াসত ক্লান্ত আৰু নিৰক্ত শত্ৰুপক্ষই সমস্ত সংৰক্ষিত শক্তি তাত গোট খুৱাইছিল। আৰু একমাত্ৰ তেতিয়াই ছোভিয়েত সৈন্যসকলে প্ৰতি-আক্ৰমণ কৰে, আৰু অ'ৰেল আৰু বেলগ'ৰ'দ-খাৰকভ—এই দুই ৰণনৈতিক অভিযানত শত্ৰুক মৰিমূৰ কৰে। জেনাৰেল হেড কোৱাৰ্টাৰ্চ, জেনাৰেল ষ্টাফ আৰু ৰণাঙ্গন হেড কোৱাৰ্টাৰ্চৰ তৰফৰ পৰা ১৯৪৩ চনৰ গ্ৰীষ্মৰ ৰণনৈতিক কৰ্তব্যসমূহৰ সংজ্ঞা সম্বন্ধে এই সিদ্ধান্তটো আছিল সৃজনশীল দৃষ্টিভঙ্গীৰ এক অসামান্য দৃষ্টান্ত।

কুৰ্স্কৰ যুদ্ধ আৰু বহুত অভিযানে এই কথাটোলৈ আঙুলিয়ায় যে একমাত্ৰ যথেষ্ট সংৰক্ষিত শক্তি থাকিলেহে ৰণনৈতিক সাফল্য অৰ্জন সম্ভৱ। পৰিস্থিতিৰ আৰু বিৰোধী পক্ষৰ অৱস্থানৰ তীব্ৰ পৰিৱৰ্তন য'ত বহুত সময়ত ঘটে সেই গতিশীল যুদ্ধৰ বিশেষত্বৰ ফলতে এনে হয়। জেনাৰেল হেড কোৱাৰ্টাৰ্চে আগতীয়াকৈ সঠিকভাৱে বুজিছিল যে আত্মৰক্ষামূলক যুদ্ধ আৰু প্ৰতি-আক্ৰমণৰ সাফল্য বহুল পৰিমাণে পূৰ্ব নিৰ্দ্ধাৰিত হ'ব কেৱল নিয়োজিত ৰণাঙ্গনসমূহৰ প্ৰয়াসৰ দ্বাৰা নহয়, পৰাক্ৰান্ত সংৰক্ষিত শক্তি পোৱা যাব নেকি তাৰ দ্বাৰাও।

কুৰ্স্কৰ যুদ্ধই দেখুৱাই দিছিল যে ৰণনৈতিক সংৰক্ষিত শক্তিকো কামত লগোৱা হ'ব এই অঙ্গীকাৰে শত্ৰুৰ আক্ৰমণাত্মক অভিযান ক্লান্ত

ধাৰ্য কৰি দিয়া আৰু তাৰ পাছত হে নিৰ্দিষ্টাকৈয়ে প্ৰতি-আক্ৰমণ আৰম্ভ কৰা সম্ভৱ হৈছিল।

এই প্ৰশ্ন স্বাভাৱিকতে উঠে যে ৰণনৈতিক সংৰক্ষিত শক্তিবোৰক কুৰ্স্কৰ যুঁজত আটাইতকৈ ফলপ্ৰদভাৱে ব্যৱহাৰ কৰা হৈছিলনে?

যুদ্ধৰ ইতিহাসে শিক্ষা দিয়ে যে কোনো অভিযানৰ উদ্দেশ্য পূৰ্ণ কৰিবলৈ হ'লে ৰণনৈতিক সংৰক্ষিত শক্তিক সামূহিকভাৱে যুদ্ধৰ নিৰ্ণায়ক সামৰিলৈ ল'ব লাগে, যুদ্ধত নমাব লাগে আটাইতকৈ গুৰুত্বপূৰ্ণ অঞ্চলত আৰু সঠিক সময়ত। কুৰ্স্কৰ যুদ্ধৰ প্ৰস্তুতিপৰ্বত কিন্তু ষ্টেপভূমি ৰণাঙ্গনক লৈ গঠিত ৰণনৈতিক সংৰক্ষিত শক্তিক খণ্ডে খণ্ডে ব্যৱহাৰ কৰা হৈছিল। অৱশ্যে ষ্টেপভূমি ৰণাঙ্গনৰ সমগ্ৰটো সংৰক্ষিত কৰিব পৰা হ'লে আৰু যথাসময়ত এটা মাত্ৰ প্ৰবল আঘাত হানিব পৰা হ'লে আদৰ্শস্থানীয় হ'ল হয়। কিন্তু তৎকালীন পৰিস্থিতিৰ কাৰণে প্ৰথম ৰ'ভকা খণ্ডত শত্ৰুৰ আক্ৰমণ ৰোধ কৰিবৰ বাবে আটাইতকৈ ওচৰৰ সংৰক্ষিত শক্তি ব্যৱহাৰ কৰা হৈছিল। অতিৰিক্ত চাপৰ সন্মুখীন হ'ব লগা ৰণাঙ্গনৰ ঠিক পাচফালে ষ্টেপভূমি ৰণাঙ্গন থকাত তাৰ পৰা জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ নিৰ্দেশত দুটা টেঙ্ক ক'ৰ, তাৰ পিচত দুটা আৰ্মি, তাৰো কিছু পিচত আৰু দুটা আৰ্মি লোৱা হৈছিল।

সংৰক্ষিত শক্তিবোৰ ব্যৱহাৰ কৰাৰ অঙ্গীকাৰে আত্মৰক্ষামূলক যুদ্ধৰ আৰু প্ৰতি-আক্ৰমণৰ অগ্ৰগতিৰ ওপৰত বিৰাট প্ৰভাৱ পেলাইছিল, শত্ৰুৰ তুলনাত সংখ্যাৰ ফালৰ পৰা প্ৰয়োজনীয় প্ৰাধান্য সুনিশ্চিত কৰিছিল আৰু অভিযানৰ গতিপথত উদ্ভূত ন ন কৰ্তব্য পালনৰ বাবে প্ৰয়োজনীয় কৌশল অৱলম্বনৰ পক্ষে অনুকূল অৱস্থাৰ সৃষ্টি কৰিছিল।

ৰণনৈতিক সংৰক্ষিত শক্তিৰ ব্যৱহাৰৰ ক্ষেত্ৰত কুৰ্স্কৰ যুদ্ধত সঞ্চিত অভিজ্ঞতাৰ তাৎপৰ্য অলপো হ্ৰাস পোৱা নাই। এই কথা ঠিক যে ৰণনৈতিক সংৰক্ষিত শক্তিৰ চৰিত্ৰ আৰু উৎকৰ্ষ বৰ্তমান কিছু পৰিমাণে সলনি হৈছে। কিন্তু সংৰক্ষিত শক্তি গঢ়ি তোলা আৰু প্ৰথম আক্ৰমণৰ

গতিমুখত সঠিক সময়ত তাক কামত লগোৱাৰ অঙ্গীকাৰ এতিয়াও ৰণকলাত সবাতোকৈ গুৰুত্বপূর্ণ প্রশ্নবোৰৰ অন্যতম হৈ আছে।

কুৰ্স্কত প্ৰতিৰক্ষাৰ মূল উদ্দেশ্য যে শত্ৰুক নিবৃত্ত কৰি পেলোৱাৰ আৰু প্ৰতি আক্ৰমণ আৰম্ভ কৰাৰ পক্ষে অনুকূল পৰিবেশ সৃষ্টি কৰাৰ অভিযান সেইটো তাত আত্মৰক্ষামূলক যুঁজৰ সংগঠন আৰু পৰিচালনাৰ পৰা অসাধাৰণভাৱে ফুটি উঠিছিল। এই কথাৰ ওপৰত বিশেষ জোৰ দিয়া দৰকাৰ যে এই আত্মৰক্ষা সাধাৰণ আত্মৰক্ষা নাছিল, উদ্দেশ্যমূলক আছিল। তাত ছোভিয়েত শক্তিবোৰ গঢ়ি তোলা হৈছিল আক্ৰমণাত্মক উদ্দেশ্যে, আত্মৰক্ষাৰ উদ্দেশ্যে যে নহয়, তাৰ প্ৰভাৱ আত্মৰক্ষাৰ চৰিত্ৰৰ ওপৰত পৰিছিল, যেনে: বিপুল পৰিসৰত আগ্নেয়াস্ত্ৰ গোট খুওৱা (উদাহৰণস্বৰূপে ১৩শ আৰ্মিৰ ৰণাঙ্গনৰ সমুখভাগৰ কিলোমিটাৰে প্ৰতি ৯০ টাৰো বেছি আগ্নেয়াস্ত্ৰ আছিল), দুৰ্গ নিৰ্মাণ, যুদ্ধৰ শৃঙ্খলা গভীৰলৈ বহুদূৰলৈকে সম্প্ৰসাৰণ, আৰু বিপুল কৰ্মশীলতা। উন্নত মানৰ স্থিতিশীলতা আৰু সক্ৰিয়তা আছিল কুৰ্স্কত আত্মৰক্ষা ব্যৱস্থাৰ বৈশিষ্ট্য।

এই কৰ্মকুশলতাৰ প্ৰকাশ ঘটিছিল মূলতঃ বোমা বৰ্ষণৰ বাবে শক্তিশালী প্ৰতি প্ৰস্তুতিৰ মাজত, আত্মৰক্ষাৰ বাবে যুগুত কৰা লাইনবোৰত সময়মতে উপস্থিত থকাৰ মাজত; জনশক্তি আৰু অস্ত্ৰশস্ত্ৰ লৈ ব্যাপকভাৱে কৌশল প্ৰয়োগত আৰু শত্ৰুৰ বিৰুদ্ধে প্ৰতি আক্ৰমণৰ মাজত।

কুৰ্স্কত প্ৰতিৰক্ষা ব্যৱস্থা গঢ়ি তোলা হৈছিল প্ৰথমতঃ টেঙ্কৰ বিৰুদ্ধে। ব্যৱস্থাটো বৰ কাৰ্য্যকৰ হৈছিল। যিবোৰ কাৰণত ই কাৰ্য্যকৰ হ'বলৈ পাইছিল সেইবোৰ হৈছে টেঙ্ক প্ৰতিৰোধী শক্তিশালী প্ৰতিৰক্ষা বিন্দু আৰু এলেকাবোৰ বেছিভাগ ঠাইত পদাতিক সৈন্যবিন্যাসবোৰৰ ভিতৰত আৰু গভীৰত গঢ়ি তোলা, টেঙ্ক প্ৰতিৰোধী প্ৰতিৰক্ষা বিন্দুবোৰৰ বোমাবৰ্ষণৰ ঘনিষ্ঠ সমন্বয়, টেঙ্ক প্ৰতিৰোধী সংৰক্ষিত গোলন্দাজ শক্তিৰ সুনিপুণ কৌশল।

ব্ৰিয়ানস্ক আৰু খাৰকভ অভিমুখে শত্ৰুৰ উদ্দেশ্যমূলক আৰু

গভীৰলৈকে স্তৰে স্তৰে বিস্তৃত প্ৰতিৰক্ষা ব্যৱস্থাবোৰ ভেদ কৰাৰ অতি গুৰুত্বপূৰ্ণ সমস্যাটো কুৰ্স্ক'ৰ যুদ্ধত সফলভাৱে সমাধান কৰা হৈছিল।

শত্ৰুৰ প্ৰতিৰক্ষা ব্যৱস্থা ভেদ কৰা হৈছিল তুলনামূলকভাৱে ৰণাঙ্গনৰ ঠেক খণ্ডবোৰত, যিবোৰ ঠাইত শত্ৰুৰ ওপৰত প্ৰাধান্য অৰ্জন কৰিব পৰাকৈ জনশক্তি আৰু অস্ত্ৰশস্ত্ৰ গোট খুওৱা হৈছিল। এই কথা ক'লেই যথেষ্ট হ'ব যে ১১শ গাৰ্ডছ আৰ্মিৰ নেতৃত্ব দিয়া জেনাৰেল আই. কে বাগ্ৰামিয়ানৰ দায়িত্বত থকা আক্ৰমণাত্মক খণ্ডৰ ৪০ শতাংশয়ে আছিল শত্ৰুৰ প্ৰতিৰক্ষা ব্যৱস্থা ভেদ কৰাৰ এলেকা, তাত তেখেতে পদাতিক ডিভিজনবোৰৰ আৰু সমস্ত সহায়ক সুযোগ-সুবিধাৰ ৯২ শতাংশ কেন্দ্ৰীভূত কৰিছিল। জেনাৰেল এ. এছ ঝাদভৰ নেতৃত্বত ৫ম গাৰ্ডছ আৰ্মি আৰু জেনাৰেল আই. এম মানাগাৰভৰ নেতৃত্বত ৫৩ তম আৰ্মিয়েও তেওঁলোকৰ মূল শক্তি প্ৰধান আক্ৰমণৰ কেন্দ্ৰত কেন্দ্ৰীভূত কৰিছিল। তাত যুদ্ধৰত সৈন্যৰ ঘনত্ব আছিল প্ৰতি দেৰ কিলোমিটাৰত এক ডিভিজন, আৰু সমুখ ৰণাঙ্গনৰ কিলোমিটাৰে প্ৰতি নিয়োজিত আছিল ২৩০ ৰ পৰা ৩০০ ৰণাঙ্গনৰ কামান আৰু মৰ্টাৰ আৰু ৭০ টালৈকে টেঙ্ক আৰু স্বয়ংচালিত কামান।

প্ৰতিৰোধ ভেদ কৰাটো এটা কলা। পাটিগণিতৰ অঙ্কৰ যোগফল নহয়। প্ৰতিৰোধ ভেদ কৰাটো কিমান কঠিন তাৰ ভালে কেইটা উদাহৰণ আমি জানোঁ। সাধাৰণভাৱে যুঁজ কৰি থকা অৱস্থাত ভেদ কৰি যোৱাটোৰ মৌলিক উদ্দেশ্য হৈছে বেষ্ট-বেষ্টিত প্ৰতিৰক্ষা এলেকাত শত্ৰুৰ মূল শক্তিক ছেদেলি-ভেদেলি কৰা আৰু যি ঠাইত প্ৰতিৰোধ ভঙা হ'ল সেই ঠাইৰ মাজেদি গতিশীল সশস্ত্ৰ শক্তি, যেনে টেঙ্ক বাহিনী অথবা পাচ কালৰ পৰা আহি থকা ৰণাঙ্গনৰ সমুখশাৰীৰ সৈন্যবোৰক সুমুৱাই দিয়া।

কুৰ্স্ক'ৰ যুঁজতেই সাফল্যক যথাযথভাৱে ব্যৱহাৰৰ উদ্দেশ্যে কাটলৰ মাজেদি টেঙ্ক বাহিনী প্ৰথম সুমুৱাই দিয়া হৈছিল, সমুখৰ গতিশীল গোষ্ঠী হিচাপে টেঙ্কবাহিনীবে গঠিত হৈছিল। বেলগ'ৰ'দ-খাৰকভ

অভিযানত ১ম আৰু ৪ম গাৰ্ডছ টেঙ্ক আৰ্মিৰ কাম এই কালৰ পৰা অতীব শিক্ষাপ্ৰদ। বেষ্ট-বেষ্টিত প্ৰতিৰক্ষা এলেকা ভেদ কৰাৰ পিচত একেলগে যুদ্ধৰত এই দুটা আৰ্মিয়ে শত্ৰুৰ বৰ্তমান যুঁজৰ এলেকাৰ গভীৰত দ্ৰুতগতিত আক্ৰমণাত্মক অভিযান চলালে আৰু ১২০-১৫০ কিলোমিটাৰ আগুৱাই গল। ৰ'গ'ছুখত অভিমুখে আক্ৰমণৰত ১ম টেঙ্ক আৰ্মি ফিল্ড আৰ্মিবোৰতকৈ পৃথকভাৱে দিনত ২০-৩০ কিলোমিটাৰকৈ আগুৱাবলৈ ধৰিলে আৰু ই নাৎছীহঁতৰ চলি থকা যুঁজৰ সংৰক্ষিত শক্তি, পাৰ্শ্বদেশ আৰু পশ্চাদ্ভাগৰ ওপৰত আঘাত হানি সিহঁতক অৱস্থানবোৰ এৰি যাবলৈ আৰু পশ্চিমলৈ পিচ হোঁহকি যাবলৈ বাধ্য কৰিলে।

দ্বিতীয় বিশ্বযুদ্ধত বৃহত্তম অভূতপূৰ্ব টেঙ্ক সংঘৰ্ষ হৈছে কুৰ্স্ক যুঁজৰ বৈশিষ্ট্য। এই কথা মই আগতেই উনুকিয়াই আহিছো যে প্ৰখ'ৰ'ভকা এলেকাত ভয়াময়া টেঙ্ক যুদ্ধ হৈছিল। তাৰ পিচত আহিল আখতিৰ্কা আৰু ৰ'গ'ছুখত এলাকাৰ একাদিক্ৰমে কেবাখনো যুঁজ। এইবোৰ যুঁজত অৰ্জিত অভিজ্ঞতা অতিশয় মূল্যবান। ইয়াৰ পৰা দেখা যায় যে ফলাফল নিৰ্ভৰ কৰিছিল ফিল্ড আৰ্মিবোৰৰ আৰু আন আন গোটৰ লৈতে টেঙ্ক আৰ্মিবোৰৰ পাৰস্পৰিক ক্ৰিয়া আৰু তাৰ লগত গোলন্দাজ আৰু বিমানশক্তিসমূহৰ সহায়তাৰ সঠিক সংগঠন, প্ৰধান আক্ৰমণৰ গতিমুখত শক্তিবোৰক কেন্দ্ৰীভূত কৰা, আক্ৰমণৰ ক্ষিপ্ৰতা আৰু নিৰৱচ্ছিন্ন নিয়ন্ত্ৰণৰ ওপৰত। কুৰ্স্কৰ যুঁজত অংশ লোৱা টেঙ্ক ইউনিটবোৰে দেখুৱাই দিছিল যে সিবোৰ পৰাক্ৰমী আৰু গতিশীল আক্ৰমণকাৰী শক্তি।

চমকপ্ৰদ গোলাবৰ্ষণ শক্তি, ছোভিয়েত গোলন্দাজ বাহিনীয়ে যুদ্ধৰ আত্মৰক্ষামূলক পৰ্য্যায়ত শত্ৰুক প্ৰতিহত কৰিছিল আৰু আক্ৰমণাত্মক অভিযানৰ সময়ত শক্তিশালী সাহায্য আগবঢ়াইছিল।

কুৰ্স্কৰ যুঁজত বিমান বাহিনীৰ ব্যৱহাৰে যুদ্ধ কলাৰ তত্ত্বৰ বিকাশলৈ উলেখিনি অৱদান যোগাইছিল। আকাশপথত ছোভিয়েত বিমানৰ

সম্পূর্ণ প্ৰাধান্য আছিল। প্ৰতি আক্ৰমণৰ গতি পথত য'তেই শক্ৰক পাইছিল ত'তেই তেওঁলোকে আক্ৰমণ চলাইছিল। শক্ৰৰ সংৰক্ষিত শক্তিৰ বিৰুদ্ধে কাৰ্য্যকৰ যুঁজ সংঘটিত হৈছিল। আত্মৰক্ষামূলক যুদ্ধত আৰু প্ৰতি আক্ৰমণৰ সময়ত উভয় ক্ষেত্ৰতে বিমানৰ সুবিপুল ব্যৱহাৰ কৰা হৈছিল; কেইটামান বিমান বাহিনী আৰু প্ৰতিৰক্ষা বিমান পৰিবহনে ঘনিষ্ঠ সহযোগিতাৰে কাম কৰিছিল।

কুৰ্স্কৰ যুদ্ধত ছোভিয়েত বাহিনীৰ চলাচল আৰু সৰবৰাহ ব্যৱস্থা-বোৰে এটা ডাঙৰ কাম কৰিছিল। আত্মৰক্ষামূলক যুদ্ধৰ সময়ত চেণ্ট্ৰাল ৰণাঙ্গনে ৭৮০ টাৰো অধিক ৰেল ভৰা বোজাই খাদ্য-বাৰুদ আৰু ভ'ৰ'নেৰ ৰণাঙ্গনে ৭৩০ টা ৰেল ভৰা বোজাই খাদ্য-বাৰুদ ব্যৱহাৰ কৰিছিল। চিকিৎসক আৰু নাৰ্চসকলৰ প্ৰশংসা কৰি গোটাইচেৰেক কথা অৱশ্যেই কব লাগিব। তেওঁলোকে ছোভিয়েত সৈন্যসকলৰ জীৱন বচাবৰ বাবে আৰু তেওঁলোকে যাতে নাৎজী আক্ৰমণকাৰীহঁতৰ বিৰুদ্ধে পুনৰ যুঁজিব পাৰে সেই উদ্দেশ্যে সুস্থ কৰি তেওঁলোকক নিজৰ নিজৰ গোটলৈ পঠিয়াবৰ বাবে সৰ্বপ্ৰকাৰে চেষ্টা কৰিছিল।

কুৰ্স্কৰ যুঁজত ৰণকৌশলৰ কথা কবলৈ গৈ মই স্থলযুদ্ধৰ সংগঠন আৰু পৰিচালনা সম্বন্ধে দুআষাৰ কবলৈ বিচাৰোঁ। ই এটা অতিশয় জটিল ধৰণৰ কলা যাৰ গুৰুত্ব আজিও বৈ গৈছে। এই যুঁজত সকলো ধৰণৰ অস্ত্ৰশস্ত্ৰ ব্যৱহাৰ কৰা হৈছিল, সেনাপতি আৰু কৰ্মীসকলৰ গুৰুতৰ পৰা আক্ৰমণাত্মক অভিযানৰ বাবে পুংখানুপুংখ প্ৰস্তুতিৰ আৰু পাৰস্পৰিক ক্ৰিয়া সংগঠনৰ প্ৰয়োজন হৈছিল; কাৰণ সকলো ধৰণৰ সশস্ত্ৰ বাহিনীৰ আৰু সেৱাব্যৱস্থাৰ যুটীয়া প্ৰচেষ্টাৰেই কেৱল সাফল্য অৰ্জিত হব পাৰে।

কুৰ্স্কৰ যুঁজত প্ৰধান গুৰুদায়িত্ব বহন কৰিছিল পদাতিক বাহিনীয়ে। টেঙ্ক আৰু গোলন্দাজবাহিনীৰ কামান গৰ্জনৰ লগতে আৰু বিমান সমৰ্থন লৈ পদাতিক ৰেজিমেণ্টবোৰ আৰু ৰেজিমেণ্টবোৰে আক্ৰমণৰ

গতি নিৰ্দ্ধাৰণ কৰিছিল, যুদ্ধক সাফল্যমণ্ডিত কৰিছিল আৰু গোলন্দাজ আৰু ইনজিনিয়াৰিং গোটবোৰৰ লগ লাগি একেলগে দখলীকৃত ভূমি সংহত কৰিছিল।

কুৰ্স্কৰ যুঁজত অৰ্জিত অভিজ্ঞতাই তাৰ কোন মূল্যকে যে হেৰুৱা নাই তাক প্ৰমাণ কৰাৰ আৱশ্যকতা নাই। সেনাপতিসকলৰ, ষ্টাফ অফিচাৰসকলৰ আৰু সৈন্যসকলৰ কামকাজ সম্বন্ধে বহু সাধাৰণ নীতি বৰ্তমান সৈন্য প্ৰশিক্ষণৰ পক্ষে অতীব কাৰ্য্যকৰ।

কুৰ্স্কৰ যুঁজৰ সামৰিক আৰু ৰাজনৈতিক তাৎপৰ্য্য অতিৰঞ্জিত কৈ দেখুৱাটো টান। শত্ৰুপক্ষই সৰ্বমুঠ ১০০ বা অধিক ডিভিজন, অৰ্থাৎ ছোভিয়েত-জাৰ্মান ৰণাঙ্গনত সিহঁতৰ মুঠ ডিভিজনৰ প্ৰায় আধা নিয়োগ কৰিছিল। সিহঁতৰ বিপুল সংখ্যাগৰিষ্ঠ অংশক নিয়ামক আঘাত হানিবৰ বাবে বিশেষভাৱে প্ৰশিক্ষণ দিয়া হৈছিল আৰু শত্ৰুৰ গোটবোৰৰ ভিতৰত সিহঁতেই আছিল সবাতোকৈ শ্ৰেষ্ঠ আৰু যুদ্ধৰ পক্ষে উপযুক্ত। তমোময় যুঁজত সিহঁতৰ চৰম ক্ষতি হৈছিল। জাৰ্মান সশস্ত্ৰ বাহিনীৰ মৰ্য্যাদাত এনে আঘাত হনা হৈছিল যে সিহঁতে সেই গ্লানিৰ পৰা সহজে মুক্ত হব পৰা নাছিল। নাৎছী সেনাবাহিনীৰ বিপৰ্য্যয়ে জাৰ্মান হাই কমাণ্ডৰ আক্ৰমণাত্মক ৰণনীতিক চৰম খৰ্ব কৰি দিছিল। পশ্চিম জাৰ্মান বুৰঞ্জীবিদ ৰিয়েকাৰে লিখেছে: "অপাৰেছন চিটাডেলৰ ব্যৰ্থতাৰ পিচত সকলো স্থিৰ মস্তিষ্কৰ মানুহৰ ওচৰত এই কথাটো স্পষ্ট হৈ উঠিছিল যে ৰাছিয়াত পুনৰ আক্ৰমণাত্মক অভিযানৰ পক্ষে পৰিস্থিতি সৃষ্টি কৰা আৰু ফলতঃ ছোভিয়েত ইউনিয়নৰ বিৰুদ্ধে নিয়ামক জয় কৰাৰ আৰু কোনো প্ৰশ্নই উঠিব নোৱাৰে।[1]

শত্ৰুৰ অগ্ৰসজ্জিত বাহিনীবোৰে আটাইতকৈ গুৰুতৰ পৰাজয় বৰণ কৰিবলগীয়া হয়। ই আছিল সিহঁতৰ মৃত্যুৰ আগত শেষ গান।

---

১ কাৰ্ল' হাইনৰিছ ৰিয়েকাৰ, আইন মাল ফেৰলিয়েৰট আইনেন ভেল্টক্ৰিগ ফ্ৰাঙ্কফুৰ্ট আম মাইন, ১৯৫৫, পৃঃ ২৯১।

কুৰ্স্কৰ যুদ্ধত জয়লাভ কৰিছিল চোভিয়েত সশস্ত্ৰ বাহিনীয়ে যিসকলে শত্ৰুক সম্পূৰ্ণৰূপে হেদেলি-ভেদেলি কৰি সসম্মানে তেওঁলোকৰ কৰ্তব্য পালন কৰিছিল।

কুৰ্স্ক এলেকাত শত্ৰুৰ গ্ৰীষ্মকালীন আক্ৰমণাত্মক অভিযানৰ ব্যৰ্থতাই চোভিয়েত সৈন্যসকল কেৱল জাৰকালি আক্ৰমণ কৰিবলৈ সক্ষম বুলি কৰা নাৎছীইঁতৰ অলীক প্ৰচাৰৰ অসাৰতা প্ৰতিপন্ন কৰিছিল। চোভিয়েত সশস্ত্ৰ ফৌজে প্ৰমাণ কৰিছিল যে তেওঁলোক যিকোনো ঋতুত ঠেকেচা লগা জাৰৰ দৰে গ্ৰীষ্মতো শত্ৰুক চুৰমাৰ কৰি দিব পাৰে।

কুৰ্স্কৰ যুঁজৰ সুদূৰপ্ৰসাৰী আন্তৰ্জাতিক প্ৰতিক্ৰিয়া হৈছিল। এই যুঁজে নাৎছী জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধত নিয়ামক শক্তি হিচাবে চোভিয়েত ইউনিয়নৰ প্ৰামাণিক স্থান আৰু উৰ্দ্ধত দাঙি ধৰিছিল। এই যুদ্ধত জয়ে দখলীকৃত দেশসমূহৰ মানুহৰ মনত এই আশা দৃঢ়তৰ কৰিছিল যে তেওঁলোক সোনকালেই মুক্ত হব আৰু তেওঁলোকক নাৎছী দখলকাৰীইঁতৰ বিৰুদ্ধে ক্ৰিয়াকলাপত অধিক হৰ উদ্দীপিত কৰিছিল। কমিউনিষ্ট আৰু ৱাৰ্কাৰ্চ পাৰ্টিসমূহৰ নেতৃত্বত নতুন নতুন শক্তিয়ে শত্ৰুৰ বিৰুদ্ধে যোগ দিছিল।

পূৱত ভেৰমাখটৰ আক্ৰমণাত্মক ৰণনীতিৰ ব্যৰ্থতাই নাৎছীইঁতক যুদ্ধ পৰিচালনাৰ বাবে নতুন পন্থাৰ অন্বেষণ কৰিবলৈ বাধ্য কৰিছিল। সিইঁতে সমগ্ৰ চোভিয়েত জাৰ্মান ৰণাঙ্গন জুৰি ৰণনৈতিক প্ৰতিৰক্ষাৰ অৱস্থান লোৱাৰ আৰু চোভিয়েত বাহিনীৰ ওপৰত স্থিৰ অৱস্থানৰ যুদ্ধ জাপি দিয়াৰ সিদ্ধান্ত ললে। কিন্তু চোভিয়েত সৈন্যসকলৰ ক্ৰমে বেছি বেছি শক্তিশালী আঘাতে সেই পৰিকল্পনা ব্যৰ্থ কৰি দিলে।

চোভিয়েত ইউনিয়নক কলঙ্কিত কৰাৰ উদ্দেশ্যে সাম্ৰাজ্যবাদী ৰাজনীতিবিদ আৰু তত্ত্ববিদসকলে ইতিহাসক বিকৃত কৰে, কুৰ্স্কৰ যুঁজত চোভিয়েত বাহিনীৰ জয়ক হেয় প্ৰতিপন্ন কৰে আৰু এই যুদ্ধক দ্বিতীয় বিশ্বযুদ্ধৰ আৰু এটা ঘটনা মাত্ৰ বুলি দেখুৱাৰ চেষ্টা কৰে, আনকি নীৰৱে এৰাই যোৱাৰো চেষ্টা কৰে।

সত্যক এইদৰে ব্যাখ্যা কৰাৰ পদ্ধতি নতুনো নহয়, মৌলিকো নহয়। ইয়াৰ একমাত্ৰ উদ্দেশ্য বাস্তৱক ওলোটাকৈ উপস্থাপিত কৰা।

কুৰ্স্কৰ যুঁজত ছোভিয়েত বাহিনী আৰু তেওঁলোকৰ সশস্ত্ৰ কৌশলে এক বিৰাট নৈতিক আৰু ৰাজনৈতিক বিজয় অৰ্জন কৰে। দেশৰ প্ৰতি পৰিপূৰ্ণ ভক্তি, সবাতোকৈ কঠোৰ পৰীক্ষাত তিষ্ঠি থকাৰ ক্ষমতা আৰু বীৰত্ব—এইবোৰ হৈছে লাখ লাখ ছোভিয়েত মানুহে দেখুৱা স্বাভাৱিক গুণ। মুক্তিযুদ্ধৰ মহান আদৰ্শত অনুপ্ৰাণিত ছোভিয়েত সৈন্যসকল নিজক অমৰ গৌৰৱত ভূষিত কৰিছিল।

কমিউনিষ্ট পাৰ্টি আৰু ছোভিয়েত চৰকাৰে কুৰ্স্কৰ যুঁজত আমাৰ সৈন্যসকলৰ অসামান্য যুদ্ধকৰ্মৰ ভূয়সী প্ৰশংসা কৰিছে। বহু গোট আৰু সংগঠন সম্মানসূচক অৰ্ডাৰ আৰু পদকেৰে ভূষিত হৈছিল আৰু তেওঁলোকে যিবোৰ নগৰ আৰু চহৰ মুক্ত কৰাত সাহায্য কৰিছিল, যেনে অ'ৰেল, বেলগ'ৰ'দ, কাৰাচেভ, খাৰকভ আদিৰ নাম তেওঁলোকৰ নামানুসৰি ৰখা হৈছিল। ১ লাখৰো অধিক বিষয়া আৰু সৈনিক বিভিন্ন অৰ্ডাৰ আৰু পদকেৰে ভূষিত হৈছিল। তেওঁলোকৰ ভিতৰত যিসকলে বিশেষ কৃতিত্ব প্ৰদৰ্শন কৰিছিল, তেওঁলোকক "ছোভিয়েত ইউনিয়নৰ বীৰ" খিতাপ দিয়া হৈছিল। এ কে. গ'ৰ'ভেৎছ, আই. এন কোঝেদুব, আৰু এ. পি. মাৰেছিয়েভৰ বীৰত্বপূৰ্ণ কাহিনী, গোলন্দাজ আৰু টেঙ্ক সৈন্য ভি. এন কৰোছুয়েভ, জি. আই ইগিচেভ, ভি পি. পেৰাছি মভ, এ. আই. পেত্ৰভ আৰ ছালানদিনৰ বীৰ্য্য আৰু শৌৰ্য্য, পদাতিক সৈন্য ভি. এফ চেৰনেনকো, এইচ. মুহামাদেয়েভ, এ. এ. বেলগিন, এছ পি জোৰিন, আই ভি ইলিয়াছভ আৰু বহুতৰ সাহসিকতাৰ কথা গোটেই পৃথিৱীয়ে জানে।

ছোভিয়েত বিমান বাহিনীৰ লোকসকলৰ লগ লাগি একেলগে ফ্ৰেঞ্চ নৰমাণ্ডি স্কোৱাড্ৰনৰ বৈমানিকসকলে যুঁজ কৰিছিল, তেওঁলোকে শত্ৰুৰ বিৰুদ্ধে যুঁজত বীৰত্ব আৰু দৃঢ়সঙ্কল্পৰ চিনাকি দিছিল।

কুৰ্স্কৰ যুদ্ধই আৰু এবাৰ প্ৰমাণ কৰিছিল যে ছোভিয়েত ফৌজৰ প্ৰয়াসত ছোভিয়েত বাহিনীয়ে তেওঁলোকৰ মনপ্ৰাণ সঁপি দিছিল। তাত শত্ৰুক চূৰ্ণবিচূৰ্ণ কৰাত ছোভিয়েত গেৰিলা যুঁজাৰুসকলে ছোভিয়েত সৈন্যসকলৰ অমূল্য সাহায্য আগবঢ়াইছিল। একেবাৰে অগ্ৰমঞ্চ যুঁজৰ মাজত তেওঁলোকে এটা ৰীতিমত "ৰেলপথ যুঁজ" বা "চলমান যুঁজ" লগাই দিছিল। বিয়েলোৰুছিয়া, ইউক্ৰাইন আৰু কুৰ্স্ক, অ'ৰেল আৰু স্মলেনস্ক অঞ্চলৰ গেৰিলা যুঁজাৰুসকলে আগষ্টৰ মাজভাগৰ ভিতৰত তেওঁলোকৰ কৰ্ম তৎপৰতা আলেখিনি বৃদ্ধি কৰিছিল।

কুৰ্স্কৰ যুঁজত ছোভিয়েত সশস্ত্ৰ ফৌজৰ ঐতিহাসিক জয়লাভ সহজ নাছিল। বিপুল জনশক্তি আৰু বৈষয়িক সম্পদৰ ক্ষয়ক্ষতিৰ বিনিময়ত এই জয় অৰ্জিত হৈছিল।

মহান দেশপ্ৰেমিক যুদ্ধৰ ফলাফলে প্ৰত্যয়জনকভাৱে প্ৰমাণ কৰিছে যে সমাজতন্ত্ৰক চূৰ্ণ কৰিব পৰা ক্ষমতা থকা কোনো শক্তি, যিসকল মাৰ্কসবাদ-লেনিনবাদৰ প্ৰতি অনুগত, যিসকলে তেওঁলোকৰ সমাজতান্ত্ৰিক দেশখনক ভাল পায় আৰু লেনিনবাদী পাৰ্টিৰ চৌদিশে গোট খাইছেছি— তেওঁলোকক দমন কৰিব পৰা ক্ষমতা থকা কোনো শক্তি পৃথিৱীত নাই। এইবোৰ ফলাফল হৈছে সাম্ৰাজ্যবাদী আক্ৰমণকাৰীহঁতৰ পক্ষে কঠোৰ সতৰ্কবাণী, ইতিহাসৰ এক কঠোৰ আৰু অবিস্মৰণীয় শিক্ষা।

কুৰ্স্কৰ যুঁজত ৰণাঙ্গন আৰু বাহিনীসমূহৰ সেনাপতিসকলে আৰু চীফ অব্ ষ্টাফসকলে সৈন্য পৰিচালনাত বিপুল দক্ষতা দেখুৱাইছে। তেওঁলোকৰ মাজত জেনাৰেল কে কে. ৰ'ক'ছভস্কি, এন. এফ. ভাতুনিন, ভি. ডি ছকলভস্কি, আৰ. যাই, মালিনভস্কি, এম এম. পপভ, এম. ভি জাখাৰভ, এছ পি ইভানভ, এফ্ কে ক'ৰযেনেভিচ, এম এছ মালিনিন, এ পি পক্ৰভস্কি, এল এম ছাণ্ডালভ, ই কে বাগ্ৰামিয়ান, পি এ বেলভ ভি এম বাদানভ, আই ভি বলদিন, এছ আই ৰ'গদানভ, পি এম ৰাভভ, এম এ সাভেন, আই ভি গালানিন,

এ ভি গর্বাভভ, এছ কে গবিমুনভ, এম এম গ্রমভ, এ এছ খাদভ, এম ৰাই কাতুকভ, ভি ৰাই কলপাকচি. পি পি কৰ্জুন, এছ এ ক্ৰাছভশ্চি ভি ডি ক্ৰ্যুচেনকিন, আই এম মানাগাবভ, কে এছ মহ্‌-কালেনকো, এন এফ নাউমেনুকো, এন পি পুখভ, পি এল ৰোমানেনকো, পি এ ৰৎমিস্ত্ৰভ, এছ আই কদেনুকো, পি এছ ৰিবালকো ভি এ চুয়েৎছ, এছ জি একিমেনুকো, আই আই ফেছ্যুনিনস্কি, আই ডি চেৰনিয়াখভস্কি, এন ৰাই চিবিছভ, আই এম চিছতিয়াকভ, এম এছ চুমিলভ প্ৰমুখ্যে।

বিভিন্ন সহায়ক ব্যৱস্থাৰ আৰু বিভিন্ন ধৰণৰ বাহিনীৰ প্ৰখ্যাত নেতাসকলেও ঘটনাস্থলত প্ৰভূত সাহায্য কৰিছিল, যেনে, এয়াৰ মাৰ্শাল এ এ নভিকভ, জেনাৰেল জি এ ভ ৰ'ঝেইকিন আৰু জেনাৰেল এছ এ খুদিয়াকভ (বিমান বাহিনী), মাৰ্শাল এন এন ভ'ৰ'নভ আৰু জেনাৰেল এম এন চিছতিয়াকভ প্ৰমুখ্যে।

জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ প্ৰতিনিধি ডিপুটি চুপ্ৰীম কমাণ্ডাৰ ইন চীফ মাৰ্শাল জি কে ঝুকভ আৰু চীফ অব্ ষ্টাফ জেনাৰেল ষ্টাফ মাৰ্শাল এ এম ভাছিলেভস্কিয়ে বিভিন্ন ৰণাঙ্গনৰ যুঁজৰ মাজত সমন্বয় সাধনৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল।

কুৰ্স্ক বালজৰ গৌৰৱময় যুদ্ধ কালৰ লগে লগে দূৰলৈ আঁতৰি গৈছে। মানুহৰ মনৰ পৰা হয়তো বহুত ঘটনা মচি গৈছে, কিন্তু কুৰ্স্কৰ যুদ্ধ দৃঢ়তা, সাহস আৰু বীৰত্বৰ এক মহাকাব্য যি সমসাময়িক লোক-সকলক বিস্ময়বিমুগ্ধ কৰিছিল—সেই যুদ্ধ আমাৰ মহান সমাজতান্ত্ৰিক দেশৰ দুৰ্ভেদ্যতাৰ প্ৰতীক হিচাপে চিৰ যুগমীয়া হৈ ৰ'ব।

ছোভিয়েত যুদ্ধকলাৰ বিকাশত কুৰ্স্কৰ যুদ্ধ আছিল এক মাইলখুঁটা। শক্তিৰ পিচত শক্তিৰ ক্ষুদ্ৰ ই যুগমীয়া হৈ ৰ'ব কেৱল অক্টোবৰ বিপ্লৱৰ শক্তিসমূহৰ অনতিক্ৰমণীয় পৰাক্ৰমৰ প্ৰতীক হিচাপেই মাথো নহয়, ভিন্ন ছোভিয়েত যুদ্ধকলাৰ অসামান্য দৃষ্টান্ত ৰূপেও।

মাৰ্শ্বাল
গিঅ'ৰ্গি ঝুকভ*

# কুৰ্স্ক বাগজত

কুৰ্স্কৰ যুঁজ আছিল দ্বিতীয় বিশ্বযুদ্ধৰ সবাতোকৈ গুৰুত্বপূৰ্ণ আৰু নিয়ামক যুদ্ধবোৰৰ অন্যতম। এই যুদ্ধৰ গতিপথত হিটলাৰৰ যুদ্ধযন্ত্ৰৰ ওপৰত আৰু এটা বিচূৰ্ণকাৰী আঘাত হনা হৈছিল যি নাৎচী হাই-কমাণ্ডক আক্ৰমণাত্মক ৰণনীতি সম্পূৰ্ণ পৰিহাৰ কৰিবলৈ আৰু ৰণনৈতিক আত্মৰক্ষাৰ অৱস্থান লবলৈ বাধ্য কৰিছিল।

মই মোৰ কৰ্তব্য পালন কৰিবলৈ গৈ এই যুদ্ধৰ পৰিকল্পনাত আৰু, আত্মৰক্ষামূলক আৰু আক্ৰমণাত্মক যুঁজত ৰণাঙ্গনসমূহৰ ক্ৰিয়াকলাপৰ মাজত সমন্বয় সাধনতো পোনপটীয়াকৈ ভাগ লৈছিলো।

মোৰ স্মৃতিচাৰণ[1] গ্ৰন্থত মই কুৰ্স্কৰ যুঁজৰ আগৰ ঘটনাৱলীৰ বিৱৰণ দিছোঁ।

---

* চাৰিবাৰ 'ছোভিয়েত ইউনিয়নৰ বীৰ' খিতাপেৰে ভূষিত মাৰ্শ্বাল ঝুকভ আছিল জেনাৰেল হেড'কোৱাৰ্টাৰ্ছৰ সদস্য আৰু ডেপুটি চুপ্ৰীম কমাণ্ডাৰ ইন চীফ। চুপ্ৰীম কমাণ্ডাৰ ইন চীফৰ নিৰ্দেশত তেওঁ কুৰ্স্কৰ বাগজত বিভিন্ন ৰণাঙ্গনৰ যুদ্ধৰ সমন্বয় সাধন কৰিছিল।

১ জি. কে ঝুকভ, পূৰ্বোক্ত।

এই নিবন্ধত মই কুৰ্স্কত ছোভিয়েত ফৌজৰ আত্মৰক্ষামূলক যুঁজত থাক প্ৰতি-আক্ৰমণ সম্পৰ্কে, সেইবোৰৰ পৰিকল্পনা আৰু প্ৰস্তুতিৰ লগত জড়িত কেইটামান প্ৰশ্ন সম্পৰ্কে আলোচনা কৰিম।

১৯৪৩ চনৰ বসন্তকাল সোনকালে আহিছিল আৰু সেই কালত মই আছিলোঁ উত্তৰ-পশ্চিম ৰণাঙ্গনত। ষ্টালিনে ১৩ বা ১৪ মাৰ্চ তাৰিখে মোক ফোন কৰিছিল আৰু দক্ষিণ-পশ্চিম আৰু ভ'ৰনেৰ ৰণাঙ্গনৰ পৰিস্থিতি সম্পৰ্কে আলচ কৰিবৰ বাবে মোক জেনাৰেল হেড কোৱাৰ্টাৰ্ছলৈ মাতি পাঠিয়াছিল। এই কথা সুবিদিত যে সেই দুই ৰণাঙ্গনত শত্ৰুৱে এক প্ৰতি-আক্ৰমণৰ সূচনা কৰিছিল আৰু ছোভিয়েত সৈন্যসকলক পিচলৈ খেদি পঠাইছিল। আমাৰ ৰণাঙ্গনসমূহ অসুবিধাৰ সন্মুখীন হৈছিল, বিশেষ অসুবিধাত পৰিছিল খাৰকভৰ দক্ষিণ-পূৰ্বত। তাৰ অৱস্থা খুতিয়াই চোৱাৰ আৰু ঘটনাস্থলীলৈ গৈ সেনাপতিসকলক সাহায্য কৰাটো জৰুৰী হৈ পৰিছিল।

জেনাৰেল হেড কোৱাৰ্টাৰ্ছ আৰু ৰণাঙ্গনৰ ষ্টাফসকলৰ তৰফৰপৰা সোত্তম পদক্ষেপৰ কল্যাণত শত্ৰুইতৰ গতিৰোধ কৰিব পৰা হৈছিল, আৰু এপ্ৰিলৰ আগছোৱাত আমাৰ সৈন্যসকলে ছেভেৰস্কি দনেৎস্কৰ ওপৰত তেওঁলোকৰ অৱস্থান সংহত কৰি পেলাইছিল।

এই পৰিস্থিতিত ছোভিয়েত চুপ্ৰীম কমাণ্ডে যি প্ৰশ্নৰ সন্মুখীন হৈছিল সি হৈছে ১৯৪৩ চনৰ বসন্ত আৰু গ্ৰীষ্মত ছোভিয়েত ফৌজে যি যুদ্ধ কৰিব তাৰ ধৰণ ঠিক কৰা। আমি সবাতোপৰি দক্ষিণ-পশ্চিম খণ্ড সম্পৰ্কে আগ্ৰহশীল আছিলোঁ, কাৰণ তাতেই সংখ্যাগৰিষ্ঠ নাৎছী ফৌজক নিয়োগ কৰা হৈছিল। শত্ৰুইতে আক্ৰমণাত্মক যুঁজ চলাই যাব নেকি আৰু চলাই গলে কোন সময়লৈকে তাক কৰিব সেইটো জনাটো জৰুৰী হৈ পৰিছিল। অৱশ্যে এইটো সম্ভৱ আছিল যে ছোভিয়েত আক্ৰমণক ভেটা দিবলৈ হিটলাৰপন্থী সেনাপতিসকলে আত্মৰক্ষামূলক যুঁজৰ সিদ্ধান্ত লব। চীফ অব্ দ্য জেনাৰেল ষ্টাফ মাৰ্শাল এ এম ভাছিলেভস্কি আৰু

ৰণাঙ্গনৰ সেনাপতিসকল একমত হোৱাত চেণ্ট্ৰাল, ভ'ৰ'নেঝ আৰু দক্ষিণ-পশ্চিম ৰণাঙ্গনসমূহৰ বিপৰীতে থকা এলেকাবোৰত পুংখানুপুংখ অনুসন্ধান চলাবৰ বাবে জেনাৰেল ষ্টাফে এজানি ব্যৱস্থা অৱলম্বন কৰিলে। তাছিলেভস্কিয়ে শত্ৰুৱে খুঁজি থকা এলেকাৰ গভীৰলৈ শত্ৰুৰ সংৰক্ষিত শক্তিবোৰৰ সংখ্যাগত শক্তি আৰু সিহঁতৰ অৱস্থান-ধৰণী আৰু ফ্ৰান্স, জাৰ্মানী আৰু আন দেশৰ পৰা অহোৱা সৈন্যসমাৱেশৰ এলেকাবোৰ নিৰ্দ্ধাৰণ কৰিবলৈ চোৰাংচোৱা বিভাগ আৰু গেৰিলা আন্দোলনৰ সদৰ দপ্তৰক নিৰ্দেশ দিলে।

ৰণাঙ্গনসমূহেও সিহঁতৰ নিজৰ নিজৰ খুঁজৰ এলেকাত নিয়মীয়াকৈ বিমান আৰু স্থল অনুসন্ধান আৰম্ভ কৰিছিল। এপ্ৰিলৰ আগছোৱাৰ ভিতৰতে অ'ৰেল, ছুমি, বেলগ'ৰ'দ আৰু খাৰকভ এলেকাবোৰত শত্ৰুসেনাৰ শক্তি সম্বন্ধে যথেষ্ট খবৰ গোটোৱা হৈছিল। সেইবোৰ বিশ্লেষণ কৰি আৰু ভ'ৰ'নেঝ আৰু চেণ্ট্ৰাল ৰণাঙ্গনৰ সেনাপতিসকলৰ লগত আলোচনা কৰি আৰু তাৰ পিছত প্ৰত্যক্ষ লাইনত ভাছিলেভস্কিৰ লগত পৰামৰ্শ কৰি ৮ এপ্ৰিল তাৰিখে মই কুৰ্স্ক বালজত ইচ্ছাকৃত আত্মৰক্ষামূলক অৱস্থান গ্ৰহণৰ প্ৰয়োজনীয়তা সম্বন্ধে মোৰ মতামত জনাই এটা ৰিপৰ্ট চুপ্ৰীম কমাণ্ডাৰলৈ পঠালোঁ। (২নং ক্ৰোড়পত্ৰ চাওক)। আমাৰ সৈন্যসকলৰ পক্ষে অদূৰ ভৱিষ্যতে আক্ৰমণাত্মক অভিযান চলোৱাটো অবিবেচনাৰ কাম হব বুলি মই ভাবিছিলোঁ।

মোৰ প্ৰস্তাৱ আছিল আত্মৰক্ষামূলক যুদ্ধত শত্ৰুৰ শক্তি কম কৰা, সিহঁতৰ টেংকবোৰ অকামিলা কৰি দিয়া, তাৰ পিছত নতুন সংৰক্ষিত শক্তি অনা, সাধাৰণ আক্ৰমণাত্মক অভিযান আৰম্ভ কৰা আৰু শত্ৰুৰ প্ৰধান গোষ্ঠীবোৰক খতম কৰা। সেইকালেই চেণ্ট্ৰাল আৰু ভ'ৰ'নেঝ ৰণাঙ্গনে তেওঁলোকৰ বিবেচনা পঠালে (৩ আৰু ৪নং ক্ৰোড়পত্ৰ চাওক)।

আমি দাঙি ধৰা যুক্তিবোৰ লৈ দীঘলীয়া আলোচনাৰ পিছত চুপ্ৰীম কমাণ্ডাৰ ইন চীফে শেষলৈকে দৃঢ় সন্মতি দিলে যে গভীৰলৈ

কিন্তু প্ৰতিবন্ধা ঘাঁটিবোৰৰ পৰা যাৱতীয় ভৰছৰ অস্ত্ৰৰ গোলাবৰ্ষণেৰে জাৰ্মান আক্ৰমণাত্মক অভিযানৰ মোকাবিলা কৰিব লাগিব। আকাশৰ পৰা শক্তিশালী আঘাত আৰু যুদ্ধৰত আৰু ৰণনৈতিক শক্তিবোৰৰ ভৰফৰ পৰা প্ৰত্যাঘাত হানিব লাগিব, তাৰ ফলত শত্ৰুক ভাগকৰা আৰু শক্তিহীন কৰি পেলাই তাৰ পিচত বেলগ'ৰ'দ খাৰকভ আৰু অ'ৰেল খণ্ডত শক্তিশালী প্ৰতি-আক্ৰমণ কৰি তাক খতম কৰি পেলাব লাগিব। তাৰ পিচত প্ৰধান খণ্ডত গভীৰলৈ আক্ৰমণাত্মক হেঁচা চলাই যাব লাগিব।

কুৰ্স্ক বালজত জাৰ্মানইঁতক এবাৰ ছেদেলি-ভেদেলি কৰিব দিব পৰা হলে জেনাৰেল হেড কোৱাৰ্টাৰ্ছ'ৰ প্ৰস্তাৱ আছিল দনবাছ, নীপাৰৰ পূৱ দিশৰ সমগ্ৰ ইউক্ৰাইন মুক্ত কৰা, তামান উপদ্বীপত শত্ৰু অৱতৰণৰ তীৰভূমি ধ্বংস কৰা, পূৰ্ব বিয়েলোৰুছিয়া পুনৰ দখল কৰা আৰু আমাৰ দেশৰ শত্ৰুক বহিষ্কাৰ কৰি দিয়াৰ পৰিবেশ সৃষ্টি কৰা।

জেনাৰেল হেড কোৱাৰ্টাৰ্ছে কুৰ্স্ক এলেকাত প্ৰধান জাৰ্মান ফৌজবোৰক ছত্ৰভঙ্গ কৰিবৰ বাবে তলত দিয়া দৰে পৰিকল্পনা কৰিছিল।

প্ৰধান জাৰ্মান গোষ্ঠীবোৰে যিবোৰ ঘাঁটিৰ পৰা জপিয়াই পৰিব সেইবোৰ সঠিকভাৱে নিৰ্দ্ধাৰণৰ পিচত লগে লগে পৰিকল্পিত হৈছিল যে অপ্ৰত্যাশিতভাৱে সমস্ত আগ্নেয়াস্ত্ৰ আৰু মৰ্টাৰৰ পৰা জাকে জাকে তুমুল বোমাবৰ্ষণ কৰা হব আৰু হেফাজতত থকা সমস্ত বিমানৰ পৰা শত্ৰুৰ ওপৰত আঘাত হনা হব। কুৰ্স্ক বালজ এলেকাত যুদ্ধৰত সৈন্যসকলক নিৰ্ভৰযোগ্য বিমান সৈন্যৰ যোগান ধৰি আৰু আত্মৰক্ষামূলক যুঁজত সহায় কৰি আমাৰ বিমান বাহিনীয়ে আকাশপথত নিজৰ সম্পূৰ্ণ প্ৰাধান্য প্ৰতিষ্ঠা কৰিব বুলি স্থিৰ কৰা হৈছিল। পৰিকল্পনা কৰা হৈছিল যে এই লক্ষ্য সাধনৰ বাবে ভ'ৰ'নেৰ, চেণ্ট্ৰাল আৰু দাঁতিকাষৰীয়া সমূহ ৰণাঙ্গনৰ বিমান আৰু দূৰপাল্লাৰ বিমান পৰিবহনৰ বিমানবোৰো নিয়োগ কৰা হব।

শত্ৰুৱে আক্ৰমণ আৰম্ভ কৰিলত ভ'ৰ'নেঝ আৰু চেণ্ট্ৰাল ৰণাংগনৰ সৈন্যসকলক নিৰ্দেশ দিয়া হ'ল প্ৰতিটো অৱস্থান, প্ৰতিটো লাইন গোলাবৰ্ষণৰ সাহায্যত দৃঢ়ভাৱে ৰক্ষা কৰিবলৈ আৰু প্ৰতি-আক্ৰমণ কৰিবলৈ আৰু গভীৰৰ পৰা প্ৰত্যাঘাত কৰিবলৈ, বিপন্ন খণ্ডবোৰত টেংক ক'ৰ আৰু টেংক বাহিনীকে ধৰি সংৰক্ষিত শক্তিবোৰ আনিবলৈ। যেতিয়া শত্ৰুক দুৰ্বল কৰি পেলাব পৰা হ'ব আৰু ৰোধ কৰিব পৰা হ'ব তেতিয়া ভ'ৰ'নেঝ, চেণ্ট্ৰাল, ষ্টেপ আৰু ব্ৰিয়ানস্ক ৰণাংগনৰ, পশ্চিম ৰণাংগনৰ বাওঁপক্ষৰ আৰু দক্ষিণ-পশ্চিম ৰণাংগনৰ বাহিনীবোৰে অনতিপলমে প্ৰতি-আক্ৰমণ আৰম্ভ কৰিব লাগিব, শত্ৰুইতৰ ফৌজবোৰক একে ঠাইত আবদ্ধ ৰাখিবলৈ আৰু শত্ৰুৰ সংৰক্ষিত শক্তি যাতে আহিব নোৱাৰে সেই উদ্দেশ্যে দেশৰ দক্ষিণাংশত আৰু উত্তৰ-পশ্চিমাংশত বিভিন্ন ক্ষেত্ৰত আক্ৰমণাত্মক অভিযানৰ পৰিকল্পনা কৰা হৈছিল।

এপ্ৰিলৰ দ্বিতীয়াৰ্দ্ধত, অৰ্থাৎ জেনাৰেল হেড কোৱাৰ্টাৰ্ছে গ্ৰীষ্ম-কালীন আৰু হেমন্তকালীন অভিযান সম্পৰ্কে চূড়ান্ত সিদ্ধান্ত লোৱাৰ ঠিক পিচতেই কুৰ্স্ক এলেকাত যুদ্ধৰ প্ৰস্তুতি আৰম্ভ হৈছিল। জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সদস্য হিচাপে মই এই সমগ্ৰ কালছোৱা ভ'ৰ'নেঝ আৰু চেণ্ট্ৰাল ৰণাংগনৰ লগত থাকিব লগীয়া হৈছিল, পৰিস্থিতি সম্বন্ধে ঠাইতে তদন্ত কৰিব লগীয়া হৈছিল, আগন্তুক যুঁজৰ প্ৰস্তুতি সম্পৰ্কে বুজ লব লগা হৈছিল আৰু চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফক অৱহিত কৰিব লগা হৈছিল।

২২ মে'ৰ দিনা মই চুপ্ৰীম কমাণ্ডাৰ-ইন চীফলৈ নিম্নোক্ত ৰিপৰ্ট পঠাইছিলোঁ:

"কমৰেড ইভানভ[১] লৈ

"২১ মে ১৯৪৩ৰ দিনা চেণ্ট্ৰাল ৰণাংগনৰ পৰিস্থিতি তলত দিয়া ধৰণৰ:

১ ষ্টালিনৰ সাংকেতিক নাম—সং

"১. ২১ মে'ৰ ভিতৰত সকলো ধৰণৰ অনুসন্ধানৰ পৰা প্ৰতিষ্ঠিত হৈছে যে চেণ্ট্ৰাল ৰণাঙ্গনৰ সমুখত শত্ৰুৰ প্ৰথম শাৰীত ১৪ টা পদাতিক ডিভিশ্বন আৰু দ্বিতীয় শাৰীত তিনিটা পেনাৎছাৰ ডিভিশ্বন সহ ১৭টা ডিভিশ্বন আছে।

"তদুপৰি অ'ৰেলৰ দক্ষিণত ২য় পেনাৎছাৰ ডিভিশ্বন আৰু ৩৬তম মটৰাইজড ইনফেণ্ট্ৰি ডিভিশ্বন গোট খুৱাৰ বুলি বাতৰি পোৱা গৈছে।

"শত্ৰুৰ ৪ৰ্থ পেনাৎছাৰ ডিভিশ্বন যিটোক আগতে ছেভস্কৰ পশ্চিমত ৰখা হৈছিল সেই ডিভিশ্বনটোক আন ঠাইলে লৈ যোৱা হৈছে। তাৰোপৰি ব্ৰিয়ানস্ক আৰু কাৰাচেফ এলেকাত তিনিটা ডিভিশ্বন আছে, তাৰ ভিতৰত দুটা হৈছে পেনাৎছাৰ।

"গতিকে ২১ মে তাৰিখে যি অৱস্থা তাৰপৰা দেখা গৈছে চেণ্ট্ৰাল ৰণাঙ্গনৰ বিৰুদ্ধে শত্ৰুৱে ৩৩ টা ডিভিশ্বন লৈ যুঁজিব পাৰে, তাৰ ভিতৰত ৬ টা পেনাৎছাৰ ডিভিশ্বন।

"ৰণাঙ্গনৰ যন্ত্ৰভিত্তিক আৰু চাক্ষুষ অনুসন্ধানত ৮০০ আগ্নেয়াস্ত্ৰ— প্ৰধানতঃ ১০৫ মি. মি আৰু ১৫০ মি. মি. কামান দেখা গৈছে।

"শত্ৰুইতে সিইতৰ আগ্নেয়াস্ত্ৰৰ বুজন অংশ ১৩-শ আৰ্মি, ৪৮তম আৰ্মিৰ বাওঁ কাষ আৰু ৭০তম আৰ্মিৰ সোঁ কাষৰ মুখামুখি, অৰ্থাৎ ট্ৰজনো-পেৰভয়ে-প'জদেয়েভো অংশত থৈছে। এই প্ৰধান গোলন্দাজ গোষ্ঠীৰ পিচকালে ৎছুমেয়েভকা-ক্ৰাছনায়া বশ্চা শাৰীত ৬০০-৭০০ টেঙ্ক আছে। বুজন অংশটো গোট খুওৱা হৈছে অ'ৰা নৈৰ পূবত।

"অ'ৰেল, ব্ৰিয়ানস্ক আৰু স্মলেনস্ক এলেকাত শত্ৰুৱে ৬০০-৬৫০ খন জঙ্গী বিমান গোট খুৱাইছে। অ'ৰেল এলেকাত শত্ৰুৰ প্ৰধান বিমান গোষ্ঠী আছে।

"স্থল আৰু আকাশ উভয় ক্ষেত্ৰত শত্ৰু যোৱা কেইদিন ধৰি নিষ্ক্ৰিয় হৈ

আছে, সিহঁতে সকলুবা অনুসন্ধান আৰু মাজে মাজে সকলুবা গোলন্দাজ আক্ৰমণৰ মাজতে সিহঁতক সীমাবদ্ধ ৰাখিব লাগিছে।

"শক্ৰহঁতে নিজৰ অগ্ৰবৰ্তী লাইনত আৰু নিজৰ বেষ্টিত প্ৰতিৰক্ষা এনেকাৰে গভীৰত গঢ়ি থাকিব লাগিছে আৰু ক্ৰাস্নায়া হুলবদকা ছেনকেভো অংশত ১৩শ আৰ্মিৰ সমুখত নিজৰ অৱস্থান তীব্ৰভাৱে ৰক্ষা কৰিব লাগিছে। সেই অংশত নেকচ নৈ চেৰাই শক্ৰৰ এটা দ্বিতীয় প্ৰতিৰক্ষা শাৰী ইতিমধ্যে আছেই। পৰ্য্যবেক্ষণৰ জৰিয়তে বুজা গৈছে যে এই অংশত, পেকচৰ ৩-৪ কিলোমিটাৰ দক্ষিণলৈ শক্ৰহঁতে এটা তৃতীয় প্ৰতিৰক্ষা শাৰী নিৰ্মাণ কৰিছে।

"বন্দীহঁতে কৈছে যে জাৰ্মান কমাণ্ডে অ'ৰেলৰ দক্ষিণত থকা আমাৰ জোঁটৰ কথা আৰু আমাৰ পৰিকল্পিত আক্ৰমণাত্মক অভিযানৰ কথা জানে আৰু এই বিষয়ে জাৰ্মান গোটবোৰক সতৰ্ক কৰি দিয়া হৈছে। ধৃত বৈমানিকসকলে দাবী কৰিব লাগিছে যে জাৰ্মান কমাণ্ডে নিজেই এটা আক্ৰমণাত্মক অভিযানৰ প্ৰস্তুতি চলাব লাগিছে আৰু সেই উদ্দেশ্যে বিমানৰ সমাবেশ ঘটাব লাগিছে।

"মই নিজে ১৩শ আৰ্মিৰ সমুখত থকা শাৰীবোৰলৈ গৈছো, বিভিন্ন ঠাইৰ পৰা শক্ৰ প্ৰতিৰক্ষা চাইছোঁ, সিহঁতৰ ক্ৰিয়াকলাপ পৰ্য্যবেক্ষণ কৰিছো, ৭০ তম আৰু ১৩শ আৰ্মিৰ ডিভিজনেল কমাণ্ডাৰসকলৰ সৈতে, কমাণ্ডাৰ গালানিন, পুখভ আৰু ৰোমানেনকোৰ[1] সৈতে কথা হৈছো আৰু এই সিদ্ধান্তত উপনীত হৈছো যে অগ্ৰৱৰ্তী শাৰীবোৰত শক্ৰৰে আক্ৰমণাত্মক অভিযানৰ বাবে পোনপটীয়া প্ৰস্তুতি চলাই থকা নাই।

---

১ লেফটেনেন্ট-জেনাৰেল আই ভি গালানিনে ৭০তম আৰ্মিৰ সেনাপতিত্ব কৰিছিল। লেফটানেন্ট-জেনাৰেল এন, ভি পুখভে ১৩শ আৰ্মিৰ আৰু লেফটানেন্ট-জেনাৰেল পি, এল, ৰোমানেনকোৱে ৪৮তম আৰ্মিৰ সেনাপতিত্ব কৰিছিল—সঃ

"মোৰ ভুল হব পাৰে। হব পাৰে যে শত্ৰুৱে তাৰ আক্ৰমণাত্মক অভিযানৰ প্ৰস্তুতি সুকৌশলে আঁৰে আঁৰে কৰি গৈছে। কিন্তু তাৰ অস্ত্ৰসজ্জিত শক্তিৰ বিন্যাস, পদাতিক গঠনবোৰৰ গভীৰতাৰ অভাৱ, গধুৰ গোলন্দাজ বাহিনীবোৰৰ অনুপস্থিতি আৰু তাৰ লগতে সংৰক্ষিত শক্তিবোৰক সিঁচৰতি কৰি ৰখা—এইবোৰ ফঁহিয়াই চোৱাৰ পিচতে মোৰ ধাৰণা হৈছে যে মে মাহৰ শেষ ছোৱাৰ আগতে আক্ৰমণাত্মক অভিযানৰ বাবে শত্ৰুৱে প্ৰত্যক্ষ প্ৰস্তুতি চলোৱা নাই।

"২. ১৩শ আৰু ৭০তম আৰ্মিৰ প্ৰতিৰক্ষা ব্যৱস্থা সঠিকভাৱে সংগঠিত হৈছে আৰু গভীৰত স্তৰে স্তৰে বিন্যস্ত আছে। ৪০তম আৰ্মিৰ প্ৰতিৰক্ষা ব্যৱস্থা ক্ষীণ, ইয়াৰ গোলাবৰ্ষণ ক্ষমতাৰ গভীৰতা অপ্ৰতুল বা তল খাপৰ, আৰু শত্ৰুৱে যদি মালোৱাৰ খানগেলস্ক বাওঁপিনৰ পৰা এৰাই গৈ ক'স্তিন[1]ৰ প্ৰধান ৰণসজ্জাৰ ওপৰত আঘাত হানেহি তেনেহলে বোমানেনকোৱে শত্ৰুৰ আঘাতৰ মুখত তিষ্ঠি থাকিব নোৱাৰিবহি। এই ৰণাঙ্গনৰ সংৰক্ষিত শক্তি মূলতঃ আছে পুখভ আৰু গালানিনৰ পিচফালে, তেওঁলোকে সময়মতে বোমানেনকোক সাহায্য কৰিবলৈ আহিব নোৱাৰিব।

"মোৰ ধাৰণা হয়, বোমানেনকোক জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ পৰা দুটা পদাতিক ডিভিশ্বন, তিনিটা টি-৩৪ টেঙ্ক ৰেজিমেণ্ট, দুটা টেঙ্ক প্ৰতিৰোধী ৰেজিমেণ্ট আৰু জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত দুটা মৰ্টাৰ বা গোলন্দাজ ৰেজিমেণ্ট সৰবৰাহ কৰি তেওঁৰ শক্তি বঢ়াব লাগিব। যদি এইবোৰ সৰবৰাহ কৰা যায় তেনেহলে বোমানেনকোৱে মজবুত প্ৰতিৰক্ষা সংগঠিত কৰিব পাৰিব আৰু যেতিয়াই দৰকাৰ হব বেছ ঘনীভূত শক্তি হিচাপে আক্ৰমণাত্মক অভিযানৰ দিহা কৰিব পাৰিব।

১ ৰ'ক'ছ'-ভস্কিৰ সাংকেতিক নাম—সঃ।

"পুখভ, গালানিন আৰু ৰণাঙ্গনৰ আন আন বাহিনীৰ প্ৰতিৰক্ষাৰ প্ৰধান দুৰ্বলতা হৈছে তেওঁলোকৰ টেঙ্ক-প্ৰতিৰোধী গোলন্দাজ ৰেজিমেণ্ট নাই। বৰ্তমান এই ৰণাঙ্গনৰ মাথো চাৰিটা গোলন্দাজ বাহিনী আছে, তাৰ ভিতৰত দুটা আছে ৰণাঙ্গনৰ পশ্চাদ্ভাগত, কোনো ট্ৰেকচন ব্যৱস্থা নোহোৱাকৈ!

"বেটেলিয়ন আৰু ৰেজিমেণ্টবোৰত ৪৫ মি. মি. কামানৰ বিৰাট নাটনি বৈ যোৱাত স্তৰ-বিন্যাসবোৰৰ আৰু অগ্ৰৱৰ্তী টেঙ্ক প্ৰতিৰোধী প্ৰতিৰক্ষা দুৰ্বল।

"মোৰ ধাৰণা হয়, কস্তিনক চাৰিটা টেঙ্ক প্ৰতিৰোধী ৰেজিমেণ্ট (ৰোমানেনকোৰৰ থকাবোৰক লৈ) আৰু স্বয়ংচালিত ১৫২ মি. মি. বৰতোপৰ তিনিটা ৰেজিমেণ্ট বিমান সোনকালে সম্ভৱ দিয়াটো জৰুৰী।

"৩. আক্ৰমণাত্মক অভিযানৰ বাবে কস্তিনৰ প্ৰস্তুতি এতিয়াও সম্পূৰ্ণ হোৱা নাই। ঠাইতে এই প্ৰশ্নটো সম্পৰ্কে আলোচনা কৰি কস্তিন, পুখভ আৰু মই এই সিদ্ধান্তত উপনীত হলো যে বেহু ভেদ কৰাৰ বাবে কস্তিনে নিৰ্বাচন কৰা এলাকাটো তাৰপৰা ২-৩ কিলোমিটাৰ পশ্চিমলৈ আঁতৰাই লোৱা দৰকাৰ, অৰ্থাৎ আৰখানগেলস্কোকো তাত সামৰি লোৱা দৰকাৰ আৰু প্ৰথম স্তৰবিন্যাসত নতুন শক্তিৰে বলীয়ান এটা কৰ ৰখা দৰকাৰ, ৰেলপথৰ পশ্চিমত এটা টেঙ্ক ক'ৰ সহ।

"কস্তিনে বৰ্তমান গোলন্দাজ গোষ্ঠী লৈ পৰিকল্পিত বেহুভেদ কৰিব নোৱাৰিব কাৰণ এই অংশত শত্ৰুৱে তাৰ প্ৰতিৰক্ষা লেখতলবলগীয়াকৈ শক্তিশালী আৰু মজবুত কৰিছে।

"ব্যূহভেদ সুনিশ্চিত কৰিবলৈ হলে কস্তিনক আৰু এটা আক্ৰমণকাৰী গোলন্দাজ ক'ৰ দিব লাগিব।

"এই ৰণাঙ্গনত গড়ে দেৰ গোলাবৰ্ষণ গোট আছে।

"অনুগ্ৰহকৈ এই বণাঙ্গনৰ দুই সপ্তাহৰ ভিতৰত মৌলিক গুণসম্পন্ন তিনিটা গোলাবৰ্ষণ গোট সৰবৰাহ কৰিবলৈ গ্ৰাকোলেভক[1] অৱশ্যে পালনীয় নিৰ্দেশ দিয়ক।

"৪. পুখভৰ বৰ্তমান ১২টা ডিভিজন আছে। তাৰ ভিতৰত ছয়টা দুটা ক'ৰত একত্ৰ কৰা আছে। পুখভে নিজে ছয়টা ডিভিজন পৰিচালনা কৰিছে। লক্ষ্যসাধনৰ স্বাৰ্থত মই আপোনাক দুটা হেড কোয়াৰ্টাৰ্ছ ষ্টাফৰ ক'ৰ গঠন কৰিবলৈ আৰু অনতিপলমে পুখভলৈ পঠাবলৈ আৰু হেড কোয়াৰ্টাৰ্ছ ষ্টাফৰ আৰু এটা ক'ৰ গালানিনলৈ পঠাবলৈ অনুৰোধ কৰিছো। গালানিনৰ এতিয়া এটা পদাতিক ক'ৰৰ উপৰিও পাঁচটা পৃথক পৃথক ডিভিজন আছে।

আপোনাৰ সিদ্ধান্তলৈ বাট চাই আছোঁ.

"য়ুৰিয়েভ"[2]

মই অনুৰূপভাৱে ভ'ৰ'নেঝ বণাঙ্গনৰ পৰিস্থিতিয়ো অনুশীলন কৰিছিলো আৰু সকলো বিষয় তত্তালিকে জেনাৰেল হেড কোয়াৰ্টাৰ্ছক জনাইছিলোঁ।

মই ইউনিটবোৰৰ আৰু বণাঙ্গনৰ ষ্টাফসকলক আৰু জেনাৰেল ষ্টাফৰ কৰ্মৰত দেখা পাইছিলোঁ, আৰু এই কথা কবই লাগিব যে তেওঁলোকৰ নিৰলস কামকাজে গ্ৰীষ্মকালীন যুদ্ধত এক বিৰাট ভূমিকা পালন কৰিছিল। ষ্টাফৰ কৰ্মীসকলে শত্ৰুহঁতৰ সৈন্য-সামন্ত, সিহঁতৰ সম্ভাব্য ক্ষমতা আৰু মতলব সম্বন্ধে পোৱা যাৱতীয় বাতৰিবোৰৰ দিনে-নিশাই সত্যাসত্য বিচাৰ কৰিছিল। প্ৰাপ্ত তথ্যবোৰৰ সাৰসংক্ষেপ কৰি উচ্চতৰ কমাণ্ডৰ ওচৰলৈ পঠাই দিয়া হৈছিল, তেওঁলোকে যথাযথ সিদ্ধান্ত লৈছিল।

---

১ কৰ্ণেল জেনাৰেল এন. ভি. গ্ৰাকোলেভ, মু'খ্য গোলন্দাজ প্ৰশাসনৰ প্ৰধান—সঃ

২ ষ্টুকভৰ সাংকেতিক নাম—সঃ

হাতত যথেষ্ট সময় থকাত আমাৰ সৈন্যসকলে মজবুত প্ৰতিৰক্ষা গঢ়ি তোলাত লাগি গল। ৰণাঙ্গনৰ আৰু আৰ্মিৰ সামৰিক পৰিকল্প-সমূহে, কমাণ্ডাৰসকলে আৰু হেড কোৱাৰ্টাৰ আৰু ৰাজনৈতিক বিভাগ-বোৰে এটা যথাযথ অনুপাতবিশিষ্ট, গভীৰলৈ ভৰবিস্তৃত সুৰক্ষা ব্যৱস্থা গঢ়ি তোলাৰ বাবে, গতিশীল গোলাবৰ্ষণ ব্যৱস্থা সংগঠনৰ হকে, সৈন্য-সকলৰ বাবে সবাতোকৈ উপযোগী গোষ্ঠী গঠনৰ নিমিত্তে, আত্মৰক্ষা-মূলক আৰু আক্ৰমণাত্মক যুঁজ চলাবলৈ দক্ষতাৰে সৈতে সৈন্যসকলক প্ৰশিক্ষণদান আৰু নিৰ্ভৰযোগ্য নেতৃত্ব সুনিশ্চিত কৰিবৰ বাবে অক্লান্ত পৰিশ্ৰম কৰিবলৈ ধৰিলে।

বিগত যুদ্ধৰ পৰা অৰ্জিত অভিজ্ঞতাই দেখুৱাই দিয়ে যে যুদ্ধকৰ্ম পৰিচালনাৰ বাবে গৃহীত পৰিকল্পনাবোৰৰ নিয়মিত উন্নতিসাধন কৰি থকা দৰকাৰ আৰু 'সময়ে সময়ে' অৱস্থা যেনেকৈ স্পষ্ট হৈ উঠে সেই অনুযায়ী ডাঙৰ ডাঙৰ পৰিৱৰ্তনসাধন কৰাও দৰকাৰ। কুৰ্স্কৰ যুঁজ তাৰ এটা উদাহৰণ। • পৰিৱৰ্তনৰ যথাৰ্থতা নিৰ্ণয়ৰ বাবে জেনাৰেল হেড কোৱাৰ্টাৰ্ছ আৰু জেনাৰেল ষ্টাফে সৰ্বপ্ৰথম শত্ৰু সৈন্যবোৰৰ বিন্যাস আৰু অস্ত্ৰসজ্জিত আৰু গোলাবৰ্ষণকাৰী গোটবোৰৰ আৰু বোমাবৰ্ষণ-কাৰী আৰু জঙ্গী বিমানবোৰৰ পুনৰ্বিন্যাস সম্বন্ধে বা-বাতৰি গোটাবৰ বাবে কাৰ্যকৰ অনুসন্ধান সংগঠিত কৰিব লগীয়া হৈছিল। কিন্তু শত্ৰুপক্ষৰ কমাণ্ডৰ উদ্দেশ্য আৰু পৰিকল্পনা সম্বন্ধে বা-বাতৰি সংগ্ৰহ কৰাটো আছিল আটাইতকৈ গুৰুত্বপূৰ্ণ বিষয়।

চোৰাংচোৱাসূত্ৰে প্ৰাপ্ত বাতৰিবোৰৰ সত্যাসত্য নিৰ্ণয় কৰি জেনাৰেল ষ্টাফে সেইবোৰৰ বিস্তাৰিত বিশ্লেষণ কৰিব লগীয়া হৈছিল যাৰ উদ্দেশ্য আছিল অসংখ্য ৰিপৰ্টৰপৰা সিদ্ধান্ত গ্ৰহণ কৰা, এইবোৰ ৰিপৰ্টত কিছু ভুল বাতৰিও থাকিছিল, কাৰণ বহুমুখী চোৰাংচোৱা কামকাজ বহুতৰ দ্বাৰা অনুষ্ঠিত হৈছিল—তাৰ ভিতৰত যে অভিজ্ঞ আৰু

অনভিজ্ঞ, চোৰাংচোৱা বিভাগৰ মানুহ আৰু গেৰিলা যুঁজাৰু বহুসংখ্যক আছিল এই কথা সুবিদিত।

এক্সো এবোটা অভিযানৰ প্ৰস্তুতিৰ সময়ত শত্ৰুপক্ষই সিহঁতৰ মতলৰ গোপন কৰাৰ চেষ্টা কৰে। এনে ভাও জুৰে সিহঁতে যেন নিজৰ বাহিনী-বোৰৰ পুৰ্ণবিন্যাস কৰাৰ চেষ্টা কৰিব লাগিছে ; ছলনা কৰাৰ বাবে নানান ধৰণৰ কাম কৰে। ষ্টাফৰ লোকসকলে তাৰ মাজৰ পৰা কোনটো সঁচা আৰু কোনটো মিছা তাক বিচাৰি উলিয়াব লাগে। এই ক্ষেত্ৰত লাগতিয়াল কামকাজ সংগঠিত কৰা যায় কেৱল কেন্দ্ৰীভূত নিৰ্দেশ আৰু উমৈহতীয়া প্ৰয়াসৰ ভেটিতহে, কোনো চিন্তা বা অনুমানৰ ভেটিত কেতিয়াও তাক কৰিব নোৱাৰি।

প্ৰাপ্ত খবৰাখবৰৰ ভেটিত চুপ্ৰীম কমাণ্ড কোনো এটা বা আন ৰণনৈতিক খণ্ডত শত্ৰুৰ সম্ভাব্য ক্ষমতা আৰু মতলব সম্বন্ধে সিদ্ধান্তলৈ আহিব লগা হৈছিল।

পৰিস্থিতিৰ মূল্যায়ন কৰি জেনাবেল হেড কোয়াৰ্টাৰ্ছ আৰু চুপ্ৰীম কমাণ্ডৰ ধাৰণা হৈছিল যে চেণ্ট্ৰাল ৰণাঙ্গনৰ বিৰুদ্ধে যুঁজিবৰ বাবে শত্ৰুহঁতে অ'বেল এলেকাত সিহঁতৰ আটাইতকৈ শক্তিশালী গোষ্ঠী গঢ়ি তুলিব লাগিছে। কিন্তু পৰৱৰ্তী কালত দেখা গল যে ভ'ৰ'নেঝ ৰণাঙ্গনৰ বিৰুদ্ধে থকা গোষ্ঠীটো আৰু বেছি শক্তিশালী। তাত আছিল শত্ৰুপক্ষৰ নটা পেনাৎছাৰ আৰু মটৰ সমন্বিত ডিভিশ্বন (১৫০০ টেঙ্ক), কেন্দ্ৰীয় ৰণাঙ্গনৰ বিপৰীতে য'ত আছিল মাথো ১২টা ডিভিশ্বন (১২০০ টেঙ্ক)। শত্ৰুহঁতক প্ৰতিহত কৰিবলৈ গৈ কেন্দ্ৰীয় ৰণাঙ্গন ভ'ৰ'নেঝ ৰণাঙ্গনতকৈ বেছি সফল হৈছিল কেলেই ইয়াৰ পৰা তাৰ প্ৰধান ব্যাখ্যা পোৱা যায়।

সংৰক্ষিত শক্তি সম্বন্ধে দুআষাৰ কথা কোৱা যাওক। কুস্কৰ বাজজত যুঁজৰ আঁচনি কৰাৰ সময়ত জেনাবেল হেড কোয়াৰ্টাৰ্ছ প্ৰবল সংৰক্ষিত শক্তি গঢ়ি তোলাৰ বাবে বহুতখিনি কৰিছিল। আচম্বিতে

কিবা ঘটিলে তাব মোকাবিলা কৰিবৰ বাবে আৰু সৰ্বাত্মক প্ৰতি আক্ৰমণৰ সময় হলে সেই আঘাত হনাৰ ক্ষেত্ৰত অতিৰিক্ত শক্তি যোগাবৰ বাবে লিভনি-স্তাবি আৰু স্ক'ল লাইনত স্তেপ ৰণাঙ্গনৰ সৈন্যসকলক কেন্দ্ৰীভূত কৰা হৈছিল। এই ৰণাঙ্গনৰ কমাণ্ডাৰ আছিল কৰ্ণেল-জেনাৰেল কনেভ, লেফটানেণ্ট-জেনাৰেল আই. খেড ছুহাইকভ আছিল সামৰিক পৰিষদৰ সদস্য আৰু লেফটানেণ্ট জেনাৰেল এম..ভি বাখাৰভ আছিল ৰণাঙ্গনৰ চীফ অৱ্ ষ্টাফ।

জেনাৰেল হেড কোয়াৰ্টাৰ্ছৰ ৰণনৈতিক সংৰক্ষিত শক্তি স্তেপ ৰণাঙ্গনক আসন্ন যুঁজত অতীব গুৰুত্বপূৰ্ণ ভূমিকা দিয়া হৈছিল। সি হৈছে যেন্থ ভেদ কৰি যাতে শত্ৰুপক্ষই গভীৰলৈ প্ৰৱেশ কৰিব নোৱাৰে তাক প্ৰতিহত কৰা। আৰু আমাৰ ফৌজে যেতিয়া প্ৰতি-আক্ৰমণ কৰিব সেই সময়ত ইয়াৰ কৰ্তব্য নিৰ্দ্ধাৰণ কৰা হৈছিল গভীৰৰ পৰা শক্তিৰ যোগান ধৰাৰ। এই ৰণাঙ্গনৰ ইউনিটবোৰক শত্ৰুইতকৈ ভালেখিনি আঁতৰত নিয়োগ কৰা হৈছিল, তাৰ ফলত তেওঁলোকে স্বচ্ছন্দে সুকৌশলী চাল দিব পাৰিছিল।

চূড়ান্ত কৰ্তব্যৰ বিচাৰত স্তেপ ৰণাঙ্গন ১৯৪১ চনৰ হেমন্তকালত মস্কোৰ প্ৰৱেশমুখত যুদ্ধৰত বিজাৰ্ভ-ৰণাঙ্গনৰপৰা আছিল যথেষ্ট সুকীয়া। বিজাৰ্ভ ৰণাঙ্গন আছিল দৰাচলতে চলি থকা যুঁজৰ দ্বিতীয় স্তৰবিন্যাস, তাৰ সশস্ত্ৰ শক্তিৰ সৰহভাগ পশ্চিম ৰণাঙ্গনৰ পশ্চাদ্ভাগত নিয়োজিত আছিল।

জুন মাহৰ শেষছোৱাত পৰিস্থিতি সম্পূৰ্ণ স্পষ্ট হৈ পৰিছিল। এই কথা ফটফটীয়া হৈ উঠিল যে পৰৱৰ্তী কেইদিনমানৰ ভিতৰত আন ঠাইবোৰৰ ভিতৰত কুৰ্স্ক এলেকাতে শত্ৰুৱে আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিব।

সেই সময়ত মই কেন্দ্ৰীয় ৰণাঙ্গনত আছিলো, ৰ'ক'ছভস্কিৰ লগত একেলগে ১৩শ আৰ্মি, ২য় টেঙ্ক আৰ্মি আৰু বিজাৰ্ভ ক'ৰত কাম কৰি

আছিলো। ৩০ জুন তাৰিখে চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফে ফোনেৰে মোক অঁথেল অংশত থাকিবলৈ আৰু চেণ্ট্ৰাল, ব্ৰিয়ানস্ক আৰু পশ্চিম ৰণাঙ্গনৰ কামকাজৰ মাজত সমন্বয় সাধিবলৈ নিৰ্দেশ দিলে। ষ্টালিনে ক'লে, "মই ভাছিলেভস্কিক ভ'ৰ'নেঝ ৰণাঙ্গনলৈ পঠাবলৈ লৈছো।"

১৩ শ আৰ্মিয়ে যি অংশ ৰক্ষা কৰি আছিল তাতেই শত্ৰুৰ প্ৰধান আক্ৰমণৰ আশঙ্কা কৰা হৈছিল, গতিকে তাত অসাধাৰণভাৱে নিবিড় গোলাবৰ্ষণ ব্যৱস্থা গঢ়ি তোলা হল: কিলোমিটাৰেপতি ৯২ টা বৰতোপ আৰু মৰ্টাৰ।

সৈন্য সংস্থাপনৰ সমগ্ৰ এলেকা জুৰি কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ টেঙ্ক প্ৰতি ব্যৱস্থা গঢ়ি তোলা হল। তেওঁলোকৰ ওচৰত থাকিল সৰ্বাধিক সংখ্যক গোলাবৰ্ষণ ব্যৱস্থা টেঙ্ক আৰু মাইন-ক্ষেত্ৰ।

কেন্দ্ৰীয় ৰণাঙ্গনৰ সবাতোকৈ শক্তিশালী টেঙ্ক-বিৰোধী প্ৰতিৰক্ষা সংগঠিত হল ১৩ শ আৰ্মিৰ এলাকাত আৰু ৪৮ তম আৰু ৭০ তম আৰ্মিবোৰৰ কাষৰীয়া পক্ষবোৰত, ভ'ৰ'নেঝ ৰণাঙ্গন সংগঠিত হল ৬ষ্ঠ আৰু ৭ম গাৰ্ডছ, আৰ্মিবোৰৰ এলাকাত। তাত ঘনত্ব আছিল কিলোমিটাৰেপতি ১৫'৬ বৰতোপ আৰু ৰণাঙ্গনৰ দ্বিতীয় স্তৰবিন্যাসক হিচাপত ধৰিলে ৩০ টা বৰতোপ। তদুপৰি দুটা টেঙ্ক ৰেজিমেণ্ট আৰু এটা টেঙ্ক ব্ৰিগেডেৰে দুটা ক্ষেত্ৰৰ শক্তি আৰু বৃদ্ধি কৰা হল। ১৩ শ আৰ্মিৰ এলেকাত কিলোমিটাৰেপতি ৩০ টা টেঙ্ক-প্ৰতিৰোধী বৰতোপ আছিল।

যিবোৰ দিশৰপৰা শত্ৰুৰ টেঙ্ক অহাৰ আশঙ্কা আছিল সেইবোৰ দিশত টেঙ্ক-প্ৰতিৰোধী শক্তিশালী বিন্দু আৰু এলেকা সংগঠিত কৰা হল আৰু টেঙ্ক-প্ৰতিৰোধী সংৰক্ষিত শক্তি গঢ়ি তোলা হল। এইবোৰ ব্যৱস্থা কাৰ্যকৰ প্ৰমাণিত হৈছিল আৰু এইবোৰ যুদ্ধৰ গতিপথত শত্ৰুৰ পেনাৎজাৰ বাহিনীবোৰক গুৰুতৰৰূপে পৰ্যুদস্ত কৰি কুৰ্স্ক বালজত শত্ৰুৰ সম্পূৰ্ণ পৰাজয় পূৰ্ব-নিৰ্দ্ধাৰিত কৰি দিছিল।

আমাৰ অনুসন্ধানী অভিযানৰপৰা বুজা গৈছিল যে কেন্দ্ৰীয় আৰু ভ'ৰ'নেৰ ৰণাঙ্গনৰ বিৰুদ্ধে মাৰ্শাল ৰিভোকেন্সৰ নেতৃত্বাধীনত ২০০০ বিমানবিশিষ্ট তিনিটা লুফৱাফে ক'ৰ—১ম ৪ৰ্থ আৰু ৮ম—যুদ্ধৰত আছিল। মাৰ্চ মাহত শত্ৰুৰ বিমানবাহিনীয়ে ৰেল জংচন, ৰেল লাইন, চহৰ আৰু পশ্চাদ্ভাগত অৱস্থিত গুৰুত্বপূৰ্ণ লক্ষ্যবস্তুবোৰৰ ওপৰত ক্ৰমেই বেছিকৈ আঘাত হানিবলৈ ধৰিলে আৰু জুন মাহৰ আগছোৱাত আমাৰ সৈন্যসকলৰ আৰু সামৰিক চলাচল আৰু সৰবৰাহ ব্যৱস্থাৰ ওপৰত আক্ৰমণ তীব্ৰ কৰিলে। ২য়, ৫ম আৰু ১৬ শ বাহিনী আৰু দেশৰ বিমান-বিধ্বংসী প্ৰতিৰক্ষাবাহিনীৰপৰা বোমাৰু বিমানৰ দুটা ডিভিজনে ছোভিয়েত ফৌজ আৰু সমগ্ৰ কুৰ্স্ক অভিক্ষেপ ৰক্ষা কৰিছিল। শত্ৰুৰ আক্ৰমণাত্মক অভিযান সম্পৰ্কে আগতীয়াকৈ অনুমান কৰি বিমান-বিধ্বংসী কামানেৰে ৰণাঙ্গনবোৰৰ শক্তিবৃদ্ধি কৰা হৈছিল।

জুলাই মাহৰ ভিতৰত কেন্দ্ৰীয় ৰণাঙ্গনে হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ পৰা পাঁচটা বিমানবিধ্বংসী বিমান পাইছিল, তদুপৰি ইয়াৰ আছিল পাঁচ ৰেজিমেট মজলীয়া আৰু ২৩ ৰেজিমেণ্ট লঘু গোলন্দাজ বাহিনী। ভ'ৰ নেৰ ৰণাঙ্গনৰ আছিল জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ পৰা পোৱা চাৰিটা বিমানবিধ্বংসী ডিভিজন, পাঁচিশটা বিমান-প্ৰতিৰোধী ৰেজিমেণ্ট, তিনিটা বিমান-প্ৰতিৰোধী বেটেলিয়ন আৰু পাঁচটা বিমান-প্ৰতিৰোধী বেটাৰি। এইবোৰ উপকৰণ থকাৰ ফলত বহু লক্ষ্যবস্তুক দুই, তিনি, চাৰি আনকি পাঁচ শাৰীৰ গোলা-বৰ্ষণেৰে ৰক্ষা কৰাটো ৰণাঙ্গনবোৰৰ পক্ষে সম্ভৱ হৈছিল। বিমান আক্ৰমণ প্ৰতিৰোধী প্ৰতিৰক্ষা ব্যৱস্থাই বোমাৰু বিমান চালনা বিভাগৰ সৈতে আৰু পৰ্য্যৱেক্ষণ, সতৰ্কতাজ্ঞাপন আৰু যোগাযোগ ব্যৱস্থাৰ সৈতে ভালকৈ সহযোগিতা কৰিছিল।

ৰণাঙ্গনবোৰৰ আৰু সমগ্ৰ কুৰ্স্ক অভিক্ষেপৰ সবল আৰু সুসংগঠিত বিমান-প্ৰতিৰোধী প্ৰতিৰক্ষা ব্যৱস্থাই সৈন্যসকলক কাৰ্য্যকৰ বিমান-ভয়

দিয়া, সফলভাবে বিমান আক্রমণ প্ৰতিৰোধ কৰা আৰু শত্ৰুপক্ষৰ বিমান শক্তিৰ গুৰুতৰ ক্ষতিসাধন কৰাটো সম্ভৱ কৰিছিল।

ৰণাঙ্গনসমূহৰ সুৰক্ষিত স্থান নিৰ্মাণৰ গভীৰতা ১৫০ কিলোমিটাৰ চেৰাই গৈছিল আৰু দন নৈৰ পাৰ জুৰি ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা ৰেখাৰ লগত মিলি ২৫০-৩০০ কিলোমিটাৰ পৰ্য্যন্ত হৈছিল। ৰণাঙ্গনসমূহে এটা বৰ ডাঙৰ আৰু জটিল কাম কৰিছিল, যাৰ ফলত গোলাবৰ্ষণৰ সময়ত সৈন্য-সকলৰ পক্ষে আশ্ৰয় পোৱা আৰু অগ্ৰসৰমান শত্ৰুক আৰু কাৰ্য্যকৰভাৱে ধ্বংস কৰা সম্ভৱ হৈছিল।

ৰণাঙ্গন, আৰ্মি আৰু আন আন বৃহৎ সৈন্যগঠনবোৰৰ চলাচল আৰু সৰবৰাহ ব্যৱস্থাৰ বাবে অতি গুৰুত্বপূৰ্ণ কাম কৰিছিল।

কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ চলাচল আৰু সৰবৰাহ সংক্ৰান্ত কমাণ্ডাৰসকল আছিল এন এ. আন্তিপেনকো আৰু ভি এন. ভ্লাছভ।ময়ো দুয়োজনকে ভালকৈ জানিছিলোঁ। আন্তিপেনকোৰ সৈতে মোৰ প্ৰথম সাক্ষাত ঘটে মস্কোৰ প্ৰৱেশমুখত যুদ্ধৰ সময়ত, সেই সময়ত তেওঁ পশ্চিম ৰণাঙ্গনৰ ৪৯তম আৰ্মিৰ চলাচল আৰু সৰবৰাহ বিভাগৰ মুখ্য আছিল। সেই সময়তে তেওঁ সুদক্ষ সৰবৰাহ বিষয়া হিচাপে নিজক প্ৰমাণিত কৰিছিল।

জেনাৰেল হেড কোৱাৰ্টাৰ্ছে ৰণাঙ্গনসমূহৰ বাবে যি যুঁজ পৰিকল্পনা ৰচনা কৰিছিল তাৰ সাফল্যৰ বাবে কুৰ্স্কৰ যুঁজত চলাচল আৰু সৰবৰাহ সুনিশ্চিত কৰাৰ এক সুবিশাল কৰ্মকাণ্ড অনুষ্ঠানৰ প্ৰয়োজন হৈছিল, কাৰণ এই যুঁজৰ লগত জড়িত আছিল ১৩ লাখৰো অধিক সৈন্য, ৬৫০০ ৰো অধিক টেঙ্ক, ২০,০০০ ৰো অধিক কামান আৰু মৰ্টাৰ আৰু ৩১৩০ খন বিমান (দূৰপাল্লাৰ বিমানসহ)।

অলেখ বাধা-বিঘিনি থকা সত্ত্বেও ৰণাঙ্গনসমূহৰ চলাচল আৰু সৰবৰাহ ব্যৱস্থাই চমৎকাৰভাৱে কৰ্তব্য সম্পাদন কৰিছিল; আত্মৰক্ষা-মূলক যুঁজত লাগতিয়াল সৰবৰাহ সম্পূৰ্ণৰূপে নিশ্চিত কৰিছিল আৰু

তাৰ পাচত ভত্তাইৰেলাকৈ আক্ৰমণাত্মক যুদ্ধত অৱতীৰ্ণ হোৱাটো সম্ভৱপৰ কৰিছিল।

কুৰ্ক', অ'বেল, ভ'ৰনেৰ আৰু খাবকভ অঞ্চলৰ পাৰ্টি আৰু চৰকাৰী সংস্থাসমূহে আৰু জনগণে চলাচল আৰু সৰবৰাহ ব্যৱস্থা-বোৰলৈ আৰু পোনপটীয়াকৈ সৈন্যসকললৈ বিপুল সাহায্য আগ-বঢ়াইছিল। ৰণাঙ্গনবোৰৰ এনেকাৰ শিল্পসংস্থাবোৰে টেঙ্ক, বিমান, ট্ৰাক, গোলাবৰ্ষণকাৰী আৰু আন আন সা-সঁজুলি মেৰামত কৰিছিল, বিপুল পৰিমাণ যুদ্ধৰ পোচাক আৰু হাস্পতালৰ বাবে প্ৰয়োজনীয় কাপোৰ-কানি তৈয়াৰ কৰি দিছিল। প্ৰতিৰক্ষা লাইনবোৰক সংগঠিত কৰাৰ আৰু বাট-পথ নিৰ্মাণ আৰু মেৰামতিৰ বিপুল কাম সম্পাদন কৰা হৈছিল। কব পৰা যায় যে ৰণাঙ্গন আৰু পশ্চাদ্ভাগ এক অখণ্ড সমগ্ৰ হিচাপে গঢ়ি উঠিছিল। শত্ৰুৰ বিৰুদ্ধে জিকিবৰ বাবে প্ৰত্যেকেই তেওঁৰ পক্ষে যিখিনি কৰা সম্ভৱ সকলো কৰিছিল। ই আছিল নিজৰ সমাজ-তান্ত্ৰিক দেশৰ হকে সংগ্ৰামত আমাৰ জনগণ আৰু সশস্ত্ৰ ফৌজৰ লক্ষ্যৰ মাজত থকা মিলৰ প্ৰকাশ।

মই এই কথা কবই লাগিব যে জেনাৰেল খ'ৰ্চ'ভস্কি আৰু জেনাৰেল ভাতুনিনে চলাচল আৰু সৰবৰাহৰ লগত জড়িত বহুত বিষয়ৰ সমস্যাৰ সমাধান নিজেই কৰিছিল, আৰু যুদ্ধৰ সময়ত সৈন্যসকলে যে যথেষ্ট পৰিমাণে সৰবৰাহ পাইছিল ই হৈছে তাৰ এটা ডাঙৰ কাৰণ।

মে মাহত, স্থল আৰু বিমানৰ সমস্ত ইউনিটবোৰক নিবিড়ভাৱে যুদ্ধকৰ্ম আৰু ৰাজনৈতিক সংক্ৰান্ত প্ৰশিক্ষণ দিয়া হৈছিল। জুন মাহত প্ৰতিজন সৈনিক আৰু কমাণ্ডাৰে শত্ৰুৰ মুখামুখি হবৰ বাবে সাজু হল। সেই সময় সোনকালে আহি গল। চোৰাংচোৱা সূত্ৰে পোৱা বাৰ্তাই খবৰাখবৰে জেনাৰেল হেড কোৱাৰ্টাৰ্চ আৰু ৰণাঙ্গনসমূহক শত্ৰুৱে ঠিক কোন তাৰিখে আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিব তাক নিৰ্ণয় কৰাত সহায় কৰিছিল। ২ জুলাইৰ দিনা জেনাৰেল হেড

কোৱাৰ্টাৰ্ছে ৰণাঙ্গনৰ কমাণ্ডাৰসকলক এই মৰ্মে সতৰ্ক কৰি দিলে যে এই অভিযান জুলাই মাহৰ ৩ৰ পৰা ৬ জুলাইৰ ভিতৰত আৰম্ভ হ'ব।

৪ জুলাইৰ দিনা সন্ধিয়া মই কেন্দ্ৰীয় ৰণাঙ্গনৰ সদৰ দপ্তৰত আছিলো। ভাছিলেভস্কি আছিল ভাতুনিনৰ সদৰ দপ্তৰত। মই তেওঁ লগত পোনে পোনে টেলিফোনেৰে যোগাযোগ কৰিলো তেওঁ মোক বেলগ'ৰ দ এলেকাত শত্ৰুৰ অগ্ৰৱৰ্তী ইউনিটবোৰৰ সৈতে হোৱা যুঁজ এখনৰ ফলাফল জনালে। মই এই কথাও জনা হ'লো যে ১৬৮ তম পদাতিক ডিভিশনৰপৰা বন্দী কৰা এজন সৈনিকৰপৰা পোৱা বাতৰিৰ দ্বাৰা এই সংবাদ সমৰ্থিত হৈছে যে শত্ৰুইতে ৫ জুলাই দোকমোকালিত আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিব আৰু জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ পৰিকল্পনাত উল্লেখ থকা দৰে ভ'ৰনেঝ ৰণাঙ্গনে আগতীয়াকৈ গোলাবৰ্ষণ আৰু বিমান আক্ৰমণ আৰম্ভ কৰিব।

মই এই বাতৰিটো তৎক্ষণাৎ ৰ'ক'ছভস্কি আৰু মালিনিনক দিলোঁ। ৫ জুলাই মাজনিশা ২ বজাৰ পিচত কোনো এটা সময়ত ১৩শ আৰ্মিৰ কমাণ্ডাৰ জেনাৰেল পুখভে ৰ'ক'ছভস্কিক ফোন কৰিলে আৰু বাতৰি দিলে যে ৬ষ্ঠ পদাতিক ডিভিশনৰ পৰা ধৃত এজন ছেপাৰে কৈছে যে জাৰ্মান ফৌজ ৫ জুলাই ধলপুৱা ৩ টা মানত আক্ৰমণাত্মক অভিযানৰ বাবে সাজু হৈ আছে।

ৰ'ক'ছ'ভস্কিয়ে মোক সুধিলে, "আমি এতিয়া কি কৰিম?" জেনাৰেল হেড কোৱাৰ্টাৰ্ছত ৰিপৰ্ট কৰিম নে প্ৰতি-প্ৰস্তুতি গোলাবৰ্ষণৰ আদেশ দিম?

মই কলোঁ, সময় অপচয় কৰাটো যুক্তিসঙ্গত নহব, ৰণাঙ্গনৰ আৰু জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ পৰিকল্পনাত যেনেকৈ কোৱা হৈছে তেনেকৈ নিৰ্দেশ দিয়ক। মই এতিয়াই ষ্টালিনক ফোন কৰিম আৰু কি জানিব পাৰিছো তাক জনাম।"

সংবক্ষিত গোলন্দাজ সেনা-গঠনসমূহৰ কমাণ্ডাৰসকলক আৰু ৰণাঙ্গনৰ জেনাৰেল ভি আই. কালাকভক অনবৰতে ফোন কৰি আছিল। কালাকভ তেতিয়া ৪৭-গোলন্দাজ ক'বৰ লগত আছিল। এই কথা কবই লাগিব যে ৰণাঙ্গনৰ, বাহিনীসমূহৰ আৰু ডিভিশনবোৰৰ গোলন্দাজ ষ্টাফ আৰু গোলন্দাজ কমাণ্ডাৰসকলে আত্মৰক্ষামূলক যুঁজত আৰু প্ৰতি-প্ৰস্তুতি পৰ্য্যায়ত গোলন্দাজ বাহিনীৰ গোলাবৰ্ষণ সংগঠনত বেছ ভাল আৰু সুকৌশলী কাম কৰিছিল।

কুৰ্স্ক বালজত গৌৰৱময় যুঁজৰ পৰাক্ৰান্ত "ঐকতান"ৰ প্ৰথম সুৰটো বাতি ২টা ২০ মিনিটত বাজি উঠিল। এই ঐকতানত সবাতোকৈ সৰব হৈছিল গধুৰ গোলন্দাজ বাহিনীৰ একেলগে কামান গৰ্জন আৰু এম-৩১ ৰকেট গোলাৰ বিস্ফোৰণ।

যেতিয়া ষ্টালিনে ফোন কৰিলে, তেতিয়া গোলাবৰ্ষণ পূৰ্ণোদ্যমে চলি আছিল।

তেওঁ সুধিলে "হেৰি, আৰম্ভ কৰিছে নেকি ?"

"হয়।"

'শত্ৰুৰ আচৰণ কেনেকুৱা ?'

মই জনালোঁ যে শত্ৰুইতে আমাৰ প্ৰতি প্ৰস্তুতি গেলোবৰ্ষণৰ প্ৰত্যুত্তৰত কিছু বেটাৰিৰ পৰা গোলাবৰ্ষণ কৰিছিল, কিন্তু সোনকালে নীৰৱ হৈ গল।

ষ্টালিনে ক'লে, "বৰ ভাল। মই পাচত আকৌ ফোন কৰিম।"

তাহানি দিনত প্ৰতি-প্ৰস্তুতি গোলাবৰ্ষণৰ ফলাফল চোৱা আৰু নিৰ্ণয় কৰা টান আছিল। কিন্তু যথেষ্ট সুসংগঠিত নোহোৱাকৈ চাৰে পাঁচ বজাত জাৰ্মানইতৰ পৰা আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিব আৰু সিহঁতে একে সময়তে সকলো ঠাইত আক্ৰমণ চলাব নোৱৰা কথাটোৱে আমাৰ প্ৰতি-প্ৰস্তুতি গোলাবৰ্ষণে যে সিহঁতৰ গুৰুতৰ ক্ষতিসাধন কৰিছিল তাৰ প্ৰমাণ দিয়ে। যুদ্ধৰ গতিপথত ধৰা পেলোৱা জাৰ্মান

সৈন্যইঁতে কৈছিল যে আমাৰ প্ৰতি-প্ৰস্তুতি গোলাবৰ্ষণে সিঁহঁতক বিমোৰত পেলাইছিল, সিঁহঁতৰ গোলন্দাজ বাহিনীৰ বিপুল ক্ষতি কৰিছিল আৰু প্ৰায় সকলো ঠাইত যোগাযোগ ব্যৱস্থা, আৰু পৰ্যবেক্ষণ আৰু নিয়ন্ত্ৰণ ব্যৱস্থাৰ বিপুল ক্ষতি কৰিছিল।

কিন্তু এই কথা উল্লেখ কৰা দৰকাৰ যে শত্ৰুৱে আক্ৰমণ কৰাৰ সময়ৰ ভিতৰত আমাৰ ইউনিটবোৰে প্ৰতি-প্ৰস্তুতি গোলাবৰ্ষণৰ বিস্তাৰিত পৰিকল্পনা ৰচনা কৰি উঠিব পৰা নাই। আক্ৰমণোদ্যত শত্ৰুসৈন্যইঁত যিবোৰ ঠাইত কেন্দ্ৰীভূত হৈছে সেইবোৰ এলেকা আৰু ৪ জুলাইৰ ৰাতিৰ আক্ৰমণৰ লক্ষ্যবস্তুবোৰ তেতিয়ালৈকে যথাযথভাৱে নিৰ্ণীত হোৱা নাছিল। এই কথা অৱশ্যে কটকটীয়া যে অনুসন্ধানৰ যিবোৰ উপকৰণ আছিল তাৰে লক্ষ্যবস্তুবোৰৰ স্থান নিৰ্ণয় কৰাটো উজু নাছিল, কিন্তু ৰণাংগনৰ ইউনিটবোৰে যিখিনি কৰিছিল তাতকৈ বেছি কৰিব পৰা গ'লহেঁতেন। ফলশ্ৰুতি হৈছিল এয়ে যে প্ৰতি-প্ৰস্তুতি গোলাবৰ্ষণৰ লক্ষ্য আছিল কেইটামান এলেকা, নিৰ্দিষ্ট লক্ষ্যবস্তু নহয়। ইয়াৰ ফলত শত্ৰুইঁত বেছি ধৰণে হতাহত হোৱাটো এৰাই যাব পৰা হয়। দুই, বা আঢ়ৈ ঘণ্টাৰ ভিতৰত সিঁহঁত আক্ৰমণাত্মক অভিযান কৰিবলৈ সক্ষম হয়। আমাৰ গোলাবৰ্ষণৰ অভূতপূৰ্ব ঘনত্ব থকা সত্ত্বেও প্ৰথম দিনাই শত্ৰুপক্ষ ৩-৬ কিলোমিটাৰ অগ্ৰসৰ হ'বলৈ সমৰ্থ হয়। প্ৰতি-প্ৰস্তুতি, গোলাবৰ্ষণ আদি আৰু ভালকৈ সংগঠিত কৰিব পৰা হ'লে সিঁহঁতে ইমানখিনি ছাপে কৰিব নোৱাৰিলেহেঁতেন।

এই কথাও উপেক্ষা কৰিব নোৱাৰি যে প্ৰতি-প্ৰস্তুতি গোলাবৰ্ষণ ৰাতি কৰা হৈছিল আৰু তাত বিমানবাহিনীৰ ভূমিকা আছিল অনুল্লেখনীয়, মুকলিমূৰীয়াকৈ কব লাগিলে, অকাৰ্য্যকৰ। শত্ৰুইঁতৰ বিমান ঘাঁটিৰ ওপৰত খলপুৱাৰ আক্ৰমণত বস্তুতঃপক্ষে সিঁহঁতে লক্ষ্য অৰ্জন কৰিব পৰা নাই, কাৰণ সেই সময়ৰ ভিতৰতে শত্ৰুইঁতে

সিংহঁতৰ স্থলসৈন্যইঁতক সমৰ্থন যোগাবৰ বাবে সিংহঁতৰ বিমান আকাশলৈ পঠাই দিছিল।

ৰণকৌশলৰ প্ৰয়োজনত গঠিত সৈন্য-গঠনবোৰক আৰু যুদ্ধৰ গতিপথত নতুনকৈ গোট খুওৱা শাৰীবোৰক আঘাত কৰাত আমাৰ বিমান ঢেৰ বেছি কাৰ্য্যকৰ হৈছিল।

এই কথা অৱশ্যে মই কবিব নোৱাৰি যে প্ৰতি-প্ৰস্তুতি গোলাবৰ্ষণে শত্ৰুইঁতৰ অপৰিসীম ক্ষতি সাধন কৰে আৰু আক্ৰমণাত্মক অভিযানৰ ওপৰত নিয়ন্ত্ৰণ ব্যৱস্থাক ওলট-পালট কৰি দিয়ে, কিন্তু ইয়াৰ পৰা আমাৰ প্ৰত্যাশা আছিল আৰু বেছি। যুদ্ধলৈ লক্ষ্য কৰি আৰু জাৰ্মান যুদ্ধবন্দীসকলক জেৰা কৰি আমি এই সিদ্ধান্তত উপনীত হৈছিলো যে কেন্দ্ৰীয় আৰু ভ'ৰ'নেৰ ৰণাঙ্গনত গোলাবৰ্ষণ বৰ সোনকালে আৰম্ভ কৰা হৈছিল, জাৰ্মানইঁত তেতিয়াও ট্ৰেঞ্চত, মাটিৰ তলত আশ্ৰয়স্থলত আৰু গিৰিখাতবোৰত টোপনি গৈ আছিল আৰু অস্ত্ৰ-সজ্জিত ইউনিটবোৰ তেতিয়াও অপেক্ষা কৰাৰ এলেকাবোৰত লুকাই আছিল। গোলাবৰ্ষণৰ পাচত আৰম্ভ কৰা হোৱা হলে শত্ৰুইঁতৰ জনবল আৰু অস্ত্ৰশস্ত্ৰৰ ক্ষতি আৰু বেছি হলহেঁতেন। বৰ সোনকালে হলেও এই গোলাবৰ্ষণ হব লাগিছিল শত্ৰুৱে আক্ৰমণাত্মক অভিযান আৰম্ভ কৰাৰ আধা ঘণ্টা আগতে।

পুৱা চাৰে চাৰি বজাৰ পৰা পাঁচ বজাৰ ভিতৰত শত্ৰুবিমান আকাশত দেখা গল আৰু লগে লগে কেন্দ্ৰীয় ৰণাঙ্গনৰ অৱস্থানবোৰৰ ওপৰত গোলন্দাজইঁতে গোলাবৰ্ষণ আৰম্ভ কৰিলে, সবাতোকৈ ভয়াবহ গোলাবৰ্ষণ হল ১৩শ আৰ্মিৰ ওপৰত। কেইমিনিটমানৰ ভিতৰত জাৰ্মান সৈন্যইঁতে আক্ৰমণ আৰম্ভ কৰিলে। প্ৰথম আক্ৰমণৰ তৰঙ্গত সিংহঁতে তিনিটা পেনাৎজাৰ আৰু পাঁচটা পদাতিক ডিভিজনক নিয়োগ কৰিলে। সিংহঁতৰ আঘাতৰ লক্ষ্যস্থল আছিল ১৩শ আৰ্মি আৰু ৪৮ তম আৰু ৭০ তম আৰ্মিৰ সংলগ্ন পক্ষবোৰ। প্ৰবল গোলা-

বৰ্শেষে এই আক্ৰমণৰ মোকাবিলা কৰা হ'ল আৰু শত্ৰুৰ বহুতো লোক-ক্ষতি কৰি শত্ৰুক খেদি পঠোৱা হ'ল।

আমাৰ অৱস্থানবোৰ ভেদ কৰাৰ চেষ্টাৰে ৫ জুলাই জাৰ্মানীয়ে পাঁচবাৰ ভয়ংকৰ আক্ৰমণ কৰিলে, কিন্তু বিশেষ একো ফল নিদিলে। ৰণাঙ্গনৰ প্ৰায় সমস্ত অংশত চোভিয়েত সৈন্যসকল নিজৰ নিজৰ শাৰীত দৃঢ়ভাবে থিয় হৈ থাকিল, ধাৰণা হ'ল ভেঙলোকক পিচ হোহকি দিব পৰা ক্ষমতা কাৰো নাই। কেৱল দিনৰ অন্তত শত্ৰুসৈন্যই অ'লখোভাংকা আৰু আন কেইটামান এলেকাত আমাৰ প্ৰতিৰক্ষা বেহু ভেদ কৰি ৩-৬ কিলোমিটাৰ গভীৰত সোমাই পৰিব পৰা হ'ল।

১৩শ আৰ্মিৰ সৈন্যসকলে সাহসেৰে সৈতে যুঁজিছিল, বিশেষকৈ জেনাৰেল, এ. বি বাৰিনভৰ ৮১তম ডিভিজন কৰ্ণেল ভি. এম, দঝানদিগাভৰ ১৪ শ ডিভিজন, জেনাৰেল এম. এ. য়েনছিনৰ ৩০৭ তম ডিভিজন আৰু কৰ্ণেল ককোছুয়েভৰ ৩য় টেংক-বিৰোধী ব্ৰিগেডে। কেপ্টেন জি আই ইগিছেভৰ বেটাৰিয়ে প্ৰচণ্ড আঘাতৰ মুখত টিকি থাকিল, ই ৫ জুলাই ১১ টা টেংক ধ্বংস কৰিলে। ইয়াৰ চালকসকল আটায়ে বীৰৰ দৰে মৃত্যু বৰণ কৰিলে। কিন্তু নাৎচীহঁতক আগুৱাই আহিবলৈ নিদিলে। দূৰ প্ৰাচ্য, ট্ৰাণ বৈকাল এলেকা আৰু মধ্য-এচিয়াৰ সীমান্তৰক্ষী সৈন্যসকলক লৈ গঠিত জেনাৰেল গালানিনৰ ৭০তম আৰ্মিয়ে চমৎকাৰ যুঁজিছিল।

৫ই জুলাই সন্ধিয়া সিদ্ধান্ত কৰা হ'ল যে পাচদিনা পুৱা ২য় টেংক আৰ্মি আৰু সংৰক্ষিত ১৯তম টেংক ক'ৰ অনা হ'ব, ১৩শ আৰ্মিৰ সৈতে ঘনিষ্ঠ সহযোগিতাত সিহঁতক আক্ৰমণ কৰিব লাগিব, শত্ৰুক প্ৰথম যি অৱস্থানত আছিল সেই অৱস্থানলৈ খেদি পঠাব লাগিব আৰু ১৩শ আৰ্মিৰ অংশটোৰ প্ৰতিৰক্ষা ক্ষমতা পুনৰুদ্ধাৰ কৰিব লাগিব।

সুসংগঠিত প্ৰতিৰক্ষা ব্যৱস্থা আৰু আমাৰ সৈন্যসকলৰ বিপুল সাহস আৰু বীৰত্ব সত্বেও ৫ আৰু ৬ জুলাই জাৰ্মানহঁতে বিৰাট ক্ষয়ক্ষতিৰ

বিনিয়োগযুক্ত ১০ কিলোমিটাৰ পৰ্য্যন্ত আগুৱাবলৈ সক্ষম হ'ল। সুবিপুল ক্ষয়ক্ষতিৰে আওকাণ কৰি সিহঁতৰ বিমান বাহিনীয়ে পুৰা দুদিন ধৰি ভয়ঙ্কৰ আক্ৰমণ কৰিলে। তথাপি সিহঁত বেহু-পৰিবেষ্টিত প্ৰতিৰক্ষা ভেদ কৰি ওলাই আহিব নোৱাৰিলে।

আক্ৰমণকাৰী অস্ত্ৰসজ্জিত গোটবোৰক পুনৰ্বিন্যাস কৰি শত্ৰুহঁতে ৭ জুলাই দোকমোকালি পনিৰিৰ ওপৰত দুৰ্বাৰ আক্ৰমণ আৰম্ভ কৰিলে। সিদিনা পনিৰি এলাকাত স্থল আৰু আকাশত তমোময় যুঁজৰ মহাশব্দ মুহূৰ্তৰ বাবেও স্তব্ধ হোৱা নাছিল কিন্তু তাতো সিহঁতে বেহুৰে ৰচনা কৰা প্ৰতিৰক্ষা চূৰ্ণ কৰিব নোৱাৰিলে।

৮ জুলাই নাৎছীহঁতে অ'লখোভাৎকাৰ অভিমুখে সিহঁতৰ আক্ৰমণ তীব্ৰ কৰিলে, আকৌ এবাৰ ছোভিয়েত সৈন্যসকলৰ বীৰত্ব আৰু ধৈৰ্যৰ মুখত সিহঁতৰ সকলো চেষ্টা ব্যৰ্থ হ'ল। কৰ্ণেল ৰুকোছুয়েভৰ ৩য় টেঙ্ক-প্ৰতিৰোধী ব্ৰিগেডে ৩০০ শত্ৰু টেঙ্কৰ সৈতে অসম যুঁজত বিশেষ কৃতিত্ব অৰ্জন কৰিলে।

ছোভিয়েত প্ৰতিৰক্ষা ভেদ কৰাৰ বাবে নাৎছীহঁতে চলোৱা পৰৱৰ্তী প্ৰয়াসবোৰেও এই খণ্ডত কোনো ইতিবাচক ফল প্ৰসৱ কৰিব নোৱাৰিলে। ১০ জুলাইলৈকে জাৰ্মানহঁত এক কিলোমিটাৰো অগ্ৰসৰ হ'ব নোৱাৰিলে, যদিও যি টেঙ্কবোৰৰ ওপৰত হিটলাৰে মূলতঃ নিৰ্ভৰ কৰিছিল, সেই টেঙ্কৰ সৰহভাগ সিহঁতে হেৰুৱাব লগা হ'ল। ৯ ই জুলাই যুদ্ধই যেতিয়া চৰম পৰ্য্যায় পাইছিলগৈ, তেতিয়া চুপ্ৰীম কমাণ্ডাৰ ইন চীফে মোক কেন্দ্ৰীয় ৰণাঙ্গনৰ পৰিচালন কেন্দ্ৰত টেলিফোন কৰিলে আৰু পৰিস্থিতি সম্পৰ্কে তেওঁক অৱহিত কৰাৰ পিচত তেওঁ মোক সুধিলে, 'পৰিকল্পনাত যেনেকৈ কোৱা হৈছে তেনেকৈ আমাৰ ব্ৰিয়ানস্ক ৰণাঙ্গন আৰু পশ্চিম ৰণাঙ্গনৰ বাওঁপক্ষক নিয়োগ কৰাৰ সময় এতিয়াও হোৱা নাইনে?"

সেই জনালোঁ যে কেন্দ্ৰীয় ৰণাঙ্গনত আমাৰ প্ৰতিৰক্ষা ভেদ কৰিব

পৰা যথেষ্ট শক্তি শত্ৰুইতৰ আৰু নাই, আৰু যি প্ৰতিৰক্ষা ব্যৱস্থাৰ ওপৰত সিইঁত এতিয়া নিৰ্ভৰ কৰিবলৈ বাধ্য হব তাক সংগঠিত কৰিব পৰা সময় আৰু সুযোগৰ পৰা সিইঁতক বঞ্চিত কৰিবৰ বাবে আমি অনতিপলমে ব্ৰিয়ানস্ক ৰণাঙ্গনৰ আৰু পশ্চিম ৰণাঙ্গনৰ বাওঁপক্ষৰ সমগ্ৰ শক্তি লৈ আক্ৰমণাত্মক অভিযানত নামি যোৱা উচিত। নহলে কেন্দ্ৰীয় ৰণাঙ্গনে পৰিকল্পিত প্ৰতি-আক্ৰমণ চলাব নোৱাৰিব।

মোৰ ৰিপৰ্ট শুনি ষ্টালিনে ক'লে :

"মই একমত। পপভৰ ওচৰলৈ যাওক আৰু ব্ৰিয়ানস্ক ৰণাঙ্গনক যুঁজত নমাই দিয়ক। ....ব্ৰিয়ানস্ক ৰণাঙ্গনে কেতিয়াকৈ আক্ৰমণ আৰম্ভ কৰিব পাৰিব ?'

"১২ তাৰিখত।"

"ভাল।"

মই ষ্টালিনক ভ'ৰ'নেঝ ৰণাঙ্গন খণ্ডৰ পৰিস্থিতিৰ বিষয়ে একো সুসুধিলো কাৰণ ভাছিলেভস্কি আৰু জেনাৰেল ষ্টাফৰ লগত মই ক্ৰমাগত যোগাযোগ ৰাখিছিলো। কেন্দ্ৰীয় ৰণাঙ্গনৰ দৰে তাতো তীব্ৰ যুঁজ চলি থকা কথাটো মই জানিছিলোঁ।

চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফৰ নিৰ্দেশ অনুসৰি, মই ৯ জুলাই ব্ৰিয়ানস্ক ৰণাঙ্গনৰ সদৰ দপ্তৰ পালোঁগৈ। তাত মোৰ ৰণাঙ্গনৰ কমাণ্ডাৰ এ. এম. পপভ, সামৰিক পৰিষদৰ সদস্য এল. ঝেড মেখলিছ আৰু ৰণাঙ্গনৰ চীফ-অৱ ষ্টাফ এল. এম ছান্দালভৰ লগত দেখা হল। জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ পৰা তেওঁলোকে আক্ৰমণাত্মক অভিযান আৰম্ভ কৰাৰ নিৰ্দেশ ইতিমধ্যে পাইছিল।

জেনাৰেল ছান্দালভৰ যুঁজ পৰিচালনাৰ ক্ষেত্ৰত অসাধাৰণ নৈপুণ্যৰ, আক্ৰমণাত্মক অভিযানৰ বাবে সুস্পষ্টভাৱে পৰিকল্পনা ৰচনা কৰাৰ আৰু সৈন্য নিয়ন্ত্ৰণ সংগঠিত কৰাৰ অসাধাৰণ ক্ষমতাৰ কথা অৱশ্যেই

উল্লেখ কৰিব লাগিব। তেওঁৰ লগত মই প্ৰথম চিনাকি হওঁ মস্কোৰ প্ৰৱেশমুখত যুঁজৰ সময়ত, তেতিয়া তেওঁ আছিল ২০তম আৰ্মিৰ চীফ অৱ ষ্টাফসকলৰে একজন আৰু যুঁজ পৰিচালনা সংক্ৰান্ত আৰু ৰণনীতিগত বিষয়ত বিশেষজ্ঞ।

অসাধাৰণ দক্ষতা আৰু অভিজ্ঞতাসম্পন্ন জেনাৰেলসকলৰ নেতৃত্বাধীন আৰ্মিবোৰে ৰচনা কৰা আক্ৰমণাত্মক অভিযানৰ পৰিকল্পনা সুচিন্তিত আৰু সুৰচিত। ৩য় আৰ্মি আছিল জেনাৰেল এ. ভি গৰ্বাতভৰ নেতৃত্বত, ৬১ তম আৰ্মিৰ নেতৃত্বত আছিল জেনাৰেল পি. এ. বেলভ, আৰু ৬৩ তম আৰ্মিৰ নেতৃত্বত আছিল জেনাৰেল ভি য়াই ক'লপাকচি। ব্ৰিয়ানস্ক ৰণাঙ্গনৰ লগত পশ্চিম ৰণাঙ্গনৰ যি ১১শ গাৰ্ডছ আৰ্মিৰ আক্ৰমণাত্মক অভিযানত অৱতীৰ্ণ হোৱাৰ কথা তাৰ নেতৃত্বত আছিল জেনাৰেল আই. কে. বাগ্ৰামিয়ান। মই ব্ৰিয়ানস্ক আৰু পশ্চিম ৰণাঙ্গনৰ সকলো আৰ্মিৰ লগত দেখা কৰিলোঁ আৰু যথাসাধ্য দিহা পৰামৰ্শৰে তেওঁলোকক সাহায্য কৰিছিলোঁ।

বাগ্ৰামিয়ানৰ আৰ্মিত মই কিছু অতি বিস্তাৰিত কাম কৰিব লগীয়া হৈছিল। আমাৰ সম্পৰ্ক আছিল বহুত দিনৰ, কৰ্ম সম্পাদনৰ অনুকুল আৰু কমৰেডসুলভ। পশ্চিম ৰণাঙ্গনৰ কমাণ্ডাৰ ভি. ভি ছ'কলভস্কি আৰু জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ প্ৰতিনিধি আৰু গোলন্দাজবাহিনী সম্পৰ্কে বিশেষজ্ঞ এন এন. ভ'ৰনভো সেই সময়ত ১১ শ গাৰ্ড আৰ্মিৰ লগত আছিল। আৰ্মিৰ গোলন্দাজ সেনাৰ কমাণ্ডাৰ বি. এছ. হেমিওনভৰ বিপৰ্টত গোলন্দাজসকলৰ গোলাবৰ্ষণ সম্বন্ধে যি পদ্ধতিৰ প্ৰস্তাৱ কৰা হৈছিল সেই সম্পৰ্কে আলচ কৰি থাকোতে আমি সিদ্ধান্ত কৰিলোঁ যে এনে নতুন কিবা নৈ শত্ৰুৰ সমুখীন হব লাগিব যিটো সিহঁতৰ অজ্ঞাত। বহুত আলোচনাৰ পিচত আমি ঠিক কৰিলোঁ যে আক্ৰমণটো আৰম্ভ কৰিব লাগিব গোলন্দাজসকলৰ প্ৰস্তুতিৰ পিচত নহয় কাৰণ সেইটোৱেই প্ৰচলিত পদ্ধতি আৰু ই আমাৰ আক্ৰমণ

কেতিয়া হব পাৰে সেইটো শত্ৰুক জনাই দিয়ে। গোলন্দাজসকলৰ প্ৰস্তুতি প্ৰক্ৰিয়া যেতিয়া চৰম পৰ্য্যায়ত সেই সময়ত তিভৰত আক্ৰমণ কৰিব লাগিব। এই পদ্ধতিটো যে আছিল যথোপযুক্ত সি প্ৰমাণিত হৈছিল।

ব্ৰিয়ানস্ক ৰণাঙ্গন আৰু ১১শ গাৰ্ডছ আৰ্মি ১২ জুলাইৰ আক্ৰমণাত্মক অভিযানত অৱতীৰ্ণ হ'ল। প্ৰথম দিনৰ অভিযানত আমাৰ ইউনিটবোৰে গভীৰলৈকে সুসংগঠিত শত্ৰু প্ৰতিৰক্ষা ভেদ কৰিলে আৰু অ'ৰেলৰ ফালে আগুৱাবলৈ ধৰিলে।

প্ৰত্যাশা কৰা দৰেই শত্ৰুইত অ'ৰেল খণ্ডৰ পিনে চাপলি মেলিলে আৰু কেন্দ্ৰীয় ৰণাঙ্গনৰ বিৰুদ্ধে যুঁজ কৰি থকা সৈন্যগঠনবোৰৰ পৰা সৈন্য প্ৰত্যাহাৰ কৰি সিহঁতক ব্ৰিয়ানস্ক ৰণাঙ্গন আৰু পশ্চিম ৰণাঙ্গনৰ ১১শ গাৰ্ড আৰ্মিৰ বিৰুদ্ধে নিয়োগ কৰিবলৈ ধৰিলে। কেন্দ্ৰীয় ৰণাঙ্গনে এই অৱস্থাৰ সুযোগ ল'লে আৰু ১৫ জুলাই প্ৰতি-আক্ৰমণ আৰম্ভ কৰিলে।

এনেকৈ নাৎছীহঁতে বহুত দিনধৰি প্ৰস্তুতি চলাই থকা আক্ৰমণাত্মক অভিযান অ'ৰেল এলেকাত সম্পূৰ্ণ ব্যৰ্থ হ'ল। পৰাজয়ৰ তিতা-কেহা ৰস পান কৰাৰ বাহিৰে জাৰ্মান ফৌজৰ গত্যন্তৰ নাছিল; শক্তিশালী, অভিজ্ঞ আৰু অতিশয় ঘৃণিত এক শত্ৰুক পৰ্যুদস্ত কৰাৰ বাবে বাইজে গঠন কৰি দিয়া ছোভিয়েত সশস্ত্ৰ ফৌজৰ পৰাক্ৰান্ত অভিঘাত অনুভৱ কৰিবলৈ সিহঁত বাধ্য হ'ল।

১২ জুলাই ষ্টালিনে ব্ৰিয়ানস্ক ৰণাঙ্গনৰ পৰিচালন কেন্দ্ৰত মোক ফোন কৰিলে আৰু অনতিপলমে মোক প্ৰখোৰভকালৈ উৰা মাৰিবলৈ মোক নিৰ্দেশ দিলে। তাত ভয়ংকৰ ট্যাংক যুঁজ চলি আছিল। সেই ঠাইৰ অৱস্থা জনাবলৈ আৰু ভ'ৰ'নেৰ আৰু ষ্টেপ ৰণাঙ্গনৰ কামকাজৰ সমন্বয়সাধনৰ দায়িত্ব লবলৈ ষ্টালিনে মোক নিৰ্দেশ দিলে।

১৩ জুলাইৰ দিনা মই ভাতুতিনৰ পৰিচালন কেন্দ্ৰত উপনীত হলোঁ। আৰু তাত ভাছিলেভস্কিৰ দেখা পালো।

মই পৰিস্থিতি সম্পৰ্কে আৰু শত্ৰুহঁতৰ আৰু আমাৰ নিজৰ ফৌজৰ ক্ৰিয়াকলাপ সম্বন্ধে অৱহিত হলোঁ, ভাছিলেভস্কিয়ে লোৱা ব্যৱস্থাদি আৰু সিদ্ধান্তবোৰৰ বিষয়ত সম্পূৰ্ণ একমত হলোঁ। তেওঁ দক্ষিণ-পশ্চিম ৰণাঙ্গনলৈ যাবলৈ আৰু ভ'ৰ'নেঝ আৰু ষ্টেপ ৰণাঙ্গনত প্ৰতি-আক্ৰমণৰ জৰিয়তে যি আক্ৰমণাত্মক অভিযান আৰম্ভ হব তাক সংগঠিত কৰিবলৈ চুপ্ৰীম কমাণ্ডাৰ-ইন্-চীফৰ পৰা নিৰ্দেশ পাইছিল।

আমাৰ ৰণাঙ্গনসমূহৰ প্ৰতি-আক্ৰমণাত্মক অভিযানৰ পক্ষে বেছি অনুকূল পৰিস্থিতি সৃষ্টি কৰিবৰ উদ্দেশ্যে এই মৰ্মে সিদ্ধান্ত লোৱা হল যে বেছি তীব্ৰভাবে সৈতে প্ৰতি-আক্ৰমণবোৰ চলাই থকা হব, পশ্চাদপসৰণকাৰী শত্ৰুক খেদি পঠোৱা হব, বেলগ'ৰ'দ এলেকাত সিহঁতৰ প্ৰতিৰক্ষা লাইন দখল কৰি লোৱা হব; তাৰ পিচত এক চমু আৰু নিবিড় প্ৰস্তুতিৰ পিচত দুই ৰণাঙ্গনৰ সমস্ত শক্তি একগোট কৰি এক নিয়ামক প্ৰতি-আক্ৰমণাত্মক অভিযান আৰম্ভ কৰা হব।

এই দিনটোৱে বেলগ'ৰ'দ খণ্ডৰ যুদ্ধত দিক পৰিৱৰ্তনৰ সূচনা কৰিলে। ক্লান্ত আৰু জয় সম্পৰ্কে বিশ্বাসৰহিত হৈ নাৎচী সৈন্যহঁত সমস্ত প্ৰধান খণ্ডত আত্মৰক্ষামূলক যুঁজত অৱতীৰ্ণ হৈছিল। সিহঁতে ১৬ জুলাই সমস্ত আক্ৰমণ বন্ধ কৰি দিলে আৰু নিজৰ চলাচল আৰু সৰবৰাহ ইউনিট আৰু প্ৰতিষ্ঠানবোৰ বেলগ'ৰ'দৰ ফালে আঁতৰাই নিবলৈ আৰম্ভ কৰিলে। ১৭ জুলাইৰ দিনা সৈন্য প্ৰত্যাহাৰ কৰি লোৱা দেখা গল। কিন্তু আমাৰ ফৌজৰ মুখামুখি থকা ইউনিটবোৰে দুৰ্বাৰ প্ৰতিৰোধ চলাই গল।

১৮ জুলাই ভাছিলেভস্কি আৰু মই ভি. ভি ক্ৰনাচেনকিন, এ. এছ

ঝাদভ আৰু পি. এ' পি. ৰংমিস্ত্ৰভৰ[১] নেতৃত্বাধীন বাহিনীৰ ইউনিটবোৰৰ লগত আছিলোঁ। আমি নিজৰ চকুৰে কমন্সমলেংস ৰাষ্ট্ৰীয় পাণ আৰু ইভানেভস্কিয়ে ভিহেলস্কি এলাকাত তয়াময়া ৰণ চলি থকা দেখিলোঁ। ইয়াত ২৯ তম আৰু ১৮ শ ট্যাঙ্ক ক'ৰে যুঁজি আছিল। তাত শত্ৰুইঁত প্ৰবল গোলাবৰ্ষণ চলাই আছিল, আনকি প্ৰতি-আক্ৰমণো কৰিছিল। সিদিনা ৰংমিস্ত্ৰভ আৰু ঝাদভৰ সৈন্যসকলে শত্ৰুইঁতক মাথো ৪ অথবা ৫ কিলোমিটাৰ পৰ্যন্ত পিছ হোঁহকাই দিব পাৰিছিল, আৰু আই. এম চিস্তিয়াকভৰ ৬ষ্ঠ গাৰ্ড আৰ্মিয়ে ভেৰখ'পেনিয়ে এলেকাত মাথোন ওখ ঠাই এখন অধিকাৰ কৰিব পাৰিছিল। চিস্তিয়াকভৰ সৈন্যসকল যে ভাগৰি পৰিছে তাক দেখাই গৈছিল, ৪ জুলাইৰ পৰা সিহঁতৰ টোপনি যাবৰ বা জিৰণি লবৰ অৱকাশ নাছিল। শত্ৰুইঁতৰ প্ৰধান শক্তিবোৰৰ আঁচনি অনুযায়ী প্ৰত্যাহাৰ বোধ কৰাৰ বাবে অতিৰিক্ত শক্তিৰ প্ৰয়োজন আছিল। তাক কৰিবলৈ আমি আই. এম. মানাগাৰভৰ ৫৩ তম আৰ্মিৰ অংশটোক আনিব লগা হৈছিল।

ইয়াত মই এই অভিযোগ খণ্ডন কৰিব খোজো যে ভ'ৰনেঝ ৰণাঙ্গনৰ দৰে কেন্দ্ৰীয় ৰণাঙ্গনেও শত্ৰুৱে কোন ফালেদি তাৰ আক্ৰমণ কৰিব তাক সঠিকভাৱে নিৰ্ণয় কৰিব পৰা নাছিল আৰু ফলস্বৰূপে এই ৰণাঙ্গনে ১৬৪ কিলোমিটাৰ জোৰা এটা লাইনত সিহঁতৰ সৈন্যবোৰক সিচৰতি কৰি থৈছিল; দক্ষিণ ফালৰ পৰা অগ্ৰসৰমান প্ৰধান সেনাগোষ্ঠীৰ দ্বাৰা আক্ৰান্ত ৬ষ্ঠ গাৰ্ডছ আৰ্মিয়ে ইয়াৰ সমুখভাগত চুবুৰীয়াতকৈ (প্ৰত্যেক ৫০ কিলোমিটাৰ) বেছি

---

১ লেফটানেণ্ট জেনাৰেল ভি. ভি. ক্ৰুচোকিন ৬৯তম আৰ্মিৰ, কমাণ্ডাৰ লেফটানেণ্ট জেনাৰেল এ. এছ. ঝাদভ ৫ম গাৰ্ডছ আৰ্মিৰ কমাণ্ডাৰ আৰু লেফটানেণ্ট-জেনাৰেল পি. এ, ৰংমিস্ত্ৰভ ৫ম ট্যাঙ্ক আৰ্মিৰ কমাণ্ডাৰ আছিল।

বহল ( ৬৫ কিলোমিটাৰ ) বাখিছিল। এই আৰ্মিয়ে যি অংশত যুঁজিছিল তাতো গড় ঘনত্ব আছিল কিলোমিটাৰেপতি সমুখভাগত ২৫.৪ টা কামান আৰু ২.৪ টা টেঙ্ক যিক্ষেত্ৰত এই ৰণাঙ্গনৰ আন আন ঠাইত আছিল ৩৫.৬ টা কামান আৰু ৬.৯ টা টেঙ্ক[1]।

পৰিস্থিতিৰ বিশ্লেষণ কৰিবলৈ গৈ জেনাৰেল হেড কোৱাৰ্টাৰ্ছ, ভ'ৰনেঝ ৰণাঙ্গনৰ জেনাৰেল ষ্টাফ আৰু কমাণ্ডে ভাবিছিল যে শত্ৰুৱেঁ ৬ষ্ঠ গাৰ্ড আৰু ৭ম গাৰ্ড উভয় আৰ্মিৰ বিৰুদ্ধেই মূল আঘাত হানিব, মাথোন ৬ষ্ঠ গাৰ্ড আৰ্মিৰ বিৰুদ্ধে নহয়। জাৰ্মান ফৌজে য'ত মূল আঘাত হানিব বুলি আশঙ্কা কৰা হৈছিল সেই প্ৰতিৰক্ষাখণ্ডৰ পৰিসৰৰ কথা কব লাগিলে, ৬ষ্ঠ আৰু ৭ম গাৰ্ড আৰ্মিৰ সামুখভাগ আছিল ১১৪ কিলোমিটাৰ দীঘল যিক্ষেত্ৰত আন দুটা আৰ্মিৰ সমুখভাগ আছিল ১৩০ কিলোমিটাৰ দীঘল।

কামান আৰু টেঙ্কৰ গড় ঘনত্ব যথেষ্ট ভালকৈ হিচাপ কৰা হোৱা নাছিল: ৩৮ তম আৰু ৪০ তম আৰ্মিৰ অংশত কামানৰ ঘনত্ব আছিল নিচেই কম; ৩৮ তম আৰু ৪০ তম আৰ্মিৰ টেঙ্ক খুব কম আছিল। আনহাতেদি ৬ষ্ঠ আৰু ৭ম গাৰ্ডছ আৰ্মিৰ অংশত কেন্দ্ৰীভূত আছিল জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ প্ৰায় সমস্ত গোলন্দাজ ইউনিট আৰু গঠন, সমস্ত টেঙ্ক ইউনিট আৰু গঠন আৰু সমগ্ৰ সংৰক্ষিত শক্তি।

তদুপৰি ৬ষ্ঠ আৰ্মিৰ প্ৰতিৰক্ষা লাইনৰ ঠিক পিচ ফালে আছিল সুসংগঠিত প্ৰতিৰক্ষা ব্যৱস্থা থকা ১ম টেঙ্ক আৰ্মি, আৰু ৬ষ্ঠ আৰু ৭ম গাৰ্ডছ; আৰ্মিৰ সংযোগস্থলীত, অলপ গভীৰত আছিল নিজস্ব প্ৰতিৰক্ষা লাইন সমন্বিত ৬৯ তম আৰ্মি। তাৰোপৰি, ৬ষ্ঠ গাৰ্ডছ আৰ্মিৰ পিচফালে যুঁজ কৰাৰ এলেকাত আছিল ৰণাঙ্গনৰ সংৰক্ষিত

১ গ্ৰেট পেট্ৰিয়টিক ৱাৰ অব্ দ্য ছোভিয়েত ইউনিয়ন, ১৯৪১-৪৫, চিফ হিষ্টৰি, মস্কো ১৯৭০, পৃঃ ২৪৪ ( ৰুছ ভাষাত )

শক্তি—৩ঃ ৩য় গাৰ্ড্ছ ইনফেন্ট্ৰি ক'ৰ আৰু ২য় আৰু ৫ম গাৰ্ড্ছ টেংক ক'ৰ।

গতিকে, ভ'ৰ'নেঝ ৰণাংগনৰ কমাণ্ডাৰ ভাতুতিনৰ বিৰুদ্ধে সমালোচনাৰ ভিত্তি আছিল সাধাৰণভাৱে বিৰাজমান অৱস্থাৰ এক নিৰ্দিষ্ট পৰিস্থিতিত সৈন্যসকলৰ আৰু অস্ত্ৰশস্ত্ৰৰ ঘনত্বৰ সম্পৰ্কত ত্ৰুটিপূৰ্ণ হিচাপ। আৰ্মিবোৰৰ ৰেহ ৰচনাৰ ঘনত্বকে মাথোন হিচাপত ধৰা হৈছিল, ৬ষ্ঠ গাৰ্ড আৰ্মিৰ এলেকাত নিযুক্ত জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ কামানবোৰ হিচাপত ধৰা হোৱা নাছিল। আৰু টেংকৰ ঘনত্বৰ বিষয়ত ৰণাংগনৰ কমাণ্ডে প্ৰধানকৈ ১ম টেংক আৰ্মি আৰু ৩য় গাৰ্ড্ছ আৰু ৫ম গাৰ্ড্ছ টেংক ক'ৰৰ ওপৰত নিৰ্ভৰ কৰিছিল।

ভাওৰ যুঁজ এখনত আত্মৰক্ষাকাৰীসকলৰ প্ৰতিৰোধৰ শক্তিৰ সঠিক পৰিমাপ কৰিবলৈ হলে ৰেহ ৰচনাৰ এলেকাত আৰু বেছি গভীৰত জনবল আৰু অস্ত্ৰশস্ত্ৰবোৰ হিচাপত ধৰা দৰকাৰ।

ৰণাংগনসমূহত আত্মৰক্ষামূলক ফলাফলৰ বিচাৰৰ ক্ষেত্ৰত এই কথা মনত ৰাখিব লাগিব যে একেবাৰে প্ৰথম দিনাই শত্ৰুইত ভ'ৰ'নেঝ ৰণাংগনৰ ৬ষ্ঠ আৰু ৭ম গাৰ্ড্ছ আৰ্মিবোৰক প্ৰায় ৫ টা ক'ৰেৰে (৩য় এছ. এছ পেনাৎছাৰ ক'ৰ, ৩য় পেনাৎছাৰ ক'ৰ, ৪৮ তম পেনাৎছাৰ ক'ৰ, ৫৫ তম আৰ্মি ক'ৰ ৰাউজ ক'ৰৰ এটা অংশ) আক্ৰমণ কৰিছিল, য'ত কেন্দ্ৰীয় ৰণাংগনৰ বিৰুদ্ধে সিহঁতে তিনিটা ক'ৰ ব্যৱহাৰ কৰিছিল। সেয়ে অ'ৰেলৰ ফালৰ পৰা আৰু বেলগ'ৰ'দৰ এলেকাৰ ফালৰ পৰা জাৰ্মান ফৌজে হনা আঘাতৰ শক্তিৰ পাৰ্থক্য সহজেই অনুমান কৰিব পাৰি।

ৰণকৌশল আৰু ৰণনীতিত ভাতুতিনৰ ব্যক্তিগত দক্ষতাৰ বিষয়ে কব লাগিলে, সম্পূৰ্ণ বস্তুনিষ্ঠভাৱে বিচাৰ কৰি মই কবই লাগিব যে তেওঁ আছিল বৰ বিজ্ঞ আৰু সাহিয়াল জেনাৰেল।

আগতেই উল্লিখিত হৈছে যে কুর্স্ক এলেকাত প্ৰতি-আক্ৰমণাত্মক অভিযানৰ প্ৰস্তুতি শত্ৰুৰ আক্ৰমণাত্মক অভিযান আৰম্ভ কৰাৰ বহুত আগেয়েই আৰম্ভ কৰা হৈছিল। যে মাহত জেনাৰেল হেড কোৱাৰ্টাৰ্ছত আলোচিত পৰিকল্পনাত 'কুতুজভ' সাংকেতিক নামেৰে অ'ৰেল অভিমুখে এক প্ৰতি-আক্ৰমণাত্মক অভিযানৰ কথা ভৰা হৈছিল। উদ্দেশ্য আছিল অ'ৰেলত শত্ৰুসৈন্যইঁতক কেন্দ্ৰীয় আৰু ব্ৰিয়ানস্ক্ বণাঙ্গন আৰু পশ্চিম বণাঙ্গনৰ বাওঁপক্ষ—এই তিনিওফালৰ পৰা আঘাত হনা।

সেই অনুযায়ী অ'ৰেল এলেকাত তিনিটা বণাঙ্গনৰ পক্ষৰ পৰাই এক শক্তিশালী আক্ৰমণাত্মক অভিযান আৰম্ভ কৰা হৈছিল, আৰু উদ্দেশ্য আছিল তাত শত্ৰুসৈন্যইঁতক ছেদেলি-ভেদেলি কৰি দিয়া।

এই আক্ৰমণাত্মক অভিযান আৰু বেলগ'ৰ'দ এলেকাত শত্ৰুইঁতৰ বিৰাট ক্ষয়ক্ষতিয়ে নাৎছী কমাণ্ডক সিইঁতৰ উচ্চাকাঙ্ক্ষী চিটাডেল' পৰিকল্পনাৰ ব্যৰ্থতা স্বীকাৰ কৰিবলৈ বাধ্য কৰিছিল। সিইঁতৰ ফৌজৰ সম্পূৰ্ণ বিপৰ্যয় বোধ কৰিবলৈ সিইঁতে মাৰ্শাল মানষ্টাইনৰ সৈন্যইঁতে য'ৰ পৰা আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিছিল সেই আত্মৰক্ষা লাইনলৈ সেই সৈন্যইঁতক উভতাই অনাৰ সিদ্ধান্ত কৰিছিল।

যিহেতু আমাৰ ১ম টেঙ্ক আৰ্মি আৰু ৬ষ্ঠ গাৰ্ডছ আৰু ৭ম গাৰ্ডছ আৰ্মি সম্পূৰ্ণ ভাগৰি পৰিছিল সেয়ে শত্ৰুইঁত প্ৰতিৰক্ষা লাইনলৈ প্ৰত্যাহাৰ কৰি লবলৈ সক্ষম হল।

সেই দিনাই ভ'ৰ'নেঝ আৰু ষ্টেপ বণাঙ্গনৰ সৈন্যসকল জাৰ্মান প্ৰতিৰক্ষাৰ দাঁতি পালেগৈ, কিন্তু তত্তালিকে প্ৰতি-আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিব নোৱাৰিলে, যদিও চুপ্ৰীম কমাণ্ডাৰ-ইন চীফে তাকে বিচাৰিছিল। ইন্ধন, গোলাবাৰুদ আৰু আন আন বয়বস্তুৰ মজুত আকৌ পূৰণ কৰাৰ দৰকাৰ হৈছিল। তদুপৰি, যুদ্ধৰত বিভিন্ন ধৰণৰ বাহিনীবোৰৰ মাজত সহযোগিতা সংগঠিত কৰা,

তালৈকে অনুসন্ধান কৰা আৰু কেতবোৰ ইউনিটৰ, বিশেষকৈ গোলন্দাজ আৰু অস্ত্ৰসজ্জিত ইউনিটৰ পুনৰ্বিন্যাস কৰাৰ দৰকাৰ আছিল।

যেনেকৈয়ে ছিগাপ কৰা নহওক লাগিলে আঠ দিনতকৈ কম দিনৰ ভিতৰত এইবোৰ কাম কৰিব পৰা নহলহেঁতেন।

বাৰেপতি আলোচনাৰ পিচত চুপ্ৰীম কমাণ্ডাৰ-ইন চীফে অনিচ্ছাসত্বেও আমাৰ সিদ্ধান্তক হুমভৰ দিলে, কাৰণ তেতিয়া তাৰ বাহিৰে আন উপায় নাছিল। ই জনা কথা যে সেই পৰিকল্পনা অনুযায়ী ভালেখিনি গভীৰলৈকে অভিযান চলোৱাৰ কথা আছিল, আৰু তাৰ বাবে দৰকাৰ হৈছিল পুখানুপুখ প্ৰস্তুতি আৰু সৰ্বাত্মক চলাচল আৰু সৰবৰাহৰ যোগান ধৰা। এইবোৰ নোপোৱা হলে ব্যৰ্থতাৰ ঝুকি লব লগা হলহেঁতেন। এটা সুপৰিকল্পিত আৰু সুপ্ৰস্তুত আক্ৰমণাত্মক অভিযানৰ বাবে কেৱল শত্ৰুৰ প্ৰতিৰক্ষাৰ বেহু বেষ্টনীৰ গভীৰত সফলভাৱে প্ৰৱেশ নিশ্চিত কৰিলেই নহব, বেছিকৈ আক্ৰমণাত্মক যুঁজৰ বাবে উপযুক্ত পৰিস্থিতিও সৃষ্টি কৰিব লাগিব। কিন্তু ষ্টালিনে বিচাৰিছিল আমি খৰখেদাকৈ অভিযান চলাওঁ। বৰ বেছি খৰখেদা নকৰি পুখানুপুখভাৱে সাজু হৈ আৰু চলাচল আৰু সৰবৰাহ ব্যৱস্থা সম্পূৰ্ণ নিশ্চিত কৰাৰ পিচতেই এই অভিযান চলোৱাটো উপযুক্ত হব এই কথা তেওঁৰ ওচৰত প্ৰমাণ কৰিবলৈ ভাছিলেভস্কি আৰু মই যথেষ্ট চেষ্টা কৰিব লগা হৈছিল। শেষলৈকে চুপ্ৰীম কমাণ্ডাৰ-ইন চীফে হুমভৰ দিলে।

ষ্টালিনৰ মৃত্যুৰ পিচত তেওঁৰ বিষয়ে বোলা হৈছিল তেওঁ কেতিয়াও আনৰ কথালৈ কাণসাৰ নিদিছিল আৰু ৰাজনৈতিক আৰু সামৰিক বিষয়ত তেওঁ নিজৰ মতানুসৰি চলিছিল। মই এই বিষয়ত একমত নহয়। ৰিপৰ্টবোৰ নিৰ্ভৰযোগ্য হলে তেওঁ নিশ্চিতেই কাণসাৰ দিছিল। মই এনে উদাহৰণ জানোঁ। যেতিয়া তেওঁ নিজৰ মত

আৰু সিদ্ধান্ত বৰ্জন কৰিছিল। বস্তুত অভিযানৰ নিৰ্দ্ধাৰিত তাৰিখৰ ক্ষেত্ৰত তেওঁ তাকে কৰিছিল।

প্ৰতি-আক্ৰমণাত্মক অভিযানৰ মূল পৰিকল্পনা যে মাহত ৰচিত হৈছিল আৰু চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফে তাক অনুমোদন কৰিছিল, আত্মৰক্ষামূলক যুঁজৰ গতিপথত তাক আৰু উন্নত কৰা হৈছিল আৰু জেনাৰেল হেড কোৱাৰ্টাৰ্চত বাৰে বাৰে আলোচিত হৈছিল। এয়া আছিল অ'ৰেল-বেলগ'ৰ'দ-খাৰকভ এলাকাত জাৰ্মান ফৌজবোৰক বিপৰ্য্যস্ত কৰাৰ অভিযানৰ দ্বিতীয় পৰ্য্যায়ৰ পৰিকল্পনা, গতিকে সমগ্ৰ গ্ৰীষ্মকালীন আৰু হেমন্তকালীন অভিযানৰ পৰিকল্পনাটোৰে অংশ।

প্ৰথম পৰ্য্যায়, অৰ্থাৎ আত্মৰক্ষামূলক যুঁজ কেন্দ্ৰীয় ৰণাঙ্গনত শেষ হল ১৪ জুলাই আৰু ভ'ৰ'নেঝ ৰণাঙ্গনত ২৩ জুলাই।

তাৰিখবোৰ ভিন্ ভিন্ হোৱাৰ কাৰণ হৈছে ভিন্ ভিন্ পৰিসৰ আৰু সুযোগ, আৰু এটা কাৰণ ইয়ো যে কেন্দ্ৰীয় ৰণাঙ্গনে লেখত্ললবলগীয়াকৈ সাহায্য পাইছিল সেই ব্ৰিয়ানস্ক আৰু পশ্চিম ৰণাঙ্গনৰ পৰা যি ৰণাঙ্গনবোৰে শত্ৰুৰ অ'ৰেলত থকা শক্তিৰ বিৰুদ্ধে এক আক্ৰমণাত্মক যুঁজ আৰম্ভ কৰিছিল আৰু কেন্দ্ৰীয় ৰণাঙ্গনৰ বিৰুদ্ধে যুদ্ধৰত ফৌজবোৰৰ মাজৰ পৰা সাতটা ডিভিজন প্ৰত্যাহাৰ কৰি লবলৈ শত্ৰুক বাধ্য কৰিছিল।

যুঁজৰ দ্বিতীয় পৰ্য্যায়, অৰ্থাৎ আক্ৰমণাত্মক অভিযানো সকলো ঠাইতে একে সময়তে আৰম্ভ হোৱা নাছিল। বেলগ'ৰ'দ এলেকাত আৰম্ভ হৈছিল ৩ আগষ্টত, কেন্দ্ৰীয়, ব্ৰিয়ানস্ক আৰু পশ্চিম ৰণাঙ্গনে আক্ৰমণাত্মক অভিযান আৰম্ভ কৰা ২০ দিন পিচত।

কেন্দ্ৰীয়, ব্ৰিয়ানস্ক আৰু পশ্চিম ৰণাঙ্গনৰ প্ৰস্তুতিত কম সময় লাগিছিল কাৰণ আত্মৰক্ষামূলক যুঁজৰ আগতে আৰু যুঁজ চলি থাকোঁতেই আক্ৰমণাত্মক অভিযানৰ পৰিকল্পনা বিশদ কৰা হৈছিল

আৰু চলাচল আৰু সৰবৰাহৰ নিশ্চয়তা সৃষ্টি কৰা হৈছিল। ইয়াৰ বাবে বেলগ'ৰ'দ এলেকাত বেছি সময় লাগি গৈছিল কাৰণ প্ৰতি-আক্ৰমণাত্মক অভিযানৰ লগত জড়িত ষ্টেপ ৰণাঙ্গনৰ সৈন্যসকলৰ সু-উন্নত পৰিকল্পনাৰ অভাৱ আছিল। যিহেতু তেওঁলোক আছিল জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তি সেয়ে তেওঁলোকক সঠিক কি কাম দিয়া হ'ব আৰু তেওঁলোকে শত্ৰুৰ যি শক্তিৰ বিৰুদ্ধে যুঁজ কৰিব লাগিব তাৰ শক্তি কিমান সেইবোৰ তেওঁলোকে নাজানিছিল।

প্ৰতি-আক্ৰমণাত্মক অভিযানৰ প্ৰস্তুতিৰ স্তৰত মই মূলতঃ ভ'ৰ'নেঝ আৰু ষ্টেপ ৰণাঙ্গনৰ সৈন্যসকলৰ লগত কাম কৰিব লগা হৈছিল। ৩০ জুলাইত চুপ্ৰীম কমাণ্ডাৰ ইন-চীফৰ নিৰ্দেশ অনুযায়ী মই পশ্চিম ৰণাঙ্গনৰ ৪ৰ্থ টেঙ্কৰ আৰ্মিলৈ বিমানেৰে যাওঁ।

'কমিয়ানত্সেভ' সাংকেতিক নামেৰে জনাজাত অভিযানৰ পৰিকল্পনা অনুযায়ী, ভ'ৰ'নেঝ আৰু ষ্টেপ ৰণাঙ্গনে পাৰ্শ্ববৰ্তী পক্ষবোৰৰ লগত একেলেগে ব'গ'দুখভ, ভালকি আৰু ন'ভ'য়া ভ'দ'লাগাৰ অভিমুখে পশ্চিমৰ পৰা খাৰকভ ঘেৰি প্ৰধান আঘাত হনাৰ কথা আছিল। যেতিয়া আমাৰ বাহিনীবোৰ খাৰকভ গৈ পাব, তেতিয়া দক্ষিণ-পশ্চিম ৰণাঙ্গনে আক্ৰমণাত্মক অভিযান চলোৱাৰ কথা আছিল আৰু জেনাৰেল এন. এ. গাগেনৰ নেতৃত্বত সেই ৰণাঙ্গনৰ ৫৭ তম আৰ্মি ঘূৰি খাৰকভৰ দক্ষিণ পশ্চিমলৈ যোৱাৰ কথা আছিল।

ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকলে যি পৰিস্থিতিত প্ৰতি-আক্ৰমণাত্মক অভিযান চলাব লগা হ'ল সি অ'ৰেল এলেকাৰ তুলনাত বহুত জটিল। আত্মৰক্ষামূলক যুঁজত জনবল আৰু সা-সামগ্ৰীৰ ফালৰপৰা তেওঁলোকৰ বিৰাট ক্ষয়ক্ষতি হৈছিল। যথাসময়ত শত্ৰু তাৰ সুৰক্ষিত অৱস্থানলৈ আঁতৰি যাব পৰা হৈছিল আৰু আমাক আক্ৰমণৰ বাবে যথেষ্ট সাজু আছিল।

সকলো কথাৰ পৰা বুজা গৈছিল যে তুমুল যুদ্ধ হব, বিশেষকৈ স্তেপ ৰণাঙ্গনৰ সৈন্যসকলৰ পক্ষে, অৱস্থা গতিকে বিসকলৰ আগত পৰিছিল সুৰক্ষিত বেলগ'ৰ'দ প্ৰতিৰক্ষা এলেকা।

ভ'ৰ'নেঝ আৰু স্তেপ ৰণাঙ্গনৰ অভিযানৰ কথা কবলৈ গৈ মই অলপ ফালৰি কাটি গৈ আন কথা কব বিচাৰো। কেতিয়াবা কেতিয়াবা আমাৰ বুৰঞ্জীবিদসকলে মোক সুধে, কুৰ্স্কৰ যুঁজত স্তেপ ৰণাঙ্গনক যথাযথভাৱে ব্যৱহাৰ কৰি হৈছিলনে নাই।

এইবোৰ ঘটনাৰ মূল্যায়ন যেতিয়া ওপৰে ওপৰে কৰা হয়, তেতিয়া এই প্ৰশ্নটো যুক্তিযুক্ত বুলিয়ে ধাৰণা হয়। যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ত এই ৰণাঙ্গনৰ ভালেখিনি শক্তি খণ্ডে খণ্ডে ব্যয়িত হৈছিল। প্ৰতি-আক্ৰমণাত্মক অভিযানত ৰত হোৱাৰ সময়ত ই দস্তুৰমতে দুৰ্বল অৱস্থাত আছিল।

তথাপি মই জোৰ দি কম যে জেনাৰেল হেড কোয়াৰ্টাৰ্ছে স্তেপভূমিৰ ৰণাঙ্গনক যথাযথভাৱেই ব্যৱহাৰ কৰিছিল। ভ'ৰ'নেঝ ৰণাঙ্গনক নতুন শক্তিৰে বলীয়ান কৰিবৰ বাবে স্তেপ ৰণাঙ্গনৰ সৈন্যসকলক আত্মৰক্ষামূলক যুঁজ কৰিবলৈ যদি পঠোৱা নহলহেঁতেন, তেনেহলে ভ'ৰ'নেঝ ৰণাঙ্গন বিপজ্জনক অৱস্থাত নিমজ্জিত হব লগা হলহেঁতেন। তাক আমি হবলৈ দিব নোৱাৰো, কাৰণ তেনেহলে আমাৰ অৱস্থা কি হলহেঁতেন তাক বুজাটো টান নহয়।

বেলগ'ৰ'দ অভিমুখে সমস্ত শক্তিৰ লগত একে সময়তে স্তেপ ৰণাঙ্গনত প্ৰতি-আক্ৰমণত লিপ্ত হোৱা সম্পৰ্কত এই কথা কব লাগিব যে, যেতিয়া তাৰ কেবাটাও আৰ্মিক ভ'ৰনেঝ ৰণাঙ্গনক বলীয়ান কৰিবলৈ ব্যৱহাৰ কৰা হল, সেই অৱস্থাত সমগ্ৰ স্তেপ ৰণাঙ্গনক এই অভিযানত নিযুক্ত কৰাৰ পক্ষে পৰিস্থিতি যথাযথভাৱে পৰিণত হোৱা নাছিল। বেলগ'ৰ'দ-খাৰকভ এলেকাত প্ৰতি-আক্ৰমণাত্মক অভিযানৰ পৰিস্থিতি স্পষ্ট হল কেৱল ২০, অথবা আনকি ২৩ জুলাইত। প্ৰতি-আক্ৰমণাত্মক

অভিযান আৰম্ভ কৰিব পৰা হ'লহেঁতেন মাথোন দুই বণাঙ্গনৰ পুঙ্খানুপুঙ্খ প্ৰস্তুতিৰ পিচত, আৰু তেনে ক্ষেত্ৰত সময় কিছু বেছি লাগিলহেঁতেন। যিকি নহওক, বেলগ'ৰ'দ-খাৰকভ এলেকাৰ ঘটনাৱলীলৈ উভতি অহা যাওক।

শত্ৰুক খেদি গৈ আমাৰ সৈন্যসকল ২৩ জুলাইত বেলগ'ৰ'দৰ উত্তৰাংশ জুৰি বিয়পি থকা যথাযথ লাইনত উপনীত হ'ল আৰু ৫ জুলাইৰ আগতে ভ'ৰ'নেঝ বণাঙ্গনে যি প্ৰতিৰক্ষা ঘাঁটিবোৰ ৫ জুলাইৰ আগলৈকে ৰক্ষা কৰি আছিল সেইবোৰ পুনৰুদ্ধাৰ কৰিলে।

বণাঙ্গনৰ কমাণ্ডাৰসকলৰ লগত, জেনাৰেল ষ্টাফ আৰু চুপ্ৰীম কমাণ্ডাৰ ইন-চীফৰ লগত পৰামৰ্শ কৰি আমি সিদ্ধান্ত কৰিলো যে অগ্ৰগতি ৰোধ কৰা হ'ব আৰু আগন্তুক বণবোৰৰ বাবে খুব ভালকৈ প্ৰস্তুত হ'ব লাগিব।

আক্ৰমণাত্মক অভিযানলৈ যোৱাৰ আগতে বণাঙ্গনবোৰে সিবোৰৰ সৈন্য আৰু অস্ত্ৰশস্ত্ৰৰ পুনৰ্বিন্যাস কৰিব লগা হ'ল, বিশেষকৈ ৬ষ্ঠ আৰু ৭ম গাৰ্ডছ আৰ্মিত. ১ম টেঙ্ক আৰ্মিত আৰু কেবাটাও গোলন্দাজ ইউনিটত হোৱা ক্ষয়ক্ষতিবোৰ পুনৰ পূৰণ কৰিব লগা হ'ল. ইন্ধন, খাৰ-বাৰুদ আৰু গভীৰ আক্ৰমণাত্মক অভিযান কৰাৰ পক্ষে যি যি অপৰিহাৰ্য্য সেইবোৰ বস্তুৰ পূৰা যোগান ধৰিব লগা হ'ল।

ষ্টেপ বণাঙ্গনে, তাৰোপৰি, পুনৰ আক্ৰমণাত্মক অভিযানৰ বাবে তেওঁলোকৰ পৰিকল্পনাৰ খুটিনাটিৰ প্ৰতি বেছিকৈ মনোযোগ দিব লগা হ'ল আৰু চলাচল আৰু সৰবৰাহ ব্যৱস্থা সুনিশ্চিত কৰা হ'ল।

বেলগ'ৰ'দত জোভিয়েত প্ৰতি আক্ৰমণৰ সাধাৰণ পৰিকল্পনাত তলত দিয়া ব্যৱস্থাবোৰৰ কথা কোৱা হৈছিল:

ভ'ৰনেঝ বণাঙ্গনে ইয়াৰ ৫ম আৰু ৬ষ্ঠ গাৰ্ডছ টেঙ্ক আৰ্মি আৰু ১ম টেঙ্ক আৰ্মি লৈ ভালকি আৰু ন'ভ'য়া ভ'দ'লাগা অভিমুখে প্ৰধান আঘাত হানিব লাগিব। ৫ম আৰু ৬ষ্ঠ গাৰ্ডছ

আৰ্মিৰ ব্যূহভেদৰ এলেকাত কামানৰ ঘনত্ব বঢ়াই কিলোমিটাৰে পতি ২৩০ টা ৰণাঙ্গনৰ কামান আৰু মৰ্টাৰ আৰু ৭০টা টেঙ্ক কৰিব লাগিব। ডিভিশনবোৰক ব্যূহভেদৰ এলেকা দিব লাগিব বহলে ৩ কিলোমিটাৰলৈকে।

তাত এই বিপুল পৰিমাণ আক্ৰমণাত্মক উপকৰণ গোট খুওৱাৰ কাৰণ এয়ে যে প্ৰতি-আক্ৰমণাত্মক অভিযানৰ প্ৰথম দিনাই দুটা টেঙ্ক আৰ্মিক মুকুতাৰ ভিতৰত সুমুৱাই দিয়াৰ পৰিকল্পনা কৰা হৈছিল। সিদ্ধান্ত কৰা হৈছিল, ইয়াৰ দক্ষিণলৈ ৪০ তম আৰু ৩৮ আৰ্মিয়ে সাধাৰণভাৱে প্ৰাইভ'ৰ'ণ অভিমুখে আক্ৰমণ কৰিব আৰু তাৰ পৰা এছতিয়ানেৎছেৰ কাললৈ আগুৱাব। ঠিক হৈছিল জেনাৰেল এছ. এ. ক্ৰাছভস্কিৰ নেতৃত্বাধীন ২য় এয়াৰ আৰ্মিয়ে বিমান ছত্ৰ দিব।

কৰ্নেল-জেনাৰেল আই এছ. কোনেভৰ নেতৃত্বাধীন, ৫৩ তম আৰু ৬৯ তম আৰ্মি, ৭ম গাৰ্ডছ আৰ্মি আৰু ১ম মেকানাইজড ক'ৰ লৈ গঠিত স্তেপ ৰণাঙ্গনক প্ৰথমে বেলগ'ৰ'দ দখল কৰাৰ আৰু তাৰ পিচত ভ'ৰ'নেঝ ৰণাঙ্গনৰ প্ৰধান শক্তিবোৰৰ সহযোগিতাত আৰু অগ্ৰসৰ হোৱাৰ কৰ্তব্য ন্যস্ত কৰা হৈছিল। জেনাৰেল গ'ৰিয়ুনভৰ ৫ম এয়াৰ আৰ্মিয়ে স্তেপ ৰণাঙ্গনক বিমান ছত্ৰ দিয়াৰ কথা আছিল।

৩ আগষ্ট পুৱা বেলগ'ৰ'দ এলেকাত প্ৰতি-আক্ৰমণাত্মক অভিযান আৰম্ভ কৰা হল। অনুসন্ধান কৰি জনা গৈছিল যে শত্ৰুইতে আন আন খণ্ডৰ পৰা বহু সংখ্যক পেনাৎছাৰ আৰু মটৰবাহিত ডিভিশন আৰু প্ৰয়োজনীয় স্থানপূৰক শক্তি বেলগ'ৰ'দ-খাৰকভ সৈন্যসজ্জাৰ কাললৈ খৰতকীয়াকৈ পঠিয়াব লাগিছে।

ভ'ৰ'নেঝ ৰণাঙ্গনে কামান আৰু বিমানৰ পৰা অগ্নিবৰ্ষণ কৰি শত্ৰুৰ ওপৰত প্ৰবল আঘাত হানিলে; ফল হল এয়ে যে বহু সংখ্যক টেঙ্কৰ বলেৰে বলীয়ান আক্ৰমণকাৰী ৫ম আৰু ৬ষ্ঠ গাৰ্ড আৰ্মিয়ে দ্ৰুত শত্ৰুৰ প্ৰতিৰক্ষা লাইন ভেদ কৰিলে। গধূলি ১ম টেঙ্ক আৰ্মি

আৰু ৫ম গাৰ্ডছ টেংক আৰ্মিক ৰণত নিযুক্ত কৰা হল আৰু দিনৰ শেষত তেওঁলোকৰ অগ্ৰসৰমান ইউনিটবোৰে ৩০-৩৫ কিলোমিটাৰ আগুৱাই গল আৰু শত্ৰুৰ সমগ্ৰ ব্যূহৰচিত প্ৰতিৰক্ষা ভেদ কৰিলে।

স্তেপ ৰণাঙ্গনৰ আক্ৰমণ ক্ষমতা ভ'ৰ'নেঝ ৰণাঙ্গনৰ দেখিয়া নাছিল, সেয়ে তেওঁলোকৰ অগ্ৰগতি কিছু পৰিমাণে মন্থৰ আছিল। দিনৰ শেষত ইয়াৰ অগ্ৰৱৰ্ত্তী ইউনিটবোৰ ১৫ কিলোমিটাৰ পৰ্য্যন্ত আগবাঢ়িছিল, কিন্তু আমি ইয়াক এটা ডাঙৰ সাফল্য বুলি গণ্য কৰিছিলো কাৰণ স্তেপ ৰণাঙ্গনৰ মুখামুখি থকা শত্ৰুৰ প্ৰতিৰক্ষা আন আন ঠাইতকৈ বেছি প্ৰবল আৰু গভীৰ আছিল।

পাচদিনা শত্ৰুৰ প্ৰতিৰোধ কঠোৰ হল আৰু স্তেপ ৰণাঙ্গনৰ আক্ৰমণাত্মক অভিযান মন্থৰ হৈ গল। কিন্তু এই বিষয়টো সম্পৰ্কে আমি বিশেষ উৎকণ্ঠিত হোৱা নাছিলো, কাৰণ ভ'ৰ'নেঝ ৰণাঙ্গনৰ প্ৰধান আক্ৰমণকাৰী শক্তিবোৰ শত্ৰুৰ বেলগ'ৰ'দ সৈন্যসমাহাৰৰ পক্ষ ফালৰি কাটি সফলভাৱে আগুৱাই গৈছিল শত্ৰুইতে পৰিবেষ্টিত হোৱাৰ ভয়ত দিনৰ শেষত পিচ হোঁহকিবলৈ ধৰিলে। তাৰ ফলত স্তেপ ৰণাঙ্গনৰ পক্ষে ইয়াৰ অগ্ৰগতি দ্ৰুততৰ কৰা সম্ভৱ হল।

৮৯তম গাৰ্ডছ ইনফেন্ট্ৰি ডিভিজনৰ ২৭০ তম গাৰ্ডছ ইনফেন্ট্ৰি ৰেজিমেণ্ট ৩০৫ তম আৰু ৩৭৫ তম ইনফেন্ট্ৰি ডিভিজনৰ লগ লাগি ৫ আগষ্ট পুৱা ৬ বজাত বেলগ'ৰ'দত সোমাই পৰিল। ৯৩ তম আৰু ৯৪ তম গাৰ্ডছ ইনফেন্ট্ৰি ডিভিজন আৰু ১১১ তম ইনফেন্ট্ৰি ডিভিজনে বিশেষ কৃতিত্ব প্ৰদৰ্শন কৰিছিল। চহৰৰ পৰা শত্ৰুইতক খেদি পঠিয়াই ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকল স্তেপ ৰণাঙ্গনৰ সৈন্য-সকলৰ লগ লাগি প্ৰবল পৰাক্ৰমেৰে আগুৱাই গল। ব্ৰিয়ানস্ক, পশ্চিম আৰু কেন্দ্ৰীয় ৰণাঙ্গনৰ সৈন্যসকলক—যিসকলে বেলগ'ৰ'দ মুক্ত কৰিছিল—৫ আগষ্টৰ দিনা সন্ধিয়া আমাৰ ৰাজধানী মস্কোৱে অভিবাদন জনালে।

ঘটনাৱলীৰ গতিধাৰা বিশ্লেষণ কৰি ৬ আগষ্টৰ ষ্টেপ ৰণাঙ্গনৰ কমাণ্ড আৰু মই চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফলৈ বেলগ'ৰ'দ-খাৰকভ এলেকাত যুঁজৰ সম্বন্ধে আমাৰ প্ৰস্তাৱ পঠিয়ালো।

"ৰণক্ষীত সেনাবাহিনীৰ পৰা ৬ আগষ্ট, ১৯৪৩

"আমি জনাবলগীয়া কথা :

"শত্ৰু প্ৰতিৰক্ষা সাফল্যৰে সৈতে ভেদ কৰাৰ পিচত আৰু বেলগ'ৰ'দ-খাৰকভ এলেকাত আক্ৰমণ তীব্ৰ কৰাৰ উদ্দেশ্যে আমি তলত দিয়া পৰিকল্পনা অনুযায়ী অভিযান চলাম :

"১. ৫৩ তম আৰ্মি ছ'ল'মাতিনৰ ক'ৰৰ[১] লগ লাগি বেলগ'ৰ'দ-খাৰকভ ৰাজপথেদি আগুৱাব, প্ৰধান আক্ৰমণ কৰিব দেৰগাছি অভিমুখে।

"অ'লছানি দেৰগাছি লাইন গৈ পোৱাৰ পিচত এই আৰ্মিটোৱে ৰুদানভৰ ইউনিটবোৰক সকাহ দিব।

"৬৯ তম আৰ্মি ৫৩ তম আৰ্মিৰ বাওঁপিনে চেৰেম'ছনায়ে অভিমুখে অগ্ৰসৰ হ'ব। তাত উপনীত হৈ ৬৯ তম আৰ্মিয়ে তাৰ বাছকবনীয়া ডিভিশনৰ কেইটামানক মানাগাৰাভক দিব আৰু নিজে ৰণাঙ্গনৰ শক্তিৰ মাজত থাকিব মিকোয়াছেভকা-চেৰেম'হনোয়ে প্ৰিয়াজনোয়ে এলেকাত ক্ষয়ক্ষতি পূৰণৰ বাবে যোগান ধৰিবলৈ।

"যিমান সোনকালে সম্ভৱ আৰু ২০,০০০ সৈন্যৰে ৬৯ তম আৰ্মিৰ শক্তিবৃদ্ধি কৰাটো অতি জৰুৰী।

"৭ম গাৰ্ডছ আৰ্মি এতিয়া শত্ৰুক দক্ষিণ ফালৰ উত্তৰলৈ হেঁচুকি পুছকাৰনোয়ে এলেকাৰ পৰা ব্ৰদকৰ কাললৈ আৰু তাৰ পৰা ব'চকভকাৰ কাললৈ অগ্ৰসৰ হ'ব।

"চেৰেম'ছনোয়ে-খাৰ'ৰ'ভকা লাইনৰ পৰা ৭ম গাৰ্ডছ আৰ্মিয়ে

---

১ লেফটানেণ্ট-জেনাৰেল এম. ভি. ছ'ল'মাতিনে ১ম মেকানাইজড ক'ৰৰ সেনাপতিত্ব কৰিছিল।

ংছিবকুনিত প্ৰধান আঘাত হানিব আৰু চেৰকাছকায়াল'খ'ভায়া-ৎছিবকুনি ক্ল্যচকিন লাইনত উপনীত হ'ব।

"ইয়াৰ কিছু ইউনিট কবেঝনোয়ে আৰু তাৰি ছালতক এলেকাত ছেভেৰস্কি দনেৎছ নৈ পাৰ হোৱাত ৫৭ তম আৰ্মিক সাহায্য কৰিবলৈ বুলি ঝাৰ'ৰ'ভকা এলেকাৰ পৰা মুৰমৰ পিনে আৰু তাৰ পিচত তেৰণ'ভ'য়ালৈ যাব।

"২. দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ ৫৭ তম আৰ্মিক ষ্টেপ ৰণাঙ্গনলৈ স্থানান্তৰ কৰা আৰু এতিয়া তাক কবেঝনোয়ে-তাৰি-ছালতক লাইনৰ পৰা আক্ৰমণ কৰাৰ বাবে প্ৰস্তুত কৰা বাঞ্ছনীয়, এই আক্ৰমণৰ সাধাৰণ গতিমুখ হ'ব নেপক্ৰিতিয়া অভিমুখে আৰু তাৰ পৰা ক্ৰ্যুঙ্কে অভিমুখে।

"৫৭ তম আৰ্মিক অৱশ্যেই কুতুকভকা ৰাষ্ট্ৰীয় পাম-ক্ৰ্যুঙ্কে ৰাষ্ট্ৰীয় পাম-বোগান ছেভাৰনায়া লাইনলৈ স্থানান্তৰিত কৰিব লাগিব।

"৫৭ তম আৰ্মি যদি দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ নেতৃত্বত পৰিচালিত হয় তেনেহলে ছুমিলভ[1] যেতিয়া মুৰম এলেকা আহি পাবছি তেতিয়া এই আৰ্মিক ওপৰোল্লিখিত অভিমুখে আক্ৰমণাত্মক অভিযান কৰিবলৈ অৱশ্যেই নিৰ্দেশ দিব লাগিব।

"৩. দ্বিতীয় পৰ্য্যায় অৰ্থাৎ খাৰকভ অভিযান কাৰ্য্যকৰ কৰাৰ বাবে ৫ম গাৰ্ডছ আৰ্মিক ষ্টেপ ৰণাঙ্গনলৈ স্থানান্তৰ কৰা দৰকাৰ যি অ'লছানি-তাৰি-মেৰচিক অ'গুলৎছি এলেকা অভিমুখে অগ্ৰসৰ হ'ব।

"আমি সাময়িকভাৱে খাৰকভ অভিযান তলত দিয়া ধৰণে পৰিচালনা কৰাৰ প্ৰস্তাৱ কৰো:

"(ক) ৰংমিস্ত্ৰভৰ সেনাবাহিনীৰ সহযোগিতাত ৫৩ তম আৰ্মিয়ে খাৰকভক পশ্চিম আৰু দক্ষিণ-পশ্চিম ফালৰ পৰা বেৰি ধৰিব।

---

১ লেফটানেণ্ট-জেনাৰেল এম. এছ. ছুমিলভে ৭ম গাৰ্ডছ আৰ্মিৰ সেনাপতিত্ব কৰিছিল। —সঃ

"(খ) ছুন্নিলভৰ বাহিনী ৎছিবকুনি দেৰগাছি লাইনৰ পৰা দক্ষিণ কাললৈ আগুৱাব।

"(গ) ৫৭ তম আৰ্মি পূব কালৰ পৰা ক্ৰুজে বাট্ৰাৰ পাম-বোগান লাইনৰ পৰা আগুৱাব থাবকভক দক্ষিণ কালৰ পৰা বেৰি ধৰি।

"(ঘ) ৬৯ তম আৰ্মি (যদি সেই সময়ৰ ভিতৰত নতুন শক্তি পায়) অৰতীৰ্ন হব অ'লছানি এলেকাৰ ঝাদভ আৰু মাছগাৰভৰ সীমাৰেখাত আৰু থাবকভ অভিযানক দক্ষিণৰ পৰা মদত দিবলৈ দক্ষিণলৈ আগুৱাব।

"৬৯ তম আৰ্মি স্নেৰকভ-কুভ-মিস্কাভা-প্ৰছিয়ানোয়ে-নভছিওলভকা লাইন গৈ পাবগৈ।

"(ঙ) ভ'ৰ'নেঝ ৰণাঙ্গনৰ বাওঁপক্ষ অ'ত্ৰাদা-ক'ল'মাঝ স্নেৰকভ কুভ লাইনৰ পিনে অগ্ৰসৰ হোৱাটো অতি জৰুৰী।

"এই কাম কৰিব ঝাদভৰ সেনাবাহিনী আৰু ২৭ তম আৰ্মিৰ বাওঁ পক্ষই।

"কাতুকভৰ[১] সেনাবাহিনীক ক ভিন্নাগ্য-আলেক্সিয়েভকা-মেৰেফা এলাকাত থকাটো বাঞ্ছনীয়।

"দক্ষিণ-পশ্চিম ৰণাঙ্গনে অৰশ্যেই ঝামস্তিয়ে এলেকাৰ পৰা সাধাৰণ ভাৱে মেৰেফা অভিমুখে মুৰা নৈৰ ছুয়ো পাৰেদি অগ্ৰসৰ হৈ আক্ৰমণ কৰিব লাগিব; ইয়াৰ সৈন্যসকলৰ একাংশ ছুগুয়েভ হৈ ওছনোভাৰ কাললৈ অগ্ৰসৰ হব; আৰু এটা অংশই ঝামস্তিয়েৰ দক্ষিণৰ বনাঞ্চল শত্ৰুশূন্য কৰিব আৰু ন'ভ'ছিওলোভকা-ওখ'চায়ে ভেৰথ্নি বিছকিন লাইন পাবগৈ।

"৪. থাবকভ অভিযানৰ বাবে দৰকাৰ হব ২০,০০০ বদলি সৈন্যৰ উপৰিও ৫৩ তম আৰ্মিৰ আৰু ৭ম গাৰ্ডছ আৰ্মিৰ ডিভিজনবোৰৰ বাবে

১ লেফটেনেণ্ট-জেনাৰেল এম. ৰাই. কাতুকভে ১ম টেঙ্ক আৰ্মি'ৰ সেনাপতিত্ব কৰিছিল। —সঃ

১৫,০০০ সৈন্য আৰু অস্ত্ৰসজ্জিত ইউনিটবোৰৰ বাবে ১০০ টা টি-৩৪, ১০০ টা টি-৭০ আৰু ৩৫ টা কে. ভি. টেঙ্ক। চাৰিটা যন্ত্ৰচালিত গোলন্দাজ ৰেজিমেণ্ট আৰু দুটা ইঞ্জিনিয়াৰ ব্ৰিগেডকো আন ঠাইৰ পৰা বদলি কৰি অনা দৰকাৰ।

ৰণাঙ্গনৰ বিমান বাহক নিম্নোক্ত সংখ্যক আক্ৰমণকাৰী বিমান, জঙ্গী বিমান আৰু বোমাৰু বিমানৰ যোগান ধৰি তাৰ শক্তিবৃদ্ধি কৰিব লাগিব: ৯০ খন যুঁজাৰু বিমান, ৪০ খন টি, পিই-২ বিমান আৰু ৬০ খন আই এল. বিমান।

"অনুমোদনলৈ বাট চাই থাকিলো,

বুকত, কোনেত, জাখাৰত"

বেলগ'ৰ'দ দখল কৰাৰ পিচত ছোভিয়েত সৈন্যসকলে খাৰকভ অভিমুখে দাকল্যোৰে সৈতে হেঁচুকি আগুৱাবলৈ ধৰিলে। ২২ আগষ্টত পৰিবেষ্টিত হোৱাটো এৰাবৰ বাবে শত্ৰুইতে চহৰৰ পৰা সিহঁতৰ সৈন্য প্ৰত্যাহাৰ কৰিবলৈ ধৰিলে। ২৩ আগষ্ট পুৱা শত্ৰুৰ পশ্চাদ্ৰক্ষী সৈন্যসকলৰ লগত এটা সংঘৰ্ষৰ পিচত ষ্টেপ ৰণাঙ্গনৰ সৈন্যসকলে খাৰকভত প্ৰৱেশ কৰিলত বাইজৰ পৰা উদ্দীপনাপূৰ্ণ স্বাগত অভ্যৰ্থনা পালে।

এই উপলক্ষে এখন জনসভা হল। তাত ইউক্ৰাইনীয় পাৰ্টি সংগঠন, চৰকাৰ আৰু ছোভিয়েত সৈন্যবাহিনীৰ প্ৰতিনিধিসকলে ভাষণ দিলে। খাৰকভৰ অধিবাসীসকল আনন্দত উত্ৰাৱল হল। এই ধুনীয়া ইউক্ৰাইনীয় চহৰখনক যিসকলে মুক্ত কৰিছিল সেই গৌৰৱমণ্ডিত সৈন্যসকলক মস্কোৱে সিদিনাই শুলগ জনালে।

ইতিমধ্যে ষ্টেপ ৰণাঙ্গনৰ সৈন্যসকলে খাৰকভৰ দক্ষিণত যুঁজি আছিল আৰু মেৰেফা এলাকাৰ পিনে আগুৱাবলৈ ধৰিছিল।

ব'গ'দুখভ আৰু আখতিৰকা এলেকাত শত্ৰুৰ প্ৰতি-আক্ৰমণ হেদেলি ভেলেলি কৰি ভ'ৰ'নেৰ ৰণাঙ্গনে ২৫ আগষ্টত জুমি-গাদিয়াখ-

কনষ্টাণ্টিনভকা লাইনত নিজৰ অৱস্থান সংহত কৰিলে আৰু নীপাৰৰ মাজভাগৰ অংশলৈ গৈ পাৰলৈ বুলি এক আক্ৰমণাত্মক অভিযানৰ প্ৰস্তুতি আৰম্ভ কৰিলে। স্তেপ ৰণাঙ্গনৰ বাবেও অনুৰূপ লক্ষ্য ধাৰ্য্য কৰা হল।

পশ্চিম, ব্ৰিয়ানস্ক আৰু কেন্দ্ৰীয় ৰণাঙ্গনৰ সৈন্যসকলে অ'ৰেল এলেকাত আক্ৰমণাত্মক অভিযান অব্যাহত ৰাখিলে। ১৮ আগষ্টৰ ভিতৰত এইবোৰ ৰণাঙ্গনৰ ইউনিটবোৰ লুৎঙ্কিনভৰ দক্ষিণত ব্ৰিয়ানস্কৰ ২৫ কিলোমিটাৰ পূৱত দমিত্ৰভস্ক অ'ৰলভস্কিলৈকে বিস্তৃত লাইন পালেগৈ।

এনেকৈ ওৰ পৰিল কুৰ্স্ক, অ'ৰেল, বেলগ'ৰদ, খাৰকভ, ৰ'গ'ভুখভ আৰু আখতিৰকা এলেকাৰ মহান যুদ্ধৰ। যিবোৰ জাৰ্মান সৈন্য সমাহাৰৰ ওপৰত সামৰিক আৰু ৰাজনৈতিক দৃষ্টিকোণৰ পৰা হিটলাৰে ইমান আশা পোষণ কৰিছিল এই যুঁজে সিহঁতক সম্পূৰ্ণৰূপে পৰ্য্যুদস্ত কৰি দিলে।

---



## মাৰ্শ্বাল আলেকজাণ্ডাৰ ভাছিলেভস্কি*

# কুৰ্স্ক যুঁজৰ ৰণনৈতিক পৰিকল্পনা

পৃথিৱীৰ বুৰঞ্জীত এনে কিছু ঘটনা আছে যি মানুহৰ মনত মচিব নোৱৰা সাঁচ পেলাই যায়। ১৯৪৩ চনৰ গ্ৰীষ্মকালৰ কুৰ্স্ক বালজৰ ঐতিহাসিক যুঁজত ছোভিয়েত সশস্ত্ৰ ফৌজৰ বিজয় হৈছে এনেকুৱাই এক ঘটনা, ই এনেকুৱা এক বিজয় যি দ্বিতীয় বিশ্বযুদ্ধৰ গতিপথ আৰু তাৰ ফলাফলক হিটলাৰ-বিৰোধী জোঁটভুক্ত দেশসমূহৰ অনুকূলে বহুল পৰিমাণে পূৰ্ব-নিৰ্দ্ধাৰিত কৰি দিছিল।

বছৰৰ পিচত বছৰ বাগৰি যাব কিন্তু যিসকলে দ্বিতীয় বিশ্বযুদ্ধত নাৎছী দস্যুহঁতৰ যুদ্ধৰ প্ৰধান বোজা বহন কৰিছিল আৰু নাৎছীবাদৰ বিৰুদ্ধে বিশ্বজোৰা তাৎপৰ্য্যসম্পন্ন এক ঐতিহাসিক বিজয় অৰ্জন কৰে

* দুবাৰ ছোভিয়েত ইউনিয়নৰ বীৰ উপাধিৰে ভূষিত মাৰ্শ্বাল ভাছিলেভস্কি কুৰ্স্কৰ যুদ্ধৰ সময়ত ছোভিয়েত সেনাবাহিনীৰ চীফ অব্ দ্য জেনাৰেল ষ্টাফ আছিল আৰু জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ প্ৰতিনিধি হিচাপে কুৰ্স্ক বালজ আৰু দনবাছৰ যুদ্ধত ৰণাঙ্গনসমূহৰ কামকাজৰ মাজতে সমন্বয় সাধিছিল।

সেই ছোভিয়েত বাইজ আৰু তেওঁলোকৰ গৌৰৱময় সেনাবাহিনীৰ মহান ৰণকীৰ্তি স্মৃতিপটত যাউতিযুগীয়া হৈ ৰ'ব। অক্টোবৰ বিপ্লৱৰ সাফল্যবোৰ ৰক্ষাৰ হকে, সমাজতন্ত্ৰ আৰু কমিউনিজমৰ বাবে আমাৰ জনগণৰ বীৰত্বময় আৰু বিজয়ী সংগ্ৰামৰ বুৰঞ্জীত ই সোনৰ আখৰেৰে লিপিবদ্ধ হৈ আছে।

১৯৪৩ চনৰ সেই গ্ৰীষ্মকালত যেতিয়া নাৎছী ৰাজনৈতিক আৰু সামৰিক নেতাসকলে যুঁজৰ গতিপথ পৰিৱৰ্তনৰ বাবে আৰু নাৎছী জাৰ্মানীইঁতৰ বিশ্বজয়ৰ আগ্ৰাসী লক্ষ্য পূৰণৰ নিমিত্তে সিইঁতৰ শেষ চালটো দিছিল, সেই সময়ৰ পৰা তিনি দশকৰো বেছি কাল অতিক্ৰান্ত হৈছে। যিসকলে বিগত দুই বছৰ জোৰা কঠোৰ যুঁজত আক্ৰমণকাৰীইঁতক মাথোন প্ৰতিহত কৰা নাই, পৰন্তু মস্কো আৰু ষ্টালিনগ্ৰাদৰ যুঁজত সাংঘাতিক পৰাজয়ৰ আঘাতো হানছিল, সেই ছোভিয়েত সেনাবাহিনীয়ে সিইঁতৰ বাটত অনতিক্ৰম্য বাধা হিচাপে নিজক প্ৰমাণিত কৰিলে। কুৰ্স্ক বালজত ছোভিয়েত সৈন্যসকলৰ বীৰোচিত প্ৰতিৰোধে নাৎছী সেনাবাহিনীক সিইঁতৰ বহু বিজ্ঞাপিত পূৰ্ব-অভিমুখী আক্ৰমণাত্মক অভিযান বন্ধ কৰি দিবলৈ আৰু আন এটা পৰাজয় স্বীকাৰ কৰি লবলৈ বাধ্য কৰিছিল। কুৰ্স্কৰ যুঁজত নাৎছী ভেৰমাখটৰ মেৰুদণ্ড ভাঙি গৈছিল আৰু এই যুঁজত বিজয়ৰ সকলো আশা হেৰুৱাই নাৎছী জাৰ্মানীয়ে বুজিছিল যে ১৯৩৯ চনৰ হেমন্তকালত যি ৰণৰ ই পাতনি মেলিছিল সেই ৰণত পৰাজয়ৰ সম্ভাৱনাৰ মুখামুখি আহি ই উপনীত হৈছেহি।

দ্বিতীয় বিশ্বযুদ্ধৰ আমূল পৰিৱৰ্তন, যাৰ সূচনা হৈছিল মস্কোৰ অসামান্য যুঁজৰ যোগেদি, ষ্টালিনগ্ৰাদৰ যুঁজত যি শিখৰলৈ পাইছিলগৈ, সি প্ৰৰিপূৰ্ণ পৰিণতি লাভ কৰিছিল কুৰ্স্ক বালজৰ যুঁজত; গতিকে মস্কো, ষ্টালিনগ্ৰাদ আৰু কুৰ্স্ক যুঁজৰ সোঁত বিপৰীতমুখী কৰি দিয়াব সংগ্ৰামত তিনিটা প্ৰধান পৰ্য্যায় হৈছে নাৎছী জাৰ্মানীৰ বিৰুদ্ধে

জয়লাভৰ বাটত কমিউনিষ্ট পাৰ্টিয়ে আমাৰ ছোভিয়েত জনগণক যি বিজয়ত নেতৃত্ব দিছিল, সেই জয়ৰ বাটত তিনিটা মাইলখুঁটা।

ৰণনৈতিক উদ্যোগ কাঢ়ি লোৱা আৰু অটুট ৰখাৰ বাবে ১৯৪১ চনৰ জুন মাহৰপৰা ১৯৪৩ চনৰ জুলাই মাহলৈকে ছোভিয়েত সশস্ত্ৰ ফৌজৰ দু'বছৰ জোৰা সংগ্ৰাম সাফল্যমণ্ডিত হল। দ্বিতীয় বিশ্বযুদ্ধৰ নিয়ামক ৰণাঙ্গন, ছোভিয়েত জাৰ্মান ৰণাঙ্গনত যি উদ্যোগ দেখা গৈছিল, ছোভিয়েত সেনাবাহিনীয়ে কুৰ্স্ক'ৰ যুঁজত সেই উদ্যোগ স্থায়ীভাবে কৰায়ত্ত কৰিলে। পৰৱৰ্তী সমস্ত ৰণ পৰিচালিত হৈছে এনে পৰিস্থিতিত য'ত উদ্যোগ দৃঢ়ভাৱে আছে ছোভিয়েত সশস্ত্ৰ বাহিনীৰ হাতত, আৰু শত্ৰুৰ বিৰুদ্ধে পৰৱৰ্তীকালত ডাঙৰ ডাঙৰ জয়লাভৰ পক্ষে ই আছিল এটা অতীব গুৰুত্বপূৰ্ণ উপাদান। ১৯৪৩ চনৰ গ্ৰীষ্মত কুৰ্স্ক'ৰ যুঁজে নাৎছী জাৰ্মানীৰ আৰু তাৰ অনুচৰ আক্ৰমণকাৰীইঁতৰ বিৰুদ্ধে যুঁজত এক নতুন পৰ্যায়ৰ সূচনা কৰিছিল।

কুৰ্স্ক'ত আত্মৰক্ষামূলক আৰু অ'ৰেল আৰু বেলগ'ৰ'দত আক্ৰমণাত্মক—এই তিনিটা গুৰুত্বপূৰ্ণ ছোভিয়েত ৰণনৈতিক অভিযানক সামৰি লোৱা কুৰ্স্ক যুঁজ তাৰ বিপুল পৰিসৰ, অসাধাৰণ তীব্ৰতা আৰু বোৰৰ বাবে খ্যাত। এই তিক্ত আৰু ৰক্তক্ষয়ী সংগ্ৰাম স্থলত আৰু আকাশত ৫০ দিন ধৰি চলিছিল। দ্বিতীয় বিশ্বযুদ্ধৰ আন আন প্ৰধান ৰণৰ তুলনাত কুৰ্স্ক'ৰ যুঁজ আছিল হ্ৰস্বতম। এই কথা ক'লেই যথেষ্ট হব যে মস্কো, ষ্টালিনগ্ৰাদ, নীপাৰ আৰু এই নৈৰ পশ্চিমত থকা ইউক্ৰাইনৰ যুদ্ধৰ প্ৰতিখন সাত মাহ ধৰি চলিছিল, ককেছাছৰ যুঁজ চলিছিল ১৪ মাহৰ বেছি কাল ধৰি আৰু লেনিনগ্ৰাদৰ যুঁজ দুই বছৰতো অধিক কাল ধৰি।

কুৰ্স্ক'ৰ যুঁজত সশস্ত্ৰ ফৌজৰ শক্তিশালী সৈন্যসমাহাৰবোৰ জড়িত আছিল। উদাহৰণস্বৰূপে ছোভিয়েত কমাণ্ডে ৬টা ৰণাঙ্গন[1],

---

১ দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ ১৭শ এয়াৰ আৰ্মি'ৰ অন্তৰ্ভুক্ত অংশ—সঃ

দূৰ পাল্লাৰ বিমান পৰিবহন আৰু বিশাল এক গেৰিলা বাহিনীক নিয়োগ কৰিছিল। দুয়ো পক্ষই ৰণত নিয়োগ কৰিছিল ৪০ লাখৰো অধিক সৈন্য, ৭০,০০০ ৰণাঙ্গনৰ কামান আৰু মৰ্টাৰ, প্ৰায় ১৩,০০০ টেঙ্ক আৰু স্বয়ংচালিত কামান আৰু ১২,০০০ বো বেছি বিমান—তুলনামূলকভাৱে যি মস্কো বা ষ্টালিনগ্ৰাদতকৈ ঢেৰ বেছি।

কুৰ্স্ক বালজত বিশাল টেঙ্ক সংঘৰ্ষবোৰক কোনো যুঁজৰ লগত বিজাব নোৱাৰি। যুঁজৰ ইতিহাসত অস্ত্ৰসজ্জিত গাড়ীৰ ইমান ব্যাপক ব্যৱহাৰ কেতিয়াও হোৱা নাছিল।

নতুনকৈ সংগঠিত ছোভিয়েত টেঙ্ক আৰ্মিসমূহ আৰু পৃথক টেঙ্ক আৰু মেকানাইজ্‌ড ক'ৰসমূহে কুৰ্স্কৰ যুঁজত ভাগ লৈছিল। এই যুঁজক যথাৰ্থভাৱেই দ্বিতীয় বিশ্বযুদ্ধৰ বৃহত্তম টেঙ্ক যুদ্ধ বুলি অভিহিত কৰা হয়।

১৯৪২-১৯৪৩ চনত ষ্টালিনগ্ৰাদত শীতকালত পৰাজয়ৰ পোটক তুলিবৰ বাবে নাৎছী ৰাজনৈতিক আৰু সামৰিক নেতাসকলৰ পৰিকল্পনা এই সুবিশাল যুদ্ধত চূৰ্ণ-বিচূৰ্ণ হৈ গৈছিল। এই যুঁজে ভেৰমাখটৰ আক্ৰমণাত্মক ৰণনীতিকে মাথো চূড়ান্তভাৱে বিপৰ্য্যস্ত কৰি দিয়া নাছিল, সিহঁতৰ আত্মৰক্ষামূলক ৰণনীতিকো গুৰুতৰৰূপে জুকলা কৰি দিছিল, কাৰণ তেওঁলোকে নিৰ্ভৰ কৰিছিল প্ৰবল অস্ত্ৰ-সজ্জিত শক্তিক কামত লগোৱাৰ ওপৰত, আৰু ছোভিয়েত ফৌজে সেইবোৰকো ধ্বংস কৰি পেলাইছিল। ছোভিয়েত সেনাবাহিনীৰ হাতত শত্ৰুৰ পৰাজয় ইমান ভয়ঙ্কৰ আছিল যে নাৎছী জাৰ্মানী সেই গ্লানিৰ হাত সাৰিবলৈ আৰু এই বিপুল ক্ষয়ক্ষতি খৰতকীয়াকৈ পূৰণ কৰিবলৈ অপাৰগ আছিল। কুৰ্স্কৰ যুঁজত ছোভিয়েত ফৌজে সাতটা পেনাৎছাৰ সহ শত্ৰুৰ ৩০ টা ডিভিশনক পৰ্য্যুদস্ত কৰিছিল।

কুৰ্স্কত বহুল-প্ৰচাৰিত আক্ৰমণাত্মক অভিযানৰ ব্যৰ্থতাই নাৎছীহঁতক সমগ্ৰ ছোভিয়েত-জাৰ্মান ৰণাঙ্গন জুৰি ৰণনৈতিক

আত্মৰক্ষাৰ পথ অৱলম্বন কৰিবলৈ বাধ্য কৰিছিল। এই প্ৰসংগত পশ্চিম জাৰ্মান বুৰঞ্জীবিদ ভালটাৰ গোৰেবলিৎছে সখেদে লিখিছিল : "সঁচা কথাটো হৈছে এয়ে যে কুৰ্স্ক বালজত বিৰাট যুঁজ আছিল জাৰ্মান সেনাবাহিনীৰ পক্ষে এক মাৰাত্মক সংকটৰ সূচনা।" বৃটিছ প্ৰচাৰবিদ আলেকজেণ্ডাৰ ৱাৰ্থে তেওঁৰ "ৰাছিয়া এট ৱাৰ ১৯৪১-১৯৪৫" কিতাপখনত কুৰ্স্কৰ যুঁজ সম্বন্ধে যথাৰ্থ মন্তব্য কৰিছিল। তেওঁ লিখিছিল "কুৰ্স্কৰ যুঁজত জিকি ৰাছিয়াই দবাচলতে যুঁজত জিকিয়ে গৈছিল।"

কুৰ্স্কৰ যুঁজে ছোভিয়েত সশস্ত্ৰ ফৌজৰ প্ৰশংসাতীত শক্তিৰ, ছোভিয়েত ফৌজৰ লোকসকলৰ সুমহান নৈতিক আৰু সংগ্ৰামী গুণবাজিৰ, দেশৰ প্ৰতি তেওঁলোকৰ সীমাহীন ভালপোৱাৰ প্ৰমাণ বাৰম্বাৰ দিয়ে।

কুৰ্স্কৰ যুঁজত ঐতিহাসিক জয়লাভে সমাজতান্ত্ৰিক ব্যৱস্থাৰ আৰু ছোভিয়েত ৰাষ্ট্ৰৰ বিপুল প্ৰাণশক্তিৰ প্ৰমাণ দিয়ে। এই বিজয়ে সাক্ষ্য দিয়ে সেই ছোভিয়েত জনগণৰ অস্ত্ৰ-পাৰদৰ্শিতাৰ চমৎকাৰিত্বৰ, যিসকলে মহান দেশপ্ৰেমিক যুদ্ধৰ কঠিন দিনবোৰত কমিউনিষ্ট পাৰ্টিৰ নেতৃত্বত জাৰ্মান নাৎছীবাদৰ বিৰুদ্ধে বিজয় অৰ্জন কৰিছিল।

* * *

১৯৪৩ চনৰ বসন্তকালৰ আগছোৱাৰ ঘটনাৱলীয়ে কুৰ্স্কৰ যুঁজৰ ভূমিকা হিচাপে কাম কৰিছিল; সেই সময়ত ১৯৪১-৪৩ চনৰ শীতকালত ষ্টালিনগ্ৰাদত, উত্তৰ ককেছাছত, দন নৈৰ উজনি অঞ্চলত আৰু লেনিনগ্ৰাদ এলেকাত ভেৰমাখটৰ শোচনীয় পৰাজয়ৰ পেটিক ফুলিবৰ বাবে নাৎছী ৰণনীতিবিদসকলে তেওঁলোকৰ প্ৰথম ব্যৰ্থ প্ৰয়াস কৰিছিল।

এই কথা মনত থাকিব যে ১৯৪২ চনৰ গ্ৰীষ্মকালীন আৰু হেমন্তকালীন আক্ৰমণৰ অভিযানৰ জৰিয়তে জাৰ্মানইতৰ পূব দিশত বিখিনি জয় হৈছিল, শীতকালীন যুদ্ধৰ ফলত সিহঁতে তাৰ সকলোখিনি

হেৰুৱাৰ লগা হয়। এই পৰাজয়ে কেছিষ্ট জোঁটৰ ভিত্তি কঁপাই তুলিছিল। বহুতীয়া দেশবোৰত এই আশাহীন যুদ্ধৰ বিৰুদ্ধে অসন্তোষ বাঢ়ি গৈছিল। মিত্ৰইঁতৰ চকুত জাৰ্মানীৰ মৰ্য্যাদা ভালেখিনি ক্ষুণ্ণ হৈছিল। কেছিষ্ট ইতালি যুদ্ধৰপৰা আঁতৰি অহাৰ শেষ পৰ্য্যায়ত আছিল। ষ্টালিনগ্ৰাদ যুঁজত ছোভিয়েত সশস্ত্ৰ ফৌজে অৰ্জন কৰা বিজয়ৰ সামৰিক আৰু ৰাজনৈতিক পৰিণাম আছিল সামূহিকভাৱে ইমান চমকপ্ৰদ আৰু জাৰ্মানীৰ পক্ষে ইমান প্ৰতিকূল যে হিটলাৰে ১৯৪৩, ১ ফেব্ৰুৱাৰীত ভেৰমাখট জেনাৰেল হেড কোৱাৰ্টাছৰ্ব সম্মিলনত তলত দিয়া বিবৃতি দিবলৈ বাধ্য হৈছিল: "মই মাথো এটা কথা কব পাৰোঁ: পূবত আক্ৰমণাত্মক অভিযান কৰি যুদ্ধ শেষ কৰাৰ কোনো সম্ভাৱনা নাই। এই কথা আমি সুস্পষ্টৰূপে বুজিব লাগিব।'[১]

তথাপি, অখণ্ডনীয় তথ্যাৱলীৰ প্ৰতি স্বাকৃতি দিয়া সত্বেও তাৰৈ আওকাণ কৰি হিটলাৰ আৰু তেওঁৰ সহযোগীসকলে ভাবিলে যে যুদ্ধত পৰাজয় সমূলি অৱধাৰিত নহয় আৰু এই কঠিন অৱস্থাৰ পৰা ওলাবৰ এটা উপায় আছে। এই উদ্দেশ্যে নাৎছী নেতাসকলৰ দ্বাৰা পৰিকল্পিত প্ৰধান পদক্ষেপবোৰৰ ভিতৰত এটা হৈছে আৰ্মি ছাউথ গ্ৰুপৰ প্ৰতি-আক্ৰমণাত্মক অভিযান। নাৎছী সামৰিক কমাণ্ডাৰসকলৰ ভিতৰত অন্যতম সৰ্বাধিক অভিজ্ঞ ফিল্ড মাৰ্শাল মানষ্টাইনৰ নেতৃত্বত এই অভিযান প্ৰস্তুত কৰা হৈছিল আৰু ১৯৪৩ চনৰ ফেব্ৰুৱাৰী আৰু মাৰ্চ মাহত দনবাছ আৰু খাৰকভ এলেকাত কাৰ্য্যকৰ কৰা হৈছিল। এই প্ৰতি-আক্ৰমণাত্মক অভিযানত পশ্চিম ইউৰোপীয় দেশবোৰৰ পৰা অহা ভালেকেইটা ডিভিজন সহ বিৰাট অস্ত্ৰসজ্জিত শক্তি নিয়োগ কৰা হব বুলি ঠিক কৰা হৈছিল। এই অভিযানৰ ৰাজনৈতিক উদ্দেশ্য আছিল বিৰাট সামৰিক বিজয় অৰ্জন কৰা আৰু তাৰ জৰিয়তে জাৰ্মান

১ হিটলাৰ লাগেবেছ প্ৰেছজেন। ডি প্ৰটকলফ্ৰাগমেণ্টে ছাইনাৰ মিলিটোৰিছেন কনফাৰেনৎছেন ১৯৪২-১৯৪৫, ষ্টুটগাৰ্ট ১৯৬২, পৃঃ ১২২

সোভিয়েতবাহিনী আৰু জনগণৰ নৈতিক বল বঢ়োৱা, কেৰিষ্ট ৰকফ ভাঙন ৰোধ কৰা আৰু এই ৰকত জাৰ্মানীৰ সামৰিক আৰু ৰাজনৈতিক মৰ্য্যাদা পুনৰুদ্ধাৰ কৰা।

এই প্ৰতি-আক্ৰমণাত্মক অভিযানৰ ৰণনৈতিক কৰ্তব্য আছিল যি সোভিয়েত সৈন্যসকল ষ্টালিনগ্ৰাদ যুঁজৰ পিচত দক্ষিণৰ কাষেৰে আগুৱাই গৈছিল আৰু ফেব্ৰুৱাৰীৰ মাজভাগত কুৰ্স্ক আৰু খাৰকভৰ দক্ষিণত থকা কেইটামান ঠাইলৈ গৈ পাইছিল আৰু দ্ৰুত নীপাৰৰ পিনে অগ্ৰসৰ হৈছিল—সেইসকলৰ অগ্ৰগতি ৰোধ কৰা, ৰণনৈতিক উদ্যোগ পুনৰুদ্ধাৰ কৰা আৰু সম্ভৱ হলে কুৰ্স্কৰ পশ্চিমত থকা বিশাল সোভিয়েত ফৌজক আগুৰি ধৰা আৰু ধ্বংস কৰা।

সেই বছৰৰ বসন্তকালৰ ঘটনাৱলী মোৰ তালকৈ মনত আছে। পাঠকসকলক মই সেইবোৰ কথা কব খোজো প্ৰথমতে এই কাৰণত যে বিভিন্ন ৰচনাত এভিয়ালৈকে এইবোৰে যথেষ্ট পৰিমাণে ঠাই পোৱা নাই। তেতিয়া মোৰ কৰ্তব্যপালনৰ বাবে মই ভ'ৰ'নেঝ ৰণাঙ্গনলৈ যাব লগীয়া হৈছিল। তাত মোৰ কাম আছিল শত্ৰুইতৰ প্ৰতি-আক্ৰমণ প্ৰতিৰোধ কৰাৰ ক্ষেত্ৰত এই ৰণাঙ্গনৰ প্ৰয়াসত সাহায্য কৰা। শত্ৰুৰ প্ৰতি আক্ৰমণাত্মক অভিযান আৰম্ভ হৈছিল ১৯ ফেব্ৰুৱাৰীত, আৰম্ভণিত পশ্চিম ৰণাঙ্গনৰ বিৰুদ্ধে। শীতকালীন আক্ৰমণৰ সময়ত এই ৰণাঙ্গনৰ সোঁপক্ষই খাপ খাঁৱে এনেকাত নীপাৰৰ কাষে হেঁচুকি আগুৱাই গৈছিল। নীপাৰ আৰু জেভেৰ্ছি দনেৎছৰ মাজত তীব্ৰ ৰণৰ গতিপথত শত্ৰুইতে ফেব্ৰুৱাৰীৰ শেষভাগৰ ভিতৰত ৰণাঙ্গনৰ সৈন্যসকলক জেভেৰ্ছি দনেৎছৰ পিচফালে খেদি পঠিয়াইছিল। দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ প্ৰত্যাঘাতে ভ'ৰ'নেঝ ৰণাঙ্গনৰ বাওঁপক্ষক গুৰুতৰৰূপে বিপাঙত পেলাইছিল। ভ'ৰ'নেঝ ৰণাঙ্গন আক্ৰমণাত্মক ৰণত ৰীতিমত দুৰ্বল হৈ পৰিছিল, কিন্তু তথাপি ই দক্ষিণ-পশ্চিম আৰু পশ্চিম অভিমুখে আগুৱাই গৈ আছিল।

৪ মাৰ্চত খাৰকভৰ দক্ষিণ-পশ্চিম এলেকাৰ পৰা কেন্দ্ৰীভূত সেনাংছোৱাৰ শক্তিৰে ভ'ৰ'নেৰ ৰণাঙ্গনৰ ওপৰত প্ৰবল আঘাত হানি শত্ৰুইঁতে সিহঁতৰ আক্ৰমণাত্মক অভিযানৰ দ্বিতীয় পৰ্য্যায়ৰ সূচনা কৰিছিল। শক্তিৰ ফালৰ পৰা, বিশেষকৈ অস্ত্ৰসজ্জিত আৰু বিমানশক্তিৰ ফালৰ পৰা ভালেখিনি প্ৰাধান্যৰ বহুতে শত্ৰুইঁত ৰক্তক্ষয়ী যুদ্ধৰ মাজেদি ৭ মাৰ্চত ভ'ৰ'নেৰ ৰণাঙ্গনৰ বাওঁপক্ষৰ বীৰোচিত প্ৰতিৰোধ ভেদ কৰিবলৈ সক্ষম হৈছিল আৰু তেওঁলোকক খাৰকভৰ পিনে পিচ হোঁহকি যাবলৈ বাধ্য কৰিছিল। সেই সময়ত ছকলভো এলেকাত চেকোশ্লোভাক সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰৰ বৰ্তমান সভাপতি লুদভিক স্তোবোদাৰ নেতৃত্বত ছোভিয়েত ভূমিত গঠিত চেকোশ্লোভাক বেটেলিয়নে অগ্নিদীক্ষা লাভ কৰিলে। ইয়াৰ প্ৰথম কম্পানীটোৱে বিপুল শৌৰ্য্যৰ চিনাকি দিছিল। এই কম্পানীৰ নেতৃত্ব দিছিল চিনিয়ৰ লেফটানেণ্ট অ'তকাৰ ইয়াৰোছে। তেওঁ বীৰৰ দৰেই মৃত্যুবৰণ কৰে আৰু তেৱেঁই হৈছে প্ৰথম বিদেশী যিজনাক ছোভিয়েত ইউনিয়নৰ বীৰ খিতাপেৰে ভূষিত কৰা হৈছিল।

দক্ষিণ-পশ্চিমত ৰণনৈতিকভাৱে গুৰুত্বপূৰ্ণ খণ্ডত গুৰুতৰ অৱনতি ঘটাত জেনাৰেল হেড কোৱাৰ্টাৰ্ছে জৰুৰী ব্যৱস্থা লবলৈ বাধ্য হল। ১১-১২ মাৰ্চত আলোচনাৰ পিচত কুৰ্স্ক-বেলগ'ৰ'দ খণ্ডত আৰু শক্তি বৃদ্ধি ঘটাবলৈ আৰু শত্ৰুৱে যাতে বেহু ভেদ কৰি প্ৰৱেশ কৰিব নোৱাৰে তাৰ ভেটা দিবলৈ দুটা ফিল্ড আৰ্মি আৰু এটা টেংক আৰ্মিক সেই খণ্ডলৈ পঠোৱাৰ সিদ্ধান্ত গৃহীত হল। কুৰ্স্ক'ত ভেতিয়া শত্ৰুৰ আন এটা সৈন্যসমাহাৰে, যিটোৱে ফেব্ৰুৱাৰীৰ শেষত গঠিত কেন্দ্ৰীয় ৰণাঙ্গনৰ আক্ৰমণাত্মক অভিযান স্তব্ধ কৰি দিছিল, উত্তৰ দিশৰ পৰা, অ'ৰেলৰ দক্ষিণ এলেকাৰ পৰা আক্ৰমণ চলাই গৈছিল। সেই সময়ত ডেপুটি চীফ অব্ দ্য জেনাৰেল ষ্টাফ, জেনাৰেল এ. আই. আন্তনভ আছিল জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ প্ৰতিনিধি। ২১ তম আৰ্মিক প'ছিওল নৈৰ কাষলৈ

অনতিপলমে জাঁতৰাই নিবৰ বাবে সৰ্বপ্ৰকাৰ সম্ভাৱ্য ব্যৱস্থাগ্ৰহণৰ তেওঁক নিৰ্দেশ দিয়া হল। ইয়াৰ কাম আছিল প্ৰতিৰক্ষা লাইনক তাতে থেটা দি ৰখা আৰু এনেকৈ কুৰ্স্ক দক্ষিণৰ পৰা ৰক্ষা কৰা আৰু জেনাৰেল হেড কোয়াৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ পৰা ১ম টেঙ্ক আৰ্মিক নিয়োজিত হবলৈ সক্ষম কৰা।

মই ভ'ৰ'নেঝ ৰণাঙ্গনৰ পৰা ১২ ফেব্ৰুৱাৰীৰ দিনা মস্কোলৈ উভতি গলোঁ। মই চীফ অৱ্ ষ্টাফ জেনাৰেল ষ্টাফ হিচাপে ১২ মাৰ্চ চুপ্ৰীম কমাণ্ডাৰ ইন-চীফৰ পৰা আকৌ ভ'ৰ'নেঝ ৰণাঙ্গনলৈ যাবলৈ নিৰ্দেশ পালো। ভেতিয়াও মই ভ'ৰনেঝ আৰু ব্ৰিয়ানস্ক ৰণাঙ্গনৰ শীতকালীন আক্ৰমণাত্মক অভিযানৰ বাবে তেওঁলোকৰ কামকাজৰ মাজত সমন্বয় সাধন কৰি আছিলোঁ।

খাৰকভ দখলৰ বাবে যেতিয়া তীব্ৰতম ৰণ চলিব লাগিছে সেই সময়ত ১১ মাৰ্চৰ দিনা মই বেলগ'ৰ'দ গৈ পালোগৈ। বেলগ'ৰ'দত তেতিয়া ভ'ৰনেঝ ৰণাঙ্গনৰ কমাণ্ড পষ্ট আছিল। ১৪ মাৰ্চ ৰাতি মই ৩য় টেঙ্ক আৰ্মিৰ কমাণ্ড প'ষ্টলৈ গৈ পালোগৈ। এই আৰ্মি তেতিয়া প্ৰত্যক্ষভাৱে খাৰকভৰ দক্ষিণ-পশ্চিমত যুদ্ধৰত আছিল।

১৫ মাৰ্চ বেলগ'ৰ'দৰ পৰা উভতি আহি মই টেলিফোনেৰে ষ্টালিনক ৰিপৰ্ট দিলোঁ, তাৰ পিচত খাৰকভ এলেকাত পৰিস্থিতি আমাৰ পক্ষে কোৰতকোৰে কঠিন হৈ পৰিছে—এই মৰ্মে এটা সাংকেতিক বাৰ্তা পঠালো। কথা-বতৰাৰ সময়ত মোক জনোৱা হল যে ডেপুটি চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফ-মাৰ্শ্বাল ঝুকভক উত্তৰ-পশ্চিম ৰণাঙ্গনৰ পৰা প্ৰত্যাহাৰ কৰি আনি দক্ষিণ-পশ্চিম ৰণাঙ্গনলৈ পঠোৱা হব লাগিছে। তাত তেওঁৰ কাম হব কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ কমাণ্ডাৰসকলৰ লগত আৰু মোৰ লগত পৰবৰ্ত্তী কামকাজৰ পৰিকল্পনা সম্বন্ধে আলোচনা কৰা আৰু আমাৰ সিদ্ধান্ত জেনাৰেল হেড কোয়াৰ্টাৰ্ছক জনোৱা।

কৌৰাওণ মেছি শক্তিশালী শত্রুসৈন্যসকলৰ লগত তুমুল ৰণৰ পিছত ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকল থাকক এৰি যাবলৈ আৰু ক্ৰেকোৱস্কি দনেৎস্কৰ সিপাৰে বেলগ'ৰ' অভিমুখে আঁতৰি যাবলৈ বাধ্য হৈছিল। বেলগ'ৰ'দত ভেতিয়া বিৰামহীন বিমান আক্ৰমণ চলিছিল, প্ৰতিদিনে তীব্ৰৰ পৰা তীব্ৰতৰ হৈছিল।

ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকল দীৰ্ঘস্থায়ী আৰু ক্ষান্তিহীন প্ৰবল যুঁজত বিপুলভাৱে ক্ষতিগ্ৰস্ত হৈছিল, তথাপি শত্ৰুৰ পৰা পুনৰধিকৃত চোভিয়েত ভূমিৰ প্ৰতিটো ইঞ্চি ৰক্ষাৰ বাবে কঠোৰ ৰণ চলাই গৈছিল। কিন্তু তেওঁলোকে শক্তিশালী অস্ত্ৰসজ্জিত শত্ৰুসৈন্যৰ আঘাতৰ সমুখত তিষ্ঠিব নোৱাৰিলে, ১৮ মাৰ্চ বেলগ'ৰ'দ এৰি আহিল। ভ'ৰ'নেঝ ৰণাঙ্গনৰ সদৰ দপ্তৰ অ'বইয়ান এলেকালৈ আঁতৰাই নিয়া হল। তাতেই মই ঝুকভৰ দেখা পালোঁ। তেওঁ দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ পৰা সেই ৰণাঙ্গনৰ প্ৰাক্তন কমাণ্ডাৰ জেনাৰেল এন এফ ভাতুতিনক লগত আনিছিল। ভ'ৰ'নেঝ ৰণাঙ্গনৰ কমাণ্ডাৰ জেনাৰেল এফ, আই, গলিকভক জেনাৰেল হেড কোৱাৰ্টাৰ্চত কাম দিয়া হল। তেওঁৰ ঠাইত জেনাৰেল ভাতুতিনক জেনাৰেল হেড কোৱাৰ্টাৰ্চৰ পৰা এই ৰণাঙ্গনৰ কমাণ্ডাৰ নিযুক্ত কৰা হৈছিল।

১৯ মাৰ্চ ঝুকভ, ক্ৰুশ্চেভ আৰু মই ভ'ৰ'নেঝ ৰণাঙ্গনৰ পৰিস্থিতি আৰু প্ৰতিৰোধ সংগঠন কৰাৰ বাবে থিবোৰ ব্যৱস্থা লোৱা হব লাগিছে তাক জনাই জেনাৰেল হেড কোৱাৰ্টাৰ্চলৈ ৰিপৰ্ট পঠিয়ালো। ২২ মাৰ্চ মই মস্কোলৈ উভতি আহিলো। ঝুকভ ভ'ৰ'নেঝ ৰণাঙ্গনত থাকি গল। সেই সময়ৰ ভিতৰত তাৰ পৰিস্থিতি সুস্থিত হৈছিল।

গতিকে, ফেব্ৰুৱাৰী আৰু মাৰ্চত চোভিয়েত জাৰ্মান ৰণাঙ্গনৰ দক্ষিণ-পশ্চিম খণ্ডত প্ৰবল ৰণৰ ফলত শত্ৰুৱে কিছু সাফল্যলাভ কৰিছিল; দক্ষিণত চোভিয়েত ফৌজৰ অগ্ৰগতি ৰোধ কৰিছিল আৰু

সম্মুহতে মুক্ত হোৱা দনবাছ, খাৰকভ আৰু বেলগ'ৰ'দ অঞ্চলৰ এটা ক্ষুদ্ৰ অংশ পুনৰ দখল কৰিছিল।

অৱশ্যে শত্ৰুহঁত সিহঁতৰ আক্ৰমণাত্মক অভিযানৰ প্ৰধান ৰাজনৈতিক উদ্দেশ্য সাধনত ব্যৰ্থ হৈছিল। পূৰ্বাঞ্চলত কোনো নিৰ্ণায়ক সামৰিক জয় হোৱা নাছিল। নাৎছী জেনাৰেলসকলে ভলগাৰ পাৰত জাৰ্মান সেনাবাহিনীৰ পৰাজয়ৰ কলঙ্ক মচি দিব পৰা নাছিল। "জাৰ্মানহঁতৰ ষ্টালিনগ্ৰাদ" পৰিকল্পনা, যাৰ ওপৰত হিটলাৰপন্থী ৰণনীতিবিদসকলে নিৰ্ভৰ কৰিছিল, সি ব্যৰ্থ হল। কুৰ্স্ক এলেকাত ছোভিয়েত সৈন্যসমাৱেশৰ বিৰাট সৈন্যসমাহাৰ কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনক ঘেৰি পেলোৱাৰ আৰু ৰণনৈতিক উদ্যোগ পুনৰ হস্তগত কৰাৰ বাবে সিহঁতৰ প্ৰয়াস ব্যৰ্থ হল। ছোভিয়েত বাহিনীয়ে আক্ৰমণ প্ৰতিহত কৰিলে, সাময়িকভাৱে আত্মৰক্ষামূলক অৱস্থান নিলে আৰু উদ্যোগ বজায় ৰাখিলে।

কুবান বাদে সমগ্ৰ ছোভিয়েত জাৰ্মান ৰণাঙ্গন জুৰি এটা নিস্তব্ধতা নামি আহিল কুবানত গোটেই বসন্তকাল জুৰি বিমান প্ৰাধান্যৰ বাবে তীব্ৰ যুঁজ চলি থাকিল। কুৰ্স্ক এলেকাৰ সমুখ ৰণাঙ্গনৰ লাইনে এটা বিৰাট অভিক্ষেপৰ দৰে বিশেষ ৰূপ পৰিগ্ৰহ কৰিলে। ১৯৪৩ চনৰ জহকালি এই অভিক্ষেপ অতীৱ প্ৰবল ৰণক্ষেত্ৰত পৰিণত হল।



এপ্ৰিলৰ পৰা জুনলৈকে যি ৰণনৈতিক নিস্তব্ধতা চলিল দুয়ো পক্ষয়ে তাক নতুন ৰণনৈতিক পৰিকল্পনা ৰচনাৰ বাবে আৰু গ্ৰী ষ্মকালীন অভিযানৰ প্ৰস্তুতি কৰাৰ বাবে কামত লগালে।

বসন্তকালীন প্ৰতি-আক্ৰমণাত্মক অভিযানৰ ব্যৰ্থতাই ভেৰমাখ্ট কমাণ্ডাৰৰ মূৰ ঠাণ্ডা কৰিব নোৱাৰিলে। প্ৰতিহিংসাৰ তৃষ্ণা আৰু যিকোনো মূল্যত নাৎছী বাহিনীৰ মৰ্য্যাদা পুনৰুদ্ধাৰৰ আকাংক্ষাই নাৎছী নেতাসকলক নতুন হঠকাৰিতাৰ পিনে ঠেলি দিছিল।

পূবত ডাঙৰ ডাঙৰ পৰাজয়ে কেইটা জোঁটৰ ধ্বংস ত্বৰান্বিত কৰিছিল। পূৰ্বাঞ্চলৰ ৰণাঙ্গনৰ ঘটনাৱলীয়ে পশ্চিমীয়া মিত্ৰশক্তিবোৰৰ পক্ষে উত্তৰ আফ্ৰিকাত আক্ৰমণাত্মক অভিযান সহজতৰ কৰিলে। ১৯৪৩ চনত তিউনিছিয়াত আঠোটা জাৰ্মান ডিভিশ্বন আৰু ছটা ইতালিয়ান ডিভিশ্বনক বন্দী কৰাৰ যোগেদি এই অভিযানৰ সামৰণি পৰিল। এই জয়ে ভূমধ্যসাগৰত পশ্চিমীয়া শক্তিবোৰৰ ৰণনৈতিক অৱস্থান কট্‌কটীয়া কৰিলে আৰু নাৎছী জাৰ্মানীৰ পক্ষে মিত্ৰ হিচাবে ইতালিক হেৰুৱাৰ আশঙ্কাই দেখা দিলে। ইউৰোপত সোনকালে দ্বিতীয় ৰণাঙ্গন মুকলি কৰাৰ বাস্তৱসন্মত সম্ভাৱনাও দেখা দিলে।

তৃতীয় ৰাইখৰ পক্ষে পূৰ্বাঞ্চলৰ পৰিস্থিতি বিশেষ প্ৰতিকূল আছিল, ইয়াত শীতকালীন ছোভিয়েত আক্ৰমণাত্মক অভিযানৰ সময়ত জাৰ্মানহঁতে ১০০ ডিভিশ্বন বা ইয়াত থকা সিহঁতৰ ফৌজৰ ৪০ শতাংশ হেৰুৱাইছিল। ১৯৪২ চনৰ ১ জুলাইৰ পৰা ১৯৪৩ চনৰ জুন মাহৰ ভিতৰত হোৱা যুঁজত শত্ৰুৰ স্থলবাহিনীবোৰে অপূৰণীয় ক্ষতিৰ সমুখীন হৈছিল। জাৰ্মান আৰ্মি জেনাৰেল ষ্টাফৰ হিচাপ অনুযায়ী সিহঁতে হেৰুৱাইছিল ১১ লাখ ৩৫ হাজাৰ সৈন্য আৰু বিষয়া। ১৯৪৩ চনৰ মাৰ্চ মাহত ভেৰমাখট ফৌজৰ দুই-তৃতীয়াংশয়ে পূৰ্বাঞ্চলত নিয়োজিত আছিল। ইয়ো মনত ৰখা দৰকাৰ যে এই স্থলসৈন্যহঁতৰ এটা উল্লেখযোগ্য অংশ আছিল বিমান কোঠৰ কৰ্মী, নিৰাপত্তা কৰ্মী, সংৰক্ষিত শক্তি আৰু "বিদেশী" ডিভিশ্বন লৈ গঠিত—যিহঁতৰ ৰণদক্ষতা তেনেই কম। জাৰ্মান পেনাৎছাৰ ডিভিশ্বনৰ যুঁজ কৰাৰ ক্ষমতাও সিমান উন্নত মানৰ নাছিল। ভেৰমাখটৰ পেনাৎছাৰ বাহিনীবোৰৰ ইন্সপেক্টৰ জেনাৰেল কুখ্যাত হাইনৎছ গুডেৰিয়ানে ১৯৪৩ চনৰ ৯ মাৰ্চত তেওঁৰ ৰিপৰ্টত এই কথা স্বীকাৰ কৰিছিল। তেওঁ লিখিছিল: "এই মুহূৰ্তত, দুৰ্ভাগ্যক্ৰমে, আমাৰ এনে পেনাৎছাৰ বাহিনী নাই যাক যুঁজৰ বাবে সম্পূৰ্ণ উপযুক্ত বুলি কব পাৰি। আমাৰ এই বছৰৰ অভিযানৰ

আৰু বেছিকৈ অহা বছৰৰ অভিযানৰ সাফল্য নিৰ্ভৰ কৰে সেই ৰক্ষতা পুনৰ গঢ়ি তোলাৰ ওপৰত। যদি তাক কৰিব পৰা হয় তেনেহলে ইউ-বোট আৰু বিমানবাহিনীৰ লগত মিলি আমি যুঁজত জিকিম। আমি তাক কৰিবলৈ ব্যৰ্থ হলে স্থলযুদ্ধবোৰ দীৰ্ঘস্থায়ী হব আৰু বিপুল সংখ্যাক হতাহত হব।"

স্পষ্টকৈ বুজা গৈছিল যে জাৰ্মানইঁতৰ যি শক্তি আছিল সি আনকি ৰণনৈতিক ক্ষেত্ৰতো বিৰাট আক্ৰমণাত্মক অভিযানৰ বাবে যথেষ্ট নাছিল ; যেনেকুৱা আছিল ১৯৪২ চনৰ জহকালি।

এনে অৱস্থাত নাৎছী ৰাজনৈতিক আৰু সামৰিক নেতাসকলে যুদ্ধ পৰিচালনাৰ বাবে এটা ৰণনৈতিক লাইন প্ৰস্তুত কৰাৰ আৰু ১৯৪৩ চনৰ গ্ৰীষ্মকালীন যুঁজবোৰৰ সুনিৰ্দিষ্ট পৰিকল্পনা ৰচনা কৰাৰ কৰ্তব্যৰ সমুখীন হৈছিল। নাৎছী ৰণনীতিবিদসকলে এই জটিল সমস্যাৰ দ্ৰুত সমাধান কৰিব পৰা নাছিল। ভেৰমাখট জেনাৰেলসকলৰ মাজত গুৰুতৰ মতপাৰ্থক্য দেখা দিয়াৰ ফলত সৰ্বসন্মত মতামতৰ সম্ভাৱনা নাইকিয়া হল।

১৯৪৩ চনত ভেৰমাখট কমাণ্ডে সামৰিক প্ৰয়াসৰ কেন্দ্ৰ পূৰ্বাঞ্চলীয় ৰণাঙ্গন পৰা ভূমধ্যসাগৰ ৰণাঙ্গনলৈ স্থানান্তৰিত কৰাৰ প্ৰস্তাৱ আগবঢ়ালে, যাতে ইউৰোপত সম্ভাব্য ইঙ্গ মাৰ্কিন আক্ৰমণ ৰোধ কৰা যায়, ইতালিক নাৎছী ৰথৰ লগত বান্ধি ৰখা যায় আৰু পশ্চিমীয়া শক্তিবোৰক দেখুৱা যায় যে "ইউৰোপীয় দুৰ্গৰ" প্ৰতিৰক্ষা দুৰ্ভেদ্য আৰু তেওঁলোকৰ লগত বুজাপৰালৈ অহাৰ পৰিবেশ সৃষ্টি কৰা যায়। জাৰ্মান নৌবাহিনীয়ে এই প্ৰস্তাৱ সমৰ্থন কৰিছিল। পূৰ্বাঞ্চলীয় অভিযানত হিটলাৰৰ প্ৰধান অনুচৰ মুছোলিনীয়ে পশ্চিমাঞ্চলত আৰু ভূমধ্যসাগৰত ৰণত সম্পূৰ্ণ স্বাধীনতা অৰ্জন কৰাৰ বাবে আনকি ছোভিয়েত ইউনিয়নৰ লগত যুদ্ধবিৰতি ঘটাবৰ প্ৰস্তাৱ কৰিছিল।

ভেভিয়াৰ প্ৰধান ফিল্ড মাৰ্শাল ৎছাইৎছলাৰৰ নেতৃত্বত আৰ্মি জেনাৰেল ষ্টাফে এখন সুকীয়া যুঁজ পৰিকল্পনাৰ আঁচনি পাতিছিল ঃ

জাৰ্মান আৰ্মি জেনাৰেল ষ্টাফৰ বিষয়াসকলে প্ৰস্তাৱ কৰিলে যে প্ৰথমে ছোভিয়েত সেনাবাহিনীৰ আক্ৰমণাত্মক অভিযানৰ শক্তি খৰ্ব কৰিব লাগিব, ইয়াক আক্ৰমণাত্মক অভিযান তীব্ৰতৰ কৰাৰ যিকোনো সম্ভাৱনাৰ পৰা বঞ্চিত কৰিব লাগিব, তাৰ পিচতে কেৱল ভূমধ্যসাগৰত আৰু পশ্চিম ইউৰোপত ইঙ্গ-মাৰ্কিন ফৌজৰ বিৰুদ্ধে যুঁজিবৰ উদ্দেশ্যে প্ৰধান প্ৰয়াসলৈ মনোসংযোগ কৰা যাব পাৰে। পূৰ্বাঞ্চলৰ আৰ্মি কমাণ্ডাৰ-সকল আৰু হিটলাৰ নিজে এই মতৰ লগত একমত আছিল। আৰ্মি কমাণ্ডাৰসকলে যি প্ৰস্তাৱ কৰিলে সি হৈছে ১৯৪৩ চনৰ বসন্তকালত ৰণনৈতিক আত্মৰক্ষামূলক যুঁজৰ গতিপথত ছোভিয়েত সেনাবাহিনীৰ প্ৰত্যাশিত আক্ৰমণাত্মক অভিযানৰ আঘাত কৰাৰ ক্ষমতা নিয়ামকভাৱে দুৰ্বল কৰা হওক, তাৰ পিচত পূৰ্বাঞ্চলত এটা নতুন আক্ৰমণাত্মক অভিযান আৰম্ভ কৰা হওক।

১৯৪৩ চনৰ জহকালি ওপৰোল্লিখিত বিবেচনাৰ ওপৰত নিৰ্ভৰ কৰি ছোভিয়েত জাৰ্মান ৰণাঙ্গনৰ সামৰিক অভিযানৰ পৰিকল্পনা কৰা হৈছিল। এই অভিযানৰ গতিপথত জাৰ্মানইঁতে আশা কৰিছিল যে ছোভিয়েত কমাণ্ডৰ পৰা ৰণনৈতিক উদ্যোগ কাঢ়ি লব আৰু যুঁজৰ সোঁতৰ গতি পৰিবৰ্তন কৰি দিব পৰা হব।

এই লক্ষ্যপূৰণ কৰাৰ উপায় পদ্ধতি সম্বন্ধে নাৎছী সামৰিক নেতাসকলৰ মাজত কোনো মতৈক্য নাছিল যদিও, পিচে তেওঁলোকে শেষলৈকে কুৰ্স্ক অভিক্ষেপত ছোভিয়েত ফৌজৰ বিৰুদ্ধে এক বৃহদাকাৰ আক্ৰমণাত্মক অভিযান আৰম্ভ কৰাৰ, অৰ্থাৎ বসন্তকালত যি ৰণনৈতিক পৰিকল্পনা ব্যৰ্থ হৈছিল তাকেই পুনৰ কাৰ্যকৰ কৰাৰ চেষ্টা কৰাৰ সিদ্ধান্ত ললে।

১৩ মাৰ্চত জাৰ্মান বাহিনীৰ হাই কমাণ্ডে হিটলাৰৰ দ্বাৰা স্বাক্ষৰিত অপাৰেছনেল অৰ্ডাৰ নং ৫ জাৰি কৰিলে, তাত কেইমাহমান পূৰ্বাঞ্চলত যুঁজ চলোৱাৰ সম্পৰ্কে নিৰ্দেশবোৰ জনোৱা হল। ইয়াত জাৰ্মান

সেনাইতব কৰ্তব্য এই মৰ্মে স্থিৰ কৰা হল যে বসন্তকালৰ ৰবক গলি যোৱাৰ পিচত ৰাস্তা আৰু মাটি শুকাই গলে বণাঙ্গনৰ ক্ষেত্ৰবোৰ খণ্ডত ছোভিয়েত আক্ৰমণাত্মক অভিযানৰ আগবে পৰা যুদ্ধ লব লাগিব আৰু নিজৰ ইচ্ছা ছোভিয়েত বাহিনীৰ ওপৰত জাপি দিব লাগিব। কিন্তু মাৰ্শাল মানষ্টাইনৰ নেতৃত্বত আৰ্মি গ্ৰুপ ছাউথৰ ওপৰত এক্ৰিমৰ মাজভাগৰ ভিতৰত খাৰকভৰ উত্তৰত এক শক্তিশালী সেনাসমাহাৰ গঢ়ি তোলাৰ দায়িত্ব দিয়া হল। কিন্তু মাৰ্শাল ক্লুগৰ নেতৃত্বত আৰ্মি গ্ৰুপ ছেণ্টাৰক নিৰ্দেশ দিয়া হল অ'ৰেলৰ দক্ষিণৰ এটা পৰাক্ৰম আক্ৰমণকাৰী গোষ্ঠী কেন্দ্ৰীভূত কৰিবলৈ। এই আক্ৰমণকাৰী সৈন্য সমাহাৰৰ ওপৰত দায়িত্ব দিয়া হল সাধাৰণভাৱে কুৰ্স্ক অভিমুখে একে সময়তে আঘাত কৰাৰ আৰু কুৰ্স্ক অভিক্ষেপত ছোভিয়েত কৌশল আগুৰি পেলাই মৰিমূৰ কৰাৰ।

৫ নং অপাৰেছনেল অৰ্ডাৰ জাৰি হোৱাৰ পিচত নাৎচীসকলে আক্ৰমণাত্মক অভিযানৰ বাবে প্ৰস্তুতি চলাবলৈ ধৰিলে, সাংগঠনিক আৰু চলাচল আৰু সৰবৰাহ সংক্ৰান্ত কেবাটাও বৃহৎ আকাৰৰ ব্যৱস্থা অবলম্বন কৰিবলৈ ধৰিলে।

'চিটাডেল' সাংকেতিক নামাঙ্কিত নতুন আক্ৰমণাত্মক অভিযানৰ বাবে সশস্ত্ৰ বাহিনীবোৰৰ কৰ্তব্য আৰু সিবোৰৰ সমৰ্থন নিশ্চিত কৰাৰ বাবে ৬নং অপাৰেছনেল অৰ্ডাৰত কৰ্তব্য আৰু বিস্তাৰিতভাৱে বিবৃত কৰা হল। হিটলাৰে ১৯৪৩ চনৰ ১৫ এপ্ৰিলত এই অৰ্ডাৰত চহী কৰে। এই অৰ্ডাৰত তৃতীয় ৰাইখৰ ফুৱেৰাৰে লিখিলে, "বতৰ অনুকূল হোৱাৰ লগে লগে এই বছৰৰ প্ৰথম আক্ৰমণাত্মক অভিযান—'চিটাডেল' আক্ৰমণাত্মক অভিযান আৰম্ভ কৰাৰ সিদ্ধান্ত মই লৈছোঁ।

"এই আক্ৰমণাত্মক অভিযানৰ নিয়ামক গুৰুত্ব আছে। ইয়াক দ্ৰুত নিয়ামক সাফল্যত পৰিসমাপ্ত কৰিব লাগিব। ইয়াৰ পৰা আমি বসন্ত আৰু শীতকালৰ বাবে উদ্যোগ পাবই লাগিব।"

"ফলতঃ সমূহ প্ৰস্তুতি সৰ্বাধিক পুঙ্খানুপুঙ্খতা আৰু কৰ্মোদ্যমেৰে চলাব লাগিব। সমস্ত আক্ৰমণ-খণ্ডত সৰ্বশ্ৰেষ্ঠ ইউনিট, সৰ্বশ্ৰেষ্ঠ অস্ত্ৰশস্ত্ৰ, সৰ্বশ্ৰেষ্ঠ কমাণ্ডাৰ আৰু বিপুল পৰিমাণ খাৰ-বাৰুদ ব্যৱহাৰ কৰাটো অৱশ্যে কৰ্তব্য। এই আক্ৰমণাত্মক অভিযানৰ নিয়ামক গুৰুত্ব সম্বন্ধে প্ৰত্যেক কমাণ্ডাৰ আৰু প্ৰতিজন সৈন্যক অৱশ্যেই অৱহিত কৰিব লাগিব। কুৰ্স্কৰ বিজয় যেন নিশ্চিতেই হয় সমগ্ৰ পৃথিৱীৰ পক্ষে আলোকবৰ্তিকাস্বৰূপ।"[১]

গ্ৰীষ্মকালীন আক্ৰমণাত্মক অভিযানৰ প্ৰস্তুতিত হুত জনবল আৰু অস্ত্ৰশস্ত্ৰৰ স্থানপূৰণ আৰু প্ৰয়োজনীয় আক্ৰমণকাৰী সৈন্য সমাহাৰ গঢ়ি তোলাটো আছিল নাৎছী হাই কমাণ্ডাৰ মূল সমস্যা। জানুৱাৰী মাহত যিবোৰ কেন্দ্ৰীভূত কৰিবলৈ আৰম্ভ কৰা হৈছিল নাৎছীহঁত প্ৰচণ্ড গতিৰে তাক আগুৱাই দিলে। সিহঁতে ৫০ বছৰীয়া জাৰ্মানসকলকো সৈন্যদলত ভৰ্তী কৰিবলৈ ধৰিলে। ১৯৪১ চনৰ জুন মাহত ছোভিয়েত ইউনিয়নৰ বিৰুদ্ধে যুঁজ আৰম্ভ কৰা সেই নিয়মিত সৈন্যসকলৰ পৰা সিহঁতৰ বিশেষ তাৰতম্য নাছিল। এই মানুহ সংগ্ৰহ কৰা কামে পূৰ্বাঞ্চলত গুৰুতৰ ক্ষতিগ্ৰস্ত সেনাবাহিনীবোৰক নতুন শক্তিৰে বলীয়ান কৰিলে। অহকালিৰ ভিতৰত সৈন্যসংখ্যা ৪৮ লাখ কৰা হল, অৰ্থাৎ ভেৰমাখটৰ কৰ্মক্ষম সৈন্যসকলৰ ৭১ শতাংশ বাঢ়িল। জাৰ্মান সৈন্যৰ উপৰিও ৫ লাখ ২৫ হেজাৰ আছিল জাৰ্মানীৰ বহুভীয়া সৈন্য। সকলো মিলি ছোভিয়েত জাৰ্মান ৰণাঙ্গনত শত্ৰুহঁতৰ আছিল ২৩২টা ডিভিশ্বন, ৫৪৩০০০ যুঁজাৰু কামান আৰু মৰ্টাৰ, ৫৮৫০ টা টেঙ্ক আৰু স্বয়ংচালিত আক্ৰমণ-কামান, ২৯৮০ খন বিমান, ২২৭ খন ৰণতৰী। এইবোৰ অংকৰ পৰা বুজা যায় যে পশ্চিমৰ পৰা (তেতিয়াও তাত দ্বিতীয় ৰণাঙ্গন নাছিল) সৈন্য অপসাৰণৰ সকলো প্ৰয়াস আৰু সম্ভাৱনা সত্ত্বেও

১ ক্রিগেছটাগেবুথ ডেছ ওবাবকমাণ্ড'জ ডেৱাব ভেৰমাখট, ১৯৪০-১৯৪৫, খণ্ড ৩, পৃঃ ১৪২৫

নাৎছী হাই কমাণ্ড বিপুল ক্ষয়ক্ষতি পূৰণ কৰিবলৈ সক্ষম হোৱা নাছিল, ১৯৪২ চনৰ হেমন্তকালত নাৎছীইঁতৰ যেতিয়া ৬২ লাখ সৈন্য আছিল যুঁজৰ যিকোনো পৰ্যায়তকৈ বেছি সেই স্তৰলৈ পূৰ্বাঞ্চলীয় সৈন্যইঁতৰ শক্তি উন্নীত কৰিবলৈ নাৎছী হাই কমাণ্ড ব্যৰ্থ হৈছিল। পেনাৎছাৰ বাহিনীবোৰৰ শক্তি পুনৰ প্ৰতিষ্ঠিত কৰাৰলৈ বিশেষ মনোযোগ দিয়া হৈছিল, সেই উদ্দেশ্যে টেঙ্ক উৎপাদন বঢ়োৱা হৈছিল। ১৯৪৩ চনত ৰণশিল্পই ১৯৪২ চনৰ তুলনাত দুগুণ টেঙ্ক উৎপাদন কৰিছিল। গ্ৰীষ্মকালীন আক্ৰমণাত্মক অভিযানৰ বাবে জাৰ্মান বাহিনীয়ে নতুন পেন্থাৰ আৰু টাইগাৰ টেঙ্ক আৰু ফাৰ্ডিনাণ্ড আক্ৰমণ-কামান পাইছিল। লুফৎৱাফেক নতুন ফকে-উলফ্‌ ১৯০এ আৰু হেনছেল ১২৯ বিমানৰ যোগান ধৰা হৈছিল।

নতুন অস্ত্ৰশস্ত্ৰৰ ব্যাপক নিয়োগ আছিল অপাৰেছন চিটাডেলৰ অন্যতম মৌলিক উপাদান। এই অভিযান পৰিচালনা কৰাৰ বাবে শত্ৰুইঁতে সিইঁতৰ সবাতোকৈ যুদ্ধোপযোগী সৈন্য সংগঠনবোৰক ১৬ টা পেনাৎছাৰ আৰু মটৰবাহিত ডিভিশ্বনকে ধৰি ৫০ টা বাছকবনীয়া ডিভিশ্বন নিয়োগ কৰিছিল। কুৰ্স্কৰ উত্তৰত আৰু দক্ষিণত ঘন-সন্নিবিষ্ট আক্ৰমণাত্মক সৈন্য-সমাহাৰ গঠন কৰি এই ডিভিশ্বনবোৰ প্ৰথম সংকেততেই কুৰ্স্ক অভিক্ষেপত ছোভিয়েত অৱস্থানবোৰৰ ওপৰত জঁপিয়াই পৰিবলৈ সাজু হৈ আছিল। ছোভিয়েত জাৰ্মান ৰণাঙ্গনত শত্ৰুপক্ষৰ আছিল ১৭ শতাংশৰো অধিক পদাতিক ডিভিশ্বন, প্ৰায় ২০ শতাংশ পেনাৎছাৰ ডিভিশ্বন আৰু ৩০ শতাংশ মটৰবাহিত ডিভিশ্বন।

শত্ৰুৰ এই দুই সৈন্য-সমাহাৰৰ শক্তি আছিল ৯ লাখ বিষয়া আৰু সৈন্য, ১০ হেজাৰ কামান আৰু মৰ্টাৰ আৰু ২ হেজাৰ ৭ শ টেঙ্ক আৰু আক্ৰমণ-কামান। এই শক্তিবিলাকক নিয়োজিত কৰা হৈছিল প্ৰায় ৬০০ কিলোমিটাৰ সমুখভাগ জুৰি অৰ্থাৎ সমগ্ৰ ছোভিয়েত জাৰ্মান

ৰণাঙ্গনৰ ১৪ শতাংশ জুৰি। এই অভিযানত নাৎচীহঁতৰ ২০০০ বো অধিক বিমান সক্ৰিয় আছিল, অৰ্থাৎ আগতে নিয়োগ কৰা বিমানৰ ৬০ শতাংশতকৈ অধিক।

বিপুল জনবল আৰু ৰণসম্ভাৰ কেন্দ্ৰীভূত কৰি আৰু আক্ৰমণাত্মক অভিযানৰ বাবে নিজক পুংখানুপুংখভাৱে প্ৰস্তুত কৰিবৰ বাবে কেবাটাও ব্যৱস্থা গ্ৰহণ কৰি শত্ৰুহঁত সাফল্য সম্পৰ্কে নিশ্চিত আছিল। পিচে নাৎচীহঁতে আশা কৰা দৰে ঘটনা নঘটিল। এবাৰ সিহঁতে নিজৰ আক্ৰমণাত্মক ক্ষমতাক ডাঙৰকৈ দেখিছিল আৰু ছোভিয়েত সশস্ত্ৰ ফৌজৰ বহুল পৰিমাণে বৰ্দ্ধিত যুঁজক্ষমতাক আৰু আমাৰ দেশৰ সম্ভাব্য সামৰিক আৰু অৰ্থনৈতিক ক্ষমতাক চুটিকৈ দেখিছিল।

যুঁজৰ সোঁতৰ মৌলিক পৰিৱৰ্তনে সকলো ঠাইত ক্ৰমবৰ্দ্ধমান প্ৰভাৱ পেলাইছিল, বিশেষকৈ প্ৰভাৱ পেলাইছিল ছোভিয়েত অৰ্থনীতিৰ আৰু বাহিনীৰ আৰু সশস্ত্ৰ ফৌজৰ নৈতিক বলৰ ওপৰত। যুঁজ শিল্পৰ দ্ৰুত অগ্ৰগতিয়ে সৈন্য আৰু নৌ-বাহিনীক আধুনিক অস্ত্ৰশস্ত্ৰেৰে পুনৰ সজ্জিত কৰাটো সম্ভৱ কৰিছিল। এইবোৰ অস্ত্ৰশস্ত্ৰ উৎপাদন কৰিছিল ছোভিয়েত বিজ্ঞানী, নক্সাকৰোঁতা, কৃৎকুশলী আৰু শ্ৰমিকসকলে। সশস্ত্ৰ ফৌজৰ সাংগঠনিক গাঁথনি উন্নত কৰাৰ বাবে আৰু নতুন অস্ত্ৰসজ্জিত ইউনিট, আঁঠখন দূৰ পাল্লাৰ বিমান পৰিবহন ক'ৰকে ধৰি বিমানবাহিনীৰ নতুন ইউনিট আৰু জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত ফৌজৰ নতুন নতুন ইউনিট গঠনৰ বাবে গুৰুত্বপূৰ্ণ ব্যৱস্থাৱলী লোৱা হৈছিল। সেনাবাহিনীক বহুসংখ্যক স্বয়ংচালিত কামানেৰে সুসজ্জিত কৰা হব লাগিছিল। বিমানবাহিনীয়ে পাইছিল লা ৫, এক এন্, টয়ক-৯ আৰু অন্যান্য উন্নত ডিজাইনৰ বহুত বিমান। গোলন্দাজ বাহিনীক যন্ত্ৰ চালিত কৰা হৈছিল।

ছোভিয়েত সশস্ত্ৰ ফৌজ সাংগঠনিক কালৰ পৰা লেখত লবলগীয়াকৈ বেছি শক্তিশালী হৈছিল আৰু ই ৰণদক্ষতাও বঢ়াইছিল; সশস্ত্ৰ ফৌজৰ

নৈতিক বলো বাঢ়িছিল। ১৯৪৩ চনৰ জহকালিৰ ভিতৰত সেনাবাহিনীত ৬৪ লাখৰো বেছি বিবয়া আৰু সৈন্য আছিল যুঁজাক কামান আৰু মৰ্টাৰ আছিল প্ৰায় ৯৯ হেজাৰ, ২২০০ ৰকেট নিক্ষেপক; ৯৮৫০'টা টেঙ্ক আৰু স্বয়ংচালিত কামান-বাহক আৰু ৮৩০০ খন যুঁজাক বিমান। আমাৰ সশস্ত্ৰ বাহিনীয়ে উদ্যোগ অক্ষুন্ন ৰাখিছিল; এনে ধৰণৰ জনবল আৰু ৰণসম্ভাৰে তেওঁলোকক জহকালি বিপুল আকাৰত আক্ৰমণাত্মক অভিযান কৰাৰ সুযোগ দান কৰিলে। উদ্দেশ্য আছিল যুঁজৰ সোঁত ঘূৰাই দিয়া শত্ৰুইতৰ চেণ্টাৰ আৰু ছাউথ আৰ্মি গ্ৰুপক চূৰ্ন-বিচূৰ্ণ কৰা, নাৎছী সেনাবাহিনীক স্মলনেস্কৰ পৰা হুঁজ নৈ আৰু নীপাৰৰ নামনি অঞ্চললৈকে বিস্তৃত লাইনৰ সিপাৰলৈ খেদি পঠিয়াই নীপাৰ নৈৰ পূবত অৱস্থিত ইউক্ৰাইন আৰু বিশেষভাৱে কয়লা আৰু লো-আৰু তীখা শ্ৰমশিল্প থকা দনবাছ মুক্ত কৰা আৰু তাৰ লগতে পূৰ্ব বিয়েলোৰুছিয়াও মুক্ত কৰা।

মাৰ্চৰ শেষত শীতকালীন অভিযান শেষ হোৱাৰ ঠিক পিচতেই আগন্তুক ৰণবোৰৰ বাবে আঁচনি প্ৰণয়ন আৰু তাৰ বাবে প্ৰয়োজনীয় চলাচল আৰু সৰবৰাহ যোগান ধৰাৰ কামত ছোভিয়েত কমাণ্ড লাগি গল। এপ্ৰিল মাহৰ আগছোৱাত জেনাৰেল হেড কোৱাৰ্টাৰে ৰণাঙ্গনসমূহক প্ৰতিৰক্ষা লাইনৰ, বিশেষকৈ টেঙ্ক প্ৰতিৰোধী প্ৰতিৰক্ষা লাইনৰ সংগঠনক উন্নত কৰাৰ নিমিত্তে বৰফ গলনৰ সময়ছোৱাক কামত লগাবলৈ, প্ৰতিৰক্ষা কটকটীয়া কৰিবলৈ, প্ৰধান খণ্ডবোৰত সংৰক্ষিত শক্তি গঢ়ি তুলিবলৈ, যুঁজৰ বাবে, বিশেষকৈ আক্ৰমণাত্মক অভিযানৰ বাবে সৈন্যসকলক প্ৰশিক্ষণৰ দিবলৈ নিৰ্দেশ দিয়ে। ৬ এপ্ৰিলত চুপ্ৰীম কমাণ্ডাৰ-ইন চীফে ৩০ এপ্ৰিলৰ ভিতৰত এটা শক্তিশালী বিজাৰ্ভ ৰণাঙ্গন প্ৰতিষ্ঠা কৰিবলৈ নিৰ্দেশ দিলে। পৰৱৰ্তী কালত এই বিজাৰ্ভ ৰণাঙ্গনৰ নতুন নামকৰণ কৰা হল ষ্টেপ মিলিটাৰি ডিষ্ট্ৰিক্ট আৰু তাৰো পিচত ষ্টেপ ৰণাঙ্গন। ২৩ এপ্ৰিলত ৰণাঙ্গনৰ ওপৰত মুখ্যজঃ

এটা আক্ৰমণাত্মক অভিযানৰ বাবে সৈন্যসকলক প্ৰস্তুত কৰোৰ' কৰ্তব্য গুৰুত্ব কৰা হয়।

অৱশেষত অলপদিন পিচত যি পৰিকল্পনা অনুযায়ী দক্ষিণ-পশ্চিম অভিমুখে প্ৰধান আক্ৰমণ কৰাৰ কথা আছিল, সেই গ্ৰীষ্মকালীন আক্ৰমণাত্মক অভিযান পৰিকল্পনাৰ গুৰুত্বপূৰ্ণ সংশোধন কৰা হ'ল।

ছোভিয়েত চোৰাংচোৱা সংস্থাই এই কথা প্ৰতিষ্ঠা কৰিছিল যে নাৎছী সেনাবাহিনীয়ে বহুসংখ্যক সৰ্বাধুনিক ধৰণৰ টেঙ্ক লৈ কুৰ্স্ক অভিক্ষেপ এলেকাত বৃহদাকাৰত আক্ৰমণাত্মক অভিযানৰ বাবে প্ৰস্তুতি চলাব লাগিছে, পৰৱৰ্তীকালত আক্ৰমণাত্মক অভিযানৰ নিৰ্দ্ধাৰিত দিনো ঠিক মতে জানিব পৰা হৈছিল।

এই পৰিস্থিতিত যেতিয়া শত্ৰুৱে প্ৰবল শক্তি লৈ আক্ৰমণৰ বাবে সাজু হৈ থকা কথাটো স্পষ্ট হৈ উঠিল, তেতিয়া সবাতোকৈ উপযুক্ত কৰ্মধাৰা গ্ৰহণ কৰাটো একান্ত জৰুৰী হৈ পৰিল। ছোভিয়েত কমাণ্ডে এটা উভয় সঙ্কটৰ সমুখীন হ'ল : আক্ৰমণ কৰিব নে আত্মৰক্ষা কৰিব ; যদি আত্মৰক্ষা কৰিব লগা হয় তাক কৰা যাব কেনেকৈ ? সমস্ত সম্ভাৱনাক জাৰি-জোকাৰি চোৱা হ'ল আৰু সকলো বিকল্প খুচিয়াই চোৱা হ'ল।

পৰিকল্পনাবোৰৰ সম্বন্ধে যৌথ আলোচনা আৰু ৰণাঙ্গনৰ কমাণ্ডাৰৰ পৰা চুপ্ৰীম কমাণ্ডাৰলৈকে সামৰিক নেতা আৰু কৰ্মীসকলে যোৱা দু'বছৰৰ যুঁজত সঞ্চয় কৰা অভিজ্ঞতাই আমাক সঠিক সিদ্ধান্তলৈ আহিবলৈ সক্ষম কৰিলে।

শত্ৰুৰ আসন্ন ক্ৰিয়াকলাপৰ চৰিত্ৰ আৰু আক্ৰমণাত্মক অভিযানৰ বাবে তাৰ প্ৰস্তুতি সংক্ৰান্ত অসংখ্য চোৰাংচোৱা ৰিপৰ্ট বিশ্লেষণ কৰি ৰণাঙ্গনবোৰৰ জেনাৰেল ষ্টাফ আৰু জেনাৰেল হেড কোৱাৰ্টাৰ্চে ক্ৰমেই বেছিকৈ ইচ্ছাকৃত আত্মৰক্ষাৰ ফালে মন দিলে। মাৰ্চৰ শেষত আৰু এপ্ৰিলৰ আৰম্ভণিত মই এই বিষয়ে ডেপুটি চুপ্ৰীম

কমাণ্ডাৰ ইন-চীফ ঝুকভৰ লগত বহুতবাৰ কথা হৈছো। অদূৰ ভবিষ্যতৰ যুঁজ সম্পৰ্কে আমাৰ মাজত আটাইতকৈ বেছি বিস্তাৰিত আলোচনা হৈছিল টেলিফোনত, ৭ এপ্ৰিলত, যেতিয়া মই আছিলোঁ জেনাৰেল হেড কোয়াৰ্টাৰ্ছত মস্কোত আৰু ঝুকভ আছিল কুৰ্স্ক অভিক্ষেপত ভ'ৰনেঝ ৰণাঙ্গনৰ সৈন্যসকলৰ লগত। পাচদিনা ঝুকভে পৰিস্থিতিৰ মূল্যায়ন কৰি আৰু কুৰ্স্ক অভিক্ষেপ এলেকাত যুঁজৰ পৰিকল্পনা সম্বন্ধে তেওঁৰ মতামত জনাই চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফলৈ এটা ৰিপৰ্ট পঠিয়ালে। তাত কোৱা হল "আমাৰ সৈন্যসকলৰ পক্ষে আগবাঢ়ি আক্ৰমণাত্মক অভিযান অদূৰ ভবিষ্যতত কৰাটো অনুচিত হব বুলি মই ভাবোঁ। আমাৰ পক্ষে তাতকৈ ভাল হব আমাৰ প্ৰতিৰক্ষাৰ মুখত শত্ৰুইতক ক্লান্ত কৰি পেলোৱা, সিহঁত টেঙ্কবোৰ ধ্বংস কৰি পেলোৱা, তাৰ পিচত নতুন সংৰক্ষিত শক্তি আমদানি কৰা আৰু এটা সামূহিক আক্ৰমণাত্মক অভিযানত শত্ৰুৰ প্ৰধান গোষ্ঠীবোৰক খতম কৰা। ( ১নং সংযোজনী চাওক )।

ষ্টালিন ঝুকভৰ ৰিপৰ্টটো পোৱাৰ সময়ত মই তেওঁৰ ওচৰত আছিলোঁ। মোৰ মনত আছে চুপ্ৰীম কমাণ্ডাৰ-ইন চীফে কোনো মতামত প্ৰকাশ নকৰিলে আৰু মাথো ক'লে "আমি ৰণাঙ্গনৰ কমাণ্ডাৰসকলৰ লগত পৰামৰ্শ কৰা উচিত।" ৰণাঙ্গনবোৰৰ হেড কোয়াটাৰ্ছে এই বিষয়ে কি ভাবিব লাগিছে তাক জানিবৰ বাবে আৰু গ্ৰীষ্মকালীন অভিযানৰ, বিশেষকৈ কুৰ্স্ক বালজ এলেকাৰ ৰণাঙ্গনবোৰৰ যুঁজৰ সম্পৰ্কে আলোচনাৰ বাবে জেনাৰেল হেড কোয়াৰ্টাৰ্ছত এখন সম্মিলন সভাৰ ব্যৱস্থা কৰিবলৈ জেনাৰেল ষ্টাফক নিৰ্দেশ দি তেওঁ নিজে ভাতুতিনক আৰু ৰ'ক'ছভস্কিক টেলিফোন কৰিলে আৰু তেওঁলোকৰ নিজৰ ৰণাঙ্গনৰ যুঁজ সম্পৰ্কে তেওঁলোকৰ মতামত ১২ এপ্ৰিলৰ ভিতৰত জনাবলৈ ক'লে।

কুৰ্স্ক অভিক্ষেপ এলেকাৰ এখন পৰিস্থিতিজ্ঞাপক মানচিত্ৰ আৰু

বণাঙ্গনবোৰৰ যুঁজ সংক্ৰান্ত এখন মানচিত্ৰ জেনাৰেল হেড কোৱাৰ্টাৰ্ছত সন্মিলনৰ বাবে যুগুত কৰা হ'ল। কুৰ্স্ক এলাকাত শত্ৰুইতৰ সম্ভাব্য ক্ৰিয়াকলাপ সম্বন্ধে বিশ্লেষণ কৰি আৰু আমাৰ কৌশলৰ যুঁজৰ পৰিকল্পনা সম্পৰ্কে মতামত ব্যক্ত কৰি বণাঙ্গনবোৰৰ পৰা ৰিপৰ্ট (৩ আৰু ৪নং সংযোজনী) নিৰ্দ্ধাৰিত তাৰিখৰ ভিতৰত আহিল।

১২ এপ্ৰিল সন্ধিয়া অনুষ্ঠিত সন্মিলনত উপস্থিত আছিলো ষ্টালিন, ঝুকভ (তেওঁ ভ'ৰ নেঝ বণাঙ্গনৰ পৰা সন্তহতে উভতিছিল), ডেপুটি চীফ অব্ জেনাৰেল ষ্টাফ আন্তনভ আৰু মই। সেই সন্মিলনত ইচ্ছাকৃত আত্মৰক্ষা সংগঠিত কৰাৰ প্ৰাথমিক সিদ্ধান্ত লোৱা হৈছিল। পৰিস্থিতিৰ পুংখানুপুংখ বিশ্লেষণ আৰু ঘটনাৱলী সম্পৰ্কে আগৰে পৰা আন্দাজ কৰিব পৰা হোৱাত সঠিকভাৱে এই সিদ্ধান্তত উপনীত হোৱাটো সম্ভৱ হৈছিল যে আমাৰ পক্ষে উচিত কাম হ'ব কুৰ্স্ক এলেকাত আমাৰ প্ৰধান শক্তি কেন্দ্ৰীভূত কৰা, আত্মৰক্ষামূলক যুঁজৰ মুখত শত্ৰুইতক ক্লান্ত কৰি পেলোৱা, তাৰ পিচত আক্ৰমণাত্মক অভিযান চলাই শত্ৰুইতক ধ্বংস কৰা। তাৰ পিচত প্ৰধানতঃ খাৰকভ, পল্টোভা আৰু কিয়েভ অভিমুখে আঘাত হনাৰ বাবে এটা সৰ্বাত্মক আক্ৰমণাত্মক অভিযানৰ পৰিকল্পনা কৰা হৈছিল। সন্মিলনত আৰু এটা বিকল্প সম্পৰ্কেও আলোচিত হৈছিল, সি হৈছে শত্ৰু কমাণ্ডে যদি অদূৰ ভৱিষ্যতত কুৰ্স্ক এলেকাত আক্ৰমণাত্মক অভিযান নচলায় আৰু বহুদিনলৈ পিচুৱাই দিয়ে, তেনেহলে ছোভিয়েত কৌশক যুঁজত লগাই দিয়া হ'ব।

ইচ্ছাকৃত আত্মৰক্ষা আৰু পৰৱৰ্তী প্ৰতি-আক্ৰমণৰ সম্পৰ্কত প্ৰাথমিক সিদ্ধান্ত লোৱাৰ পিচত যুঁজৰ বাবে সৰ্বাত্মক আৰু পুংখানুপুংখ প্ৰস্তুতি আৰম্ভ কৰা হ'ল। শত্ৰুইতৰ ক্ৰিয়াকলাপৰ ওপৰত কাঢ়া নজৰ ৰখা হ'ল। হিটলাৰে তিনিবাৰ তাৰিখ পিচুৱাই দিয়া সত্বেও ছোভিয়েত কমাণ্ডে শত্ৰুইতৰ আক্ৰমণাত্মক অভিযানৰ সঠিক তাৰিখ জানি পলে। ইচ্ছাকৃত আত্মৰক্ষা সম্পৰ্কত চূড়ান্ত সিদ্ধান্ত লোৱা হ'ল মে'ৰ শেষত

আৰু তুলৰ আৱক্ষণিত বেছিয়া এই কথা স্পষ্ট হৈ উঠিল যে নাৎজীয়ে নতুন অস্ত্ৰশস্ত্ৰেৰে সজ্জিত হৈ বৃহৎ সৈন্যসমাহাৰ ব্যৱহাৰ কৰি ভ'ৰ'নেৰ আৰু কেন্দ্ৰীয় ৰণাঙ্গনৰ ওপৰত গধুৰ পেনৎছাৰ আঘাত হানিবৰ আঁচনি পাতিব লাগিছে।

কুৰ্স্ক'ৰ যুঁজৰ পৰিকল্পনাৰ বিষয়ে কবলৈ গৈ মই দুটা কথাৰ উল্লেখ কৰিব খোজো। প্ৰথম কথা এই আঁচনিটো আছিল ১৯৪৩ চনৰ সমগ্ৰ গ্ৰীষ্মকালীন আৰু হেমন্তকালীন অভিযানৰ ৰণনৈতিক পৰিকল্পনাৰ অন্তঃসাৰ, দ্বিতীয় কথা, এই আঁচনি ৰচনাত নিয়ামক ভূমিকা লৈছিল প্ৰৱীণ ৰণনীতি পৰিচালক সংস্থাবোৰে, কমাণ্ডৰ অইন কোনো স্তৰে নহয়।

কুৰ্স্ক' বালজৰ নিয়ামক যুঁজত ষ্টেট ডিফেন্স কমিটি, জেনাৰেল হেড কোৱাৰ্টাৰ্ছ, জেনাৰেল ষ্টাফ আৰু পিপলচ কমিছাৰিয়েট ফৰ ডিফেন্সৰ নানান বিভাগৰ দ্বাৰা গৃহীত যাৱতীয় ব্যৱস্থাৰ উল্লেখ কৰাটো টান। উদাহৰণস্বৰূপে, ইয়াৰ ভিতৰত আছিল কুৰ্স্ক' এলেকাত কেবাটাও প্ৰতিৰক্ষা লাইন সমন্বিত, ২৫০-৩০০ কিলোমিটাৰ পৰ্য্যন্ত গভীৰলৈ বিস্তৃত এক প্ৰতিৰক্ষা অঞ্চল সৃষ্টি কৰা ; জেনাৰেল হেড কোৱাৰ্টাৰ্ছ'ৰ প্ৰবল ৰণনৈতিক সংৰক্ষিত শক্তি ষ্টেপ ৰণাঙ্গনক পূৰ্বদিশৰ অঞ্চললৈ স্থানান্তৰিত কৰা ; যুঁজকালীন আন যিকোনো সময়তকৈ বেছি জনবল আৰু ৰণসম্ভাৰ কুৰ্স্ক' এলেকাত কেন্দ্ৰীভূত কৰা ; শত্ৰুৰ যোগাযোগ ব্যৱস্থা বানচাল কৰা আৰু বিমান প্ৰাধান্য লাভ কৰাৰ উদ্দেশ্যে বিমান অভিযান সংগঠিত কৰা ; শত্ৰুৰ পশ্চাদ্ভাগত ব্যাপক পৰিসৰত অন্তৰ্ঘাত সংগঠিত কৰা আৰু গুৰুত্বপূৰ্ণ সংবাদ সংগ্ৰহৰ লক্ষ্যেৰে গেৰিলা ক্ৰিয়া-কলাপ তীব্ৰতৰ কৰা ; ছোভিয়েত সেনাবাহিনীৰ আসন্ন ৰণত সাফল্য নিশ্চিত কৰিবলৈ ৰাজনৈতিক চৰিত্ৰৰ কেবাটাও ব্যৱস্থা একাদিক্ৰমে লোৱা। ওপৰোক্ত সকলো ব্যৱস্থা গ্ৰহণৰ ফলত ছোভিয়েত কমাণ্ডে কুৰ্স্ক' অভিক্ষেপৰ প্ৰতিৰক্ষা লাইন জুৰি ভ'ৰ'নেৰ আৰু কেন্দ্ৰীয়

ৰণাঙ্গনৰ সৈন্যসকলৰ এক শক্তিশালী সমাহাৰ শত্ৰুৰ আক্ৰমণাত্মক অভিযানৰ মোকাবিলাৰ বাবে যথাসময়ত মোতায়েন কৰিব পাৰিছিল। এই সমাহাৰত আছিল ১৩ লাখ ৩০ হেজাৰ বিষয়া আৰু সৈন্য, ২০ হেজাৰ বা অধিক ৰণাঙ্গনৰ কামান আৰু মৰ্টাৰ, ৩৫০০ বা অধিক টেঙ্ক আৰু ২৬৫০ খন বিমান (১৭ তম এয়াৰ আৰ্মিৰ বিমানবোৰকে ধৰি)।

ইয়াৰ পিচফালে আত্মৰক্ষামূলক আৰু আক্ৰমণাত্মক দুয়োবিধ ৰণৰ বাবে জেনাৰেল হেড কোয়াৰ্টাৰ্চৰ সংৰক্ষিত শক্তি, ষ্টেপ ৰণাঙ্গন ৫ লাখ ৮০ হেজাৰ বিষয়া আৰু সৈন্য, ৯০০০ বা অধিক কামান আৰু মৰ্টাৰ আৰু ১৬৩৯ টা টেঙ্ক আৰু স্বয়ংচালিত কামান লৈ সাজু হৈ আছিল। ছোভিয়েত সশস্ত্ৰবাহিনী শত্ৰুৰ মোকাবিলা কৰিবলৈ আৰু সিহঁতক চূৰ্ণ কৰিবলৈ প্ৰস্তুত হৈছিল।

*　　*　　*

৫ জুলাইত কুৰ্স্ক বালজৰ মহান যুঁজ আৰম্ভ হ'ল। পূৰ্বাঞ্চলত নিয়ামক জয়লাভৰ উদ্দেশ্যে হিটলাৰ শেষ আশা অপাৰেছন চিটাডেলৰ উদ্বোধন কৰি শত্ৰুৰ দুয়ো সৈন্য সমাহাৰ একেলগে উত্তৰত আৰু দক্ষিণত আক্ৰমণাত্মক অভিযানত অৱতীৰ্ণ হ'ল। ছোভিয়েত সৈন্যসকলে তীব্ৰ যুঁজত শত্ৰুহঁতক ব্যস্ত ৰাখিলে। কুৰ্স্ক বালজৰ সুবিশাল যুঁজ সম্বন্ধে আমাৰ সাহিত্য সম্যকৰূপে বৰ্ণনা কৰা হৈছে সেয়ে মই কেৱল তাৰ কেইটামান বিশেষ মুহূৰ্ত উল্লেখ কৰাৰ মাজত নিজক সীমাৱদ্ধ ৰাখিম।

অ'ৰ'নেৰ আৰু কেন্দ্ৰীয় ৰণাঙ্গনৰ আত্মৰক্ষামূলক যুঁজ চলিছিল ৫ জুলাইৰ পৰা ২৩ জুলাইলৈকে, আৰু ১২ জুলাইত জেনাৰেল কোনেভৰ নেতৃত্বাধীন ষ্টেপ ৰণাঙ্গনৰ সৈন্যসকলৰ একাংশ যুঁজত অৱতীৰ্ণ হ'ল। শত্ৰুৰ আক্ৰমণাত্মক অভিযান এক সপ্তাহতো কম

স্থায়ী হৈছিল। ছোভিয়েত ফৌজৰ বীৰত্বপূৰ্ণ প্ৰতিৰোধৰ ফলত শত্ৰুহঁতৰ বিপুল ক্ষয়ক্ষতি হ'ল, কুৰ্স্ক বালজৰ খণ্ডত ১০-১২ কিলোমিটাৰ আৰু দক্ষিণ-খণ্ডত ৩৫ কিলোমিটাৰলৈকে আগবাঢ়ি সৈন্যই নিজৰ আক্ৰমণাত্মক অভিযান বন্ধ কৰিবলৈ বাধ্য হ'ল আৰু পিছ হুঁহকিবলৈ ধৰিলে। চিটাডেল পৰিকল্পনাত ধৰা হৈছিল যে আক্ৰমণাত্মক অভিযানৰ চতুৰ্থ দিনত ছোভিয়েত সৈন্যসকলক ঘেৰি ধৰা হ'ব, কিন্তু নাৎচীহঁতে তাক কৰিবলৈ ব্যৰ্থ হ'ল। ছোভিয়েত প্ৰতিৰক্ষা বেছি শক্তিশালী বুলি প্ৰমাণিত হ'ল। পৰিকল্পিত প্ৰতি-আক্ৰমণ আৰম্ভ কৰাৰ বাবে প্ৰয়োজনীয় পূৰ্বচৰ্ত সৃষ্টি হ'ল। আত্মৰক্ষামূলক যুঁজৰ প্ৰধান ফল বোধ কৰোঁ এয়ে যে আমি শত্ৰুৰ পেনৎছাৰ বাহিনীক এটা ভয়ঙ্কৰ পৰাজয়ৰ মাজত পেলাবলৈ সক্ষম হৈছিলো। আমি প্ৰ'খ'ৰভকাৰ এলেকাত বিৰাট টেঙ্ক যুঁজত জয়লাভ কৰা কাৰণেই ই বহুলাংশে সম্ভৱ হৈছিল। কুৰ্স্ক বালজৰ দক্ষিণ-খণ্ডত প্ৰায় ১২০০ টেঙ্ক জড়িত হৈ পৰা তীখা-নিৰ্মিত দুই ৰণতৰী বহৰৰ মাজত এই প্ৰকৃত বিশাল যুদ্ধ মই নিজে প্ৰত্যক্ষ কৰিছো। সেই সময়ত মই ৫ম গাৰ্ড'ছ টেঙ্ক আৰ্মিৰ এটা ইউনিটৰ কমাণ্ড প'ষ্টত আছিলোঁ। ৰণথলীৰ পৰা ১৪ জুলাইত চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফলৈ মই পঠোৱা দলিলত লিখা আছিল ঃ "কালি প্ৰ'খ'ৰভকাৰ দক্ষিণ-পশ্চিমত আমাৰ ১৮ তম আৰু ২৯তম টেঙ্ক ক'ৰ আৰু ২০০ বো অধিক শত্ৰু টেঙ্কৰ মাজৰ ৰণ মই নিজে প্ৰত্যক্ষ কৰিছোঁ। এঘণ্টাৰ ভিতৰত জ্বলন্ত জাৰ্মান আৰু ছোভিয়েত টেঙ্কেৰে ৰণথলী ভৰি পৰিল। ৰণৰ দুই দিনৰ ভিতৰত ৰ'তমিস্ত্ৰভৰ সৈন্যবাহিনীৰ ২৯তম টেঙ্ক ক'ৰে টেঙ্কবোৰৰ ৬০ শতাংশ হেৰুৱালে, হয় ক্ষতিগ্ৰস্ত হ'ল নহয় ধ্বংস হ'ল, আৰু ১৮তম টেঙ্ক ক'ৰে হেৰুৱালে ৩০ শতাংশ।"

আত্মৰক্ষামূলক ৰণবোৰ আৰু পৰৱৰ্তীকালত আক্ৰমণাত্মক অভিযান আমাৰ গৌৰৱময় সৈন্যদলৰ অনুপম বীৰত্ব দৃষ্টান্তেৰে ভৰপূৰ।

কুর্স্কৰ যুদ্ধৰ দ্বিতীয় পৰ্য্যায় আৰম্ভ হৈছিল ১২ জুলাইত আৰু ২৩ জুলাইলৈকে চলিছিল। শত্ৰুৰ অ'ৰেলত থকা সৈন্য-সমাহাৰৰ বিৰুদ্ধে প্ৰথমে আক্ৰমণাত্মক অভিযান চলালে ব্ৰিয়ানস্ক ৰেষ্টোৰ্ন ৰণাঙ্গনৰ সৈন্যসকলে, এই দুই ৰণাঙ্গনৰ সেনাপতি আছিল জেনাৰেল এম্. এম পপভ আৰু জেনাৰেল ভি. ডি ছ'ক'লভস্কি। ১৫ জুলাইৰ দিনা কেন্দ্ৰীয় ৰণাঙ্গনে ⁄তেওঁলোকৰ লগত যোগ দিলে। 'কুতুজভ' নামাঙ্কিত তিনিটা ৰণাঙ্গনৰ যৌথ অভিযানৰ ফলত শত্ৰুৰ অ'ৰেল অভিক্ষেপ ১৮ আগষ্টৰ ভিতৰত নিশ্চিহ্ন হৈ গল আৰু তাত সিহঁতৰ বৃহৎ সমাহাৰ চুৰ্ণ হৈ হল।

অলপদিন পিচত, ৩ আগষ্টত বেলগ'ৰ'দ আৰু খাৰকভ অভিমুখী প্ৰতি-আক্ৰমণাত্মক অভিযান আৰম্ভ হল। এই অভিযান চলালে দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ সহায়তাত স্তেপ আৰু ভ'ৰ'নেঝ সৈন্যসকলে যুটীয়াভাৱে। 'কমিয়ান্তছেভ' সাংকেতিক নামাঙ্কিত এই অভিযান ২৩ আগষ্টলৈকে চলিল আৰু সৈন্যহঁতৰ সম্পূৰ্ণ পৰাজয় আৰু ইউক্ৰাইনৰ বৃহৎ চহৰ খাৰকভৰ মুক্তিৰ মাজেদি অন্ত পৰিল।

এনেকৈ কুৰ্স্কৰ যুঁজ প্ৰায় দুমাহ ধৰি চলিছিল আৰু ছোভিয়েত সশস্ত্ৰ ফৌজৰ অনুকূলে প্ৰত্যক্ষ জয়লাভৰ জৰিয়তে পৰিসমাপ্তি ঘটিছিল। ইয়াৰ পাচত শক্তিশালী ৰণনৈতিক আক্ৰমণাত্মক অভিযান চলোৱা হল। ১৯৪৩ চনৰ হেমন্তকালত ছোভিয়েত ফৌজ নীপাৰ পাৰ হৈ পালেগৈ আৰু এই তাণ্ডৱ জল প্ৰতিবন্ধকটো পাৰ হল— গোৱেবলছৰ প্ৰচাৰত যাক বোলা হৈছিল অনতিক্ৰম্য। সেই তথাকথিত পূৰ্বাঞ্চলীয় প্ৰাচীৰত প্ৰতিৰোধ সংগঠনৰ কোন সুযোগকে শত্ৰুহঁতে নাপালে। নীপাৰৰ ইউক্ৰাইনীয় পশ্চিমাংশত আক্ৰমণাত্মক অভিযান দৃঢ়তৰ কৰি ছোভিয়েত সৈন্যসকল ১৯৪৪ চনৰ বসন্তকালত ছোভিয়েত সীমান্তৰ বহুতখিনি ঠাই জুৰি উপনীত হল। তেওঁলোকে সিমান দিনে নাৎছী কবলিত ছোভিয়েত ভূখণ্ডৰ প্ৰায় তিনি-চতুৰ্থাংশ মুক্ত

কৰিলে। ছোভিয়েত সশস্ত্ৰ কৌজৰ সন্মুখত কৰ্তব্যটো আছিল বিৰাট ৰাজনৈতিক গুৰুত্বসম্পন্ন—ইউৰোপৰ জাতিসমূহক নাৎছীবাদৰ কবলৰ পৰা মুক্ত হোৱাত সাহাব্য কৰা। তেওঁলোকে এই কৰ্তব্য ১৯৪৪ চনৰ জহকালি গ্ৰহণ কৰিলে আৰু যুদ্ধৰ চূড়ান্ত পৰ্য্যায়লৈকে তেওঁলোক সাফল্যেৰে আগবাঢ়িল।

কুৰ্স্কৰ যুঁজৰ ফলাফলৰ বিৰাট আন্তৰ্জাতিক গুৰুত্ব আছিল। এই ৰণে গোটেই পৃথিৱীৰ ওচৰত স্পষ্ট কৰি তুলিলে যে ছোভিয়েত সশস্ত্ৰবাহিনীৰ পৰাক্ৰম আৰু ছোভিয়েত জনগণৰ নিস্বাৰ্থ সংগ্ৰামে নাৎছী জাৰ্মানীক অপৰিহাৰ্য্য পতনৰ সমুখলৈ আনি দিছে। কুৰ্স্কত বিজয়ে নাৎছী কবলিত জাতিসমূহৰ জাতীয় মুক্তি সংগ্ৰামত বেছিকৈ উদ্দীপনা সঞ্চাৰ কৰিলে আৰু প্ৰথম সমাজতান্ত্ৰিক ৰাষ্ট্ৰৰ পক্ষে সাধাৰণ মানুহৰ সহানুভূতি প্ৰবল কৰিলে।

দ্বিতীয় বিশ্বযুদ্ধৰ ইতিহাসৰ বুৰ্জোৱা বিকৃতকাৰীসকলে ১৯৪৩ চনৰ জহকালি ছোভিয়েত বাহিনীৰ বিজয়ৰ গুৰুত্বক চুটিকৈ দেখুৱাবৰ বাবে পাৰ্য্যমানে চেষ্টা কৰিব লাগিছে। তেওঁলোকে তেওঁলোকৰ পাঠক-সকলক বুজাবলৈ চেষ্টা কৰে যে কুৰ্স্কৰ যুঁজ হৈছে দ্বিতীয় বিশ্বযুদ্ধৰ এটা ঘটনা মাথো, এক সামান্য ঘটনা। কুৰ্স্কৰ যুঁজক তেওঁলোকে হয় নীৰৱে ফালৰি কাটি যায়, নতু সেই বিষয়ে কম কথা কয়; যাৰ উদ্দেশ্য এটাই—১৯৪৩ চনত জহকালি পোটক তুলিবৰ বাবে নাৎছী পৰিকল্পনাৰ হঠকাৰী চৰিত্ৰক আৰু নাৎছী জেনাৰেলসকলৰ ৰণনীতিৰ দেউলিয়াপনাক আঁৰ কৰা। এই জেনাৰেলসকলৰ বহুতে আকৌ এতিয়া ছোভিয়েত ইউনিয়নৰ সৈতে হোৱা যুদ্ধৰ পৰা বিশ্বত আধিপত্যকামী আমেৰিকানইতৰ বাবে শিক্ষাপ্ৰদ দৃষ্টান্ত আহৰণ কৰিব লাগিছে। পশ্চিমীয়া বুৰ্জোৱা বুৰঞ্জীবিদসকলে আৰু স্মৃতিচাৰণকাৰী লেখকসকলে ছোভিয়েত সেনাবাহিনীৰ অসাধাৰণ ৰণকীৰ্ত্তিৰ সম্বন্ধে, তেওঁলোকে যে কুৰ্স্কৰ যুঁজত চমকপ্ৰদ জয়লাভ কৰিছিল, সেই জয়ে যে

ছোভিয়েত ইউনিয়ন আৰু তাৰ সশস্ত্ৰ ফৌজৰ পৰাক্ৰমৰ সাক্ষ্য দিয়ে, তেওঁলোকে সেই সম্বন্ধে সঁচা কথাটো মানুহক কব নোখোজে।

দ্বিতীয় বিশ্বযুদ্ধৰ কঠিন দিনবোৰত এক মহান দেশপ্ৰেমিক আৰু আন্তৰ্জাতিকতাবাদী কৰ্তব্য সম্পাদন কৰা সশস্ত্ৰ ফৌজৰ প্ৰতি ছোভিয়েত বাইজ কৃতজ্ঞ। আৰু, কোনো বিকৃতকাৰীয়ে পৃথিৱীৰ জাতিসমূহক সেই কথা বিস্মৃত কৰাব নোৱাৰে।

———



মাৰ্শ্বাল
কনষ্টানতিন ৰ'ক'ছভস্কি*

# ১৯৪৩ চনৰ শীত আৰু গ্ৰীষ্মত কেন্দ্ৰীয় ৰণাঙ্গনৰ সম্বন্ধে

ষ্টালিনগ্ৰাদত অৱৰুদ্ধ নাৎছী সৈন্য-সমাহাৰবোৰ ধ্বংস হোৱাৰ অলপ দিনৰ ভিতৰতে মোক মস্কোত মাতি পঠোৱা হৈছিল। ১৯৪৩ চনৰ ৪ ফেব্ৰুৱাৰীত জেনাৰেল হেড কোৱাৰ্টাৰ্চত মোক কুৰ্স্ক খণ্ডত আক্ৰমণাত্মক সাধাৰণ পৰিকল্পনাটো দেখুৱা হল। এই পৰিকল্পনা কাৰ্য্যকৰ কৰাৰ বাবে জেনাৰেল হেড কোৱাৰ্টাৰ্চে এটা নতুন ৰণাঙ্গন প্ৰতিষ্ঠাৰ সিদ্ধান্ত কৰিছিল। ইয়াৰ নাম আছিল কেন্দ্ৰীয় ৰণাঙ্গন—দন ৰণাঙ্গনৰ ২১তম আৰু ৬৫তম ফিল্ড আৰু ১৬শ এয়াৰ আৰ্মি, জেনাৰেল হেড কোৱাৰ্টাৰ্চৰ সংৰক্ষিত শক্তিৰ পৰা ২য় টেঙ্ক আৰ্মি; ৭০তম আৰ্মি আৰু কেতবোৰ ইউনিট লৈ এই ৰণাঙ্গন গঠন কৰা হৈছিল। দন ৰণাঙ্গনৰ ফিল্ড কমাণ্ডৰ নাম সলাই ৰখা হল চেণ্ট্ৰাল ৰণাঙ্গন ফিল্ড কমাণ্ড। ব্ৰিয়ানস্ক আৰু ভ'ৰ'নেঝ ৰণাঙ্গনবোৰৰ মাজত নতুন ৰণাঙ্গনৰ সৈন্যসকলক নিয়োগ

* দুবাৰ সোভিয়েত ইউনিয়নৰ বীৰ উপাধিপ্ৰাপ্ত মাৰ্শ্বাল ৰ'ক'ছভস্কি কুৰ্স্কৰ যুদ্ধত চেণ্ট্ৰাল ৰণাঙ্গনৰ সেনাপতি আছিল।

কৰাৰ কথা হল। সেই সময়ত উক্ত ৰণাঙ্গনখোৰে ক্ৰুৰ্ক আৰু খাৰকভ খণ্ডত আক্ৰমণাত্মক অভিযান চলাই আছিল। কেন্দ্ৰীয় ৰণাঙ্গনৰ কাম আছিল ব্ৰিয়ানস্ক ৰণাঙ্গনৰ সহযোগিতাত সাধাৰণভাৱে অ'ৰেল আৰু স্মলেনস্ক অভিমুখে গতি কৰাৰ, যাৰ লক্ষ্য হব শত্ৰুৰ অ'ৰেল সৈন্যসমাহাৰৰ বাওঁ কাষ আৰু পশ্চাদভাগ।

নিখুঁতভাৱে পৰিকল্পিত এই অভিযান ১৫ ফেব্ৰুৱাৰীত আৰম্ভ হোৱাৰ কথা আছিল। ৰণাঙ্গন কমাণ্ডৰ আৰু হেড কোৱাৰ্টাৰ্ছৰ সৰ্বপ্ৰথমে কৰণীয় কাম আছিল কেন্দ্ৰীভৱনৰ এলেকালৈ সৈন্য, অস্ত্ৰশস্ত্ৰ আৰু সৰবৰাহ ট্ৰেনবোৰক দ্ৰুত আৰু সংগঠিতভাৱে লৈ যোৱা। এই কাম কৰিবলৈ গৈ আমি আৰম্ভণিৰে পৰা বিপুল অসুবিধাৰ সমুখীন হব লগা হৈছিল, সি হৈছে যথেষ্ট যানবাহন ব্যৱস্থাৰ অভাৱ। মাথো এটা ৰেললাইনেদি আমি এই বিপুল সৈন্যসংখ্যা আৰু বয়বস্তু নিব পৰা হৈছিলো। যুঁজৰ প্ৰয়োজনীয় ইউনিটবোৰক আৰু চলাচল আৰু সৰবৰাহ ব্যৱস্থাবোৰক স্থানান্তৰ কৰাৰ পৰিকল্পনা নিৰ্দিষ্ট সময়সূচী অনুযায়ী কাৰ্য্যকৰ কৰা নগৈছিল। সৈন্যবাহী ট্ৰেনৰ বাবে আমাৰ অনুৰোধ পূৰাপূৰি ৰখা নহৈছিল, আৰু যি গাড়ীবোৰ আমি পাইছিলোঁ সিয়ো উদ্দেশ্যসাধনৰ পক্ষে উপযোগী নাছিল। অস্ত্ৰশস্ত্ৰ বোজাই আৰু খালাচ কৰা আৰু সৈন্যসকলক গাড়ীত ওঠোৱা-নমোৱা কৰাৰ ক্ষেত্ৰত বিৰাট সাংগঠনিক ত্ৰুটি বৈ গৈছিল। কেতিয়াবা কেতিয়াবা ইউনিটবোৰ কেন্দ্ৰীভৱনৰ এলেকা পাইছিলগৈ ওলট-পালট অৱস্থাত, বা ৰণাঙ্গনৰ কামান পঠাই দিয়া হৈছিল এইবোৰ টনাৰ বাবে ঘোঁৰা বা ট্ৰেক্টৰ নোহোৱাকৈ। বা গাড়ীৰ পৰা অস্ত্ৰশস্ত্ৰ আৰু ট্ৰেনৰ পৰা সৈন্যসকলক নমাৰ লগা হৈছিল কেন্দ্ৰীভৱন এলেকাৰ পৰা বহুত দূৰত। এশ উনসত্তৰটা চলাচল আৰু সৰবৰাহ প্ৰতিষ্ঠান আৰু ইউনিট বহুত দিন ধৰি ষ্টালিনগ্ৰাদত থাকি গৈছিল কাৰণ ট্ৰেনৰ লগত যাবৰ বাবে সৈন্য নিৰ্দিষ্ট সময়সূচী অনুযায়ী পোৱা নগৈছিল। সময়ৰ বৰ নাটনি আছিল, মই আৰু

ষ্টাফিলপ্ৰাদত থাকিব নোৱাৰিলোঁ। মই জেনাবেল হেড কোৱাৰ্টাৰ্ছৰ নিৰ্দেশত মোৰ সহকাৰী জেনাবেল কে. পি কৃষনিকভ আৰু এদল ষ্টাফ অফিচাৰক ভাত খৈ ৰণাঙ্গনৰ হেড কোৱাৰ্টাৰ আৰু কমাণ্ডক লৈ ইয়েলেৎছু এলাকালৈ গলোঁগৈ আৰু কমাণ্ড প'ষ্ট স্থাপন কৰিলোঁ।

যেতিয়া সেই এলেকাত গোট খাবলৈ ধৰা সৈন্যসকলৰ মাজত যোগসূত্ৰ আৰু বাতৰি আদান প্ৰদান ব্যৱস্থা প্ৰতিষ্ঠা কৰা হ'ব লাগিছিল তেতিয়া মই এদল ষ্টাফ অফিচাৰক লৈ যাৰ লগত আমি সহযোগিতা কৰিব লাগিব আমাৰ সেই সৌফালৰ চুবুৰীয়া ব্ৰিয়ানস্ক ৰণাঙ্গনৰ হেড কোৱাৰ্টাৰ্ছলৈ গলোঁ। পৰিস্থিতিৰ সম্পৰ্কে গমি-পিতি চাবলৈ। ৰণাঙ্গনৰ কমাণ্ডাৰ আছিল জেনাবেল মেক্স ৰাইটাৰ, মই আগৰে পৰা তেওঁক চিনি পাইছিলো ট্ৰান্স-বৈকাল এলেকাত আৰু ১৯২৯ চনৰ চাইনিজ ইষ্টাৰ্ন বেলৱেৰ অভিযানত মই যেতিয়া কৰ্মৰত আছিলোঁ। সেই সময়ৰে পৰা মোৰ লগত তেওঁৰ পৰিচয়।

ব্ৰিয়ানস্ক ৰণাঙ্গনে অ'ৰেল খণ্ডত আক্ৰমণাত্মক অভিযান চলাই যাব লগীয়া হৈছিল আৰু ৰণাঙ্গনৰ কামৰ ওপৰত ভালেখিনি আশা স্থাপন কৰা হৈছিল। ৰাইটাৰৰ অংশৰ পৰিস্থিতি সম্পৰ্কে জনাৰ পিচত আৰু বিভাজন ৰেখা জুৰি আমাৰ সহযোগিতা সম্বন্ধে আলোচনা কৰাৰ পিচত মই সিদ্ধান্ত ললোঁ। যে কেন্দ্ৰীভৱনৰ এলেকাত মোতায়েন থকা ইউনিটবোৰে ব্ৰিয়ানস্ক ৰণাঙ্গনৰ আক্ৰমণাত্মক অভিযানত ভাগ লব আৰু তাৰ মাজেদি সেই ৰণাঙ্গনলৈ আগুৱাই যাওঁতে বাওঁ কাষ ৰক্ষা কৰিব।

আমি আমাৰ কমাণ্ড প'ষ্টলৈ উভতি আহি যি এলেকাত আমাৰ সৈন্যসকলে যুঁজ কৰিব সেই সম্বন্ধে আৰু সৈন্য সমাবেশ সম্বন্ধে যিবোৰ কথা-বাতৰি আহিছিল সেইবোৰ বিষয়ে খৰচি মাৰি আলোচনা কৰিলোঁ। দেখা গল, পৰিস্থিতি আমি ভবাতকৈয়ো বহুত বেয়া।

এই ৰণাঙ্গনে যত যুঁজ কৰিব লাগিব সেই ঠাইখিনি সততেই শত্ৰুৰ কৱলৰ পৰা মুক্ত হৈছে আৰু ই বিপুল পৰিমাণ সৈন্য আৰু অস্ত্ৰশস্ত্ৰ লবলৈ প্ৰস্তুত নাছিল। সৈন্য সমাবেশৰ লগে লগে ঘাঁটি নিৰ্মাণ, সৰবৰাহ পথ নিৰ্মাণ আৰু চলাচল আৰু সৰবৰাহ প্ৰেৰণৰ ব্যৱস্থা কৰিব লাগিব।

লিডনি আৰু মাৰমিঝিৰ মাজত এটা সৰু শাখা সহ কান্তবনয়েৰ পৰা কুস্ক লৈকে ৰেলপথটো আছিল একমাত্ৰ আয়ত্তাধীন। ফেব্ৰুৱাৰী মাহৰ শেষ হোৱালৈকে ট্ৰেন মাথো শিচগবিলৈকে যাব পৰা হৈছিল।

অবিৰাম তুষাৰ ধুমুহাত বাটপথবোৰ বন্ধ হৈ গৈছিল আৰু সৈন্য চলাচল বাধাপ্ৰাপ্ত হৈছিল। তুষাৰ ইমান ডাঠ আছিল যে ঝ'ল'তুখিমো-বুলানভকা- খণ্ডত থকা ৰেল মথাউৰিক মটৰপথ হিচাপে ব্যৱহাৰ কৰিব লগীয়া হৈছিল।

ইয়েলেৎছৰ ৰেল ষ্টেছনৰ পৰা পশ্চিমফালে লিডনি আৰু ঝ'ল'তুখিনোলৈ যোৱাৰ একমাত্ৰ মটৰ পথেদি অসংখ্য সৈন্যদল, লবি অস্ত্ৰসজ্জিত গাড়ী বহু বাধা-বিঘিনিৰ মাজেদি আগুৱাই ইগিছিল। লৰী আৰু ঘোঁৰাৰ নাটনি থকাত বহুত সময়ত মানুহেই গধুৰ মেচিনগান, টেঙ্ক বিধ্বংসী ৰাইফেল আৰু মৰ্টাৰ বহন কৰিব লগা হৈছিল। গোলন্দাজসকল পিচুৱাই পৰিছিল। গোলাবাৰুদ কঢ়িয়াবৰ বাবে আমি থলুৱা বাইজৰ সাহায্য লব লগা হৈছিল, তেওঁলোকে পাল পাতি ইখনৰ পৰা সিখন গাৱঁলৈ সেইবোৰ দি আহিছিল।

সৰবৰাহ ট্ৰেন আৰু ঘাঁটিবোৰ তেভিয়াও কেন্দ্ৰীভবন এলেকাৰ পৰা বহুত নিলগত আছিল, ফলত ৰণক্ষেত্ৰত থকা সৈন্যসকললৈ গোলাবাৰুদ, ইন্ধন আৰু খাদ্যৰ যোগান ধৰাটো টান হৈ পৰিছিল। তুষাৰ-ধুমুহা আৰু তুষাৰাবৃত মাটিৰ ওপৰেদি দীঘলীয়া পথ খোজকাঢ়ি যাব লগীয়া হোৱাত সৈন্যসকল ভাগৰি পৰিছিল। কিছুমান ইউনিটলৈ প্ৰকল্পো দায়ভিয়াল বস্তৰ যোগান ধৰিব পৰা নগৈছিল।

ফলস্বৰূপে, নৱগঠিত ৰণাংগনৰ বাহিনীবোৰে জেনাৰেল হেড কোৱাৰ্টাৰ্ছে নিৰ্দ্ধাৰিত কৰি দিয়া তাৰিখৰ ভিতৰত কেন্দ্ৰীভৱন শক্তি তুলিব নোৱাৰিলে আৰু আক্ৰমণাত্মক অভিযানৰ তাৰিখ ২৫ ফেব্ৰুৱাৰীলৈ পিচুৱাই দিব লগা হল। তেতিয়ালৈকে আমি ২য় টেংকবাহিনী (ই তেতিয়াও বাটত আটক হৈ পৰা বহুত টেংক আনিব লগা হৈছিল), ২য় গাৰ্ডছ কেভালৰি, ক'ৰ, দুটা স্কি ব্ৰিগেড আৰু জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ পৰা ৬৫ তম আৰ্মিৰ অংশটোক ব্যৱহাৰ কৰিব পৰা হৈছিলো। এই সৈন্যসকলক চেৰ্ণ-মিখাইলোভকা-কনিছেভকা-মাকাৰভকা লাইন জুৰি ১৫০ কিলোমিটাৰ সন্মুখভাগৰ মাজত মোতায়েন কৰা হৈছিল। ২১ তম আৰ্মি তেতিয়াও ষ্টালিনগ্ৰাদৰ পৰা ইয়েলেৎছৰ বাটেদি আৰু জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ পৰা ৭০ তম আৰ্মি কেন্দ্ৰীভৱনৰ এলাকাৰ ফালে আগুৱাই আছিল।

ইতিমধ্যেই গোট খোৱা সৈন্যসকলক লৈ এই ৰণাংগনে ২৫ ফেব্ৰুৱাৰীত আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিলে।

কেন্দ্ৰীয় ৰণাংগনৰ এলেকাত যুদ্ধৰত ব্ৰিয়ানস্ক ৰণাংগনৰ কিছু ডিভিজন যাৰ অধীনত ৰখা হৈছিল সেই ৬৫ তম আৰ্মি মিখাইলোভকা আৰু লিভিনি অভিমুখে অগ্ৰসৰ হল। দক্ষিণফালে ৭০ তম আৰ্মিৰ ওপৰত দায়িত্ব পৰিল দমিত্ৰভস্ক অ'ৰলোভস্কি অভিমুখে অগ্ৰসৰ হোৱাৰ (যিহেতু ইয়াৰ ইউনিটবোৰ সন্মুখ ৰণাংগনত আছিল)। বাওঁফালে ২য় টেংক আৰ্মি ছুভেস্ক অভিমুখে খেদি গল। ৰণাংগনৰ বাওঁফালে জেনাৰল ক্ৰুকভৰ অশ্বাৰোহী আৰু পদাতিকৰ মিশ্ৰ টাস্ক ফ'ৰ্চ খুত'ৰ মিখাইলভস্কি আৰু ন'ভ'গৰদ ছেভেৰস্কিৰ ফালে আগুৱাই আছিল।

আৰম্ভণিত আক্ৰমণাত্মক অভিযান সুকলমে চলিছিল। সোঁফালে থকা ৭০ তম আৰ্মিৰ ইউনিটবোৰৰ পৰা মদত পাই ৬৫ তম আৰ্মিয়ে শত্ৰুইতক খেদি পঠিয়াই দিলে আৰু ফেব্ৰুৱাৰীৰ শেষছোৱাত কোমাৰিচি আৰু লিভিনি লৈ পালেগৈ। ২য় টেংক আৰ্মি পশ্চিমলৈ বহুদূৰ

অগ্রসৰ হৈ ছেবেদিনা বুদি গৈ পালেগৈ, জুকিভৰ টাস্ক ফ'ৰ্চ সামান্য প্ৰতিৰোধৰ সন্মুখীন হৈ ঢেৰ বেছি আগুৱাই গ'ল। তেওঁলোকক ছেভস্ক লাইনত আৰু ছেভ নৈৰ দক্ষিণত গাত খানি থাকিবলৈ মই নিৰ্দেশ দিয়া সত্বেও তেওঁলোক আগুৱাই গ'ল আৰু ১০ মাৰ্চত অগ্ৰগামী ইউনিটবোৰ ন'ভ'গৰদ-ছেভেৰস্কিৰ উত্তৰত দেছনা নৈ পালেগৈ। কাৰণ অনুসন্ধান কামৰ আৰু যথাযথ শৃংখলাৰ অভাৱত টাস্ক ফ'ৰ্চ-ক্ষয়ক্ষতিৰ চিকাৰ হব লগীয়া হৈছিল।

ব্ৰিয়ানস্ক ৰণাঙ্গনে আক্ৰমণাত্মক অভিযান ১২ ফেব্ৰুৱাৰীত আৰম্ভ কৰিছিল, আমাৰ সোঁফালে সৈন্যসকলে শত্ৰুৰ প্ৰতিৰক্ষা বেছি গভীৰলৈকে ভেদ কৰিব নোৱাৰিলে। ১০ ৰপৰা ৩০ কিলোমিটাৰ অগ্ৰসৰ হোৱাৰ পিচত ন'ভছিল মালোৱাৰখাঙ্গেলচ-ৰঝদেস্তভেনস্কোৱে লাইনত তেওঁলোকৰ গতি ৰুদ্ধ হল।

পশ্চিম ৰণাঙ্গনৰ বাওঁ কাষৰ ১৬শ আৰ্মি, ব্ৰিয়ানক ৰণাঙ্গনৰ সহযোগিতাত যিসকলে ব্ৰিয়ানস্ক অভিমুখে আক্ৰমণ কৰিছিল, তেওঁলোকেও কোনো সাফল্য অৰ্জন কৰিব নোৱাৰিলে।

ইতিমধ্যে নাৎছীইঁতে ব্ৰিয়ানস্ক আৰু খাৰকভ খণ্ডত যি আঘাত পাইছিল তাক চম্ভালি লৈছিল আৰু প্ৰতি-আক্ৰমণৰ বাবে সাজু হৈছিল। মাৰ্চৰ আগহোৱাত অ'ৰেল এলেকা আৰু তাৰ দক্ষিণত থকা শত্ৰুইঁতে ৰকেভভিয়াজমা সৈন্য-সমাহাৰৰ পৰা ন ন সৈন্যগঠন পঠাইছিল। ব্ৰিয়ানস্ক এলেকা আৰু তাৰ দক্ষিণত আমাৰ অনুসন্ধান-কাৰী দলে বিৰাট সৈন্য সমাবেশ আৰু ছেভস্ক অভিমুখে সৈন্য চলাচল কৰি থকা দেখা পালে। বিলস্কৰ উত্তৰত আৰু ক্ৰোম্বকাৰ উত্তৰ-পূৰ্বৰ এলেকাবোৰত বিপুল শত্ৰুসৈন্য চলাচল কৰি থকাৰ বাতৰিও পোৱা গৈছিল। ১০ মাৰ্চৰ ভিতৰত আমাৰ ৰণাঙ্গনৰ হাতত থকা সমস্ত সৈন্যক অত্যন্ত বিস্তৃত সমুখ ৰণস্থলীত আক্ৰমণত নিযুক্ত কৰা হল। সংখ্যাৰ কালৰ পৰা আমাতকৈ বেছি সৈন্যক কেন্দ্ৰীভূতভাৱে গোট

খুওৱা আৰু মোতায়েন কৰাৰ ক্ষেত্ৰত শত্ৰু দেখদেখকৈয়ে আমাতকৈ আগুৱাই আছিল। ২১ তম আৰ্মি ভেভিয়াও ইয়েলেংচতত ট্ৰেণৰ পৰা নামি আছিল। আৰ্মি বোৰৰ আৰু ৰণাঙ্গনৰ সৰবৰাহ ট্ৰেনবোৰ ভেভিয়াও ষ্টালিনগ্ৰাদ এলেকাত আছিল আৰু খাদ্য, পশুখাদ্য, ইন্ধন আৰু গোলাবাৰুদৰ তীব্ৰ নাটনি দেখা দিছিল।

এই অৱস্থাত এই ৰণাঙ্গনৰ সৈন্যসকলৰ পক্ষে জেনাৰেল হেড কোয়াৰ্টাৰ্ছৰ দ্বাৰা নিৰ্দ্ধাৰিত কৰ্তব্য পালনৰ কোনো কথাই নুঠে। ষ্টালিনক মই কোনেৰে জনোৱাৰ পিচত এই ৰণাঙ্গনক আৰু এটা কাম দিয়া হল। ৭ মাৰ্চৰ নিৰ্দেশনামাত জেনাৰেল হেড কোয়াৰ্টাৰ্ছে এই ৰণাঙ্গনক সাময়িকভাৱে অগ্ৰগতি মন্থৰ কৰি দিবলৈ ক'লে আৰু ব্ৰিয়ানস্ক-অ'ৰেল ৰেলপথ বন্ধ কৰি শত্ৰুৰ দ্মিত্ৰভস্ক-অ'ৰলভস্কি সৈন্য সমাহাৰক চূৰ্ণ কৰাৰ লক্ষ্যেৰে ৬৫ তম, ৭০ তম আৰু ২১ তম আৰ্মিবোৰক উত্তৰ আৰু উত্তৰ-পূৰ্বৰ দিশে গতি সলাবলৈ ক'লে, যাতে অ'ৰেল সৈন্য-সমাহাৰক ধ্বংস কৰাৰ কামত ব্ৰিয়ানস্ক ৰণাঙ্গনৰ সৈন্য-সকলক সাহায্য কৰা যায়। এই কৰ্তব্য সমাধা কৰাৰ পিচত এই তিনিটা আৰ্মিক ব্ৰিয়ানস্ক ৰণাঙ্গনৰ সৈন্যসকলৰ লগত ৰ'ছলাভ অভিমুখে যাবলৈ কোৱা হল।

আৰু এটা কামৰ দায়িত্ব পোৱাত ৰণাঙ্গনৰ কমাণ্ড আৰু হেড কোয়াৰ্টাৰ্ছে নতুন যুঁজৰ বাবে প্ৰস্তুতি চলাবলৈ ধৰিলে। প্ৰথমতে আমাৰ সৈন্যসকলক পুনৰ্বিন্যাস কৰাৰ আৰু য'ত মূল আক্ৰমণ কৰাৰ কথা সেই অ'ৰেল খণ্ডত কেন্দ্ৰীভূত কৰাৰ প্ৰয়োজন আছিল। আমাৰ বেছিভাগ সৈন্যক আমি তালৈ পঠিয়াই দিলোঁ।

জেনাৰেল হেড কোয়াৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ পৰা সজ্জহতে অহা ৭০ তম আৰ্মি সীমান্ত ৰক্ষীসকলক লৈ গঠিত হৈছিল, তেওঁলোক আছিল চমৎকাৰ সৈন্য আৰু যুঁজাৰ বাবে সুশিক্ষিত। ৬৫ তম আৰ্মিৰ আৰু ব্ৰিয়ানস্ক ৰণাঙ্গনৰ আৰু যাওঁ পক্ষৰ

আর্মিয়ে সীমান্তত আক্রমণাত্মক অভিযানৰ কৰ্ত্তব্যপালনৰ নিৰ্দেশ পোৱাত ৭০ আৰ্মি মাৰ্চ কৰি গৈ পোৱাৰ লগে লগেই আক্ৰমণ আৰম্ভ কৰিবলৈ বাধ্য হৈছিল, যেনেকৈ জাকে জাকে আহি পাইছিল ঠিক তেনেকৈ আক্ৰমণত ভাগ লব লগা হৈছিল যথেষ্ট গোলন্দাজ সহায়তা নোপোৱাকৈ। এই আক্ৰমণাত্মক অভিযান সফল হোৱা নাছিল।

আৰ্মিৰ লগত মোৰ আৰু ঘনিষ্ঠ পৰিচয় হোৱা দৰকাৰ বুলি মই ভাবিলোঁ। কিন্তু তালৈ যোৱাটো বৰ কষ্টসাধ্য আছিল। প্ৰথমে মই মটৰেৰে গলো, তাৰ পিচত কাঁইটীয়া হাবিৰ মাজেদি শ্লেজেৰে গলোঁ আৰু সদৌ শেষত, তুষাৰৰ ওপৰেদি স্কিৰে গলোঁ। শেষাংশ পাৰ হোৱাৰ কোনো উপায় নাছিল। ঘটনাস্থলীলৈ গৈ পৰিস্থিতি পৰ্য্যালোচনা কৰাটো বৰ কাৰ্য্যকৰ হল। আমি নিজেই বুজিলো যে হেড কোৱাৰ্টাৰ্ছক অভিজ্ঞ বিষয়াৰে শক্তিশালী কৰা দৰকাৰ, আৰু তাক কৰা হল।

আমাৰ বণাঞ্চলৰ সৈন্যসকল তমোময় যুঁজৰ পিচত ব্ৰিয়াস্তহেভো-এজনা-লিভিৰ-ক্ষেভ নৈৰ লাইন গৈ পালেগৈ আৰু তীব্ৰ যুঁজত লিপ্ত হল, সেই যুঁজ বহুত পৰলৈ চলিল। ২১ তম আৰ্মিক যুঁজত লগাই দি আমাৰ শত্ৰুহঁতক অলপ পিচ হোঁহকাই দিব পাৰিম বুলি আমি ভেভিয়াও আশা কৰিছিলোঁ। কিন্তু ১১ মাৰ্চৰ দিনা আমি জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ পৰা ২১ তম আৰ্মিক অ'ৰইয়ান এলাকালৈ সোনকালে পঠিয়াই দিবলৈ আৰু তাৰ দায়িত্ব ভ'ৰ'নেঝ বণাঞ্চলৰ ওপৰত ন্যস্ত কৰিবলৈ জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ পৰা নিৰ্দেশ পালোঁ। শত্ৰু-সৈন্যহঁত ভ'ৰ'নেঝ বণাঞ্চলৰ খাৰকভ আৰু বে'ল'গৰদ অঞ্চল ভেদ কৰি অ'আওৱাৰ এলাকাত সোমাই পৰিছিল আৰু কুৰ্স্কৰ ফালে আগুৱাই গৈছিল।

মাৰ্চ মাহৰ শেষ হোৱাত জেনাৰেল হেড কোৱাৰ্টাৰ্ছে অ'ৰেল এলাকাত, আক্ৰমণাত্মক অভিযান বন্ধ কৰি দিয়াৰ সিদ্ধান্ত ল'লে।

গ'ৰ্শিশ্চে-মালোৱাৰ-খাফেলক - ব্ৰজনা-লিভিন - খমুত'ভকা - কু'ৰ'স্কো লাইনত আত্মৰক্ষামূলক যুঁজ কৰিবলৈ আৰু শত্ৰুইঁতে যদি অগ্ৰবোধ ভাঙি ওলাই আহিবৰ চেষ্টা কৰে তেনেহলে তাক প্ৰতিৰোধ কৰিবলৈ কেন্দ্ৰীয় ৰণাংগনক নিৰ্দেশ দিয়া হল। জেনাৰেল পি. এল. ৰোমানেন্‌-কোৰ ৪৮ তম আৰ্মি, জেনাৰেল এন. পি. পুখভ্ৰ ১৩ শ আৰ্মি— ব্ৰিয়ানস্ক ৰণাংগনত তাৰ খণ্ডকে ধৰি আৰু আই. ভি. গেলিয়াখভস্কিৰ ৬০ তম আৰ্মিৰে কেন্দ্ৰীয় ৰণাংগনক শক্তিশালী কৰা হল। ইতিমধ্যে কাৰবীয়া ব্ৰিয়ানস্ক আৰু ভ'ৰ'নেঝ ৰণাংগনৰ সৈন্যসকলে আত্মৰক্ষামূলক যুঁজত অৱতীৰ্ণ হৈছিল।

আত্মৰক্ষামূলক যুঁজ আৰম্ভ হোৱাৰ পিচত ৰণাংগনৰ কমাণ্ড, হেড কোৱাৰ্টাৰ্ছ আৰু ৰাজনৈতিক বিভাগে এটা আত্মৰক্ষামূলক পৰিকল্পনা ৰচনাত প্ৰবৃত্ত হল। আমি অতীত যুঁজৰ অভিজ্ঞতাৰ পৰা জানিছিলো যে আক্ৰমণাত্মক অভিযান জোৰদাৰ কৰিবৰ বাবে শত্ৰুইঁতে বিৰাট সংখ্যক টেঙ্ক নমাব, গতিকে সেইবোৰক প্ৰতিহত কৰিব পৰা প্ৰতিৰক্ষা আৰু সৈন্য সাজু ৰখা দৰকাৰ। পৰৱৰ্তী প্ৰসংগলৈ যোৱাৰ আগতে অৱশ্যেই কোৱা দৰকাৰ যে, আমি যি আত্মৰক্ষামূলক যুঁজলৈ যাব লগা হৈছিল সি আছিল সাধাৰণ-আত্মৰক্ষা, গ্ৰীষ্মকালীন আক্ৰমণাত্মক অভিযানৰ উদ্দেশ্যে সৈন্যক প্ৰশিক্ষণ দিবৰ কাৰণে সময় উলিয়াবৰ বাবে। কিন্তু যেতিয়া জনা গল যে শত্ৰুইঁতে কুৰ্স্ক বালজত আক্ৰমণৰ বাবে প্ৰস্তুতি চলাব লাগিছে—তেতিয়া আত্মৰক্ষাই হৈ পৰিল এটা উদ্দেশ্য। এপ্ৰিলৰ মাজ ভাগৰ পৰা আত্মৰক্ষাৰ ব্যৱস্থা গঢ়ি তোলাটো বিপুল পৰিমাণে বঢ়াই দিয়া হল।

পৰিস্থিতি জাৰি-জোকাৰি চাই ৰণাংগনৰ কমাণ্ড আৰু হেড্‌ কোৱাৰ্টাৰ্ছে সৈন্য নিয়ন্ত্ৰণৰ ওপৰত জোৰ দিলে। ইয়েলেৎস্কত আমাৰ কমাণ্ড প'ষ্টৰ অৱস্থান আছিল, ই এটা ভাঙৰ কেন্দ্ৰ আছিল,

আৰু বিমানৰ পৰা প্ৰায়ে আক্ৰান্ত হৈছিল। সেই ঠায়ো আমাৰ কাৰণে উপযুক্ত নাছিল। তদুপৰি নতুন পৰিস্থিতিৰ কলত কমাণ্ড প'ষ্ট সৈন্যসকলৰ আৰু ওচৰলৈ নিব লগা হ'ল। সেয়ে আমি কুৰ্স্কৰ উত্তৰত হৰ'ভদা এলেকালৈ আঁতৰি আহিলো। তাত এটা নতুন কমাণ্ড.প'ষ্ট ইতিমধ্যেই তৈয়াৰ কৰা হৈছিল আৰু ৰণাঙ্গনৰ সমস্ত আৰ্মি আৰু ডিভিজনবোৰৰ লগত,আৰু দক্ষিণ বাৰ্ঁফালে থকা ৰণাঙ্গনবোৰৰ লগত যোগসূত্ৰ আৰু যাতায়াতৰ ব্যৱস্থা প্ৰতিষ্ঠা কৰা হৈছিল।

এপ্ৰিল মাহত কুৰ্স্ক বালজৰ দুয়োফালেই প্ৰতিদ্বন্দ্বীহঁতে গ্ৰীষ্মকালীন আৰু হেমন্তকালীন অভিযানৰ বাবে পুংখানুপুংখ প্ৰস্তুতি আৰম্ভ কৰিছিল।

শক্ৰহঁতৰ আচৰণৰ পৰা আৰু আমি পাই থকা বাতৰিৰ পৰা আমি বুজিছিলোঁ যে নাৎছীবাহিনী যদি নিয়ামক উদ্দেশ্য লৈ আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিবলৈ অদূৰ ভৱিষ্যতত সক্ষম হয়, তেনেহলে তাক সিহঁতে কুৰ্স্ক বালজতে কৰিব। এই কথা অৱশ্যেই কব লাগিব যে ছোভিয়েত চুপ্ৰীম কমাণ্ড আৰু জেনাৰেল ষ্টাফে শক্ৰহঁতৰ পৰিকল্পনা, মূল আক্ৰমণৰ সম্ভাব্য গতিমুখ আনকি আক্ৰমণাত্মক অভিযানৰ সঠিক তাৰিখ আগতীয়াকৈ জানি গৈছিল। ৰণাঙ্গনৰ অৱস্থাৰ কথা মনত ৰাখি জেনাৰেল হেড কোৱাৰ্টাৰে এই মৰ্মে সিদ্ধান্ত ল'লে যে আত্মৰক্ষামূলক যুঁজৰ জৰিয়তে শক্ৰহঁতৰ আক্ৰমণকাৰী গোষ্ঠীবোৰক দুৰ্বল কৰি পেলাব লাগিব, আৰু তাৰ পিচত স্মলেনস্কৰ পৰা তাগানৰ'গলৈকে এক ব্যাপক ৰণাঙ্গনত প্ৰতি-আক্ৰমণ কৰিব লাগিব।

আমাৰ ৰণাঙ্গনৰ দক্ষিণত থকা অ'ৰেল অভিক্ষেপৰ ওপৰত বিশেষ গুৰুত্ব দি আমি তাৰ বিপৰীতে সৰ্বাত্মকৈ পৰাক্ৰম সৈন্য-সমাহাৰ গঢ়ি তোলাৰ আৰু ৰণাঙ্গনৰ সংৰক্ষিত শক্তিৰ সৰহভাগ তাত মোতায়েন কৰাৰ সিদ্ধান্ত ললো।

এই সিদ্ধান্তৰ গুৰিত আছিল তলত দিয়া বিবেচনাবোৰ। অ'ৰেলৰ পৰা কুৰ্স্ক আছিল শত্ৰুৰ উদ্দেশ্য চৰিতাৰ্থ কৰাৰ পক্ষে আটাইতকৈ উপযুক্ত অগ্ৰগতিৰ গতিমুখ। আৰু ইয়াৰ পৰাই মূল আক্ৰমণৰ (দক্ষিণ বা দক্ষিণ-পশ্চিমমুৱা) আশংকা কৰা হৈছিল। কেন্দ্ৰীয় ৰণাঙ্গনৰ আন কোনো অংশত নাৎছী আক্ৰমণে কোনো গুৰুতৰ বিপদ সৃষ্টি কৰিব নোৱাৰিলেহেঁতেন, কাৰণ অ'ৰেল অভিক্ষেপৰ দক্ষিণৰ ফেঁচাত এই ৰণাঙ্গনৰ সৈন্যসকলক আৰু তেওঁলোকক নৰশক্তিৰে বলীয়ান কৰাৰ উপকৰণবোৰ য'ত শত্ৰু প্ৰতিৰোধ ভাঙি সোমোৱাৰ আশংকাই দেখা দিব তালৈ যিকোনো সময়ত নিব পৰা গলহেঁতেন। যদি অৱস্থা চৰম বেয়া হলহেঁতেন তেনেহলে সেই আক্ৰমণাত্মক অভিযানৰ ফলত বৰ বেছি হলে আমাৰ সৈন্যসকল কুৰ্স্ক বালজৰ পৰা খেদা খাব লগা হলহেঁতেন, কিন্তু বিপৰ্যয়ৰ সমুখীন হব লগা নহলহেঁতেন।

এপ্ৰিল মাহৰ আগাছোৱাত কেন্দ্ৰীয় ৰণাঙ্গনৰ কমাণ্ডে আত্মৰক্ষালৈ যোৱা সম্পৰ্কত লোৱা সিদ্ধান্তটো চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফে অনুমোদন কৰিলে আৰু আমি প্ৰতিৰক্ষা সংগঠনৰ কামত লাগি গলো।

আমাৰ সোঁ কাষত ৪৮ তম, ১৩শ আৰু ৭০ তম ইউনিটবোৰে শত্ৰুৰ অ'ৰেলত থকা সৈন্য-সমাহাৰৰ বিৰুদ্ধে লাইন ধৰি আছিল, তেওঁলোক গৰেদিশ্চেৰ পৰা ব্ৰিয়ান্তছেভো পৰ্যন্ত ১৩২ কিলোমিটাৰ ৰণাঙ্গন জুৰি মোতায়ন আছিল। বাওঁ কাষত ব্ৰিয়ান্তছেভোৰ পৰা কে'বেনেভো পৰ্যন্ত বিস্তৃত ১৭৪ কিলোমিটাৰ ৰণাঙ্গন ৰক্ষা কৰিছিল ৬৫তম আৰু ৬০ তম আৰ্মিয়ে।

মই আগৰ দৰেই প্ৰয়োজনীয় সংৰক্ষিত শক্তি আছুতীয়াকৈ ৰখাৰ সিদ্ধান্ত ললো। ২য় টেঙ্ক আৰ্মিক দ্বিতীয় স্তৰ-বিন্যাসলৈ আঁতৰাই অনা হল আৰু ৯ম আৰু ১৯তম টেঙ্ক ক'ৰ আৰু ১৭শ গাৰ্ডছ ইনফেন্ট্ৰি ক'ৰক ১৩শ আৰ্মিৰ এলেকাত নিয়োগ কৰা হব বুলি ঠিক হল।[১]

১ অলপ দিন পিচত ১৭শ গাৰ্ডছ ইনফেণ্ট্ৰি ক'ৰৰ দায়িত্ব ১৩শ আৰ্মিক দিয়া হৈছিল।

আত্মৰক্ষামূলক যুঁজৰ সাধাৰণ পৰিকল্পনা ৰচনাত তলত দিয়া আৰ্মি কমাণ্ডাৰসকলে অংশ লৈছিল: লেফটানেণ্ট জেনাৰেল এন পি পুখভ ( ১৩ শ ) লেফটানেণ্ট জেনাৰেল আই. ভি. গালানিন, ( ৭০ তম ), লেফটানেণ্ট জেনাৰেল পি. আই. বাতভ ( ৬৫ তম ), লেফটানেণ্ট জেনাৰেল আই ভি চেৰ্নিয়াখভস্কি ( ৬০তম ) আৰু লেফটানেণ্ট জেনাৰেল এছ. আই ৰুদেঙ্কো। ১৬শ বিমান )। তাৰ পিচত প্ৰত্যেক আৰ্মিয়ে কোন ভূখণ্ডত যুঁজ কৰিব তালৈ যথাযথ নজৰ ৰাখি পৰিকল্পনাটো বিস্তাৰিতভাৱে ৰচনা কৰা হ'ল। এই কামত ৰণাঙ্গনৰ কমাণ্ড, বিভিন্ন ধৰণৰ বাহিনীৰ আৰু পৰিসেৱা ব্যৱস্থাৰ কমাণ্ডাৰসকলে, ৰাজনৈতিক বিভাগ আৰু চলাচল আৰু সৰবৰাহ ব্যৱস্থাৰ মুখ্যাধিকাৰীয়ে অংশ লৈছিল।

শত্ৰুৱে কেতিয়াকৈ অভিযান কৰিব তাৰ মোটামুটি তাৰিখ জনা থকাত আৰু সিহঁতে নিসন্দেহে বিপুল সংখ্যক সৈন্য লৈ আক্ৰমণ কৰিব তাকো জনা থকাত ৰণাঙ্গনৰ কমাণ্ডে মাৰ্চ শেষ হোৱাৰ আগতেই সুৰক্ষিত অৱস্থান গঢ়ি তোলাৰ বাবে নিৰ্দেশ দিলে আৰু নিৰ্দেশাৱলী জাৰি কৰিলে। এই উদ্দেশ্যে ৰণাঙ্গনৰ মুখ্য অভিযন্তা মেজৰ জেনাৰেল এ. আই. প্ৰছলিয়াকভে এক বিস্তাৰিত সময়সূচী ৰচনা কৰিলে আৰু কাম যাতে নিৰ্দ্ধাৰিত সময়ৰ ভিতৰত আৰু যথোপযুক্ত মানৰ হয় তাক সুনিশ্চিত কৰিবলৈ একান্তভাৱে চেষ্টা কৰিলে।

মই আগতেই উল্লেখ কৰিছোঁ যে কুৰ্স্ক বালজৰ প্ৰতিৰক্ষাৰ বাবে পৰিকল্পিত প্ৰস্তুতি আৰম্ভ হৈছিল এপ্ৰিলৰ শেষভাগত আৰু শত্ৰুৰ আক্ৰমণাত্মক অভিযান আৰম্ভ হোৱাৰ আগলৈকে চলিছিল। প্ৰতিৰোধৰ প্ৰধান লাইনটো সৈন্যসকলে নিজেই তৈয়াৰ কৰিছিল। সৈন্যবাহিনীৰ আৰু ৰণাঙ্গনৰ পশ্চাদ্ভাগত থকা অৱস্থানবোৰত দ্বিতীয় আৰু তৃতীয় লাইন নিৰ্মাণত বনুৱা লোকসকলে সৈন্যসকলক সাহায্য

কৰিছিল, তেওঁলোকে দুৰ্গ নিৰ্মাণতো বহুত সহায় কৰিছিল। ফ্ৰণ্টৰ কমাণ্ডৰ আদেশ আৰু নিৰ্দেশাৱলীত কোৱা হৈছিল প্ৰধানতঃ মজবুত, গভীৰত স্তৰ-বিন্যস্ত ৰণক্ষেত্ৰত প্ৰতিৰক্ষা গঢ়ি তুলিব লাগিব. ইয়াৰ বহুত লাইন থাকিব আৰু যুঁজৰ সমগ্ৰ এলাকাৰ গভীৰলৈকে দুৰ্গৰ ব্যৱস্থা গঢ়ি তুলিব লাগিব। আমি আত্মৰক্ষামূলক যুঁজৰ তিনিটা সম্ভাব্য বিকল্প ৰচনা কৰিছিলোঁ।

এপ্ৰিলৰ পৰা জুন মাহলৈকে কেন্দ্ৰীয় ৰণাঙ্গনৰ সৈন্যদলে প্ৰায় ৫০০০ কিলোমিটাৰ গড়খাৱৈ আৰু প্ৰবেশপথ খান্দিছিল, আৰু ৪ লাখ মাইন আৰু মাটিৰ তলত বোমা থৈছিল। কেৱল ১৩শ আৰু ৭০ তম আৰ্মিৰ এলেকাত ১১২ কিলোমিটাৰ কাঁটা-তাৰৰ বেৰা দিয়া হৈছিল। তাৰ ১০·৭ কিলোমিটাৰ জুৰি বিজুলী সংযোগ কৰা হৈছিল আৰু ১ লাখ ৭০ হেজাৰবো বেছি মাইন বহুৱা হৈছিল।

আমি জানিছিলো যে গ্ৰীষ্মকালীন অভিযানৰ প্ৰস্তুতিত জাৰ্মান কমাণ্ডে পেনাৎছাৰৰ আঘাতৰ ওপৰত বৰকৈ নিৰ্ভৰ কৰিছিল, সেয়ে আমি কুৰ্স্ক বালজৰ প্ৰতিৰক্ষাক এনে এটা ব্যৱস্থা হিচাপে তৈয়াৰ কৰিছিলো যাতে গধুৰ টি ৪ ( টাইগাৰ ) টেঙ্ক আৰু ফাৰ্ডিনাণ্ড কামানকে ধৰি কেন্দ্ৰীভূত অস্ত্ৰসজ্জিত আক্ৰমণ প্ৰতিহত কৰিব পৰা হয়। আমাৰ অৱস্থানবোৰক টেঙ্কৰ পক্ষে দুৰ্ভেদ্য কৰি তুলিবৰ বাবে গুৰুতৰ টেঙ্ক আক্ৰমণৰ বিপদসঙ্কুল ক্ষেত্ৰবোৰত শক্তিশালী প্ৰবল-প্ৰতিৰোধ-বিন্দুসহ কেবাটাও টেঙ্ক-প্ৰতিৰোধী লাইন আমি নিৰ্মাণ কৰিব লগা হৈছিল আৰু সেইবোৰ অগ্নিবৰ্ষণ ব্যৱস্থাৰে ভৰপুৰ কৰি দিব লগা হৈছিল। সিদ্ধান্ত কৰা হৈছিল যে শত্ৰুৰ অস্ত্ৰসজ্জিত বাহিনীৰ বিৰুদ্ধে ৰণাঙ্গনৰ সমস্ত বিমান-প্ৰতিৰোধীকে ধৰি সমস্ত গোলন্দাজ শক্তিক গোট খুওৱা হব আৰু তাৰ প্ৰধান শক্তি কেন্দ্ৰীভূত কৰিব লাগিব ১৩শ আৰু ৭০ তম আৰ্মিৰ এলেকাবোৰত, য'ত শত্ৰুৰ ফালৰ পৰা প্ৰধান আঘাতৰ আশঙ্কা কৰা হৈছিল।

আৰু ভালকৈ সমন্বয় আৰু নিয়ন্ত্ৰণৰ বাবে প্ৰবল-প্ৰতিৰক্ষা বিন্দুবোৰক টেঙ্ক প্ৰতিৰোধ-এলেকাবোৰৰ মাজত মিলাই দিয়া হৈছিল। ৪ জুলাইৰ ভিতৰত ৰণাঙ্গনৰ সোঁ পক্ষে ৩০-৩৫ কিলোমিটাৰ গভীৰ পৰ্য্যন্ত টেঙ্ক-প্ৰতিৰোধী ব্যৱস্থা তৈয়াৰ কৰা হৈ গৈছিল। কেৱল ১৩শ বাহিনীৰ খণ্ডতেই আছিল প্ৰধান প্ৰতিৰোধ লাইনত ৪৪টা প্ৰবল-প্ৰতিৰক্ষাবিন্দু সমন্বিত ১৩টা টেঙ্ক প্ৰতিৰোধী এলেকা, দ্বিতীয় লাইনত ৩৪টা প্ৰবল-প্ৰতিৰক্ষাবিন্দু থকা ৯টা এলেকা আৰু তৃতীয় লাইনত ৬০টা প্ৰবল-প্ৰতিৰক্ষাবিন্দু সমন্বিত ১৫টা এলেকা।

বিশেষ মনোযোগ দিয়া হৈছিল অগ্নিবৰ্ষণ ব্যৱস্থা সংগঠিত কৰাৰ ওপৰত। অগ্নিবৰ্ষক অস্ত্ৰশস্ত্ৰ প্ৰত্যেক আৰ্মিৰ সমগ্ৰ গভীৰত স্তৰে স্তৰে বিন্যস্ত আছিল, বিপদ সঙ্কুল এলেকাত অগ্নিবৰ্ষণৰ সুনিপুণ চালৰ আৰু কেন্দ্ৰীভৱনৰ ব্যৱস্থাও আছিল। অগ্নি নিয়ন্ত্ৰণৰ বাবে নিৰ্ভৰযোগ্য যোগাযোগ ব্যৱস্থাসহ বহু পৰ্যবেক্ষণ কেন্দ্ৰৰ এটা বিস্তীৰ্ন ব্যৱস্থা আছিল।

শত্ৰুৰ আক্ৰমণৰ অৱশ্যম্ভাৱী আশঙ্কা থকা আটাইবোৰ খণ্ডত আমি শক্তিশালী গোলন্দাজ সৈন্য-সমাহাৰ কেন্দ্ৰীভূত কৰিছিলো। ৰণাঙ্গনৰ সামগ্ৰিক কামানৰ ঘনত্ব আছিল সমুখ ৰণাঙ্গনত কিলোমিটাৰে প্ৰতি ৩৫টাকৈ কামান আৰু মৰ্টাৰ আৰু ১০টা টেঙ্ক-প্ৰতিৰোধী কামান। ১৩শ আৰ্মিৰ খণ্ডত ঘনত্ব আছিল ঢেৰ বেছি। গোলন্দাজসকলক প্ৰস্তুত কৰাৰ আৰু অগ্নিবৰ্ষণ ব্যৱস্থা সংগঠন কৰাৰ কৃতিত্ব দিব লাগিব প্ৰধানতঃ ৰণাঙ্গনৰ গোলন্দাজবাহিনীৰ বিনয়ী আৰু কঠোৰ পৰিশ্ৰমী কমাণ্ডাৰ লেফটানেণ্ট জেনাৰেল ভি আই. কাজাকভক।

মেজৰ জেনাৰেল এছ. এফ. গালাদিয়েভৰ নেতৃত্বত ৰণাঙ্গনৰ ৰাজনৈতিক বিভাগে আসন্ন যুঁজৰ প্ৰস্তুতিৰ বাবে অসাধাৰণ কাম কৰিছিল। চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফৰ আদেশবোৰ আৰু মেন পলিটিকেল এডমিনিষ্ট্ৰেছন, যাৰ ওপৰত ভিত্তি কৰি পাৰ্টি আৰু

কমছমল সংগঠনবোব গঢ়ি তোলা হৈছিল, তাব নির্দেশাবলী কেনেকৈ বুজিব লাগিব আৰু কাৰ্য্যকৰ কৰিব লাগিব তাক সৈন্যসকলক বুজোৱা হৈছিল। প্ৰতিটো গোটৰ মানুহসকলক একো একোটা ঘনিষ্ঠভাৱে সংবদ্ধ দলত পৰিণত কৰাৰ ওপৰত আৰু তেওঁলোকৰ মনোবল আৰু ৰাজনৈতিক জ্ঞান বঢ়োৱাৰ ওপৰত যথেষ্ট মনোযোগ দিয়া হৈছিল। ৰাজনৈতিক কামৰ লক্ষ্য আছিল বিষয়া আৰু সৈন্যসকলৰ ৰণশিক্ষা উন্নত কৰা আৰু অস্ত্ৰশস্ত্ৰ আৰু সা-সঁজুলিৰ প্ৰতি যত্নশীল হ'বলৈ তেওঁলোকক শিকোৱা। শৃংখলাৰক্ষাৰ প্ৰতি বিশেষ দৃষ্টি দিয়া হৈছিল। ছোভিয়েত সেনাবাহিনীৰ পাৰ্টি আৰু কমছমল সংগঠনসমূহৰ পুনৰ্বিন্যাস আৰু ৰণাংগনৰ আৰ্মি আৰু ডিভিজনৰ লগত যুক্ত ৰাজবিষয়াসকলৰ ভূমিকাবৃদ্ধি সম্পৰ্কে ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ দ্বাৰা ১৯৪৩ চনৰ ২৪ মে তাৰিখে গৃহীত সিদ্ধান্ত অনুযায়ী সেনাবাহিনীৰ পাৰ্টি সংস্থাসমূহৰ পুনৰ্গঠনৰ ফলত ৰাজনৈতিক কামকাজ উন্নততৰ হৈছিল।

সামৰিক পৰিষদ আৰু ৰণাংগনৰ হেড কোৱাৰ্টাৰ্চে প্ৰধান খণ্ডবোৰত সুৰক্ষা ব্যৱস্থাৰ গুণগত মান আৰু টেংক-প্ৰতিৰোধী ব্যৱস্থাদিৰ সংগঠন আৰু সৈন্যসকলৰ মনোবলৰ প্ৰতি সঘনাই দৃষ্টি দিছিল। বিষয়া আৰু সৈন্যসকল নিজৰ ওপৰত আৰু তেওঁলোকে গঢ়ি তোলা প্ৰতিৰক্ষাৰ প্ৰতি আস্থাশীল আছিল। শত্ৰুইওৰ বেহু ভেদ কৰি ওলোৱাৰ চেষ্টা সফলভাৱে প্ৰতিৰোধ কৰাৰ অভিয়তে এইবোৰ লাইনত যুঁজ কৰাৰ অভিজ্ঞতা তেওঁলোকৰ আছিল। পনিৰি এলেকাৰ প্ৰতিৰক্ষা ব্যৱস্থা পৰিদৰ্শন কৰাৰ সময়ত মই সৈন্যসকলক তেওঁলোকে তেওঁলোকৰ অৱস্থান সম্পৰ্কে কি ভাবে তাক সুধিছিলো। শত্ৰু যে এই পিনেদি সোমাব নোৱাৰিব সেই সম্বন্ধে তেওঁলোকৰ আত্মবিশ্বাস আছিল। তেওঁলোকে তেওঁলোকৰ কথা ৰাখিছিল। পনিৰিয়েদি সোমোৱাৰ বাবে নাৎচীহঁতৰ সকলো চেষ্টা ব্যৰ্থ হৈছিল।

আমাৰ ৰণাঙ্গনে ত্ৰিগ্নানক আৰু বিয়েলোকছিয়াৰ গেৰিলাসকলৰ পৰা প্ৰচুৰ সাহায্য পাইছিল। তেওঁলোকে শত্ৰুসৈন্যহঁতৰ গতিবিধি সম্পৰ্কে আমাক খা-খবৰ দিছিল। অবিৰাম অনুসন্ধানৰ যোগেদি হেড কোৱাৰ্টাৰ্ছে যথেষ্ট তথ্য সংগ্ৰহ কৰিছিল যাৰ পৰা শত্ৰুহঁতে অ'ৰেল অভিক্ষেপত সিহঁতৰ ফৌজবোৰক কেন্দ্ৰীভূত কৰি থকা কথাটোৰ ভু পোৱা গৈছিল।

মে আৰু জুন মাহত জাৰ্মান বিমান বাহিনীয়ে সিহঁতৰ ক্ৰিয়াকলাপ তীব্ৰ কৰিছিল, সিহঁতে ইয়েলেৎছ আৰু কুৰ্স্ক বেল জংছন. বেল ষ্টেছন আৰু দলংবোৰৰ ওপৰত আৰু সাধাৰণভাবে যোগাযোগ ব্যৱস্থাৰ ওপৰত আঘাত হানিছিল।

জেনাৰেল কদেনৃকোৰ ১৮শ এয়াৰ আৰ্মিৰ গোটেইটো, বিমান-প্ৰতিৰক্ষা গোটবোৰৰ আৰু ৰণাঙ্গনৰ আৰু ইউনিটবোৰৰ বিমান প্ৰতিৰোধী কামানবোৰক পুৰাপুৰি লুফৎৱাফৰ বিৰুদ্ধে লগাই দিয়া হল। বিমান-প্ৰাধান্য লাভৰ বাবে যুঁজ চলি থাকিল।

শত্ৰুহঁতে আমাৰ সৰবৰাহ বিপৰ্যস্ত কৰাৰ বাবে চেষ্টা চলাই থাকিল। আমাৰ চলাচল আৰু সৰবৰাহ ব্যৱস্থাৰ পক্ষে শত্ৰুৰ এই চেষ্টা বিফল কৰাটো দুঃসাধ্য কাম আছিল। এই কথা কব লাগিবই যে চলাচল আৰু সৰবৰাহ ব্যৱস্থাৰ মুখ্য মেজৰ জেনাৰেল এন. এ আন্তিপেঙ্কোৰ অসাধাৰণ কৰ্মক্ষমতা আৰু সাংগঠনিক ক্ষমতা আৰু তেওঁৰ বাছকবনীয়া সুসংবদ্ধ কৰ্মীদলে যাৱতীয় অসুবিধা নেওচি যোগান ব্যৱস্থা নিৰৱচ্ছিন্ন-ভাৱে সচল ৰাখিবলৈ সাহায্য কৰিছিল। সেই উদ্দেশ্যে সৰ্বপ্ৰকাৰ সম্ভাৱ্য উপায় অৱলম্বন কৰা হৈছিল; নতুন ৰাস্তা নিৰ্মাণ কৰা হৈছিল, যিবোৰ ঠাইত ক্ষতিগ্ৰস্ত বেললাইনেদি ইঞ্জিন চলিব নোৱাৰিছিল সেইবোৰ ঠাইত গাড়ী টানিবৰ বাবে ঘোঁৰা ব্যৱহাৰ কৰা হৈছিল, মোটৰ গাড়ী আৰু লৰী দিনে নিশাই অহাযোৱা কৰিছিল। কুৰ্স্কৰ বেল শ্ৰমিকসকলে বোমাবৰ্ষণ চলি থকা অৱস্থাতে বেলপথ

মেৰামতি কৰি অসাধাৰণ বীৰত্ব প্ৰদৰ্শন কৰিছিল। কুৰ্ক আৰু কুৰ্ক এলেকাৰ লোকসকলে বিমান আক্ৰমণৰ পিচত ধ্বংসস্তূপ আঁতৰোৱা কামত, ঘূৰণ বাট আৰু দুৰ্গ নিৰ্মাণৰ কামত বিপুল সাহায্য আগবঢ়াইছিল। কুৰ্কত টেংক, লৰী, কামান আৰু আন আন গধুৰ গোলাবৰ্ষণকাৰী অস্ত্ৰ মেৰামতিৰ বাবে কৰ্মশাল স্থাপন কৰা হৈছিল। এই আটাইবোৰৰ যহতে আমি শীতকালীন যুঁজৰ ফলত হোৱা ক্ষয়ক্ষতিৰ এটা ডাঙৰ-লবলগীয়া অংশ পূৰণ কৰিব পৰা হৈছিলো।

যুঁজ আৰম্ভ হোৱাৰ সময়ৰ ভিতৰতে আমাৰ পদাতিক ডিভিজনবোৰৰ শক্তি ডিভিজনে প্ৰতি ৭০০০-৭৫০০ সৈন্যলৈ উন্নীত কৰিব পৰা হৈছিল।

জুন মাহৰ শেষ ভাগত, আমি এই মৰ্মে বাতৰি পাবলৈ ধৰিলো যে শত্ৰুইতৰ বিৰাট সংখ্যক অস্ত্ৰসজ্জিত যান, গোলন্দাজ আৰু পদাতিক ফৌজ অগ্ৰৱৰ্তী এলেকাত আছে। সিহঁতে যুঁজাৰু বিমানৰ বিমান ছত্ৰৰ আশ্ৰয়ত কাম কৰিব লাগিছে। জুলাই মাহৰ আগভাগত শত্ৰুৱে যে আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিবলৈ ধৰিব সি সুস্পষ্ট হৈ গল। আমাৰ গোলন্দাজ আৰু বিমান সেনাসকলে অনুসন্ধানৰ সময়ত অগ্ৰৱৰ্তী এলেকাৰ ওচৰত গিৰিখাত আৰু নিভৃত ঠাইত শত্ৰুইতে কৰা বহুত ন ন কামানসজ্জা আৰু পেনৎজাৰ কেন্দ্ৰীভৱন দেখিবলৈ পাইছিল।

২ জুলাই জেনাৰেল হেড কোৱাৰ্টাৰে আমাক এই মৰ্মে সতৰ্ক কৰি দিলে যে, যিকোনো মুহূৰ্তত আমি শত্ৰুৰ আক্ৰমণৰ আশঙ্কা কৰিব পাৰো। ৪ জুলাই ৰাতি ১০ম আৰু ৪৮তম আৰ্মিৰ খণ্ডত আমি পুতি থোৱা মাইন অপসাৰণৰ সময়ত কেইজনমান জাৰ্মান ছেপাৰ ধৰা পৰিল। সিহঁতে ক'লে সত্বৰতে কেছজালি ৩ বজাত আক্ৰমণ আৰম্ভ হ'ব, জাৰ্মান ফৌজক ইতিমধ্যেই যি লাইনৰ পৰা অগ্ৰসৰ হ'ব তাত যোগাৰন কৰা হৈছে।

৫ বজাত এই কথাটো সামৰিক পৰিষদক জনোৱা হল। প্ৰশ্ন উঠিল বন্দীহঁতৰ কথা বিশ্বাস কৰা হবনে নহয়। যদি সিহঁতৰ কথা সঁচা হয় তেনেহলে আগতে অগ্নিবৰ্ষণৰ যি পৰিকল্পনা কৰা হৈছে, সেই অগ্নিবৰ্ষণৰ সময় হৈছে। সেই উদ্দেশ্যে আমি আমাৰ মুঠ কামান আৰু মৰ্টাৰ আৰু গোলাবাৰুদৰ মজুতৰ আধাই ববাদ্দ কৰি হৈছিলোঁ।

সেই সময়ত মাৰ্শ্বল ঝুকভ আমাৰ কমাণ্ড পষ্টত আছিল। তেওঁৰ লগত আলচ কৰি মই অগ্নিবৰ্ষণ আৰম্ভ কৰাৰ নিৰ্দেশ দিলোঁ। নিশা ২টা ২০ মিনিটত কামানৰ গৰ্জনে অ'ৰেলৰ সৌপিনৰ তৃণভূমিতে বিৰাজ কৰা ফেহুজালিৰ নৈঃশব্দ বিদীৰ্ণ কৰিলে।

১৩শ আৰ্মিৰ খণ্ডত আৰু অংশতঃ ৪৮তম আৰ্মিৰ খণ্ডত, য'ত শত্ৰুৰ প্ৰধান আক্ৰমণৰ আশঙ্কা কৰা হৈছিল, তাত থকা আমাৰ গোলন্দাজসকলে শত্ৰুৰ প্ৰস্তুতি-গোলাবৰ্ষণৰ ১০ মিনিট আগতেই অগ্নিবৰ্ষণ আৰম্ভ কৰিলে। নাৎছীহঁতে উচাপ খালে, এই অৱস্থাৰ শাম কটাবলৈ সিহঁতৰ ২ ঘণ্টা লাগিল। সিহঁতে ক্ষয়প্ৰাপ্ত শক্তি আৰু যথেষ্ট বিশৃঙ্খলাৰে মাথো দোকমোকালি চাৰে চাৰি বজাত সিহঁতৰ অগ্নিবৰ্ষণ আৰম্ভ কৰিলে। আমাৰ কামানৰ গোলাত নিস্তব্ধ হৈ যোৱা সিহঁতৰ কামান আকৌ গৰ্জন কৰি উঠিল আৰু সিহঁতৰ গোলন্দাজ আক্ৰমণ প্ৰবল হল।

বাতিপুৱা চাৰে পাঁচ বজাত অ'ৰেলত থকা নাৎছী সৈন্য-সমাহাৰে ১৩শ আৰ্মিৰ আৰু ৭০তম আৰ্মিৰ সোঁ কাষৰ সমগ্ৰ সমুখভাগ জুৰি আক্ৰমণ আৰম্ভ কৰিলে। আক্ৰমণাত্মক অভিযানৰ প্ৰথম দিনাই সিহঁতে নতুন টাইগাৰ টেঙ্ক আৰু কাৰ্ডিনাও আক্ৰমণকাৰী কামানসহ বিৰাট আঘাতৰ দ্বাৰা আক্ৰমণাত্মক অভিযানক মদত দিলে।

স্পেনৎছাৰ গঠনবোৰৰ লগত আৰু সিহঁতক অনুসৰণ কৰি অহা বিপুল সংখ্যক পদাতিক সৈন্যই, অস্ত্ৰসজ্জিত গাড়ীৰে বা খোজকাঢ়ি,

অগ্ৰগামী পৰিকল্পিত গাড়ীৰ জাঁহে জাঁহে খবতকীয়াকৈ সমুখলৈ আগবাঢ়ি গৈ আছিল। সকলো দেখি শুনি ধাৰণা হৈছিল যে জাৰ্মান ফৌজে ১৯৪২ চনৰ জহকালি কুৰ্স্ক এলেকাৰ পৰা ভ'ৰ'নেঝ ৰণাংগন অভিমুখে যি আক্ৰমণ কৰিছিল, সিহঁতে তাৰ পুনৰাবৃত্তি কৰিবলৈ বিচাৰে। কিন্তু সময় সলনি হৈছে। সেয়ে বিগাৰৰ ভুলৰ বাবে সিহঁতে গুৰুতৰ মূল্য দিব লগা হল।

আমাৰ গোলন্দাজ, মৰ্টাৰ ৰকেট নিক্ষেপক আৰু মেচিনগানে ভয়ঙ্কৰ অগ্নিবৰ্ষণেৰে শত্ৰুৰ মোকাবিলা কৰিলে। টেঙ্ক-প্ৰতিৰোধী কামানে পোনপটীয়াকৈ শত্ৰু পেনৎজাৰৰ ওপৰত আঘাত হানিলে। ১৩শ আৰ্মিয়ে ৪টা সাংঘাতিক আক্ৰমণ সফলভাৱে প্ৰতিহত কৰিলে; বেছিকৈ নতুন নতুন শক্তি নমাই পঞ্চম আক্ৰমণৰ পিচতেই মাথোন শত্ৰুহঁত ৮১তম আৰু ১৫শ পদাতিক ডিভিজনৰ অবস্থানৰ মাজত সোমাব পৰা হল।

১৬শ এয়াৰ আৰ্মিয়ে ভাঙি সোমোৱা শত্ৰুফৌজৰ ওপৰত গুৰুতৰ আঘাত হানিছিল। আমি ২০০ যুঁজাৰু আৰু ১৫০ খন বিমান আকাশলৈ পঠিয়াইছিলো—সিবোৰে তুপৰৰ ভিতৰত ৫২০ বাৰ পাক মাৰি বোমা পেলাইছিল। সিবোৰৰ আক্ৰমণে এই খণ্ডত শত্ৰুহঁতৰ অগ্ৰগতি মন্থৰ কৰি দিছিল আৰু ফলস্বৰূপে আমাৰ ১৭শ ইনফেণ্ট্ৰি ক'ৰ, দুটা টেঙ্ক-প্ৰতিৰোধী ব্ৰিগেড আৰু এটা মটৰ ব্ৰিগেড আৰ্মি ক্ষেত্ৰৰ ভিতৰেদি সুমুৱাই দিবলৈ আমাক সক্ষম কৰিছিল। এই সৈন্যসকলে শত্ৰুহঁতৰ গতিৰোধ কৰিব পৰা হৈছিল।

আমি যি বাতৰি পাইছিলোঁ। তাৰ ভিত্তিত বিচাৰ কৰিলে শত্ৰুহঁতে তেতিয়াও সিহঁতৰ প্ৰধান সৈন্য সমাহাৰৰ সমগ্ৰ শক্তিক যুঁজত নমোৱা নাছিল, গতিকে পাচদিনা সিহঁতে আক্ৰমণ তীব্ৰ কৰাৰ আশঙ্কাই দেখা দিলে। ৫ জুলাইৰ দিনা নিশা মই জেনাৰেল জেনাৰেল হেড কোৱাৰ্টাৰ্চক পৰিস্থিতি জনালোঁ। চুপ্ৰীম কমাণ্ডাৰ-ইন চীফে মোক

জনালে যে জেনাবেল হেড কোয়ার্টাৰৰ সংৰক্ষিত শক্তিৰ পৰা লেফটানেন্ট-জেনাবেল একিমেনুকোৰ ২৭তম আৰ্মি পঠাই এই ৰণাঙ্গনক জোৰদাৰ কৰা হ'ব লাগিছে। ই এটা ভাল বাতৰি। নিৰ্দ্ধাৰিত এলাকালৈ গৈ আৰ্মিৰ সৈতে সাক্ষাৎ কৰিবলৈ মই কেইজনমান ষ্টাফ অফিচাৰক পঠিয়ালোঁ। কিন্তু মোৰ আনন্দ সাৰ্থক নহ'ল, কিয়নো ৫ জুলাই ধলপুৱা কেইঘণ্টামান পাচতেই জেনাবেল হেড কোয়াৰ্টাৰ্ছে আমাক আদেশ দিলে অ'ব'ইয়ান এলাকাত পৰিস্থিতি বেয়ালৈ ঢাল খোৱা হেতুকে সেই আৰ্মিক অনতিপলমে ভ'ৰ'নেঝ ৰণাঙ্গনলৈ পঠিয়াই দিবলৈ। জেনাবেল হেড কোয়াৰ্টাৰ্ছে আমাক সতৰ্ক কৰি দিলে যে আমি যেন মাথো নিজৰ শক্তিৰ ওপৰতে নিৰ্ভৰ কৰোঁ। ইয়াৰ ফলত আমাৰ অৱস্থা আৰু জটিল হ'ল এই নিৰ্দেশে আমাক বাধ্য কৰিলে লৰালৰি কৰিবলৈ আৰু বিপন্ন অংশলৈ শক্তি যোগান ধৰাৰ উপায় উদ্ভাৱন কৰিবলৈ।

এটাই মাথো উপায় আছিল, কুৰ্স্ক বালজৰ পশ্চিমাংশৰ আৰ্মিবোৰক দুৰ্বল কৰাৰ বিনিময়ত বিপন্ন অংশৰ প্ৰতিৰক্ষা শক্তিশালী কৰা। গতিকে ৬০তম আৰ্মিৰ কমাণ্ডাৰ জেনাবেল চেৰ্নিয়াখভস্কিয়ে যি ডিভিজনটো সংৰক্ষিত শক্তি হিচাপে থৈছিল তাক ৰণাঙ্গনৰ সংৰক্ষিত শক্তি হিচাপে অনতিপলমে পঠিয়াই দিবলৈ মই নিৰ্দেশ দিলোঁ। ৰণাঙ্গনৰ পৰিবহন ব্যৱস্থাই সমস্ত অস্ত্ৰশস্ত্ৰ সহ এই ডিভিজনটোক নিৰ্দ্ধাৰিত অংশত ২৪ ঘণ্টাৰ ভিতৰত থৈ আহিলেগৈ।

যুঁজৰ প্ৰথম দিনাই শত্ৰুৰ মূল আক্ৰমণৰ গতিমুখ সুস্পষ্ট হৈ পৰিছিল। আমাৰ প্ৰতিৰক্ষা পৰিকল্পনাত দ্বিতীয় বিকল্পত অনুমিত হোৱা দৰে আক্ৰমণ ৰেল লাইনেদি নহ'ব—হ'ব আৰু পশ্চিম দিশেদি অ'লখোভাৎকা অভিমুখে। এই অৱস্থাত আমি ১৭শ গাৰ্ডছ ইনফেন্ট্ৰি ক'ৰ, ২য় টেঙ্ক আৰ্মিৰ ১৬শ টেঙ্ক ক'ৰ আৰু ৰণাঙ্গনৰ সংৰক্ষিত শক্তিৰ

পৰা ১৯তম টেঙ্ক ক'ৰক নিযুক্ত কৰি আমাৰ প্ৰতিৰক্ষাৰ মাজত সোমাই অহা শত্ৰু সৈন্যইতৰ ওপৰত এটা অতি দ্ৰুত, সংক্ষিপ্ত, কিন্তু শক্তিশালী প্ৰত্যাঘাত হনাৰ সিদ্ধান্ত ললো।

৬ জুলাই দোকমোকালি আমাৰ কামান আৰু বিমানে আঘাত হানিলে আৰু ওপৰোক্ত প্ৰত্যাঘাতৰ বাবে নিৰ্দিষ্ট গোটবোৰে আক্ৰমণত লাগি গল আৰু প্ৰথমছোৱাত কিছু সাফল্যও লাভ কৰিলে। ১৭শ গাৰ্ডছ ইনফেন্ট্ৰি ক'ৰ দুই কিলোমিটাৰ আগবাঢ়িল। কিন্তু তাৰ পাচতেই তাৰ আক্ৰমণ বন্ধ হল। নাৎচীইতে নতুন নতুন শক্তি আনিলে ঃ ২৫০ পেনৎছাৰ আৰু বিপুল সংখ্যক পদাতিক সৈন্যই ক'ৰৰ অৱস্থানৰ ওপৰত আঘাত কৰিলে আৰু কঠোৰ প্ৰতিৰোধৰ বত আমাৰ সৈন্যসকলক তেওঁলোকে ব'ৰ পৰা যাত্ৰা কৰিছিল তালৈ উভতি যাবলৈ বাধ্য কৰিলে। তৎসত্বেও এই প্ৰত্যাঘাতে ১৩শ আৰ্মিৰ প্ৰতিৰক্ষাৰ দ্বিতীয় লাইন ভাঙি অ'লখোভাৎকা অভিমুখে আগুৱাবৰ উদ্দেশ্যে শত্ৰুইতে সিইতৰ আক্ৰমণক কামত লগোৱাৰ যি আঁচনি পাতিছিল তাক ওফৰাই দিলে আৰু ইয়াৰ ফলত জাৰ্মানইতৰ অ'ৰেল সমাহাৰৰ আক্ৰমণাত্মক অভিযানৰ ব্যৰ্থতা আকৌ পূৰ্বনিৰ্দ্ধাৰিত হৈ গল।

৭ জুলাইৰ দিনা ধলপুৱা শত্ৰুইতে পনিবি আক্ৰমণ কৰিলে। হেজাৰ হেজাৰ বোমা আৰু গোলাৰ বিস্ফোৰণ, কামানৰ কাণ তাল মৰা শব্দ, টেঙ্কৰ ইঞ্জিনবোৰৰ গাজনি আৰু তীখাৰ ট্ৰাকৰ ঘেৰ্ঘেৰনিত মাটি কঁপি উঠিল। আমাৰ গোলন্দাজসকলে মহাবিক্ৰমে যুঁজি পেনৎছাৰ আক্ৰমণক ভেটা দিলে। অস্ত্ৰসজ্জিত গাড়ীৰ ঢলে তেওঁলোকৰ দৃঢ়তাৰ আগত তিষ্ঠিব নোৱাৰিলে; গোলন্দাজসকলে গঞ্জী টাইগাৰ আৰু কাৰ্ডিনাণ্ডবোৰক মোচোৰা মৰা আৰু পুৰি যোৱা ভগা ছিগা অংশত পৰিণত কৰিলে। খামি-ভাঠ ৰেজিমেণ্টবোৰৰ সাহায্যত জেনাৰেল এম. এ. ইয়েনছিনৰ ৩০৭তম ইনফেন্ট্ৰি ডিভিযনে পাচোটা আক্ৰমণ প্ৰতিহত কৰিলে।

গোলন্দাজ আৰু পদাতিক বাহিনীৰ লগ লাগি একেলগে যুঁজ কৰি ইনজিনিয়াৰসকলে শত্ৰুক প্ৰতিহত কৰাত সাহায্য কৰিছিল। তেওঁলোকে প্ৰতিৰক্ষা ব্যৱস্থা গঢ়ি তোলাৰ বাবে চমৎকাৰ কাম কৰিছিল এতিয়া শত্ৰুৰ আক্ৰমণাত্মক অভিযান প্ৰতিহত কৰাৰ বাবেও কৃতিত্বৰে সৈতে যুঁজ কৰিলে। টেঙ্ক আক্ৰমণৰ বিপদৰ সমুখীন হোৱা প্ৰধান এলাকা-বোৰত যুঁজৰ তীব্ৰতা নথকাৰ সময়ত তেওঁলোকে দূৰৈৰ পৰা নিয়ন্ত্ৰিত বিবোৰ মাইন আৰু বোমা মাটিত পুঁতিছিল পেনৎছাৰবোৰ ৰণথলীত উপস্থিত হোৱা মাত্ৰকে তেওঁলোকে সেইবোৰৰ বিস্ফোৰণ ঘটাব লাগিলে। চলমান ইনজিনিয়াৰ বাহিনীসমূহে বহুত খণ্ডত শত্ৰুইতৰ অস্ত্ৰসজ্জিত যানৰ অগ্ৰগতি ৰোধ কৰিছিল।

বিমান বাহিনীয়ে স্থলবাহিনীৰ ঘনিষ্ঠ সহযোগিতাত কাম কৰিছিল। বিমানযোগে অনুসন্ধান আৰু স্থলত পৰ্যবেক্ষণৰ জৰিয়তে বুজা গৈছিল যে শত্ৰুইঁতে আৰু এটা আক্ৰমণৰ প্ৰস্তুতিৰ অঙ্গ হিচাপে পনিৰিৰ এক গিৰিখাতত ১৫০ টাৰো অধিক পেনৎছাৰ আৰু মটৰবাহিত বিৰাট পদাতিক বাহিনী সমবেত কৰিছিল। আমাৰ গোলন্দাজসকলে আৰু ১৬শ এয়াৰ আৰ্মিৰ প্ৰায় ১২০টা আক্ৰমণকাৰী আৰু বোমাবৰ্ষণকাৰী বিমানে এই শত্ৰুগোষ্ঠীৰ ওপৰত আঘাত হানি সিহঁতৰ প্ৰচুৰ ক্ষয়ক্ষতি ঘটালে আৰু সিহঁতৰ আক্ৰমণ ব্যৰ্থ কৰি দিলে।

৭ আৰু ৮ জুলাই দুদিন ধৰি সমগ্ৰ অ'লখোভাতকা জুৰি ভয়ানক যুঁজ চলিল। ৮ জুলাইৰ দিনা পুৱা ৮ বজাত শত্ৰুইঁতৰ ৩০০ পেনৎছাৰে কামান আৰু মৰ্টাৰেৰে অগ্নিবৰ্ষণ আৰু বিমান আক্ৰমণ সহযোগে অ'লখোভাৎকাৰ উত্তৰ-পশ্চিমে ১৩শ আৰু ৭০তম আৰ্মিৰ সংযোগথলীত থকা আমাৰ অৱস্থানসমূহৰ ওপৰত আক্ৰমণ চলালে, পদাতিক সৈন্যসকলৰ অৱস্থানৰ মাজত সোমাই পৰিল আৰু বিৰতি নিদিয়াকৈ কৰ্ণেল ৰকোছুয়েভৰ ৩য় টেঙ্ক-প্ৰতিৰোধী আৰ্টিলাৰি ব্ৰিগেডৰ

ওপৰত আক্ৰমণ হানিলে। এই ব্ৰিগেডে অব্যৰ্থ লক্ষ্যৰে শত্ৰুৰ ওপৰত গোলাবৰ্ষণ কৰিবলৈ ধৰিলে।

এই যুঁজৰ তীব্ৰতা বুজাবৰ বাবে মাথো এটা উদাহৰণ দিওঁ। কেপ্টেন ইগিছোভৰ বেটাৰিয়ে এটা অৱস্থান ৰক্ষা কৰি আছিল। তেওঁলোকে নাৎছী পেনৎছাৰবোৰক ৬০০-৭০০ মিটাৰৰ ভিতৰলৈ আহিবলৈ দি তাৰ পিচত গোলাবৰ্ষণ কৰিলে। এই বেটাৰিয়ে ১৭টা টেঙ্ক ধ্বংস কৰি পেলালে, কিন্তু সিমান পৰ মাথো এটা কামান অৱশিষ্ট আছিল। তেতিয়াও ৰণ কৰিবলৈ সক্ষম তিনিটা মানুহে আৰু দুটা গধুৰ টেঙ্ক নিষ্ক্ৰিয় কৰি দি শত্ৰুক উভতি যাবলৈ বাধ্য কৰিলে। স্থল আৰু বিমান বাহিনীৰ সমন্বিত প্ৰয়াসৰ ফলত আক্ৰমণ প্ৰতিহত হ'ল। ৰণাঙ্গনৰ আন আন খণ্ডতো শত্ৰুৰ আক্ৰমণ সফলভাৱে প্ৰতিহত হ'ল।

৯ জুলাই শত্ৰুইঁত আমাৰ সমগ্ৰ সোঁ পক্ষ জুৰি সক্ৰিয় থাকিল আৰু ৪৮তম আৰু ১৩শ আৰ্মিৰ সংযোগস্থলত এটা প্ৰবল অভিযান চলাবৰ চেষ্টা কৰিলে, কিন্তু তাতো সিহঁত সফল নহ'ল।

তাৰ পাচৰ পৰা শত্ৰুৰ হেঁচা অনুভৱনীয়ৰূপে দুৰ্বল হবলৈ ধৰিলে। ১১ জুলাই সাংঘাতিকভাৱে ক্ষতিগ্ৰস্ত হৈ আৰু কোনো উদ্দেশ্য পূৰণ কৰিব নোৱাৰি নাৎছী ফৌজে সিহঁতৰ আক্ৰমণ বন্ধ কৰি দিলে আৰু সকলো ঠাইত আত্মৰক্ষামূলক যুঁজত অৱতীৰ্ণ হ'ল। ৬ দিনীয়া তীব্ৰ আক্ৰমণৰ মাজেদি সিহঁতে আমাৰ প্ৰতিৰক্ষা কেৱল ৮ৰ পৰা ১২ কিলোমিটাৰ গভীৰ পৰ্যন্ত ভেদ কৰিব পাৰিছিল। এনেকৈ কেন্দ্ৰীয় ৰণাঙ্গনৰ সৈন্যসকলে জেনাৰেল হেড কোৱাৰ্টাৰ্ছে তেওঁলোকৰ ওপৰত ন্যস্ত কৰা দায়িত্ব পালন কৰিছিল। তেওঁলোকে শত্ৰুক ক্লান্ত কৰি পেলাইছিল আৰু সিহঁতৰ গতিৰোধ কৰিছিল।

জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ পৰিকল্পনা অনুযায়ী কেন্দ্ৰীয় ৰণাঙ্গনে কথা আছিল ১৫ জুলাই তাৰ সোঁ পক্ষক লগত লৈ সাধাৰণভাৱে

ক্ৰোমি অভিমুখে প্ৰতি-আক্ৰমণাত্মক যুঁজ চলোৱাৰ, ইয়াৰ কৰ্তব্য আছিল ১২ জুলাই আক্ৰমণ আৰম্ভ কৰা ব্ৰিয়ানস্ক ৰণাঙ্গনৰ লগত সহযোগিতা কৰা আৰু অ'ৰেল অভিক্ষেপত শত্ৰুইঁতক বিনাশ কৰা। সেই সময়ত ব্ৰিয়ানস্ক ৰণাঙ্গনৰ সেনাপতিত্ব কৰিছিল কৰ্ণেল জেনাৰেল এম. এম. পপভে। ব্ৰিয়ানস্ক ৰণাঙ্গনৰ লগত এই যুঁজত তেতিয়া পশ্চিম ৰণাঙ্গনৰ বাওঁ পক্ষৰ সেনাবাহিনীসকলেও ভাগ লৈছিল।

জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ পৰিকল্পনা অনুযায়ী চেণ্ট্ৰাল ৰণাঙ্গনে পশ্চিম অ'ৰেলৰ কেউপাশে থকা শত্ৰুসৈন্যইঁতক বিচ্ছিন্ন কৰিবৰ বাবে সোঁপিনে আঘাত কৰাৰ কথা আছিল। এই খণ্ডৰ আন ফালে কেন্দ্ৰীয় ৰণাঙ্গনৰ সোঁ পক্ষক উত্তৰ পশ্চিম ফালে ক্ৰোমি অভিমুখে আগুৱাই দিয়া হৈছিল। ব্ৰিয়ানস্ক ৰণাঙ্গনে দুটা আঘাত হনাৰ কথা আছিল: এটা ন'ভ'ছিলৰ পৰা পশ্চিমলৈ, যাৰ উদ্দেশ্য আছিল শত্ৰুৰ অ'ৰেল গোষ্ঠীক বিভক্ত কৰি দিয়া আৰু উত্তৰ আৰু দক্ষিণ ফালে অ'ৰেলক বেৰি ধৰা; আনটো বোলখভৰ উত্তৰ-পশ্চিম ফালৰ পৰা।

কেন্দ্ৰীয় ৰণাঙ্গন আক্ৰমণাত্মক অভিযানলৈ গল ইয়াৰ সোঁ পক্ষ— ৪৮তম, ১৩শ আৰু ৭০তম আৰ্মিক লগত লৈ বিসকল আত্মৰক্ষামূলক যুঁজত একেবাৰে নিশকতীয়া হৈ পৰিছিল আৰু ক্ষয়ক্ষতি পূৰণৰ সময় পোৱা নাছিল। তেওঁলোক অতি সুৰক্ষিত অৱস্থানক সুনিপুণভাৱে ব্যৱহাৰ কৰিবলৈ সক্ষম শত্ৰুৰ প্ৰবল প্ৰতিৰোধৰ সমুখলৈ মন্থৰ গতিৰে আগবাঢ়ি আছিল।

আমাৰ সৈন্যসকলে এটাৰ পিচত এটাকৈ অৱস্থানক জাঁই জাঁই ৰৱতোপেৰে থকা-সৰকা কৰি নাৎচীইঁতক খেদি পঠিয়াইছিল। নাৎচীইঁতে তেতিয়া চলমান প্ৰতিৰক্ষাৰ কৌশল অৱলম্বন কৰিছিল, এটা গোটে যেতিয়া প্ৰতিৰক্ষা কৰি আছিল আন এটা গোট তেতিয়া আৰু পাঁচৰ পৰা দহ কিলোমিটাৰ পিচ ফালে থকা আন এটা নতুন লাইনলৈ গৈ উপস্থিত হৈছিল। তাৰ লগতে আকৌ শত্ৰুইঁতে পেনৎছাৰেৰে

ধাৰেপৰ্ত্তি প্ৰতি-আক্ৰমণ কৰিছিল আৰু সিঁহতৰ প্ৰতিৰক্ষাৰ অভ্যন্তৰীণ লাইনবোৰত জনবল আৰু অস্ত্ৰশস্ত্ৰ লৈ সুকৌশলে গতিবিধি কৰিছিল।

আমাৰ কাষৰীয়া ব্ৰিয়ানস্ক ৰণাঙ্গনৰ গোটবোৰৰ পক্ষে আগবঢ়াটো টান যেন লাগি ছিল। আক্ৰমণাত্মক অভিযানৰ প্ৰথম দিনা তেওঁলোকে ক'তো বেছ ভাঙি ভেদ কৰিব পৰা নাই। জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত বাহিনীৰ পৰা স্থানান্তৰিত হোৱা টেঙ্ক আৰ্মিবোৰৰ (পশ্চিম ৰণাঙ্গনক দিয়া হৈছিল ৪ৰ্থ টেঙ্ক আৰ্মি আৰু ব্ৰিয়ানস্ক ৰণাঙ্গনক ৩য় গাৰ্ডছ টেঙ্ক আৰ্মি) হতুৱাই ৰণাঙ্গন ভেদ কৰাৰ প্ৰয়াসো সকল নহল। লৰা ঢপৰাকৈ যুঁজলৈ পঠিয়াই দিয়া এইবোৰ আৰ্মিয়ে প্ৰত্যাশিত ফল দিব নোৱাৰিলে। অথচ গুৰুতৰ ক্ষয়ক্ষতিৰ বলি হব লগীয়া হল।

সিবোৰৰ ভিতৰত এটা আৰ্মি, জেনাৰেল পি. এছ. ৰাইবালকোৰ নেতৃত্বাধীন ৩য় গাৰ্ডছ টেঙ্ক আৰ্মিক ব্ৰিয়ানস্ক ৰণাঙ্গনত একাদিক্ৰমে কেবাটাও আঘাত খোৱাৰ পিচত কেন্দ্ৰীয় ৰণাঙ্গনৰ হাতত ক্ৰোমি খণ্ডত ব্যৱহাৰ কৰাৰ বাবে অৰ্পণ কৰা হল। তাৰ ওপৰত দায়িত্ব দিয়া হৈছিল ১৩শ আৰ্মিৰ লগ লাগি ক্ৰোমি খণ্ডত শত্ৰুৰ প্ৰতিৰক্ষা ভঙ্গ কৰি 'সোমোৱা' অ'ৰেলৰ পশ্চিমলৈ আগিবাঢ়ি যোৱা, অ'ৰেল আৰু ব্ৰিয়ানস্কৰ মাজত নাৎছীৰ সৰবৰাহ পথবোৰ বন্ধ কৰি দিয়া আৰু এনেকৈ শত্ৰুৰ পশ্চিমলৈ অপসাৰণক ভেটা দিয়া।

যাক যুঁজত নমোৱা হৈছিল সেই ৩য় গাৰ্ডছ আৰ্মি আৰু ১৩শ আৰ্মিৰ মাজত সহযোগিতা স্থাপনৰ যাৱতীয় ব্যৱস্থা আৰু তালৈ ৰণাঙ্গনৰ পৰা সৈন্য আৰু অস্ত্ৰশস্ত্ৰ যোগান ধৰাৰ ব্যৱস্থা আমাৰ হেড কোৱাৰ্টাৰ্ছৰ পৰা সময়তে কৰা হৈছিল। সামৰিক পৰিষদৰ সদস্য কে. এফ. তেলেগিন আৰু ৰণাঙ্গনৰ ৰাজনৈতিক বিভাগৰ মুখ্য এছ এফ গালাদিয়েভে সৈন্যসকলৰ মনোবল বঢ়াবৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল'।

পাচ দিনা ৰাতিপুৱা আমাৰ চকুৰ আগত বিস্তৃত ক্ৰোমিৰ প্ৰবেশ-মুখত এই আৰ্মিয়ে যুঁজত নমাৰ কথা আছিল। আমাৰ অৱস্থানবোৰ

আছিল ওখ ঠাইত, হিটলাবপন্থীইঁতব অৱস্থানবোবো আছিল ওখ ঠাইত। দুয়োৰ মাজভাগত আছিল এটা বিস্তীৰ্ণ-মুকলি উপত্যকা যিটো দুয়ো পক্ষৰ পৰাই ভালকৈ দেখা পোৱা গৈছিল।

যুঁজ যেতিয়া চৰম পৰ্য্যায়লৈ তেতিয়া মই ক্ৰোমি খণ্ড পালোগৈ। টেঙ্কৰ যাবা বব ওচৰৰ পৰা সাহাৰ্য্য পোৱা ১৩শ আৰ্মিৰ সৈন্যসকল প্ৰবল গোলাবৰ্ষণৰ মুখত আমাৰ নিজৰ গোলন্দাজসকলৰ পৰা গোলা-বৰ্ষণৰ আঁৰে আঁৰে উপত্যকাৰ মাজেদি আগবাঢ়ি গৈছিল। মোৰ ওচৰত ই ফট্‌ফটীয়া হৈ গৈছিল যে আমি যদি এতিয়াই টেঙ্ক আৰ্মিক যুঁজত ন নমাওঁ, তেনেহ'লে পদাতিকসকলৰ আক্ৰমণ বিপৰ্য্যস্ত হৈ যাব।

মই নিজেই জেনাবেল বাইবালকোক লগ কৰিবলৈ বুলি ওলাই গলোঁ। আমি তেওঁক জাৰ্মানইঁতৰ মুখামুখি এটা আওগৰীয়া ঠাইত থিয় হৈ থকা দেখা পালোঁ। তেওঁ যত আছিল সেইখিনিলৈকে এটা টেলিফোন লাইন সংযোগৰ সকলো চেষ্টা ব্যৰ্থ হল। এটা গধুৰ গোলা বা বোমাৰে তৈয়াৰী এটা গাঁতক তেওঁ পৰ্যবেক্ষণ মঞ্চ হিচাপে বাছি লৈছিল। তাৰ ভিতৰত আঁঠু কাঢি বহি শত্ৰুৰ পৰা লুকাব পৰা হৈছিল, কিন্তু সেইটো সকলো সময়তে অগ্নিবৰ্ষণৰ সমুখত আছিল। তাত অৱস্থান কৰাটো বিপদজনক আছিল। মই তেওঁক আৰ্মিৰ হেড কোয়াৰ্টাৰ্চলৈ যাবলৈ কলোঁ, তাত যোগাযোগৰ বাবে লাগতিয়াল সকলো ব্যৱস্থা আছিল।

১৩শ আৰ্মিৰ একাংশই উত্তৰ-পশ্চিমলৈ গাস্তমৰ পিনে আক্ৰমণ কৰিছিল আৰু বেপৰোৱা প্ৰতিৰোধৰ সমুখীন হৈছিল। নাৎছী বিমান আৰু কামানে ৩য় গাৰ্ডছ টেঙ্ক আৰ্মিৰ বিৰুদ্ধে সিহঁতৰ প্ৰধান প্ৰয়াস সংহত কৰিছিল আৰু এই আৰ্মিৰ যথেষ্ট ক্ষতিসাধন কৰিছিল। তৎসত্বেও টেঙ্ক সৈন্যসকলে ক্ৰোমি এলাকাত সোমোৱাত আৰু শত্ৰুক অবেল গোষ্ঠীৰ সৈঁ। পক্ষক ঘেৰি ধৰাত ১৩শ আৰ্মিক সাহাৰ্য্য কৰিছিল। কিন্তু অৱস্থা এনে হৈছিল যে টেঙ্ক আৰ্মিক আৰু ব্যৱহাৰ কৰা সম্ভৱ হোৱা

নাছিল। মই ইয়াক প্ৰত্যাহাৰ কৰি সংৰক্ষিত শক্তিলৈ ওভোতাই আনিবৰ বাবে জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ অনুমতি বিচাৰিলোঁ।

নাৎছীইঁতৰ দুৰ্বাৰ প্ৰতিৰোধ সত্বেও ছোভিয়েত আক্ৰমণাত্মক অভিযান চলি থাকিল। ৫ আগষ্টৰ দিনা তিনিটা ৰণাঙ্গনে যুটীয়া প্ৰয়াস চলাই অ'ৰেল মুক্ত কৰিলে, পশ্চিম ৰণাঙ্গনে উত্তৰৰ পৰা খেদি আহিল, কেন্দ্ৰীয় ৰণাঙ্গনে দক্ষিণৰ পৰা আঘাত হানিলে, ব্ৰিয়ানস্ক ৰণাঙ্গন পূব ফালৰ পৰা আগবাঢ়ি আহিল। আক্ৰমণাত্মক অভিযান অব্যাহত ৰাখি আৰু নাৎছী অৱস্থানবোৰ ৰক্ষা কৰাৰ বাবে সিহঁতৰ কঠোৰ প্ৰতিৰোধ চূৰ্ণ কৰি কাষৰীয়া ব্ৰিয়ানস্ক ৰণাঙ্গনৰ লগ লাগি কেন্দ্ৰীয় ৰণাঙ্গনৰ সৈন্যসকলে ১৮ আগষ্টৰ ভিতৰত সমগ্ৰ অ'ৰেল অভিক্ষেপৰ পৰা নাৎছীইঁতক খেদি পঠিয়ালে আৰু ব্ৰিয়ানস্কৰ পূবত থকা হাগেন প্ৰতিৰক্ষা লাইন পালেগৈ।

৩ আগষ্ট ভ'ৰ'নেঝ আৰু ষ্টেপ ৰণাঙ্গন আক্ৰমণাত্মক অভিযানলৈ গ'ল আৰু ৫ আগষ্টৰ দিনা তেওঁলোকে বেলগ'ৰদ মুক্ত কৰিলে।

সময় আহিল যেতিয়া কমিউনিষ্ট পাৰ্টি আৰু ছোভিয়েত চৰকাৰৰ নেতৃত্বত ছোভিয়েত জনগণ আৰু তেওঁলোকৰ ফৌজে এই কথা কব পৰা হল যে তেওঁলোকে যুঁজৰ সোঁত সলাই দিছে আৰু উদ্যোগ এতিয়া ছোভিয়েত ইউনিয়নৰ হাতত, নাৎছী জাৰ্মানীৰ হাতত নহয়। আমাৰ জনগণৰ বীৰত্বপূৰ্ণ প্ৰয়াসৰ ফলত ছোভিয়েত সশস্ত্ৰ ফৌজে পৰ্য্যাপ্ত পৰিমাণে আৰু উন্নততৰ মানৰ অস্ত্ৰশস্ত্ৰ আৰু সা-সমল পাই আছিল। সেনাবাহিনীৰ সাংগঠনিক গাঁথনি উন্নত হৈছিল। যুঁজে অভিজ্ঞ সেনানায়কসকলৰ বিশাল এক জ্যোতিষ্কমণ্ডল সৃষ্টি কৰিছিল।

১৯৪৩ চনৰ জহকালি অ'ৰেল, বেলগ'ৰদ আৰু খাৰকভ এলেকাত নাৎছীইঁতক শোচনীয়ৰূপে পৰাস্ত কৰাৰ পিচত অনতিপলমে ছোভিয়েত সেনাবাহিনীয়ে নীপাৰ অভিমুখে বিজয়সূচক আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিলে।



## মাৰ্শ্বাল
## কিৰিল মস্কালেঙ্কো*

## কুৰ্স্কৰ যুঁজত ভ'ৰ'নেঝ ৰণাঙ্গন

নাৎছী জাৰ্মানীৰ বিৰুদ্ধে ছোভিয়েত ইউনিয়নৰ জয়ৰ পথ নিমজ আৰু সহজ আছিল। ইয়াৰ উত্থান-পতন নাছিল, আছিল বিভিন্ন পথচিহ্ন আৰু পৰ্য্যায়।

প্ৰথম পথ চিহ্ন আছিল মস্কোৰ প্ৰবেশমুখত যুঁজ, য'ত ছোভিয়েত সেনাবাহিনীয়ে নাৎছীইঁতৰ ব্লিৎছক্ৰিগ পৰিকল্পনা ব্যৰ্থ কৰি দিছিল আৰু ভেৰমাখটৰ দুৰ্ভেদ্যতাৰ কাহিনীৰ অসাৰতা প্ৰতিপন্ন কৰিছিল।

দ্বিতীয় পথচিহ্ন আছিল ষ্টালিনগ্ৰাদত নাৎছী ফৌজবোৰক শোচনীয়ৰূপে পৰাস্ত কৰা। ছোভিয়েত ৰাইজ, তথা গোটেই পৃথিৱীয়ে এই মহান যুঁজৰ কথা জানে। এই ষ্টালিনগ্ৰাদতে নাৎছী জাৰ্মানীৰ শ্ৰেষ্ঠ সেনাবাহিনী, ৬ষ্ঠ আৰ্মিৰ অস্তিত্ব বিলুপ্ত হৈছিল। ইয়াতে ভলগাৰ পাৰত নাৎছীইঁতক প্ৰতিহত কৰা হৈছিল আৰু আমাৰ দেশৰ পৰা নাৎছী দস্যুবাহিনীৰ ব্যাপক বিতাড়ন আৰম্ভ হৈছিল।

* কুৰ্স্ক'ৰ যুঁজত ছোভিয়েত ইউনিয়নৰ বীৰ মাৰ্শ্বাল মস্কালেঙ্কোৱে ভ'ৰ'নেঝ ৰণাঙ্গনৰ ৪০ তম আৰ্মিৰ সেনাপতিত্ব কৰিছিল

তৃতীয় পথচিহ্ন আছিল পাঁচ মাহ পিচত কুস্ক´ বালজৰ যুঁজ। এই যুঁজ সংঘটিত হৈছিল ৰণনীতিৰ কালৰ পৰা এক গুৰুত্বপূৰ্ণ ক্ষেত্ৰত ছোভিয়েত-জাৰ্মান ৰণাঙ্গনৰ প্ৰায় ঠিক সোঁমাজত, আৰু এই যুঁজ এক তিক্ত আৰু ভয়ঙ্কৰ সংঘৰ্ষত পৰিণত হৈছিল।

কুস্ক´ৰ যুঁজত ভ'ৰ'নেঝ ৰণাঙ্গনৰ ওপৰত প্ৰায় ২৫০ কিলোমিটাৰ জোৰা কুস্ক´-বালজৰ দক্ষিণাংশ ৰক্ষা কৰাৰ দায়িত্ব দিয়া হৈছিল। লেফটানেণ্ট-জেনাৰেল এন ৱাই. চিবিছভৰ ৩৮তম আৰ্মি, মোৰ সেনাপতিত্বত ৪০তম আৰ্মি, লেফটানেণ্ট-জেনাৰেল আই. এম. চিস্তিয়াকভৰ ৬ষ্ঠ গাৰ্ডছ আৰ্মি আৰু লেফটানেণ্ট-জেনাৰেল এম এছ ছুমিলভৰ ৭ম গাৰ্ডছ আৰ্মিয়ে প্ৰথম প্ৰতিৰক্ষা স্তৰ গঠিত হৈছিল।

দ্বিতীয় প্ৰতিৰক্ষা স্তৰ গঠিত হৈছিল লেফটানেণ্ট-জেনাৰেল ৱাই এম কাতুকভৰ ১ম টেঙ্ক আৰ্মি আৰু লেফটানেণ্ট-জেনাৰেল ভি. ভি ক্ৰ্যুচেনকিনৰ ৬৯তম আৰ্মিয়ে।

ভ'ৰ'নেঝ ৰণাঙ্গনৰ সংৰক্ষিত শক্তি হিচাপে আছিল লেফটানেণ্ট-জেনাৰেল এছ জি. গৰিয়াচভৰ ৩৫তম গাৰ্ডছ ইনফেনট্ৰি ক'ৰ, এ এছ বুৰদেইনিৰ ২য় গাৰ্ডছ টেঙ্ক ক'ৰ আৰু লেফটানেণ্ট-জেনাৰেল এ, জি ক্ৰাভচেঙ্কোৰ ৫ম গাৰ্ডছ ক'ৰ। লেফটানেণ্ট-জেনাৰেল এছ, এ, ক্ৰাছভস্কিৰ নেতৃত্বাধীন ২য় আৰ্মিয়ে এই গোষ্ঠীক বিমান ছত্ৰ দিছিল।

ভ'ৰ'নেঝ ৰণাঙ্গনত আছিল ৬২৫,০০০ বিষয়া আৰু সৈন্য, ৯,৪৮০ ৰণাঙ্গনৰ কামান আৰু মৰ্টাৰ (বিমান বিধ্বংসী আৰু টেঙ্ক-কামান সহ), আৰু ১৭০০ বো অধিক টেঙ্ক আৰু স্বয়ংচালিত কামান।

ৰণাঙ্গনৰ কমাণ্ডাৰে আশঙ্কা কৰিছিল যে শত্ৰুইতে আক্ৰমণ আৰম্ভ কৰিব, মাজভাগত আৰু বাওঁকাষে ১৬০ কিলোমিটাৰ জোৰা বিস্তৃত সমুখ ৰণাঙ্গনত, যিটো তিনিটা আৰ্মিৰ দ্বাৰা ৰক্ষিত হৈছিল। গতিকে ৪০তম, ৬ষ্ঠ গাৰ্ডছ আৰু ৭ম গাৰ্ডছ আৰ্মিবোৰৰ দ্বাৰা ৰক্ষিত এলেকাবোৰত কামান আৰু মৰ্টাৰ সবাতোকৈ ঘন-সংবদ্ধকৈ ৰখা হৈছিল।

ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকলে তেওঁলোকৰ সোঁকাষত জাৰ্মান ২য় আৰ্মিৰ অংশ বিশেষৰ সোঁমাজত ৪ৰ্থ পেনৎছাৰ আৰ্মি আৰু বাওঁকাষত টাস্ক ফ'ৰ্চ কেম্ফৰ মুখামুখি অৱস্থান কৰিছিল।

শত্ৰুইঁতে ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকলৰ বিৰুদ্ধে দুটা আঘাত হনাৰ পৰিকল্পনা কৰিছিল : মূল আক্ৰমণ কৰাৰ কথা আছিল হ থৰ সেনাপতিত্বত ৪ৰ্থ পেনৎছাৰ আৰ্মিয়ে, অ'ব'য়ান অভিমুখে ; আনটো টাস্ক ফ'চ'ৰ কেম্পে, ক ৰ'চা অভিমুখে।

৪ৰ্থ পেনৎছাৰ আৰ্মিৰ আক্ৰমণকাৰী গোষ্ঠী গঠিত হৈছিল পাঁচোটা পেনৎছাৰ, দুটা পদাতিক আৰু এটা মটৰবাহিত ডিভিশ্বনেৰে, আৰু টাস্ক ফ'ৰ্চ গঠিত হৈছিল তিনিটা পেনৎছাৰ আৰু তিনিটা পদাতিক ডিভিশ্বনেৰে। তেওঁলোকৰ যুঁজক মদত দিছিল বিছথোফেনৰ নেতৃত্বত ৪ৰ্থ-এয়াৰ ফ্লিটে।

ভ'ৰ'নেঝ ৰণাঙ্গনৰ সমুখীন নাৎছী আক্ৰমণকাৰী সৈন্যসমাহাৰবোৰত আছিল ২৮০,০০০ বিষয়া আৰু সৈন্য, প্ৰায় ২৫০০ কামান আৰু মৰ্টাৰ, আৰু ১৫০০ টেঙ্ক।

চলি থকা যুঁজৰ সংৰক্ষিত শক্তি হিচাপে শত্ৰুপক্ষৰ আছিল দুই ডিভিশ্বন বিশিষ্ট পেনৎছাৰ ক'ৰ। সিহঁতৰ পৰিকল্পনা আছিল দৰকাৰ হলে দনবাছৰ পৰা পেনৎছাৰ, মটৰবাহিত আৰু পদাতিক তিনিটা ডিভিশ্বন অনা। এই ডিভিশ্বনবোৰে দক্ষিণ-পশ্চিম আৰু দক্ষিণ ৰণাঙ্গনৰ বিৰুদ্ধে যুঁজি আছিল।

যুঁজ চালনাৰ কালৰ পৰা ৪ৰ্থ পেনৎছাৰ আৰ্মি আৰু টাস্ক ফ'ৰ্চ কেম্ফৰ আছিল এক স্তৰ বিশিষ্ট গঠন। ইয়াৰ কাৰণ নাৎছী কমাণ্ডৰ অভিলাষ আছিল ছোভিয়েত বেহু-ৰচিত প্ৰতিৰক্ষা ভেদ কৰাৰ, ছোভিয়েত ফৌজক ছেদেলি-ভেদেলি কৰাৰ আৰু কুৰ্স্ক দখল কৰাৰ উদ্দেশ্যে এক প্ৰবল প্ৰাথমিক আঘাত কৰাৰ।

কুৰ্স্ক ৰক্ষা কৰাৰ সাধাৰণ পৰিকল্পনাৰ ভিতৰত ভ'ৰ'নেঝ ৰণাঙ্গনক দায়িত্ব দিয়া হৈছিল কুৰ্স্ক অভিক্ষেপৰ দক্ষিণ অংশত গভীৰ পৰ্য্যন্ত

স্তৰে স্তৰে বিস্তৃত প্ৰতিৰক্ষা সংগঠন কৰাৰ, শত্ৰু সৌপিনৰ পৰা কুৰ্স্কৰ অভিমুখে অগ্ৰসৰ হলে আত্মৰক্ষামূলক যুঁজত তাক ক্লান্ত আৰু ৰক্তহীন কৰাৰ আৰু তাৰ পাচত আক্ৰমণাত্মক অভিযানলৈ গৈ বেলগ'ৰ'দ আৰু খাৰকভত শত্ৰু গোষ্ঠীবোৰক মৰিমূৰ কৰাৰ।

সেই সময়ত ভ'ৰ'নেঝ ৰণাঙ্গন আছিল জেনাৰেল অৱ্ দ্ আৰ্মি এন এফ ভাতুতিনৰ অধীনত। সামৰিক পৰিষদৰ সদস্যসকল আছিল লেফটানেণ্ট-জেনাৰেল এম এছ ক্ৰুশ্চেভ আৰু লেফটানেণ্ট-জেনাৰেল এল, আৰ, কৰ্ণিয়েংছ; লেফটানেণ্ট-জেনাৰেল এছ, পি ইভানভ আছিল চিফ অৱ্ ষ্টাফ, আৰু মেজৰ-জেনাৰেল এম্, এছ ছাতিলভ আছিল ৰাজনৈতিক বিভাগৰ মুখ্য।

ভাতুতিন ভ'ৰ'নেঝ ৰণাঙ্গনলৈ আহিছিল ১৯৪৩ চনৰ মাৰ্চ মাহত, খাৰকভ এলেকাত শত্ৰুৰ প্ৰতি-আক্ৰমণাত্মক অভিযানৰ বিৰুদ্ধে যুঁজৰ শেষ পৰ্য্যায়ত।

মই জেনাৰেল ভাতুতিনক গভীৰ শ্ৰদ্ধা কৰিছিলোঁ। আৰু মোৰ মানত তেওঁ আছিল মহান সামৰিক নেতা। মই তেওঁক কিয়েভত থাকোতেই চিনি পাইছিলো, যুঁজৰ আগতে আমি দুয়ো তাত কাম কৰিছিলো, তেওঁ আছিল কিয়েভ স্পেছাল মিলিটাৰি ডিষ্ট্ৰিক্টৰ চীফ অৱ্ ষ্টাফ। আকৌ আমি লগালগি হলোঁ। ১৯৪২ চনৰ অক্টোবৰ মাহত, মই ভ'ৰ'নেঝ ৰণাঙ্গনৰ ৪০তম আৰ্মিৰ কমাণ্ডিং অফিচাৰ নিযুক্ত হোৱাৰ পিচত। ভাতুতিন আছিল এই ৰণাঙ্গনৰ সেনাপতি আৰু আমাৰ প্ৰত্যক্ষ মুখ্য। পুনৰ দেখা হোৱাত আমি বৰ সুখী হলোঁ। তেওঁ মোক ষ্টালিনগ্ৰাদৰ অৱস্থা সম্পৰ্কে সুধিলে, মই তেওঁক ভ'ৰ'নেঝৰ অৱস্থা সম্পৰ্কে সুধিলোঁ। তেওঁ সোনকালেই দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ সেনাপতিত্ব কৰিবলৈ ষ্টালিনগ্ৰাদ এলাকালৈ বদলি হৈ আহিল, তাতেই সেনাপতি হিচাপে তেওঁৰ পূৰ্ণ পৰিচয় পোৱা গৈছিল। পাউলাছৰ ৬ষ্ঠ আৰ্মিক পৰিবেষ্টিত আৰু ছত্ৰভঙ্গ কৰাত তেওঁৰ সৈন্যসকলে নেতৃস্থানীয় ভূমিকা

লৈছিল। এভিয়া তেওঁ ভ'ৰ'নেঝ ৰণাঙ্গনলৈ উভতি আহিল আৰু লগে লগে সকলো প্ৰাণৱন্ত হৈ উঠিল। তেওঁ পলম নকৰাকৈ প্ৰত্যেক আৰ্মিৰ আৰু প্ৰথম প্ৰতিৰক্ষা-স্তৰৰ প্ৰতিটো ডিভিশনৰ পৰিস্থিতি আৰু শত্ৰুফৌজৰ সংখ্যা আৰু অৱস্থা ভালকৈ বুজ লবলৈ ধৰিলে। প্ৰতিটো অংশত প্ৰতিটো প্ৰতিৰক্ষা লাইনত আৰু টেঙ্কৰ আক্ৰমণৰ সমুখীন প্ৰতিটো দিশত কি কি সৈন্য আৰু অস্ত্ৰশস্ত্ৰ গোট খুওৱা হৈছে জানিব খুজিলে, আৰু তাৰ পিচত প্ৰতিৰক্ষা বেছিকৈ শক্তিশালী কৰি তুলিবৰ বাবে বিভিন্ন ব্যৱস্থাদি লবলৈ ক'লে। কেনেকৈ বিভ্ৰান্ত পাৰি আৰু হুকৰাৱ পাৰি সেই বিষয়েও তেওঁলোকক ভাবিবলৈ শিকালে। তেওঁ আৰ্মিৰ কমাণ্ডাৰসকলক ভালোখিনি স্বাধীনতা দিছিল আৰু তেওঁলোকক উদ্যোগ লবলৈ উদগনি দিছিল; আৰ্মিও আমাৰ ফালৰ পৰা প্ৰস্তাৱ আৰু পৰিকল্পনা লৈ তেওঁৰ কাষ চাপিছিলোঁ, তেওঁক সেইবোৰ বিষয়ে আলোচনা কৰাত সদায়ে সাজু থকা দেখিছিলোঁ। তেওঁৰ সমৰ্থনৰ ওপৰত আৰ্মি নিৰ্ভৰ কৰিব পাৰিছিলোঁ। একাষাৰত কব লাগিলে, তেওঁ আছিল কৰ্মনীষ্ঠ।

ভ'ৰ'নেঝ ৰণাঙ্গনক কি কৰ্তব্য দিয়া হৈছিল তাক মই আগতেই উনুকিয়াই আহিছোঁ। এই কৰ্তব্য পালনৰ হকে সৈন্যসকলে দুৰ্গ নিৰ্মাণ কৰাত লাগি গল।

প্ৰতিৰক্ষা গঢ়ি তোলাৰ সময়ত জেনাৰেল ষ্টাফৰ নিৰ্দেশাৱলীত চমুকৈ লিখা থকা আগৰ যুঁজবোৰৰ অভিজ্ঞতাৰ কথা আমাৰ মনত আছিল। টেঙ্ক-প্ৰতিৰোধী আৰু বিমান-প্ৰতিৰোধী প্ৰতিৰক্ষা ব্যৱস্থা নিৰ্মাণৰ প্ৰতি, বেটেলিয়ন আৰু কম্পানী প্ৰতিৰক্ষাৰ বাবে শক্তিশালী প্ৰতিৰক্ষা-বিন্দু গঢ়ি তোলাৰ প্ৰতি, ৰণভূমিৰ সৰ্বোচ্চ সদ্ব্যৱহাৰৰ প্ৰতি, আৰু প্ৰতিৰক্ষাৰ সমুখ লাইন আৰু গভীৰত নিবিড় অগ্নিবৰ্ষণ সংগঠিত কৰাৰ প্ৰতি বিশেষ গুৰুত্ব দিয়া হৈছিল। প্ৰধান ইঞ্জিনিয়াৰিং ব্যৱস্থা হিচাপে আছিল নানান দিশত সিঁচৰতি হৈ থকা ট্ৰেঞ্চৰ আৰু ট্ৰেঞ্চৰ প্ৰবেশপথৰ এক সুবিস্তীৰ্ণ জাল।

আত্মৰক্ষামূলক অভিযানৰ বাবে প্ৰস্তুতি চলাবলৈ গৈ আমাৰ ৰণাঙ্গনৰ সৈন্যসকলে প্ৰৱেশ-পথেৰে সংযুক্ত চাবিটাকৈ, ক'তো আকৌ পাঁচটাকৈ পূৰ্ণ আকাৰৰ গড়খাৱৈ খান্দিছিল। প্ৰধান প্ৰতিৰক্ষা এলেকাত প্ৰতিটো ভিভিজনৰ ৭০-৮০ কিলোমিটাৰ গড়খাৱৈ আৰু প্ৰৱেশপথ আছিল আৰু প্ৰত্যেক কিলোমিটাৰ সমুখ ৰণাঙ্গনেপতি ছয় বা সাতোটাকৈ পিল বক্স আছিল। প্ৰধান আক্ৰমণৰ আশঙ্কা থকা ঠাইত টেঙ্ক-প্ৰতিৰোধী গড়খাৱৈ খন্দা হৈছিল, নৈৰ পাৰত আৰু গিৰিখাতৰ কাষত মাটি আৰু পাহাৰ কাটি খিয়গৰীয়া ঢাল নিৰ্মাণ কৰা হৈছিল আৰু হাবি আৰু জোপোহা কাটি ইটোৰ পিচত সিটোকৈ পেলাই তাৰ তলত মাইন পুঁতা হৈছিল।

আটাইতকৈ গুৰুত্বপূৰ্ণ খণ্ডবোৰত প্ৰতিৰক্ষাৰ দ্বিতীয় লাইনবোৰ দুৰ্গ বা সুৰক্ষিত অৱস্থান নিৰ্মাণৰ ফালৰ পৰা প্ৰধান লাইনৰ লেখীয়াই আছিল, পিচে এইবোৰত মাইন বেছি পুঁতা নহৈছিল।

প্ৰতিৰক্ষা বেছিকৈ শক্তিশালী কৰা আৰু ৰণভূমি তৈয়াৰ কৰাৰ কাম ৫ জুলাইলৈকে চলিছিল।

ব্যাপকভাৱে মাইন-পতা পথাৰ তৈয়াৰ কৰা হৈছিল। যেনে, ৪০তম আৰ্মিৰ প্ৰতিৰক্ষা এলেকাত কমকৈয়ো ৫৯,০৩২ টা টেঙ্ক-প্ৰতিৰোধী আৰু ৬,৩৭৭ টা ব্যক্তি-প্ৰতিৰোধী মাইন আৰু মাইনৰ শেল পুঁতা হৈছিল।[১] বাটত আৰু দলঙত প্ৰতিবন্ধক ৰচনাৰ বাবে

---

১ মাইন পথাৰৰ ঘনত্বৰ উদাহৰণ দিবলৈ গৈ মই ৪০ তম আৰ্মিৰ প্ৰতিৰক্ষা এলেকা অৰ্থাৎ য'ত শত্ৰুৱে আক্ৰমণ কৰা নাই সেই এলেকা বাছি লোৱা কাৰণে পাঠক আচৰিত নহয় যেন। মই তাকে কৰিছোঁ কাৰণ প্ৰথমতঃ, তাত কিমান মাইন আছিল সেইটো সঠিকভাৱে মই জানো আৰু তাৰ সত্যতা সম্পৰ্কেও শপত খাব পাৰোঁ; দ্বিতীয়তঃ, সমগ্ৰ ভ'ৰ'নেৰ ৰণাঙ্গন খণ্ডতে প্ৰতিৰক্ষা সমান গভীৰভাৱে নিৰ্মিত হৈছিল, আৰু তৃতীয়তঃ তাত সৈন্য আৰু অস্ত্ৰশস্ত্ৰৰ ঘনত্ব ৬ষ্ঠ গাৰ্ডছ আৰু ৭ম গাৰ্ডছ আৰ্মিৰ খণ্ডবোৰৰ সমান আছিল—যি খণ্ডবোৰত প্ৰতিৰক্ষা ভেদৰ চেষ্টা কৰিও শত্ৰুহঁত ব্যৰ্থ হৈছিল

দেৰীকৈ কাম কৰিব এনে মাইনৰ ব্যাপক ব্যৱহাৰ কৰা হৈছিল, আমাৰ সৈন্যসকলক যদি প্ৰত্যাহাৰ কৰিব লগা হয় তেনেহ'লে সেইবোৰৰ বিস্ফোৰণ ঘটোৱা হ'ব বুলি ঠিক কৰা হৈছিল। শত্ৰুৰ টেঙ্কৰ বিৰুদ্ধে যুঁজিবৰ বাবে আটাইবোৰ কামান নিয়োগ কৰা হৈছিল।

সৈন্যবাহিনীৰ প্ৰতিৰক্ষাৰ সমগ্ৰ গভীৰতালৈকে বিয়পি থকা টেঙ্ক আক্ৰমণৰ আশঙ্কা থকা আটাইবোৰ লাইন জুৰি টেঙ্ক-প্ৰতিৰোধী প্ৰতিৰক্ষা সংগঠিত হৈছিল। টেঙ্ক-প্ৰতিৰোধী মজবুত প্ৰতিৰক্ষাবিন্দু আছিল প্ৰধান আত্মৰক্ষামূলক নিৰ্মাণকাৰ্য্য। উদাহৰণস্বৰূপে, ৪০তম আৰ্মিৰ ডিভিজনবোৰত টেঙ্ক-প্ৰতিৰোধী অস্ত্ৰশস্ত্ৰৰ গড় ঘনত্ব আছিল প্ৰতি কিলোমিটাৰ সমুখ ৰণথলীত ১১টা কামানৰ পৰা ১০টা টেঙ্ক-প্ৰতিৰোধী ৰাইফেল। তদুপৰি, ৰেজিমেণ্ট, ডিভিজন, ক'ৰ আৰু আৰ্মিবোৰত আৰু ৰণাঙ্গনৰ কমাণ্ডাৰৰ হাতত টেঙ্ক-প্ৰতিৰোধী কামানৰ সংৰক্ষিত শক্তি আছিল।

টেঙ্কবোৰে যদি আমাৰ প্ৰতিৰক্ষা ভেদ কৰে তেনেহ'লে সিবোৰক প্ৰতিহত কৰাৰ ক্ষেত্ৰত এটা ডাঙৰ ভূমিকা দিয়া হৈছিল গতিশীল প্ৰতিবন্ধক ডিটাচমেণ্টবোৰক, সিবোৰৰ ওপৰত শত্ৰুৰ অগ্ৰগমনৰ বাটেদি মাইন পতাৰ দায়িত্ব দিয়া হৈছিল। ৰণাঙ্গনৰ কমাণ্ডাৰৰ হাতত এনেকুৱা পাঁচোটা ডিটাচমেণ্ট আছিল। এই ডিটাচমেণ্টবোৰ ৰখা হৈছিল ৰেজিমেণ্টৰ, ডিভিজনৰ, ক'ৰৰ আৰ্মিৰ কমাণ্ডাৰসকলৰ আৰু ৰণাঙ্গনৰ কমাণ্ডাৰৰ অধীনত। প্ৰত্যেক ডিটাচমেণ্টত আছিল নিজস্ব মটৰযানবাহন সহ এটাকৈ ইঞ্জিনিয়াৰ বেটেলিয়ন, ২০০ ৰপৰা ৫০০ মাইন আৰু ৫০০ কিলোগ্ৰাম ওজনবিশিষ্ট বিস্ফোৰক পদাৰ্থ।

তদুপৰি, প্ৰত্যেক পদাতিক কম্পানী আৰু প্ৰত্যেক প্লেটুনৰ টেঙ্ক-চিকাৰী দল আছিল। গ্ৰেনেড, টেঙ্ক-প্ৰতিৰোধী মাইন আৰু বিস্ফোৰক পদাৰ্থেৰে সজ্জিত এই টেঙ্কবোৰ শত্ৰু টেঙ্কৰ মোকাবিলা কৰিবলৈ সৰ্বথা সাজু থাকিছিল।

বিমান-প্ৰতিৰোধী প্ৰতিৰক্ষাৰ ওপৰত অতি মনোযোগ দিয়া হৈছিল। বিমান-প্ৰতিৰোধী ভিভিশনবোৰে আৰু ২য় এয়াৰ আৰ্মিয়ে আমাৰ প্ৰধান সৈন্য-সমাহাৰক শত্ৰুৰ বিমানৰ পৰা ৰক্ষা কৰি আছিল। লঘু আৰু গধুৰ মেচিনগানৰ আৰু টেঙ্ক-প্ৰতিৰোধী ৰাইফেলৰ ৫০ শতাংশৰো অধিক শত্ৰু বিমানৰ আৰু বিমানবাহিত শত্ৰুসেনাৰ বিৰুদ্ধে ব্যৱহাৰ কৰা হৈছিল।

আমাৰ ভ'ৰ'নেঝ ৰণাঙ্গন আৰু কাষৰীয়া কেন্দ্ৰীয় ৰণাঙ্গন—এই দুই ৰণাঙ্গনক দায়িত্ব দিয়া হৈছিল শত্ৰুৰ আক্ৰমণাত্মক ক্ষমতা নিঃশেষ কৰাৰ আৰু তাৰ পিচত প্ৰতি-আক্ৰমণাত্মক অভিযান কৰি তাক চূৰ্ণ-বিচূৰ্ণ কৰাৰ। তাৰ বাবে দুৰ্ভেদ্য প্ৰতিৰক্ষা সংগঠন কৰাটো প্ৰয়োজন আছিল। সেই কাম আমি কৰিছিলো।

আমাৰ সৈন্যসকলৰ আটায়ে প্ৰতিৰক্ষা নিৰ্মাণৰ সময়ত খননকাৰী হৈ পৰিছিল। তেওঁলোকে প্ৰৱেশপথ আৰু শিয়ালৰ গাঁত সহ শ শ কিলোমিটাৰ গড়খাৱৈ খান্দিছিল; টেঙ্ক, কামান আৰু ঘোঁৰা-বোৰৰ নিমিত্তে প্ৰতিৰক্ষাৰ সমুখত থকা লাইনবোৰত আশ্ৰয়থলী নিৰ্মাণ কৰিছিল, তাৰোপৰি সৈন্যসকলৰ বাবে ১৫৫ মিলিমিটাৰ গোলাৰ বিস্ফোৰণ সহ্য কৰিব পৰা আশ্ৰয়থলী নিৰ্মাণ কৰিছিল, তদুপৰি এইবোৰক এনে এক ছদ্মৰূপ দিছিল যাতে এইবোৰ দেখাত হয় কাষৰীয়া খেতি-মাটি পথাৰবোৰৰ দৰে সাইলাখ; আৰু সঁচাকৈয়ে স্থল বা বিমানৰ পৰা এইবোৰ ঠাৱৰ কৰিব পৰা নগৈছিল।

যি মুহূৰ্তত শত্ৰু আক্ৰমণাত্মক অভিযানত লিপ্ত হব লগে লগেই আমাৰ অৱস্থানবোৰৰ ওপৰত মৰ্টাৰ আৰু কামানৰ অজস্ৰ গোলা আৰু বিমানৰ পৰা বোমা পেলোৱা হব বুলি গম পাই আমি আমাৰ মানুহ, কামান আৰু গধুৰ অস্ত্ৰশস্ত্ৰ, যানবাহন আৰু ভঁৰালবোৰ ৰক্ষা কৰিবৰ বাবে সৰ্বপ্ৰকাৰ ব্যৱস্থা লৈছিলোঁ।

প্ৰতিৰক্ষাৰ সমগ্ৰ গভীৰতা জুৰি আছিল টেঙ্ক-প্ৰতিৰোধী গড়খাৰৈ, মাটি আৰু পাহাৰ কাটি তৈয়াৰ কৰা থিয়গৰীয়া ঢাল আৰু প্ৰতিবন্ধক, তিনি-চাৰি শাৰী কঁটা-তাঁৰৰ বেৰা, প্ৰায় সম্পূৰ্ণ অদৃশ্য প্ৰতিবন্ধক, পথাৰ ভৰি টেঙ্ক-প্ৰতিৰোধী আৰু সৈন্য-প্ৰতিৰোধী মাইন, দাহ্য পদাৰ্থেৰে ভৰপূৰ বটল আৰু দূৰৈৰ পৰা নিয়ন্ত্ৰিত মাইন পথাৰ আৰু টেঙ্ক-প্ৰতিৰোধী ব্লক। অকল ৪০তম আৰ্মিৰেই আছিল ১৫১ কিলোমিটাৰ জোৰা সৈন্য-প্ৰতিবন্ধক ৮১ কিলোমিটাৰ কঁটা তাঁৰৰ বেৰা, আৰু ৭০ কিলোমিটাৰ এলেকা জোৰা মাইন-পথাৰ। টেঙ্ক-বিৰোধী প্ৰতিবন্ধক আৰু প্ৰতিৰোধকবোৰৰ সামগ্ৰিক দৈৰ্ঘ্য আছিল ১০২·৩ কিলোমিটাৰ, ৬৭·৫ কিলোমিটাৰ মাইন-পথাৰ, ৩২·৫ কিলোমিটাৰ টেঙ্ক-প্ৰতিৰোধী গড়খাৰৈ আৰু মাটি আৰু পাহাৰ কাটি তৈয়াৰ কৰা থিয়গৰীয়া ঢাল আৰু ২৩ কিলোমিটাৰ ব্লক।

প্ৰতিৰক্ষা সংগঠন চলি থকাৰ লগে লগে চলিছিল নিবিড় ৰণ-প্ৰশিক্ষণ। সৈন্যসকলক টাইগাৰ আৰু পেস্থাৰ টেঙ্কৰ আৰু আক্ৰমণকাৰী ফাৰ্ডিনাণ্ড কামানৰ বিৰুদ্ধে যুঁজিব পৰাকৈ প্ৰশিক্ষণ দিয়াৰ ওপৰত আৰু ষ্টাফ অফিচাৰসকলক আত্মৰক্ষামূলক যুঁজৰ সময়ত অগ্নিবৰ্ষী অস্ত্ৰশস্ত্ৰ, প্ৰতিৰক্ষাৰ দ্বিতীয় স্তৰ আৰু সংৰক্ষিত শক্তিবোৰ সুনিপুণভাৱে ব্যৱহাৰ কৰিবলৈ শিক্ষা দিয়াৰ ওপৰত বিশেষ মনোযোগ দিয়া হৈছিল।

ৰণাঙ্গন আৰু আৰ্মিবোৰৰ সামৰিক পৰিষদ, ৰাজনৈতিক বিভাগ, পাৰ্টি আৰু কমছমল সংগঠন আৰু কমাণ্ডাৰসকলে সৈন্যসকলৰ মনোবল বৃদ্ধি কৰাত, তেওঁলোকক কষ্টসহিষ্ণু, সুদৃঢ় আৰু সাহিয়াল যুঁজাৰু হিচাপে আৰু ঘৃণ্য শত্ৰুক পৰাস্ত কৰাৰ বাবে সকলো কৰিবলৈ প্ৰস্তুত সৈন্য হিচাপে গঢ়ি তোলাৰ ক্ষেত্ৰত বিৰাট কাম কৰিছিল।

ভ'ৰনেৰ্ঝ ৰণাঙ্গনৰ সামৰিক পৰিষদ আৰু ৰাজনৈতিক বিভাগে কমিউনিষ্টসকলক উদ্দীপিত কৰিছিল আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু

বিপজ্জনক ঠাইবোৰত থাকিবলৈ আৰু নিজৰ দৃষ্টান্তৰে সৈন্যসকলক অনুপ্ৰাণিত কৰিবলৈ।

আগৰ দৰেই অত্যন্ত উত্তেজনাৰ সময়ত, আগন্তুক ভয়াবহ যুঁজৰ আশঙ্কাৰ সময়ত আমাৰ সৈন্যসকলে কমিউনিষ্ট পাৰ্টিৰ ওপৰত নিৰ্ভৰ কৰিছিল। হেজাৰ হেজাৰ অফিচাৰ আৰু সৈন্যই পাৰ্টিত যোগ দিছিল আৰু তাৰ মাজেদিয়ে কমিউনিষ্ট পাৰ্টি আৰু জনগণৰ প্ৰতি একান্ত আনুগত্যৰ চিনাকি দিছিল।

প্ৰতিৰক্ষা সংগঠন কৰাটো আছিল জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ পক্ষে আটাইতকৈ উৎকণ্ঠাৰ বিষয়। ইয়াৰ প্ৰতিনিধি ডেপুটি চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফ মাৰ্শ্বাল ঝুকভ, চিফ অব্ ষ্টাফ জেনাৰেল ষ্টাফ মাৰ্শ্বাল ভাছিলেভস্কিয়ে ক্ৰমাগত এই কামৰ অগ্ৰগতি বিষয়ে খুঁতিয়াই বাতৰি লৈছিল আৰু কেতিয়াবা তাক কৰাৰ বাবে সমুখ ৰণথলীলৈকো গৈছিল।

আমাৰ ৰণাঙ্গনৰ কমাণ্ডাৰ জেনাৰেল ভাতুতিনে কেবাবাৰো ৪০তম আৰ্মি পৰিদৰ্শন কৰিছিল। তেওঁ আৰু মই এটাও সমুখস্থ লাইন চাবলৈ বাদ দিয়া নাছিলোঁ, শত্ৰুৰ অগ্ৰগমনৰ সম্ভাব্য বাটেদি গভীৰলৈকে সংগঠিত প্ৰতিৰক্ষা ব্যৱস্থাবোৰ আমি খুঁতিয়াই চাইছিলোঁ। আৰু ইঞ্জিনিয়াৰসকলে সুৰক্ষিত স্থান নিৰ্মাণ কৰি থকা আৰু অৱস্থানবোৰক ছদ্মৰূপ দিয়াৰ ব্যৱস্থা কৰি থকা দেখিছোঁ।

প্ৰায় প্ৰতিদিনে বেছি ভাগ সময়ত ৰাতি মই ৩০তম আৰ্মিৰ সামৰিক পৰিষদৰ সদস্য কে ভি ক্ৰাইমিউকভ আৰু এ এ. ইয়েপিছেভ আৰু মোৰ চিফ অব্ ষ্টাফ মেজৰ জেনাৰেল এ জি. বাতুনিয়াক লগত লৈ সেই উদ্দেশ্যে ওলাইছিলোঁ। প্ৰতিৰক্ষা সংগঠন আৰু সৈন্য প্ৰশিক্ষণ খুঁতিয়াই চাবলৈ আমি আমাৰ আৰ্মিৰ ষ্টাফ অফিচাৰসকলকো নিয়মীয়াকৈ পঠাইছিলোঁ।

কুৰ্স্ক বালজত অনতিক্ৰম্য প্ৰতিৰক্ষা ব্যৱস্থা গঢ়ি তোলাৰ লগে লগে আমি শত্ৰুৰ ক্ৰিয়াকলাপৰ প্ৰতিও সজাগ দৃষ্টি ৰাখিছিলোঁ।

যে মাহত ছ'বাৰ শক্ৰইঁতৰ কালে অসাধাৰণ সৈন্য চলাচল কৰি থকাটোৰ উমান পোৱা গল। শক্ৰয়ে আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিব পাৰে এই মৰ্মে আমাৰ সৈন্যসকলক সতৰ্ক কৰি দিয়া হল। আৰু আক্ৰমণ হলে তাক প্ৰতিহত কৰাৰ বাবে তেওঁলোকক সক্ষম ৰখা হল। কিন্তু জাৰ্মান কমাণ্ডে বাৰেবাৰে আক্ৰমণাত্মক অভিযান মুলতুবি ৰাখিবলৈ ধৰিলে, কাৰণটো কি তাক আমি তেতিয়া বুজা নাছিলোঁ।

শক্ৰইঁতে জুন মাহতো আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিব নোৱাৰিলে। কিন্তু জেনাৰেল ভাতুতিনে আৰ্মি কমাণ্ডাৰসকলক ক্ৰমাগত সতৰ্ক থাকিবলৈ, অনবৰতে অনুসন্ধান চলাই থাকিবলৈ আৰু শক্ৰয়ে আক্ৰমণ কৰিলে তাক প্ৰতিহত কৰিবৰ বাবে সৈন্যসকলক প্ৰস্তুত ৰখাৰ নিৰ্দেশ দিবলৈ ধৰিলে। তেওঁ তেওঁলোকক বাৰে বাৰে সোঁৱৰাই দিলে যে আৰ্মি গ্ৰুপ ছাউথৰ নেতৃত্বত আছে মাইনষ্টাইন যিজন অভিজ্ঞ আৰু সুকৌশলী প্ৰতিপক্ষ। ভাতুতিনৰ লগত আৰু ছ'বাৰ সজ্মৰ্ষ হৈছিল। প্ৰথমবাৰ ১৯৪১ চনত উত্তৰ পশ্চিম ৰণাঙ্গনত, আৰু দ্বিতীয়বাৰ ১৯৪৩-চনৰ জানুৱাৰী মাৰ্চত দক্ষিণ-পশ্চিম ৰণাঙ্গনত। দুয়োবাৰতে মানষ্টাইনে একেটা পদ্ধতি অৱলম্বন কৰিছিল—অস্ত্ৰসজ্জিত বাহিনীৰ জৰিয়তে বেহুভেদ। ১৯৪২ চনত পাউলাছৰ ঠাইত থাকোতেও তেওঁ একে কাম কৰিছিল। ই আছিল তেওঁৰ প্ৰিয় পদ্ধতি। এইবেলিও তেওঁ সেই পদ্ধতিৰ গইনা লব তাৰ সম্ভাৱনা বেছি আছে যেন নালাগে, তথাপি ভাতুতিনে সৈন্যসকলক টেঙ্ক আক্ৰমণ প্ৰতিহত কৰাৰ বাবে সাজু ৰাখিবলৈ দাবী কৰিবলৈ ধৰিলে। মাইনষ্টাইনৰ অস্ত্ৰসজ্জিত বাহিনীৰে খুন্দা মৰাৰ পদ্ধতিৰ বৈশিষ্ট্য আছিল এয়ে যে তেওঁ প্ৰতিপক্ষৰ প্ৰতিৰক্ষাৰ এটা দুৰ্বল ঠাই সদায়ে বিচাৰি ফুৰিছিল, সাধাৰণতে পাৰ্শ্বদেশত। আমাৰ ৰণাঙ্গনৰ সেনাপতিয়ে দাবী কৰিছিল যে শক্ৰৰ পৰিকল্পনা বিচাৰি উলিয়াবৰ বাবে আমি অক্লান্তভাৱে কাম কৰি থাকিব লাগিব।

শক্রয়ে কেতিয়া আক-কোন খণ্ডত আক্রমণ কৰিব ? এই প্ৰশ্নই আমাক সকলোকে দোধৰ-মোধৰত পেলাইছিল। শেষলৈকে আমি কিছু বাতৰি পালোঁ। ৩৩২ তম পদাতিক ডিভিশনৰ জাৰ্মান বন্দীহঁতে ক'লে যে সিহঁতৰ ডিভিশনক প্ৰতিৰক্ষা লাইনৰ পৰা প্ৰত্যাহাৰ কৰি লোৱা হৈছে আৰু ২ জুলাইত ৬ষ্ঠ গাৰ্ড'ছ আৰ্মিৰ বিপৰীতে গোট খাবলৈ নিৰ্দেশ দিয়া হৈছে। আক্রমণৰ সম্ভাৱ্য এলাকা সঙ্কুচিত হৈ ১১৪ কিলোমিটাৰ হলগৈ।

২ জুলাইৰ দিনা আমি এখন টেলিগ্ৰাম পালোঁ। তাত আমাক কোৱা হল যে শক্ৰহঁতে খুব সম্ভৱ ৩ ৰপৰা ৬ জুলাইৰ ভিতৰত যিকোনো সময়ত আক্ৰমণ কৰিব।

৩ জুলাইৰ দিনা নিশা জাৰ্মান ১৬৮ তম পদাতিক ডিভিশনৰ পৰা পলাই অহা এজনে ক'লে যে ৪ জুলাই ৰাতি জাৰ্মান সৈন্যহঁতে বেলগ'ৰ'দৰ উত্তৰ আৰু উত্তৰ-পশ্চিমত আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিব, সিহঁতক ইতিমধ্যে ৰেছন আৰু মদজাতীয় পানীয় দিয়া হৈছে, ইনজিনীয়াৰহঁতে সিহঁতৰ মাইন-পথাৰৰ পৰা মাইন অপসাৰণ কৰিব লাগিছে আৰু কাঁটা তাঁৰৰ বেৰা আঁতৰাই লব লাগিছে।

ইমানপৰে আমি শক্ৰৰ শক্তি, সিহঁতৰ আক্ৰমণৰ সময় আৰু ঠাই সম্পৰ্কে জানিব পাৰিলো।

আৰেলি চাৰে চাৰি বজাত ৰণাঙ্গনৰ হেড কোৱাৰ্টাৰ্ছে ঘোষণা কৰিলে যে ২০ মিনিট আগতে কামানৰ পৰা প্ৰবল বোমাবৰ্ষণৰ পিচত আৰু বোমাৰু বহৰৰ সমৰ্থন পাই শক্ৰহঁতে ৬ষ্ঠ গাৰ্ড'ছ আৰ্মিৰ ৰক্ষিত খণ্ডত প্ৰায় দুই পদাতিক ডিভিশন আৰু ৫০ টা টেঙ্ক লৈ আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিছে। ৰাতি ১২ বজাৰ ভিতৰত নাৎছীহঁতে দুটা গাৰ্ডছ ইনফেনট্ৰি ডিভিশনৰ যুঁজৰ নিৰাপত্তাৰ উপাদান বোৰ চেৰাই গৈছে আৰু প্ৰতিৰক্ষাৰ সমুখশাৰীৰ ওচৰাউচৰি পাইছেগৈ।

আমাৰ প্ৰতি-প্ৰস্তুতি অগ্নিবৰ্ষণৰ কথা কব লাগিলে, আমি

৪০তম আৰ্মিৰ আৰু তাৰ লগতে ৬ষ্ঠ গাৰ্ডছ আৰু ৭ম গাৰ্ডছ আৰ্মিৰ কামান ব্যৱহাৰ কৰিলেঁ।।

৫ জুলাইৰ দিনা দোকমোকালিত আমাৰ গোলন্দাজসকলে আক্ৰমণোদ্যত শত্ৰু গোটবোৰৰ ওপৰত প্ৰবল আঘাত হানিলে। নাৎছীহঁতৰ উল্লেখযোগ্য ক্ষয়ক্ষতি হল আৰু সিহঁত আক্ৰমণাত্মক অভিযান দেৰ ঘণ্টা পিচুৱাই দিবলৈ বাধ্য হল।

ৰাতিপুৱা ৬ বজাত বেলগ'ৰ দৰ উত্তৰত তুমুল স্থল আৰু বিমান যুঁজ আৰম্ভ হল, হেজাৰ হেজাৰ কামান আৰু মৰ্টাৰৰ অগ্নিবৰ্ষণৰ আঁৰত আৰু শই শই বিমানৰ ছত্ৰছায়াত শয়ে শয়ে টেঙ্ক আৰু আৰু আক্ৰমণকাৰী কামানে আমাৰ প্ৰতিৰক্ষাৰ ফালে তীব্ৰবেগে খেদি আহিবলৈ ধৰিলে—সিহঁতৰ পাচে পাচে আহি আছিল পদাতিক সৈন্য।

অ'ৰ'ইয়ান-ক'ৰ'চা খণ্ডত প্ৰতিৰক্ষাৰ অগ্ৰৱৰ্তী লাইনবোৰৰ বাবে ভয়ঙ্কৰ আৰু কঠোৰ যুঁজ হল। শত্ৰুৰ প্ৰধান আক্ৰমণৰ লক্ষ্য আছিল অ'ৰ'ইয়ান অভিমুখে। সিহঁতৰ আক্ৰমণকাৰী গোষ্ঠীৰ ভিতৰত আছিল ৰাইখ, এডলফ হিটলাৰ আৰু টটেনকফ ( মৰণ শিৰ ) পেনৎছাৰ ডিভিশ্বনেৰে গঠিত হোৱা ২য় এছ এছ পেনৎছাৰ ক'ৰ, দুটা পেনৎছাৰ ডিভিশ্বন লৈ গঠিত ৪৮তম পেনৎছাৰ ক'ৰ আৰু মটৰবাহিত গ্ৰছডয়েৎছলেণ্ড ( বৃহত্তৰ জাৰ্মানী ) ডিভিশ্বন।

জাৰ্মানহঁতে তাৰ লগে লগে তিনিটা পেনৎছাৰ আৰু তিনিটা পদাতিক ডিভিশ্বনৰে ক'ৰ'চাৰ ফালে আক্ৰমণ আৰম্ভ কৰিছিল।

প্ৰথমদিনা আমাৰ প্ৰতিৰক্ষা চূৰমাৰ কৰাৰ প্ৰয়াসেৰে শত্ৰুহঁতে পাঁচটা পদাতিক, আঠোটা পেনৎছাৰ আৰু এটা মটৰবাহিত ডিভিশ্বন ছুৱোকালে নমাই দিলে।

কিন্তু নাৎছী হাইকমাণ্ডে একেবাৰে সূচনাৰ পৰা যি গতিপথ লব বুলি ভাবিছিল তেনে নহৈ ভিন ধৰণৰ হলগৈ। একো একোবাৰত ৫০ৰ পৰা ২০০ জাৰ্মান টেঙ্কেৰে অসংখ্য আক্ৰমণ ছোভিয়েত সৈন্যসকলে

প্ৰায় সকল ঠাইতে প্ৰতিহত কৰিলে। শ্ৰেষ্ঠ জাৰ্মান ডিভিজনবোৰে তাৰ বিপৰীতে পালে ৬ষ্ঠ গাৰ্ডছ আৰ্মিক যি ষ্টালিনগ্ৰাদত ৪৮ তম পেনৎছাৰ ক'বক ছত্ৰভঙ্গ কৰিছিল। ৫২ তম গাৰ্ডছ আৰু ৫৭ তম গাৰ্ডছ ইনফেন্ট্ৰি ডিভিজনৰ সৈন্যসকলে দৃঢ়ভাৱে আৰু সুকৌশলে শত্ৰুৰ আক্ৰমণ প্ৰতিহত কৰিলে, নাৎছী টেঙ্ক বহুৰ আমাৰ গোলন্দাজসকলৰ মাৰাত্মক অগ্নিবৰ্ষণৰ মাজত পৰিল। ছোভিয়েত যুঁজাৰুসকলে অপূৰ্ব বীৰত্ব আৰু সাহস প্ৰদৰ্শন কৰিলে।

এটা উদাহৰণ দিয়া যাওক। ৫২ তম গাৰ্ডছ ইনফেনট্ৰি ডিভিজনৰ খণ্ডত গোলন্দাজসকলৰ বোমাবৰ্ষণৰ পিচত শত্ৰুহঁতে ছয় কিলোমিটাৰ জোৰা এক ৰণাঙ্গনত এটা পদাতিক ডিভিজন আৰু দুই গোষ্ঠী টেঙ্কক আক্ৰমণত নমাই দিলে। ছোভিয়েত গাৰ্ড সৈন্যসকলে নিজৰ অৱস্থান দৃঢ়ভাবে খামোচ মাৰি ধৰি থাকিল। ৫২ তম ডিভিজনৰ কমাণ্ডাৰ কৰ্ণেল আই. এম নেক্ৰাছভে যেতিয়া ৪২ টা টেঙ্কৰ এটা গোষ্ঠী মাইন ক্ষেত্ৰৰ ফালে আগুৱাই থকা দেখা পালে, তেতিয়া তেওঁ তেওঁৰ গোলন্দাজসকলক গোলাবাৰুদ অপচয় নকৰিবলৈ আৰু পদাতিক আৰু ৩৯টা টেঙ্কৰ আন এটা গোষ্ঠীৰ ওপৰত অগ্নিবৰ্ষণ কেন্দ্ৰীভূত কৰিবলৈ নিৰ্দেশ দিলে।

এই আক্ৰমণৰ ফল শত্ৰুহঁতৰ পক্ষে নিদাৰুণ অস্বস্তিকৰ হল। প্ৰথম গোষ্ঠীৰ ৭টা টেঙ্ক মাইন ক্ষেত্ৰত ধ্বংস হৈ গল আৰু বাকীবোৰে পত্ৰং দিলে। এই আক্ৰমণ প্ৰতিহত হল। ২৩ টা জাৰ্মান টেঙ্ক আৰু ২০০০ বো অধিক সৈন্য ৰণথলীত থাকি গল।

প্ৰথম দিনা শত্ৰু ৬ষ্ঠ গাৰ্ডছ আৰ্মি ৰক্ষিত অংশৰ মাজলৈ ৪ৰ পৰা ৬ কিলোমিটাৰ পৰ্য্যন্ত আগবাঢ়িব পৰা হল। ৭ম গাৰ্ডছ আৰ্মিৰ অংশত জাৰ্মানহঁত বেলগ'ৰ'দৰ উত্তৰ-পূৰ্বত এটা ঠেক এলেকাত ছেভেৰস্কি দনেৎছ পাৰ হল আৰু সিহঁতে তাৰ পূৰ্ব তীৰত এটা সৰু সেতুমুখ প্ৰতিষ্ঠা কৰিলে।

৬ জুলাইত বাতিপুৱা আৰু এটা গোলন্দাজ প্ৰস্তুতি আৰু বিমান সমৰ্থন সহ শত্ৰুহঁতে অ'ব'ইয়ান অভিমুখে আক্ৰমণ আৰম্ভ কৰিলে। ইটোৰ পিচত সিটো আক্ৰমণত যুঁজ ক্ৰমেই ভয়ঙ্কৰ হৈ উঠিল। ৬৭ তম গাৰ্ডছ ইনফেনট্ৰি ডিভিশ্বনৰ অৱস্থানৰ ওপৰত.২৫০ খন বোমাৰু বিমানৰ এক ব্যাপক আক্ৰমণৰ পিচত শত্ৰু টেঙ্কবোৰে প্ৰতিৰক্ষাৰ প্ৰথম শাৰী ভেদ কৰিবলৈ আৰু দ্বিতীয় শাৰী গৈ পাবলৈ সক্ষম হ'ল। সমগ্ৰ অ'ব'ইয়ান এলেকাত যুঁজ নিয়ামক হৈ উঠিল। এই সমস্ত অভিযানৰ পৰিণতি নিৰ্ভৰ কৰিছিল ইয়াৰ ফলাফলৰ ওপৰত।

গতিকে ৫ জুলাই তাৰিখে বাতি জেনাবেল ভাতুতিনে ১ম টেঙ্ক আৰ্মিক দ্বিতীয় লাইনলৈ আঁতৰাই নিলে আৰু ২য় গাৰ্ডছ আৰু ৫ম গাৰ্ডছ টেঙ্ক ক'ৰক সংৰক্ষিত শক্তিৰ পৰা উলিয়াই আনি তাক যুঁজত লগাই দিলে। এই গোটবোৰে ৮টা শত্ৰু আক্ৰমণ প্ৰতিহত কৰিলে আৰু প্ৰতিৰক্ষা লাইন খামোচ মাৰি ধৰিলে।

শত্ৰু ক'ৰ'চাৰ কালেও ফাটটো বহল কৰিবলৈ আৰু দ্বিতীয় প্ৰতিৰক্ষা শাৰীৰ ওচৰাউচৰি গৈ পাবলৈ সক্ষম হ'ল।

আক্ৰমণাত্মক অভিযানৰ তৃতীয় দিনা জাৰ্মানহঁতে অ'ব'ইয়ান অভিমুখী মটৰ বাস্তাৰ এলাকাত সিহঁতৰ সমস্ত আক্ৰমণৰ শক্তি কেন্দ্ৰীভূত কৰিলে, কিন্তু মুঠ যিখিনি কৰিব পৰা হৈছিল সি হৈছে দ্বিতীয় প্ৰতিৰক্ষা শাৰীৰ মাজত তিনিৰ পৰা আঠ কিলোমিটাৰ কাট মেলা। সিহঁতৰ পূৰা ভাঙি সোমোৱাৰ চেষ্টা ব্যৰ্থ হ'ল, যদিও সিহঁতে ৪০০ টেঙ্ক হেজাৰ হেজাৰ কামান আৰু মৰ্টাৰ আৰু শ শ বিমান লৈ আক্ৰমণ কৰিছিল।

৮ জুলাই ৰণৰ তীব্ৰতা নকমিল। অ'ব'ইয়ান খণ্ডত ফাটটো আৰু বহল কৰিবলৈ শত্ৰুহঁতৰ চেষ্টা সফল নহ'ল। নাৎছী কমাণ্ডাৰ পৰিকল্পনা অনুযায়ী দিনৰ শেষত সিহঁতৰ টেঙ্কে কুৰ্স্ক দখল কৰাৰ কথা আছিল। কিন্তু তাৰ সলনি ২য় গাৰ্ডছ আৰু ৫ম গাৰ্ডছ

টেঙ্ক ক'ৰৰ প্ৰতি-আক্ৰমণ প্ৰতিহত কৰিবৰ বাবে সিহঁতৰ শক্তিৰ এটা অংশ তালৈ প্ৰত্যাহাৰ কৰিব লব লগীয়া হল, সিহঁতৰ প্ৰতি-আক্ৰমণে অ'ব'ইয়ান ক্ষেত্ৰত শত্ৰুৰ খোঁচ দুৰ্বল কৰি দিছিল।

জেনাৰেল হেড কোয়াৰ্টাৰে যুঁজৰ গতিপথলৈ ঘনিষ্ঠভাৱে লক্ষ্য ৰাখিছিল আৰু পৰিস্থিতিৰ দাবী অনুযায়ী নিজৰ সংৰক্ষিত শক্তিৰ পৰা ভ'ৰ'নেঝ ৰণাঙ্গনক শক্তি যোগাইছিল। ৬ জুলাই ৰাতি ষ্টেপ ৰণাঙ্গনৰ পৰা ১০ম টেঙ্ক ক'ৰ আৰু দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ পৰা ২য় টেঙ্ক ক'ৰৰ যোগান ধৰি ভ'ৰ'নেঝ ৰণাঙ্গনৰ শক্তিবৃদ্ধি কৰা হল। কাষৰীয়া দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ বিমানবোৰকো এই ৰণাঙ্গনক মদত দিবলৈ কোৱা হল।

প্ৰ'খ'ৰভকা এলেকাত দুটা নৱাগত টেঙ্ক ক'ৰ আৰু ৬৯তম আৰ্মিৰ এটা পদাতিক ডিভিশ্বন মোতায়েন কৰা হল য'ত ৭ জুলাইৰ পৰা শত্ৰু ভাঙি সোমাবৰ চেষ্টা কৰিছিল।

অ'ব'ইয়ান ভেদ কৰি সোমোৱাৰ ব্যৰ্থ প্ৰয়াসেৰে শত্ৰুহঁতে চাৰিদিন ধৰি ভয়ঙ্কৰ আক্ৰমণ কৰিলে। নিজৰ শক্তিক সুকৌশলে অদল-বদল কৰি ৰণাঙ্গনৰ কমাণ্ডাৰে ক্ৰমাগত ৬ষ্ঠ গাৰ্ডছ আৰু ১ম টেঙ্ক আৰ্মিবোৰক ওপৰঞ্চি শক্তি যোগালে। অকল ৪০তম আৰ্মিৰ পৰাই তেওঁ চাৰিটা পদাতিক ডিভিশ্বন, দুটা টেঙ্ক ব্ৰিগেড, দুটা টেঙ্ক ৰেজিমেণ্ট, এটা হাউইৎছাৰ ৰেজিমেণ্ট, দুটা ৰকেট নিক্ষেপকাৰী ৰেজিমেণ্ট আৰু এটা স্বয়ংচালিত কামানৰ ৰেজিমেণ্ট লৈছিল আৰু শত্ৰুৰ আক্ৰমণৰ প্ৰধান খণ্ডত মোতায়েন কৰিছিল।

৯ জুলাই তাৰিখে ৰাতিপুৱা নাৎছী কমাণ্ডে অ'ব'ইয়ানত ভাঙি সোমোৱাৰ আকৌ চেষ্টা কৰিলে, এবাৰ কৰিলে বেলগ'ৰ'দ কুৰ্স্ক মটৰ পথেদি ১০ কিলোমিটাৰ জোৰা সমুখ ৰণথলীত, ৫০০ পৰ্য্যন্ত টেঙ্ক কেন্দ্ৰীভূত কৰি। ৰণাঙ্গন কমাণ্ডে এই আক্ৰমণ প্ৰতিহত কৰাৰ বাবে তাত এটা টেঙ্ক-প্ৰতিৰোধী গোলন্দাজ ব্ৰিগেড, তিনিটা পৃথক

টেঙ্ক-প্ৰতিৰোধী গোলন্দাজ ৰেজিমেণ্ট আৰু চাৰিটা ৰকেট নিক্ষেপকাৰী বেটেলিয়ন তালৈ লৈ গৈ আৰু ৰণাঙ্গনৰ বিমান বাহিনীৰ সৰহভাগ নিয়োগ কৰি সময়ানুগ ব্যৱস্থা লৈছিল। শত্ৰু কুৰ্স্ক ভেদ কৰি সোমাবলৈ ব্যৰ্থ হ'ল। শত্ৰুৱে যি কৰিব পৰা হ'ল সি হৈছে ১২-১৩ কিলোমিটাৰ সন্মুখভাগ বিশিষ্ট এক এলেকাত পশ্চাদভাগৰ প্ৰতিৰক্ষা গৈ পোৱাটো; আৰু তাতেই সেই আক্ৰমণ ভেটা দিয়া হৈছিল।

অ'ৰ'ইয়ান অভিমুখে কোনো সাফল্য অৰ্জন কৰিব নোৱাৰি নাৎছী কমাণ্ডে ৪ৰ্থ পেনাৎছাৰ আৰ্মিক সিইতৰ ৰণপ্ৰয়াস প্ৰ'খ'ৰভকা খণ্ডলৈ আঁতৰাই নিবলৈ নিৰ্দেশ দিলে। ছোভিয়েত ৰণাঙ্গন ভেদ কৰাৰ, লিপ'ভি দনেৎছ আৰু ছেভেৰস্কি দনেৎছ নৈ দুখনৰ সোঁমাজত থকা আমাৰ সৈন্য-সকলক প্ৰথমে বেৰি ধৰা আৰু পাচত পৰাস্ত কৰাৰ আৰু ৰেললাইনেদি কুৰ্স্ক ভাঙি সোমাৱাৰ উদ্দেশ্যেৰে শত্ৰুইতে এক বিৰাট টেঙ্ক গোষ্ঠী কেন্দ্ৰীভূত কৰিলে।

শত্ৰুৱে ভৰকেন্দ্ৰ আঁতৰাই নিবলৈ আৰম্ভ কৰা মাত্ৰকে জেনাৰেল হেড কোৱাৰ্টাৰ্ছে লেফটানেণ্ট জেনাৰেল পি. এ. ৰ'ৎমিস্ত্ৰভৰ ৫ম গাৰ্ডছ টেঙ্ক আৰ্মি আৰু লেফটানেণ্ট জেনাৰেল এ. এছ, মাদভৰ ৫ম গাৰ্ডছ আৰ্মিৰে ভ'ৰ'নেঝ ৰণাঙ্গনৰ শক্তিবৃদ্ধি কৰিলে। দুয়োটাই ষ্টেপ ৰণাঙ্গনৰ পৰা অনা হৈছিল। সেই সময়ত ষ্টেপ ৰণাঙ্গনৰ সেনাপতিত্ব কৰিছিল কৰ্ণেল-জেনাৰেল আই, এছ, কোনেভে (লেফটানেণ্ট-জেনাৰেল এম. ভি, ঝাকাৰভ আছিল তাত চিফ অব্ ষ্টাফ আৰু লেফটানেণ্ট জেনাৰেল আই. ঝেড ছুছাইকভ আছিল সামৰিক পৰিষদৰ সদস্য)।

আত্মৰক্ষামূলক যুঁজৰ গতিপথত দেখা দিয়া পৰিস্থিতিৰ পৰ্য্যালোচনা কৰি হেড কোৱাৰ্টাৰ্ছৰ প্ৰতিনিধি-মাৰ্শাল ভাছিলেভস্কি আৰু ৰণাঙ্গনৰ কমাণ্ডাৰ জেনাৰেল ভাতুতিন এই সিদ্ধান্তত উপনীত হ'ল যে শত্ৰুৱে তাৰ আয়ত্তত থকা সমগ্ৰ শক্তিক প্ৰ'খ'ৰভকা খণ্ডত নমাব লাগিছে, গতিকে ইয়াত তাৰ প্ৰয়াস ব্যৰ্থ কৰি দিব পাৰিলে তাৰ দক্ষিণৰ

পৰা কুস্ক'ত সোমোৱাৰ চেষ্টাৰ সামৰণি পৰিব। আমাৰ লাইনৰ ফাটল ধৰাইছিল যি শত্ৰু গোষ্ঠীয়ে একমাত্ৰ প্ৰবল প্ৰত্যাঘাতেৰেই সিহঁতক ছত্ৰভঙ্গ কৰা যাব পাৰে, আৰু সেই কামটো কৰিবলৈ ভ'ৰ'নেৰ ৰণাঙ্গনলৈ সংৰক্ষিত শক্তিৰ পৰা অতিৰিক্ত শক্তি যোগান ধৰাৰ প্ৰয়োজন আছিল।

ৰণাঙ্গনৰ কমাণ্ডাৰৰ পৰিকল্পনা অনুযায়ী ঠিক হ'ল যে ১২ জুলাই তাৰিখে ৫ম গাৰ্ডছ টেঙ্ক আৰ্মি আৰু ৫ম গাৰ্ডছ আৰ্মিৰ অংশই প্ৰ'খ'ৰভকা এলেকাৰ পৰা ইয়াকোলেভোক প্ৰতি-আক্ৰমণ কৰিব, আৰু ১ম টেঙ্ক আৰ্মি আৰু ৬ষ্ঠ গাৰ্ডছ আৰ্মিৰ অংশই উত্তৰ-পশ্চিমৰ পৰা ইয়াকোলোভক আক্ৰমণ কৰিব। আৰু ৰণাঙ্গনৰ অন্যান্য আৰ্মিবোৰে তেওঁলোকৰ লাইনবোৰ ধৰি থাকিব।

সিদিনা ধলপুৱা আমাৰ বিমানবোৰে নাৎছী পেনৎছাৰ গঠনৰ ওপৰত প্ৰচণ্ড আঘাত হানিলে। পুৱা চাৰে আঠ বজাত হেজাৰ বিজাৰ কামান আৰু মৰ্টাৰ গৰজি উঠি শত্ৰুক পোন্ধৰ মিনিট ধৰি জুইৰ মুখত ৰাখিলে। তাৰ ঠিক পাচতেই আমাৰ টেঙ্ক আৰু পদাতিক বাহিনী আক্ৰমণত লিপ্ত হ'ল। প্ৰধান ঘটনাবোৰ ৫ম গাৰ্ডছ টেঙ্ক আৰ্মি আৰু ৫ম গাৰ্ডছ আৰ্মিৰ আক্ৰমণৰ এলেকাত ঘটিছিল।

যুঁজৰ বুৰঞ্জীত অভূতপূৰ্ব—সেই টেঙ্ক সংঘৰ্ষ ওৰেদিনটো চলিল। এই ৰণ চলিছিল দুটা এলেকাত—প্ৰ'খ'ৰভকাৰ দক্ষিণ-পশ্চিমত আৰু বাঝাভাৰ উপকণ্ঠত। প্ৰ'খ'ৰভকাৰ ওচৰৰ যুঁজখন আছিল অসাধাৰণ তিক্ত। কোনে আক্ৰমণ কৰিছে আৰু কোনে আত্মৰক্ষা কৰিছে তাক ঠাৱৰ কৰাটো টান হৈ পৰিছিল। ৰণথলীত শ শ টেঙ্ক আছিল, সুকৌশলী বদ-বদলৰ কোনো সুযোগে নাছিল। টেঙ্ক-সৈন্যসকলে পোনে পোনে লক্ষ্যবস্তুলৈ গুলিয়াবলৈ বাধ্য হৈছিল। গাওঁ আৰু টিংবোৰ বাৰেপতি হাত-সলনি হৈছিল। শত্ৰুৰ ক্ষয়ক্ষতি

কটাবৰ বাবে আমাৰ টেঙ্ক-সৈন্যসকলে তেওঁলোকৰ যানবোৰক সুকৌশলে ব্যৱহাৰ কৰাৰ ক্ষমতাক সৰ্বাধিক দক্ষতাৰে কামত লগাইছিল, শত্ৰুইঁতৰ গধুৰ টেঙ্কবোৰ নিষ্ক্ৰিয় কৰি দিছিল। কিন্তু নাৎছীইঁতৰ গধুৰ টেঙ্কৰ কামানবোৰেও বহুত ক্ষতি সাধন কৰিছিল।

প্ৰ'খ'ৰভকাৰ টেঙ্ক সংঘৰ্ষ—য'ত দুয়ো পক্ষৰ প্ৰায় ১২০০ টেঙ্ক আৰু আক্ৰমণকাৰী কামান জড়িত আছিল—প্ৰধান নাৎছী সৈন্য-সমাহাৰৰ পক্ষে পৰাজয়ৰ মাজেদি তাৰ পৰিসমাপ্তি ঘটিল। সিদিনা শত্ৰুইঁতে প্ৰায় ৪০০ টেঙ্ক, ৫০০ ট্ৰাক আৰু ৪৫০০ বা অধিক বিষয়া আৰু সৈন্য হেৰুৱাইছিল। আক্ৰমণাত্মক অভিযানত কোনো সাফল্য অৰ্জন কৰিব নোৱাৰি জাৰ্মানইঁত আত্মৰক্ষামূলক যুঁজ কৰিবলৈ বাধ্য হৈছিল।

পৰৱৰ্তী তিনিদিন ধৰি সিইঁতে ৬৯তম আৰ্মিৰ পাঁচোটা ডিভিশ্বন আগুৰি ধৰাৰ ব্যৰ্থ চেষ্টা কৰিলে। আমাৰ ডিভিশ্বনবোৰ সেনাবাহিনীৰ প্ৰতিৰক্ষা লাইনলৈ উভতি গল আৰু সিবোৰে ১৫ জুলাইৰ পৰা আত্মৰক্ষামূলক অৱস্থান ললে।

সিদিনা জাৰ্মানইঁতে ভ'ৰ'নেঝ ৰণাঙ্গনৰ সমগ্ৰ এলেকা জুৰি আত্মৰক্ষামূলক অৱস্থান ললে। জাৰ্মান আক্ৰমণাত্মক অভিযানৰ পক্ষে ই আছিল এক সঙ্কটময় দিন, অপাৰেছন চিটাডেলৰ সম্পূৰ্ণ ব্যৰ্থতাৰ দিন। ছোভিয়েত কমাণ্ডে সমগ্ৰ ৰণাঙ্গন জুৰি উদ্যোগৰ দায়িত্ব ল'লে।

১৬ জুলাইত শত্ৰুইঁতে সিহঁতৰ প্ৰধান শক্তিবোৰক ক্ৰমান্বয়ে প্ৰত্যাহাৰ কৰিবলৈ ধৰিলে। যি মুহূৰ্তত আমি তাক গম পালোঁ আমাৰ সৈন্যইঁতে সিহঁতৰ পিচ ললে, কিন্তু অগ্ৰগতি আছিল মন্থৰ। ১৮ তাৰিখে ভ'ৰ'নেঝ ৰণাঙ্গনৰ আৰু ষ্টেপ ৰণাঙ্গনৰ আৰ্মিবোৰৰ বাওঁ কাষৰ সৈন্যসকলে আমাৰ ৰণৰ মাজত সোমাই পৰা নাৎছী সেনা গোষ্ঠীক ছেদেলি-ভেদেলি কৰিবলৈ ওলাই পৰিল আৰু ২৩ জুলাইৰ দিনা শত্ৰুৰ আক্ৰমণাত্মক অভিযানৰ আগতে য'ত আছিল সেই লাইন পালেগৈ।

প্ৰতিদ্বন্দ্বী আৰ্মিবোৰ এটা অপেক্ষাকৃত সৰু খণ্ডত ১৭ দিন ধৰি যুঁজত লিপ্ত থাকিল। বিপুল পৰিমাণ অস্ত্ৰশস্ত্ৰ, বিশেষকৈ টেঙ্ক আৰু বিমান এই যুঁজখনৰ লগত জড়িত আছিল।

নাৎছী কমাণ্ডে সিহঁতৰ সকলো আশা কেন্দ্ৰীভূত কৰিছিল পেন্থাৰ আৰু টাইগাৰবোৰ ওপৰত, ডাঠ বৰ্ম আৰু ৮৮ মিলিমিটাৰ কামানযুক্ত ফাৰ্ডিনাণ্ডবোৰৰ ওপৰত আৰু ৩৭ মিলিমিটাৰ কামানসজ্জিত তথাকথিত টেঙ্ক-বিধ্বংসী বিমানৰ ওপৰত। সেয়ে সিহঁতে সিহঁতৰ আঘাতৰ লক্ষ্য হিচাপে আমাৰ প্ৰতিৰক্ষাৰ সবাতোকৈ শক্তিশালী অংশবোৰ নিৰ্দিষ্ট কৰিছিল, ভাবিছিল সেইবোৰক অনায়াসে পৰাস্ত কৰিব পৰা হ'ব। কিন্তু নতুন অস্ত্ৰশস্ত্ৰবোৰে সিহঁতৰ ওপৰত ন্যস্ত আশা পূৰণ কৰিব নোৱাৰিলে। শত্ৰুৰ ওপৰত মোক্ষম আঘাত হনা হ'ল। যি আছিল ভেৰমাখটৰ গৰ্ব আৰু আশা, সেই টাইগাৰ, পেন্থাৰ আৰু ফাৰ্ডিনাণ্ডবোৰ আকাৰহীন ধাতুস্তূপত পৰিণত হ'ল। তাৰ তলত কবৰস্থ হ'ল মাথোন নাৎছী কমাণ্ডৰ ৰণনৈতিক সংৰক্ষিত শক্তিবোৰেই নহয়, সেই গ্ৰীষ্মত প্ৰতিশোধ লোৱাৰ সম্পৰ্কত সিহঁতৰ আশাও। ভয়ঙ্কৰ আঘাত আৰু কাকুমৰ ৰণনীতি ব্যৰ্থতাত পৰ্য্যবসিত হ'ল। মানষ্টাইন আৰু ক্লুগৰ টেঙ্কবোৰ আমাৰ প্ৰতিৰক্ষাৰ লগত সাঙোৰ খাই পৰিলত সিহঁতৰ ৰণনীতি খণ্ড-বিখণ্ড হৈ ভাঙি গ'ল। নাৎছীহঁতে চাৰিদিনৰ ভিতৰত কুৰ্স্কত উপস্থিত হোৱাৰ সপোন দেখিছিল, কিন্তু ৰণৰ প্ৰথম এঘাৰ দিনত সিহঁত আমাৰ প্ৰতিৰক্ষা লাইনৰ আনকি আধাৰ মাজতো সোমাব নোৱাৰিলে। সিহঁতে ক'তো পূৰা ভেদ কৰিব নোৱাৰিলে। সিহঁতে যি কৰিব পাৰিছিল সি হৈছে আমাৰ সেনাবাহিনীক এটা ঠেক সমুখভাগ জুৰি অলপ পিচ হোঁহকাই দিছিল।

এই যুঁজত ভ'ৰ'নেৎ ৰণাঙ্গনৰ সৈন্যসকলে আত্মৰক্ষাত সুদৃঢ়ভাৱে যুঁজিছিল, যুঁজিছিল জয়ৰ অদম্য প্ৰতিজ্ঞা লৈ। শত্ৰুৰ আক্ৰমণাত্মক অভিযান প্ৰতিহত কৰিবলৈ আমাৰ সৈন্যসকলে—জেনাৰেলৰ পৰা

ভল খাপলৈকে—যুঁজৰ উচ্চ দক্ষতা, অভূতপূর্ব দৃঢ়তা আৰু বীৰত্ব প্ৰদৰ্শন কৰিছিল।

জেনাৰেল হেড কোৱাৰ্টাছৰ নির্দেশ অনুযায়ী ২৪ জুলাই তাৰিখে ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকলে বেলগ'ৰ'দ আৰু খাৰকভ অভিমুখে এক প্ৰতি-আক্ৰমণৰ বাবে প্ৰস্তুতি চলাবলৈ ধৰিলে। স্তেপ ৰণাঙ্গনতো এই প্ৰতি-আক্ৰমণত ভাগ লোৱা হব বুলি ঠিক হল। সেই উদ্দেশ্যে আমাৰ ৰণাঙ্গনৰ পৰা ৫ম গাৰ্ডছ আৰ্মি আৰু ৬১তম আৰ্মিক স্তেপ ৰণাঙ্গনলৈ স্থানান্তৰিত কৰা হল। প্ৰতি-আক্ৰমণাত্মক অভিযানৰ বাবে যি সময় দিয়া হল সি আছিল অতি সীমিত (দহ দিন) আৰু সেয়া কমাণ্ড ষ্টাফ, হেড কোৱাৰ্টাৰ্ছ আৰু সৈন্যসকলৰ ওপৰত, বিশেষকৈ যুঁজত ভাগবি পৰা ১ম টেঙ্ক আৰ্মি, ৬ষ্ঠ গাৰ্ডছ আৰু ৭ম গাৰ্ডছ আৰ্মিৰ ওপৰত বিপুল দৈহিক চাপ সৃষ্টি কৰিলে।

জাৰ্মান কমাণ্ডে যদিও সিহঁতৰ ফৌজৰ কিছু অংশক স্থানান্তৰিত কৰিলে সেই দনবাছ আৰু অ'ৰেল এলাকাত য'ত ১২ই জুলাই ব্ৰিয়ানস্ক আৰু কেন্দ্ৰীয় ৰণাঙ্গনৰ আৰু পশ্চিম ৰণাঙ্গনৰ বাওঁপক্ষৰ সৈন্যসকল প্ৰতি-আক্ৰমণাত্মক অভিযানলৈ গৈছিল, তথাপি বেলগ'ৰ'দ-খাৰকভ খণ্ডত বৈ যোৱা সিহঁতৰ গোষ্ঠীবোৰ তেতিয়াও যথেষ্ট প্ৰভাৱশালী শক্তি। তদুপৰি শত্ৰুহঁতে সংগঠিত প্ৰতিৰক্ষাৰ ওপৰত বিশেষ জোৰ দিছিল। আমাৰ শক্তিবোৰৰ আগত কৰ্তব্য আছিল বেলগ'ৰ'দ-খাৰকভ খণ্ডৰ সমগ্ৰ গভীৰতা জুৰি প্ৰতিৰক্ষা লাইনবোৰ আৰু খাৰকভক ঘেৰি থকা ছটা প্ৰতিৰক্ষা বলায় ভেদ কৰা।

আমি এই কথাত সান্ত্বনা লভিলোঁ। যে নাৎছী কমাণ্ডেও সিহঁতৰ উচ্চাকাঙ্ক্ষী 'অপাৰেছন চিটাডেল' পৰিকল্পনাৰ ব্যৰ্থতা স্বীকাৰ কৰিবলৈ বাধ্য হৈছে আৰু ফলস্বৰূপ সিহঁতৰ মনোবল টুটি গৈছে। জাৰ্মানহঁতে খাৰকভ অভিমুখে অদূৰ ভৱিষ্যতত কোনো ছোভিয়েত আক্ৰমণাত্মক অভিযানৰ আশঙ্কা কৰা নাছিল, বৰং তাক অসম্ভৱ বুলিয়ে ধৰি লৈছিল,

কাৰণ সিহঁতে ভাবিছিল যে আত্মৰক্ষামূলক যুঁজত ছোভিয়েত সৈন্যসকল অৱসন্ন হৈ পৰিছে।

কথাটোত আচৰিত হ'ব লগীয়া একো নাই। ছোভিয়েত সেনাবাহিনীৰ শক্তি আৰু সম্ভাৱনাক চুটিকৈ দেখাটো আছিল নাৎছী কমাণ্ডৰ এটা প্ৰৱণতা।

তৎকালীন পৰিস্থিতিত যুঁজৰ প্ৰস্তুতিৰ বাবে যিমানখিনি সময় বচাব পাৰি সেই চেষ্টাৰে জেনাৰেল হেড কোৱাৰ্টাৰে ভ'ৰ'নেঝ আৰু ষ্টেপ ৰণাঙ্গনৰ কাষৰীয়া পক্ষবোৰক লৈ বেলগ'ৰ'দৰ উত্তৰ-পশ্চিম এলেকাৰ পৰা মোটামুটি ব'গ'ছুখভ. ভালকি আৰু ন'ভ'য়া ভদোলগ অভিমুখে এক শক্তিশালী আঘাত কৰাৰ পৰিকল্পনা কৰিলে, যাৰ উদ্দেশ্য হ'ব শত্ৰু গোষ্ঠীবোৰক দু'ভাগত ভাগ কৰি পেলোৱা, তাৰ পিচত খাৰকভ এলেকাত প্ৰধান নাৎছী শক্তিবোৰক আগুৰি পেলোৱা আৰু মষিমূৰ কৰা। দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ পৰা জেনাৰেল এন. এ. গাগেনৰ ৫৭ তম আৰ্মিয়ে দক্ষিণ-পশ্চিমৰ পৰা খাৰকভক ফালৰি কাটি মেৰেকাত এটা আঘাত হনাৰ কথা আছিল। শত্ৰুৰ ফৌজক ছিৰাছিৰ কৰিব পেলাবৰ বাবে আৰু তাৰ মাজেৰে সমগ্ৰ গোষ্ঠীক পৰাস্ত কৰাৰ বাবে কেবাটাও আঘাত হনাৰো কথা আছিল।

এদিনাখন ৰণাঙ্গনৰ আৰ্মিবোৰৰ কমাণ্ডাৰসকলক আই. এছ. চিস্তিয়াকভৰ গড়খাৰৈৰ মাজত মাটিৰ তলত থকা আশ্ৰয়স্থলীলৈ আমন্ত্ৰণ জনোৱা হ'ল, মাৰ্শাল ঝুকভে আগন্তুক আক্ৰমণাত্মক যুঁজৰ উদ্দেশ্য ব্যাখ্যা কৰিলে আৰু প্ৰধান আক্ৰমণৰ গতিমুখ নিৰ্দ্ধাৰণ কৰি দিলে। তাৰ পিচত সমস্ত আৰ্মি কমাণ্ডাৰসকলক নিজৰ নিজৰ মত জনাবলৈ কলে।

মোৰ মত দিবলৈ গৈ মই প্ৰস্তাৱ কৰিলোঁ। ৰণাঙ্গনৰ প্ৰধান আক্ৰমণ কৰা হওক ৪০ তম আৰ্মিৰ এলেকাত ক্ৰাছনোপলিয়ে ছোলদাৎস্কোৱে লাইনৰ পৰা আখতিৰকা আৰু প'লতোভা অভিমুখে,

আৰু তাৰ পিচত ষ্টেপ আৰু দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ সৈন্যসকলৰ সহযোগত শত্ৰুৰ সমগ্ৰ বেলগ'ৰ'দ-খাৰকভ গোষ্ঠীক আগুৰি ধৰা হওক আৰু ধ্বংস কৰা হওক, অৰ্থাৎ বৃহত্তৰ পৰিসৰত ষ্টালিনগ্ৰাদৰ যুঁজৰ পুনৰাবৃত্তি কৰা হওক। মাৰ্শ্বাল ঝুকভে উত্তৰত ক'লে যে শত্ৰুৰ মূৰ অৰ্থাৎ তাৰ প্ৰধান শক্তিবোৰ আছে বেলগ'ৰ'দ আৰু খাৰকভ এলেকাত, আৰু চুপ্ৰীম কমাণ্ডাৰ-ইন-চিফ ষ্টালিনে নিৰ্দেশ দিছে যে শত্ৰুৰ মূৰত আঘাত কৰিব লাগিব কাৰণ বৃহত্তৰ পৰিবেষ্টনৰ যুঁজৰ বাবে যিমান জনবল আৰু অস্ত্ৰশস্ত্ৰ দৰকাৰ তাৰ কোনোটো আমাৰ নাই। মোৰ প্ৰস্তাৱবোৰৰ পৰা একমাত্ৰ যিটো তেওঁ অনুমোদন কৰিলে সি হৈছে জেনাৰেল এছ জি এ ফিমেস্কোৰ নতুন ২৭ তম আৰ্মিক ৪০ তম আৰ্মিৰ সোঁকাষত মোতায়েন কৰা হওক, ৬ষ্ঠ গাৰ্ডছ আৰ্মিৰ বাওঁ কাষত নহয় আৰু আক্ৰমণাত্মক অভিযান প্ৰধান আক্ৰমণৰ দুদিন পাচত আৰম্ভ কৰা উচিত।

জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ নিৰ্দেশ অনুযায়ী জেনাৰেল ভাতুতিনে সিদ্ধান্ত কৰিলে যে ৬ষ্ঠ গাৰ্ডছ আৰু ৫ম গাৰ্ডছ আৰ্মি, ১ম টেঙ্ক আৰ্মি আৰু পঞ্চম গাৰ্ডছ টেঙ্ক আৰ্মিৰ সৈন্যসকলৰ হতুৱাই বাওঁ কাষত প্ৰধান আক্ৰমণ কৰিব, প্ৰতিদ্বন্দ্বী গোষ্ঠীক ছত্ৰভঙ্গ কৰিব, তাৰ পিচত সাধাৰণভাবে ঝ'ল'চেভ আৰু ভালুঝি অভিমুখে, পশ্চিমৰ পৰা খাৰকভক কালৰি কাটি গৈ গতিশীল গোটবোৰ লৈ আক্ৰমণক আগুৱাই নিব। ৬ষ্ঠ গাৰ্ডছ আৰু ৫ম গাৰ্ডছ আৰ্মিবোৰ প্ৰথম তৰঙ্গত আগুৱাব লাগিব আৰু প্ৰথম দিনাৰ যুঁজত যি ফাট সৃষ্টি হ'ব তাৰ মাজেদি টেঙ্ক আৰ্মিবোৰক দ্বিতীয় ৰণাঙ্গনলৈ পঠোৱা হ'ব। পশ্চিম কালৰ পৰা ৪০ তম আৰু ২৭ তম আৰ্মিৰ আক্ৰমণেৰে প্ৰধান গোষ্ঠীৰ আক্ৰমণক সমৰ্থন কৰি থকা হ'ব। ষ্টেপ ৰণাঙ্গনৰ এলেকাত জেনাৰেল মানাগাৰভৰ ৫৩ তম আৰ্মি আৰু ৬৯ তম আৰ্মিৰ গোটবোৰে প্ৰধান আঘাত হানিব। জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ নিৰ্দেশ পাই আৰু সেই

সম্পৰ্কে লাগতিয়াল সিদ্ধান্ত লৈ জেনাৰেল ভাতুত্তিন যুঁজৰ পৰিকল্পনা কৰিবলৈ ওলাই গল। তেওঁ, ৰণাঙ্গনৰ ৰণথলীৰ কমাণ্ডাৰসকল, আৰ্মি, ক'ৰ আৰু ডিভিশ্বনবোৰৰ ষ্টাফসকলে ওবে নিশা মানচিত্ৰ অনুশীলন কৰিলে, ঘটনাথলী পৰিদৰ্শন কৰিলে আৰু যি দলিল অনুযায়ী সৈন্যসকলৰ পুনৰ্বিন্যাস, কেন্দ্ৰীভৱন আৰু নিয়োগ কৰা হ'ব সেইবোৰ তৈয়াৰ কৰিলে। এই আটাইবোৰ কাম ৰাতি গোপনে কৰা হল।

এই যুঁজৰ পৰিকল্পনা আৰু সংগঠন কৰা উজু কাম নাছিল। এটা গতি-পৰিবৰ্তনকাৰী সৈন্য সঞ্চালন ইয়াৰ লক্ষ্য নাছিল, ইয়াৰ উদ্দেশ্য আছিল শত্ৰুৰ প্ৰধান গোষ্ঠীক বিভক্ত কৰি পেলোৱা। নাৎচীইঁতৰ প্ৰতিৰক্ষা আছিল সুৰক্ষিত, কেবাটাও লাইনেৰে গঠিত, তাক ভেদ কৰাৰ বাবে হুচিয়াৰ হৈ পৰিকল্পনা কৰাৰ দৰকাৰ আছিল। শক্তিশালী গোলন্দাজ গোটবোৰক ভেদ কৰাৰ ঠাইলৈকে লৈ যাব লগা হৈছিল। বিমান বাহিনীৰ শক্তিকো এই কালে মনোনিৱেশ কৰোৱা হৈছিল।

আমাৰ উদ্দেশ্য গোপন ৰখাৰ বাবে আমি লোৱা ব্যৱস্থাবোৰৰ সম্পৰ্কে দুআষাৰ কোৱা উচিত। প্ৰধান আক্ৰমণৰ গতিমুখ সম্বন্ধে শত্ৰুক বিভ্ৰান্ত কৰিবলৈ আমি ৩৮তম আৰ্মিৰ দ্বাৰা ৰক্ষিত অংশত অৰ্থাৎ আমাৰ ৰণাঙ্গনৰ সোঁকাষত, চুদৃঝা চহৰৰ ওচৰত থকা ভূমি অভিমুখে এটা টেঙ্ক আৰ্মি, এটা ফিল্ড আৰ্মি আৰু সমৰ্থনৰ বাবে কামান আদিৰ গোট থুৱাই কেন্দ্ৰীভৱনৰ ভাও ধৰিলো।

এই এলেকাত শক্তিশালী অনাতাঁৰ কেন্দ্ৰবোৰে মিছা সাংকেতিক নিৰ্দেশ পাইছিল আৰু তাক প্ৰচাৰ কৰিছিল। ৰেল লাইনেদি সঘনাই নকল টেঙ্ক আৰু কামান, খালি বেছন আৰু গোলা-বাৰুদৰ বাকচ, খালি তেলৰ পিপা আদি উঠোৱা-নমোৱাৰ সকলো বন্দৱস্ত সহ ৰেল চলাচল কৰি আছিল। টেঙ্ক, কামান, লৰি, গাড়ী, পদাতিক সৈন্যসকলৰ লানি নিছিগা শাৰী সমুখ ৰণথলীৰ পিনে অগ্ৰসৰ হৈছিল।

নিশা এই আটাইবোৰ সামৰি লৈ বাত্তিপুৰা যাতে কেন্দ্ৰীভৱনৰ তাও ধৰা এলেকাত আকৌ ওলাব পাৰে সেই উদ্দেশ্যে পূৱদিশলৈ পঠাই দিয়া হৈছিল।

শত্ৰুইঁত এইবোৰ গতিবিধি চাই আগ্ৰহশীল হৈ উঠিল। প্ৰথমে সিইঁতে অনুসন্ধানী বিমানৰ সংখ্যা বঢ়ালে, তাৰ পিচত ষ্টেছন আৰু নকল কামান আৰু টেঙ্ক আক্ৰমণ কৰিবলৈ বোমাৰু বিমান পঠিয়ালে, তাৰ পিচত এটা টেঙ্ক আৰু এটা পদাতিক—এই দুটা ডিভিজনক ছুমি এলেকালৈ পঠিয়ালে। নাৎছী কমাণ্ডক ইমান বিভ্ৰান্ত কৰা হৈছিল যে আমি বেলগ'ৰ'দলৈ আগবাঢ়ি অহা দেখি সিহঁত আচৰিত হৈ গৈছিল।

কামানৰ পৰা আৰু বিমানৰ পৰা বোমাবৰ্ষণৰ পিচত ৩ আগষ্ট বাত্তিপুৱা বেল'গ'ৰদ আৰু খাৰকভ অভিমুখে আমাৰ প্ৰতি-আক্ৰমণাত্মক অভিযান আৰম্ভ হল। ৫ম গাৰ্ড'ছ আৰু ষষ্ঠ-গাৰ্ড'ছ আক্ৰমণাত্মক আৰ্মিৰ সৈন্যসকলে প্ৰথমে শত্ৰু লাইন ভেদ কৰে আৰু দুপৰীয়া ১২ বজাত দ্বিতীয় লাইনটো দখল কৰিলে।

তেওঁলোকে ইতিমধ্যে যিবোৰক যুঁজত নিয়োগ কৰা হৈছিল, সেই ১ম টেঙ্ক আৰু ৫ম গাৰ্ড'ছ টেঙ্ক আৰ্মিকো চেৰাই গল। পদাতিক বাহিনীৰ লগ লাগি এই দুটা আৰ্মিয়ে ৩য় লাইনটোকো ভেদ কৰিলে আৰু আক্ৰমণক গভীৰলৈকে আগুৱাই নিলে।

সৈন্যসকলে সাহসেৰে সৈতে আৰু সোৎসাহে আক্ৰমণ কৰিলে। তেওঁলোক প্ৰতিৰোধৰ কেন্দ্ৰবোৰ চেৰাই গল আৰু দক্ষিণৰ ফালে হেঁচি আগবাঢ়িবলৈ ধৰিলে। উদাহৰণস্বৰূপে, যেতিয়া ছোভিয়েত টেঙ্কবোৰে প্ৰতিৰক্ষাৰ এলাকাৰ গভীৰলৈ অগ্ৰসৰমান নাৎছী সংৰক্ষিত শক্তিবোৰক চূৰ্ণ-বিচূৰ্ণ কৰি আছিল, তেতিয়া বলিষ্ঠ দুৰ্গ-সমন্বিত তোমাৰভকা আৰু বৰিছভকা প্ৰতিৰোধ কেন্দ্ৰবোৰ শত্ৰুৰ হাতত থাকিবলৈ দিয়া হল। টেঙ্ক আৰ্মিবোৰ শত্ৰুৰ বেহু-ৰচিত প্ৰতিৰক্ষা

এলেকাবোৰ ভেদ কৰি ২৬ কিলোমিটাৰ আগুৱাই গল। প্ৰথম দিনা আমাৰ সৈন্যৰ ওপৰত যি কঠিনতম কৰ্তব্য ন্যস্ত কৰা হৈছিল তাক সাফল্যেৰে সৈতে সমাধা কৰা হল।

দ্বিতীয় দিনাৰ সূচনা হল শত্ৰুৰ ভয়ঙ্কৰ প্ৰতি-আক্ৰমণেৰে। কিন্তু সিহঁতক দৃঢ়ভাৱে প্ৰতিহত কৰা হল আৰু ৰণাঙ্গনৰ সৈন্যসকলে তেওঁলোকৰ অগ্ৰগতি অক্ষুণ্ণ ৰাখিলে। ৪ আগষ্ট ধলপুৱা ২৭তম আৰু ৪০তম আৰ্মিয়ে আক্ৰমণাত্মক অভিযানত লাগি গল আৰু শত্ৰুৰে প্ৰতিৰক্ষা বেহু ৮ৰ পৰা ২০ কিলোমিটাৰ পৰ্য্যন্ত ভেদ কৰিলে। নাৎছী প্ৰতিৰক্ষাৰ ফাটল আৰু ২৬ কিলোমিটাৰ বহল কৰা হল।

৬ষ্ঠ গাৰ্ডছ আৰ্মিয়ে তোমাৰভকা দখল কৰিলে আৰু ষ্টেপ ৰণাঙ্গনে দখল কৰিলে বেলগ'ৰ'দ।

নাৎছী কমাণ্ডে ভ'ৰ'নেঝ আৰু ষ্টেপ ৰণাঙ্গনৰ অগ্ৰগতিৰ দ্বাৰা কেনে বিপদ সৃষ্টি হৈছে তাক উপলব্ধি কৰিলে, ফলত সিহঁতে খাৰকভৰ পশ্চিমত বিপুল ফৌজ কেন্দ্ৰীভূত কৰিবলৈ ধৰিলে। সিহঁতে যে সিহঁতৰ খাৰকভ গোষ্ঠীৰ পক্ষে মাথোঁ যে বিপদৰ কথাই উপলব্ধি কৰিলে তেনে নহয়, দনবাছ গোষ্ঠীৰ পক্ষেও বিপদৰ কথা উপলব্ধি কৰিলে। ফলত খাৰকভত পৰাজয়ক ভেটা দিবলৈ বুলি সিহঁতে আৰু অ'ৰেল এলেকাৰ পৰা এছ. এছ. পেনৎছাৰ ডিভিশ্যনক পুনৰ আঁতৰাই নিবলৈ ধৰিলে।

৬ আৰু ৭ আগষ্ট তাৰিখে আমাৰ সৈন্যসকল শত্ৰুৰ প্ৰতিৰক্ষা এলেকাৰ ভিতৰত গভীৰলৈ অগ্ৰসৰ হবলৈ ধৰিলে। ১ম টেঙ্ক আৰ্মিয়ে ব'গ'ডুখভ দখল কৰিলে আৰু ২৭তম আৰ্মিয়ে গ্ৰাইভ'ৰ'ণ মুক্ত কৰিলে। ভাতুতিনে ইচ্ছা কৰিয়েই বিপদ মূৰ পাতি ললে। তেওঁ টেঙ্ক গোটবোৰক শত্ৰুৰ পিচফালে আৰু আগুৱাই যাবলৈ নিৰ্দেশ দিলে। তেওঁ এই কথাটো ভালদৰে জানিছিল তেওঁলোকে শত্ৰুৰ খাৰকভ গোষ্ঠীক যিমান বিভক্ত কৰিব শত্ৰু সিমান শক্তিহীন

হ'ব। ৭ আগষ্টৰ দিনা ভাটিবেলা ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকল ১০০ কিলোমিটাৰবো বেছি আগুৱাই গৈছিল আৰু ফাটলটো ১২০ কিলোমিটাৰলৈকে বহল কৰিছিল।

৮-১১ আগষ্টত ৰণাঙ্গনৰ শক্তিবোৰ আগবাঢ়ি থাকিল। পোলতাভাৰ ফালৰ ৰেললাইন কাটি দিলে আৰু খাৰকভক পশ্চিম ফালৰ পৰা ফালৰি কাটি গৈ নাৎছীহঁতৰ খাৰকভ গোষ্ঠীক দুভাগত ভাগ কৰি পেলালে। ফাটলটো পশ্চিম আৰু দক্ষিণ-পশ্চিম ফালে বহল কৰা হ'ল। আমাৰ সৈন্যসকল শত্ৰু ঘাঁটি ব'ৰ'মলিয়া আখতিৰকা আৰু কোতেলভা পালেগৈ।

খাৰকভ গোষ্ঠী যাতে পৰিবেষ্টিত নহয় তাৰ বাবে জাৰ্মানহঁতে সিহঁতৰ চলিত যুঁজৰ বাবে ৰখা সংৰক্ষিত শক্তিক নমাই দিলে আৰু প্ৰথমে ব'গ'দুখভ খণ্ডত আৰু তাৰ পিচত আখতৰিকা খণ্ডত শক্তিশালী প্ৰতি-আক্ৰমণ আৰম্ভ কৰিলে। নাৎছী কমাণ্ডে শেষলৈকে মানষ্টাইনৰ বিপদ সম্পৰ্কে আৰ্ত্ত অনুৰোধত কাণসাৰ দিলে আৰু বিপন্ন অৱস্থাত থকা সত্ত্বেও চাৰিটা পদাতিক ডিভিশ্বন আৰু ৬০০ টা টেঙ্ক সহ ৭টা পেনৎছাৰ আৰু মটৰ-বাহিত ডিভিশ্বনক আখতিৰকা এলেকাত আৰু ব'গ'দুখভৰ দক্ষিণত কেন্দ্ৰীভূত কৰিলে। শত্ৰুহঁতে ভ'ৰ'নেঝ ৰণাঙ্গনৰ বাওঁ কাষে আৰু সোঁমাজত আঘাত কৰাৰ সিদ্ধান্ত ললে। সিহঁতৰ প্ৰতি-আক্ৰমণে ৬ষ্ঠ গাৰ্ডছ আৰু ১ম টেঙ্ক আৰ্মিৰ অগ্ৰগতি লেহেম কৰি দিলে।

১১ৰ পৰা ১৭ আগষ্টলৈকে ব'গ' দু'খভৰ দক্ষিণত তমোময় যুঁজত সংখ্যাৰ ফালৰ অধিক শত্ৰু ফৌজ অলপ আগবাঢ়িব পৰা হ'ল।

ইতিমধ্যে ভৰকেন্দ্ৰ ৪০তম আৰ্মি আৰু ২৭তম আৰ্মিৰ দ্বাৰা ৰক্ষিত এলেকালৈ স্থানান্তৰিত কৰা হ'ল। ১০ম টেঙ্ক ক'ৰৰ দ্বাৰা বলীয়ান ৪০তম আৰ্মিয়ে তাৰ সোঁ পক্ষ লৈ লেবেদিন অভিমুখে

আক্ৰমণ কৰাৰ আৰু তাৰ পিচত পুছিওল নৈ অভিমুখে আগবাঢ়ি যোৱাৰ কথা থাকিল। ৩৮তম আৰ্মিও আক্ৰমণত নামি গল।

শত্ৰুৱে প্ৰবলভাৱে প্ৰতিৰোধ কৰিলে কিন্তু লাহে লাহে পশ্চিমলৈ পিচ হুঁহকি যাবলৈ বাধ্য হল। সিহঁত ব'গ'দুখভ এলেকাত কোনো সাফল্য অৰ্জন কৰিবলৈ সক্ষম নহল, তাত বিপুল ক্ষয়-ক্ষতিৰ পাচত সিহঁতে আত্মৰক্ষামূলক অৱস্থান ললে। পৰাজিত হোৱাৰ পিচত নাৎছী কমাণ্ডে উত্তৰ-পশ্চিম ফালৰ পৰা, য'ত দুটা পেনৎজাৰ আৰু এটা মটৰ বাহিত ডিভিজনক কেন্দ্ৰীভূত কৰিছিল সেই আখতিৰকাৰ পৰা ব'গ'দুখভ আক্ৰমণ কৰাৰ সিদ্ধান্ত ললে। শত্ৰুক তাৰ এইবোৰ শক্তি নিয়োগ কৰাৰ পৰা বিৰত কৰিবলৈ আৰু ৪০তম আৰু ২৭তম আৰ্মিৰ এলেকাত শত্ৰুৰ আক্ৰমণ আগৰে পৰা বানচাল কৰিবলৈ ৰণাঙ্গনৰ কমাণ্ডে তাৰ সংৰক্ষিত শক্তি লেফটানেণ্ট-জেনাৰেল পি পি. কৰঝুনৰ ৪৭তম আৰ্মিক অনাৰ সিদ্ধান্ত ললে। তদুপৰি লেফটানেণ্ট-জেনাৰেল জি. আই. কুলিকৰ নেতৃত্বত ৪ৰ্থ গাৰ্ডছ আৰ্মিক জেনাৰেল হেড কোৱাৰ্টাছৰ সংৰক্ষিত শক্তিৰ পৰা আমি আখতিৰকা এলেকাত কেন্দ্ৰীভূত কৰা হল।

১৭ আগষ্ট তাৰিখে ৪০তম আৰু ৪৭তম আৰ্মিয়ে শত্ৰুৰ পাৰ্শ্বদেশ আৰু পশ্চাদভাগক আখতিৰকা এলেকাত আক্ৰমণ কৰিলে; ছুমিৰ দক্ষিণ-পূবত শত্ৰুৰ সমগ্ৰ বেহু-ৰচিত প্ৰতিৰক্ষা এলেকাৰ গভীৰত থকা অৱস্থানবোৰ ভেদ কৰিলে আৰু দক্ষিণ ফালে খেদি গৈ জাৰ্মান সৰবৰাহ লাইনক বিপন্ন কৰিলে। আৰু সেই সময়তে লুফাৎৱাফৰ ছত্ৰছায়াত শত্ৰুগোষ্ঠীয়ে ২৭তম আৰ্মিৰ ওপৰত আক্ৰমণ কৰিলে, তাৰ প্ৰতিৰক্ষাত ফাটল ধৰাই দিলে আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ বাওঁ কাষৰ আৰ্মিবোৰৰ পক্ষে বিপদ সৃষ্টি কৰিলে।

বিপদ নোহোৱা হল একমাত্ৰ ভেতিয়াই যেতিয়া শত্ৰুৱে তাৰ ফৌজৰ কিছু অংশক ৪০তম আৰু ৪৭তম আৰ্মিবোৰৰ এলেকাবোৰলৈ

আঁতৰাই নিলে আৰু সিহঁতৰ অগ্ৰগতি মন্থৰ কৰি দিলে। অৱশেষে ৪০তম আৰ্মিক লেবেদিন মুক্ত কৰাৰ আৰু নাৎছীহঁতক পছিওল নৈৰ সিপাৰে খেদি পঠোৱাটোক ভেটা দিব নোৱাৰিলে। তাৰ লগতে ৪ৰ্থ গাৰ্ডছ আৰ্মিয়ে শত্ৰুৰ সেই শক্তিক আক্ৰমণ কৰিলে যিহঁত ২৭তম আৰ্মি অৱস্থানৰ মাজত সোমাই পৰিছিল, আৰু ২০ আগষ্ট তাৰিখে শত্ৰু শক্তিবোৰে আত্মৰক্ষামূলক অৱস্থান ললে।

চাৰিদিন পিচত নাৎছী আক্ৰমণকাৰী গোষ্ঠীক মষিমূৰ কৰা হল আৰু আখতিৰকা পুনৰ মুক্ত হল। ভ'ৰ'নেৰ ৰণাঙ্গনৰ পৰিস্থিতি পশ্চিম আৰু দক্ষিণ-পশ্চিম অভিমুখে আক্ৰমণৰ পক্ষে অনুকুল আছিল। এই ৰণাঙ্গনৰ আক্ৰমণকাৰী গোষ্ঠী দক্ষিণ কাষৰ পিনে আগবাঢ়ি গল। সিমান দিনে ষ্টেপ ৰণাঙ্গনৰ আৰ্মিবোৰে যিহঁত দেৰ মাহ আগতো আছিল পৰাক্ৰমী সেই বেলগ'ৰ'দ-খাৰকভ গোষ্ঠীক ছত্ৰভঙ্গ কৰি দিছিল। ২৩ আগষ্টৰ দিনা তেওঁলোকে খাৰকভ মুক্ত কৰিলে।

ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকলে নাৎছীহঁতক শোচনীয়ভাৱে পৰাস্ত কৰিলে। ১১ৰ পৰা ২০ আগষ্টৰ ভিতৰত শত্ৰুহঁতে ৩৪ ৬০০ বিষয়া আৰু সৈন্য, ৫২১ টা টেঙ্ক, ৫৩০ টা কামান, ১৪০ টা মৰ্টাৰ, ২৩২৭ টা ট্ৰাক আৰু ১৪০ খন বিমান হেৰুৱাইছিল, আৰু বিপুল পৰিমাণ আন আন বয়বস্তু আমাৰ হাতলৈ আহিছিল।

ভ'ৰ'নেঝ ৰণাঙ্গনে জেনাৰেল হেড কোৱাৰ্টাৰ্ছে ন্যস্ত কৰা কৰ্তব্য পালন কৰিছিল।

বেলগ'ৰ'দ-খাৰকভ আৰু লেবেদিন খণ্ডত আমাৰ সৈন্যসকলৰ সাফল্যই নীপাৰৰ পূৱত য়ুক্ৰাইন আৰু দনবাছক মুক্ত কৰাৰ ফালৰ পৰা আৰু নীপাৰ নৈ পাৰ হোৱাৰ ফালৰ পৰা অনুকুল পৰিবেশ সৃষ্টি কৰিছিল।

নাৎছী ফৌজৰ পৰাজয় আৰু সিহঁতৰ আক্ৰমণাত্মক অভিযানৰ ব্যৰ্থতাই ছোভিয়েত সশস্ত্ৰ ফৌজৰ ক্ৰমবৰ্দ্ধমান পৰাক্ৰমৰ সাক্ষ্য দিলে আৰু ছোভিয়েত ৰণনীতিয়ে বোলে মাথো বিশেষ ঋতুত সাফল্য অৰ্জন কৰে এই কল্পকাহিনীক ধূলিসাৎ কৰি দিলে। কুৰ্স্কৰ যুঁজে প্ৰমাণ কৰিলে যে আমাৰ সৈন্যসকলে বছৰৰ যিকোনো সময়ত শত্ৰুক পৰাস্ত কৰিব পাৰে। ৰণাঙ্গনৰ শক্তিবোৰৰ পাৰস্পৰিক সম্পৰ্ক চিৰকালৰে ছোভিয়েত ইউনিয়নৰ অনুকূলে নিৰ্দ্ধাৰিত হৈ গল। সেই সময়ৰ পৰাই উদ্যোগ ছোভিয়েত কমাণ্ডৰ হাতত থাকি গল। এই বিজয়ে ইউৰোপৰ স্বাধীনতকামী জাতিসমূহৰ অন্তৰ আশাৰে উদ্দীপিত কৰিলে আৰু তেওঁলোক দেখুৱাই দিলে পুব ফালৰ পৰা নাৎছী দাসত্বৰ পৰা মুক্তি আহিব।

নাৎছী জাৰ্মানীয়ে সাফল্যৰ সকলো আশা হেৰুৱালে, আৰু তাৰ কৃতিত্ব ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিৰ, ছোভিয়েত ৰাইজৰ আৰু তেওঁলোকৰ সশস্ত্ৰ সেনাবাহিনীৰ।

---



# কৰ্ণেল-জেনাৰেল লিওনিদ ছান্দালভ*

## ব্রিয়ানস্ক খণ্ড

১৯৪৩ চনৰ ২ জুলাই তাৰিখে জেনাৰেল হেড কোয়াৰ্টাৰ্চে জাৰ্মান ফৌজ কুস্কৰ্ব বিৰুদ্ধে এটা আক্ৰমণাত্মক অভিযান কৰাৰ বাবে সাজু হৈ আছে আৰু সেই অভিযান ৩ বা ৬ জুলাইৰ ভিতৰত যিকোনো দিনত হব পাৰে বুলি সতৰ্ক কৰি দিছিল। তেতিয়া কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনে শত্ৰুৰ আক্ৰমণ প্ৰতিহত কৰাৰ বাবে প্ৰস্তুতি চলাই আছিল আৰু ব্ৰিয়ানস্ক আৰু পশ্চিম ৰণাঙ্গন আক্ৰমণাত্মক অভিযানত অৱতীৰ্ণ হবৰ বাবে সাজু হব লাগিছিল। চুপ্ৰীম কমাণ্ডৰ প্ৰতিনিধিসকলে ব্ৰিয়ানস্ক ৰণাঙ্গনৰ কমাণ্ড প'ষ্টলৈ আহিবলৈ আৰম্ভ কৰিছিল। দীৰ্ঘ দূৰত্বৰ বিমান চালনাৰ কমাণ্ডাৰ কৰ্ণেল-জেনাৰেল এ. ৱাই. গ'ল'ভানভ, যোগাযোগ বিভাগৰ মুখ্য আই বি. পেৰেছিপকিন আৰু সাধাৰণ গোলন্দাজ বিভাগৰ মুখ্য এন. ভি.

* কুস্কৰ যুঁজত কৰ্ণেল জেনাৰেল ছান্দালভ ব্ৰিয়ানস্ক ৰণাঙ্গনৰ চীফ অব্ ষ্টাফ আছিল।

য়াকোলত ইতিমধ্যেই তাত উপনীত হৈছিলহি। মাৰ্শাল জি কে. ঝুকভ, বিমান বাহিনীৰ কমাণ্ডাৰ এ. এ. নভিকভ, গোলন্দাজ বাহিনীৰ সহকাৰী কমাণ্ডাৰ লেফটানেণ্ট জেনাৰেল এম. এন চিস্তিয়াকভ আৰু প্ৰধান ৰাজনৈতিক প্ৰশাসনৰ সহকাৰী মুখ্য লেফটানেণ্ট জেনাৰেল ভি এছ. ভেছেলভ তাৰ কেইদিনমানৰ পিচত আহিল।

কুৰ্স্কৰ বিৰুদ্ধে নাৎছীইঁতৰ আক্ৰমণাত্মক অভিযান ৫ জুলাইত আৰম্ভ হ'ল। যিবোৰ ৰণাঙ্গনে কুৰ্স্কৰ যুঁজত অংশ নিছিল সিবোৰৰ হেড কোৱাৰ্টাৰ্ছবোৰ উত্তেজনাপূৰ্ণ হৈ উঠিল। কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ হেড কোৱাৰ্টাৰ্ছবোৰে জেনাৰেল ষ্টাফক আৰু কাষৰীয়া ৰণাঙ্গনবোৰক ঘণ্টাই ঘণ্টাই খবৰ আৰু প্ৰশ্নৰ উত্তৰ দিব লগীয়া হৈছিল। প্ৰথম দিনাই ব্ৰিয়ানস্ক ৰণাঙ্গনৰ বিমান গোটে কেন্দ্ৰীয় ৰণাঙ্গনৰ হেড কোৱাৰ্টাৰ্ছে দেখুৱাই দিয়া লক্ষ্যবস্তুৰ ওপৰত আক্ৰমণ কৰিলে। কেন্দ্ৰীয় ৰণাঙ্গনে যে শত্ৰুক তাৰ প্ৰতিৰক্ষা লাইন ভাঙি সোমাবলৈ নিদিব প্ৰথম দিনাই আমাৰ এই দৃঢ় প্ৰত্যয় হ'ল। শত্ৰুৱে ভ'ৰ'নেঝ ৰণাঙ্গনৰ বিৰুদ্ধে কিছু সাফল্য অৰ্জন কৰিছিল বুলি ধাৰণা হৈছিল, পিচে সেই সাফল্য নিতান্ত থলুৱা ধৰণৰ। আৰু, যিহেতু জেনাৰেল হেড কোৱাৰ্টাৰ্ছে তাত প্ৰবল সংৰক্ষিত শক্তি কেন্দ্ৰীভূত কৰিছিল সেয়ে ভ'ৰ'নেঝ ৰণাঙ্গনৰ বাবে ভয়ৰ কোনো কাৰণ নাছিল।

ব্ৰিয়ানস্ক ৰণাঙ্গনত আমি আমাৰ আক্ৰমণাত্মক অভিযানৰ পৰিকল্পনাৰ ওপৰত তুলিৰ শেষ পৰশ দি আছিলোঁ। ১২ জুলাই আক্ৰমণ আৰম্ভ কৰাৰ কথা আছিল। নাৎছী বন্দী আৰু পলৰীয়াইঁতে ক'লে আমি আক্ৰমণাত্মক অভিযানৰ বাবে প্ৰস্তুতি চলাই থকা কথাটো জাৰ্মান কমাণ্ডে জানে। আমি যিবোৰ খণ্ডত প্ৰধান আঘাত হানিম বুলি থিৰাং কৰিছিলো তাৰ পৰা শত্ৰুৰ দৃষ্টি আঁতৰাই আনিবৰ বাবে আমি মৎছেনছকৰ ওচৰত আৰু ৬৩তম আৰ্মিৰ বাওঁ


The Battle of Kurks 12—(177-192)

কাৰণে এটা আক্ৰমণাত্মক অভিযানৰ বাবে ব্যাপক প্ৰস্তুতিৰ ভাও ধৰিলোঁ। সেই উদ্দেশ্যে পিচফালৰ লাইনৰ পৰা সমুখভাগলৈ সৈন্য আৰু টেঙ্ক অনা হল। গোলন্দাজসকল নতুন নতুন অৱস্থানলৈ গল। ৰাতি আমি টেঙ্কক গতিশীল কৰাৰ ভাও ধৰিলোঁ। ৰণাঙ্গনৰ সেই একে খণ্ডবোৰত ৰণাঙ্গনৰ ৰাজনৈতিক বিভাগৰ মুখ্য জেনাৰেল এ. পি. পিগুৰনভে শত্ৰুসেনাসকলৰ আগত ভাষণ দিবৰ বাবে আৰু কুস্ক'ৰ বিৰুদ্ধে জাৰ্মান আক্ৰমণাত্মক অভিযানৰ ব্যৰ্থতাৰ কথা সিহঁতক জনাবৰ বাবে শক্তিশালী লাউডস্পীকাৰ লগোৱাৰ ব্যৱস্থা কৰিলে।

আক্ৰমণাত্মক অভিযানৰ আগতে কেই নিশা ধৰি আমাৰ দূৰগতিসম্পন্ন বিমানে অ'ৰেল এলেকাত শত্ৰুহঁতৰ প্ৰধান প্ৰধান শক্ত ঠাইত কঠোৰ আঘাত হানিলে আৰু আক্ৰমণাত্মক অভিযানৰ ঠিক আগে আগে প্ৰতিৰোধৰ প্ৰধান লাইনেদি শত্ৰুৰ ঠাইবোৰৰ ওপৰত ব্যাপকভাৱে আক্ৰমণ কৰিলে।

আক্ৰমণাত্মক অভিযানৰ প্ৰথম দিনা ব্ৰিয়ানস্ক ৰণাঙ্গনৰ অনুকূলে কোনো লক্ষণীয় সাফল্য নঘটিল। শক্তিশালী গোলন্দাজ আৰু বিমান সমৰ্থন সত্বেও ৰণাঙ্গনৰ আক্ৰমণকাৰী দলবোৰ মাথোন পাঁচৰ পৰা আঠ কিলোমিটাৰ আগুৱাব পৰা হল। শত্ৰুহঁতে বহুত দিন ধৰি অ'ৰেল এলেকাত দুৰ্গ সাজি আছিল আৰু এই কথাটো এতিয়া অনুভৱ কৰা গল। সিদিনা টেঙ্কবোৰক কামত লগোৱা নগল।

যুঁজৰ প্ৰথম দিনা, অৰ্থাৎ ১২ জুলাই লেফটানেণ্ট-জেনাৰেল আই. কে. বাগ্ৰামিয়ানৰ নেতৃত্বত খতিনেৎছৰ ফালে অগ্ৰসৰমান পশ্চিম ৰণাঙ্গনৰ ১১ শ গাৰ্ড'ছ আৰ্মিয়ে লেখতলবলগীয়াকৈ বৃহত্তৰ সাফল্য অৰ্জন কৰিলে। এই আৰ্মিটো অত্যন্ত শক্তিশালী আছিল। ৰণাঙ্গনৰ সমস্ত আৰ্মি মিলি বিমান আক্ৰমণকাৰী গোষ্ঠী আছিল ১১ শ গাৰ্ড'ছ আৰ্মিৰ আছিল তাতকৈ মাথো চাৰি ডিভিজন কম। এই আৰ্মিক পশ্চিম ৰণাঙ্গনৰ কমাণ্ডে যি চমৎকাৰ সমৰ্থন দিছিল

তাৰ বাবে তেওঁলোকৰ কৃতিত্বৰ কথা স্বীকাৰ কৰিব লাগিব। টেঙ্ক আৰু টেঙ্ক-প্ৰতিৰোধী ৰেজিমেণ্টৰ উপৰিও চাৰিটা টেঙ্ক ব্ৰিগেড আৰু আৰু এটা টেঙ্ক ক'ৰেৰে তাৰ শক্তিবৃদ্ধি কৰা হৈছিল। আক্ৰমণাত্মক অভিযানে ৰণাঙ্গনৰ বিমান বাহিনীৰ পৰা সমৰ্থন পাইছিল। ১৪ কিলোমিটাৰ জোৰা প্ৰতিৰক্ষা ভেদৰ এলেকা জুৰি শক্তিশালী আঘাত দি এই আৰ্মিয়ে শত্ৰুপক্ষৰ ৰক্ষাকাৰী সৈনিক-হঁতকে ধৰি সিহঁতৰ সমস্ত প্ৰতিৰক্ষা ব্যৱস্থা উটুৱাই নিলে আৰু ১২ কিলোমিটাৰ আগবাঢ়ি গল।

১১ শ গাৰ্ডছ আৰ্মিৰ সাফল্যৰ বাতৰিটো হেড কোৱাৰ্টাৰ্হলৈ অপ্ৰত্যাশিতভাৱে আহিল। অ'ৰেলৰ বিৰুদ্ধে দক্ষিণ আৰু উত্তৰৰ পৰা আক্ৰমণাত্মক অভিযানৰ পৰিকল্পনাৰ সময়ত জেনাৰেল হেড কোৱাৰ্টাৰ্হে এটা সীমাৱদ্ধ লক্ষ্য আগত ৰাখি আগবাঢ়িছিল; সি হৈছে কুৰ্স্ক খণ্ডৰ পৰা শত্ৰুশক্তিৰ দৃষ্টি আঁতৰাই নিয়া, আৰু সেই সময়ত তেওঁলোক অ'ৰেল অভিমুখে এটা নিয়ামক আক্ৰমণাত্মক অভিযানৰ বাবে সংৰক্ষিত শক্তি কেন্দ্ৰীভূত কৰিব পৰা অৱস্থাত নাছিল। গতিকে ১১ শ গাৰ্ডছ আৰ্মিৰ সাফল্য যেতিয়া স্পষ্ট হৈ উঠিল, তেতিয়া জেনাৰেল হেড কোৱাৰ্টাৰ্হে তাক কেৱল ১ম টেঙ্ক ক'ৰেৰে শক্তি বৃদ্ধি কৰিব পাৰিলে। তেওঁলোকে তেতিয়াই ১১শ গাৰ্ড আৰ্মি আৰু ৪ৰ্থ আৰ্মিক পশ্চিম ৰণাঙ্গনলৈ স্থানান্তৰিত কৰাৰ আৰু ১১ শ গাৰ্ডছ আৰ্মিৰ এলেকাত তেওঁলোকক যুঁজত নমোৱাৰ সিদ্ধান্ত ললে। কিন্তু আক্ৰমণাত্মক অভিযান আৰম্ভ হোৱাৰ সময়লৈকে এই দুটা আৰ্মি পূৰাপুৰি গঠিত হোৱা নাছিল আৰু এই আৰ্মি দুটাক য'ত পঠোৱা হব বুলি সিদ্ধান্ত কৰা হৈছিল তাৰ পৰা তেওঁলোক বহুত নিলগত আছিল। এইবোৰ কাৰণত ১১শ গাৰ্ডছ আৰ্মিয়ে তাৰ সাফ্যক তেতিয়া পূৰাপূৰি ব্যৱহাৰ কৰিব নোৱাৰিলে। তথাপি পাচদিনা ইয়াৰ সৈন্যসকলে শত্ৰুৰ দ্বিতীয় প্ৰতিৰক্ষা লাইন ভাঙি পেলালে আৰু

ৰাগ্ৰামিয়ানে সেই ছেদৰ ভিতৰত ১ম আৰু ৫ম টেঙ্ক ক'ৰক সুমুৱাই দিলে। সিদিনা অৰ্থাৎ ১১ জুলাই, ১১শ গাৰ্ডছ আৰ্মিৰ সৈন্যসকল আৰু ১৩ কিলোমিটাৰ আগুৱাই গল আৰু ছেদ ২৩ কিলোমিটাৰলৈকে প্ৰসাৰিত কৰিলে।

যেতিয়া ১১ শ গাৰ্ডছ আৰ্মি উত্তৰ-পশ্চিমৰ পৰা ব'ল'খভৰ ফালে আগবাঢ়ি আছিল তেতিয়া ৬১তম আৰ্মিৰ আক্ৰমণকাৰী গোষ্ঠী লাহে লাহে যুঁজ কৰি কৰি উত্তৰ-পূব ফালৰ পৰা তালৈকে আহি আছিল। জেনাৰেল বেলভে ১৩ জুলাই ২০তম টেঙ্ক ক'ৰক যুঁজৰ বাবে আনিলে। কিন্তু শত্ৰুইঁতে অন্তৰ্বৰ্তী প্ৰতিৰক্ষা লাইনলৈ প্ৰবল সংৰক্ষিত শক্তি আনিলে আৰু বিমানৰ পৰা সিহঁতক প্ৰচুৰ মদত দিলে। এই আটাইবোৰে আমাৰ সৈন্যসকলক ৰখাই থলে।

ব্ৰিয়ানস্ক ৰণাঙ্গনৰ প্ৰধান আক্ৰমণৰ খণ্ডত আমাৰ গোলন্দাজ সকলৰ আৰু লেফটানেণ্ট জেনাৰেল নাউমেঙ্কোৰ ১৫শ এয়াৰ আৰ্মিৰ আঘাতে ৩য় আৰু ৬৩তম আৰ্মিবোৰৰ আক্ৰমণকাৰী গোষ্ঠীবোৰৰ বাবে বাট মুকলি কৰি দিলে। ৩য় আৰ্মিৰ অংশ মেজৰ-জেনাৰেল ভি. কে. উৰ্বানভিচৰ ৪১ তম পদাতিক বাহিনীয়ে বিশেষ সাফল্য অৰ্জন কৰিছিল। তেওঁৰ ২০৫ তম ৩০০ তম পদাতিক ডিভিশ্বন ( যথাক্ৰমে কৰ্ণেল এল জি বাছাজেৎছ আৰু কৰ্ণেল এ. এফ. কুস্তভৰ নেতৃত্বাধীন ) আগেয়ে আগবাঢ়ি গৈছিল। ৰণাঙ্গনৰ কমাণ্ডাৰ কৰ্ণেল জেনাৰেল এম এম পপভে তেওঁলোকৰ সাফল্যৰ পৰা ফইদা তুলিব বুলি থিৰাং কৰিলে আৰু মেজৰ-জেনাৰেল এম এফ পানভৰ নেতৃত্বাধীন ১ম গাৰ্ডছ টেঙ্ক ক'ৰক তেওঁলোকৰ এলেকালৈ স্থানান্তৰিত কৰিলে। ১৩ জুলাইৰ দোকমোকালিতে এই ক'ৰটোক ছেদৰ মাজলৈ পঠিয়াই দিয়াৰ কথা আছিল, কিন্তু এই গোট খোৱাৰ ঠাইখিনিৰ উমান পাই শত্ৰুৱে বিমানৰ পৰা প্ৰবল আক্ৰমণ চলাই থকাৰ এই ক'ৰ টো মাথো দুপৰ বেলিকা পঠাব পৰা হল।

বাণ্ডি নৌ হওঁতেই সিহঁতে ভাত গধুৰ বিমানেৰে আক্ৰমণ হানিব লাগিলে। ফলত বহুত পৰলৈ এই অগ্ৰগতি বন্ধ হৈ থাকিল আৰু ৩য় আৰ্মিৰ সাফল্যৰ ফইদা তোলাত সাহায্য কৰাও ব্যাহত হল। আমাৰ যুঁজাৰু বিমান আৰু বিমান-প্ৰতিৰোধী কামানবোৰো যথেষ্ট সক্ৰিয় নাছিল। তৎসত্বেও আক্ৰমণাত্মক অভিযানৰ দুদিনত ব্ৰিয়ানস্ক ৰণাঙ্গনৰ সৈন্যসকল প্ৰধান আক্ৰমণৰ খণ্ডত ১৫ কিলোমিটাৰ আগবাঢ়িল আৰু শত্ৰুৰ বেহু-ৰচিত খণ্ডৰ সমগ্ৰ ৰণকৌশলগতভাবে গুৰুত্বপূৰ্ণ-প্ৰতিৰক্ষা ব্যৱস্থা ভাঙি সোমাই পৰিল।

যুঁজৰ তৃতীয় দিনা, অৰ্থাৎ ১৪ জুলাইৰ দিনটো আছিল আমাৰ জেনাৰেল হেড কোৱাৰ্টাৰ্ছ আৰু জাৰ্মান কমাণ্ড উভয়ৰে পক্ষে গুৰুত্বপূৰ্ণ সিদ্ধান্ত গ্ৰহণৰ দিন। সিদিনা ১১শ গাৰ্ডছ আৰ্মি ব'লখভৰ পশ্চিমত থকা ভিতৰেৎ নদীলৈকে পাইছিলগৈ আৰু শত্ৰুৰ অন্তৰ্বৰ্তী প্ৰতিৰক্ষা লাইন অতিক্ৰমি ৬১তম আৰ্মি পূব ফালৰ পৰা ব'ল'খভৰ পিনে আগবাঢ়ি আছিল। ব'লখভত জাৰ্মান গোষ্ঠীৰ অৱস্থা সঙ্কটজনক হৈ উঠিছিল। তাৰ লগতে ৩য় আৰু ৬০ তম আৰ্মিবোৰ অ'লেছনায়া নৈৰ ওচৰা-উচৰি পাইছিলগৈ, লাহে লাহে কিন্তু দৃঢ়ভাবে অ'ৰেল অভিমুখে আগুৱাই গৈছিল।

আক্ৰমণাত্মক অভিযানৰ প্ৰথম দিনা জাৰ্মান কমাণ্ডে আমাৰ আক্ৰমণৰ গতিমুখ আৰু উদ্দেশ্য সঠিকভাৱে বুজিব পাৰিছিল। আমি যি এলেকাত সোমালোগৈ তালৈ সিহঁতে খৰতকীয়াকৈ সৈন্য পঠাবলৈ ধৰিলে, বিশেষকৈ ১১শ গাৰ্ডছ আৰ্মিৰ বিৰুদ্ধে, যাৰ প্ৰবল আঘাত সম্পূৰ্ণ অপ্ৰত্যাশিতভাৱে আহিছিল। কাষৰীয়া ৯ম আৰ্মিৰ পৰা কেইটামান ডিভিশ্বন আহি নাৎছীহঁতৰ ২য় পেনৎছাৰ আৰ্মি শক্তি বৃদ্ধি কৰিলে। কুৰ্স্কৰ বিৰুদ্ধে আক্ৰমণাত্মক অভিযানত পৰ্য্যুদস্ত হৈ ৯ম আৰ্মি—বিশেষকৈ তাৰ মটৰ-বাহিতআৰু পেনৎছাৰ ডিভিশ্বনবোৰ এতিয়া ব্ৰিয়ানস্ক ৰণাঙ্গন ব'ত সোমাইছে সেই এলাকালৈ খৰতকীয়াকৈ আহিল।

৯ম আর্মিৰ পুনৰ্বিন্যাস অৱশ্যে দৃষ্টিগোচৰ নোহোৱাকৈ থকা নাই।'
১৪ জুলাই বাতিপুৱা কেন্দ্ৰীয় ৰণাঙ্গনৰ সোঁ কাষত থকা সৈন্যসকলক ক্রমি অভিমুখে আক্রমণৰ বাবে নিয়োগ কৰা হল। সেই একে দিনা জেনাৰেল হেড কোৱাৰ্টাৰ্ছে লেফটানেন্ট-জেনাৰেল পি. এছ. ৰাইবালকোৰ ৩২ গাৰ্ড্‌ছ টেঙ্ক আৰ্মিক ব্ৰিয়ানস্ক ৰণাঙ্গনলৈ স্থানান্তৰিত কৰিলে, যাৰ উদ্দেশ্য অ'ৰেলৰ ওপৰত আক্রমণ শক্তিশালী কৰা। সেইদিনাই আকৌ ১১ শ আৰ্মিক ১১ শ গাৰ্ড্‌ছ আৰ্মি এলেকালৈ স্থানান্তৰিত কৰা হল। লেফটানেন্ট-জেনাৰেল আই. আই. ফেড্যুনিনস্কিক তাৰ কমাণ্ডাৰ নিযুক্ত কৰা হল।

ব্ৰিয়ানস্ক আৰু পশ্চিম ৰণাঙ্গন শক্তিশালী কৰিবৰ বাবে জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰে গঠন কৰা আৰ্মিবোৰ যেতিয়া শ শ কিলোমিটাৰ নিলগত অৱস্থিত তেওঁলোকৰ গন্তব্যস্থলৰ উদ্দেশ্যে যাবৰ বাবে তৈয়াৰী হোৱাৰ এলাকা এৰি যাবলৈ ধৰিছিল, তেতিয়া নাৎছীহঁতে আমাৰ অগ্ৰগতিক ভেটা দিবৰ বাবে ৯ম আৰ্মিৰ পৰা আৰু ছোভিয়েত জাৰ্মান ৰণাঙ্গনৰ আন আন খণ্ডৰ পৰা ডিভিশনবোৰ দ্রুত আমদানি কৰিছিল। দুৰ্ভাগ্যক্ৰমে আমাৰ বিমান বাহিনীয়ে শত্ৰুৰ সংৰক্ষিত শক্তি ৰণথলীত উপস্থিত হোৱাটো বোধ কৰিব নোৱাৰিছিল। ফলত সোমোৱাৰ এলেকাত আমাৰ প্ৰাধান্য দিনকদিনে হ্ৰাস পাইছিল। পৰৱৰ্তী তিনি দিনত, অৰ্থাৎ ১৫, ১৬ আৰু ১৭ জুলাইত ব্ৰিয়ানস্ক ৰণাঙ্গনৰ আৰ্মিবোৰৰ অগ্ৰগতি লাহে লাহে মন্থৰ হৈ আহিল। এই তিনিদিন ৩য় আৰু ৬৩ তম আৰ্মিৰ আক্রমণকাৰী গোষ্ঠীবোৰে অ'লেছনায়া নৈ পাইছিলগৈ আৰু দুটা পেনৎছাৰ ডিভিশনকে ধৰি চাৰিটা নৱাগত আৰ্মিৰ দ্বাৰা ৰক্ষিত পিছফালৰ প্ৰতিৰক্ষা লাইন ভাঙিবৰ বাবে সিহঁতৰ সৰ্বশক্তি নিয়োগ কৰিছিল।

লেফটানেন্ট-জেনাৰেল এ. ভি. গ'ৰাবাতভৰ নেতৃত্বাধীন ৩য় আৰ্মি যিহেতু সৰ্বাতোকৈ বেছি আগবাঢ়ি আছিল, সেয়ে ৰণাঙ্গনৰ কমাণ্ডাৰ

জেনাবেল পপভে এই খণ্ডতে শত্ৰুৰ প্ৰতিৰক্ষা ভেদ কৰাৰ সিদ্ধান্ত ললে। ১৭ জুলাই বাতিপুৱা তেওঁ তেওঁৰ সংৰক্ষিত শক্তি দুই ডিভিশ্বন বিশিষ্ট ২৫ তম পদাতিক বাহিনীক যুদ্ধত লগাই দিলে। ১ম গার্ডছ টেঙ্ক বাহিনীৰ লগ লাগি এই বাহিনীটো শত্ৰুৰ পিচফালৰ প্ৰতিৰক্ষা লাইনত এটা স্বল্প-পৰিসৰ ছেদ ঘটাবলৈ সমর্থ হল, কিন্তু সম্পূর্ণ ভাঙি সোমোৱাৰ সকলো চেষ্টা অথলে গল। ১৭ জুলাই ধলপুৱা আক্ৰমণৰ বাবে নিয়োজিত ক'ৰবোৰৰ ওপৰত শত্ৰুইতে কামান আৰু বিমানেৰে প্ৰবল আঘাত কৰিলে ; আৰু সেইবোৰ যুঁজত অৱতীর্ণ হলত তেওঁলোকৰ ওপৰত বাৰম্বাৰ বিমান আক্ৰমণ হবলৈ ধৰিলে। ৰণাঙ্গনৰ আৰু আৰ্মিবোৰৰ হেড কোৱাৰ্টাৰ্ছৰ পৰা যিহেতু কামান আৰু যুঁজাৰু বিমানৰ যথেষ্ট সমর্থনৰ ব্যৱস্থা কৰা হোৱা নাছিল সেয়ে এই দুটা বাহিনী ক্ষতিগ্ৰস্ত হল আৰু নির্দ্ধাৰিত লক্ষ্যপূৰণত ব্যর্থ হল।

ইত্যৱসৰত ৬১ তম আৰ্মিৰ আক্ৰমণ গোষ্ঠীয়ে শত্ৰুৰ অন্তৰৱর্তী প্ৰতিৰক্ষা লাইন অতিক্ৰম কৰি গল। দিনৰ শেষত ইয়াৰ অগ্ৰৱর্তী গোটবোৰ ব'লখভৰ অভ্যন্তৰত ৫-৭ কিলোমিটাৰ পাইছিলগৈ। আন হাতেদি ব'লখভৰ ৭-১২ কিলোমিটাৰ উত্তৰত যুঁজৰত তাৰ সোঁ কাষৰ ৪৬ তম পদাতিক বাহিনীৰ অংশবোৰে অগ্ৰসৰমান ১১ শ গার্ডছ আৰ্মিৰ লগত সংযোগ প্ৰতিষ্ঠা কৰিলে। অ'ৰেল অভিক্ষেপৰ উত্তৰত এই দুয়োটা আৰ্মিয়ে একেলগে এতিয়া ১০০ কিলোমিটাৰ বাহল ছেদ সৃষ্টি কৰিলে। জেনাবেল বাগ্ৰামিয়ানে বাওঁ পিনে থকা ৩৬ তম গার্ডছ ইনফেন্ট্ৰি ক'ৰৰ অ-নিযুক্ত ডিভিশ্বনবোৰক খতিনেৎছৰ পিনে আগবাঢ়ি যাবলৈ আৰু ১ম টেঙ্ক বাহিনীক সাহায্য কৰিবলৈ নির্দেশ দিলে। ১৮ জুলাই পুৱা ৰণাঙ্গনৰ সংৰক্ষিত শক্তিৰ পৰা ২৫ তম টেঙ্ক ক'ৰে ১ম টেঙ্ক ক'ৰৰ লগত যোগ দিলে আৰু একেলগে তেওঁলোকে উনকোৱে আৰু খতিনেৎছ অভিমুখে এক আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিলে। ৩৬তম গার্ডছ ইনফেন্ট্ৰি ক'ৰ তেওঁলোকৰ পিচে পিচে গল।

১৭ জুলাই সন্ধিয়া জেনাৰেল বাগ্ৰামিয়ানৰ সৈন্যসকল কাৰাছেভৰ পৰা ২৫ কিলোমিটাৰ আৰু খতিনেৎছৰ পৰা ১৫-২০ কিলোমিটাৰ ভিতৰত উপনীত হ'ল। এই ফালেদি অগ্ৰসৰ হোৱাৰ চমৎকাৰ সম্ভাৱনা আছিল। কিন্তু দুৰ্ভাগ্যক্ৰমে সিমানদিনে ১১শ গাৰ্ডছ আৰ্মিৰ সমুখভাগ ১৫০ কিলোমিটাৰ পৰ্য্যন্ত বিস্তীৰ্ণ হৈ গৈছিল, আৰু খকিনেৎছক আক্ৰমণৰ কৰাৰ বাবে সিহঁতে ৩৬তম গাৰ্ডছ ইনফেন্ট্ৰি-ক'ৰকে মাথো নিয়োগ কৰিব পাৰিছিল। ৩য় গাৰ্ডছ টেঙ্ক আৰ্মিক ১১শ গাৰ্ড আৰ্মিৰ আক্ৰমণৰ এলেকাত কেন্দ্ৰীভূত কৰা হোৱা হলে বাবে যথাসময়ত নমোৱা হলে আৰু খতিনেৎছৰ ওপৰত আক্ৰমণ জোৰদাৰ কৰাৰ অ ৰেল অভিযানৰ পৰিকল্পনা ৰচনাত যি ভুল হৈছিল তাক শুধৰাব পৰা গলহেঁতেন। ছোভিয়েত আৰ্মিৰ অস্ত্ৰসজ্জিত আৰু যন্ত্ৰীকৃত ফৌজবোৰৰ কমাণ্ডাৰ জেনাৰেল ৱাই. এন. ফেদোৰেঙ্কোৱে এই প্ৰস্তাৱ আগবঢ়াইছিল। কিন্তু তাক কৰা হোৱা নাছিল।

১৮ জুলাই ব্ৰিয়ানস্ক ৰণাঙ্গনৰ কমাণ্ডে অ'লেছনায়া নৈ পাৰ হৈ নাৎছীহঁতৰ পিছফালৰ প্ৰতিৰক্ষা লাইনৰ ভিতৰত সোমোৱাৰ আৰু সেই ছেদৰ ভিতৰত ৩য় গাৰ্ডছ টেঙ্ক আৰ্মিক পঠাবৰ বাবে পাচদিনাৰ পৰিকল্পিত হেঁচোক মাৰিবৰ উদ্দেশ্যে প্ৰস্তুতি পৰ্ব শেষ কৰি আছিল। এই আৰ্মিৰ ওপৰত কৰ্তব্য আৰোপ কৰা হৈছিল ওকা কেঁকুৰি অধিকাৰ কৰা আৰু নৈৰ পুবফালে শত্ৰু সৈন্যহঁতক বিচ্ছিন্ন কৰাৰ। তাৰ পিচত ইয়াৰ কথা আছিল ওকা বলেৰে অতিক্ৰম কৰাৰ শত্ৰুহঁতৰ ব'লখভ গোষ্ঠীক পৰাস্ত কৰাৰ আৰু জেনাৰেল বেলভ আৰু জেনাৰেল বাগ্ৰামিয়ানৰ বাহিনীবোৰৰ লগত মিলি পশ্চিমৰ পৰা অ'ৰেলক ফালৰি কাটি গৈ দক্ষিণ ফালে অগ্ৰসৰ হোৱাৰ। ১ম গাৰ্ডছ টেঙ্ক ক'ৰে টেঙ্ক আৰ্মিৰ সৈতে সহযোগিতা কৰাৰ কথা আছিল। টেঙ্ক আৰ্মিক নদী পাৰ হোৱাৰ উপকৰণ পৰ্য্যাপ্ত পৰিমাণে সৰবৰাহ কৰা হৈছিল

আৰু টেঙ্কবোৰ যাতে পানীৰ তলেদি ওকা পাৰ হব পাৰে তেনেকৈ বন্দবস্ত কৰা হৈছিল।

এই বেলি ব্ৰিয়ানৰ ৰণাঙ্গনৰ হেড কোয়াৰ্টাৰ্ছে সৈন্যসকলক বিমান আক্ৰমণৰ পৰা ৰক্ষা কৰিবৰ বাবে যথাৰ্থ ব্যৱস্থা কৰিছিল। দুটা বিমান-প্ৰতিৰোধী গোলন্দাজ ক'ৰ আৰু ১ম গাৰ্ডছ বোমাৰু বিমান বাহিনীক টেঙ্ক আৰ্মিৰ বিমানৰ সাহায্যত আঁৰ কৰিছিল। ইয়াৰ ফল পোৱা গল। এখন শত্ৰুবিমানো টেঙ্ক গোট খোৱাৰ এলাকাত ভাঙি সোমাব নোৱাৰিলে আৰু এই এলেকাৰ প্ৰৱেশমুখত শত্ৰুপক্ষৰ দহখনমান বিমান ভূপাতিত কৰা হল।

১৮ জুলাইত দুপৰীয়া, যেতিয়া আৰ্মি ৩য় গাৰ্ডছ টেঙ্ক আৰ্মিক যুঁজত নমাবৰ চূড়ান্ত প্ৰস্তুতি চলাই আছিলো, তেতিয়া ডেপুটি চীফ অব্ দ্য জেনাৰেল ষ্টাফ, জেনাৰেল অব্ দ্য আৰ্মি এ. আই. আন্তনভৰ পৰা এটা টেলিফোন পালো। তেওঁৰ নিৰ্দেশে মোক আচৰিত কৰিলে।

তেওঁ ক'লে, "কেন্দ্ৰীয় ৰণাঙ্গনে সত্যহতে শত্ৰুক ই প্ৰবলভাৱে সুৰক্ষিত ৰখা লাইনৰ পৰা পিচ হোঁহকাই দিছে আৰু সেই লাইন ভেদ কৰাৰ প্ৰস্তুতি চলাব লাগিছে। ৰ'ক'ছ'ভস্কিক সাহায্য কৰাৰ বাবে চুপ্ৰীম কমাণ্ডাৰ ইন চীফে ৩য় গাৰ্ডছ টেঙ্ক আৰ্মিক স্তানোভয় ক'ল'দঝ আৰু ক্ৰমি অভিমুখে ফিৰত পঠিয়াই দিবলৈ আপোনাক নিৰ্দেশ দিছে। তাত ই শত্ৰুক পশ্চাদভাগত আক্ৰমণ কৰি লাগিব আৰু কেন্দ্ৰীয় ৰণাঙ্গনৰ লগত একেলগে মিলি শত্ৰুক ধ্বংস কৰিব লাগিব।"

মই উত্তৰ দিলোঁ, কিন্তু আমি মৃৎছেনস্ক আৰু ব'লখভত শত্ৰুক আগুৰি পেলোৱাৰ বাবে আৰু বেলভ আৰু বাগ্ৰামিয়ানৰ বাহিনীৰ সৈতে সহযোগিতা কৰাৰ বাবে এই আৰ্মিক ব্যৱস্থাৰ কৰাৰ প্ৰস্তুতি আমি ইতিমধ্যেই সম্পূৰ্ণ কৰিছোঁ।"

আন্তনভে ক'লে, "বাগ্রামিয়ানে সোনকালেই ১১ শ আর্মিক পাব, তেওঁলোক বাওণা দিছে। আৰু, আজি আমি তেওঁক নাবোফনিনস্কৰ পৰা ৪র্থ টেঙ্ক আর্মি আৰু মেদিনৰ পৰা ২য় গার্ডছ, কেভালৰি ক'ৰকো পঠাব লাগিছোঁ। ৰাইবালকো আৰু ৰ'ক'ছভস্কিৰ হেড কোয়ার্টাৰ্ছৰ মাজত যাতে অনাতাঁৰ সংযোগ সংগঠিত হয় তালৈ লক্ষ্য ৰাখিব।"

এই কথাবতৰাৰ খন্তেক পিচতেই ৰণাঙ্গনৰ কমাণ্ডাৰে ৩য় গার্ডছ টেঙ্ক আর্মিৰ বাবে এক নতুন কৰ্তব্য ধাৰ্য্য কৰাৰ নিৰ্দেশ পালে। ইয়াৰ কমাণ্ডাৰ ৰাইবালকোক খৰধৰকৈ এই মৰ্মে নিৰ্দেশ দিয়া হল যে তেওঁ যেন তেওঁৰ সৈন্যসকলৰ বাবে নতুন কৰ্তব্য ধাৰ্য্য কৰে আৰু লেফটার্নেণ্ট-জেনাৰেল ভি ৱাই. ক'লপাকচিৰ ৬৩ তম আর্মিৰ কৰ্তব্যৰ লগত সিবোৰৰ সমন্বয় সাধন কৰে। ৰাইবালকো এতিয়াই তেওঁৰ এলাকালৈ বুলি ৰাওনা হব।

১৮ জুলাই নিশা আমাৰ দ্ৰুতগতিসম্পন্ন বিমানে ৩য় গার্ডছ টেঙ্ক আর্মিৰ আক্ৰমণৰ এলেকাত আৱিষ্কৃত হোৱা শত্ৰুহঁতৰ পেনৎছাৰ ডিভিশ্বনৰ ওপৰত আঘাত হানিলে। ১৯ জুলাই ৰাতিপুৱা ৩য় আৰু ৬৩ তম আর্মিৰ সৈন্যসকলে শক্তিশালী কামান আৰু বিমান সমর্থন সহ আক্ৰমণ কৰিলে আৰু অ'লেছনায়া নৈৰ দাঁতিয়ে দাঁতিয়ে নাৎছীহঁতৰ পিচফালৰ প্ৰতিৰক্ষা লাইন ভেদ কৰিলে। এই যুঁজত ৩য় আর্মিৰ বাওঁ কাষত যুঁজৰত ২৫ তম ইনফেন্ট্ৰি ক'ৰে এক গুৰুত্বপূৰ্ণ ভুমিকা লৈছিল। তেওঁলোকে ফাটল ১০ কিলোমিটাৰ বহল কৰাৰ কৃতিত্ব অৰ্জন কৰিলে আৰু ৩য় গার্ডছ টেঙ্ক আর্মিক দিনৰ মাজভাগত ভিতৰত সুমুৱাই দিয়াটো সম্ভৱপৰ কৰিলে। যাবৰ সময়ত শত্ৰুহঁতৰ সুৰক্ষিত অৱস্থানবোৰ ধ্বংস কৰি টেঙ্ক ক'ৰবোৰ প্ৰতাছভৰ ওচৰ পালেগৈ। তাৰ পৰা জেনাৰেল ৰাইবালকোৱে দক্ষিণ-পশ্চিমত স্তানোভয় ক'ল'দেৰ্ৰ ফালে ঘূৰিলে। সোনকালেই ছোভিয়েত টেঙ্কবোৰ দুটা নাৎছী পেনৎছাৰ ডিভিশ্বনৰ লগত তুমুল যুঁজত লিপ্ত হল। এইবোৰ দক্ষিণৰ

পৰা সুৰক্ষিত লাইনলৈ স্থানান্তৰিত কৰা হৈছিল। পিচত এই পেনংছাৰ ডিভিজনৰ লগত টেঙ্ক-প্ৰতিৰোধী কামানেৰে সমৃদ্ধ এটা পদাতিক বাহিনী যুক্ত হল। আমাৰ টেঙ্ক আৰ্মিৰ গতি বন্ধ হল।

ওকাৰ পূবদিশ ৰক্ষাকাৰী সৈন্যইঁত বিচ্ছিন্ন হৈ পৰিব এই আশঙ্কা কৰি ১৯ জুলাই ৰাতি শত্ৰুইঁতে সিইঁতক ওকা আৰু অ'পতুখা নৈৰ সিপাৰলৈ অপসাৰণ কৰিবলৈ ধৰিলে। ৩য় আৰ্মিৰ কমাণ্ডাৰ জেনাৰেল গৰবাতভে সিইঁতৰ পশ্চাদপসৰণক ভেটা দিয়াৰ সিদ্ধান্ত ললে আৰু ২০ জুলাইত ১ম গাৰ্ডছ টেঙ্ক ক'ৰৰ লগত তেওঁৰ আক্ৰমণকাৰী গোষ্ঠীক ওকা নদীলৈ পঠিয়ালে। সেই একে সময়তে জেনাৰেল কলপাকাচৰ ৬১ তম আৰ্মিৰ পাৰ্শ্বদেশৰ গোটবোৰ নাৎছীইঁতৰ মৃৎছেনস্ক গোষ্ঠীক আগুৰি ধৰাত সাহায্য কৰাৰ বাবে বিপৰীত ফালেদি আগুৱাই আছিল।

২০ জুলাই ছুপৰত ৰণাঙ্গনৰ কমাণ্ডাৰে টেলিফোনত চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফৰ লগত কথা পাতিলে। কুছা নৈৰ পৰা ওকাৰ সিপাৰে শত্ৰুইঁত আঁতৰি যোৱাৰ কথা জনাই জেনাৰেল পপভে ক'লে যে টেঙ্ক আৰ্মি স্তানোভয় ক'ল'দেঝৰ ফালে এখোজমানো আগুৱাব পৰা নাই আৰু ই বিপুল ক্ষয়ক্ষতিৰ চিকাৰ হব লগীয়া হৈছে। ওত্ৰাদাৰ ফালে অগ্ৰসৰৰত পুৰণা লাইনলৈ টেঙ্ক আৰ্মিক ওভতাই অনাৰ সম্পৰ্কত জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সম্মতি আদায় কৰিবলৈ তেওঁ সক্ষম হল। ২০ জুলাই সন্ধিয়া ৭ বজাৰ ভিতৰত এই আৰ্মিৰ টেঙ্কবোৰ অ'ৰেল-মৃৎছেনস্ক ৰাজপথৰ ওপৰেদি ভাঙি ওলাল, তাত গোট খোৱা শত্ৰুইঁতৰ লৰীৰ শাৰী আৰু গোট বোৰ বিচূৰ্ণ কৰিলে আৰু নিশাৰ আগতেই ৩য় আৰ্মিৰ লগত ওকাত উপস্থিত হল। শত্ৰুইঁতক খেদি গৈ ওকা নৈ পাৰ হোৱাৰ চেষ্টা কৰিবলৈ গৈ ৩য় গাৰ্ডছ টেঙ্ক আৰ্মি ব্যৰ্থ হল। গতিকে তেওঁলোকে নিৰ্দ্ধাৰিত কৰ্তব্য পালন কৰিব নোৱাৰিলে। অ'ৰেলৰ পূব দিশ নদ-নদীৰে ভৰপূৰ, তাৰোপৰি

প্ৰতিৰক্ষাৰ অৱস্থানবোৰ জাৰ্মান সংৰক্ষিত শক্তিৰে শক্তিশালী হোৱাত ৩য় গাৰ্ড’ছ টেঙ্ক আৰ্মিয়ে শত্ৰুৰ পশ্চাদভাগত হেঁচি সোমোৱাটো অব্যাহত ৰখাত আৰু তেওঁলোকৰ সাফল্য যাতে আন আৰ্মিবোৰে কামত লগাব পাৰে তাৰ বাবে সাহায্য কৰিবলৈ গৈ বাধা পালে। এই কথা স্বীকাৰ কৰিব লাগিবই যে বোকাময় নদীগৰ্ভ, বহু সংখ্যক অন্তৰৱৰ্তী প্ৰতিৰক্ষা লাইনেৰে ভৰপূৰ অঞ্চলক, তাৰোপৰি আকৌ সংৰক্ষিত শক্তি থকা শত্ৰুৰ নিপুণ চাল দিয়াৰ ক্ষমতাৰ আগত এটা টেঙ্ক আৰ্মি কেনে ধৰণৰ অসুবিধাৰ সমুখীন হ’ব পাৰে তাক ৰণাঙ্গনৰ কমাণ্ডে চুটিকৈ দেখিছিল। উপৰন্তু ৰণাঙ্গনৰ কমাণ্ডে শত্ৰুইতৰ সংৰক্ষিত-শক্তিক সমুখ ৰণাঙ্গনলৈ অনাটো বোধ কৰাৰ বাবে বিমান বাহিনীক যথাযথভাৱে ব্যৱহাৰ কৰা নাছিল। টেঙ্ক আৰ্মিয়ে ভাল ফল দেখুৱাব নোৱাৰাৰ এইবোৰেই হৈছে কাৰণ।

২১ জুলাই ৩য় আৰ্মিয়ে ব্ৰিয়ানস্ক ৰণাঙ্গনৰ প্ৰধান আক্ৰমণৰ খণ্ডত ওকা পাৰ হ’বৰ বাবে যো-জা চলাবলৈ ধৰিলে। ইয়াৰ বাওঁ পাৰ্শ্বস্থ গোটবোৰে ৬৩ তম আৰ্মিৰ লগ লাগি শত্ৰুইতৰ পৰা ইটোৰ পিচত সিটোকৈ অৱস্থান দখল কৰি আছিল আৰু অ’পতুকা নৈৰ ফালে আগবাঢ়ি আছিল। জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ নিৰ্দেশত টেঙ্ক আৰ্মিক স্তানোভয় ক’ল’দেৰৰ ওপৰত আক্ৰমণ হানিবৰ বাবে পুনৰায় ৬৩ তম আৰ্মিৰ এলেকালৈ স্থানান্তৰিত কৰা হ’ল। কিন্তু ইয়াৰ গোটবোৰ সিঁচৰতি হৈ থকাত আৰু সমস্ত ৰাস্তা দখলীকৃত হৈ থকাত ই লেহেম গতিৰে আগুৱাইছিল।

মাজনিশাৰ ক্ষন্তেক পাচতেই মই জানিব পাৰিলোঁ যে মস্কোৰ পৰা ৰণাঙ্গনৰ কমাণ্ডাৰৰ বাবে ফোন আহিছিল। তেতিয়া তেওঁ সৈন্যসকলৰ ওচৰত আছিল। আধা ঘণ্টা পিচত মোক ফোনেৰে মতা হ’ল আৰু কোৱা হ’ল যে চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফে মোৰ লগত কথা হ’বলৈ বিচাৰে।

ষ্টালিন টেঙ্ক আৰ্মিৰ কমাণ্ডৰ প্ৰতি আৰু ই স্তানোভয় ক'ল'দেঝ দখল কৰিবলৈ ব্যৰ্থ হোৱাত বিৰক্ত হৈছিল।

যেতিয়া মই বণাঙ্গনৰ কমাণ্ডাৰক বিচাৰি চাবিওকালে ফোন কৰি আছিলোঁ। মস্কোৱে ইতিমধ্যে তেওঁক পাই গৈছিল বুলি বুজা গল। বণাঙ্গনৰ কমাণ্ডাৰে মোক মাতিলে আৰু জেনাৰেল বাইবালকোক তলত দিয়া নিৰ্দেশ পঠাবলৈ লিখি যাবলৈ ক'লে :

"চীফে ২২/৭ তাৰিখে স্তানোভয় ক'ল'দেঝ দখল কৰাৰ নিৰ্দেশ দিছে। মই আকৌ দাবী কৰিছোঁ যে এম. আই. ঝিনকাভৰ ( ১২ তম টেঙ্ক ক'ৰ। লগত যুটীয়া প্ৰয়াসেৰে শত্ৰুক ধ্বংস কৰিবলৈ আই. পি. কৰচাগিনক ( মেকানাইজ্‌ড্‌ ক'ৰ ) ম'খ'ভোয়ে হৈ স্তানোভয় ক'ল'দেঝৰ পিনে পঠোৱা ওতক। পপভ। ০১২০ ঘণ্ট, ২২।৭ )"

এই নিৰ্দেশত মই চহী কৰিলোঁ। আৰু বাইবালকোলৈ পঠিয়াই দিলোঁ। যদিও পপভে জনা দৰে ময়ো জানিছিলো যে অ'পতুখাৰ সিপাৰত স্তানোভয় ক'ল'দেঝৰ প্ৰৱেশমুখবোৰত শত্ৰুহঁতে শক্তিশালী প্ৰতিৰক্ষা গঢ়ি তুলিছে যাক মষিমুৰ কৰাটো উজু নহব। কিন্তু চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফৰ নিৰ্দেশ পালন কৰাৰ বাহিৰে আমাৰ গত্যন্তৰ নাছিল।

৩য় গাৰ্ডছ টেঙ্ক আৰ্মি ২২ জুলাই গধূলি অ'পতু'খা পালেগৈ। তেওঁলোকে ৬৩ তম আৰ্মিৰ আক্ৰমণকাৰী দলবোৰৰ লগত মিলি পৰৱৰ্তী কেইদিন ধৰি নৈৰ দাঁতিয়ে দাঁতিয়ে শত্ৰুৰ প্ৰতিৰক্ষা চূৰ্ণ কৰিবলৈ আৰু স্তানোভয় ক'ল'দেঝত সোমাবলৈ কেবাবাৰো চেষ্টা কৰিলে, কিন্তু ব্যৰ্থ হল। এইবোৰ চেষ্টা কৰিবলৈ গৈ তেওঁলোকৰ প্ৰভূত ক্ষয়ক্ষতি হল আৰু তেওঁলোকক দ্বিতীয় স্তৰ বিন্যাসলৈ প্ৰত্যাহাৰ কৰি আনিব লগা হল।

৩য় আৰু ৬৩ তম আৰ্মিয়ে ২৩ আৰু ২৪ জুলাই কটালে পুনৰ্বিন্যাসত আৰু ওকা আৰু অ'পতুখা নৈ পাৰ হোৱাৰ আৰু অ'ৰেলৰ অভিমুখে অগ্ৰসৰ হোৱাৰ প্ৰস্তুতিত। ২৫ জুলাই ১১শ গাৰ্ডছ আৰ্মিৰ এলেকাত,

পশ্চিম ৰণাঙ্গনৰ সোঁ কাষত নতুন সৈন্যবোৰ আহি পালেহি। তেওঁলোকৰ ভিতৰত আছিল লেফটানেণ্ট-জেনাৰেল ভি এম. বাদানভৰ ৪র্থ টেঙ্ক আর্মি যি পাচদিনা ব'লখভত যুঁজত অৱতীর্ণ হোৱাৰ কথা আছিল। লেফটানেণ্ট-জেনাৰেল ভি ভি. ক্রুকভৰ নেতৃত্বাধীনত ২য় গার্ডছ কেভালৰি ক'ৰ ২৫০ কিলোমিটাৰ পথ মার্চ কৰি আহি পোৱাৰ লগে লগে যুঁজত লাগি গল। জেনাৰেল বাগ্রামিয়ানে পদাতিক আৰু টেঙ্কৰ ছুটা ক'ৰ দিলে। ২৭ জুলাই ১১শ গার্ডছ আর্মিৰ সোঁ কাষত ক্রুকভৰ টাঙ্ক ফ'ৰ্চ আক্রমণাত্মক অভিযানলৈ গল কাৰাছেভক লক্ষ্য কৰি।

পশ্চিম ৰণাঙ্গনৰ বাওঁ কাষত নতুন শক্তি নমোৱাৰ লগে লগেই কোনো ফল পোৱা নগল। ১৫ দিন ধৰি যুঁজ চলিছিল। অ'ৰেলৰ যুঁজ সম্বন্ধে অনুশীলন কৰিবলৈ গৈ কিছু সামৰিক বুৰঞ্জীবিদ এই কথাত আচৰিত হৈছে যে পশ্চিম ৰণাঙ্গনৰ বাওঁ কাষত ছুটা ফিল্ড আর্মি আৰু এটা টেঙ্ক আর্মি থকা সত্ত্বেও সিবোৰে অ'ৰেল ব্রিয়ানস্ক ৰেলপথ বন্ধ কৰিব নোৱাৰিলে। কিন্তু এই কথা পাহৰি যোৱা উচিত নহয় যে ২৫ জুলাইৰ ভিতৰত শত্রুইঁতে কাৰচেভ-খতিনেৎছ লাইনৰ দাঁতিয়ে দাঁতিয়ে আমাৰ সৈন্যসকলৰ বিৰুদ্ধে সাতটা পদাতিক আৰু ছুটা পেনৎছাৰ ডিভিশ্বন আৰু অ'ৰেল-ব'লখভ খণ্ডত চাৰিটা পেনৎছাৰ, ছুটা মটৰ বাহিত আৰু ছুটা পদাতিক ডিভিশ্বন থুপ খুৱাব পাৰিছিল। চৰকাৰী নাৎছী দলিলতো এই কথা নথিভুক্ত আছে। নৱাগত যিবোৰ সৈন্যক নমোৱা হৈছিল তেওঁলোকৰ অৱস্থাটোও মনত ৰখা দৰকাৰ, তেওঁলোকক নমোৱা হৈছিল যথাযথ প্রস্তুতি নোহোৱাকৈয়ে আৰু কেবাদিন ধৰি মার্চ কৰি অহাৰ পিচতেই।

২৯ জুলাই ১১শ গার্ডছ আর্মি আৰু ৪র্থ টেঙ্ক আর্মিয়ে উত্তৰ-পশ্চিমৰ পৰা আৰু ৬১ তম আর্মিয়ে পূব ফালৰ পৰা আক্রমণ কৰি ব'লখভত শত্রুগোষ্ঠীক নির্মূল কৰি দিলে। সেই দিনাই সৈন্যসকলে

চহৰখন মুক্ত কৰিলে, ৫০০০ জনক বন্দী কৰিলে আৰু ১০০ বো অধিক টেঙ্ক আৰু ৬০০ কামান দখল কৰিলে।

সেইদিনাই ১১ শ গাৰ্ডছ, ১১ শ আৰু ৪ৰ্থ টেঙ্ক আৰ্মিবোৰক আৰু ব্ৰুকভৰ টাঙ্ক ফ'ৰ্চক ব্ৰিয়ানস্ক ৰণাঙ্গনলৈ স্থানান্তৰিত কৰা হল। ৰণাঙ্গনৰ কমাণ্ড প'ষ্ট মৃৎছেনস্ক এলাকালৈ গল। ৩য় আৰু ৬৩ তম আৰ্মিয়ে তেওঁলোকৰ দাঁতিকাষৰীয়া শক্তিবোৰক লৈ আঘাত হানি অ ৰেলৰ ওপৰত এক সৰ্বাত্মক আক্ৰমণ কৰিলে।

৩ আগষ্ট ৰাতিপুৱা এই দুই আৰ্মিয়ে সম্যকৰূপে প্ৰস্তুত থকা আঘাত হানিলে, অ'পতু'খাৰ ওপৰত শত্ৰুৰ প্ৰতিৰক্ষা ভাঙি সোমাই গল আৰু শত্ৰুৰ তীব্ৰ প্ৰতিৰোধ বিচূৰ্ণ কৰি অ'ৰেলৰ পিনে সোঁতৰ দৰে আগবাঢ়ি গল। প্ৰথমে যি ইউনিটটোৱে শত্ৰুৰ প্ৰতিৰক্ষা ভেদ কৰিলে সেইটো হৈছে জেনাৰেল এল এন. গুৰতিয়েভৰ ৩০৮ ইনফেন্ট্ৰি ডিভিশ্বন। ইয়াৰ কিছু কিছু ১৭ শ টেঙ্ক ব্ৰিগেডৰ পৰা শক্তি পাই ওকা নৈৰ দক্ষিণত ৰেল লাইনৰ দাঁতিয়েদি অ'ৰেলৰ পিনে আগবাঢ়ি গল। প্ৰতিবেশীৰ সাফল্যক ব্যৱহাৰ কৰি বাওঁ কাষৰ ৩৮০ তম ইনফেনট্ৰি ডিভিশ্বনো আগবাঢ়ি গল। ৬৩ তম আৰ্মিৰ ডিভিশ্বনবোৰো সেই একে সময়তে আক্ৰমণাত্মক অভিযানত অৱতীৰ্ণ হল। দিনৰ শেষাৰ্দ্ধত অ'ৰেলৰ প্ৰৱেশমুখত সাংঘাতিক সজ্ঞৰ্ষ লাগি গল। মেজৰ-জেনাৰেল গুৰতিয়েভ মাৰাত্মক আহত হল। তেওঁক মৰণোত্তৰ ছোভিয়েত ইউনিউনয়ৰ বীৰ উপাধি দিয়া হৈছিল আৰু অ'ৰেলত তেওঁৰ কবৰৰ ওপৰত এটা স্মৃতিস্তম্ভ নিৰ্মাণ কৰা হৈছিল।

পৰিবেষ্টিত হোৱাৰ আশঙ্কাত শত্ৰুইতে সিহঁতৰ সৈন্য প্ৰত্যাহাৰ কৰিবলৈ ধৰিলে, সকলো শিল্প প্ৰতিষ্ঠান নিশ্চিহ্ন কৰি দিলে আৰু চহৰৰ আধা ধ্বংস কৰি পেলালে। জাৰ্মান কমাণ্ডে বেছিভাগ পশ্চাদপসৰণকাৰী আৰু নৱাগত ইউনিটবোৰক 'অ'ৰেল-ব্ৰিয়ানস্ক ৰেলপথৰ দুয়ো কাষে নিযুক্ত কৰি ৰেলপথ বন্ধ কৰাৰ পৰা ছোভিয়েত ফৌজক বিৰত কৰিবলৈ

প্ৰাণপণে চেষ্টা কৰিব লাগিলে। সেই কাৰণেই ৪ৰ্থ টেঙ্ক আৰ্মিৰ লগত মিলি ১১ শ গাৰ্ডছ আৰ্মিৰ খতিনেৎছৰ বিৰুদ্ধে পুনৰ আক্ৰমণাত্মক অভিযানে আৰু জেনাৰেল ক্ৰুকভৰ টাঙ্ক ক'ৰ্চ আৰু ১১ শ আৰ্মি মিলি-কাৰাচেভ অভিমুখে আক্ৰমণে বিশেষ সাফল্য অৰ্জন কৰিব নোৱাৰিলে।

৩ আগষ্ট গধূলি ৩য় আৰ্মিৰ অন্তৰ্ভুক্ত কৰ্ণেল এ এফ. কুছতভৰ নেতৃত্বাধীন ৩৮০ তম ইনফেনট্ৰি ডিভিশ্বন আৰু ৬৩ তম আৰ্মিৰ অন্তৰ্ভুক্ত পি টি. মিখালিৎছেনৰ নেতৃত্বাধীন ৫ম ইনফেন্ট্ৰি ডিভিশ্বনে এক অপ্ৰত্যাশিত আক্ৰমণ হানি অ'ৰেলৰ শত্ৰুৰ অৱস্থানবোৰ চেৰাই গল। পাচদিন ০৪৪০ ঘণ্টাত তেওঁলোকে শত্ৰুক খেদি গৈ চহৰৰ পূব-উপকণ্ঠত সোমাই পৰিল। গধূলিৰ ভিতৰত তেওঁলোক অ'ৰেলৰ পূৰ্বাংশ শত্ৰুমুক্ত কৰিলে। তাৰ লগতে ১২৯ তম ইনফেনট্ৰি ডিভিশ্বনৰ ইউনিটবোৰ দক্ষিণ ফালৰ পৰা চহৰত সোমাই পৰিল. তাৰ পাচে পাচে সোমাল ৩০৮ তম ইনফেনট্ৰি ডিভিশ্বন। আমাৰ সৈন্যসকলে চহৰৰ প্ৰতিটো ঘৰ প্ৰতিটো ৰাস্তাত যুঁজিবলৈ ধৰিবলৈ। গধূলিৰ ভিতৰত তেওঁলোক অ'ৰেলৰ পূৰ্বাংশ শত্ৰুমুক্ত কৰিলে আৰু ৫ আগষ্টত দোকমো-কালিত ৩য় আৰু ৬৩ তম আৰ্মিয়ে সম্পূৰ্ণৰূপে অ'ৰেল মুক্ত কৰিলে। অ'ৰেলৰ মানুহবোৰে মুক্তিদাতাসকলক হিয়া উজাৰি ওলগ জনালে।

যিদিনা অ'ৰেল পুনৰ্দখল হল সিদিনা কেন্দ্ৰীয় ৰণাঙ্গনৰ সৈন্যসকলে ক্ৰমিৰ ওচৰত যুঁজি আছিল আৰু ষ্টেপ ৰণাঙ্গনৰ সৈন্যসকলে বেলগ'ৰ'দ দখল কৰিছিল।

অ'ৰেল মুক্ত কৰাৰ পিচত ব্ৰিয়ানস্ক ৰণাঙ্গনৰ সৈন্যসকল শত্ৰুইতৰ পশ্চাদ্ধাৱনত প্ৰবৃত্ত হল। ১১ আগষ্টৰ দিনা ৪ৰ্থ টেঙ্ক আৰ্মিৰ লগত মিলি ১১শ গাৰ্ডছ আৰ্মিয়ে খতিনেৎছ দখল কৰিলে আৰু ১৫ আগষ্টৰ দিশ কাৰাচেভ মুক্ত কৰিলে। ১৮ আগষ্টৰ ভিতৰত ব্ৰিয়ানস্ক ৰণাঙ্গনৰ সৈন্যসকল ব্ৰিয়ানস্কৰ পূবত থকা শত্ৰুইতৰ অৱস্থানবোৰ পালেগৈ। অ'ৰেল আক্ৰমণাত্মক অভিযানৰ অন্ত পৰিল।



মাৰ্শ্বাল

মাৎভেই জাখাৰভ*

## কুৰ্স্কত ছোভিয়েত ৰণনীতিৰ কেইটামান দিশ

কুৰ্স্কৰ যুঁজখনক চৰিত্ৰ অনুযায়ী দুই পৰ্য্যায়ত ভাগ কৰিব পাৰি: ১৯৪৩ চনৰ ৫ৰ পৰা ২৩ জুলাইলৈকে কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ দ্বাৰা আত্মৰক্ষামূলক যুঁজ আৰু ১২ৰ পৰা ২৩ আগষ্টলৈকে প্ৰতি-আক্ৰমণাত্মক যুঁজ, যি পশ্চিম আৰু ব্ৰিয়ানস্ক ৰণাঙ্গনে আৰম্ভ কৰিছিল ১২ জুলাই তাৰিখে, কেন্দ্ৰীয় ৰণাঙ্গনে ১৫ জুলাইৰ দিনা আৰু ভ'ৰ'নেঝ আৰু ষ্টেপ ৰণাঙ্গনে ৩ আগষ্টত।

মই খোৱতে ৰণনীতিৰ কেতবোৰ গুৰুত্বপূৰ্ণ দিশ সম্বন্ধে আলোচনা কৰিব খোজো, প্ৰথমে আত্মৰক্ষামূলক পৰ্য্যায়ৰ, পিচত প্ৰতি-আক্ৰমণাত্মক পৰ্য্যায়ৰ।

এইবোৰ দিশৰ মৰ্মবস্তুলৈ যোৱাৰ আগতে মই এটা প্ৰধান বিষয়ৰ কথা কব লাগিব যিটো কুৰ্স্কৰ যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ৰ অনুশীলনৰ প্ৰকৃত বিবেচনাৰ ভিত্তৰত কথা উচিত।

* মাৰ্শ্বাল জাখাৰভ, ছোভিয়েত ইউনিয়নৰ বীৰ, কুৰ্স্কৰ যুঁজত ষ্টেপ ৰণাঙ্গনৰ চীফ অৱ ষ্টাফ আছিল।



The Battle of Kurks 13—(193-208)

কুর্স্ক বালজত আত্মৰক্ষামূলক যুঁজৰ প্ৰস্তুতি এনে এটা সময়ত আৰম্ভ কৰা হৈছিল যেতিয়া ৰণনীতিগত উদ্যোগ ছোভিয়েত বাহিনীৰ হাতত আছিল আৰু ছোভিয়েত কমাণ্ডৰ হাতত আছিল যথেষ্ট জনবল আৰু বৈষয়িক সম্পদ – মাথো আত্মৰক্ষাৰ বাবে নহয়, সক্রিয় আক্রমণাত্মক অভিযানৰ বাবেও। গতিকে, গ্রীষ্মকালীন আৰু হেমন্তকালীন অভিযানৰ প্ৰস্তুতিৰ সময়ত ছোভিয়েত চুপ্রীম কমাণ্ড পৰিস্থিতিৰ পক্ষে আটাইতকৈ অনুকূল যুঁজ চলোৱাৰ পদ্ধতি বাছি লব পৰা অৱস্থাত আছিল।

১৯৪২-৪৩ শীতকালীন অভিযানৰ পিচত ছোভিয়েত কমাণ্ডে সৈন্যসকলক শত্রুৰ বিৰুদ্ধে প্ৰবল আক্রমণৰ বাবে, আক্রমণাত্মক যুঁজৰ বাবে প্ৰস্তুত কৰি আছিল। তেওঁলোকে প্ৰথম আঘাতটো দক্ষিণ-পশ্চিম ফালে হনাৰ পৰিকল্পনা কৰিছিল, ফলতঃ তাত এটা দৃঢ় ৰণনৈতিক সৈন্য সমাহাৰ গঢ়ি তোলাৰ বাবে কাম আৰম্ভ কৰিছিল। কিন্তু যেতিয়া জনা গল যে ষ্টালিনগ্রাদত পৰাজয়ৰ পোটক তুলিবলৈ ১৯৪৩ চনৰ এপ্রিলৰ মাজভাগত নাৎছী কমাণ্ডে দক্ষিণ-পশ্চিম খণ্ডত এক বৃহৎ পৰিসৰৰ আক্রমণৰ বাবে প্ৰস্তুতি চলাব লাগিছে আৰু কেন্দ্রীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকলৰ ওপৰত প্ৰতি-আক্রমণ কৰা আৰু তেওঁলোকক চূৰ্ণ কৰাৰ আৰু কুর্স্ক বালজক নিশ্চিহ্ন কৰাৰ উদ্দেশ্যেৰে খাৰকভ আৰু অ'ৰেল এলেকাত শক্তিশালী আক্রমণ গোষ্ঠী কেন্দ্রীভূত কৰিব লাগিছে, তেতিয়া ছোভিয়েত কমাণ্ডে গভীৰলৈকে স্তৰে স্তৰে বিন্যস্ত প্ৰতিৰক্ষা সংগঠিত কৰাৰ, আত্মৰক্ষামূলক যুঁজত শত্রুৰ আক্রমণকাৰী সৈন্যসমাহাৰবোৰক ক্লান্ত কৰি পেলোৱাৰ আৰু তাৰ পাচত প্ৰতি-আক্রমণাত্মক অভিযানলৈ গৈ সিহঁতক পর্য্যদস্ত কৰাৰ সিদ্ধান্ত ললে।

গতিকে কুর্স্কত প্ৰতিৰক্ষা সংগঠন কৰাৰ সময়ত ছোভিয়েত কমাণ্ডৰ হাতত মাথোঁন আত্মৰক্ষামূলক যুঁজৰ বাবেই নহয়, অনুকূল

পৰিস্থিতিত সক্ৰিয় আক্ৰমণাত্মক যুঁজৰ বাবেও সময় আৰু সক্ষম সৈন্য দুয়ো আছিল।

এই বিষয়টোৱে প্ৰতিৰক্ষা সংগঠনৰ (বেছ গভীৰলৈকে সুৰক্ষিত অভিযান তৈয়াৰী, যুঁজ চলোৱা আৰু বেহু ৰচনাৰ কালৰ পৰা সৈন্যৰ ভাগদৰে ঘনত্ব আদিৰ) ওপৰত আৰু আত্মৰক্ষামূলক যুঁজৰ চৰিত্ৰৰ (শত্ৰুৰ শক্তিশালী পেনৎছাৰ বাহিনীৰ আক্ৰমণ প্ৰতিহত কৰাৰ ক্ষমতা, বিপুল সক্ৰিয়তা, আদিৰ) ওপৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল।

এই সন্দৰ্ভত মই এই কথা উল্লেখ কৰিব খোজো যে কুৰ্স্কৰ যুঁজ সংক্ৰান্ত যুদ্ধোত্তৰ সাহিত্যই এই প্ৰতিৰক্ষাক আদৰ্শ-বুলি কিছু ধাৰণা সৃষ্টি কৰিছে। কিছু কিছু লেখকে এই কথা প্ৰমাণ কৰাৰ চেষ্টাৰ ক্ৰুটি কৰা নাই যে কুৰ্স্কত প্ৰতিৰক্ষা ব্যৱস্থা আছিল সবাতোকৈ শিক্ষাপ্ৰদ আৰু চিৰায়ত আৰু আছিল সকলো ফালৰ পৰা অনুকৰণ-যোগ্য। অৱশ্যে এই কথাটো নুই কৰিব নোৱাৰি যে কুৰ্স্কৰ আত্মৰক্ষামূলক যুঁজৰ কেবাটাও শিক্ষাপ্ৰদ দিশ, যেনে বিপুল সক্ৰিয়তা, টেঙ্ক প্ৰতিৰোধী প্ৰতিৰক্ষা ব্যৱস্থাৰ সুস্থিতি আৰু অস্ত্ৰসজ্জিত সৈন্য শক্তি নিয়োগ—এইবোৰক পৰৱৰ্তী অভিযানসমূহত, বিশেষকৈ কিয়েভ আৰু বালাতেন লেকৰ আত্মৰক্ষামূলক যুঁজত ব্যাপকভাৱে ব্যৱহাৰ কৰা হৈছিল। কিন্তু কুৰ্স্কৰ যুঁজৰ আগত আৰু পিচত আত্মৰক্ষামূলক লক্ষ্যসাধনৰ বাবে ইমান শক্তিশালী সৈন্য সমাহাৰৰ গঠন, এনে গভীৰ-লৈকে স্তৰে স্তৰে বিন্যস্ত প্ৰতিৰক্ষা ব্যৱস্থা আৰু ফলতঃ প্ৰতি কিলোমিটাৰ সন্মুখভাগত চলিত যুঁজৰ আৰু বেহু ৰচনাৰ বাবে ইমান সৈন্য ঘনত্ব কেতিয়াও দৃষ্ট হোৱা নাই। কুৰ্স্কৰ যুঁজৰ অনুশীলন আৰু মূল্যায়নৰ সময়ত এই কথাটো মনত ৰখা দৰকাৰ।

সেয়ে কুৰ্স্কত প্ৰতিৰক্ষাক দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত প্ৰচলিত ধৰণৰ বা অথবা প্ৰতীকী ধৰণৰ প্ৰতিৰক্ষা বুলি গণ্য কৰিব নোৱাৰি।

কুর্স্কৰ আত্মৰক্ষামূলক যুঁজ হৈছিল ৫৫০ কিলোমিটাৰ জুৰি, যুঁজিছিল কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকলে, পৰবৰ্তী কালত যোগ দিছিল স্তেপ ৰণাঙ্গনৰ সৈন্যসকলে। কেবাটাও সুৰক্ষিত লাইন আৰু অৱস্থান নিৰ্মাণ, ইনজিনিয়াৰিং দৃষ্টিকোণৰ পৰা ভালেখিনি গভীৰলৈকে প্ৰতিৰক্ষা ব্যৱস্থা গঢ়ি তোলাৰ ক্ষেত্ৰত বিপুল শক্তি আৰু বৈষয়িক সম্পদ ব্যৱহাৰ আছিল এই যুঁজৰ এটা বিশেষ বৈশিষ্ট্য ; কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ আৰ্মিসমূহে যথেষ্ট জনবল আৰু বৈষয়িক সম্পদ পাই সুৰক্ষিত তিনিটা লাইন তৈয়াৰ কৰিছিল, তাৰ লগত আছিল বহুদূৰলৈ বিস্তীৰ্ণ ট্ৰেঞ্চৰ জাল আৰু অৱস্থান পৰিৱৰ্তন ব্যৱস্থা। তিনিটা সমুখ প্ৰতিৰক্ষা লাইন তৈয়াৰ কৰা হৈছিল। সুৰক্ষিত অৱস্থানবোৰৰ সামগ্ৰিক গভীৰতা আছিল ১৫০ কিলোমিটাৰকে অধিক। এই দুই ৰণাঙ্গনৰ প্ৰতিৰক্ষাৰ পিচফালে স্তেপ ৰণাঙ্গনৰ প্ৰতিৰক্ষা নিৰ্মাণৰ আৰু দনৰ বাওঁ পাৰত তথাকথিত ৰাষ্ট্ৰীয় সুৰক্ষিত অৱস্থানবোৰ নিৰ্মাণৰ কামো চলিছিল। এইবোৰ প্ৰতিৰক্ষা ব্যৱস্থাৰ সুৰক্ষিত অৱস্থানবোৰৰ সামগ্ৰিক গভীৰতা ৩০০ কিলোমিটাৰকো চেৰাই গৈছিল। আত্মৰক্ষামূলক যুঁজৰ লক্ষ্য পূৰণৰ নিমিত্তে জেনাৰেল হেড কোৱাৰ্টাৰে এক বিৰাট ৰণনৈতিক সৈন্যসমাহাৰক নিয়োগ কৰিছিল।

ছোভিয়েত কমাণ্ডে সৰ্বমুঠ ১১টা ফিল্ড, তিনিটা টেঙ্ক আৰু তিনিটা বিমান আৰ্মি ব্যৱহাৰ কৰিছিল ; পূৰ্বোক্ত দুটাত আছিল ৮০ টাতকৈ বেছি ডিভিজন ১৩টা টেঙ্ক আৰু মেকানিকেল ক'ৰ আৰু দহটা সুকীয়া টেঙ্ক ব্ৰিগেড—৫ বপৰা ১২ জুলাইৰ ভিতৰত প্ৰতিৰক্ষাৰ উদ্দেশ্যে। এই প্ৰসঙ্গত এই কথাটো স্মৰ্তব্য লগীয়া যে ষ্টালিনগ্ৰাদৰ ৰণনৈতিক প্ৰতিৰক্ষাৰ বাবে ছোভিয়েত কমাণ্ডে ৫২০ কিলোমিটাৰ দীঘল সমুখ ৰণাঙ্গনৰ বাবে ব্যৱহাৰ কৰিছিল ৬০ টাতকৈ বেছি ডিভিজন, ৯টা টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰ।

কুৰ্স্কত আত্মৰক্ষামূলক যুঁজে একাদিক্ৰমে ৰণাংগনৰ গোটবোৰৰ মাজত ৰণনৈতিক সহযোগিতা গঢ়ি তোলাটো নিশ্চিত কৰিছিল। এই যুঁজৰ প্ৰক্ৰিয়াতে পশ্চিম আৰু ব্ৰিয়ানস্ক ৰণাংগনবোৰে অ'ৰেল এলেকাত আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিছিল আৰু দক্ষিণ-পশ্চিম আৰু দক্ষিণ ৰণাংগনে আৰম্ভ কৰিছিল ছেভেৰস্কি দনেৎচ আৰু মিউছ নদীবোৰৰ ওপৰত। এইবোৰ ৰণাংগনে হুনা আঘাতে শত্ৰুসৈন্যক বহুল পৰিমাণে প্ৰতিহত কৰিছিল আৰু কুৰ্স্কৰ বিৰুদ্ধে চাপসৃষ্টিৰ বাবে সিবোৰক ব্যৱহাৰ কৰাৰ পৰা নাৎছীসকলক প্ৰতিহত কৰিছিল।

ছোভিয়েত বিমান বাহিনী—তিনিটা বিমান আৰ্মি, দূৰগামী বিমান চলাচল আৰু বিমান প্ৰতিৰক্ষা বিমান চলাচলে সফল আত্ম-ৰক্ষামূলক যুঁজত এটা ডাঙৰ ভূমিকা লৈছিল। সেই সময়ত বিমান বাহিনীক বিমানৰ ক্ষেত্ৰত প্ৰাধান্য অৰ্জন কৰাৰ প্ৰধান কৰ্তব্য দিয়া হৈছিল। ১৯৪৩ চনৰ বসন্তকালি কুবানত বিৰাট বিমান যুঁজৰ সময়ত ছোভিয়েত বিমানবাহিনীৰ অনুকূলে সোঁতৰ গতি পৰিবৰ্তিত হৈছিল।

কুৰ্স্কৰ যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ত ৰণনৈতিক গুৰুত্বসম্পন্ন অন্যতম সাফল্য হৈছে সম্ভাব্য আক্ৰমণাত্মক অভিযানৰ বাবে ডাঙৰ ডাঙৰ সৈন্য সমাহাৰ গঠন। এইবোৰ সমাহাৰক বিপদসংকুল এলেকা-বোৰত কেন্দ্ৰীভূত কৰা হৈছিল আৰু শত্ৰুৰ আক্ৰমণ প্ৰতিহত কৰাৰ বাবে ৰণনৈতিক সংৰক্ষিত শক্তি হিচাবে সিবোৰক ব্যৱহাৰ কৰা হৈছিল। এই কথা মই আগতেই কৈছোঁ যে দ্বিতীয় ৰণনৈতিক স্তৰ হিচাবে ষ্টেপ ৰণাংগনক কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাংগনৰ পিছফালে মোতায়েন কৰা হৈছিল।

আত্মৰক্ষামূলক যুঁজৰ গতিপথত যেতিয়া নাৎছী ফৌজে প্ৰখ'ৰকভা অভিমুখে আক্ৰমণ কৰি কুৰ্স্ক ভাঙি সোমোৱাৰ বাবে শেষ চেষ্টা কৰি আছিল, ষ্টেপ ৰণাংগনৰ অংশক (৫ম গাৰ্ডছ টেংক আৰ্মি ১০ম আৰু ২য় টেংক কৰ্'ৰ আৰু ৫ম গাৰ্ডছ আৰ্মি) ভ'ৰ'নেঝ ৰণাংগনলৈ

স্থানান্তৰিত কৰা হৈছিল। ফলত ভ'ৰ'নেঝ ৰণাঙ্গন তাৰ সহায়ত শত্ৰু সৈন্যইতক সিহঁত ঘ'ৰ পৰা বাঢ়না হৈছিল তালৈ খেদি পঠিওৱাত আৰু প্ৰায় লগে লগেই প্ৰতি-আক্ৰমণাত্মক অভিযানত অৱতীৰ্ণ হোৱাত সক্ষম হৈছিল। জেনাৰেল 'হেড কোৱাৰ্টাৰ্ছ'ৰ সংৰক্ষিত আৰ্মিবোৰক লৈ গঠিত ষ্টেপ ৰণাঙ্গনে মাথো গভীৰতাই বেছিকৈ বঢ়োৱা নাই, প্ৰতি-আক্ৰমণৰ উদ্দেশ্যে আগৰে পৰাই এটা আক্ৰমণকাৰী গোষ্ঠী গঠন কৰাও সম্ভৱ কৰি তুলিছিল।

গতিকে কুৰ্স্ক'ৰ যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ত ছোভিয়েত সামৰিক ৰণনীতি মস্কো বা ষ্টালিনগ্ৰাদত আত্মৰক্ষামূলক যুঁজৰ সময়তকৈ উচ্চতৰ স্তৰত আছিল।

আত্মৰক্ষামূলক যুঁজৰ সংগঠন আৰু পৰিকল্পনাৰ নীতিবোৰতো ব্যাপক পৰিবৰ্তন আহিছিল। চলিত যুঁজৰ সৈন্যগঠনবোৰৰ ভিতৰত টেঙ্ক আৰ্মি, গোলন্দাজ ক'ৰ আৰু ডিভিশনবোৰক অন্তৰ্ভুক্ত কৰাত ছোভিয়েত কমাণ্ড টেঙ্ক-প্ৰতিৰোধী আৰু সৈন্য-প্ৰতিৰোধী প্ৰবল অগ্নিবৰ্ষণ ব্যৱস্থা আৰু শক্তিশালী, স্থান পৰিবৰ্তনত সক্ষম দ্বিতীয় প্ৰতিৰক্ষা স্তৰ আৰু সংৰক্ষিত শক্তি সংগঠিত কৰিবলৈ সক্ষম হৈছিল।

কুৰ্স্ক'ত আত্মৰক্ষামূলক যুঁজৰ প্ৰস্তুতিৰ বাবে যথেষ্ট সময়—তিনি মাহৰো বেছি পোৱা গৈছিল। তাৰ ফলত ৰণাঙ্গন আৰু আৰ্মি কমাণ্ডাৰসকলৰ পক্ষে যুঁজৰ পুংখানুপুংখ পৰিকল্পনা কৰা, শক্তিশালী সুৰক্ষিত অৱস্থান তৈয়াৰ কৰা আৰু সহযোগিতা সংগঠিত কৰাটো সম্ভৱ হৈছিল। যুঁজৰ গতিপথত ছোভিয়েত সৈন্যসকলৰ সঞ্চিত অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰি কুৰ্স্ক'ত প্ৰতিৰক্ষা সংগঠিত কৰা হৈছিল।[১]

১ আত্মৰক্ষামূলক যুঁজ সংগঠিত কৰা আৰু পৰিকল্পনা কৰাৰ সম্বন্ধে মতৈক্য প্ৰতিষ্ঠাত ১৯৪৩ চনৰ আৰম্ভণিত সৈন্যসকলৰ মাজত প্ৰচাৰিত খচৰা ফিল্ড চাৰ্ভিচ ৰেগুলেশ্বন আৰু ইনষ্ট্ৰাকছন অন ৰেকোনেছান্স এণ্ড অৰ্গা-নাইজেছন অৱ ফিল্ড ফৰ্টিফিকেছনে অতীৱ গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল।

প্ৰতিৰক্ষা সংগঠিত কৰাৰ পক্ষে শত্ৰুৰ আক্ৰমণৰ সম্ভাব্য গতিমুখ নিৰ্দ্ধাৰিত কৰা আৰু তাত প্ৰধান প্ৰয়াস সংহৃত কৰাটো গুৰুত্বপূৰ্ণ আছিল। কুৰ্স্ক অভিক্ষেপৰ উত্তৰাংশত আত্মৰক্ষামূলক যুঁজৰ পৰিকল্পনা কৰিবলৈ কেন্দ্ৰীয় ৰণাঙ্গনৰ কমাণ্ডাৰে প্ৰধান প্ৰয়াস কেন্দ্ৰীভূত কৰিলে এনে এটা অংশত যি ৯৫ কিলোমিটাৰ অৰ্থাৎ ওলখোভাৎকা এলেকাত সমুখ ৰণাঙ্গনৰ মুঠ দৈৰ্ঘ্যৰ ৩১ শতাংশ পৰ্যন্ত বিস্তৃত। তাত তেওঁ পদাতিক সৈন্য-গঠনবোৰৰ ৫৮ শতাংশ ( ২৪ ডিভিজন ), টেঙ্ক আৰু স্বয়ংচালিত কামানৰ ৮৭ শতাংশ, আৰু গোলন্দাজ বাহিনী ৭০ শতাংশ থূপ খুৱালে। সমুখ ৰণাঙ্গনৰ বাকী অংশৰ ( ২০০ কিলোমিটাৰৰো বেছি ) প্ৰতিৰক্ষাৰ বাবে ৰণাঙ্গনৰ কমাণ্ডাৰে মাথো ১৭ টা পদাতিক ডিভিজন আৰু চাৰিটা পদাতিক ব্ৰিগেড ( পদাতিক ফৌজৰ ৪২ শতাংশ ), টেঙ্কৰ ১৩ শতাংশ আৰু গোলন্দাজসকলৰ ৩০ শতাংশ থলে। মন কৰিব লগীয়া বিষয় যে যি ১৩শ আৰ্মিয়ে শত্ৰুৰ আক্ৰমণৰ প্ৰধান ক্ষেত্ৰ ৰক্ষা কৰি আছিল ( তাৰ প্ৰতিৰক্ষা এলেকা আছিল ৰণাঙ্গনৰ মুঠ এলেকাৰ ১১ শতাংশ মাথো ) তাক ৰণাঙ্গনৰ গোলন্দাজ আৰু মৰ্টাৰ ৰেজিমেণ্টবোৰৰ ৩৭ শতাংশ এৰি দিয়া হৈছিল, তাৰ ভিতৰত আছিল জেনাৰেল হেড কোৱাৰ্টাৰ্ছে তাৰ সংৰক্ষিত শক্তিৰ পৰা এই ৰণাঙ্গনক যিমান গোলন্দাজ ইউনিট দিছিল তাৰ ৫০ শতাংশ।

ভ'ৰ'নেঝ ৰণাঙ্গনৰ কমাণ্ডাৰে ভাবিছিল যে শত্ৰুৱে সম্ভৱতঃ বেলগ'ৰ'দৰ পশ্চিমৰ এলেকাৰ পৰা অ'ৰ'য়ান অভিমুখে আৰু বেলগ'ৰ'দৰ পৰা কোৰাচা অভিমুখে আক্ৰমণ কৰিব। গতিকে তেওঁ ৰণাঙ্গনৰ ফৌজৰ বৃহত্তম অংশক ১৬৪ কিলোমিটাৰ বহল এটা খণ্ডত সোঁমাজত আৰু বাওঁ কাষত কেন্দ্ৰীভূত কৰিছিল। এই ক্ষেত্ৰৰ বাকী অংশৰ ( প্ৰায় ৮০ কিলোমিটাৰ, অৰ্থাৎ সমুখ ৰণাঙ্গনৰ ৩২ শতাংশ ) প্ৰতিৰক্ষাৰ বাবে তেওঁ কেৱল ৬ টা পদাতিক ডিভিজন ( মুঠ ডিভিজনৰ

১৭ শতাংশ ) টেঙ্কৰ ১০ শতাংশ আৰু গোলাবারুদসকলৰ প্ৰায় ১৪ শতাংশ ৰাখিছিল। শত্ৰুৱে যেহেতু ফালেৰে পৰা আক্ৰমণ কৰিব বুলি ভবা হৈছিল সেয়ে জনবল আৰু বৈষয়িক সম্পদ আৰ্মিবোৰৰ মাজত প্ৰায় সমভাৱে বণ্টন কৰা হৈছিল। ভ'ৰ'নেঝ ৰণাংগনৰ আত্মৰক্ষামূলক যুঁজৰ ওপৰত ইয়াৰ নেতিবাচক প্ৰভাৱ পৰিছিল।

কুৰ্স্কৰ প্ৰতিৰক্ষা ব্যৱস্থাৰ বৈশিষ্ট্য আছিল এয়ে যে তাৰ গভীৰতা, কেইটামান প্ৰতিৰক্ষা লাইন নিৰ্মাণৰ যোগেদি তৈয়াৰ কৰা হৈছিল। ই সেইবোৰক যে কেৱল সুস্থিত আৰু অস্ত্ৰশস্ত্ৰৰে সজ্জিত ব্যাপক আক্ৰমণ সহ্য কৰিবলৈ সক্ষম কৰিছিল তেনে নহয়, আক্ৰমণাত্মক অভিযান আৰম্ভ কৰাৰ সিদ্ধান্ত লোৱা হলে নৱাগত সৈন্যসকলক অনুকূল অৱস্থান লবলৈকো সক্ষম কৰিছিল। কুৰ্স্কৰ যুঁজৰ আৰম্ভণিত অভিযন্তা-সকলে ৰণভূমিক ১৫০ কিলোমিটাৰ গভীৰলৈকে পাঁচটা আৰু কোনো কোনো ঠাইত ৬ টা লৈকে প্ৰতিৰক্ষা লাইনৰ সংগঠিত কৰিছিল।

প্ৰতিৰক্ষা ব্যৱস্থা যেহেতু আগবে পৰা গঢ়ি তোলা হৈছিল আৰু পৰিকল্পনাত পৰৱৰ্তী প্ৰতি-আক্ৰমণৰ বন্দৱস্ত আছিল, সেই গতিকে কুৰ্স্কৰ আত্মৰক্ষামূলক যুঁজ মাথোন তাৰ বিপুল গভীৰতাৰ বাবেই নহয়, সৈন্য আৰু অস্ত্ৰশস্ত্ৰৰ ঘনত্বৰ ফালৰ পৰাও বৈশিষ্ট্য-পূৰ্ণ আছিল। উদাহৰণস্বৰূপে কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাংগনৰ অধীনত থকা অংশবোৰৰ তিনিটা আৰ্মি এলেকাৰ আটাইবোৰতেই প্ৰধান প্ৰধান গতিমুখত সৈন্যসকলে আত্মৰক্ষামূলক অৱস্থান লৈছিল। কেতবোৰ ঠাইত সৈন্যসকলে ৰণাংগনৰ সমুখত থকা লাইনবোৰৰ ওপৰত অৱস্থান লৈছিল ( উদাহৰণস্বৰূপ, ভ'ৰ'নেঝ ৰণাংগনৰ অগ্ৰৱৰ্তী প্ৰতিৰক্ষা লাইনত আছিল ৬৫তম ইনফেন্ট্ৰি ক'ৰ )।

চলিত যুঁজত নিয়োজিত সৈন্য আৰু সমৰোপকৰণৰ মনত্ব ষ্টালিনগ্ৰাদৰ যুঁজতকৈ ঢেৰ বেছি আছিল। ষ্টালিনগ্ৰাদত কোজো-মিৰস্কো অঞ্চলত ৫১ তম আৰ্মিৰ প্ৰতিটো ডিভিজনে ৬৫ কিলোমিটাৰ

জোৰা সন্মুখ ৰণাঙ্গন ৰক্ষা কৰিছিল আৰু প্ৰতি কিলোমিটাৰত ২.৪ টা কামান আৰু মৰ্টাৰ আৰু ০.৭ টা স্বয়ং চালিত কামান আছিল। কুৰ্স্কত কেন্দ্ৰীয় ৰণাঙ্গনৰ আত্মৰক্ষামূলক যুঁজত প্ৰতিটো ডিভিজনে ৭.৪ কিলোমিটাৰৰ বেছি ৰণাঙ্গন ৰক্ষা কৰা নাই। কিলোমিটাৰে পতি আছিল ৩৫ টা কামান আৰু মৰ্টাৰ (৭৬ মিলিমিটাৰ আৰু তাৰ বেছি) আৰু ৫.২ টা টেঙ্ক আৰু স্বয়ংচালিত কামান আছিল।

মস্কো আৰু ষ্টালিনগ্ৰাদৰ যুঁজত যেনেকৈ একস্তৰ বিশিষ্ট প্ৰতিৰক্ষা ব্যৱস্থা আছিল কুৰ্স্কত তাৰ সলনি সৈন্যসকলক প্ৰতিৰক্ষাৰ দুই স্তৰ বিশিষ্ট বিন্যাসত নিয়োগ কৰা হৈছিল। ভ'ৰ'নেঝ ৰণাঙ্গনৰ আত্মৰক্ষামূলক যুঁজৰ আৰম্ভণিত প্ৰতিৰক্ষাৰ প্ৰথম স্তৰত চাৰিটা ফিল্ড আৰ্মি ৰখা হৈছিল আৰু দ্বিতীয় স্তৰত ৰখা হৈছিল এটা টেঙ্ক আৰ্মি আৰু এটা ফিল্ড আৰ্মি। কেন্দ্ৰীয় ৰণাঙ্গনৰ প্ৰথম স্তৰত আছিল পাঁচটা ফিল্ড আৰ্মি আৰু দ্বিতীয় স্তৰত আছিল এটা টেঙ্ক আৰ্মি। দ্বিতীয় স্তৰবোৰৰ উপৰিও ৰণাঙ্গনৰ কমাণ্ডাৰসকলৰ শক্তিশালী সংৰক্ষিত শক্তি আছিল, তাৰ ভিতৰত আছিল পদাতিক আৰু টেঙ্ক সৈন্যগঠন, গোলন্দাজ, টেঙ্ক-প্ৰতিৰোধী ইনজিনিয়াৰ আৰু অন্যান্য ইউনিট।

শত্ৰুৰ প্ৰধান শক্তিৰ দ্বাৰা আক্ৰান্ত ক্ষেত্ৰবোৰত যুঁজমান ৰণাঙ্গনৰ ফিল্ড আৰ্মিবোৰৰ হেফাজতত ৩২ কিলোমিটাৰ (১৩শ আৰ্মি)-ৰ পৰা ৬৪ কিলোমিটাৰ (৬ষ্ঠ গাৰ্ড্ছ আৰ্মি) লৈকে বিস্তৃত লাইন দিয়া হৈছিল, আন হাতেদি, ষ্টালিনগ্ৰাদৰ যুঁজত শত্ৰুৰ প্ৰধান আক্ৰমণৰ দিশৰ পৰা আৰ্মিবোৰৰ এলেকা ৭০ৰ পৰা ৯০ কিলোমিটাৰলৈকে বিস্তৃত আছিল। অপ্ৰধান আক্ৰমণৰ দিশবোৰত ভ'ৰ'নেঝ আৰু কেন্দ্ৰীয় ৰণাঙ্গনৰ আৰ্মিবোৰে ৮০ৰ পৰা ৯০ কিলোমিটাৰ জোৰা সন্মুখ ৰণাঙ্গন ৰক্ষা কৰিছিল।

কুৰ্স্কৰ যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ত সৰহভাগ আৰ্মিয়ে আছিল এক স্তৰত সংগঠিত ( আটাইবোৰ ক'ৰ এটা লাইনত সিঁচৰতি হৈ আছিল ), তেওঁলোকৰ পিচকালে আছিল প্ৰবল সংৰক্ষিত শক্তি। কেন্দ্ৰীয় ৰণাঙ্গনৰ ১৩ শ আৰ্মি আছিল একমাত্ৰ আৰ্মি যাৰ গঠন আছিল দুই স্তৰ বিশিষ্ট ( প্ৰতিটো স্তৰত দুটাকৈ পদাতিক ক'ৰ আছিল )।

আৰ্মিবোৰৰ একস্তৰ বিন্যাস, অৱশ্যে, আগৰ আত্মৰক্ষামূলক যুঁজৰ সময়ত যেনেকুৱা আছিল তাতকৈ বহুত বেলেগ হৈ গৈছিল পদাতিক ক'ৰ পুনৰ গঠিত হোৱাৰ পিচত। এই কৰবোৰৰ যুঁজৰ সময়ত গঠন সাধাৰণতে দুটা স্তৰবিশিষ্ট কৰা হয়। ইয়াৰ ফলত বেহু-ৰচিত প্ৰতিৰক্ষাৰ এলেকাৰ শক্তিবৃদ্ধি হৈছিল, সেইবোৰে এতিয়া সমস্ত পদাতিক ডিভিশনৰ প্ৰায় দুই-তৃতীয়াংশই ৰক্ষা কৰি আছিল, মাথো এটা বা দুটা ডিভিশনৰ সংৰক্ষিত শক্তিৰ হিচাপ ৰখা হৈছিল।

অস্ত্ৰসজ্জিত আৰু যন্ত্ৰসজ্জিত ক'ৰ সমন্বিত আৰু আক্ৰমণ আগুৱাই নিবৰ বাবে তৈয়াৰী টেঙ্ক আৰ্মিবোৰ এইবোৰ পৰিস্থিতিত ৰণাঙ্গনৰ কমাণ্ডাৰৰ হাতত চলিত যুঁজৰ সময়ৰ প্ৰতিৰক্ষাৰ কৰ্তব্য পালন কৰাৰ পক্ষে শক্তিশালী হাতিয়াৰ হৈ উঠিছিল। এই কথালৈ মন কৰা উচিত যে ১৯৪৩ চনৰ জহকালিৰ আগতে টেঙ্ক ক'ৰ আৰু আৰ্মিবোৰক আত্মৰক্ষামূলক যুঁজত প্ৰধানতঃ প্ৰতি-আক্ৰমণৰ বাবে ব্যৱহাৰ কৰা হৈছিল। কুৰ্স্কৰ যুঁজত আত্মৰক্ষামূলক পৰ্য্যায়ত সেইবোৰক এই উদ্দেশ্যে আৰু বিমান গভীৰতা জুৰি আত্মৰক্ষামূলক যুঁজ চলিছিল সেই ঠাইবোৰৰ মাজত থকা অৱস্থানবোৰ ধৰি ৰখাৰ বাবে ব্যৱহাৰ কৰা হৈছিল, ফলত তেওঁলোকৰ স্থিতি ভালেখিনি বাঢ়িছিল।

"কুৰ্স্কত ছোভিয়েত প্ৰতিৰক্ষাৰ সক্ৰিয়তা আগৰ আত্মৰক্ষামূলক যুঁজবোৰৰ তুলনাত ঢেৰ বেছি আছিল। ইয়াৰ অভিপ্ৰকাশ

ঘটিছিল আগতীয়াকৈ কামান আৰু বিমানৰ পৰা বোমা বৰ্ষণৰ মাজেদি, অগ্ৰসৰমান শত্ৰুসৈন্যইতৰ ওপৰত আমাৰ গোলন্দাজসকলৰ প্ৰবল আঘাতৰ মাজেদি, সময়মতে প্ৰতিৰক্ষা লাইনত উপস্থিত হোৱাৰ মাজেদি, জনবল আৰু বৈষয়িক সম্পদেৰে বৃহদাকাৰত সুকৌশল অৱলম্বনৰ মাজেদি আৰু শত্ৰুক ছত্ৰভঙ্গ কৰা আৰু হৃত অৱস্থান পুনৰুদ্ধাৰ কৰাৰ উদ্দেশ্যে শত্ৰুইত সোমাই পৰা অংশৰ ওপৰত শক্তিশালী প্ৰত্যাঘাত হনাৰ মাজেদি।

কামান আৰু বিমানৰ প্ৰতি-প্ৰস্তুতিয়ে শত্ৰুৰ আগছোৱাৰ আঘাত দুৰ্বল কৰি দিছিল, তাৰ কমাণ্ড ব্যৱস্থাক ব্যাহত কৰিছিল, আৰু তাৰ আক্ৰমণাত্মক অভিযান দেৰৰ পৰা দু'ঘণ্টা পিচুৱাই দিবলৈ বাধ্য কৰিছিল। এই কথা অৱশ্যেই কব লাগিব যে প্ৰতি-প্ৰস্তুতি সংগঠনত গুৰুতৰ আঁসোৱাহ বৈ গৈছিল। উদাহৰণস্বৰূপে, বিমানৰ পৰা কৰা আঘাতবোৰ বিক্ষিপ্ত আছিল। বিমান কোঠৰ ওপৰত আক্ৰমণবোৰে আশানুৰূপ ফল দিয়া নাছিল। কাৰণ সৰহভাগ জাৰ্মান বিমানেই আছিল আকাশত। কামানৰ অগ্নিবৰ্ষণো যথাযথভাৱে ব্যৱহাৰ কৰা হোৱা নাছিল। প্ৰায়ে এনে ঠাইবোৰত গোলা নিক্ষেপ কৰা হৈছিল য'ত শত্ৰুসৈন্য বা অস্ত্ৰশস্ত্ৰ নাছিল। ভ'ৰ'নেঝ ৰণাঙ্গনত প্ৰতি-প্ৰস্তুতি অপেক্ষাকৃত কাৰ্য্যকৰ আছিল; তেওঁলোকে যথাযথ সময়ত শত্ৰুসৈন্য আৰু টেঙ্কৰ ওপৰত আঘাত কৰিছিল।

ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকলে প্ৰ'খ'ৰভকা এলেকাত সৰাতোকৈ শক্তিশালী মুখামুখি প্ৰতি-আক্ৰমণ কৰিছিল। এই সঙ্ঘৰ্ষত জড়িত আছিল দুটা ছোভিয়েত টেঙ্ক আৰ্মি আৰু তিনিটা ফিল্ড আৰ্মি। যুঁজৰ মূল বোজা বহন কৰিছিল স্তেপ ৰণাঙ্গনৰ পৰা স্থানান্তৰিত হোৱা ৫ম গাৰ্ডছ টেঙ্ক আৰ্মি আৰু ৫ম গাৰ্ডছ আৰ্মিয়ে, তেওঁলোকক ১৭ শ বিমান আৰ্মিয়ে সাহায্য কৰিছিল, ১৩ জুলাইৰ এই সঙ্ঘৰ্ষৰ ফলত

শত্রু গোষ্ঠীৰ গুৰুতৰ ক্ষয়ক্ষতি হৈছিল আৰু নাৎসী কমাণ্ড বাধ্য হৈ লগাত পৰিছিল প্ৰ'খ'ৰভকা অভিমুখে আক্ৰমণাত্মক অভিযান বন্ধ কৰি দিবলৈ আৰু দক্ষিণৰ পৰা ভাঙি কুৰ্স্কত সোমোৱাৰ প্ৰয়াস বৰ্জন কৰিবলৈ।

স্থলযুদ্ধত ৰণকৌশলো কুৰ্স্কৰ যুঁজত বিপুলভাবে পৰিবৰ্তিত হৈছিল। যথেষ্ট জনবল আৰু বৈষয়িক সম্পদে, পদাতিক ক'ৰ, ৰেজিমেণ্ট আৰু বেটেলিয়ানবোৰত যুদ্ধৰত সৈন্যগঠনৰ গভীৰতা আগেখিনি বঢ়োৱাটো সম্ভৱ কৰিছিল। ৰেজিমেণ্ট ডিভিজন আৰু ক'ৰবোৰক প্ৰতিৰক্ষাৰ বাবে সঙ্কীৰ্ণতৰ ক্ষেত্ৰ দিয়া হৈছিল। বেহু-ৰচনাৰ এলেকাৰ প্ৰতিৰক্ষাৰ গভীৰতা বঢ়াবলৈ আৰু সেইবোৰক আৰু বেছিকৈ স্থিতিশীল কৰিবলৈ বিপজ্জনক খণ্ডবোৰৰ কেন্দ্ৰীভূত ইউনিটবোৰ দুটা শাৰীত বিন্যাস কৰা হৈছিল। প্ৰথম আৰু দ্বিতীয় লাইনত যথাসময়ত সৈন্যসকলক মোতায়েত কৰা হৈছিল। যিকালৰ পৰা শত্ৰুৰ আক্ৰমণৰ সম্ভাৱনা বেছি তাত বেহু ৰচনাৰ স্তৰত বিপুল শক্তি সমাবেশ কৰাৰ নীতি আৰু বিকশিত কৰা হৈছিল।

টেঙ্ক-প্ৰতিবোধী প্ৰতিৰক্ষাৰ লেখতলবলগীয়াকৈ উন্নতি হৈছিল। যুঁজৰ প্ৰাথমিক পৰ্যায়বোৰত এইবোৰ গভীৰলৈকে তৈয়াৰ কৰা হোৱা নাছিল। প্ৰতিৰোধৰ প্ৰধান লাইনত অৱস্থিত সুকীয়া টেঙ্ক-বিৰোধী এলেকা হিচাবে এইবোৰ সংগঠিত কৰা হৈছিল। কিন্তু ১৯৪৩ চনত আৰ্মিৰ আৰু ৰণাঙ্গনৰ সমগ্ৰ গভীৰতা আৰু সমুখভাগৰ প্ৰতিৰক্ষা এলেকাবোৰ জুৰি এইবোৰ পৰিকল্পিত আৰু সংগঠিত হৈছিল। প্ৰধান উপাদানবোৰ আছিল টেঙ্ক প্ৰতিবোধী শক্ত বিন্দু, এইবোৰ টেঙ্ক-প্ৰতিবোধক এলেকাবোৰত একত্ৰিত কৰা হৈছিল। ইয়াৰ ফলত টেঙ্ক-প্ৰতিবোধী শক্তবিন্দুবোৰৰ পৰস্পৰৰ মাজত নিৰ্ভৰযোগ্য সহযোগিতা গঢ়ি তোলা আৰু ই নিয়ন্ত্ৰণ কৰা সম্ভৱপৰ হৈছিল।

কুৰ্স্কৰ টেঙ্ক-প্ৰতিবোধী প্ৰতিৰক্ষা অতীব মজবুত আছিল।

ই সন্তৰ্পণৰ হৈছিল সৰহভাগ টেঙ্ক-প্ৰতিৰোধী শক্তবিন্দু আৰু টেঙ্ক বিৰোধী এলেকাবোৰক পদাতিক সৈন্যগঠনবোৰৰ মাজে মাজে বহুওৱাৰ, টেঙ্ক-প্ৰতিৰোধী শক্ত বিন্দুবোৰৰ মাজত অগ্নিবৰ্ষণৰ নিবীড় সমন্বয়, প্ৰতিবন্ধকবোৰৰ ব্যাপক ব্যৱহাৰ আৰু সংৰক্ষিত শক্তিৰ মাজত টেঙ্ক-প্ৰতিৰোধী উপকৰণৰ প্ৰচুৰ সমাৱেশৰ ফলত।

টেঙ্ক-নিৰোধক প্ৰতিবন্ধক আৰু কাঠামোবোৰে, বিশেষকৈ মাইন-পথাৰবোৰে টেঙ্ক-প্ৰতিৰোধী প্ৰতিৰক্ষাত এটা গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। এইবোৰ মাথোন প্ৰতিৰোধক প্ৰধান লাইনৰ সমুখত আৰু ভিতৰতে বহুওৱা হোৱা নাই, চলিত যুঁজৰ এলেকাৰ সমগ্ৰ গভীৰতা জুৰি বহুওৱা হৈছিল।

ৰণভূমিৰ সংগঠনেও মহত্তৰ তাৎপৰ্য্য লাভ কৰিছিল। ট্ৰেঞ্চ আৰু প্ৰৱেশপথবোৰ আছিল ইয়াৰ প্ৰধান উপাদান।

ৰণকৌশলগত প্ৰতিৰক্ষা এলেকাবোৰত যুঁজৰ দায়িত্বপূৰ্ণ কামবোৰ গোলন্দাজৰ ওপৰত ন্যস্ত কৰা হৈছিল। শত্ৰুৰ প্ৰধান আক্ৰমণৰ বিন্দুবোৰত সিহঁতক ভেটা দিবৰ বাবে তেওঁলোকক ব্যাপকভাৱে কামত লগোৱা হৈছিল। ৰেজিমেণ্ট আৰু বেটেলিয়ন গোলন্দাজ বাহিনী আৰু টেঙ্ক-প্ৰতিৰোধী গোলন্দাজ বেটেলিয়ন বাহিনীবোৰক খোলা অৱস্থানৰ পৰা পোনপটীয়াকৈ অগ্নিবৰ্ষণৰ বাবে ব্যৱহাৰ কৰা হৈছিল। ফোঁপোলা চাৰ্জ বিশিষ্ট আৰু টান অন্তসাৰ সম্পন্ন গোলা ব্যাপকভাৱে ব্যৱহাৰ কৰা হৈছিল। প্ৰথম স্তৰত বিক্ষিপ্ত ডিভিজনবোৰত শক্তিশালী গোলন্দাজ গোষ্ঠী গঠন কৰা হৈছিল।

আমাৰ বিমান-প্ৰতিৰোধী গোলন্দাজসকলে বিমান-যুঁজত অত্যন্ত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল। সুসংগঠিত বিমান প্ৰতিৰক্ষা ব্যৱস্থাই আকাশী পথত প্ৰাধান্য অৰ্জনত যথেষ্ট সাহায্য কৰিছিল। ৰণথলীত বিমান-প্ৰতিৰোধী গোলন্দাজ বাহিনীৰ কৌশল অৱলম্বন আছিল লুকৎৱাফৰ বিৰুদ্ধে যুঁজত এটা প্ৰধান উপাদান।

পদাতিক বাহিনীৰ সৈতে সহযোগিতাক্রমে আৰু সুকীয়াকৈ প্রতিৰক্ষা এলেকাবোৰত সাঁজোৱা শক্তিবোৰৰ সুপৰিকল্পিত ব্যৱহাৰে ছোভিয়েত প্রতিৰক্ষাৰ স্থিতিশীলতা বহুল পৰিমাণে বৃদ্ধি কৰিছিল। পদাতিক সৈন্যগঠনবোৰৰ লগতে সাধাৰণ ভাৱে যুক্ত পৃথক টেঙ্ক ব্রিগেড আৰু ৰেজিমেণ্টবোৰক সাধাৰণ প্রতিৰক্ষাৰ প্রথম আৰু দ্বিতীয় দুয়ো শাৰীতে মোতায়েন কৰা হৈছিল। বহু সংখ্যক টেঙ্ক যুদ্ধৰত পদাতিক সৈন্য গঠনৰ বেছ ভিতৰত ৰখা হৈছিল আৰু যিবোৰ এলেকাত টেঙ্কৰ দ্বাৰা আক্রান্ত হোৱাৰ সম্ভাৱনা আছিল সেইবোৰ এলেকাত অতৰ্কিত আঘাত হানিবৰ বাবে ব্যাপকভাৱে ব্যৱহাৰ কৰা হৈছিল। টেঙ্ক ব্রিগেড আৰু ৰেজিমেণ্টৰ কিছু অংশ ৰখা হৈছিল দ্বিতীয় শাৰীৰ, কেতিয়াবা গোটেই আৰ্মিৰ প্রতিৰক্ষা শাৰীৰ পিছফালে, তাৰ পিচত যুঁজৰ গতিপথত সেইবোৰ বিভিন্ন সুৰক্ষিত অৱস্থানলৈ আগুৱাই নিয়া হৈছিল। টেঙ্ক বাহিনীবোৰে প্রতিৰক্ষা ব্যৱস্থা অতিশয় মজবুত কৰি তুলিছিল। সাঁজোৱা শক্তিৰ এই ধৰণৰ নিয়োগে এই ধৰণৰ প্রতিৰক্ষাক অত্যন্ত স্থিতিশীল আৰু সক্রিয় কৰি তুলিছিল।

কুৰ্স্কৰ যুঁজত আত্মৰক্ষামূলক ৰণৰ পৰ্যায়ত বিমান বাহিনী ব্যৱহাৰ এটা উল্লেখযোগ্য কল হৈছিল এয়ে যে স্থলবাহিনীৰ সৈতে তাৰ সহযোগিতা অধিকতৰ উন্নত হৈছিল, প্রতিৰক্ষাৰ অন্তৰ্বৰ্তী লাইনৰ বাবে যুঁজিবলৈ গৈ আমাৰ বিমানবোৰে বেষ্টিত এলেকা-বোৰত শত্রুহঁতৰ টেঙ্ক আৰু মটৰবাহিত পদাতিক সৈন্যবিলাকক ধ্বংস কৰিছিল, শত্রুহঁতৰ সংৰক্ষিত শক্তিক যুঁজৰ এলেকাৰ পৰা বিচ্ছিন্ন কৰি দিছিল আৰু আমাৰ সৈন্যসকলক প্রতি-আক্রমণত সাহায্য কৰিছিল। এই সময়তে আমাৰ আক্রমণকাৰী বিমানে পোনপ্রথম বিপুল পৰিসৰত ১.৫ আৰু ২.৫ কিলোগ্রামৰ ফোঁপোলা চাৰ্জ বিশিষ্ট টেঙ্ক-প্রতিৰোধী বোমা ব্যৱহাৰ কৰিছিল।

কুস্কৰ যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ে আমাৰ বিমান বাহিনীৰ ত্ৰুটিবোৰ উদ্‌ঘাটিত কৰিছিল। তাৰ ভিতৰত সবাতোকৈ ডাঙৰ ত্ৰুটি হৈছে শত্ৰুৱে আক্ৰমণাত্মক অভিযান আৰম্ভ কৰাৰ লগে লগেই সিহঁতৰ ওপৰত আঘাত হানিবলৈ আমাৰ বিমানৰ ব্যৰ্থতা। আত্মৰক্ষা-মূলক যুঁজৰ প্ৰথম তিনি বা চাৰি ঘণ্টা আমাৰ সৈন্যসকল কৰলৈ গলে বিমানছত্ৰ নোহোৱাকৈ আছিল। আমাৰ আক্ৰমণকাৰী আৰু বোমাবৰ্ষণকাৰী বিমানবোৰৰ ৰণপ্ৰয়াস দুৰ্বল আছিল। তদুপৰি ৰণথলীৰ ওপৰত থকা আক্ৰমণকাৰী আৰু বোমাবৰ্ষণকাৰী বিমানবোৰক ভালকৈ নিৰ্দেশ দিয়া হোৱা নাছিল।

আত্মৰক্ষামূলক যুঁজৰ সংগঠনত আৰু পৰিচালনাৰ ক্ষেত্ৰত ওপৰোক্ত আৰু আন আন ত্ৰুটি সত্বেও শত্ৰুৰ প্ৰধান সৈন্যসমাহাৰবোৰক নেকানেক কৰি পেলোৱা হৈছিল আৰু প্ৰতি-আক্ৰমণাত্মক অভিযানৰ পক্ষে অনুকূল পৰিস্থিতি সৃষ্টি কৰা হৈছিল।

কুস্কৰ প্ৰতি-আক্ৰমণাত্মক অভিযানৰ কেবাটাও অন্তৰ্নিহিত বৈশিষ্ট্য আছিল। তাৰ ভিতৰত তলত দিয়াবোৰ আছিল সবাতোকৈ গুৰুত্বপূৰ্ণ। সমগ্ৰ জাৰ্মান-ছোভিয়েত ৰণাঙ্গনত ৰণনৈতিক নিস্তেজ অৱস্থা চলি থকাৰ সময়ত ইয়াৰ প্ৰস্তুতি চলোৱা হৈছিল। সেই সময়ত কোনো প্ৰতিদ্বন্দ্বীয়েই আক্ৰমণাত্মক অভিযান চলোৱা নাছিল। এই সময়খিনিৰ ভিতৰত ছোভিয়েত সেনাবাহিনী জাৰ্মান সেনাবাহিনীতকৈ সকলো বিষয়তে শ্ৰেষ্ঠতৰ হৈ উঠিছিল। ফলত মস্কো আৰু ষ্টালিনগ্ৰাদত প্ৰতি-আক্ৰমণৰ সময়তকৈ পাৰস্পৰিক শক্তি সম্পৰ্ক ইয়াৰ অনুকূল আছিল।

ছোভিয়েত কমাণ্ডে মস্কো বা ষ্টালিনগ্ৰাদৰ সময়তকৈ ঢেৰ বেছি শক্তি লৈ প্ৰতি-আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিছিল। ছোভিয়েত সেনাবাহিনী এতিয়া বিপুল পৰিমাণ অস্ত্ৰশস্ত্ৰেৰে সুসজ্জিত আছিল। ফলতঃ ঢেৰ বেছি জনবলো ব্যৱহাৰ কৰা হৈছিল। মস্কো আৰু

ষ্টালিনগ্ৰাদৰ প্ৰতি আক্ৰমণত নিয়োজিত আছিল তিনিটা ৰণাঙ্গন, আৰু কুৰ্স্কৰ প্ৰতি-আক্ৰমণত পাঁচটা। ষ্টালিনগ্ৰাদত ছোভিয়েত ষ্টালিনগ্ৰাদত ছোভিয়েত ফৌজৰ আছিল মস্কোৰ তুলনাত ৭ ৬ গুণ কামান আৰু তিনি গুণ টেঙ্ক। কুৰ্স্কৰ আক্ৰমণাত্মক অভিযানত দুয়োটাই ঢেৰ বেছি পৰিমাণে আছিল। এই আটাইবোৰে প্ৰতি-আক্ৰমণৰ পৰিকল্পনা আৰু পৰিচালনাৰ ৰূপ আৰু পদ্ধতিবোৰ বহুল পৰিমাণে পূৰ্ব-নিৰ্দ্ধাৰিত কৰি দিছিল।

কঠিন আত্মৰক্ষামূলক যুঁজ চলি থকা অৱস্থাতে মস্কো আৰু ষ্টালিনগ্ৰাদত প্ৰতি-আক্ৰমণাত্মক অভিযানৰ প্ৰস্তুতি চলোৱা হৈছিল আৰু পৰিকল্পনা ৰচনা কৰা হৈছিল। জেনাৰেল হেড কোৱাৰ্টাৰ্ছে কুৰ্স্কত প্ৰতি-আক্ৰমণাত্মক অভিযানৰ পৰিকল্পনা ৰচনা কৰিব পৰা হৈছিল আৰু শত্ৰুৰ আক্ৰমণাত্মক অভিযান আৰম্ভ হোৱাৰ বহুত আগতেই ১৯৪৩ চনৰ বসন্তকালি, যেতিয়া গ্ৰীষ্মৰ বাবে নাৎচীইতৰ পৰিকল্পনা মোটামুটিভাৱে স্পষ্ট হৈ পৰিছিল। তাৰ ৰূপায়নৰ বাবে লাগতিয়াল ব্যৱস্থাৱলী লব পৰা হৈছিল। মই আগতেই কৈ আহিছোঁ যে আমাৰ চিন্তাটো আছিল শত্ৰুক প্ৰথমে আত্মৰক্ষা-মূলক যুঁজত শক্তিহীন কৰি পেলোৱা আৰু তাৰ পিচত প্ৰতি-আক্ৰমণাত্মক অভিযান চলাই তাক খতম কৰা আৰু তাৰ জৰিয়তে ৰণনৈতিক আক্ৰমণাত্মক অভিযানৰ পৰিস্থিতি সৃষ্টি কৰা; এই লক্ষ্য সাধন কৰাৰ কথা আছিল দুটা আক্ৰমণাত্মক অভিযানৰ যোগেদি—এটা অ'ৰেল অভিমুখে, আনটো বেলগ'ৰ'দ আৰু খাৰকভ অভিমুখে।

অ'ৰেল অভিমুখে আক্ৰমণাত্মক অভিযানৰ পৰিকল্পনাটো যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ৰ আগতেই কৰা হৈছিল। ইয়াৰ ফলত সম্ভৱ হৈছিল সৈন্যসকলৰ বাবে নিৰ্দ্ধাৰিত কৰ্তব্য সুস্পষ্ট কৰা আৰু পশ্চিম, ব্ৰিয়ানস্ক আৰু কেন্দ্ৰীয় ৰণাঙ্গন সমূহৰ অনুকূল এক অৰ্দ্ধ-বৃত্তাকাৰ অৱস্থানৰ সুযোগ লোৱাৰ উদ্দেশ্যে লৈ প্ৰয়োজনীয় শক্তি

গঢ়ি তোলা, যাতে শত্ৰুইতৰ অ'বেল গোষ্ঠীক দু'ভাগত ভাগ কৰা যায় আৰু তাক ধ্বংস কৰা যায়। পশ্চিম আৰু ব্ৰিয়ানস্ক ৰণাঙ্গনসমূহক তেওঁলোকৰ কৰ্তব্য ধাৰ্য্য কৰি দিয়া হৈছিল শত্ৰুৱে আক্ৰমণাত্মক যুঁজ আৰম্ভ কৰাৰ আগতেই, কেন্দ্ৰীয় ৰণাঙ্গনক দিয়া হৈছিল আত্মৰক্ষামূলক যুঁজ চলি থকা কালত।

আন এটা লাইন ধৰি বেলগ'ৰ'দ আৰু খাৰকভ অভিমুখে আক্ৰমণাত্মক অভিযানৰ প্ৰস্তুতি চলোৱা হৈছিল। ইয়াত যুঁজৰ পৰিকল্পনা আৰু ৰণাঙ্গনসমূহৰ কৰ্তব্য নিৰ্দ্ধাৰণ আৰু সেইবোৰৰ নিৰ্দিষ্টকৰণ আত্মৰক্ষামূলক যুঁজ চলি থকা অৱস্থাতে কৰা হৈছিল। এই ক্ষেত্ৰৰ আকৃতিয়ে ভুমিৰ পূৰ্বাঞ্চলৰ পৰা দক্ষিণ-পুব অভিমুখে সমকেন্দ্ৰিক আঘাত হানি বেলগ'ৰ'দ আৰু খাৰকভৰ মাজৰ নাৎছী সৈন্য-সমাহাৰবোৰ আগুৰি পেলোৱাৰ উদ্দেশ্যে এক অভিযান আৰম্ভ কৰাটো সম্ভৱ কৰি তুলিছিল। কিন্তু আক্ৰমণাত্মক অভিযানৰ সময় যেতিয়া আহি গল. তেতিয়া ভ'ৰ'নেঝ আৰু ষ্টেপ ৰণাঙ্গনৰ বেছিভাগ সৈন্যক বেলগ'ৰ'দৰ পশ্চিমত কেন্দ্ৰীভূত কৰা হল। বৃহদাকাৰৰ গতিবিধি এৰাবৰ বাবে আৰু যুঁজৰ বাবে প্ৰস্তুতি খৰখেদা কৰাৰ বাবে সিদ্ধান্ত লোৱা হল যে শত্ৰুৰ সমগ্ৰ ফৌজৰ মাজেদিয়ে পোনে পোনে জঁপিয়াই পৰি প্ৰবল আঘাত হনা হব আৰু তাক দু'ভাগত ভাগ কৰি পেলোৱা হব।

ছোভিয়েত সৈন্যসকলৰ বাবে যুঁজৰ এটা সাধাৰণ পৰিকল্পনা ৰচিত হোৱাত, যুঁজৰ ধৰণ অনুযায়ী সৈন্য-সমাহাৰবোৰ গঠিত হোৱাত আৰু শত্ৰুৱে আক্ৰমণাত্মক অভিযান আৰম্ভ কৰাৰ আগতেই বৃহৎ ৰণনৈতিক সংৰক্ষিত শক্তিৰ সমাবেশ কৰাত সি ৰণাঙ্গনবোৰৰ পক্ষে আত্মৰক্ষাৰ পৰা প্ৰতি-আক্ৰমণলৈ যাবৰ বাবে প্ৰয়োজনীয় সময় কমাই অনাৰ সহায়ক হৈছিল। উদাহৰণস্বৰূপে, কেন্দ্ৰীয় ৰণাঙ্গনে আত্মৰক্ষামূলক যুঁজ শেষ কৰাৰ পাঁচদিন পিছত আৰু ভ'ৰ'নেঝ আৰু

স্তেপ ৰণাঙ্গনে দহ দিনৰ পিচত আক্ৰমণাত্মক অভিযানলৈ যাব পৰা হৈছিল।

প্ৰশ্ন উঠিব পাৰে যে অ'ৰেলৰ যুঁজত জনবল আৰু বৈষয়িক সম্পদৰ ফালৰ পৰা যথেষ্ট শ্ৰেষ্ঠতা থকা সত্ত্বেও আৰু অৱস্থানৰ ফালৰ পৰা শত্ৰু সৈন্য-সমাহাৰক মোটামুটি আগুৰি থকা সত্ত্বেও আমাৰ সৈন্যসকলে সিহঁতক এটা পকেটত আৱদ্ধ কৰি ৰাখিব নোৱাৰিলে কেলেই আৰু তাৰ পিচত ধ্বংস নকৰিলে কেলেই। আমাৰ মতেৰে ইয়াৰ উত্তৰ হৈছে এয়ে যে কেন্দ্ৰীয় ৰণাঙ্গনৰ সৈন্যসকলে শত্ৰুহঁতৰ প্ৰত্যাহাৰৰ গতিপথবোৰ গৈ পাবলৈ আৰু সিহঁতৰ সৰবৰাহ লাইন কাটি দিবলৈ সক্ষম হোৱা নাই। জেনাৰেল হেড কোয়ার্টাৰ্ছৰ সংৰক্ষিত শক্তিক (১১শ আৰ্মি আৰু ৪ৰ্থ টেঙ্ক আৰ্মি) পশ্চিম ৰণাঙ্গনলৈ স্থানান্তৰিত কৰা হৈছিল বহুত পলমকৈ আৰু তাক ব্যৱহাৰ কৰা হৈছিল শত্ৰুৰ সৰবৰাহ লাইন কাটি দিবৰ লক্ষ্যেৰে—আক্ৰমণ জোৰদাৰ কৰিবৰ বাবে নহয়, ১১শ আৰ্মিৰ কাষত কৰ্তব্য পালনৰ বাবেহে। কেন্দ্ৰীয় ৰণাঙ্গনে শত্ৰুৰ চলিত যুঁজৰ সৈন্য-গঠনৰ সবাতোকৈ প্ৰবল ঠাইত উত্তৰৰ পৰা কুৰ্স্কলৈ আগবাঢ়িবৰ বাবে যি আক্ৰমণ গোষ্ঠী আগতে নিয়োজিত হৈছিল সিহঁতক মুখামুখি আক্ৰমণ কৰিছিল। ইয়াৰ ফলত শত্ৰু সক্ষম হৈছিল অপেক্ষাকৃত ক্ষুদ্ৰ এলেকাৰ ভিতৰত সুনিপুণ আৰু অ'ৰেল অভিক্ষেপৰ কাষৰীয়া সবাতোকৈ বিপজ্জনক এলেকাবোৰলৈ দ্ৰুত নতুন শক্তিৰ যোগান ধৰিবলৈ, ক্ৰমান্বয়ে এই খণ্ডৰ পৰা সৈন্য প্ৰত্যাহাৰ কৰি লবলৈ, সমুখসমৰৰ লাইন ঠেক কৰিবলৈ আৰু অন্তৰ্বৰ্তী লাইনবোৰত সৈন্যৰ গভীৰতা বঢ়াবলৈ।

আত্মৰক্ষামূলক যুঁজত ভাগ নোলোৱা বাহিনীবোৰ নিয়োগ কৰি এক ব্যাপক ৰণথলীত প্ৰতি-আক্ৰমণাত্মক অভিযান আৰম্ভ কৰাটো আছিল কুৰ্স্কৰ যুঁজত প্ৰদৰ্শিত ছোভিয়েত যুদ্ধকলাৰ অন্যতম বৈশিষ্ট্য। শত্ৰুৰ অ'ৰেলত থকা সৈন্য-সমাহাৰৰ বিৰুদ্ধে পশ্চিম আৰু ব্ৰিয়ানস্ক

ৰণাঙ্গনৰ আক্ৰমণাত্মক অভিযানে নাৎছী কমাণ্ডক বাধ্য কৰিছিল উত্তৰকালৰ পৰা কুস্ক´ অভিমুখে সিহঁতৰ আক্ৰমণ বন্ধ কৰি দিবলৈ আৰু অ'ৰেলৰ উত্তৰ আৰু পূবৰ পৰা ছোভিয়েত আঘাতৰ মোকাবিলা কৰিবৰ বাবে চাৰিটা পেনৎছাৰ আৰু এটা মটৰ-সজ্জিত ডিভিশ্বনকে ধৰি সাতটা ডিভিশ্বন প্ৰধান আক্ৰমণকাৰী সৈন্য-সমাহাৰৰ পৰা প্ৰত্যাহাৰ কৰি লবলৈ।

কুস্ক´ত প্ৰতি-আক্ৰমণাত্মক অভিযানত ৰণনৈতিক সংৰক্ষিত শক্তিক ব্যৱহাৰ কৰা হৈছিল। এই ৰণনৈতিক সংৰক্ষিত শক্তি আছিল অতি গুৰুত্বপূৰ্ণ হাতিয়াৰ, যাৰ সাহায্যত ছোভিয়েত চুপ্ৰীম কমাণ্ডে বিভিন্ন অংশত শত্ৰুৰ ওপৰত প্ৰাধান্য অৰ্জনৰ উদ্দেশ্যে শক্তিবোৰৰ পাৰস্পৰিক সম্পৰ্ক সলাই পেলাইছিল। প্ৰস্তুতি-পৰ্বত আৰু প্ৰতি-আক্ৰমণাত্মক অভিযানৰ সময়ত আক্ৰমণকাৰী গোষ্ঠী গঠনৰ বাবে আৰু আক্ৰমণাত্মক অভিযানত আৰু শত্ৰুৰ প্ৰতি-আক্ৰমণ প্ৰতিহত কৰাত ৰণাঙ্গনসমূহৰ প্ৰয়াস তীব্ৰ কৰাৰ নিমিত্তে ৰণনৈতিক সংৰক্ষিত শক্তি ব্যৱহাৰ কৰা হৈছিল।

প্ৰতি আক্ৰমণাত্মক অভিযানৰ প্ৰস্তুতিৰ সময়ত জেনাৰেল হেড কোয়াৰ্টাছ´ৰ সংৰক্ষিত শক্তি ষ্টেপ ৰণাঙ্গনক[১] ব্যৱহাৰ কৰাৰ পৰিকল্পনা কৰা হৈছিল। ১২ৰ পৰা ১৮ জুলাইত, যেতিয়া আক্ৰমণাত্মক অভিযান ইতিমধ্যে আৰম্ভ হৈ গৈছিল, তেতিয়া পশ্চিম আৰু ব্ৰিয়ানস্ক ৰণাঙ্গনক জেনাৰেল হেড কোয়াৰ্টাছ´ৰ সংৰক্ষিত শক্তিৰ পৰা এটা ফিল্ড আৰ্মি আৰু দুটা টেঙ্ক আৰ্মি দি তেওঁলোকৰ শক্তি বৃদ্ধি কৰা হৈছিল।

১ ষ্টেপ ডিষ্ট্ৰিক্টৰ গঠন নানান প্ৰকাৰৰ আছিল। ১৯৪৩ চনৰ ১ জুলাই কুস্ক´ যুদ্ধৰ ঠিক আগে আগে ইয়াৰ গঠন আছিল তলত দিয়া দৰে : ৪ৰ্থ গাৰ্ড´ছ, ৫ম গাৰ্ড´ছ, ২৭তম, ৪৭তম, ৫৩তম ফিল্ড আৰ্মি´, ৫ম গাৰ্ড´ছ টেঙ্ক আৰু ৫ম এয়াৰ আৰ্মি, ৩য় গাৰ্ড´ছ আৰু ৪ৰ্থ গাৰ্ড´ছ টেঙ্ক ক'ৰ, ১০ম টেঙ্ক ক'ৰ, ১ম আৰু ২য় মেকানাইজড ক'ৰ, গাৰ্ড´ছ মেকানাইজড ক'ৰ আৰু ৩য়, ৫ম আৰু ৭ম কেভালৰি-ক'ৰ ( আটাইবোৰ গাৰ্ড´ছ )।

ৰণাঙ্গনৰ হাতলৈ দিয়া ৰণনৈতিক সংৰক্ষিত শক্তিবোৰৰ দ্বাৰা প্ৰতিশ্ৰুতি পালনে আক্ৰমণাত্মক অভিযানৰ সাফল্যসমূহৰ যথোপযুক্ত ব্যৱহাৰৰ ওপৰত লেখতলবলগীয়াকৈ প্ৰভাৱ বিস্তাৰ কৰিছিল আৰু যুঁজৰ গতিপথত যিবোৰ সঙ্কটে দেখা দিছিল তাক অতিক্ৰম কৰাটো সম্ভৱ কৰি তুলিছিল। এই কথা অৱশ্যেই কোৱা দৰকাৰ যে ৰণনৈতিক সংৰক্ষিত শক্তিৰ নিয়োগ সদায়ে ক্ৰুটিহীন নাছিল। ১১শ আৰ্মিক পলমকৈ যুঁজত নমোৱা হৈছিল কাৰণ এই আৰ্মি যুঁজৰ এলেকাৰ পৰা বহু নিলগত আছিল, যথাযথ প্ৰস্তুতি আৰু যথেষ্ট খাৰ-বাৰুদ নোহাৱাকৈ তেওঁলোকক ততাতৈয়াকৈ যুঁজত নমাব লগীয়া হৈছিল। ফলত আকাঙ্ক্ষিত ফল পোৱা নগৈছিল।

তেনেকৈ, ৪ৰ্থ টেঙ্ক আৰ্মিকো পলমকৈ নমোৱা হৈছিল। নমোৱা হৈছিল ব'লখভ এলেকাত শত্ৰুহঁতে বহুত সংৰক্ষিত শক্তি গোট খুওৱাৰ আৰু সিহঁতে শক্তিশালী অৱস্থান লোৱাৰ পিচত। ৪ৰ্থ টেঙ্ক আৰ্মি আৰু ১১শ গাৰ্ডছ আৰ্মিৰ পক্ষে সিহঁতৰ ওপৰত জঁপিয়াই পৰাৰ বাহিৰে গত্যন্তৰ নাছিল। আক্ৰমণটো আৰু তীব্ৰ কৰি আগবাঢ়িবৰ সময় আৰু সুযোগ দুয়ো আমি হেৰুৱাইছিলো। আমাৰ মতেৰে, ৪ৰ্থ টেঙ্ক আৰ্মিক ব'লখভ এলেকাত ৰখাৰ আৰু প্ৰয়োজন নাছিল, তাৰ সলনি তাক খতিনেৎছ আক্ৰমণত নমোৱা হ'লে কামটো যুক্তিযুক্ত হ'লহেঁতেন। জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ পৰা ব্ৰিয়ানস্ক ৰণাঙ্গনলৈ স্থানান্তৰিত ৩য় গাৰ্ডছ টেঙ্ক আৰ্মিৰ দ্বাৰা শত্ৰুৰ সুৰক্ষিত অৱস্থানবোৰ ভেদ কৰাৰ ক্ষেত্ৰত যথাসম্ভৱ সাৰ্থকভাৱে তাক ব্যৱহাৰ কৰা হোৱা নাছিল আৰু তাক পশ্চিম অথবা কেন্দ্ৰীয় ৰণাঙ্গনত সাফল্যসমূহৰ সুযোগ নিবৰ অৰ্থে আৰু ফলপ্ৰদভাৱে ব্যৱহাৰ কৰা গ'লহেঁতেন।

এটা ব্যাপক ৰণাঙ্গনত ছোভিয়েত আক্ৰমণে নাৎচী সিবোৰৰ কমাণ্ডে উত্তৰ আৰু দক্ষিণত অৱস্থিত সিহঁতৰ ইউনিটবোৰলৈ

ক্ষয়ক্ষতি পূৰণৰ বাবে যাতে নতুন শক্তি পঠাব নোৱাৰে তাৰ সম্ভাৱনা সীমিত কৰি দিছিল।

কুৰ্স্ক'ত ছোভিয়েত আক্রমণাত্মক অভিযান গেৰিলা সৈন্যসকলৰ সৈতে আগতকৈ ঢেৰ বেছি সহযোগিতাত চলোৱা হৈছিল। কুৰ্স্ক'ৰ যুঁজৰ প্ৰস্তুতিৰ সময়ত গেৰিলাসকলক এনে কিছুমান নিৰ্দিষ্ট কৰ্তব্য দিয়া হৈছিল যিবোৰ সৈন্যবাহিনীৰ পৰিকল্পনাৰ লগত ঘনিষ্ঠভাৱে সংযুক্ত আছিল। যেনে. ব'লখভ আৰু অ'ৰেলৰ বাবে কঠোৰ যুঁজ চলা কালত নাৎছী হাই কমাণ্ডে যেতিয়া আন আন ক্ষেত্ৰৰ পৰা অ'ৰেল এলেকালৈ সংৰক্ষিত শক্তি পঠিয়াই আছিল. তেতিয়া তেওঁলোকে শত্ৰুৰ সৰবৰাহ যোৱাৰ বাটত আক্রমণ কৰিছিল। এনে ধৰণৰ আৰু বহুত বিষয় আছিল। ইয়াৰ ফলত জাৰ্মান কমাণ্ডে সিহঁতৰ সৰবৰাহ ট্ৰেন আৰু যোগাযোগ ব্যৱস্থাক পহৰা দিবৰ বাবে সিহঁতৰ সৈন্যবাহিনীৰ এটা অংশক নিয়োগ কৰিবলৈ বাধ্য হৈছিল, ফলতঃ আক্রমণকাৰী ছোভিয়েত ফৌজৰ পক্ষে তেওঁলোকৰ লক্ষ্যপূৰণ কৰাটো কিছু পৰিমাণে উজু হৈ পৰিছিল।

কুৰ্স্ক এলেকাৰ প্ৰতি-আক্রমণাত্মক অভিযানত যুদ্ধকলা সবাতোকৈ গুৰুত্বপূৰ্ণ এলেকাত জনবল আৰু বৈষয়িক সম্পদ কেন্দ্ৰীভূত কৰাৰ নতুন অভিজ্ঞতাৰে সমৃদ্ধ হৈছিল। সমগ্র ছোভিয়েত জাৰ্মান ৰণাঙ্গনৰ মাথো ১৩ শতাংশ এলেকালৈ গঠিত এটা খণ্ডত প্ৰতি-আক্রমণাত্মক অভিযানৰ প্ৰস্তুতি চলাবলৈ গৈ ছোভিয়েত কমাণ্ডে সেই সময়ত ৰণক্ষেত্ৰই পাব পৰাকৈ ২৮ শতাংশ জনবল. ২০ শতাংশ কামান, ৪০ শতাংশ টেঙ্ক আৰু স্বয়ং চালিত কামান আৰু ৩৩ শতাংশ বিমান কেন্দ্ৰীভূত কৰিছিল।

প্ৰধান আক্রমণৰ এলেকাসমূহত জনবল আৰু বৈষয়িক সম্পদৰ কেন্দ্ৰীভৱন বহুত বেছি আছিল। বেলগ'ৰ'দ-খাৰকভ অঞ্চলৰ যুঁজত ভ'ৰ'নেঝ আৰু ষ্টেপ ৰণাঙ্গনে তেওঁলোকৰ পদাতিক সৈন্যৰ ৫০-৭০ শতাংশ. টেঙ্ক আৰু স্বয়ং চালিত কামানৰ ৮০-৯০ শতাংশ, ফিল্ড কামান

আৰু মটাৰৰ ৫৬-৬৭ শতাংশ আৰু বিমানৰ এক বৃহৎ অংশ প্ৰধান আক্ৰমণৰ গতিমুখবোৰত কেন্দ্ৰীভূত কৰিছিল, যিবোৰ প্ৰতিটোৰ অধীনত থকা মুঠ খণ্ডৰ ব্যাপকতাৰ ১৮ শতাংশ আছিল।

প্ৰধান আক্ৰমণৰ গতিমুখবোৰত জনবল আৰু বৈষয়িক সম্পদৰ অধিকাংশৰ কেন্দ্ৰীভবনে শত্ৰুৰ ওপৰত লেখত্লবলগীয়া প্ৰাধান্য প্ৰতিষ্ঠা সম্ভৱ কৰিছিল, বিশেষকৈ অস্ত্ৰশস্ত্ৰ, আৰু শত্ৰু প্ৰতিৰক্ষা ভেদ কৰাৰ ক্ষেত্ৰত ই সহায়ক হৈছিল।

১৯৪২-৪৩ চনৰ শীতকালীন অভিযানৰ অভিজ্ঞতা অনুশীলন কৰি আৰু সমালোচনামূলকভাৱে বিশ্লেষণ কৰি ছোভিয়েত কমাণ্ড এই সঠিক সিদ্ধান্তত উপনীত হৈছিল যে প্ৰতিৰক্ষাৰ দ্বিতীয় স্তৰৰ বিন্যাসৰ আৰু ৰণাঙ্গনবোৰত প্ৰবল সংৰক্ষিত শক্তিৰ অভাৱে আক্ৰমণাত্মক অভিযানৰ অগ্ৰগতিৰ ওপৰত নেতিবাচক প্ৰভাৱ পেলাইছিল। ১৯৪৩ চনত গ্ৰীষ্মকালীন আৰু হেমন্তকালীন অভিযানৰ প্ৰস্তুতিৰ সময়ত এই কথাটো হিচাপত ধৰা হৈছিল। কুৰ্স্কৰ প্ৰতি-আক্ৰমণাত্মক অভিযানৰ গতিপথত ৰণাঙ্গনবোৰে এটা বা দুটা ফিল্ড আৰ্মিৰ পৰৱৰ্তী স্তৰ বিন্যাস গঠন কৰিবলৈ আৰম্ভ কৰিছিল ( ভ'ৰ'নেঝ ৰণাঙ্গনে তাক কৰিছিল বেলগ'ৰ'দ খাৰকভ যুঁজত ), এটা বা দুটা আৰ্মি অথবা কেবাটাও টেঙ্ক আৰু মটৰ-সজ্জিত ক'ৰ লৈ গঠিত প্ৰবল গতিশীল ফৌজৰ শক্তিশালী সমাহাৰ আৰু প্ৰবল গোষ্ঠী গঢ়ি তুলিবলৈ আৰু সংৰক্ষিত শক্তি গঢ়ি তুলিবলৈ আৰম্ভ কৰিছিল।

ৰণাঙ্গনৰ কমাণ্ডাৰসকলৰ হাতত এনে শক্তিশালী সৈন্যসমাহাৰবোৰ-থকাত প্ৰথম স্তৰবিন্যাস কৰ্তৃক আক্ৰমণৰ গতিবেগ বৃদ্ধি আৰু সেই আক্ৰমণৰ গভীৰলৈ অথবা শত্ৰুক পাৰ্শ্ব-অংশলৈ খেদি পঠোৱাৰ যোগেদি আৰু অন্তৰৱৰ্তী প্ৰতিৰক্ষা লাইনবোৰ ভেদ কৰাৰ অথবা শত্ৰুৰ শক্তিশালী প্ৰত্যাঘাত প্ৰতিহত কৰাৰ যোগেদি আক্ৰমণাত্মক অভিযানৰ গতিপথক প্ৰভাৱিত কৰাটো সম্ভৱ হৈছিল।

কুৰ্স্কৰ প্ৰতি-আক্ৰমণাত্মক অভিযানত ছোভিয়েত কমাণ্ডে চাপ বৃদ্ধিৰ বাবে নতুন ধৰণৰ টেঙ্ক আৰ্মি ব্যৱহাৰৰ প্ৰথম অভিজ্ঞতা অৰ্জন কৰিলে। টেঙ্ক ব্যৱহাৰৰ সৰ্বাধিক ফল পোৱা গৈছিল বেলগ'ৰ'দ-খাৰকভ যুঁজত। শত্ৰুৰ ৰণকৌশলগত প্ৰতিৰক্ষা অঞ্চল ভেদ সম্পূৰ্ণ কৰিবৰ বাবে যুঁজ কৰিবলৈ পঠোৱা ১ম আৰু ৫ম গাৰ্ডছ টেঙ্ক আৰ্মি প্ৰথম দিনাই ২৫ কিলোমিটাৰ আগুৱাই আছিল। পৰৱৰ্তী চাৰি দিনত তেওঁলোক আৰু ৯০-১০০ কিলোমিটাৰ আগুৱালে আৰু বস্তুতঃপক্ষে তেওঁলোকে শত্ৰুৰ বেলগ'ৰদ-খাৰকভ সৈন্য-সমাহাৰক দু'খণ্ড কৰি পেলালে, এনেকৈ তাৰ ছত্ৰভঙ্গ হোৱাটো চমুৱাই দিলে। শত্ৰুৰ বেহু বেষ্টিত প্ৰতিৰক্ষা ভেদ কৰাটো সম্পূৰ্ণ কৰিবলৈ বাবে অগ্ৰগামী ব্ৰিগেডবোৰৰ ব্যৱহাৰে ৰণকৌশলগত সাফল্যক ঠিক সময়ত সমগ্ৰ যুঁজৰ সাফল্যলৈ উন্নীত কৰাটো সুনিশ্চিত কৰিলে। যি পৰিস্থিতিত পদাতিক সৈন্যসকলৰ যথেষ্ট ঘনিষ্ঠ টেঙ্ক সমৰ্থন নাই তেনে ক্ষেত্ৰত বেহু ভেদ সম্পূৰ্ণ কৰিবৰ বাবে টেঙ্ক আৰ্মিৰ অংশক ব্যৱহাৰ কৰাটো সম্পূৰ্ণ যুক্তিযুক্ত বুলি প্ৰমাণিত হৈছিল।

অ'ৰেলৰ যুঁজত টেঙ্ক আৰ্মিবোৰক ভিন্ন ধৰণে নিয়োগ কৰা হৈছিল। মই আগতেই কৈছোঁ যে পশ্চিম ৰণাঙ্গনৰ বাওঁকাষত ৪ৰ্থ টেঙ্ক আৰ্মিক নমোৱা হৈছিল শত্ৰুৰ সম্পূৰ্ণ প্ৰতিৰক্ষা ভেদ সম্পূৰ্ণ কৰাৰ বাবে নহয় বৰং সিবোৰ ভাঙি ওলাই আহিবৰ বাবেহে, তাৰোপৰি তাক কৰা হৈছিল বহুত পলমকৈ। ৩য় গাৰ্ডছ আৰ্মিকো ব্যৱহাৰ কৰা হৈছিল হয় নিজে নিজে, নহয় ব্ৰিয়ানস্ক ৰণাঙ্গনৰ ফিল্ড আৰ্মিবোৰৰ লগ লাগি বিভিন্ন খণ্ডত শত্ৰুৰ প্ৰতিৰক্ষাত ছেদ ঘটাবলৈ। যদিও টেঙ্ক আৰ্মিবোৰে শত্ৰুৰ গভীৰলৈকে স্তৰে স্তৰে বিন্যস্ত শত্ৰু প্ৰতিৰক্ষাৰ ছেদ ঘটাবৰ নিমিত্তে ফিল্ড আৰ্মিবোৰে কৰা আঘাত বঢ়োৱাত শক্তি যোগাইছিল, পিচে তেওঁলোকে যুঁজৰ সাফল্যৰ সুযোগ লব পৰা নাই, যদিও সেইটোৱেই আছিল তেওঁলোকৰ মুখ্য উদ্দেশ্য।

পদাতিক বাহিনীৰ পুনঃপ্ৰৱৰ্তনৰ পিচত আৰ্মিবোৰে তেওঁলোকৰ যুঁজৰ বিন্যাস এটা স্তৰত কৰিলে। কিন্তু যুঁজৰ বাবে পদাতিক বাহিনীক দুটা স্তৰত মোতায়ন কৰি আৰ্মিৰ যুঁজ কৰাৰ গঠনৰ গভীৰতা সৃষ্টি কৰা হল। আৰ্মিবোৰত গতিশীল গোষ্ঠী গঠন কৰা হৈছিল একমাত্ৰ তেতিয়াই যেতিয়া ৰণাঙ্গনৰ গতিশীল গোষ্ঠী অথবা আৰ্মিৰ দ্বিতীয় স্তৰক এইবোৰ আৰ্মিৰ, এলেকাৰ ভিতৰত যুঁজত নমোৱাৰ পৰিকল্পনা কৰা নহৈছিল।

শত্ৰুৰ বেহু বেষ্টিত প্ৰতিৰক্ষা এলেকাত ছেদ ঘটাবলৈ আৰু যুঁজৰ সমগ্ৰ এলেকাৰ গভীৰলৈ সেই আক্ৰমণক ঠেলি নিবলৈ ফিল্ড আৰ্মিৰ সৈতে সংযুক্ত টেঙ্ক অথবা মেকানাইজড ক'ৰবোৰক ব্যৱহাৰ কৰা হৈছিল। তাৰ গুৰিত আছিল ফিল্ড আৰ্মিবোৰৰ আঘাত সৃষ্টি কৰাৰ ক্ষমতা বৃদ্ধিৰ অৰ্থে, শত্ৰুৰ প্ৰতিৰক্ষাত ছেদ ঘটোৱাটো খৰখেদা কৰিবৰ নিমিত্তে আৰু বেহু বেষ্টিত প্ৰতিৰক্ষা এলেকাৰ গভীৰলৈকে ৰক্ষা কৰা সৈন্যসকলক বেছিকৈ শক্তি যোগান ধৰাৰ উদ্দেশ্যে শত্ৰুৰ নিপুণ কৌশল প্ৰয়োগ আগৰে পৰা প্ৰতিহত কৰিবৰ বাবে ছোভিয়েত কমাণ্ডৰ আগ্ৰহ।

কুৰ্স্কত প্ৰতি-আক্ৰমণাত্মক অভিযানত ছোভিয়েত সৈন্যসকলৰ ক্ৰমবৰ্দ্ধমান ৰণ-দক্ষতাৰ এটা লক্ষণ আছিল নাৎছী প্ৰতি-আক্ৰমণবোৰক সফলভাবে ভেটা দিয়া। শত্ৰুৰ দ্বাৰা কেন্দ্ৰীভূত সৈন্য-সমাহাৰবোৰ ক'ত আছে তাক সময়মতে ঠাৱৰ কৰিব পৰা হোৱাৰ আৰু সিঁহতৰ প্ৰতি-আক্ৰমণ ব্যৰ্থ কৰি দিবৰ বাবে যথাযথ ব্যৱস্থা লোৱাৰ কাৰণে এইটো সম্ভৱ হৈছিল। তাক কৰা হৈছিল স্থল আৰু বিমানবাহিনীৰ ঘনিষ্ঠভাৱে সমন্বিত প্ৰয়াসৰ দ্বাৰা। এই উদ্দেশ্য লৈয়ে আৰ্মি আৰু ৰণাঙ্গনবোৰৰ দ্বিতীয় স্তৰবোৰক আৰু পদাতিক, গোলন্দাজ আৰু টেঙ্কৰ সংৰক্ষিত শক্তিবোৰক আৰু গতিশীল প্ৰতিবন্ধক সৃষ্টিকাৰী বাহিনীবোৰক স্থানান্তৰিত কৰা হৈছিল সেই অংশলৈ য'ত শত্ৰুৱে প্ৰতি-আক্ৰমণ

কৰিছিল। এই আটাইবোৰ ইউনিটৰ এটা অংশই শত্ৰুৰ গতি বন্ধ কৰাৰ উদ্দেশ্যেৰে সাধাৰণতে আত্মৰক্ষামূলক যুঁজ কৰিছিল, বাকী সৈন্যসকল আক্ৰমণকাৰী গোষ্ঠীৰ কাষৰ আৰু পিচ ফালে আঘাত হানি তাক ছত্ৰভঙ্গ কৰিবলৈ আগুৱাই গৈছিল।

এই ক্ষেত্ৰত ভ'ৰ'নেঝ ৰণাঙ্গনত দ্বিতীয় স্তৰ বিন্যাসৰ ব্যৱহাৰ হৈছে এটা উত্তম দৃষ্টান্ত। এই ৰণাঙ্গনত ব'গ'চুখভ আৰু আখতিৰকা এলেকাত আমাৰ আক্ৰমণাত্মক অভিযান স্তব্ধ কৰাৰ বাবে শত্ৰুৱে কৰা প্ৰতি-আক্ৰমণ প্ৰতিহত কৰাত ৪৭তম আৰ্মি আৰু ৪ৰ্থ গাৰ্ডছ আৰ্মিয়ে সহায় কৰিছিল।

· কুৰ্স্কৰ প্ৰতি-আক্ৰমণত ছোভিয়েত ফৌজে প্ৰদৰ্শন কৰা দক্ষতা সম্বন্ধে কবলৈ গৈ আক্ৰমণৰ গতিবেগ সম্পৰ্কে গোটাচৰেক কথা কবই লাগিব। অ'ৰেলৰ ক্ষেত্ৰত এই গতিবেগ আছিল এদিনত ৪ কিলোমিটাৰ আৰু বেলগ'ৰ'দ-খাৰকভ এলেকাত ৭ কিলোমিটাৰ। অগ্ৰগতিৰ এই মন্থৰ হাৰৰ কাৰণ তলত দিয়া হল।

প্ৰথমতে, এই খণ্ডবোৰত শত্ৰুৰ বহু সংখ্যক টেঙ্ক সহ বিপুল ফৌজ আছিল, আৰু ইয়াৰ ফলত যুঁজত নিযুক্ত শত্ৰু পক্ষৰ সৈন্যৰ ঘনত্ব প্ৰগাঢ় হোৱাটো সুনিশ্চিত হৈছিল। এই ঘনত্ব আছিল প্ৰতি ৯-১১ কিলোমিটাৰ সমুখ ৰণাঙ্গনে পতি ১টা ডিভিশন, আৰু কিলোমিটাৰে পতি ২০ টা কামান আৰু তিনি বা চাৰিটা টেঙ্ক। অ'ৰেল আৰু বেলগ'ৰদ-খাৰকভ খণ্ডত চলি থকা যুঁজত নিযুক্ত শত্ৰুৰ জনবল আৰু বৈষয়িক সম্পদৰ ঘনত্ব সেই ৰণাঙ্গনৰ আন আন খণ্ডৰ তুলনাত দু'গুণ আছিল। আৰু এটা গুৰুত্বপূৰ্ণ কথা আছিল এয়ে যে অ'ৰেল অভিক্ষেপত সৈন্য প্ৰত্যাহাৰৰ সময়ত শত্ৰুৱে তাৰ প্ৰতিৰক্ষা লাইন সঙ্কীৰ্ণ কৰি লৈছিল আৰু তাৰ ফলত আৰু সংৰক্ষিত শক্তিবিলাকক নমোৱাৰ ফলত গৈ তাৰ চলিত যুঁজৰ গঠনবোৰৰ ঘনত্ব বঢ়াব পৰা হৈছিল।

দ্বিতীয়তে, দুয়ো পক্ষয়ে নিজৰ আগত বিবোৰ গুৰুত্বপূৰ্ণ লক্ষ্য নিৰ্দ্ধাৰণ কৰিছিল তাৰ ফলত যুঁজখনে বৰ তীব্ৰ আকাৰ লৈছিল। সুৰক্ষিত অৱস্থানৰ পৰা যুঁজৰত নাৎছীহঁতে মূলতঃ পেনৎছাৰ আৰু মটৰ-সজ্জিত তিনিৰ পৰা ছ'ডিভিশনৰ শক্তি লৈ অসংখ্য প্ৰতি-আক্ৰমণ কৰিছিল। শত্ৰুহঁতে আমাৰ অগ্ৰগতি ৰোধ কৰিবলৈ আৰু কোনো কোনো ক্ষেত্ৰত আমাৰ সৈন্যসকলক পিচ হুঁহকি যাবলৈ বাধ্য কৰাত সক্ষম হৈছিল।

তৃতীয়তে, প্ৰতি-আক্ৰমণাত্মক অভিযানত ভাগ লওঁতা ছোভিয়েত সৈন্যসকল নতুন শত্ৰু প্ৰতিৰক্ষাৰ সমুখীন হৈছিল। ১৯৪৩ চনত জাৰ্মান বেছ বেষ্টিত প্ৰতিৰক্ষা এলেকাবোৰ আগৰ দেখিয়া কেৱল এটা লাইনৰে গঠিত হোৱা নাছিল, বহুত ক্ষেত্ৰত দুটা লাইন লৈ প্ৰধান আৰু দ্বিতীয় ) গঠিত হৈছিল আৰু এই প্ৰতিৰক্ষাৰ সামগ্ৰিক গভীৰতা আছিল ১৫-১৮ কিলোমিটাৰ। প্ৰধানতঃ নৈৰ কাষে কাষে সিহঁতৰ প্ৰতিৰক্ষাৰ গভীৰত নাৎছীহঁতে অন্তৰ্বৰ্তী আৰু পিচ ফালৰ লাইন আৰু অৱস্থানৰ পৰিৱৰ্তনৰ ব্যৱস্থা গঢ়ি তুলিছিল। এনে ধৰণ প্ৰতিৰক্ষা ব্যৱস্থা আৰু প্ৰত্যাহৃত জাৰ্মান ইউনিটবোৰ আৰু সংৰক্ষিত শক্তিবোৰ সময়মতে অন্তৰ্বৰ্তী লাইনত নিয়োজিত হোৱা এইদুই সংৰক্ষণত ছোভিয়েত সৈন্যসকলে সিহঁতৰ লগত ফেৰ মাৰিব নোৱাৰিছিল আৰু বৈ যাবলৈ আৰু ভাঙি ওলোৱাৰ পৰিকল্পনা কৰিবলৈ বাধ্য হৈছিল। স্বাভাৱিকতেই ইয়াৰ পৰিণাম আছিল সময়ৰ অপচয় হোৱা আৰু শেষলৈকে ইয়াৰ ফলত আক্ৰমণাত্মক অভিযান লেহেম হৈ গৈছিল।

কুৰ্স্ক'ৰ প্ৰতি-আক্ৰমণাত্মক অভিযানত স্থলবাহিনীৰ বিমান বাহিনীক নমোৱাত আৰু অগ্ৰগতি হৈছিল। ইয়াৰ অভিপ্ৰকাশ ঘটিছিল সবাতো-পৰি প্ৰধান আক্ৰমণৰ গতিমুখত বিমানবাহিনী কেন্দ্ৰীভূত কৰাৰ মাজত। উদাহৰণস্বৰূপে, ষ্টালিনগ্ৰাদ এলেকাত প্ৰতি-আক্ৰমণাত্মক অভিযানত আৰ্মি প্ৰায় ১৪০০ খন বিমান সহ তিনিটা এয়াৰ আৰ্মি নিয়োগ কৰিছিলো.

আৰু ১৯৪৩ চনৰ প্ৰতি-আক্ৰমণাত্মক অভিযানৰ সময়ত নিয়োগ কৰিছিলোঁ। ৫০০০ বিমান সহ ছটা এয়াৰ আৰ্মি (তাৰ ভিতৰত আছিল দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ দ্বাৰা আমাৰ লগত যুক্ত ১৭শ এয়াৰ আৰ্মিও আছিল)। ইয়াৰ ফলত আমাৰ বিমান বাহিনীয়ে কুৰ্স্কৰ যুঁজত সম্পূৰ্ণ প্ৰাধান্য অৰ্জন কৰিছিল আৰু স্থল বাহিনীৰ যুঁজৰ ওপৰত তাৰ ইতিবাচক প্ৰভাৱ পৰিছিল।

ৰণথলীত শত্ৰু সৈন্যইঁতক আৰু ৰণসম্ভাৰ ধ্বংস কৰাৰ বাবে বিমান বাহিনীক ব্যাপকভাৱে ব্যৱহাৰ কৰা হৈছিল। ৪০ৰ পৰা ৫৫ শতাংশ 'ছৰ্টি' সেই উদ্দেশ্যেই কৰা হৈছিল। বিমান আৰু স্থল বাহিনীয়ে সিহঁতৰ কামকাজৰ সমন্বয় বেছি সুষ্ঠুভাৱে কৰিবলৈ আৰম্ভ কৰিছিল।

কুৰ্স্কৰ প্ৰতি-আক্ৰমণাত্মক অভিযানত ৰণকৌশল এক নতুন স্তৰলৈ উন্নীত হৈছিল। এই ক্ষেত্ৰত ছোভিয়েত সশস্ত্ৰ বাহিনীৰ যুঁজ কৰাৰ প্ৰবৰ্দ্ধিত ক্ষমতা আৰু বৈষয়িক সম্ভাৱনা শত্ৰুৰ যুঁজ কৰাৰ অভিজ্ঞতা আৰু ৰণকৌশল পুংখানুপুংখভাৱে অনুশীলন কৰা আৰু কমাণ্ডাৰ আৰু ষ্টাফ অফিচাৰসকলৰ পৰিস্থিতিৰ লৈতে খাপ খুৱাই নিজস্ব ৰণকৌশল অৱলম্বন কৰি শত্ৰুৰ বিৰুদ্ধতা কৰাৰ ক্ষমতাই এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল। যুঁজৰ সময়ত পদাতিক সৈন্যসকলৰ গঠন বিন্যাসত পৰিৱৰ্তন আছিল ৰণকৌশলৰ উন্নতিৰ প্ৰধান বৈশিষ্ট্য। ১৯৪১-৪৩ চনৰ শীতকালীন অভিযানৰ সময়ত প্ৰধানঃ নিয়োজিত এক স্তৰ বিশিষ্ট সমৰ-গঠনৰ সলনি পদাতিক ৰেজিমেণ্ট, ডিভিশ্বন আৰু ক'ৰবোৰ গভীৰলৈকে স্তৰে স্তৰে বিন্যস্ত প্ৰতিৰক্ষাত অৱতীৰ্ণ হ'ল। ১৯৪৩ চনৰ জহকালি শত্ৰুইঁতে গভীৰলৈকে স্তৰে স্তৰে বিন্যস্ত প্ৰতিৰক্ষাৰ যি ব্যৱস্থা কৰিছিল সেই নিৰৱচ্ছিন্ন প্ৰতিৰক্ষা ভঙাৰ প্ৰয়োজনত আমাৰ সৈন্যসকলে এই ব্যৱস্থা অৱলম্বন কৰিবলৈ বাধ্য হৈছিল। বিভিন্ন ইউনিটক ভেদ কৰাৰ যি এলাকা নিৰ্দিষ্ট কৰি দিয়া হৈছিল সি যোৱা জাৰকালি যি এলেকা নিৰ্দিষ্ট কৰা হৈছিল তাতকৈ ঠেক

আছিল। এটা ক'বে ৪-১০ কিলোমিটাৰ বহল ৰণাঙ্গনৰ ওপৰত আক্ৰমণ চলাইছিল আৰু ৪-৬ কিলোমিটাৰ জোৰা এটা এলেকাৰ ভিতৰত শত্ৰুৰ প্ৰতিৰক্ষাত ফাটল ধৰাইছিল, এটা ডিভিশ্বন এটা ২-৩ কিলোমিটাৰ বহল খণ্ডলৈ অগ্ৰসৰ হৈছিল, আৰু এটা পদাতিক ৰেজিমেণ্ট এটা ১½ কিলোমিটাৰ বহল ঠাইত ভাঙি সোমাইছিল। ক্ষয়-ক্ষতি পূৰণৰ বাবে, নতুন শক্তি যোগোৱাৰ উপকৰণ কুৰ্স্কৰ প্ৰতি-আক্ৰমণাত্মক অভিযানৰ সময়ত ক্ৰমেই বাঢ়ি গৈছিল। প্ৰধান আক্ৰমণৰ গতিমুখত যুঁজৰত এটা পদাতিক ডিভিশ্বনক গড়ে এটা টেঙ্ক ব্ৰিগেড, অথবা এটা বা দুটা টেঙ্ক ৰেজিমেণ্ট, এটা স্বয়ং চালিত কামানৰ ৰেজিমেণ্ট. তিনিটাৰ পৰা পাঁচটা গোলন্দাজ আৰু মৰ্টাৰ ৰেজিমেণ্ট আৰু এটা ইনৃজিনিয়াৰ বেটেলিয়ন তেওঁলোকৰ শক্তিবৃদ্ধিৰ উদ্দেশ্যে দিয়া হৈছিল।

প্ৰধান আক্ৰমণৰ গতিমুখত জনবল আৰু বৈষয়িক সম্পদ বেছিকৈ কেন্দ্ৰীভূত কৰাৰ ফলত পদাতিক ইউনিটবোৰৰ অগ্ৰগতিৰ এলেকাৰ ব্যাপ্তি হ্ৰাস. আৰু অস্ত্ৰশস্ত্ৰৰ পৰিমাণ আৰু বেহু বেষ্টিত এলেকাত সৈন্য ঘনত্ব ষ্টালিনগ্ৰাদৰ অভিযানৰ দৰেই ২/৩ গুণ বেছি আছিল।

প্ৰধান আক্ৰমণৰ গতিমুখত শত্ৰুৰ ওপৰত নিয়ামক প্ৰাধান্য লাভ সম্ভৱপৰ হৈছিল কেৱল অতিৰিক্ত শক্তি যোগোৱাৰ ইউনিট-বোৰৰ সংখ্যাবৃদ্ধিৰ যোগেদিয়ে নহয়. গৌণ খণ্ডবোৰৰ পৰা জনবল আৰু বৈষয়িক সম্পদৰ সাহসিকতাপূৰ্ণ সুনিপুণ কৌশল অৱলম্বনৰ যোগেদিও। এই আটাইবোৰৰ যহত শত্ৰুইতৰ প্ৰতিৰক্ষাৰ ক্ৰমবৰ্দ্ধমান শক্তি আৰু গভীৰতা সত্বেও অধিকাংশ ক্ষেত্ৰতে চলিত যুঁজৰ প্ৰথম দিনাই শত্ৰুৰ বেহু বেষ্টিত প্ৰতিৰক্ষা অতিক্ৰম কৰাটো সম্ভৱ হৈছিল।

ফৌজৰ বিভিন্ন শাখাত স্থলত আক্ৰমণাত্মক যুঁজত নিয়োগৰ পদ্ধতিবো লেখতলবলগীয়া উন্নতি হৈছিল। বেহু ভেদৰ এলেকাত

কামানৰ সুবিপুল কেন্দ্ৰীকৰণ আছিল গোলন্দাজ নিয়োগৰ মূলনীতি। প্ৰধান আক্ৰমণৰ গতিমুখত কামানৰ ঘনত্ব আছিল সমুখ ৰণাঙ্গনৰ প্ৰতি কিলোমিটাৰত ১২০ৰ পৰা ২২০ টা কামান আৰু মৰ্টাৰ। যুঁজ সম্পৰ্কে সুনিৰ্দিষ্ট ধাৰণা, শত্ৰুৰ প্ৰতিৰক্ষা ক্ষমতা আৰু কিমান কামান আৰু খাৰ-বাৰুদ পোৱা যাব সেই বিবেচনা অনুযায়ী প্ৰস্তুতি-গোলাবৰ্ষণ ৯০ মিনিটৰ পৰা ৩ ঘণ্টা স্থায়ী হৈছিল। ইচ্ছাকৃত অগ্নিবৰ্ষণৰ দ্বাৰা শত্ৰু-প্ৰতিৰক্ষাক নিষ্ক্ৰিয় কৰি পেলাবৰ বাবে প্ৰয়োজনীয় সময় হ্ৰাস কৰাৰ ফলত প্ৰস্তুতি গোলাবৰ্ষণত গোলন্দাজ আক্ৰমণৰ ভূমিকা বাঢ়ি যাবলৈ ধৰিলে।

বেছ ভেদৰ এলেকাত শত্ৰু প্ৰতিৰক্ষাক যুগপৎ নিষ্ক্ৰিয় কৰি পেলোৱাৰ গভীৰতা বাঢ়ি ৪-৫ আৰু তাতকৈয়ো বেছি কিলোমিটাৰ হল আৰু ফলতঃ শত্ৰুৰ প্ৰধান প্ৰতিৰক্ষা-লাইনত তাৰ জনবল আৰু অস্ত্ৰশস্ত্ৰ অধিকতৰ পৰিপূৰ্ণভাৱে দমন কৰা সম্ভৱ হল। গোলন্দাজ-সকলৰ অগ্নিবৰ্ষণ শেষ আৰু পদাতিক আৰু টেঙ্কৰ আক্ৰমণ আৰম্ভ কৰাৰ মাজৰ ব্যৱধান কাৰ্য্যতঃ বিলোপ কৰা হৈছিল।

পদাতিক আৰু টেঙ্ক আক্ৰমণক মদত দিয়াৰ পদ্ধতি হিচাপে তৰঙ্গে তৰঙ্গে অবিৰাম গোলাবৰ্ষণক ব্যাপকভাৱে ব্যৱহাৰ কৰাটো গোলন্দাজবাহিনী নিয়োগৰ ক্ষেত্ৰত অন্যতম উপাদান হৈ উঠিছিল। আক্ৰমণক মদত দিয়াৰ মৌলিক পদ্ধতি হিচাপে তৰঙ্গে তৰঙ্গে অবিৰাম গোলাবৰ্ষণক আমি গ্ৰহণ কৰিছিলোঁ। কাৰণ শত্ৰুইতৰ ট্ৰেঞ্চবোৰ আছিল বিৰতিহীন আৰু আমাৰ কামান আছিল বহুত, গোলাবাৰুদো আছিল বেছি। পদাতিক আৰু টেঙ্ক আক্ৰমণক আমি যিমান গভীৰলৈকে ক্ৰমাগত গোলাবৰ্ষণ কৰি মদত দিব পাৰিছিলোঁ। তাৰ দৈৰ্ঘ্য ৬০০-৮০০ মিটাৰৰ পৰা বাঢ়ি ১২০০-১৫০০ মিটাৰ পৰ্যান্ত হৈছিল, অৰ্থাৎ শত্ৰুৰ প্ৰথম প্ৰতিৰক্ষা অৱস্থানৰ সমগ্ৰ গভীৰতা জুৰি বিস্তৃত হৈছিল। যেতিয়া শত্ৰুৰ প্ৰতিৰক্ষাৰ গভীৰত যুঁজ চলিছিল, তেতিয়া গোলন্দাজ

বাহিনীয়ে সাধাৰণতে সবাতোকৈ গুৰুত্বপূৰ্ণ লক্ষ্যবস্তুবোৰৰ ওপৰত কেন্দ্ৰীভূত অগ্নিবৰ্ষণ কৰাৰ ক্ষেত্ৰতে মদত দিছিল।

কুৰ্স্কত আক্ৰমণাত্মক যুঁজত টেঙ্ক ব্ৰিগেড আৰু ৰেজিমেণ্টবোৰ পদাতিক সৈন্যসকলক ঘনিষ্ঠ মদত দিয়াৰ বাবে ব্যৱহাৰ কৰা হৈছিল আৰু ই প্ৰতি কিলোমিটাৰ সমুখ ৰণাঙ্গনত ৭ৰ পৰা ২০টা টেঙ্ক আৰু স্বয়ং চালিত কামানৰ ঘনত্ব সুনিশ্চিত কৰিছিল। তথাপি এই ঘনত্বও যথেষ্ট নহয় বুলি প্ৰমাণিত হ'ল আৰু শত্ৰুৰ বেহু বেষ্টিত প্ৰতিৰক্ষা এলেকা ভেদ সম্পূৰ্ণ কৰাৰ বাবে টেঙ্ক ক'ৰ আৰু আৰ্মিবোৰৰ শক্তিৰ অংশ বিশেষৰো দৰকাৰ হৈছিল।

টেঙ্ক ব্ৰিগেড নিয়োগৰ উদ্দেশ্য আছিল এয়ে যে সাধাৰণতে সেইবোৰক বিভক্ত কৰা নহৈছিল বৰং কোনো পদাতিক ডিভিজনৰ প্ৰধান আক্ৰমণৰ গতিমুখত এইবোৰে সমগ্ৰভাৱে কাম কৰিছিল। কোনো পদাতিক ডিভিজনক এই অস্ত্ৰসজ্জিত বাহিনী দিয়া হ'লে সিবোৰ মদত দিয়াৰ এটা ঘনিষ্ঠ গোষ্ঠীত পৰিণত হৈছিল। ডিভিজনৰ লগত সযুক্ত টেঙ্ক ব্ৰিগেড আৰু ৰেজিমেণ্ট দুটা মোতায়ন কৰা হ'বলৈ ধৰিলে, তাৰ ফলত যুঁজৰ গতিপথত গভীৰতাৰ পৰা চাপ বৃদ্ধি কৰাটো সম্ভৱ হ'ল।

ভাঙি সোমোৱাৰ প্ৰস্তুতিত আৰু তাক কাৰ্যকৰ কৰাৰ ক্ষেত্ৰত ইঞ্জিনিয়াৰিং সৈন্যদলেও ক্ৰমেই বেছিকৈ গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। য'ৰ পৰা যাত্ৰাৰম্ভ হ'ব সেই লাইনৰ দাঁতিয়ে দাঁতিয়ে পদাতিক বাহিনীক সাহায্য কৰাৰ উপৰিও তেওঁলোকে ৰণত প্ৰত্যক্ষ ভূমিকা লৈছিল। পদাতিক ডিভিজন আৰু ক'ৰবোৰত প্ৰতিবন্ধক গঢ়ি তোলা আৰু আঁতৰোৱাৰ বাবে আৰু অগ্ৰসৰমান সৈন্যসকলক বেছিকৈ সৰ্বপ্ৰকাৰে সাহায্য কৰাৰ বাবে বহুত ডিটাচমেণ্ট গঠন কৰা হৈছিল। সিবোৰৰ আয়তন আছিল প্লেটুনৰপৰা কম্পানি পৰ্যন্ত আৰু ক'ৰৰ ক্ষেত্ৰত বেটেলিয়নৰ সমান।

ছোভিয়েত যুঁজকলাৰ বিকাশত কুৰ্স্কৰ যুঁজে এক নতুন পৰ্য্যায়ৰ সূচনা কৰিছিল। বিপুল পৰিমাণ আধুনিক অস্ত্ৰশস্ত্ৰৰ ব্যৱহাৰে যুঁজৰ তীব্ৰতা বৃদ্ধি কৰিছিল, আৰু তাৰ লগে লগে যুঁজখন আৰু প্ৰবলভাৱে আৰু অতি ব্যাপক পৰিসৰত চলোৱাটো সম্ভৱ হৈছিল।

কুৰ্স্কৰ যুঁজত নাৎছী ফৌজৰ বিপৰ্য্যয়ে ভেৰমাখটৰ ওপৰত মাৰাত্মক আঘাত হানিছিল আৰু সিহঁতৰ আক্ৰমণাত্মক অভিযানৰ সম্ভাৱ্য ক্ষমতাক সম্পূৰ্ণ জুকলা কৰি পেলাইছিল। কুৰ্স্কৰ দক্ষিণৰ আৰু উত্তৰৰ যুঁজ ভয়াবহতা আৰু দৃঢ়তাৰ ফালৰ পৰা অতুলনীয় আছিল। এই কঠোৰ যুঁজত ছোভিয়েত সৈন্যসকলে হিটলাৰী বাহিনীৰ মেৰুদণ্ড ভাঙি দিছিল আৰু নাৎছী জাৰ্মানীয়ে নিজক পৰাজয়ৰ সমুখীন হোৱা দেখা পালে।

কুৰ্স্কত আমাৰ সৈন্যসকলৰ বিজয় ৰণাঙ্গনৰ ইউনিটবোৰত ৰাজনৈতিক শিক্ষাৰ লগত অবিচ্ছেদ্যভাৱে যুক্ত আছিল। ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিৰ দ্বাৰা লালিত-পালিত ছোভিয়েত বিষয়া আৰু সৈন্যসকলৰ অপূৰ্ব মনোবল যুঁজত প্ৰোজ্জ্বলভাৱে প্ৰস্ফুটিত হৈছিল।





## মাৰ্শ্বাল ইভান বাগ্ৰামিয়ান•

# ১১শ গাৰ্ডছ আৰ্মিৰ পাৰ্শ্ব-দেশৰ পৰা আক্ৰমণ

জেনাৰেল হেড কোয়াৰ্টাছ'ৰ পৰিকল্পনা অনুযায়ী অ'ৰেলত থকা নাৎছী সৈন্য সমাহাৰক একাদিক্ৰমে শক্তিশালী আঘাত হানি বিচূৰ্ণ কৰাৰ কথা আছিল. তাৰে এটা আঘাত দিয়াৰ কথা আছিল পশ্চিম ৰণাঙ্গনৰ ১১শ গাৰ্ডছ আৰ্মিৰ। ই কজেলস্ক এলেকাৰ পৰা খতিনেৎছ অভিমুখে দক্ষিণ ফালে আঘাত কৰাৰ কথা আছিল: যাৰ উদ্দেশ্য আছিল শত্ৰুৰ পাৰ্শ্বদেশত আৰু গভীৰ পশ্চাতত আক্ৰমণৰ বাবে সুকৌশলে নিজক মোতায়ন কৰা। নাৎছী-প্ৰতিৰক্ষা ভেদ কৰাৰ পিচত পৰিকল্পনা কৰা হৈছিল যে এই আৰ্মিৰ যুঁজৰ এলাকাৰ পাৰ্শ্বদেশৰ অভিমুখে শত্ৰুৰ প্ৰতিৰক্ষাক ঠেলি দিবৰ বাবে ১১শ গাৰ্ডছ আৰ্মিৰ বাওঁ কাষৰ ব্ৰিয়ানস্ক ৰণাঙ্গনৰ ৬১ তম আৰ্মিৰ তিনিটা পদাতিক ডিভিজনক নমোৱা হব। ব্ৰিয়ানস্ক

* মাৰ্শ্বাল বাগ্ৰামিয়াম ছোভিয়েত ইউনিয়নৰ বীৰ, কুৰ্স্কৰ যুদ্ধত ১১শ গাৰ্ডছ আৰ্মিৰ সেনাপতি আছিল।

ৰণাঙ্গনৰ প্ৰধান শক্তিবোৰে ন'ভ'ছিল এলেকাৰ কালৰ পৰা দুটা গভীৰ ভেদক আঘাত কৰাৰ আৰু উত্তৰ আৰু দক্ষিণৰ পৰা অ'ৰেল আগুৰি ধৰাৰ কথা আছিল। কেন্দ্ৰীয় ৰণাঙ্গনে কুৰ্স্ক অভিক্ষেপত নাৎছী আক্ৰমণ প্ৰতিহত কৰাৰ পিচত তাৰ প্ৰধান শক্তিবোৰ লৈ ক্ৰমি অভিমুখে আক্ৰমণাত্মক অভিযান কৰাৰ কথা আছিল, যাতে তেওঁলোক ১১শ গাৰ্ডছ আৰ্মিৰ লগত যুক্ত হব পাৰে আৰু তাৰ পিচত উভয়ে মিলি পিছ ফালৰ পৰা শত্ৰুৰ অ'ৰেলস্থ সৈন্য সমাহাৰক বিচ্ছিন্ন কৰিব পাৰে।

এনেকৈ শত্ৰুৰ অ'ৰেলস্থ সৈন্য-সমাহাৰক আগুৰি পেলোৱাৰ আৰু ধ্বংস কৰাৰ পৰিকল্পনা কৰা হৈছিল।

এই লক্ষ্য পূৰণ কৰাটো জটিল হৈ পৰিছিল এই কাৰণত যে নাৎছী ফৌজ—২য় পেনৎছাৰ আৰ্মি আৰু ৯ম আৰ্মি তাত দু'বছৰ ধৰি আছিল আৰু ই ৰণথলীত নানান ধৰণৰ নিৰ্মাণকাৰ্য্য আৰু প্ৰতিবন্ধকৰ এক বিৰাট ব্যৱস্থা সহ এক প্ৰবল গভীৰলৈকে স্তৰে স্তৰে বিন্যস্ত প্ৰতিৰক্ষা ব্যৱস্থা গঢ়ি তুলিছিল। তাত সৰ্বমুঠ সিহঁতৰ প্ৰায় ৬ লাখ বিষয়া আৰু সৈন্য, ৭ হেজাৰ ৰণাঙ্গনৰ কামান আৰু মৰ্টাৰ, ১২০০ টেঙ্ক আৰু আক্ৰমণকাৰী কামান আৰু প্ৰায় সমসংখ্যক বিমান আছিল।

ছোভিয়েত সৈন্যসকলে এই পোনপ্ৰথম এনে দৃঢ়, সুসংগঠিত শত্ৰুৰ প্ৰতিৰক্ষাৰ সমুখীন হৈছিল, আৰু সেই প্ৰতিৰক্ষা ভেদ কৰাৰ বাবে তেওঁলোকৰ পক্ষে দৰকাৰ আছিল সৰ্বোত্তম কৌশল, অতুলনীয় মনোবল আৰু অসাধাৰণ আক্ৰমণাত্মক মনোভাব।

'কুতুঝভ' সাংকেতিক নামাঙ্কিত আগন্তুক আক্ৰমণাত্মক অভিযানৰ পৰিকল্পনা পুঙ্খানুপুঙ্খভাৱে অনুশীলন কৰি আমি এই সিদ্ধান্তত উপনীত হলো যে ইয়াৰ কেত্তবোৰ ত্ৰুটি আছে। স্পষ্টকৈ বুজা গৈছিল যে ১১শ আৰ্মিয়ে যদি দক্ষিণফালে খভিনেৎছৰ পিনে আঘাত কৰে তেনেহলে সেই আক্ৰমণে কোনো ফল নিদিব। তেওঁলোক যদি

আনকি খতিনেৎছৰ ফালে ১০০ কিলোমিটাৰবো বেছি আগুৱাব পৰা হয়ো, তথাপি তেওঁলোক অকলশৰীয়া হৈ পৰিব, নিজৰ শক্তি সিঁচৰতি হৈ পৰিব আৰু এক বিপুল ৰণাঙ্গন আৰু তাৰ পাৰ্শ্বদেশ অৰক্ষিত হৈ পৰিব। কেন্দ্ৰীয় ৰণাঙ্গনৰ সৈন্যসকলৰ লগত যুক্ত হোৱাৰ আশা আমি কৰা নাছিলোঁ। নাৎছীহঁতে তেওঁলোকৰ বিৰুদ্ধে এক তুমুল আক্ৰমণৰ প্ৰস্তুতি চলাই আছিল আৰু ৰণাঙ্গনৰ কমাণ্ডে শত্ৰুহঁতৰ আক্ৰমণকাৰী গোষ্ঠীবোৰক চূৰ্ণ কৰিবলৈ নিজৰ প্ৰধান শক্তিবোৰক গোট খুৱাইছিল। এই কথা আশা কৰাও দুৰূহ আছিল যে শত্ৰুহঁতৰ এক প্ৰবল সৈন্য-সমাহাৰক পৰাস্ত কৰাৰ পিচতেই কেন্দ্ৰীয় ৰণাঙ্গনে খৰতকীয়াকৈ ১৮০ কিলোমিটাৰ অতিক্ৰম কৰিব আৰু পশ্চিম ৰণাঙ্গনৰ ১১শ গাৰ্ডছ আৰ্মিৰ সৈতে সংযোগ প্ৰতিষ্ঠা কৰিব।

এই আটাইবোৰ বিবেচনা কৰি এই পৰিকল্পিত যুঁজত ১১শ আৰু ৬১ তম আৰ্মিবোৰক ব্যৱহাৰ কৰাৰ কাৰণে আমি আমাৰ নিজস্ব বিকল্প প্ৰস্তাৱ আগবঢ়াইছিলোঁ। আমি প্ৰস্তাৱ কৰিছিলোঁ যে যুঁজৰ প্ৰথম পৰ্যায়ত এই আৰ্মিবোৰে পৰিসৰৰ ফালৰ পৰা অপেক্ষাকৃত ঠেক কিন্তু বেছি বাস্তৱানুগ এটা লক্ষ্য পূৰণ কৰক; সেয়া হৈছে বিপৰীত ফালৰ পৰা আঘাত কৰি—১১শ গাৰ্ডছ আৰ্মিয়ে কঝেলস্কৰ পৰা আৰু ৬১তম আৰ্মিয়ে ব'লখভৰ উত্তৰ-পূৰ্বাঞ্চলৰ পৰা আঘাত কৰি অ'ৰেল অভিক্ষেপক উত্তৰ ফালৰ পৰা আগুৰি ৰখা শত্ৰুৰ ব'লখভ সৈন্য-সমাহাৰক মৰিমূৰ কৰক, তাৰ পিচত তেওঁলোকৰ প্ৰধান শক্তিৰে খতিনেৎছ এলেকাত নাৎছীহঁতৰ অ'ৰেলত থকা সৈন্য-সমাহাৰৰ ওপৰত পিচফালৰ পৰা আঘাত হানক। তাক কৰিবলৈ ১১শ গাৰ্ডছ আৰ্মিৰ নেতৃত্বাধীনত থকা সেই সমস্ত শক্তিক লোৱা দৰকাৰ যিবোৰ খ'ঝেলস্কৰ দক্ষিণৰ জঁপিয়াই পৰা এলেকাৰ পৰা আগুৱাই যাব, আৰু প্ৰয়োজন হলে ৬১ তম আৰ্মিক কেইটামান সংৰক্ষিত শক্তিৰে বলীয়ান কৰা যাতে সি ব'লখভৰ

উত্তৰ-পূৱত থকা শত্ৰু প্ৰতিৰক্ষা ভেদ কৰাৰ পক্ষে যথেষ্ট প্ৰবল হ'ব। দুই বিপৰীত ফালৰ পৰা আক্ৰমণ কৰি এই আৰ্মি দুটাই শত্ৰুৰ ব'লখভ সৈন্য-সমাহাৰক চেপেনাৰ দৰে আৰম্ভ কৰিব পাৰিব। আমাৰ মতেৰে এই সমাহাৰক পৰ্যুদস্ত কৰিব পাৰিলে সেয়া শত্ৰুৰ প্ৰতিৰক্ষাত এনে এটা ফাট সৃষ্টি কৰিব যিটো নাৎছী কমাণ্ডৰ পক্ষে পূৰণ কৰা সম্ভৱ হ'বনে নহয় যথেষ্ট সন্দেহ আছে, আৰু তাৰ ফলত অ'ৰেল এলেকাত গোটেই উত্তৰ খণ্ড জুৰি নাৎছীহঁত প্ৰতিৰক্ষা যুঁজ চলাই যোৱাৰ ফালৰ পৰা অস্থিতিশীল হৈ পৰিব। আমি ইয়ো গুণা-গঁথা কৰিছিলো যে ব'লখভ সমাহাৰৰ পৰাজয়ে দক্ষিণৰ ফালে সফল অগ্ৰগতি অক্ষুন্ন ৰখাৰ পক্ষে আৰু নাৎছীহঁতৰ সমগ্ৰ অ'ৰেল সমাহাৰৰ পাৰ্শ্বদেশ আৰু গভীৰ পশ্চাতত আক্ৰমণৰ পক্ষে অতীৱ অনুকুল পৰিস্থিতি সৃষ্টি কৰিব।

এপ্ৰিলৰ শেহত জেনাৰেল হেড কোয়াৰ্টাৰে আমাৰ প্ৰস্তাৱ অনুমোদন কৰিলে।

যেতিয়া ১১শ গাৰ্ডছ আৰ্মি আক্ৰমণাত্মক অভিযানত অৱতীৰ্ণ তেতিয়া তাৰ আছিল ১২ টা পদাতিক ডিভিখন, দুটা টেঙ্ক ক'ৰ, চাৰিটা টেঙ্ক ব্ৰিগেড, দুটা পৃথক আক্ৰমণকাৰী টেঙ্ক ৰেজিমেণ্ট, জেনাৰেল হেড কোয়াৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ পৰা পোৱা চাৰিটা গোলন্দাজ ডিভিখন, জেনাৰেল হেড কোয়াৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ পৰা পোৱা দুটা বিমান-প্ৰতিৰোধী গোলন্দাজ ডিভিখন আৰু সাতটা ইনজিনিয়াৰ বেটেলিয়ন। আক্ৰমণাত্মক অভিযান চলি থকা কালত এই আৰ্মিক অতিৰিক্ত দুটা টেঙ্ক আৰু অশ্বাৰোহী ক'ৰেৰে তাৰ শক্তি বৃদ্ধি কৰা হৈছিল।

এই আৰ্মিৰ হাতলৈ যি জনবল আৰু অস্ত্ৰশস্ত্ৰ আহিছিল সেয়া শত্ৰুৰ প্ৰতিৰক্ষাৰ সমগ্ৰ বেষ্ট-বেষ্টিত এলেকাৰ গভীৰলৈকে দ্ৰুত ভাঙি ওলোৱাৰ পক্ষে যথেষ্ট আছিল। কিন্তু আমাৰ আগত

দেখা দিয়া বাধা-বিপত্তি সম্পৰ্কেও আৰ্মি সচেতন আছিলোঁ, কাৰণ সাফল্যৰ সদ্ব্যৱহাৰ কৰিবলৈ হলে আৰু যুঁজৰ উদ্দেশ্য পূৰণ কৰিবলৈ হলে এই আৰ্মিয়ে শত্ৰুৰ সচাকৈয়ে প্ৰবল প্ৰতিৰক্ষা ভেদ কৰাৰ উপৰিও নিজৰ শক্তিৰ ওপৰতে নিৰ্ভৰ কৰি গভীৰ পৰ্য্যন্ত অগ্ৰসৰ হব লাগিব।

যুঁজৰ কালৰ পৰা আৰু কৌশলৰ ফালৰ পৰা এই আৰ্মিৰ চৰিত্ৰ কেনেকুৱা হব সি নিৰ্দ্ধাৰিত হৈছিল ই পূৰণ কৰিব লগীয়া হোৱা লক্ষ্যৰ দ্বাৰা, শত্ৰুৰ প্ৰতিৰক্ষাৰ চৰিত্ৰৰ দ্বাৰা, সেই ভেদৰ এলেকাৰ আৰু যিমান গভীৰ পৰ্য্যন্ত যুঁজিব লাগিব সেই এলেকাৰ ৰণভূমিৰ অৱস্থাৰ দ্বাৰা। ধাৰণা হৈছিল এই আৰ্মি দুটা বেন পৰস্পাৰৰ পৰা সম্পূৰ্ণ সুকীয়া দুটা লক্ষ্য লৈ আগুৱাই আছিল। এটা হৈছে যিমান দূৰ সম্ভৱ ব্যাপক ৰণাঙ্গনত শত্ৰুৰ প্ৰধান প্ৰতিৰক্ষা লাইনৰ ওপৰত প্ৰবল আঘাত কৰা, আৰু আনটো হৈছে তাৰ লগতে নাৎছী প্ৰতিৰক্ষাৰ গভীৰত আক্ৰমণ চলাই যোৱাৰ উদ্দেশ্যে শক্তিৰ সমাবেশ ঘটোৱা।

সিদ্ধান্ত কৰা হল যে আৰ্মিৰ যুদ্ধৰত আৰু ৰণকৌশলগত চেহেৰাৰ ঠিক সোঁমাজত আৰু তাৰ বাওঁকাষৰ প্ৰধান প্ৰয়াস সংহত কৰা হব যাতে বেহু-ৰচিত প্ৰতিৰক্ষা এলেকা ভেদ কৰাৰ পিচত সেই সাফল্যক দ্ৰুত কামত লগাব পৰা হয় আৰু তাৰ লগে লগে দক্ষিণ পূবমুৱা ব'লখভৰ দিশলৈ অগ্ৰসৰ হব পৰা হয় আৰু ৬১তম আৰ্মিৰ সোঁ-পক্ষৰ সমুখত থকা শত্ৰু প্ৰতিৰক্ষা ওফৰাই পেলাব পৰা হয়। সোঁ কাষত আক্ৰমণাত্মক অভিযানত নিয়োজিত সৈন্যসকলক শত্ৰু প্ৰতিৰক্ষা ভেদ কৰাৰ, দ্ৰুত বেছেতা নদীৰ কালে আগুৱাই যোৱাৰ আৰু পশ্চিম ফালৰ সম্ভাব্য আক্ৰমণৰ পৰা আৰ্মিৰ সোঁ পাৰ্শ্বক ৰক্ষা কৰিবৰ বাবে তাক আত্মৰক্ষামূলক অৱস্থান লোৱাৰ দায়িত্ব দিয়া হৈছিল। বেছেতাত উপনীত হোৱাৰ পিচত এই সৈন্যসকলৰ এটা বুজন অংশ আৰ্মিৰ সংৰক্ষিত শক্তিক দিয়াৰ কথা আছিল।

যি পৰিকল্পনা গ্ৰহণৰ' সিদ্ধান্ত হল তাত প্ৰবল প্ৰাথমিক আঘাত হনাৰ কথা কোৱা হল, গতিকে ১৬ কিলোমিটাৰ সমুখ ৰণথলী জুৰি এটা একক স্তৰত শক্তিবৃদ্ধিৰ উপকৰণ সহ তিনিটা পদাতিক ক'ৰৰ আটাইকেইটাক নমোৱা হল—চাৰিটা ডিভিশ্বন বিশিষ্ট ১৬শ গাৰ্ডছ পদাতিক ক'ৰক সোঁ কাষত, ৮ম গাৰ্ডছ পদাতিক ক'ৰক মাজত আৰু ৩৬তম গাৰ্ডছ পদাতিক ক'ৰক বাওঁকাষত (শেষোক্ত ক'ৰ দুটা দুটাকৈ ডিভিশ্বনেৰে গঠন কৰা হৈছিল)। এই গতিশীল টাঙ্ক ক'ছৰ লগত আমি আৰু দুটা টেঙ্ক ক'ৰৰ সংযোজন কৰিছিলোঁ, যিবোৰে দক্ষিণ-পূব অভিমুখে আক্ৰমণ কৰাৰ কথা আছিল। এটি সোঁ কাষত থকা পদাতিক ডিভিশ্বনৰ কথা আছিল ঝিঝৰা নৈৰ ওপৰত ২০ কিলোমিটাৰ জোৰা প্ৰতিৰক্ষা লাইন ৰক্ষা কৰাৰ, আৰু আনটোৰ কথা আছিল সংৰক্ষিত শক্তি হিচাপে থকাৰ।

১৬ শ গাৰ্ডছ আৰু ৮ম গাৰ্ডছ পদাতিক ক'ৰ দুখন যুঁজৰ বাবে দুটা স্তৰত নিয়োগ কৰা হৈছিল, আৰু বাওঁ কাষত থকা ৩৬তম গাৰ্ডছ পদাতিক ক'ৰক তিনিটা স্তৰত নিয়োগ কৰা হৈছিল কাৰণ ই আগুৱাৰৰ কথা আছিল অৰক্ষিত পাৰ্শ্বদেশৰ দাঁতিয়েদি আৰু কথা আছিল ৬১তম আৰ্মিৰ সমুখত থকা শত্ৰু প্ৰতিৰক্ষা ওফৰাই পেলোৱাৰ, আৰু ৮ম ক'ৰৰ লগত মিলি ব'লখভৰ ওপৰত আক্ৰমণ তীব্ৰ কৰাৰ।

প্ৰথম স্তৰত আটাইবোৰ ডিভিশ্বনে (পাৰ্শ্বদেশবোৰত থকা বোৰক বাদে) তেওঁলোকৰ ৰেজিমেণ্টবোৰক এটা একক লাইনত নিয়োগ কৰিছিল যাৰ উদ্দেশ্য আছিল ভাঙি সোমোৱাৰ সাফল্য নিশ্চিত কৰা। ৰেজিমেণ্টবোৰৰ যুঁজৰ গঠন আছিল ত্ৰি-স্তৰবিশিষ্ট। আৰ্মিৰ পাৰ্শ্বদেশত থকা ডিভিশ্বনবোৰক যুঁজৰ বাবে দুটা স্তৰত বিন্যস্ত কৰা হৈছিল।

সৈন্যবাহিনীৰ এই বণ্টন আৰু চলিত যুঁজৰ আৰু কৌশলৰ ফালৰ পৰা সিবোৰক এনে ধৰণৰ বিন্যাস কৰাটো আমাৰ মতেৰে, শত্ৰুৰ বেষ্ট-বেষ্টিত প্ৰতিৰক্ষা এলেকা ভেদ কৰাৰ বাবে দ্ৰুত চাপ সৃষ্টি কৰাৰ

পক্ষে আৰু বিমান গভীৰতা জুৰি ৰণ চলিছিল তাত সাফল্যৰ সদ্ব্যৱহাৰ সম্ভৱপৰ কৰি তোলাৰ পক্ষে জৰুৰী আছিল।

শত্ৰুৰ প্ৰবল প্ৰতিৰক্ষাৰ ওপৰত আক্ৰমণৰ সাফল্য নিশ্চিত কৰাৰ বাবে আমাৰ গোলন্দাজ আৰু বিমান সমৰ্থনৰ সমস্যা সম্পৰ্কে বহুত. মূৰ ঘমাব লগা হৈছিল। বেছ ভেদৰ এলেকাত আমি সমুখ ৰণথলীত কিলোমিটাৰে পতি ২০০ টা আৰু কোনো কোনো ক্ষেত্ৰত ২৬০ টা পৰ্য্যন্ত কামান আৰু মৰ্টাৰ থূপ খুৱাইছিলোঁ। যুঁজৰ পৰিকল্পনা অনুযায়ী বেছ গভীৰলৈকে অৰ্থাৎ ৮ কিলোমিটাৰকৈ গোলন্দাজসকলে অবিৰাম গোলাবৰ্ষণ কৰাৰ প্ৰয়োজন আছিল। শত্ৰু প্ৰতিৰোধৰ প্ৰধান লাইনত, বিশেষকৈ সমগ্ৰ ঝিঝদ্ৰা উপত্যকাত প্ৰাধান্য বিস্তাৰ কৰি থকা ছুদিনস্কায়া পাহাৰৰ প্ৰবল প্ৰতিৰোধ-বিন্দুবোৰত থকা শত্ৰুৰ জনবল, অস্ত্ৰশস্ত্ৰ আৰু অন্যান্য প্ৰতিৰক্ষা ব্যৱস্থাবোৰ নিষ্ক্ৰিয় আৰু ধ্বংস কৰাই আছিল গোলন্দাজসকলৰ প্ৰধান প্ৰয়াসৰ লক্ষ্য। অবিৰাম নিবিড় অগ্নিবৰ্ষণৰ দ্বাৰা পদাতিক আৰু টেঙ্ক আক্ৰমণক মদত দিয়াৰ কথা আছিল।

লেফটানেণ্ট-জেনাৰেল এম এম. গ্ৰমভৰ নেতৃত্বত ১ম এয়াৰ আৰ্মিয়ে বেছ ভেদৰ বাবে বিমানছত্ৰ আছিল। ইয়াৰ কাম আছিল আক্ৰমণৰ ঠিক আগে আগে কেন্দ্ৰীভূত বোমাবৰ্ষণৰ দ্বাৰা শত্ৰুৰ প্ৰতিৰক্ষা ব্যৱস্থাক অকাৰ্য্যকৰ কৰা, আক্ৰমণৰ সূচনাত আক্ৰমণকাৰী বিমানেৰে জাৰ্মান প্ৰতিৰোধ কেন্দ্ৰবোৰৰ ওপৰত আক্ৰমণৰ তৰঙ্গাঘাত কৰি সেইবোৰ নিষ্ক্ৰিয় কৰা আৰু ধ্বংস কৰা আৰু আক্ৰমণকাৰী আৰু যুঁজাৰু বিমানেৰে টেঙ্ক ক'ৰবোৰক সেই সময়ত মদত দিয়া যেতিয়া তেওঁলোকে যুঁজ কৰিবলৈ ধৰিব আৰু চলিত যুঁজৰ সমগ্ৰ এলেকাৰ গভীৰলৈকে যুঁজি থাকিব। ৰাতি শত্ৰুৰ অত্যন্ত গুৰুত্বপূৰ্ণ অৱস্থান ছুদিনস্কায়া পাহাৰত আঘাত হানিবৰ বাবে জেনাৰেল এ. ৱাই. গ'ল'ভানভৰ দূৰগামী বিমান বহৰৰ পৰা পিজ'-২

বিমান আৰু ২০০ বোমাৰু বিমান ব্যৱহাৰ কৰাৰ পৰিকল্পনা কৰা হৈছিল।

১১ শ গাৰ্ডছ আৰ্মিয়ে এই আক্ৰমণাত্মক অভিযানৰ বাবে পুঙ্খানুপুঙ্খ প্ৰস্তুতি চলাইছিল। প্ৰশিক্ষণৰ উদ্দেশ্যে আমি তেনে ধৰণৰ প্ৰতিৰক্ষা এলেকা স্থাপন কৰিছিলোঁ। যিবোৰ আমাৰ সৈন্যসকলে দখল কৰিব লাগিব। শক্তি বৃদ্ধিৰ উপায় উপকৰণ সহ প্ৰথম স্তৰস্থ বেটেলিয়নবোৰক প্ৰবল প্ৰতিৰক্ষা জয় কৰাৰ প্ৰশিক্ষণ দিয়া হৈছিল। যাতে ওৰে দিন ওৰে ৰাতি ধৰি আক্ৰমণ চলাই থাকিব পৰা হয় তাৰ বাবে প্ৰতিটো পদাতিক ৰেজিমেণ্টত এটাকৈ বেটেলিয়নক ৰাতি আক্ৰমণ কৰাৰ প্ৰশিক্ষণ দিয়া হৈছিল। খলা-বমা মাটিত আৰু গছ-গছনিৰে ঢাক খাই থকা মাটিত আক্ৰমণৰ বাবে সৈন্যসকলক শিক্ষিত কৰি তোলাৰ ওপৰত বিশেষ মনোযোগ দিয়া হৈছিল। ষ্টাফ আৰু কমাণ্ডৰৰ অনুশীলনৰ ব্যৱস্থাও হৈছিল।

আৰ্মিৰ কমাণ্ড আৰু হেড কোৱাৰ্টাৰ্ছে যুঁজৰ প্ৰস্তুতি গোপন ৰাখিবলৈ আৰু শত্ৰুক বিপথে পৰিচালিত কৰিবলৈ সৰ্বপ্ৰকাৰে চেষ্টা কৰিছিল। শত্ৰুক এই কথা পতিয়ন নিয়াবৰ দৰকাৰ আছিল যে, আমাৰ ফালে কোনো সাজ-সলনি কৰা হোৱা নাই, আমি যি কৰিব লাগিছো, আমাৰ প্ৰতিৰক্ষা জোৰদাৰ কৰাৰ বাবে তাক কৰিবলৈ লৈছোঁ।

যানবাহন নিয়ন্ত্ৰণ ব্যৱস্থাই অতীব দক্ষতাৰে সৈতে সকলো কাম কৰি গৈছিল, বিশেষ দক্ষতাৰে কাম কৰিছিল সেইবোৰ ঠাইত য'ত আক্ৰমণৰ বাবে অৱস্থান নিৰ্মাণ কৰা হৈছিল, আৰু সেইবোৰ ঠাইত শত্ৰুৰ পশ্চাদভাগত য'ত য'ত সৈন্য কেন্দ্ৰীভৱনৰ এলেকা আছিল আৰু পশ্চাদভাগৰ পৰা সমুখ ৰণাঙ্গনৰ সংযোগকাৰী পথ আছিল। দুৰ্গ নিৰ্মাণৰ যাৱতীয় কাম বেলি ওলোৱাৰ আগতেই বন্ধ কৰি দিয়া হৈছিল আৰু স্থল বা বিমানৰ পৰা যাতে একো ভু পোৱা নাযায় তেনেকৈ লুকুৱাই ৰখা হৈছিল। যুঁজৰ সময়ত এই আটাইবোৰ কামলৈ আহিছিল।

আৰ্মিৰ সৈন্যসকল ৭ জুলাইলৈকে, অৰ্থাৎ আক্ৰমণাত্মক অভিযান আৰম্ভ কৰাৰ নিৰ্দেশ নোপোৱালৈকে, সিঁচৰতি হৈ আছিল। কেতবোৰ গোট সমুখ ৰণাঙ্গনৰ পৰা ১০০ কিলোমিটাৰ বা তাতকৈয়ো বেছি নিলগত আছিল। পৰিকল্পনা অনুযায়ী ৮ জুলাইৰ পৰা ১১ জুলাইৰ ভিতৰত ৰাতি ৬ টা পদাতিক ডিভিশ্বন, ৪ টা টেঙ্ক ব্ৰিগেড, ২ টা টেঙ্ক ৰেজিমেণ্ট আৰু সমস্ত গোলন্দাজবাহিনীক সমুখ শাৰীলৈ অনাৰ কথা আছিল। ১১ জুলাই পুৱা আক্ৰমণকাৰী সমাহাৰক সম্পূৰ্ণে নিয়োগ কৰাৰ কথা আছিল। এই কথা কবই লাগিব যে সমস্ত প্ৰস্তুতি পৰ্বত চমৎকাৰ ছদ্ম আবৰণ, আৰু আক্ৰমণৰ অৱস্থানলৈ সৈন্যসকলক অনাৰ উদ্দেশ্যে চলাচল লুকুওৱাবৰ বাবে গৃহীত ব্যৱস্থাৱলীৰ যহুতে আমাৰ আক্ৰমণ শত্ৰুৰ ওচৰত অপ্ৰত্যাশিত হৈছিল।

চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফৰ নিৰ্দেশ অনুসৰি-পশ্চিম আৰু ব্ৰিয়ানস্ক ৰণাঙ্গনৰ সৈন্যসকলে ১২ জুলাইৰ দিনা নাৎছীইঁতৰ অ'ৰেল গোষ্ঠীৰ বিৰুদ্ধে আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিলে।

আক্ৰমণাত্মক অভিযানৰ আগ দিনা ৰাতি ১ম এয়াৰ আৰ্মিৰ বোমাৰু আৰু দূৰগামী বিমানবোৰে ১১শ গাৰ্ডছ আৰ্মিৰ বাবে নিৰ্দ্ধাৰিত বেহু ভেদৰ খণ্ডত অৱস্থিত শত্ৰু গোষ্ঠীবোৰক আক্ৰমণ কৰিলে। ১২ জুলাই দোকমোকালিৰ পৰা গোলন্দাজ প্ৰস্তুতি আৰম্ভ হ'ল। ছোভিয়েত কামানসমূহে শত্ৰুৰ অৱস্থানৰ ওপৰত বিধ্বংসী আঘাত হানিলে। শত্ৰুৰ সমুখ ৰণাঙ্গনত আৰু গভীৰত বিস্ফোৰণ, ধোঁৱা আৰু জুইৰ ডাঠ দেৱাল গঢ়ি উঠিল। জুইৰ বা'মৰলীয়ে জাৰ্মান সুৰক্ষিত অৱস্থানবোৰ ভস্মীভূত কৰি দিলে। হেজাৰ হেজাৰ কামানেৰে তৈয়াৰী কামান-বুথৰ আৱাজ চল্লিশ-পঞ্চাশ কিলোমিটাৰ পৰ্যান্ত দূৰৰ পৰা শুনা গৈছিল। পূৰ্ব নিৰ্দ্ধাৰিত সঙ্কেত পাই বৰ্দ্ধিত শক্তিসমৃদ্ধ ছটা পদাতিক ডিভিশ্বনেই শত্ৰুৰ অৱস্থানবোৰৰ দিশলৈ খেদি মাৰি গল সেই প্ৰবল অবিৰাম অগ্নিবৰ্ষণৰ পিচত। তাৰ লগতে আক্ৰমণকাৰী

বিমান আৰু বোমাৰু বিমানবোৰে তৰঙ্গে তৰঙ্গে শত্ৰুৰ সৈন্য গঠনবোৰক আঘাত কৰিবলৈ ধৰিলে।

শত্ৰুৰ প্ৰবল প্ৰতিৰোধ আৰু কঠিন জলাহ আৰু হাবিময় ভূমি সত্ত্বেও আক্ৰমণাত্মক অভিযানৰ প্ৰথম কেইদিন আৰ্মিয়ে উল্লেখনীয় সাফল্য অৰ্জন কৰিলে। দ্বিতীয় দিনাৰ শেষছোৱাত আমাৰ সৈন্যসকলে শত্ৰু প্ৰতিৰক্ষাৰ ২৫ কিলোমিটাৰ গভীৰ পৰ্য্যন্ত ভেদ কৰিলে। ব্ৰিয়ানস্ক ৰণাঙ্গনৰ সৈন্যসকলেও সাফ⸗ল্য অৰ্জন কৰিলে। জেনাৰেল বেলভৰ ৬১ তম আৰ্মিৰ আক্ৰমণ গোষ্ঠী ব'লখভ এলেকাৰ শত্ৰু প্ৰতিৰক্ষাৰ মাজত ৩ৰ পৰা ৭ কিলোমিটাৰ পৰ্য্যন্ত সোমাই পৰিল। জেনাৰেল এ. ভি. গৰ্বাতফৰ ৩য় আৰ্মি আৰু জেনাৰেল ভি ৱাই. ক'লপাকচিৰ ৬৩ তম আৰ্মি ন'ভ'ছিল এলেকাৰ পৰা অ'ৰেলৰ ফালে অগ্ৰসৰ হৈ ১৩ জুলাই ৰাতি নৌহওঁতেই নাৎছী প্ৰতিৰক্ষাৰ ভিতৰলৈ ১৪-১৫ কিলোমিটাৰ সোমাই গল।

পশ্চিম আৰু ব্ৰিয়ানস্ক ৰণাঙ্গনৰ সৈন্যসকলে হনা আঘাতে অ'ৰেল খণ্ডৰ শত্ৰুৰ প্ৰতিৰক্ষাক আক্ষৰিক অৰ্থতে প্ৰচণ্ড কঁপাই দিলে। ১৩ জুলাই সিহঁতৰ পৰিস্থিতি সম্পৰ্কিত ৰিপৰ্টত নাৎছীহঁতৰ ২য় পেনৎছাৰ আৰ্মি আৰু ৯ম আৰ্মিয়ে জনালে যে, "২য় পেনৎছাৰ আৰ্মিৰ বিৰুদ্ধে আক্ৰমণৰ পৰিসৰ লক্ষ্য কৰি এই সিদ্ধান্তত উপনীত হব পাৰি যে শত্ৰুৱে অ'ৰেল এলেকা সম্পূৰ্ণ দখল কৰাৰ লক্ষ্য স্থিৰ কৰিছে। ....পূব ৰণাঙ্গনৰ এক ব্যাপক অংশ জুৰি যোৱা ৪৮ ঘণ্টাত আমূল পৰিবৰ্তন ঘটিছে। যুঁজৰ ভাৰকেন্দ্ৰ ২য় পেনৎছাৰ আৰ্মিৰ ক্ষেত্ৰৰ মাজত স্থানান্তৰিত কৰা হৈছে। অত অবিশ্বাস্য গতিত সঙ্কট ঘনীভূত হৈছে।"

১৯ জুলাইৰ ভিতৰত ১১ শ গাৰ্ডছ আৰ্মিৰ সৈন্যসকলে জাৰ্মান অধিকৃত ভূমিৰ ভিতৰত প্ৰায় ৭০ কিলোমিটাৰ আগুৱাই গল আৰু শত্ৰুৰ অ'ৰেল গোষ্ঠীৰ প্ৰধান সৰবৰাহ লাইন বিপন্ন কৰি তুলিলে।

৬১ তম আৰ্মিয়ে সেই সময়ত ব'লখভৰ কাষ চাপি আছিল, আনহাতেদি ৩য় আৰু ৬৩ তম আৰ্মিবোৰে ইতিমধ্যে ওলেছনায়া নৈৰ ওপৰত পশ্চাদভাগৰ লাইন ভেদ কৰি আছিল আৰু তাৰ পশ্চিমত ১০ কিলোমিটাৰ আগুৱাই গৈছিল। ছোভিয়েত অগ্ৰগতি, বিশেষকৈ ১১ শ গাৰ্ডছ আৰ্মিৰ অগ্ৰগতি ৰোধ কৰিবৰ বাবে নাৎছী কমাণ্ডে ইটোৰ পিচত সিটো ডিভিশ্বনক যুঁজত নমাবলৈ ধৰিলে। সিহঁতে এ সপ্তাহৰ ভিতৰত ১০টা ডিভিশ্বন সংযোজন কৰাৰ জৰিয়তে ২য় পেনৎছাৰ আৰ্মিৰ শক্তিবৃদ্ধি কৰিলে। ফলতঃ ১১শ গাৰ্ডছ আৰ্মিৰ আক্ৰমণৰ এলেকাত জাৰ্মানহঁতে কিছু সময়ৰ বাবে প্ৰবলতৰ শক্তি গঠন কৰিলে, যদিও তাক কৰিবলৈ গৈ সিহঁতৰ ৯ম আৰ্মিক যথেষ্ট দুৰ্বল কৰি পেলাব লগা হৈছিল। তাৰ ফলত কেন্দ্ৰীয় ৰণাঙ্গনৰ পক্ষে ১৫ জুলাইত প্ৰতি আক্ৰমণাত্মক অভিযানলৈ যোৱাৰ ফালৰ পৰা অনুকুল অৱস্থা সৃষ্টি হৈছিল।

অ'ৰেল খণ্ডত যুঁজ তীব্ৰতৰ হৈ উঠিল। শত্ৰুক তাৰ সংখ্যাগত প্ৰাধান্যৰ সুবিধাৰ পৰা বঞ্চিত কৰিবলৈ জেনাৰেল হেড কোৱাৰ্টাৰ্ছে তেওঁলোকৰ ৰণনৈতিক সংৰক্ষিত শক্তিক সবাতোকৈ সঙ্কটজনক মুহূৰ্তবোৰত যুঁজত নমাবলৈ ধৰিলে। ২০ জুলাইত ১১শ গাৰ্ডছ আৰ্মিৰ সোঁপক্ষত জেনাৰেল আই. আই. ফেড্যুনিনস্কিৰ ১১শ আৰ্মিক নমোৱা হল। সেই একে দিনা জেনাৰেল পি. এছ. ৰাইবালকোৰ ৩য় গাৰ্ডছ টেঙ্ক আৰ্মিক ব্ৰিয়ানস্ক ৰণাঙ্গন অংশত নমোৱা হল। ২৬ জুলাই দিনা জেনাৰেল ভি. এম. বাদানভৰ ৪ৰ্থ টেঙ্ক আৰ্মিয়ে ১১ শ গাৰ্ডছ আৰ্মিৰ আক্ৰমণৰ এলেকাত যুঁজত যোগ দিলে।

এইবোৰ ব্যৱস্থাৰ ফলত পশ্চিম ৰণাঙ্গনৰ ১১ শ গাৰ্ডছ আৰু ৪ৰ্থ টেঙ্ক আৰ্মিৰ সহযোগিতাৰ ব্ৰিয়ানস্ক ৰণাঙ্গনৰ ৬১ তম আৰ্মিয়ে ২৯ জুলাই তাৰিখে ব'লখভ মুক্ত কৰিলে আৰু তাৰ মাজেদি

অ'ৰেলত থকা নাৎছী ফৌজক পোনপটীয়াকৈ উত্তৰ-পশ্চিমৰ পৰা বেষ্টিত হৈ পৰাৰ বিপদৰ সমুখীন কৰিলে।

তাৰ লগে লগে ব্ৰিয়ানস্ক ৰণাঙ্গনৰ প্ৰধান শক্তিবোৰে পূবৰ পৰা অ'ৰেললৈ অগ্ৰগতি অব্যাহত ৰাখিলে। কেন্দ্ৰীয় ৰণাঙ্গনৰ সোঁ পক্ষৰ সৈন্যসকলে তেওঁলোকৰ প্ৰাৰম্ভিক অৱস্থান পুনৰ্দখল কৰি উত্তৰ-পশ্চিমলৈ ক্ৰমি অভিমুখে আক্ৰমণ চলাই থাকিল আৰু ১৬ দিন ব্যাপী যুঁজৰ পিচত ৩০ জুলাইৰ ভিতৰত ৪০ কিলোমিটাৰ আগুৱাই গল। আমাৰ ৰণাঙ্গনৰ অগ্ৰসৰমান সৈন্যসকলে গেৰিলা বাহিনীবোৰৰ পৰা আপুৰুগীয়া সাহায্য পাইছিল। জুলাইৰ শেষ হোৱাৰ ভিতৰত ১১শ গাৰ্ডছ, ৪ৰ্থ টেঙ্ক আৰু ৬১ তম আৰ্মিবোৰ শত্ৰুৰ অ'ৰেল গোষ্ঠীৰ প্ৰধান সৰবৰাহ লাইন পালেগৈ। ৩ আগষ্টৰ দিনা নিশা ব্ৰিয়ানস্ক ৰণাঙ্গনৰ ৫ম, ১২৯ তম আৰু ৩৮০ তম ডিভিশনবোৰে অ'ৰেল আক্ৰমণ কৰিলে আৰু ৫ আগষ্ট তাৰিখে পুৱা অ'ৰেল মুক্ত কৰিলে।

সেই একে দিনা জেনাৰেল কনেভৰ ষ্টেপ ৰণাঙ্গনে ভাতুতিনৰ ভ'ৰনেঝ ৰণাঙ্গনৰ সাহায্যত তয়াময়া যুঁজৰ পিচত বেলগ'ৰদত প্ৰৱেশ কৰিলে।

সুযোগ আৰু পৰিসৰৰ ফালৰ পৰা কুৰ্স্কৰ যুঁজে মস্কো আৰু ষ্টালিনগ্ৰাদৰ যুঁজবোৰক লেখতলবলগীয়াকৈ চেৰাই গৈছিল। মস্কোত প্ৰতি-আক্ৰমণাত্মক অভিযানৰ আৰম্ভণিত দুপক্ষত যুঁজৰ লগত জড়িত সৈন্য সংখ্যা আছিল ১৫ লাখ, ভলগাৰ পাৰত যুঁজত জড়িত আছিল ২০ লাখ, আৰু কুৰ্স্কৰ যুঁজত জড়িত আছিল ৩০ লাখতো অধিক। কুৰ্স্কৰ যুঁজৰ অনুৰণনে নাৎছী জাৰ্মানী আৰু সিইতৰ বহতীয়াইতক জোকাৰি দিছিল। কুৰ্স্ক বালজত আমাৰ বিজয়ৰ তাৎপৰ্য্যক খৰ্ব কৰাৰ চেষ্টাৰে বুৰঞ্জীৰ বিকৃতকাৰীইঁতে ইয়াক এক সাধাৰণ যুঁজ হিচাপে উপস্থাপিত কৰে আৰু বহুত সময়ত ইয়াক আন যুঁজৰ পৰা বেলেগকৈ

নেদেখুৱায়। কোনো কোনোৱে আকৌ ইয়াক ইঙ্গ-মাৰ্কিন ফৌজৰ চিচিলি দখলৰ লগত বিজায়। এই বিজণি কিমান অবাস্তৱ তাক বুজিবলৈ হ'লে মাথো এটা কথা মনত ৰাখিলেই যথেষ্ট হ'ব যে চিচিলি ৰক্ষিত হৈছিল কেৱল অক্ষশক্তিৰ এঘাৰটা ডিভিশনৰ দ্বাৰা, আৰু কুৰ্স্ক বালজত কেন্দ্ৰীভূত হৈছিল সত্তৰটা নাৎচী ডিভিশন।

ভয়াবহতা আৰু দৃঢ়তাৰ ফালৰ পৰা কুৰ্স্কৰ যুঁজৰ কোনো তুলনা নহয়। নাৎচীহঁতে নিজেই ইয়াক "জাৰ্মানীৰ বিজয়ৰ শেষ যুঁজ" বুলি অভিহিত কৰিছিল।

আমি জিকিছিলোঁ। কাৰণ দেশৰক্ষাত সমগ্ৰ ছোভিয়েত জনগণে তেওঁলোকৰ সশস্ত্ৰ ফৌজৰ লগত একেলগে থিয় দিছিল। সমাজতান্ত্ৰিক অৰ্থনীতি, সমাজতান্ত্ৰিক ৰাজনৈতিক ব্যৱস্থা আৰু মাৰ্ক্সবাদী-লেনিনবাদী মতাদৰ্শ নাৎচী জাৰ্মানীৰ অৰ্থনীতি, ৰাজনীতি আৰু মতাদৰ্শতকৈ শ্ৰেষ্ঠতৰ বুলি প্ৰমাণিত হৈছিল।

আমি জিকিছিলোঁ। কাৰণ আমাৰ সশস্ত্ৰ ফৌজত বিষয়া আৰু সৈন্যসকল সাহিয়াল আছিল আৰু তেওঁলোকৰ শক্তিশালী অস্ত্ৰশস্ত্ৰ আছিল। কাৰণ তেওঁলোক যুঁজৰ জুইত পাগ টান হৈ উঠিছিল আৰু এক পৰাক্ৰান্ত, ধ্বংসাতীত শক্তিত পৰিণত হৈছিল। সিমান দিনে শত্ৰুক পৰাস্ত কৰাৰ যুঁজ সুকৌশলে সংগঠন কৰাৰ দক্ষতাসম্পন্ন বহুত অনন্য সাধাৰণ জেনাৰেল, অভিজ্ঞ কমাণ্ডাৰ, ৰাজনৈতিক কৰ্মী আৰু ষ্টাফ অফিচাৰৰ সম্পূৰ্ণ জ্যোতিষ্কমণ্ডলীৰ অভ্যুদয় ঘটিছিল। আমি বিজয়ী হৈছিলোঁ। কাৰণ কুৰ্স্ক, অৰেল আৰু বেলগ'ৰ'দৰ ভূমিক ৰক্ষা কৰিছিল আৰু নাৎচী আক্ৰমণকাৰীহঁতৰ কবলমুক্ত কৰিছিল আমাৰ বহুজাতিক দেশৰ সকলো জাতিৰ প্ৰতিনিধিসকলে, তেওঁলোকে কান্ধত কান্ধ মিলাই শত্ৰুক ইমান আঘাত কৰিছিল যে শত্ৰু সেই আঘাতত জৰ্জৰিত হৈ পৰিছিল। আমি জয়লাভ কৰিছিলোঁ। কাৰণ আমাক প্ৰেৰণা যোগাইছিল আৰু পৰিচালনা কৰিছিল গৌৰৱদীপ্ত কমিউনিষ্ট পাৰ্টিয়ে।



## জেনাৰেল অৱ দ্য আৰ্মি ছেমিয়ন ইভানভ*

# কুৰ্স্কৰ যুদ্ধ, ৰণনীতি আৰু ৰণনৈপুণ্যৰ ওপৰত তাৰ প্ৰভাৱ

কুৰ্স্কৰ যুঁজত ছোভিয়েত সেনাবাহিনীৰ বিজয়ে ছোভিয়েত যুদ্ধকলাৰ উচ্চ স্তৰৰ সাক্ষ্য দিয়ে। এই যুঁজত আত্মৰক্ষামূলক আৰু আক্ৰমণাত্মক উভয় যুঁজতে বিপুল সংখ্যক সৈন্য আৰু অস্ত্ৰশস্ত্ৰৰ সুকৌশলপূৰ্ণ ব্যৱহাৰ কৰা হৈছিল। ছোভিয়েত কমাণ্ড ষ্টাফে দক্ষতাৰ সৈতে বিভিন্ন ৰণপদ্ধতি ব্যৱহাৰ কৰিছিল। এই বিজয় হৈছে ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিৰ নেতৃত্বত ছোভিয়েত জনগণৰ বীৰত্বপূৰ্ণ প্ৰয়াসৰে ফল। ই আছিল ছোভিয়েত সেনাবাহিনীৰ বিষয়া আৰু সৈন্যসকলৰ ক্ৰমবৰ্দ্ধমান নৈপুণ্যৰ আৰু তেওঁলোকৰ সমুচ্চ মনোবলৰ এক চিত্তাকৰ্ষক দৃষ্টান্ত। কুৰ্স্কৰ যুঁজত ছোভিয়েত সেনাবাহিনীয়ে সমস্ত যুঁজ অভিজ্ঞতাক কামত লগাইছিল, বিভিন্ন ধৰণৰ বাহিনীৰ আৰু বিভিন্ন সমৰাস্ত্ৰ নিয়োগৰ ন ন পদ্ধতিৰ বিকাশ ঘটাইছিল।

---

* জেনাৰেল ইভানভ আছিল কুৰ্স্ক যুঁজত ভ'ৰ'নেঝ ৰণাঙ্গনৰ চীফ অৱ্ দ্য ষ্টাফ। তেওঁ 'ছোভিয়েত ইউনিয়নৰ বীৰ' খিতাপ পাইছিল।

ছোভিয়েত যুঁজকলাৰ বিকাশত কুৰ্স্কৰ যুঁজ এটা প্ৰধান মাইলখুঁটা। যুঁজ চালনাৰ ৰূপ আৰু পদ্ধতিৰ উন্নতি সাধনৰ ওপৰত এই যুঁজে এটা ডাঙৰ প্ৰভাৱ পেলাইছিল। মহান দেশপ্ৰেমিক যুঁজৰ মধ্যৱৰ্তী আৰু পৰৱৰ্তী আটাইবোৰ যুঁজত ছোভিয়েত সশস্ত্ৰ ফৌজে জনবল আৰু অস্ত্ৰশস্ত্ৰৰ ফালৰ পৰা প্ৰাধান্য অটুট ৰাখিছিল কিন্তু কুৰ্স্কৰ যুঁজত পৰিস্থিতি আৰু বিভিন্ন শক্তিৰ আন্তঃসম্পৰ্ক যেনেকুৱা আছিল তেনেকুৱা যে আমি প্ৰায়ে পাইছিলোঁ। তেনে নহয়।

এই যুঁজৰ পিচত ছোভিয়েত জাৰ্মান ৰণাঙ্গনৰ সামৰিক আৰু ৰাজনৈতিক পৰিস্থিতিৰ বৈশিষ্ট্য হৈ পৰিল এনে যে ৰণনৈতিক উদ্যোগ ছোভিয়েত কমাণ্ডৰ হাতলৈ সম্পূৰ্ণ আহি গল। এই পৰ্য্যায়টো আছিল মূলতঃ নিয়ামক, সামৰিক আৰু ৰাজনৈতিক লক্ষ্য সহ ৰণনৈতিক আক্ৰমণাত্মক যুঁজৰ পৰ্যায়। সেয়েহে ১৯৪৪-৪৫ চনৰ অভিযানবোৰত সেনাবাহিনীয়ে ইখনৰ পাচত সিখনকৈ আৰু একে সময়তে বৃহদাকাৰ ৰণনৈতিক আক্ৰমণাত্মক যুঁজ সংগঠিত কৰাৰ আৰু পৰিচালনা কৰাৰ নৈপুণ্য বিকশিত আৰু উন্নত কৰি আছিল।

ছোভিয়েত কমাণ্ডাৰ দ্বাৰা ৰণনৈতিক উদ্যোগ গ্ৰহণ আৰু ছোভিয়েত সেনাবাহিনীৰ অনুকূলে শক্তিৰ অনুপাতৰ মৌলিক পৰিৱৰ্তনে জেনাৰেল হেড কোয়াৰ্টাৰ্ছক সশস্ত্ৰ ফৌজৰ ওপৰত যুঁজৰ প্ৰথমাৰ্দ্ধৰ তুলনাত আৰু গুৰুত্বপূৰ্ণ ৰণনৈতিক কৰ্তব্য ন্যস্ত কৰিবলৈ সক্ষম কৰিছিল।

কুৰ্স্কৰ যুঁজত আৰু পৰৱৰ্তী ৰণনৈতিক আক্ৰমণাত্মক অভিযানত যিক্ষেত্ৰত লক্ষ্য আছিল প্ৰধানতঃ সোঁফালৰ আৰু আংশিকভাৱে মাজভাগৰ নাৎছী গোষ্ঠীবোৰক চূৰ্ণ কৰা আৰু শত্ৰুক নীপাৰৰ সিপাৰলৈ খেদি দিয়া, সেই ক্ষেত্ৰত ১৯৪৪ চনৰ গ্ৰীষ্মকালীন আৰু হেমন্তকালীন অভিযানৰ কৰ্তব্য আছিল শত্ৰুৰ সমস্ত প্ৰধান ৰণনৈতিক গোষ্ঠীবোৰক বিপৰ্য্যস্ত কৰা আৰু ছোভিয়েত ইউনিয়নৰ

সীমান্ত চেৰাই যুঁজ চলাই যোৱা। এই কথা সুবিদিত যে মহান দেশপ্ৰেমিক যুঁজৰ চূড়ান্ত পৰ্য্যায়ৰ ফল হৈছিল নাৎছী অত্যাচাৰৰ পৰা কেবাখনো ইউৰোপীয় দেশৰ মুক্তি, ভেৰমাখটৰ সম্পূৰ্ণ বিপৰ্যয় আৰু তাৰ নিঃচৰ্ত আত্মসমৰ্পণ।

কুৰ্স্কৰ যুঁজত সাফল্যৰ পক্ষে অন্যতম সবাতোকৈ গুৰুত্বপূৰ্ণ উপাদানটো আছিল শত্ৰুহঁতৰ পৰিকল্পনা আৰু সৈন্য কেন্দ্ৰীভৱন সময়মতে আৰু সম্পূৰ্ণে আৱিষ্কাৰ কৰা। ইয়াৰ ফলত ছোভিয়েত চুপ্ৰীম কমাণ্ডাৰ পক্ষে পৰিস্থিতিৰ লগত খাপ খুৱাই ৰণনৈতিক ফালৰ পৰা উপযুক্ত সিদ্ধান্ত আগতীয়াকৈ লোৱা আৰু সেইবোৰক কাৰ্যকৰ কৰাটো সম্ভৱ হৈছিল।

কুৰ্স্কৰ যুঁজত সঞ্চিত অভিজ্ঞতাৰ পৰা জেনাৰেল হেড কোৱাৰ্টাৰ্ছে শত্ৰুহঁতৰ পৰিকল্পনা আৱিষ্কাৰ কৰাৰ আৰু সিহঁতৰ শক্তি আৰু অৱস্থান নিৰ্ণয় কৰাৰ বাবে চোৰাংচোৱা কামৰ প্ৰতি মনোযোগ নিবদ্ধ কৰিলে। নাৎছী কমাণ্ডৰ সম্ভাব্য ক্ষমতা আৰু মতলব সম্পৰ্কে যথেষ্ট নিৰ্ভৰযোগ্য বাতৰি হাতত থকাত জেনাৰেল হেড কোৱাৰ্টাৰ্ছে ৰাজনৈতিক আৰু অৰ্থনৈতিক উপাদানবোৰৰ কথা মনত ৰাখি প্ৰধান আক্ৰমণৰ গতিমুখ সঠিকভাৱে নিৰ্ণয় কৰাৰ অৱস্থালৈ আহিছিল আৰু যি গোষ্ঠীৰ পৰাজয়ে পৰৱৰ্তী ৰণনৈতিক কৰ্তব্য সফলভাৱে সমাধান কৰাৰ পক্ষে সবাতোকৈ অনুকূল পৰিবেশ সৃষ্টি কৰিব সেই গোষ্ঠীৰ বিৰুদ্ধে নিজৰ সৈন্য মোতায়েন কৰাৰ অৱস্থালৈ আহিছিল।

উদাহৰণস্বৰূপে, ১৯৪৪ চনৰ গ্ৰীষ্মকালীন আৰু হেমন্তকালীন অভিযানত চুপ্ৰীম কমাণ্ডে প্ৰধান আঘাতটো দক্ষিণৰ পৰা মধ্যৱৰ্তী অংশলৈ আঁতৰাই আনিছিল। ছোভিয়েতৰ প্ৰধান প্ৰয়াস দক্ষিণৰ ফালে কেন্দ্ৰীভূত হ'ব বুলি ধাৰণা কৰি শত্ৰুহঁতে এনে ধৰণৰ ৰণনৈতিক চাল আশা কৰা নাছিল আৰু নিজৰ সৈন্যহঁতক মধ্যৱৰ্তী

অংশলৈ স্থানান্তৰিত কৰিব পৰা নাছিল। ফলত সিহঁত জহকালি বিয়েলোৰছিয়া আৰু পশ্চিম য়ুক্ৰাইন দুয়ো ঠাইতে বিপুল পৰাজয়ৰ সন্মুখীন হৈছিল। ১৯৪৫ চনৰ জাৰকালিতো অনুৰূপ ঘটনাই ঘটিছিল। ১৯৪৪ চনৰ হেমন্তকালি বাৰ্লিনৰ বিৰুদ্ধে ৰণনৈতিক আক্ৰমণাত্মক অভিযানৰ পথ নিষ্কণ্টক কৰাৰ বাবে ছোভিয়েত চুপ্ৰীম কমাণ্ডে ছোভিয়েত-জাৰ্মান ৰণাঙ্গনৰ পাৰ্শ্বদেশত কেবাখনো ডাঙৰ ডাঙৰ যুঁজ চলালে, শত্ৰুহঁতক বাধ্য কৰিলে মধ্যৱৰ্তী অংশৰ পৰা সৈন্য অপসাৰণ কৰি লবলৈ, তাৰ পিচত ১৯৪৫ চনৰ জানুৱাৰী মাহত মধ্যৱৰ্তী অংশত আকৌ এটা বিধ্বংসী আঘাত হানিলে।

ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামৰিক উপাদানবোৰ যথাযথ হিচাপ কৰি প্ৰধান প্ৰয়াসৰ গতিমুখ সঠিকভাৱে নিৰ্দ্ধাৰণ আৰু ছোভিয়েত সশস্ত্ৰ ফৌজে পৰৱৰ্তী আঘাত ক'ত হানিব সেই সম্বন্ধে শত্ৰুৰ অজ্ঞতাই ৰণনৈতিক আক্ৰমণাত্মক অভিযান সংগঠন আৰু পৰিচালনাত কুৰ্স্ক'ৰ যুঁজত অৰ্জিত অভিজ্ঞতাৰ সৃজনশীল বিকাশৰ ছবি সুস্পষ্টৰূপে দাঙি ধৰিছিল।

প্ৰধান প্ৰয়াসৰ গতিমুখত শক্তি কেন্দ্ৰীভূত কৰাৰ কলাও অধিকতৰ বিকশিত হৈছিল। এই প্ৰসঙ্গত এই কথা বিশেষকৈ কোৱা দৰকাৰ যে ৰণনৈতিক আক্ৰমণাত্মক অভিযানৰ পৰিসৰ আৰু প্ৰধান আক্ৰমণৰ ক্ষেত্ৰ দুয়ো লেখতলবগীয়াকৈ বাঢ়ি গৈছিল। এটা উদাহৰণ দিলেই কথাটো বোধগম্য হব। ১৯৪৩ চনৰ গ্ৰীষ্মকালীন আৰু হেমন্তকালীন অভিযানৰ সময়ত প্ৰধান আক্ৰমণৰ গতিমুখত ৰণাঙ্গনৰ লাইনৰ ব্যাপ্তি আছিল য'ত ৬০০ কিলোমিটাৰ সেই ঠাইত ১৯৪৪ চনৰ গ্ৰীষ্মকালীন আৰু হেমন্তকালীন অভিযানৰ সময়ত সেই ব্যাপ্তি আছিল ১২০০ কিলোমিটাৰ। আক্ৰমণাত্মক অভিযানত প্ৰধান গতিমুখত নিয়োজিত সৈন্যসকলৰ শক্তি আৰু তেওঁলোকৰ কেন্দ্ৰীভবনৰ মাত্ৰা ( ৰণথলীত নিযুক্ত বাহিনীৰ আটাইবোৰ

ৰণাঙ্গনৰ শত্ৰুৰ হিচাপত ) তলত দিয়া পৰিসংখ্যানৰ পৰা পৰিমাপ কৰিব পাৰি। কুৰ্স্কত আক্ৰমণাত্মক অভিযানৰ সময়ত আছিল ২৩ লাখ সৈন্য ( ৩৮ শতাংশ ), ৩৫০০ বা অধিক কামান আৰু মৰ্টাৰ ( ৩৪ শতাংশ ), প্ৰায় ৫০০০ টেঙ্ক আৰু স্বয়ং চালিত কামান ( ৫০ শতাংশ ) আৰু প্ৰায় ৪০০০ যুঁজাৰু বিমান[১] ( ৪৪ শতাংশ , আৰু বিয়েলোৰুছীয় যুঁজত আছিল ২৫ লাখ সৈন্য, ৪৫০০০ কামান আৰু মৰ্টাৰ ( ৪৮ শতাংশ ), ৬০০০ টেঙ্ক আৰু স্বয়ং চালিত কামান আৰু ৭০০ যুঁজাৰু বিমান ( ৫৩ শতাংশ ) ।

ৰণনৈতিক যুঁজবোৰত প্ৰয়াস ক্ৰমান্বয়ে বঢ়োৱাৰ যি কলা কুৰ্স্কৰ যুঁজত চমৎকাৰভাৱে প্ৰস্ফুটিত হৈছিল. মহান দেশপ্ৰেমিক যুঁজৰ শেষ বছৰৰ অভিযানবোৰত সি আৰু বিকশিত হৈছিল। অ'ৰেল আৰু বেলগ'ৰ'দ-খাৰকভ আক্ৰমণাত্মক যুঁজৰ অংশ আছিল। লগে লগে সেইবোৰ হৈ পৰিছিল আকৌ ছোভিয়েত সেনাবাহিনীৰ ১৯৪৩ চনৰ জহকালিত সংগঠিত হোৱা ৰণনৈতিক আক্ৰমণাত্মক অভিযানৰ প্ৰথম আৰু নিয়ামক যুঁজো। ১৯৪৩ চনৰ গ্ৰীষ্মকালীন আৰু হেমন্তকালীন অভিযান কেনেকৈ আগবাঢ়িছিল তাৰ সৌৰৱাটো চিত্তাকৰ্ষক হ'ব। এই অভিযান ১২ জুলাইৰ দিনা পশ্চিম আৰু ব্ৰিয়ানস্ক ৰণাঙ্গনবোৰৰ আক্ৰমণাত্মক যুঁজৰ জৰিয়তে আৰম্ভ হৈছিল। কেন্দ্ৰীয় ৰণাঙ্গনে ১৫ জুলাইৰ দিনা আক্ৰমণাত্মক অভিযানত নামে, আৰু ভ'ৰ'নেঝ আৰু স্তেপ ৰণাঙ্গনে নামে ৩ৰা আগষ্টত। তাৰ পিচত আহিল স্মলেনস্ক অভিমুখে পশ্চিম আৰু কালিনিন ৰণাঙ্গনৰ আক্ৰমণাত্মক অভিযান ( যথাক্ৰমে ৭ আৰু ১৩ আগষ্ট ) আৰু দনবাছত দক্ষিণ-পশ্চিম আৰু দক্ষিণ ৰণাঙ্গনৰ আক্ৰমণাত্মক অভিযান ( ১৩ আৰু ১৮ আগষ্ট )।

---

১ পশ্চিম ৰণাঙ্গনৰ বিমান চলাচলৰ এটা অংশক মাথো ধৰি, কিন্তু দূৰপাল্লাৰ বিমান চলাচলৰ আৰু টেংক-প্ৰতিৰোধী প্ৰতিৰক্ষা বাহিনীক বাদ দি।

ৰণনৈতিক আক্ৰমণাত্মক অভিযানৰ ৰণাঙ্গনক ইটোৰ পিচত সিটোকৈ দুটা বা তিনিটা ৰণাঙ্গন আৰু তাৰ পিচত আৰু ছটা বা সাতটা ৰণাঙ্গনৰ দ্বাৰা সম্প্ৰসাৰণ কৰাটো আছিল মহান দেশপ্ৰেমিক যুঁজত ছোভিয়েত যুদ্ধকলাৰ সবাতোকৈ বৈশিষ্ট্যমূলক লক্ষণ। ৰণনৈতিক যুঁজৰ এই পদ্ধতি ইতিপূৰ্বে ১৯৪১-৪২ আৰু ১৯৪২-৪৩ চনৰ শীতকালীন অভিযানত ব্যৱহাৰ কৰা হৈছিল আৰু তাৰ পিচত মহান দেশপ্ৰেমিক যুঁজৰ মাজত পৰৱৰ্তী অভিযানবোৰত ব্যাপকভাৱে প্ৰয়োগ কৰা হৈছিল। ১৯৪৪ চনত ১ম বাল্টিক আৰু ৩য়, ২য় আৰু ১ম বিয়েলোৰুছীয় ৰণাঙ্গনৰ দ্বাৰা মিনস্ক অভিমুখে আক্ৰমণৰ যোগেদি যাৰ সূচনা হৈছিল, সেই গ্ৰীষ্মকালীন আৰু হেমন্তকালীন অভিযানত জেনাবেল হেড কোৱাৰ্টাৰ্ছে তেওঁলোকৰ ৰণনৈতিক প্ৰয়াস তীব্ৰ কৰিছিল আৰু অতিৰিক্ত ৬টা ৰণাঙ্গনত ৰণনৈতিক আক্ৰমণাত্মক অভিযানত নিয়োজিত কৰিছিল ( ১০ জুলাইত ২য় বাল্টিক, ১৩ জুলাইত ১ম য়ুক্ৰাইনীয়, ১৭ জুলাইত ৩য় বাল্টিক, ২৪ জুলাইত লেনিনগ্ৰাদ আৰু ২০ আগষ্টত ২য় আৰু ৩য় য়ুক্ৰাইনীয় )। ই ছোভিয়েত-জাৰ্মান ৰণাঙ্গনৰ মুঠ তিনিটা ৰণনৈতিক মঞ্চলৈ বিপুল সাফল্য কঢ়িয়াই আনিছিল।

দেশৰ সামৰিক আৰু অৰ্থনৈতিক সামৰ্থ্য বৃদ্ধি আৰু ৰণনীতিগত কলাৰ অধিকতৰ উন্নতিয়ে ছোভিয়েত চুপ্ৰীম কমাণ্ডৰ পক্ষে যুঁজৰ চূড়ান্ত পৰ্য্যায়ত অন্যান্য ৰণনৈতিক আক্ৰমণাত্মক পদ্ধতি প্ৰয়োগ কৰাটো সম্ভৱ কৰি তুলিছিল। পৰৱৰ্তী আক্ৰমণবোৰ তীব্ৰ কৰাৰ সলনি তেওঁলোকে সমগ্ৰ ৰণনৈতিক ৰণাঙ্গন জুৰি এক আক্ৰমণাত্মক অভিযান চলাইছিল। ৰণনৈতিক আক্ৰমণ চলোৱাৰ কলাত ই আছিল এক নতুন অগ্ৰসৰ পদক্ষেপ।

বিভিন্ন অভিমুখে ক্ৰিয়াশীল ৰণাঙ্গন গোষ্ঠীবোৰৰ মাজত ৰণনৈতিক সহযোগিতা কেনেকৈ সংগঠিত কৰিব লাগে কুৰ্স্কৰ যুঁজ আছিল

তাৰ এক শিক্ষণীয় দৃষ্টান্ত। মূল ৰণনৈতিক উদ্দেশ্য সাধনৰ দিশে অৰ্থাৎ কুৰ্স্ক বালজত শত্ৰুৰ প্ৰধান শক্তিক পৰ্য্যুদস্ত কৰাৰ দিশে নজৰ ৰাখি এই সহযোগিতা সংগঠিত হৈছিল। সমস্ত ৰণাঙ্গনবোৰৰ প্ৰয়াসৰ এই উদ্দেশ্যময় সমন্বয়সাধনে কেৱল প্ৰধান লক্ষ্যপূৰণৰ ক্ষেত্ৰতে সাফল্য অনা নাই, আন আন ক্ষেত্ৰতো গুৰুত্বপূৰ্ণ সাফল্য আনিছিল। কুৰ্স্কৰ যুঁজত অৰ্জিত ৰণনৈতিক সহযোগিতা সংগঠনৰ এই অভিজ্ঞতা পৰৱৰ্তী যুঁজ আৰু অভিযানবোৰত ব্যাপকভাৱে প্ৰয়োগ কৰা হৈছিল।

কুৰ্স্কৰ যুঁজ ৰণনৈতিক সংৰক্ষিত শক্তিৰ উদ্দেশ্যপূৰ্ণ নিয়োগৰ এক উজ্জ্বল দৃষ্টান্ত। প্ৰধান প্ৰয়াসৰ গতিমুখত দ্বিতীয় ৰণনৈতিক স্তৰত নিয়োজিত স্তেপ ৰণাঙ্গন আছিল যুঁজৰ সময়ত জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ ভিতৰত সবাতোকৈ শক্তিশালী। কুৰ্স্কৰ যুঁজৰ সুচনাত জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ হাতত যিমান সংৰক্ষিত শক্তি আছিল তাৰ আধাৰো বেছি আছিল এই ৰণাঙ্গনৰ অন্তৰ্ভুক্ত। সময়মতে নিয়োজিত আৰু ইচ্ছাকৃত আত্মৰক্ষামূলক অৱস্থানত থকা স্তেপ ৰণাঙ্গন আত্মৰক্ষামূলক আৰু আক্ৰমণাত্মক উভয় অভিযানৰ বাবে সক্ষম হৈ আছিল। অনুকূল অৱস্থান দখল কৰি এই ৰণাঙ্গনে কুৰ্স্ক বালজত প্ৰতিৰক্ষাৰ গভীৰতাক ২৫০-৩০০ কিলোমিটাৰ পৰ্য্যন্ত বঢ়াইছিল আৰু বস্তুতঃপক্ষে প্ৰতিৰক্ষাক নিশ্চিত-ভাৱে শক্তিশালী কৰিছিল। কিন্তু এই ৰণাঙ্গনক কি প্ৰকাৰে ব্যৱহাৰ কৰা হব বুলি ঠিক হৈছিল ই হৈছে তাৰ এটা মাথো দিশ। সমূলি কম গুৰুত্বপূৰ্ণ নহয় এনে এটা দিশ আছিল যেতিয়া প্ৰথম স্তৰৰ ৰণাঙ্গনবোৰ আত্মৰক্ষামূলক যুঁজৰ পৰা আক্ৰমণাত্মক যুঁজলে গল তেতিয়া গভীৰৰ পৰা আক্ৰমণ তীব্ৰ কৰি তোলাত যি নিয়ামক ভূমিকা এই ৰণাঙ্গনক দিয়া হৈছিল সেইটো। কুৰ্স্কৰ যুঁজত স্তেপ ৰণাঙ্গনৰ স্থান আৰু ভূমিকা নিৰ্ণয়ৰ ক্ষেত্ৰত চুপ্ৰীম কমাণ্ডৰ

দূৰদৰ্শিতা আৰু জেনাৰেল হেড কোৱাৰ্টাছৰ্ৰ প্ৰতিনিধি মাৰ্শাল ভাছিলেভস্কিৰ প্ৰত্যক্ষ পৰিচালনাত ৰণাঙ্গনৰ কমাণ্ডৰ দ্বাৰা শত্ৰু আক্ৰমণ প্ৰতিহত কৰাৰ আৰু প্ৰতি-আক্ৰমণাত্মক অভিযান চলোৱাৰ বাবে সৈন্যসকলৰ দক্ষতাপূৰ্ণ নিয়োগে যে অতীব লক্ষণীয় ফল প্ৰসৱ কৰিছিল সেই কথা সুবিদিত।

কুৰ্স্কৰ যুঁজত ৰণনৈতিক সংৰক্ষিত শক্তি নিয়োগৰ অভিজ্ঞতাক যুকিয়াই চাই আৰু আত্মস্থ কৰি জেনাৰেল হেড কোৱাৰ্টাৰ্ছে পৰৱৰ্তী যুঁজবোৰত তাক ব্যাপকভাৱে ব্যৱহাৰ কৰিছিল। পৰৱৰ্তীকালত এই অভিযানৰ বিশ্লেষণৰ পৰা দেখা গৈছিল যে তলত দিয়া কৰ্তব্যবোৰ সম্পাদন কৰাৰ নিমিত্তে সংৰক্ষিত শক্তিবোৰ ব্যৱহাৰ কৰা হৈছিল:

(১) যুঁজবোৰৰ প্ৰস্তুতিত ৰণনৈতিক গোষ্ঠীবোৰ গঠন কৰা। উদাহৰণস্বৰূপে, ১৯৪৪ চনৰ জহকালি এই উদ্দেশ্যে পাঁচটা ফিল্ড, দুটা টেঙ্ক আৰু দুটা এয়াৰ আৰ্মিক ব্যৱহাৰ কৰা হৈছিল, আৰু ১৯৪৪-৪৫ চনৰ জাৰকালি কৰা হৈছিল ১১ টা ফিল্ড আৰু চাৰিটা টেঙ্ক আৰ্মিক।

(২) চলিত যুঁজৰ এলেকাৰ গভীৰত প্ৰধান আক্ৰমণৰ ঠাইত আক্ৰমণ তীব্ৰ কৰাৰ বাবে গতিবেগ বঢ়োৱা।

(৩) প্ৰধান গোষ্ঠীবোৰৰ পাৰ্শ্বদেশ ৰক্ষা কৰা।

(৪) আক্ৰমণৰ গতিপথত উদ্ভূত নতুন কৰ্তব্যবোৰ সম্পাদন কৰিবলৈ সক্ষম হ'ব পৰাকৈ ৰণাঙ্গনবোৰৰ শক্তিবৃদ্ধি কৰা। উদাহৰণ-স্বৰূপে, এনেকুৱা ঘটিছিল বিয়েলোৰুছীয় যুঁজৰ সময়ত, যেতিয়া ১ম বাল্টিক ৰণাঙ্গনৰ নিৰ্দ্ধাৰিত কৰ্তব্যত পৰিৱৰ্তন সধা হৈছিল তেতিয়া তাক দুটা ফিল্ড আৰ্মিৰ যোগান ধৰি তাৰ শক্তিবৃদ্ধি কৰা হৈছিল।

(৫) শত্ৰুৰ প্ৰতি-আক্ৰমণ প্ৰতিহত কৰাৰ. পিচত ৰণাঙ্গনবোৰ যেতিয়া আক্ৰমণাত্মক অভিযানত অৱতীৰ্ন হৈছিল তেতিয়া সেইবোৰক

শক্তিশালী কৰা, যেনেকৈ কৰা হৈছিল বালাতন যুঁজৰ সময়ত আৰু এই অৱস্থাৰ পৰা উদ্ভূত আৰু বহু কৰ্তব্য সমাধান কৰাৰ সময়ত।

ছোভিয়েতৰ চলিত যুঁজ পৰিচালনা সংক্ৰান্ত কলাৰ বিকাশৰ ক্ষেত্ৰতো কুৰ্স্কৰ যুঁজে কম গুৰুত্বপূৰ্ণ অৱদান যোগোৱা নাই। ৰণাঙ্গনৰ আৰু আৰ্মিৰ পৰিসৰত আত্মৰক্ষামূলক আৰু আক্ৰমণাত্মক যুঁজ সংগঠনত আৰু পৰিচালনাত অৰ্জিত অভিজ্ঞতা সমগ্ৰ ছোভিয়েত সশস্ত্ৰ ফৌজৰ দ্বাৰা ব্যৱহৃত হৈছিল আৰু যুঁজৰ চূড়ান্ত পৰ্য্যায়ত বিভিন্ন ধৰণৰ ৰণনৈতিক যুঁজ চালনাত ছোভিয়েত সৈন্যসকলৰ সাফল্যৰ বাবে বহুল পৰিমাণে কৃতিত্বৰ অংশীদাৰ আছিল।

কুৰ্স্কত ছোভিয়েত প্ৰতিৰক্ষাৰ অন্যতম প্ৰধান বৈশিষ্ট্য আছিল এয়ে যে সেইবোৰ অত্যন্ত গভীৰ আছিল আৰু ৰণকৌশলতাত আৰু আক্ৰমণৰ গভীৰত অৱস্থিত প্ৰতিৰক্ষা লাইনবোৰ ভালকৈ সুৰক্ষিত আছিল আৰু সেইবোৰত আগৰে পৰাই সৈন্য মোতায়েন কৰা হৈছিল। ঠিক এই কাৰণতে শত্ৰুৰ অস্ত্ৰসজ্জিত বাহিনীবোৰৰ যুটীয়া বিৰাট আক্ৰমণবোৰ ছোভিয়েত সৈন্যসকলে সফলভাৱে প্ৰতিৰোধ কৰিছিল।

কুৰ্স্কৰ যুঁজত আত্মৰক্ষাত ৰত ৰণাঙ্গনবোৰ চলিত যুঁজৰ বাবে দুটা স্তৰত বিন্যস্ত আছিল আৰু সিবোৰৰ বিভিন্ন তৰহৰ প্ৰবল সংৰক্ষিত শক্তি আছিল। মহান দেশপ্ৰেমিক যুদ্ধত এই প্ৰথম চলিত যুঁজৰ এলেকাৰ গভীৰত সৈন্য বিন্যাস ৫০-৭০ কিলোমিটাৰ পৰ্য্যন্ত বিস্তৃত আছিল। যুঁজৰ পৰৱৰ্তী পৰ্য্যায়বোৰত শত্ৰুইতৰ প্ৰবল আক্ৰমণ কৰাৰ শক্তি আৰু নাছিল, গতিকে ইমান গভীৰ পৰ্য্যন্ত ছোভিয়েত সৈন্য নিয়োজিত কৰাটো অনাৱশ্যক হৈ পৰিছিল। একমাত্ৰ ব্যতিক্ৰম আছিল লেক বালাতনত ৩য় য়ুক্ৰাইনীয় ৰণাঙ্গনৰ আত্মৰক্ষামূলক যুঁজ য'ত সিবোৰৰ সৈন্যসকল দুই স্তৰত নিয়োজিত হৈছিল আৰু সৈন্য-বিন্যাসৰ গভীৰতা ৪০-৫০ কিলোমিটাৰ পৰ্য্যন্ত হৈছিল। কুৰ্স্কত

প্ৰতিৰক্ষাই দেখুৱাই দিছিল যে সৈন্য আৰু অস্ত্ৰশস্ত্ৰৰ উচ্চ মাত্ৰাত ঘনত্ব-সম্পন্ন পৰাক্ৰান্ত স্তৰৰ দ্বাৰা বেহু-ৰচনাই ইয়াৰ শক্তি বহুল পৰিমাণে সুনিশ্চিত কৰিছিল। উদাহৰণস্বৰূপে য'ত শত্ৰুইঁতে আমাৰ প্ৰতিৰক্ষাত মাথোন ৬-১২ কিলোমিটাৰলৈকে ফাটল ধৰাব পৰা হৈছিল সেই কেন্দ্ৰীয় ৰণাঙ্গনৰ ঘটনাৱলীত এই কথাটো ছবিৰ দৰে ফুটি উঠিছিল। পৰৱৰ্তী আত্মৰক্ষামূলক যুঁজবোৰত কুৰ্স্কৰ অভিজ্ঞতা হিচাপত ধৰা হৈছিল আৰু ৰণাঙ্গনৰ প্ৰধান প্ৰয়াস মূলতঃ ৰণকৌশলগত গুৰুত্বপূৰ্ণ এলেকাবোৰ ধৰি ৰাখিবৰ বাবে আৰু প্ৰতিৰোধৰ প্ৰধান লাইন ধৰি ৰাখিবৰ বাবে কেন্দ্ৰীভূত কৰা হৈছিল, য'ত আমি ৰণাঙ্গনবোৰৰ প্ৰথম স্তৰত আমাৰ সমস্ত আৰ্মিৰ ৭০ৰ পৰা ৮০ শতাংশ (আৰু কেতিয়াবা আনকি আৰু বেছি) কেন্দ্ৰীভূত কৰিছিলোঁ।

শত্ৰুৰ অগ্ৰগমনৰ সম্ভাব্য পথৰ কাষে কাষে বিপুল সংখ্যক সৈন্য নিয়োগ আছিল কুৰ্স্কৰ আত্মৰক্ষামূলক যুঁজৰ আন এটা বৈশিষ্ট্য। কেন্দ্ৰীয় ৰণাঙ্গনৰ সমগ্ৰ প্ৰতিৰক্ষাৰ সমুখভাগৰ মাথো ৩০ শতাংশ এটা লাইনৰ ওপৰত আমাৰ সৈন্যবাহিনীৰ বেছি ভাগ কেন্দ্ৰীভূত হৈ থকাটো শত্ৰুৰ আক্ৰমণাত্মক যুঁজৰ সফল পৰিণতিৰ পক্ষে অন্যতম নিয়ামক উপাদান আছিল।

পৰৱৰ্তী আত্মৰক্ষামূলক যুঁজবোৰত আমাৰ কমাণ্ডে শত্ৰুৰ উদ্দেশ্য উদ্ঘাটন কৰি বিপজ্জনক এলেকাবোৰত বিৰাট আকাৰৰ আক্ৰমণ প্ৰতিহত কৰিব পৰাকৈ সৈন্য কেন্দ্ৰীভূত কৰিছিল আৰু এনেকৈ নাৎচীৰ পৰিকল্পনা ব্যৰ্থ কৰি দিছিল। লেক বালাতনত ওয় য়ুক্ৰাইনীয় ৰণাঙ্গনে যি আত্মৰক্ষামূলক যুঁজ কৰিছিল সি ইয়াৰ এটা দৃষ্টান্ত। ৮০ কিলোমিটাৰ জোৰা এটা অংশত, অৰ্থাৎ মুঠ সমুখভাগৰ প্ৰায় ২৯ শতাংশত এই ৰণাঙ্গনে তিনিটা আৰ্মি (৪ৰ্থ গাৰ্ডছ, ২৬ তম আৰু ২৭ তম) আৰু তিনিটা কৰ (১৮শ আৰু ২৩ তম টেংক আৰু ১ম গাৰ্ডছ মেকানাইজড) নিয়োগ কৰিছিল, আনহাতেদি

২০০ কিলোমিটাৰবো অধিক দীঘল এটা লাইনত, য'ত শক্ৰৰ আক্ৰমণৰ আশঙ্কা কম আছিল. তাত নিয়োগ কৰিছিল মাথো ছটা আৰ্মি ( ৫৭তম আৰু ১ম বুলগেৰিয়ান )।

ৰণভূমি সংগঠিত কৰাটো আছিল প্ৰতিৰক্ষাৰ স্থিতিশীলতাৰ বাবে অতীব গুৰুত্বপূৰ্ণ। কুৰ্স্ক'ৰ আত্মৰক্ষামূলক যুঁজত ভূমি সংগঠন অতি উন্নত ধৰণৰ হৈছিল, চলিত যুঁজৰ ফালৰ পৰা গুৰুত্বপূৰ্ণ বহুদূৰলৈ প্ৰসাৰিত এটা ব্যৱস্থা আছিল ইয়াৰ বৈশিষ্ট্য। ভূমি সংগঠনৰ প্ৰধান উপাদান আছিল ট্ৰেঞ্চ আৰু প্ৰৱেশ পথ শক্তিশালী প্ৰতিৰক্ষা-বিন্দু, অৱস্থানৰ স্থানান্তৰৰ ব্যৱস্থা আৰু নানাণ ধৰণৰ প্ৰতিবন্ধক, মুখ্যত মাইন পথাৰ নিৰ্মাণ। ভূমি সংগঠনৰ এইবোৰ উপাদান ১৯৪৪-৪৫ৰ যুঁজবোৰত ব্যাপকভাৱে ব্যৱহৃত হৈছিল। আত্মৰক্ষামূলক যুঁজবোৰৰ প্ৰস্তুতিত, যেনে কুৰ্স্ক'ৰ যুঁজত, ৰণনৈতিক গুৰুত্বপূৰ্ণ প্ৰতিৰক্ষা এলেকাবোৰৰ যথাসম্ভৱ শক্তিশালী কৰাৰ ওপৰত জোৰ দিয়া হৈছিল। আত্মৰক্ষামূলক যুঁজত মাইন পথাৰৰ ক্ৰমবৰ্দ্ধমান ভূমিকাৰ বিষয়ে নিম্নোক্ত পৰিসংখ্যানৰ পৰা বোধগম্য হব : কুৰ্স্ক'ৰ গুৰুত্বপূৰ্ণ খণ্ডবোৰত প্ৰতি কিলোমিটাৰ সমুখভাগত ১,২০০ টেঙ্ক বিধ্বংসী আৰু ২১০০ সৈন্য প্ৰতিৰোধী মাইন আছিল, আৰু লেক বালাতনত এই সংখ্যা আছিল যথাক্ৰমে ২৭০০ আৰু ২৫০০।

কুৰ্স্ক'ত এটা অতীব নিৰ্ভৰযোগ্য টেঙ্ক-প্ৰতিৰোধী প্ৰতিৰক্ষা ব্যৱস্থা গঢ়ি তোলা হৈছিল, শক্ৰৰ অস্ত্ৰসজ্জিত বাহিনীৰ প্ৰবল দলনৰ পৰীক্ষাত সি উত্তীৰ্ণ হৈছিল। ই আছিল টেঙ্ক-প্ৰতিৰোধী শক্তিশালী বিন্দু আৰু টেঙ্ক প্ৰৱেশ কৰিব নোৱৰা এলেকাই দি তৈয়াৰী এটা সুসংগঠিত ব্যৱস্থা, ৰণাঙ্গনৰ প্ৰথম স্তৰৰ আৰ্মিবোৰৰ সমগ্ৰ চলিত যুঁজৰ এলেকাৰ গভীৰ জুৰি এইবোৰ সিঁচৰতি হৈ আছিল। ৰণাঙ্গনৰ আৰু আৰ্মিৰ টেঙ্ক-প্ৰতিৰোধী ব্যৱস্থাত টেঙ্ক-

প্ৰতিৰোধী গোলন্দাজ সংৰক্ষিত বাহিনী আৰু গতিশীল প্ৰতিবন্ধক বাহিনীবোৰে এটা গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল।

কুৰ্স্ক'ৰ যুঁজত প্ৰযুক্ত টেঙ্ক-প্ৰতিৰোধী প্ৰতিৰক্ষা সংগঠনৰ মৌলিক নীতিবোৰ যুদ্ধৰ শেষলৈকে বাহাল আছিল। বাল্টিক, ছেন্দেমিয়েৰৎছ আৰু লেক বালাতনত এইবোৰ নানান ধৰণৰ আছিল আৰু উন্নত হৈছিল। টেঙ্ক-প্ৰতিৰোধী গোলন্দাজ সংৰক্ষিত বাহিনীবোৰে ক্ৰমেই বেছিকৈ গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল; একো একোটা আৰ্মিৰ তিনিটাৰ পৰা ছটা টেঙ্ক-প্ৰতিৰোধী গোলন্দাজ ৰেজিমেণ্ট আছিল আৰু একো একোটা ৰণাঙ্গনৰ আছিল দুটাৰ পৰা চাৰিটা টেঙ্ক-প্ৰতিৰোধী ব্ৰিগেড। আৰ্মি আৰু ৰণাঙ্গনৰ গতিশীল প্ৰতিবন্ধক বাহিনীৰ সহযোগত এই সংৰক্ষিত শক্তিবোৰে টেঙ্কৰ বিপদসঙ্কুল দিনবোৰত টেঙ্ক-প্ৰতিৰোধী কামানৰ ঘনত্ব কিলোমিটাৰে পতি সমুখ ৰণাঙ্গনত ৪০-৪৫ টা কামান বঢ়াইছিল।

কুৰ্স্ক'ৰ টেঙ্ক-প্ৰতিৰোধী আত্মৰক্ষামূলক যুঁজত আহৰণ কৰা অভিজ্ঞতাই শত্ৰুৰ অস্ত্ৰসজ্জিত শক্তিৰ বিৰুদ্ধে সৰ্বপ্ৰকাৰ অগ্নিবৰ্ষণ ব্যৱস্থা ব্যৱহাৰক অনেক সমৃদ্ধ কৰিছিল। এইবোৰ ব্যৱস্থাৰ ভিতৰত থকা অৱস্থানৰ মাজত থকা কামান, বিমান বিধ্বংসী কামান আৰু অগ্নিবৰ্ষী ৰকেটো আছিল। শত্ৰুৰ টেঙ্কৰ বিৰুদ্ধে আক্ৰমণকাৰী বিমান পৰা নিক্ষিপ্ত টেঙ্ক প্ৰতিৰোধী বোমাৰ ব্যৱহাৰো শিক্ষাপ্ৰদ আছিল।

দ্বিতীয় স্তৰ আৰু সংৰক্ষিত শক্তিবোৰৰ দ্বাৰা গভীৰৰ পৰা আৰু সমুখ ৰণাঙ্গন জুৰি সৈন্য আৰু অস্ত্ৰশস্ত্ৰ লৈ সুকৌশলী গতিবিধিয়ে কুৰ্স্ক'ৰ প্ৰতিৰক্ষাৰ স্থিতিশীলতা বৃদ্ধিত এটা গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। এই কাম ভ'ৰ'নেঝ ৰণাঙ্গনে কৰিছিল সকলোতকৈ বেছি। আত্মৰক্ষামূলক যুঁজৰ গতিপথত এই ৰণাঙ্গনে তাৰ মুঠ পদাতিক ডিভিজনবোৰৰ ৩৫ শতাংশ, প্ৰায় সমস্ত টেঙ্ক, যন্ত্ৰীকৃত আৰু

মটৰ বাহিত ব্ৰিগেড আৰু টেঙ্ক-প্ৰতিৰোধী গোলন্দাজ বাহিনীৰ ৫০ শতাংশৰো বেছি পুনৰ্বিন্যস্ত কৰিছিল।

সৈন্য আৰু অস্ত্ৰশস্ত্ৰ লৈ সুকৌশলপূৰ্ণ গতিবিধিয়ে ১৯৪৪-৪৫ৰ আত্মৰক্ষামূলক যুঁজবোৰৰ গতিপথ আৰু ফলাফলৰ ওপৰত ক্ৰমবৰ্দ্ধমান প্ৰভাৱ বিস্তাৰ কৰিছিল। এই সময়ত এই সুকৌশলপূৰ্ণ গতিবিধি আৰু উচ্চস্তৰলৈ উন্নীত হৈছিল। যুদ্ধৰ চূড়ান্ত পৰ্য্যায়ত গতিবিধিৰ এই পদ্ধতি কুৰ্স্কৰ লেখীয়া হোৱা নাছিল, হৈছিল প্ৰধানতঃ ৰণাঙ্গন জুৰি সৈন্য আৰু অস্ত্ৰশস্ত্ৰ লৈ, তাত মাথোন সংৰক্ষিত শক্তিবোৰেই জড়িত হোৱা নাছিল, নিৰ্দিষ্টভাৱে ধাৰ্য্য নহয় এনে খণ্ডবোৰত প্ৰথম স্তৰৰ ইউনিটবোৰ জড়িত আছিল।

যুদ্ধৰ দ্বিতীয়াৰ্দ্ধত সৈন্য আৰু অস্ত্ৰশস্ত্ৰ লৈ সৰ্ববৃহৎ সুকৌশলী গতিবিধি কৰিছিল ১৯৪৪ চনৰ ছিয়াওলিয়াই আত্মৰক্ষামূলক যুঁজত ১ম বাল্টিক ৰণাঙ্গন আৰু ১৯৪৫ৰ জানুৱাৰীত বুদাপেষ্টত ৩য় য়ুক্ৰাইনীয় ৰণাঙ্গনে যেতিয়া ২৪টা পদাতিক আৰু তিনিটা অশ্বাৰোহী ডিভিশ্বন, এটা টেঙ্ক ক'ৰ আৰু এটা যন্ত্ৰসজ্জিত ক'ৰ যুদ্ধৰ গতিপথত পুনৰ্বিন্যস্ত হৈছিল, য'ত ছোভিয়েত সৈন্যসকলে একাদিক্ৰমে তিনিটা আক্ৰমণ প্ৰতিহত কৰিছিল।

কুৰ্স্কৰ যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ৰ অন্যতম বৈশিষ্ট্য আছিল উচ্চস্তৰৰ সক্ৰিয়তা। এই সক্ৰিয়তাৰ অভিব্যক্তি ঘটিছিল ৰণাঙ্গন-বোৰৰ স্তৰ, সংৰক্ষিত শক্তি, টেঙ্ক আৰ্মি আৰু টেঙ্ক ক'ৰ আৰু প্ৰথম স্তৰৰ আৰ্মিবোৰৰ সুকীয়া ইউনিটবোৰে শক্ৰৰ ওপৰত কৰা কেবাটাও শক্তিশালী প্ৰত্যাঘাতৰ মাজত।

কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ প্ৰতি-আক্ৰমণবোৰে শক্ৰৰ আক্ৰমণাত্মক অভিযান ব্যৰ্থ কৰি দিয়াৰ ক্ষেত্ৰত এটা ডাঙৰ ভূমিকা লৈছিল। সঁচা যে সৈন্য গঠন আৰু ইউনিটবোৰ নমোৱা সংক্ৰান্ত ত্ৰুটি আৰু শক্ৰৰ কঠোৰ প্ৰতিৰোধে আমাৰ প্ৰতিৰক্ষা লাইনত

ভেদ ঘটোৱা বন্ধ কৰিব পৰা নাছিল। তৎসত্বেও, এই প্ৰতি-আক্ৰমণবোৰে এটা প্ৰতি-আক্ৰমণাত্মক অভিযানৰ বাবে অনুকূল পৰিবেশ সৃষ্টি কৰাত বহুত সাহায্য কৰিছিল।

এই প্ৰত্যাঘাতবোৰৰ সমালোচনামূলক বিশ্লেষণে ১৯৪৪ চনত ছেপ্তেম্বৰ-অক্টোবৰত ১ম য়ুক্ৰাইনীয় ৰণাঙ্গনৰ আত্মৰক্ষামূলক যুঁজবোৰত আৰু ১৯৪৫ চনত বুদাপেষ্টত ৩য় য়ুক্ৰাইনীয় ৰণাঙ্গনৰ আত্মৰক্ষামূলক যুঁজবোৰত বেছি ফলপ্ৰসূ প্ৰতি-আক্ৰমণ কৰা সম্ভৱ কৰিছিল।

কুৰ্স্কৰ যুঁজত চলিত যুঁজ সংক্ৰান্ত প্ৰতিৰক্ষাৰ অভিজ্ঞতাৰ আৰু মহান দেশপ্ৰেমিক যুদ্ধৰ প্ৰতিৰক্ষাৰ পৰৱৰ্তী বিকাশৰ ওপৰত তাৰ প্ৰভাৱৰ এইবোৰেই হৈছে সৰ্বাতোকৈ লক্ষ্যণীয় বৈশিষ্ট্য।

কুৰ্স্কৰ যুঁজে আক্ৰমণাত্মক অভিযানবোৰৰ প্ৰস্তুতি আৰু পৰিচালনাৰ ক্ষেত্ৰত বহুত নতুন উপাদান যোগাইছিল। তদুপৰি, এই কথাও উল্লেখ কৰিব লাগিব যে এই অভিজ্ঞতা সঘনাই প্ৰয়োগ কৰা হৈছিল আৰু আত্মৰক্ষাৰ অভিজ্ঞতাৰ পৰা ইয়াৰ প্ৰভাৱ বৃহত্তৰ হৈছিল, কাৰণ ১৯৪৩ চনৰ জহকালিৰ পৰা আৰম্ভ কৰি ছোভিয়েত সশস্ত্ৰ ফৌজে কেবাটাও আক্ৰমণাত্মক অভিযান চলাইছিল।

আক্ৰমণাত্মক অভিযানবোৰত অৰ্জিত অভিজ্ঞতাৰ প্ৰভাৱৰ প্ৰধানতঃ আত্মপ্ৰকাশ ঘটিছিল শত্ৰুৰ ইচ্ছাকৃত বহু লাইন সমন্বিত প্ৰতিৰক্ষা ভেদ কৰাৰ আৰু সেই সাফল্যক চলিত যুঁজৰ এলেকাৰ গভীৰলৈ লৈ যোৱাৰ মাজত। অ'বেলৰ যুঁজৰ অভিজ্ঞতাৰ স্বাভাৱিকতেই বেলগ'ৰ'দ-খাৰকভ যুঁজৰ অভিজ্ঞতাৰ লগত মিল নাছিল কাৰণ ভিন ভিন পৰিকল্পনা আৰু প্ৰস্তুতিৰ চৰিত্ৰৰ ফলত সিবোৰৰ স্বকীয়া স্বকীয়া নিৰ্দিষ্ট বৈশিষ্ট্য আছিল। কিন্তু এইবোৰ যুঁজত পৰিলক্ষিত হোৱা প্ৰৱণতাবোৰৰ মাজত ভালেখিনি অভিন্নতা আছিল।

ৰণাঙ্গনবোৰক আৰু আৰ্মিবোৰক প্ৰতিৰক্ষা ভেদৰ আৰু সাফল্যক ব্যৱহাৰৰ যিবোৰ কৰ্তব্য দিয়া হৈছিল সেইবোৰ সম্পাদন কৰাৰ

বাবে তেওঁলোকে চলিত যুঁজৰ খণ্ডৰ গভীৰলৈকে তেওঁলোকৰ সৈন্য নিয়োগ কৰিছিল। ইয়াৰ ফলত এই যুঁজত পোনপ্ৰথম ৰণাঙ্গনবোৰত দ্বিতীয় স্তৰ গঠিত হৈছিল ( ভ'ৰ'নেঝ ৰণাঙ্গনৰ ৪৭তম আৰ্মি ), গঠিত হৈছিল এটা বা দুটা টেঙ্ক আৰ্মি লৈ প্ৰবল গতিশীল শক্তিৰ গোষ্ঠীবোৰ ( ভ'ৰ'নেঝ ৰণাঙ্গনৰ ১ম টেঙ্ক আৰু ৫ম গাৰ্ডছ টেঙ্ক আৰ্মি ) আৰু প্ৰবল সংৰক্ষিত শক্তি। পশ্চিম ৰণাঙ্গনৰ ১১শ গাৰ্ডছ আৰ্মিক চলিত যুঁজত নিয়োগ কৰাটো আছিল আৰ্মিৰ পৰিসৰত গভীৰলৈকে জনবল আৰু ৰণসম্ভাৰ বণ্টনৰ সৰ্বাতোকৈ দৃষ্টান্তস্থানীয় বৈশিষ্ট্য।

আক্ৰমণকাৰী গোষ্ঠী গঠনকাৰী শক্তিবোৰক গভীৰত নিয়োজিত কৰাৰ ব্যৱস্থাটো অ'ৰেল আৰু বেলগ'ৰ'দ-খাৰকভ যুঁজবোৰতকৈ আৰু উন্নতমানৰ হৈছিল। যুদ্ধৰ দ্বিতীয়াৰ্দ্ধৰ সমস্ত আক্ৰমণাত্মক অভিযান-বোৰত এটাৰ পৰা তিনিটা টেঙ্ক আৰ্মি আৰু সংৰক্ষিত শক্তিবোৰক লৈ গঠিত শক্তিশালী গতিশীল গোষ্ঠী আছিল, কেতিয়াবা কেতিয়াবা এইবোৰ গোষ্ঠীত এটা বা দুটা যন্ত্ৰসজ্জিত অশ্বাৰোহী ( অস্ত্ৰসজ্জিত আৰু অশ্বাৰোহী ) দলো আছিল। যুদ্ধৰ চূড়ান্ত পৰ্যায়ত ৰণাঙ্গনবোৰে দ্বিতীয় স্তৰো গঠন কৰিছিল, সচৰাচৰতে এইবোৰ গঠিত হৈছিল এটা বা দুটা ফিল্ড আৰ্মিৰে।

কুৰ্স্কৰ যুঁজত আক্ৰমণাত্মক অভিযানবোৰৰ সাফল্যৰ বাবে ৰণাঙ্গনৰ প্ৰধান প্ৰয়াসৰ গতিমুখত সৈন্য আৰু অস্ত্ৰশস্ত্ৰ গোট খুওৱাটো কম গুৰুত্বপূৰ্ণ নাছিল। ইয়াৰ অভিপ্ৰকাশ ঘটিছিল চলিত যুঁজৰ এলেকাত ঘনত্ব বৃদ্ধিত, প্ৰতিৰক্ষা ভেদৰ এলেকা সঙ্কোচনত, আৰু ভেদৰ এলেকাৰ সংখ্যা ৰণাঙ্গনে পতি এটা বা দুটালৈ আৰু আৰ্মিয়ে পতি এটালৈ কমাই অনাৰ মাজত। কুৰ্স্কৰ যুঁজত এটা খণ্ডত শত্ৰু প্ৰতিৰোধ ভেদ কৰা হৈছিল একেটা ৰণাঙ্গনৰ দুটা আৰ্মিৰ ( ব্ৰিয়ানস্ক ৰণাঙ্গনৰ ৩য় আৰু ৬৩ তম আৰ্মিৰ ) অথবা ভিন ভিন ৰণাঙ্গনৰ

দুটা আৰ্মিৰ (ভ'ৰ'নেঝ ৰণাঙ্গনৰ ৫ম গাৰ্ডছ) আৰ্মি আৰু ষ্টেপ ৰণাঙ্গনৰ ৫৩ তম আৰ্মিৰ সংলগ্ন পাৰ্শ্বদেশ একেলগ কৰি।

প্ৰধান আক্ৰমণৰ গতিমুখত জনবল আৰু ৰণসম্ভাৰ কি পৰিমাণ থূপ খুওৱা হৈছিল ভ'ৰ'নেঝ ৰণাঙ্গন খণ্ডত যুঁজৰ পৰা তাৰ এটা ধাৰণা পোৱা যায়। মুঠ সমুখ ৰণথলীৰ ১৪ শতাংশ সামৰি লোৱা এটা খণ্ডত এই ৰণাঙ্গনে পদাতিক সৈন্যৰ ৫০ শতাংশ, টেঙ্কৰ ৮০ শতাংশ, কামান আৰু মৰ্টাৰৰ প্ৰায় ৬০ শতাংশ আৰু প্ৰায় সমস্ত বিমান গোট খুৱাইছিল। এই অভিজ্ঞতা ব্যাপকভাৱে ব্যৱহাৰ কৰা হৈছিল ১৯৪৪-৪৫ৰ যুঁজবোৰত যেতিয়া সমুখ ৰণথলীৰ ১০-১৫ শতাংশ লৈ তৈয়াৰী খণ্ডত ৰণাঙ্গনৰ সৰহভাগ শক্তি লৈ প্ৰধান আক্ৰমণ কৰা হৈছিল। চলিত যুঁজৰ এলেকাৰ গভীৰলৈকে সৈন্য মোতায়েন কৰাৰ লগত এই ধৰণৰ সৈন্য কেন্দ্ৰীভৱনে চলিত যুঁজত উচ্চমাত্ৰাৰ ঘনত্ব সৃষ্টি কৰাটো সম্ভৱ কৰিছিল আৰু কেতবোৰ খণ্ডত সৈন্যসংখ্যাৰ ক্ষেত্ৰত তিনিৰ পৰা পাঁচ গুণ প্ৰাধান্য অৰ্জনৰ আৰু কামান আৰু অস্ত্ৰসজ্জিত গাড়ীৰ ক্ষেত্ৰত পাঁচৰ পৰা দহগুণ প্ৰাধান্য অৰ্জন সুনিশ্চিত কৰিছিল। ইয়াৰ ফলত গভীৰৰ পৰা চাপ গঢ়ি তোলাও সম্ভৱ হৈছিল।

শত্ৰুৰ বেষ্টবেষ্টিত প্ৰতিৰক্ষা ভেদৰ সাফল্যক চলিত যুঁজৰ সমগ্ৰ এলাকাৰ সাফল্যলৈ উন্নীত কৰাৰ পক্ষে অ'ৰেল আৰু বেলগ'ৰ'দ-খাৰকভৰ আক্ৰমণাত্মক অভিযানৰ অভিজ্ঞতা অতীব চিত্তাকৰ্ষক। এই উদ্দেশ্যে কেইটামান টেঙ্ক আৰ্মি নিয়োগ কৰাটো জৰুৰী হৈ পৰিছিল। আমি কুৰ্স্কৰ যুঁজত প্ৰথম এই সমস্যাৰ সমুখীন হওঁ।

অ'ৰেল অভিযানত ২য়, ৩য় গাৰ্ডছ আৰু ৪ৰ্থ টেঙ্ক আৰ্মি— এই তিনিটা টেঙ্ক আৰ্মি নিয়োগ কৰা হৈছিল। কিন্তু সিবোৰৰ যুঁজত নামিবলৈ পলম হোৱা, যি যি খণ্ডত সিবোৰক নিয়োজিত কৰাৰ কথা আছিল সেইবোৰৰ বাছনি যথাযথ নোহোৱা আৰু

যুঁজৰ অভিজ্ঞতাৰ যথেষ্ট অভিজ্ঞতাৰ অভাৱ থকাৰ ফলত সিবোৰৰ অভিযানে আকাঙ্ক্ষিত ফল দিয়া নাছিল। টেঙ্ক বাহিনীবোৰ পদাতিক বাহিনীৰ পৰা আঁতৰি গৈ গভীৰত যুঁজ কৰিবলৈ সক্ষম হোৱা নাছিল। ফলস্বৰূপে সিবোৰ যুঁজৰ সাফল্যক ব্যৱহাৰ কৰাৰ ওপৰত কোনো নিয়ামক প্ৰভাৱ পেলাবলৈ সক্ষম হোৱা নাছিল আৰু পশ্চিম, ব্ৰিয়ানস্ক আৰু কেন্দ্ৰীয় ৰণাঙ্গনবোৰৰ সৈন্যসকলৰ অগ্ৰগতি মন্থৰ হৈ যোৱাৰ ই এটা মুখ্য কাৰণ।

বেলগ'ৰ'দ-খাৰকভ অভিযানত ১ম গাৰ্ডছ আৰু ৫ম গাৰ্ডছ টেঙ্ক আৰ্মিবোৰ আৰু সুকৌশলে নিয়োগ কৰা হৈছিল। যুঁজৰ প্ৰথম দিনাই সেই দুটা আৰ্মিকেই যুঁজত নমোৱা হৈছিল আৰু শত্ৰুৰ বেষ্টুবেষ্টিত প্ৰতিৰক্ষাৰ এলেকা ভেদ সম্পূৰ্ণ কৰাৰ বাবে সিবোৰৰ অংশক কামত লগোৱা হৈছিল। ইয়াৰ ফলত ৰণকৌশলগত সাফল্যক দ্ৰুত চলিত যুঁজৰ সাফল্যত পৰিণত কৰিব পৰা হৈছিল আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ অগ্ৰগতিৰ তুলনামূলকভাৱে দ্ৰুততৰ গতিবেগ অক্ষুণ্ণ ৰখা সম্ভৱ হৈছিল। ৰণাঙ্গনৰ গতিশীল গোষ্ঠী হিচাপে টেঙ্ক আৰ্মিৰ যি ভূমিকা লোৱাৰ কথা আছিল এই যুঁজত টেঙ্ক আৰ্মিবোৰক এই প্ৰথম তেনেকৈ ব্যৱহাৰ কৰা হৈছিল।

কুৰ্স্কত টেঙ্ক আৰ্মি নিয়োগৰ মাজেদি আহৰণ কৰা অভিজ্ঞতা আৰু সেই অভিজ্ঞতাক সমালোচনামূলক বিশ্লেষণৰ মাজেদি আত্মস্থ কৰাটোৱে টেঙ্ক আৰ্মিবোৰক আৰু কাৰ্য্যকৰভাৱে ব্যৱহাৰ কৰাত সাহায্য কৰিছিল।

১৯৪৪-৪৫ চনত, যেতিয়া ফিল্ড আৰ্মিবোৰৰ আঘাত কৰাৰ ক্ষমতা বৃদ্ধি পাইছিল, তেতিয়া সচৰাচৰতে সিবোৰক ছেদৰ মাজেদি বেলগ'ৰ'দ-খাৰকভ অভিযানৰ সময়তকৈ বেছি গভীৰলৈ পঠোৱা হৈছিল, প্ৰায়ে যুঁজৰ দ্বিতীয়, তৃতীয় আনকি চতুৰ্থ দিনত আৰু সাধাৰণতে শত্ৰুৰ বেষ্টুবেষ্টিত প্ৰতিৰক্ষা ভেদৰ পিচত, আৰু তাৰ

পিচত চলিত যুঁজৰ এলেকাৰ গভীৰলৈ আগুৱাই যাবৰ বাবে। এই কথাটো ১ম য়ুক্রাইনীয় ৰণাঙ্গনৰ পক্ষে বিশেষভাৱে প্ৰযোজ্য।

কুর্স্ক'ৰ যুদ্ধই আক্রমণাত্মক অভিযানত সাফল্যৰ সদ্ব্যৱহাৰৰ বাবে ফিল্ড আর্মিৰ নিয়োগৰ ক্ষেত্ৰতো এক দৃষ্টান্ত স্থাপন কৰিছিল। পশ্চিম আৰু ভ'ৰ'নেঝ ৰণাঙ্গন উভয়ে এই উদ্দেশ্যে এটাকৈ ফিল্ড আর্মি নিয়োগ কৰিছিল। অভিযানৰ গতিপথৰ ওপৰত এই দুটাৰ প্ৰভাৱ একে হোৱা নাছিল। ভ'ৰ'নেঝ ৰণাঙ্গনৰ দ্বিতীয় স্তৰত অৱস্থিত ৪৭ তম আর্মিক আগন্তুক যুঁজৰ এলেকাত সময়মতে মোতায়েন কৰা হৈছিল আৰু পুঙ্খানুপুঙ্খ প্ৰস্তুতিৰ পিচত যুঁজত নমোৱা হৈছিল। ভ'ৰ'নেঝ ৰণাঙ্গনৰ সোঁ পক্ষত প্ৰতি-আক্রমণৰত শত্রু-গোষ্ঠীক বিপর্যস্ত কৰাত এই আর্মিয়ে নিয়ামক ভূমিকা লৈছিল। জেনাৰেল হেড কোৱাৰ্টাৰ্চ'ৰ সংৰক্ষিত শক্তিৰ পৰা পশ্চিম ৰণাঙ্গনলৈ স্থানান্তৰিত ১১শ আর্মিক এটা দীঘলীয়া মার্চৰ ঠিক পিচতেই যথাযথ প্ৰস্তুতি নকৰাকৈ আৰু একো একোটা ইউনিটকৈ যুঁজত নমোৱা হৈছিল। যুঁজত নমোৱাৰ বাবে সৈন্যসকলক সময়মতে আৰু পুঙ্খানুপুঙ্খভাৱে প্ৰস্তুত কৰাটো কিমান গুৰুত্বপূর্ণ সেইটো ইয়াৰ ফলাফলত ছবিৰ নিচিনা ফুটি উঠিছিল। এই অভিজ্ঞতা হিচাপত ধৰা হৈছিল আৰু তাৰ ফলত যুঁজৰ চূড়ান্ত পর্য্যায়ত দ্বিতীয় স্তৰত বিন্যস্ত আর্মিবোৰৰ নিয়োগত উন্নততৰ ফলাফল লাভ কৰাটো সম্ভৱপৰ হৈছিল।

কুর্স্ক'ৰ যুঁজত প্ৰতিভাত হোৱা যুদ্ধকলাৰ আৰু কেইটামান দিশ আছে যি অনুশীলনযোগ্য। যেনে, যুঁজৰ বাবে প্ৰস্তুতি আদি শত্রুৰ পৰা আঁৰ কৰিবৰ বাবে ভ'ৰ'নেঝ ৰণাঙ্গনৰ ছদ্মবেশৰ আৰু বিভ্রান্ত কৰাৰ সুকৌশলী ব্যৱস্থাবোৰে, ব্রিয়ানস্ক ৰণাঙ্গনৰ দ্বাৰা অন্তৰবৰ্তী লাইনত শত্ৰুৱে খৰতকীয়াকৈ গঢ়ি তোলা প্ৰতিৰক্ষা ভেদ, প্ৰতি-আক্রমণ প্ৰতিৰোধ আৰু বহল পৰিসৰত টেঙ্ক সংঘৰ্ষ ( ভ'ৰ'নেঝ

ৰণাঙ্গন ). খাৰকভৰ নিচিনা ডাঙৰ চহৰ দখল কৰিবৰ বাবে ষ্টেপ ৰণাঙ্গনৰ সৈন্যসকলৰ দ্বাৰা নৈশ অভিযান, আৰু নানাৰ ধৰনৰ অভিযান। যুঁজৰ পৰৱৰ্তী অভিযানবোৰত এই দিশবোৰ আৰু বিকশিত কৰা হৈছিল।

কুৰ্স্ক'ৰ যুঁজত কঠিন আৰু দ্ৰুত পৰিৱৰ্তনশীল পৰিস্থিতিত শত্ৰুৰ বেহুবেষ্টিত প্ৰতিৰক্ষা ভেদ আৰু চলিত যুঁজ চলোৱা—উভয়-কালৰ পৰাই সৈন্য নিয়ন্ত্ৰণ ব্যৱস্থা অৱস্থাৰ উপযুক্ত বুলি প্ৰমাণিত হৈছিল। ৰণাঙ্গন, আৰ্মি আৰু আন আন সৈন্যগঠনৰ কমাণ্ডাৰসকলক আৰু সিবোৰৰ কৰ্মীসকলক পৰিস্থিতিৰ ক্ষেত্ৰত দেখা দিয়া সমস্ত পৰিৱৰ্তনৰ বা-বাতৰি যথাসময়ত সৰবৰাহ কৰা হৈছিল আৰু তেওঁলোকে এইবোৰৰ বিষয়ে দ্ৰুত সঁহাৰি দিছিল আৰু মোটামুটি সঠিকভাবে কাম কৰিছিল।

ভ'ৰ'নেঝ ৰণাঙ্গনৰ প্ৰাক্তন চীফ অব্ ষ্টাফ হিচাপে কুৰ্স্ক' বালজৰ দক্ষিণত আৰু তাৰ পিচত বেলগ'ৰ'দ আৰু খাৰকভক কঠিন যুদ্ধৰ দিনবোৰৰ কথা মোৰ বিশেষভাৱে ভালকৈ মনত আছে। এই ৰণাঙ্গনে যি অংশত যুঁজিছিল তাৰ পৰিস্থিতি প্ৰায়ে কঠিন আছিল, কেতিয়াবা কেতিয়াবা সংকটজনকো আছিল। কিন্তু শত্ৰুৰ প্ৰবল বিমান আক্ৰমণ আমাৰ প্ৰতিৰক্ষা ভেদ কৰি যুঁজ চলি থকা এলেকাৰ গভীৰৰ সিহঁতলৈ প্ৰৱেশ আৰু ব'গ'দুখভত সিহঁতৰ পেনৎছাৰ বাহিনীৰ প্ৰতি-আক্ৰমণে আমাৰ কমাণ্ড ব্যৱস্থাক বিপৰ্য্যস্ত কৰিব পৰা নাছিল। জেনাৰেল ভি. এ. পেন্‌কোভেস্কি, এ পি. পিলিপেঙ্কো, পি এম. ভেৰৱ'ল'ভিচ, এন. আই. লিয়ামিন, জি. এছ. লুকিন, এ. জি. বাতিয়ুনিয়া, ভি. এছ. বেনস্কি, এম. এ. খ্বালিন, ভি আই. বাছকাকভ, এক. আই. কাচেভ, এছ. আই তেৰেছকিন, এ. এ. গ্ৰিজলভ ( আটায়ে জেনাৰেল ) আৰু কৰ্ণেল ৰাই. ভি. ইভাৰভ আৰু কৰ্ণেল জি. এছ. লুকিয়ানচেনকোৰ নেতৃত্বত আৰ্মি

ষ্টাফে ৰণাঙ্গন কমাণ্ডক কুর্স্কৰ যুঁজত সমস্ত পর্য্যায়ত সৈন্যসকলৰ ওপৰত দৃঢ় আৰু অব্যাহত নিয়ন্ত্রণ অক্ষুণ্ণ ৰাখিবলৈ সক্ষম কৰিছিল। ই সম্ভৱ হৈছিল অবিৰাম অনুসন্ধান, যথাযোগ্য ঠাইত প্রধান আৰু বিকল্প কমাণ্ড প'ষ্টবোৰৰ এটা বিস্তৃত জাল ৰচনা, সংৰক্ষিত যোগাযোগ ব্যৱস্থা পোৱাৰ সুযোগ আৰু সর্বস্তৰত অনাতাঁৰ ব্যৱহাৰৰ যহত। ৰণাঙ্গন কমাণ্ডৰ নির্দেশ পালন কৰা হৈছেনে নাই তাক পৰীক্ষা কৰাৰ বাবে আৰু নিম্নতম পর্য্যায়ৰ হেড কোৱার্টাৰ্ছ বোৰক সাহায্য কৰিবলৈ ষ্টাফ অফিচাৰসকল সর্ব্বদাই ফিল্ড ইউনিটবোৰ পৰিদর্শনলৈ গৈছিল। এই যুঁজত আহৰিত সৈন্য নিয়ন্ত্রণৰ অভিজ্ঞতা মহান দেশপ্রেমিক যুদ্ধৰ মধ্যৱৰ্ত্তী যুঁজবোৰত অধিকতৰ সমৃদ্ধ হৈছিল।

মোটামুটি ইয়েই হৈছে কুর্স্কৰ যুঁজৰ অভিজ্ঞতা আৰু ছোভিয়েত ৰণনীতিৰ আৰু যুদ্ধ চালনাৰ কৌশলৰ বিকাশৰ ওপৰত তাৰ প্রভাৱ।

——



লেফটানেণ্ট জেনাবেল
পিঅ'ত্‌ৰ ভাছুৰিন*

# কুৰ্স্কৰ যুঁজত স্থল বাহিনীৰ ৰণকৌশল

ৰণকৌশল আৰু তাৰ লগতে ৰণনীতি আৰু যুঁজৰ দক্ষতাৰ বিকাশত কুৰ্স্কৰ যুঁজ আছিল এক মাইলখুঁটা। বহুত উপাদানৰ কাৰণে তেনে হব পাৰিছিল, তাৰ ভিতৰত মুখ্য হৈছে যুদ্ধ চালনাৰ উপকৰণবোৰৰ বিকাশ, ছোভিয়েত ফৌজৰ উন্নততৰ কৃৎকৌশলগত সঙ্গতি আৰু যুঁজৰ অভিজ্ঞতাক সৃজনশীলভাৱে আত্মস্থ কৰা।

স্থলবাহিনীয়ে ক্ৰমেই উন্নত মানৰ সা-সঁজুলি পাইছিল। আমাৰ কমাণ্ডাৰসকলে নিৰলসভাৱে যুদ্ধৰ অভিজ্ঞতাবোৰৰ সামান্যীকৰণ কৰিছিল আৰু ছোভিয়েত সৈন্যসকলৰ সুউচ্চ মনোবল আৰু যুঁজ কৰাৰ দক্ষতাক সুকৌশলে ব্যৱহাৰ কৰিছিল। বিষয়াসকলে শত্ৰুৰ অস্ত্ৰশস্ত্ৰ আৰু যুদ্ধ পৰিচালনাৰ পদ্ধতিৰ পৰিৱৰ্তনৰ ওপৰত সতৰ্ক দৃষ্টি ৰাখিছিল। এইবোৰ উপাদানৰ কথা মনত ৰাখি কমাণ্ডাৰ আৰু ষ্টাফ অফিচাৰসকলে যুদ্ধৰ শৃঙ্খলা উন্নত কৰাৰ বাবে চেষ্টা

* লেফটানেণ্ট জেনাবেল ভাছুৰিন ফ্ৰুঞ্জত সামৰিক একাদেমিৰ সহকাৰী কমাণ্ডাৰ।



The Battle of Kurks 17—(257-272)

কৰিছিল আৰু টেঙ্ক, গোলন্দাজ, পদাতিক আৰু বিশেষজ্ঞ সেনাসকলক নিয়োগৰ, যুঁজৰ সময়ত তেওঁলোকক নিয়ন্ত্ৰণৰ আৰু তেওঁলোকৰ ক্ৰিয়া-কলাপৰ সমন্বয় সাধনৰ বাবে সবাতোকৈ উপযোগী পদ্ধতি বিচাৰি উলিয়াইছিল।

কুৰ্স্কৰ যুঁজত প্ৰতিৰক্ষা সংগঠন আৰু আত্মৰক্ষামূলক যুঁজ চলোৱাৰ ক্ষেত্ৰত আৰু অগ্ৰগতি হৈছিল। ১৯৪৩ চনৰ জহকালি ১৯৪১-৪২ চনৰ তুলনাত আমাৰ প্ৰতিৰক্ষা অনেক বেছি গভীৰলৈকে সংগঠিত হৈছিল আৰু আমাৰ প্ৰতিৰক্ষা এলেকাবোৰত আগতকৈ ঢেৰ বেছি শাখা-প্ৰশাখাবিশিষ্ট পৰস্পৰৰ মাজত যোগাযোগ স্থাপন কৰিব পৰাকৈ ট্ৰেঞ্চ নিৰ্মাণ কৰা হৈছিল ( প্ৰতি কিলোমিটাৰ সমুখ ৰণাঙ্গনে-পতি ৬-৮ কিলোমিটাৰ ট্ৰেঞ্চ আৰু প্ৰৱেশৰ গলি আছিল )।

সেই পোনপ্ৰথম ৰণনৈতিক গুৰুত্বসম্পন্ন প্ৰতিৰক্ষা এলেকা দুই লাইনত সংগঠিত হৈছিল আৰু তাৰ মুঠ গভীৰতা আছিল ১৬-২০ কিলোমিটাৰ। প্ৰতিটো লাইনৰ দুটা বা তিনিটা অৱস্থান আছিল আৰু সেইবোৰৰ লগত আছিল কেবাটাও ট্ৰেঞ্চ আৰু প্ৰৱেশপথৰ এটা সামূহিক ব্যৱস্থা আৰু ঘনসন্নিবিষ্ট বিভিন্ন নিৰ্মাণকাৰ্য্য আৰু প্ৰতিবন্ধকৰ সমন্বয়। প্ৰধান লাইনত আছিল ১.২-২ কিলোমিটাৰ আঁতৰে আঁতৰে তিনিটা অৱস্থান। প্ৰথম ট্ৰেঞ্চটো আছিল যুদ্ধ এলেকাৰ সমুখ প্ৰান্তত। তাৰ সমুখত আছিল হয় যুঁজৰ নিৰাপত্তা গোটবোৰৰ অৱস্থান নতু অগ্ৰৱৰ্তী অৱস্থানবোৰ।

এটা আত্মৰক্ষামূলক অৱস্থানৰ প্ৰধান উপাদান আছিল বেটেলিয়ন প্ৰতিৰক্ষা এলেকা ( ২-২.৫ কিলোমিটাৰ সমুখ ৰণাঙ্গন আৰু ১.৫-২ কিলোমিটাৰ গভীৰ )। প্ৰতিটো বেটেলিয়ন এলেকাত এটাকৈ বিশেষ শক্তিশালী প্ৰতিৰক্ষা-বিন্দু আছিল। সেই বিন্দুৰ ভিতৰত থাকিছিল কম্পানিবোৰৰ আৰু সংৰক্ষিত শক্তিৰ শক্তিশালী বিন্দুবোৰৰ অধিকাংশ সৈন্য আৰু সেইবোৰ এটা অভিন্ন অগ্নিবৰ্ষণ ব্যৱস্থা আৰু

প্ৰতিবন্ধক সমন্বয়ৰ দ্বাৰা যুক্ত থাকিছিল। এই এলেকাবোৰ সংগঠিত হৈছিল পৰিসীমা প্ৰতিৰক্ষাৰ বাবে, বিশেষকৈ টেঙ্কৰ বিৰুদ্ধে প্ৰতিৰক্ষাৰ বাবে। বেটেলিয়ন এলেকাবোৰ ৰেজিমেণ্টাল ক্ষেত্ৰৰ লগত যুক্ত থাকিছিল, এই খণ্ডয়ে প্ৰতিৰক্ষা লাইনৰ ভিত্তি সৃষ্টি কৰিছিল।

জনবল আৰু বৈষয়িক সম্পদ বঢ়াৰ ফলত আৰু শত্ৰুইতৰ ব্যাপকভিত্তিক আক্ৰমণ প্ৰতিৰোধৰ প্ৰয়োজনত কুস্কৰ্ৰ যুঁজত আমাৰ ৰেজিমেণ্ট, ডিভিশ্বন আৰু ক'ৰবোৰক প্ৰতিৰক্ষাৰ বাবে অপেক্ষাকৃত ঠেক এলেকা দিয়া হৈছিল। ডিভিশ্বনৰ প্ৰতিৰক্ষা এলেকা কমাই ৮-১৪ কিলোমিটাৰৰ মাজত আৰু ৰেজিমেণ্ট এলেকা কমাই ৪-৫ কিলোমিটাৰৰ মাজত ৰখা হৈছিল।

এইবোৰ কাৰণে আৰু তাৰ লগতে আমাৰ সৈন্যসকলৰ যুঁজৰ ক্ষমতা বৃদ্ধিৰ ফলত আমাৰ ৰণকৌশলগত প্ৰতিৰক্ষা এলেকাত সৈন্য আৰু অস্ত্ৰশস্ত্ৰৰ ঘনত্ব দুগুণ, তিনিগুণ কৰা সম্ভৱপৰ হৈছিল। মস্কোৰ দুৱাৰমুখত যুদ্ধৰ সময়ত প্ৰতি কিলোমিটাৰ সমুখ ৰণাঙ্গনত আছিল ০·৪-০·৫ পদাতিক বেটেলিয়ন, ৭-১২ টা কামান আৰু মৰ্টাৰ, আৰু কুস্কৰ্ৰ যুঁজত আছিল ০·৯-১·১ পদাতিক বেটেলিয়ন, ২৬-৪০ টা কামান আৰু মৰ্টাৰ আৰু ৩-৪ টা টেঙ্ক আৰু স্বয়ংচালিত কামান। এনে ধৰণৰ ঘনত্বই আমাৰ প্ৰতিৰক্ষাৰ অগ্নিবৰ্ষণ ক্ষমতা বহুত বঢ়াই দিছিল। সৰু-সুৰা আগ্নেয়াস্ত্ৰৰ অগ্নিবৰ্ষণসহ কামান আৰু মৰ্টাৰৰ গোলাবৰ্ষণেই অগ্নিবৰ্ষণ ব্যৱস্থাৰ ভিত্তি হৈ পৰিছিল, গোলন্দাজসকলৰ অগ্নিবৰ্ষণ ক্ষমতাৰ সামগ্ৰিক ঘনত্ব ১০-১২ কিলোমিটাৰ পৰ্যান্ত হৈছিলগৈ। আমাৰ সৈন্যসকল স্বয়ংক্ৰিয় অস্ত্ৰশস্ত্ৰেৰে সজ্জিত হোৱাৰ ফলত যুঁজৰ এলেকাত অগ্ৰৱৰ্তী প্ৰান্তৰ সমুখৰ অংশত ৪০০ মিটাৰ পৰ্য্যন্ত গভীৰ প্ৰজ্বলনৰ এলেকা সংগঠিত কৰা সম্ভৱ হৈছিল। কুস্কৰ্ৰ যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ত সৰু-সুৰা আগ্নেয়াস্ত্ৰৰ অগ্নিবৰ্ষণৰ ঘনত্ব বাঢ়ি মিটাৰেপতি ১৩-১৪ দফা হৈছিলগৈ

(১৯৪২ চনৰ আত্মৰক্ষামূলক যুঁজৰ সময়ত থকা ৩-৫ দফাৰ ঠাইত)।

টেঙ্ক-প্ৰতিৰোধী প্ৰতিৰক্ষা সংগঠনত আটাইতকৈ গুৰুত্বপূৰ্ণ পৰিবৰ্তন ঘটিছিল। এই কথাটো টেঙ্ক-প্ৰতিৰোধী অগ্নিবৰ্ষণ ব্যৱস্থাৰ ক্ষেত্ৰত বেছিকৈ প্ৰযোজ্য। টেঙ্কৰ বিপদৰ সমুখীন সমস্ত অংশত অগ্ৰৱৰ্তী লাইনৰ সমুখত আৰু ৰণকৌশলগত প্ৰতিৰক্ষা এলেকাৰ সমগ্ৰ গভীৰতা জুৰি ইয়াৰ সংগঠন কৰা হৈছিল। শত্ৰুৰ পেনৎছাৰ বাহিনীৰ বিৰুদ্ধে ৰণত নানান ধৰণৰ কামান, টেঙ্ক-প্ৰতিৰোধী ৰাইফেল আৰু অগ্নি নিক্ষেপক ব্যৱহাৰ কৰা হৈছিল। টেঙ্ক-প্ৰতিৰোধী কৃত্ৰিম আৰু স্বাভাৱিক প্ৰতিবন্ধকবোৰৰ লগত সমন্বয় সাধন কৰি এই অগ্নিবৰ্ষণৰ সুকৌশলী ব্যৱহাৰ কৰা হৈছিল।

যুঁজৰ আগছোৱাৰ বছৰবোৰৰ দৰে নকৰি কুৰ্স্কৰ যুঁজত টেঙ্ক প্ৰতিৰোধী প্ৰতিৰক্ষা ব্যৱস্থা যুঁজত নিয়োজিত সৈন্যসকলৰ অগ্নিবৰ্ষণ ব্যৱস্থাৰ লগত আৰু প্ৰতিবন্ধকবোৰৰ লগত অঙ্গাগীভাৱে যুক্ত কৰি সংগঠিত হৈছিল। কম্পানিবোৰৰ টেঙ্ক-প্ৰতিৰোধী শক্তিশালী আৰক্ষা বিন্দুবোৰৰ ব্যাপক ব্যৱহাৰ কৰা হৈছিল. ইয়াৰ প্ৰতিটোলৈ যোগান ধৰা হৈছিল ওপৰঞ্চি ৪-৬ টা কামান, ১৫-২০ টা টেঙ্ক-প্ৰতিৰোধী ৰাইফেল, এটা প্লেটুন ছেপাৰ আৰু ভালে কেইটা টেঙ্ক আৰু স্বয়ংচালিত কামান। টেঙ্ক-প্ৰতিৰোধী অস্ত্ৰশস্ত্ৰৰ ঘনত্ব বহু বঢ়োৱা হৈছিল। টেঙ্কৰ বিপদৰ সমুখীন হোৱা অংশবোৰত কিলোমিটাৰে পতি সমুখ ৰণাঙ্গনত এই ঘনত্ব ২৫-৩০ টা টেঙ্ক-প্ৰতিৰোধী কামান আৰু ১৫০০-২০০০ টেঙ্ক-প্ৰতিৰোধী মাইন হৈছিলগৈ।

টেঙ্ক-প্ৰতিৰোধী গোলন্দাজ সংৰক্ষিত শক্তি আৰু ভ্ৰাম্যমান প্ৰতিবন্ধক নিৰ্মাতা ডিটাচমেণ্টবোৰে শত্ৰুৰ পেনৎছাৰৰ বিৰুদ্ধে যুঁজত এক বিশেষ ভূমিকা লৈছিল। এটা পদাতিক ৰেজিমেণ্টৰ ক্ষেত্ৰত এটা বা দুটা বেটাৰি, এটা ডিভিশনৰ ক্ষেত্ৰত এটা বেটেলিয়ন

আৰু এটা ক'ৰৰ ক্ষেত্ৰত এটা ৰেজিমেণ্ট লৈ টেঙ্ক-প্ৰতিৰোধী গোলন্দাজ সংৰক্ষিত শক্তিবোৰ গঠন কৰা হৈছিল। ভ্ৰাম্যমান প্ৰতিবন্ধক ডিটাচমেণ্ট গঠিত হৈছিল ৰেজিমেণ্টৰ ক্ষেত্ৰত এটা ছেপাৰ স্কোৱাড অথবা প্লেটুন, ডিভিশ্বনৰ ক্ষেত্ৰত দুটা পৰ্য্যন্ত ছেপাৰ প্লেটুন, আৰু ক'ৰৰ ক্ষেত্ৰত ৫০০-৭০০ টেঙ্ক-প্ৰতিৰোধী মাইনসহ এটা ট্ৰাকবাহিত ছেপাৰ কম্পানী লৈ।

টেঙ্ক-প্ৰতিৰোধী গোলন্দাজ সংৰক্ষিত শক্তি আৰু প্ৰতিবন্ধক নিৰ্মাতা ডিটাচমেণ্টবোৰে টেঙ্কৰ দ্বাৰা বিশেষভাৱে বিপন্ন অংশবোৰত যুঁজৰ সময়ত টেঙ্ক-প্ৰতিৰোধী প্ৰতিৰক্ষা শক্তিশালী কৰাত সাহায্য কৰিছিল। উদাহৰণস্বৰূপে, ৭-৯ জুলাইত পনিৰিৰ বাবে যুঁজত ১৩শ আৰ্মিৰ ৩০৭ তম পদাতিক ডিভিশ্বনৰ টেঙ্ক-প্ৰতিৰোধী অস্ত্ৰশস্ত্ৰৰ ঘনত্ব দক্ষতাৰে সৈতে প্ৰতি কিলোমিটাৰ সমুখ ৰণাঙ্গনত ৭০ টা কামান পৰ্যান্ত উন্নীত কৰা হৈছিল। ফলত জধে-মধে আৰু ব্যাপক পেনৎছাৰ আক্ৰমণ সত্ত্বেও শত্ৰুহঁত ৰণাঙ্গনৰ এই অংশত সাফল্য অৰ্জন কৰিবলৈ ব্যৰ্থ হল।

পদাতিক গোটবোৰৰ টেঙ্ক-প্ৰতিৰোধী প্ৰতিৰক্ষাৰ স্থিতিশীলতা বঢ়াবৰ বাবে টেঙ্ক আৰু স্বয়ংচালিত কামান ব্যাপকভাৱে ব্যৱহাৰ কৰা হৈছিল। পদাতিক গোটবোৰত টেঙ্ক আৰু স্বয়ংচালিত কামান নিম্নোক্ত অনুপাতে সংযুক্ত আছিল: প্ৰতি পদাতিক বেটেলিয়নত এটা পৰ্য্যন্ত টেঙ্ক কম্পানি আৰু প্ৰতি প্ৰথম লাইন পদাতিক ৰেজিমেণ্টত এটা বেটেলিয়নলৈকে। ৬ষ্ঠ গাৰ্ডছ আৰু ৭ম গাৰ্ডছ আৰ্মিবোৰৰ পদাতিক ডিভিশ্বনবোৰত টেঙ্ক ব্ৰিগেডৰ আৰু স্বয়ংচালিত কামান ৰেজিমেণ্টৰ এটা অংশ টেঙ্ক বিপদ থকা খণ্ডবোৰত অগ্নিবপন অথবা অতৰ্কিত অগ্নিবৰ্ষণৰ দৰে কামৰ বাবে নিয়োগ কৰা হৈছিল। টেঙ্কৰ বিপদমুক্ত এলাকাতো টেঙ্ক আৰু স্বয়ংচালিত কামান নিয়োজিত হৈছিল।

অস্ত্ৰসজ্জিত বাহিনীৰ ব্যাপক ব্যৱহাৰে আত্মৰক্ষাত নিয়োজিত

শক্তিবোৰৰ ক্রিয়াকলাপ বৃদ্ধিৰ অনুকূলে ন ন সম্ভাৱনা সৃষ্টি কৰিছিল। পদাতিক ডিভিশনৰ কমাণ্ডাৰসকলে টেঙ্ক ইউনিটৰ দ্বাৰা বলীয়ান হৈ তেওঁলোকৰ সৈন্যসকলক লৈ আৰু অস্ত্রশস্ত্র লৈ ব্যাপকভাৱে কৌশল অৱলম্বন কৰিবলৈ সমৰ্থ হৈছিল আৰু সঘনাই প্রতি-আক্রমণ কৰিছিল।

ইয়াৰ প্ৰমাণ পোৱা যায় নিম্নপ্রদত্ত এই তথ্যৰ পৰা যে কেন্দ্রীয় আৰু ভ'ৰ'নেঝ দুয়ো ৰণাঙ্গনতে সমস্ত টেঙ্ক ব্রিগেড আৰু আৰু স্বয়ংচালিত কামান ৰেজিমেণ্টৰ ৭৫ৰ পৰা ১০০ শতাংশকে যুঁজৰ গতিপথত বাৰেপতি সুকৌশলে প্ৰয়োগ কৰা হৈছিল।

শত্রু বিমান বাহিনী যথাসম্ভৱ সক্রিয় হৈ থকাৰ কাৰণে বিমান প্রতিৰোধী প্রতিৰক্ষা ব্যৱস্থাৰ ওপৰত গুৰুত্ব সহকাৰে মনোযোগ দিয়া হৈছিল। বিমান-প্রতিৰোধী কামানৰ নাটনি থকাত সৈন্যসকলে প্রধান প্রতিৰক্ষা লাইন তলেদি উৰি যোৱা বিমানৰ বিৰুদ্ধে মেচিনগান আৰু টেঙ্ক-প্রতিৰোধী ৰাইফেলৰ ২৫ৰ পৰা ৩০ শতাংশ ব্যৱহাৰ কৰি পেলাইছিল। গভীৰত এই অনুপাত আৰু বেছি আছিল।

কুৰ্স্ক'ৰ যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায় আমাৰ সৈন্যসকলৰ সক্রিয়তাৰ দ্বাৰায় কেৱল বৈশিষ্ট্যপূৰ্ণ নাছিল ; প্রতিৰক্ষাৰ প্রধান লাইন আৰু পশ্চাদৰক্ষী লাইনবোৰ ধৰি ৰাখিবৰ বাবে সৈন্যসকলে কৰা দৃঢ় সংগ্রামৰ দ্বাৰাও বৈশিষ্ট্যপূৰ্ণ হৈ উঠিছিল। আমাৰ সৈন্যসকলে আক্রমণকাৰী শত্রুহঁতৰ অগ্রৱৰ্তী লাইনৰ প্ৰবেশপথত ব্যস্ত ৰাখিছিল। ফলত কেৱল দীৰ্ঘ দূৰত্বৰ কামানৰ অগ্নিবৰ্ষণ আৰু বিমানৰ পৰা আক্রমণেই মাথোন মুখ্য ভূমিকা লোৱা নাছিল, যুঁজৰ নিৰাপত্তা গোটবোৰৰ প্রবল প্রতিৰোধেও প্রধান ভূমিকা লৈছিল। আমাৰ প্রধান প্রতিৰক্ষা লাইনৰ বিৰুদ্ধে শত্রুহঁতৰ পেনৎছাৰ আক্রমণ প্রতিৰোধ কৰাৰ বাবে আমাৰ সৈন্যসকলে সৰ্বপ্রকাৰ অগ্নিবৰ্ষক যেনে, টেঙ্ক, স্বয়ংচালিত

কামান, অগ্নি-উৎক্ষেপক আৰু টেঙ্ক-প্ৰতিৰোধী বোমাবৰ্ষণকাৰী বিমান ব্যৱহাৰ কৰিছিল।

ছোভিয়েত যুঁজৰ সাফল্য আটাইবোৰ বাহিনীৰ আৰু যুঁজৰ বিভিন্ন শৃঙ্খলাৰ আটাইবোৰ উপাদানৰ সুদক্ষ সহযোগিতাৰ দ্বাৰা আৰু আগতীয়াকৈ প্ৰস্তুত কৰি ৰখা পৰিকল্পনা অনুযায়ী ব্যাপক প্ৰতি-আক্ৰমণৰ দ্বাৰা সুনিশ্চিত হৈছিল। এই সহযোগিতা আটাইতকৈ ফলপ্ৰসূ হৈছিল একমাত্ৰ তেতিয়াই যেতিয়া আমাৰ লাইন ভেদ কৰি প্ৰৱেশকাৰী শত্ৰুসৈন্যইঁতক অগ্নিবৰ্ষণৰ দ্বাৰা টেঙ্কৰ পৰা বিচ্ছিন্ন কৰা হৈছিল আৰু দখলীকৃত ভূমিত খোপনি পুতি বহাৰ আগতেই ধ্বংস কৰি পেলোৱা হৈছিল।

আমাৰ সৈন্যসকলৰ সুউচ্চ মনোবলেই প্ৰধানতঃ কুৰ্স্কৰ যুঁজত তেওঁলোকৰ দৃঢ়তা আৰু সক্ৰিয়তা পূৰ্ব নিৰ্দ্ধাৰিত কৰিছিল। সুগভীৰ মতাদৰ্শগত বিশ্বাস, উদ্দীপ্ত দেশপ্ৰেম আৰু দেশৰ প্ৰতি অসীম ভক্তিয়ে তেওঁলোকক অতিৰিক্ত শক্তি আৰু সাহস যোগাইছিল আৰু গণবীৰত্বৰ মনোভাৱেৰে উদ্দীপিত কৰিছিল। ছোভিয়েত সংগ্ৰামী সৈন্যসকলে ৰণদক্ষতা অৰ্জন কৰিছিল, উদ্যোগৰ আৰু উদ্ভাৱনী শক্তিৰ চিনাকি দিছিল। তেওঁলোকৰ মাজত এইবোৰ গুণৰ চৰ্চা কৰাইছিল কমাণ্ডাৰ আৰু ৰাজনৈতিক কৰ্মীসকলে।

এই কথা জোৰ দি কোৱা উচিত কুৰ্স্কৰ যুঁজত আমাৰ সৈন্যসকলে শক্তিবিন্যাস আৰু প্ৰতিৰক্ষাৰ এনে ধৰণৰ পদ্ধতি লৈছিল যাৰ ফলত শত্ৰুৰ আক্ৰমণ দ্ৰুত ভাঙি পেলোৱা আৰু উল্লেখযোগ্য বিৰতি নোহোৱাকৈ ৰণনৈতিক আত্মৰক্ষামূলক যুঁজৰ পৰা ৰণনৈতিক আক্ৰমণাত্মক যুঁজ চলাই যোৱাটো তেওঁলোকৰ পক্ষে সম্ভৱ হৈছিল।

কুৰ্স্কৰ যুঁজত আক্ৰমণাত্মক অভিযান সংগঠনৰ আৰু পৰিচালনাৰ বাবে আমি এনে নতুন নতুন পদ্ধতি উদ্ভাৱন আৰু নিয়োগ কৰিছিলোঁ যিয়ে শত্ৰুইঁতৰ ইচ্ছাকৃত গভীৰলৈকে স্তৰে স্তৰে বিন্যস্ত টেঙ্ক প্ৰতিৰক্ষা

ভেদ কৰাত সাহায্য কৰিছিল। সৈন্য-গঠনবোৰৰ প্ৰধান আক্ৰমণৰ গতিমুখ সঠিকভাৱে বাছনি কৰা, গভীৰলৈকে স্তৰে স্তৰে বিন্যস্ত সৈন্য গঠন কৰা, আক্ৰমণৰ প্ৰধান গতিমুখত সৈন্যসকল বিপুলভাৱে সমাবেশ ঘটোৱা, ৰণক্ষেত্ৰত সৈন্যসকলক ব্যাপকভাৱে সুকৌশলে কামত লগোৱা, পদাতিক, গোলন্দাজ আদি বিভিন্ন ধৰণৰ স্থলবাহিনীৰ আৰু বিমান বাহিনীৰ মাজত নিবীড় সহযোগিতা আৰু বহুত বিষয়ে এই যুদ্ধৰ মাজেদি বেছিকৈ বিকাশ লাভ কৰিছিল।

১৯৪৩ চনৰ জহকালি শত্ৰুহঁত সামূহিকভাৱে ১৫ কিলোমিটাৰ গভীৰলৈকে বিস্তৃত দুই লাইন সমন্বিত গভীৰ ট্ৰেঞ্চ প্ৰতিৰক্ষালৈ গল। গতিকে আক্ৰমণাত্মক অভিযান পৰিকল্পনাৰ সময়ত পদাতিক সৈন্যগঠনবোৰৰ অগ্ৰগতিৰ গভীৰতা নিৰ্দ্ধাৰণ কৰাৰ প্ৰয়োজন আছিল, ইয়াৰ বাবে পদাতিক গঠনবোৰৰ আগত তিনিটা লক্ষ্য উপস্থিত কৰা হৈছিল। উদাহৰণস্বৰূপে এটা পদাতিক ক'ৰৰ আগত যি আশু লক্ষ্য নিৰ্দ্ধাৰণ কৰা হৈছিল, সি হৈছে শত্ৰুৰ প্ৰতিৰোধৰ প্ৰধান লাইন ভেদ কৰা, পৰৱৰ্তী কৰ্তব্য দিয়া হৈছিল প্ৰতিৰক্ষাৰ দ্বিতীয় লাইন ভেদ কৰা। গোটেই দিনটোৰ বাবে কৰ্তব্য ধাৰ্য্য কৰা হৈছিল অনুকূল অৱস্থানবোৰ দখল কৰা আৰু দ্বিতীয় স্তৰৰ শক্তি অথবা আৰ্মিৰ গতিশীল গোষ্ঠীবোৰৰ সাহায্যত আক্ৰমণ আগুৱাই নিবৰ বাবে সেইবোৰ ব্যৱহাৰ কৰা।

শত্ৰুহঁতৰ প্ৰতিৰক্ষাৰ শক্তি বৃদ্ধি আৰু যুঁজৰ প্ৰথম দিনাই তাক ভেদ কৰাৰ প্ৰয়োজনীয়তাৰ ( যাতে সিহঁতে সৈন্যহঁতক পুনৰ্বিন্যাস কৰাৰ আৰু ফাট পূৰণ কৰাৰ সময় নাপায় ) কাৰণে আক্ৰমণৰ এলেকা ঠেক কৰাটো জৰুৰী হৈ পৰিছিল, ডিভিশনৰ ক্ষেত্ৰত তাক কৰা হৈছিল ২-৩ কিলোমিটাৰ আৰু ৰেজিমেণ্টৰ ক্ষেত্ৰত কৰা হৈছিল ১-১.৫ কিলোমিটাৰ। এই পৰিস্থিতিত আক্ৰমণৰ এলেকা আৰু ডিভিশনৰ ( ৰেজিমেণ্টৰ ) বেহুভেদৰ এলেকা এতিয়া একাকাৰ হৈ গল।

ইয়াৰ ফলত দৰাচলতে যি হ'লগৈ সি হৈছে শক্তিৰ কেন্দ্ৰীভৱন আৰু বেহুবেষ্টিত প্ৰতিৰক্ষাৰ ক্ষেত্ৰত বেছি ঘনত্ব। বেহু ভেদৰ এলেকাৰ প্ৰতি কিলোমিটাৰ সমুখভাগত এই ঘনত্ব হৈছিল ৪-৬ পদাতিক বেটেলিয়ন, ৭-২০ টা টেঙ্ক আৰু স্বয়ংচালিত কামান আৰু ১০০ বো অধিক কামান আৰু মৰ্টাৰ, অৰ্থাৎ মস্কোৰ দুৱাৰমুখত যিমান আছিল তাতকৈ কেবাগুণো বেছি।

কমাণ্ডাৰ আৰু হেড কোয়াৰ্টাৰ্ছবোৰে জনবল আৰু অস্ত্ৰশস্ত্ৰৰ ব্যাপক সন্নিবেশৰ কৌশল সম্পূৰ্ণৰূপে আয়ত্ত কৰিছিল। উদাহৰণস্বৰূপে সমুখ ৰণাঙ্গনৰ পিনে ২২ কিলোমিটাৰ আগুৱাই যোৱা ১১শ গাৰ্ডছ আৰ্মিৰ ১৬শ গাৰ্ডছ পদাতিক ক'ৰে ৭ কিলোমিটাৰ জোৰা বেহু ভেদৰ এলেকাৰ মাজত বেটেলিয়নবোৰৰ ৭৫ শতাংশ, কামান আৰু মৰ্টাৰৰ ৯২ শতাংশ আৰু স্বয়ংচালিত কামানৰ ৯৩ শতাংশ কেন্দ্ৰীভূত কৰিব পাৰিছিল। এনে ধৰণৰ বহুত উদাহৰণ দিয়া যাব পাৰে।

যুঁজৰ গতিপথত বিভিন্ন ধৰণৰ বাহিনীৰ আৰু সেৱা-ব্যৱস্থাৰ, সৈন্যসামন্ত আৰু সা-সমলৰ সমন্বয় সাধনৰ ক্ষেত্ৰতো অধিকতৰ অগ্ৰগতি অৰ্জিত হৈছিল। টেঙ্ক আৰু পদাতিক, গোলন্দাজ আৰু বৈমানিক, ইনজিনিয়াৰ আৰু আন আন ক্ষেত্ৰত বিশেষজ্ঞসকলে যুঁজৰ এনেবোৰ পদ্ধতি প্ৰয়োগ কৰিছিল যি সকলো ধৰণৰ বাহিনীক নিয়োগ কৰি যুঁজৰ সময়ত তেওঁলোকৰ সম্ভাৱ্য ক্ষমতাক সৰ্বাতোকৈ কাৰ্যকৰভাৱে ব্যৱহাৰ কৰিবলৈ তেওঁলোকক সক্ষম কৰিছিল। ইয়াৰ ভিতৰত আছিল গোলন্দাজ আৰু বিমান আক্ৰমণৰ পিচত টেঙ্ক আৰু পদাতিক সৈন্যসকলৰ দ্বাৰা অপ্ৰত্যাশিত আৰু একে সময়তে আক্ৰমণ, দ্বিতীয় স্তৰ আৰু সংৰক্ষিত শক্তিবোৰক যথাসময়ত যুঁজত নিয়োজিত কৰা, কামানৰ পৰা অগ্নিবৰ্ষণৰ স্থান পৰিৱৰ্তন, অগ্নিবৰ্ষণৰ অৱস্থান পৰিৱৰ্তন, ৰণথলীত কৌশল অৱলম্বন আদি।

গভীৰ পৰ্য্যন্ত আক্ৰমণাত্মক অভিযান চলোৱাৰ যি তত্ত্ব আমাৰ

সেনাবাহিনীত ১৯৩০ চনৰে পৰা প্ৰচলিত আছিল, সি এতিয়া নিশ্চিন্তভাৱেই সমৰ্থিত হল আৰু বিকশিত হল: কামান আৰু মৰ্টাৰৰ অৱস্থান সমুখৰ লাইনলৈ স্থানান্তৰিত কৰাত অনেক বেছি গভীৰলৈকে শত্ৰুৰ অৱস্থানক নিষ্ক্ৰিয় কৰি পেলোৱাটো সম্ভৱ হৈছিল, কামান আৰু মৰ্টাৰৰ অৱস্থান সময়মতে সলনি কৰা আৰু সিবোৰৰ পৰিসৰ বঢ়োৱা আৰু ৰণকৌশলগত লক্ষ্যসাধনৰ উদ্দেশ্যে টেঙ্ক আৰু বিমান-বহৰৰ ব্যাপক ব্যৱহাৰৰ ফলত গোলন্দাজসকলৰ অগ্নিবৰ্ষণ অধিকতৰ কাৰ্য্যকৰ হৈছিল। ভাঙি ওলাবৰ বাবে প্ৰবল শক্তি গোট খুওৱাৰ উপৰিও আক্ৰমণৰ গতিবেগ বঢ়াবৰ বাবে আৰু সাফল্যক আৰু গভীৰলৈকে সদ্ব্যৱহাৰ কৰাৰ বাবে লেখতলবলগীয়া পৰিমাণ জনবল আৰু বৈষয়িক সম্পদ ৰক্ষা কৰিব পৰা হৈছিল।

মস্কো আৰু ষ্টালিনগ্ৰাদৰ যুঁজৰ সময়ৰ পৰা আক্ৰমণাত্মক অভিযানৰ বাবে প্ৰয়োজনীয় পৰিবেশত যি পৰিৱৰ্তন আহিছিল তাৰ ফলত এক-স্তৰৰ সলনি গভীৰলৈকে স্তৰে স্তৰে বিন্যস্ত সৈন্যগঠনলৈ যোৱাৰ প্ৰয়োজন হৈছিল। এই কথাটো বিশেষভাৱে সত্য আছিল ১১শ গাৰ্ডছ আৰ্মিৰ গোট আৰু গঠনবোৰৰ সম্পৰ্কত; ইয়াৰ সৈন্যসকলক দুই স্তৰত, আনকি তিনি স্তৰতো সমাবিষ্ট কৰা হৈছিল। গভীৰলৈকে সৈন্য সংস্থাপনাৰ ফলত শত্ৰুৰ প্ৰতিৰক্ষাৰ ওপৰত শক্তিশালী প্ৰাথমিক আঘাত কৰাই মাথো সম্ভৱপৰ হোৱা নাছিল, যুদ্ধৰ গতিপথ আৰু পৰিণতিকো সক্ৰিয়ভাৱে প্ৰভাৱিত কৰা সম্ভৱ হৈছিল।

বিভিন্ন ধৰণৰ বাহিনীক নিয়োগ কৰাৰ ৰণকৌশলগত পদ্ধতিও অধিকতৰ উন্নত কৰা হৈছিল।

শত্ৰুইতৰ প্ৰতিৰক্ষাৰ প্ৰথম লাইনটো সম্পূৰ্ণৰূপে নিষ্ক্ৰিয় কৰিবলৈ আৰু আক্ৰমণৰত পদাতিক আৰু টেঙ্কবোৰক অগ্নিবৰ্ষণৰ দ্বাৰা সমৰ্থন জোগাবৰ বাবে গোলন্দাজ আৰু বিমান শক্তিৰ আক্ৰমণক ব্যাপকভাৱে ব্যৱহাৰ কৰা হৈছিল। গোলন্দাজসকলে পদাতিক আৰু টেঙ্কবোৰৰ

বাবে পথ কৰি দিছিল আৰু সকলো সময়তে তেওঁলোকক সমৰ্থন দিছিল আৰু আঁৰ কৰিছিল।

গোলন্দাজ গোষ্ঠীবোৰ অগ্নিবৰ্ষণ আৰু সংখ্যাৰ ফালৰ পৰা বৃদ্ধি পাইছিল। পদাতিক ক'ৰবোৰত আৰু কেতিয়াবা কেতিয়াবা ডিভিশ্বন-বোৰত আৰু ডিভিশ্বনবোৰৰ পদাতিক সৈন্যসকলক মদত দিয়া গোলন্দাজ গোষ্ঠীবোৰত দূৰ-পাল্লাৰ গোলন্দাজ গোষ্ঠী গঠন কৰা হৈছিল। তাক কৰা হৈছিল প্ৰথম শাৰীৰ ৰেজিমেণ্টৰ সংখ্যা অনুযায়ী। কেতিয়াবা কেতিয়াবা এইবোৰ গোষ্ঠীক পদাতিক ৰেজিমেণ্টৰ কমাণ্ডাৰসকলৰ অধীনত ৰখা হৈছিল। এই ব্যৱস্থা সম্পূৰ্ণ উপযুক্ত বুলি প্ৰমাণিত হৈছিল। গোলন্দাজসকলৰ বোমাবৰ্ষণ অপেক্ষাকৃত দীৰ্ঘস্থায়ী কৰা হৈছিল আৰু অবিৰাম অগ্নিবৰ্ষণৰ গুৰুত্ব বাঢ়িছিল। যুঁজৰ আগছোৱাত যে ক্ৰমাগত অগ্নিবৰ্ষণ ঘনীভূত কৰা হৈছিল তাৰ সলনি কুৰ্স্কৰ যুঁজত অবিৰাম তৰঙ্গত অগ্নিবৰ্ষণে শত্ৰুসৈন্য আৰু অগ্নিবৰ্ষণকাৰী অস্ত্ৰশস্ত্ৰ ধ্বংস কৰা আৰু ১৫০ মিটাৰ গভীৰলৈকে পদাতিক আৰু টেঙ্কবোৰৰ আক্ৰমণক অবিৰত সমৰ্থন কৰা সম্ভৱ কৰিছিল।

যুঁজ চলি থকা কালৰ বাবে স্বয়ংচালিত কামান আৰু তাৰ লগতে গোলন্দাজ আৰু টেঙ্কেৰে ইউনিটবোৰৰ শক্তিবৃদ্ধি কৰা হৈছিল। শত্ৰুৰ মূল প্ৰয়াসৰ ফালে অগ্ৰসৰমান একো একোটা পদাতিক ডিভিশ্বনক প্ৰায় সকলো ক্ষেত্ৰত এটা টেঙ্ক ব্ৰিগেড বা এটা টেঙ্ক ৰেজিমেণ্ট আৰু এটা স্বয়ংচালিত কামানৰ ৰেজিমেণ্ট দি সিবোৰৰ শক্তিবৃদ্ধি কৰা হৈছিল।

ইনজিনিয়াৰ সমৰ্থন উন্নত কৰা হৈছিল। আক্ৰমণ কৰাৰ অৱস্থানবোৰৰ আৰু অনুসন্ধানৰ আৰু মাইন অপসাৰণৰ সংগঠনৰ প্ৰতি বিশেষ মনোযোগ দিয়া হৈছিল। ভ্ৰাম্যমান প্ৰতিবন্ধক নিৰ্মাতা ডিটাচমেণ্টবোৰ যুঁজৰ সৈন্যগঠনত এক নিয়মিত উপাদানত পৰিণত

হৈছিল। বেহু ভেদৰ এলাকাত ছেপাৰ কম্পানিবোৰৰ সংখ্যা প্ৰায় দুগুণ কৰা হৈছিল।

প্ৰতিৰক্ষা ভেদৰ পদ্ধতিও নিখুঁত কৰা হৈছিল। প্ৰায় আটাইবোৰ ক্ষেত্ৰত পদাতিক সৈন্যগঠনবোৰৰ লগালগিকৈ থকা পাৰ্শ্বদেশবোৰ একেলগ কৰি আক্ৰমণ পৰিচালনা কৰা হৈছিল। ইয়াৰ ফলত সেই সৈন্য গঠনবোৰক একত্ৰিত কৰা, ফাট বঢ়াই দিয়া আৰু গতিশীল সৈন্যসকলক নিয়োগৰ পক্ষে অনুকূল পৰিবেশ সৃষ্টি কৰা সম্ভৱ হৈছিল। যুঁজৰ প্ৰথমছোৱাৰ আক্ৰমণাত্মক অভিযানবোৰৰ পৰা অলপ বেলেগ ধৰণে আমাৰ সৈন্যসকলে এতিয়া শত্ৰুৰ অগ্ৰৱৰ্তী লাইনৰ পৰা ১৫০-২০০ মিটাৰ নিলগত অৱস্থিত প্ৰথম ট্ৰেঞ্চটোক আক্ৰমণৰ অৱস্থান হিচাপে ব্যৱহাৰ কৰিব পৰা হ'ল। সমগ্ৰ লাইন জুৰি টেঙ্কৰ সমৰ্থনসহ স্বল্পস্থায়ী আক্ৰমণে ক্ষয়-ক্ষতি বহুত কমাই দিছিল।

বেহু ভেদৰ যুঁজৰ সময়ত টেঙ্কবোৰ পদাতিক সৈন্যসকলতকৈ ২০০-৪০০ মিটাৰ আগবাঢ়ি থাকিছিল, চলমান অৱস্থাত অগ্নিবৰ্ষণ কৰিছিল আৰু আমাৰ পদাতিক সৈন্যসকলৰ অগ্ৰগতিক আগভেটা দিবৰ বাবে শত্ৰুৱে সংস্থাপন কৰা অগিবৰ্ষণ ব্যৱস্থাক ধ্বংস কৰিছিল। ইনজিনিয়াৰসকলৰ লগ লাগি পদাতিক সৈন্যসকলে টেঙ্কবোৰক প্ৰতি-বন্ধকবোৰ অতিক্ৰম কৰাত সাহায্য কৰিছিল। সৈন্যগঠনবোৰৰ অগ্ৰগতিৰ গতিবেগৰ লগত সামঞ্জস্য ৰাখি গোলন্দাজসকলৰ অগ্নিবৰ্ষণ প্ৰত্যাহাৰ কৰা হৈছিল। দ্বিতীয় লাইন ভেদ কৰাৰ বাবে দুই স্তৰ বিশিষ্ট পদাতিক ৰেজিমেণ্টক, কেতিয়াবা কেতিয়াবা আনকি ডিভিশ্বনক নমোৱা হৈছিল। যথেষ্ট অগ্নিবৰ্ষণ ক্ষমতাৰ অভাৱ আৰু শত্ৰুৰ তৃতীয় লাইন নিষ্ক্ৰিয় কৰাৰ পক্ষে পদাতিক সৈন্যসকলক সমৰ্থন কৰাৰ নিমিত্তে টেঙ্কৰ নাটনিয়ে আমাক মাজে সময়ে প্ৰধান প্ৰতিৰক্ষা লাইন ভেদ সম্পূৰ্ণ কৰাৰ বাবে টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰবোৰক অপৰিণত

অৱস্থাত যুঁজত নমাবলৈ বাধ্য কৰিছিল। ইয়াৰ ফলত টেঙ্ক গঠনবোৰৰ আৰু অগ্ৰবৰ্তী পদাতিক ইউনিটবোৰৰ যুটীয়া প্ৰয়াস আৰু সহযোগী বিমান ছত্ৰৰ সমন্বয়ত দ্বিতীয় প্ৰতিৰক্ষা লাইনৰ ফালে আগুৱাই যোৱা আৰু সেইবোৰ দখল কৰাটো সুনিশ্চিত হৈছিল।

ইউনিট কমাণ্ডাৰসকলে মুখামুখি আক্ৰমণ এৰাই যাবলৈ আৰম্ভ কৰিছিল আৰু তাৰ সলনি আগুৰি ধৰা আৰু ফালৰি কাটি যোৱাটো পদ্ধতিৰ ব্যাপক ব্যৱহাৰ কৰিছিল আৰু ৰাতি আক্ৰমণ কৰিছিল। যুঁজ চলা কালৰ আৰু নিৰাপত্তা বিধানৰ উপযুক্ত সমৰ্থন ব্যৱস্থা বহুত উন্নত হৈছিল। আক্ৰমণৰ সুতীব্ৰ গতিবেগে অৱধাৰিতভাৱে শত্ৰুক মুখামুখি সজ্ঘৰ্ষত লিপ্ত কৰাৰ দাবী কৰিছিল, নৈ আদিৰ বাধাই নথমাকৈ আগুৱাবলৈ বাধ্য কৰিছিল, আৰু শত্ৰুৱেও ক্ষান্তিহীনভাৱে খেদি আহিছিল। এই অৱস্থাত টেঙ্ক আৰু অশ্বাৰোহী গঠনবোৰে এক গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল।

আক্ৰমণাত্মক যুঁজত সৈন্য নিয়ন্ত্ৰণৰ ক্ৰমাগত উন্নতি সাধন কৰা হৈছিল, এক মুহূৰ্তৰ বাবেও বিৰতি নোহোৱাকৈ। ইয়াৰ আৰু কেন্দ্ৰীকৰণ, যুঁজত কমাণ্ডৰ স্থানসম্বন্ধে আৰু সুস্পষ্ট সংজ্ঞা নিৰ্দ্ধাৰণ আৰু সংযোগসাধক বিমানসহ অনাতাঁৰ আৰু বাতৰি যোগনিয়াৰ সংস্থা-সমূহৰ বহল ব্যৱহাৰে এই ক্ষেত্ৰত ইতিবাচক ভূমিকা লৈছিল। কমাণ্ড প'ষ্টবোৰত সৈন্যসকলক আৰু ওচৰ চপাই অনা হৈছিল আৰু চলিত যুঁজৰ ষ্টাফ গোষ্ঠীবোৰক সৈন্যগঠনবোৰৰ ( বিশেষকৈ অস্ত্ৰসজ্জিত বাহিনীৰ ) লগত সংযোজিত কৰা হৈছিল। সুদক্ষ সৈন্য নিয়ন্ত্ৰণৰ বাবে সহযোগী ইউনিটবোৰৰ আৰু বিভিন্ন ধৰণৰ বাহিনীৰ সৈন্য-গঠনবোৰৰ কমাণ্ডাৰসকলৰ কমাণ্ড ( পৰ্য্যবেক্ষণ ) প'ষ্টৰ অস্তিত্ব অতীৱ গুৰুত্বপূৰ্ণ আছিল।

সামূহিকভাৱে এই আটাইবোৰে আমাৰ সৈন্যসকলৰ আক্ৰমণাত্মক যুঁজৰ প্ৰস্তুতিৰ আৰু যুঁজ কৰাৰ ক্ৰমবৰ্দ্ধমান দক্ষতাৰ পৰিচয় দিছিল।

ছোভিয়েত সৈন্যসকলৰ প্ৰশিক্ষণ আৰু শিক্ষাদানৰ দৈনন্দিন বিশাল কৰ্মকাণ্ড অবিহনে, তেওঁলোকৰ মনোবল বৃদ্ধিৰ বাবে কাৰ্য্যকৰ ৰাজনৈতিক কাম অবিহনে কুৰ্স্কৰ যুঁজত সাফল্য অৰ্জিত নহ'লহেঁতেন। টেঙ্কৰ ভয় জয় কৰিবৰ বাবে, প্ৰতিৰক্ষাত অনমনীয় আৰু আক্ৰমণত সুদৃঢ় হবৰ বাবে তেওঁলোকৰ ভিতৰত কিছুমানক বিশেষ সাহায্য দিয়া হৈছিল। এই যুদ্ধত আমাৰ জয় হৈছে কমাণ্ডাৰ আৰু ষ্টাফ অফিচাৰসকলৰ প্ৰবৰ্দ্ধিত দক্ষতা আৰু যুঁজৰ অভিজ্ঞতাৰ ফল।

কুৰ্স্কৰ যুঁজৰ চমৎকাৰ সাফল্যই ৰণকৌশলসহ ছোভিয়েত যুদ্ধকলাৰ সকলো উপাদানৰ ক্ৰমবৰ্দ্ধমান উন্নতিক ছবিৰ দৰে দাঙি ধৰিছে।





## মাৰ্শ্বাল
## পাভেল ৰৎমিস্ত্ৰভ*

# কুৰ্স্কৰ যুঁজত অস্ত্ৰসজ্জিত বাহিনীৰ ভূমিকা

কুৰ্স্কৰ যুঁজ আৰম্ভ নৌ হওঁতেই অস্ত্ৰসজ্জিত আৰু যন্ত্ৰসজ্জিত সৈন্যসকল ছোভিয়েত সৈন্যবাহিনীৰ প্ৰধান আঘাতকাৰী আৰু গতিশীল শক্তি হৈ উঠিছিল। বিপুল সংখ্যক টেঙ্ক নিৰ্মাণ কৰা হ'ব লাগিছিল আৰু ১৯৪৩ চনৰ জহকালিৰ ভিতৰত সমান শক্তি বিশিষ্ট পাঁচটা টেঙ্ক আৰ্মি গঠন কৰা হৈছিল। তাৰোপৰি ইতিমধ্যে বিপুল সংখ্যক টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰ, অলেখ পৃথক পৃথক টেঙ্ক ব্ৰিগেড আৰু টেঙ্ক আৰু স্বয়ংচালিত কামানৰ ব্ৰিগেড আছিল। যুদ্ধ কলাৰ প্ৰয়োজনৰ ফালৰ পৰা চালে আমি দৰাচলতে সংগঠিত অস্ত্ৰসজ্জিত শক্তি কেন্দ্ৰীভৱনৰ প্ৰশ্নটোৰ সমাধান কৰিছিলোঁ।

কুৰ্স্কৰ যুঁজত অস্ত্ৰসজ্জিত বাহিনীৰ ভূমিকা বিশ্লেষণ কৰি এই কথা কবই লাগিব যে যুদ্ধৰ ইতিহাসত ইয়াৰ আগতে কাহানীও ৰণথলীত ইমান বিপুল পৰিমাণ অস্ত্ৰসজ্জিত শক্তি ব্যৱহাৰ কৰা হোৱা নাছিল।

* ছোভিয়েত ইউনিয়নৰ বীৰ পাভেল ৰৎমিস্ত্ৰভ, ডি. এছ-চি, চীফ মাৰ্শ্বাল অব্ ফ'চে'চ, কুৰ্স্কৰ যুঁজত ৫ম গাৰ্ডছ টেংক আৰ্মি পৰিচালনা কৰিছিল।

শত্ৰুহঁতে ছোভিয়েত-জাৰ্মান ৰণাঙ্গনত সিহঁতৰ বিমান পেনৎছাৰ আৰু মটৰবাহিত ডিভিশ্বন আছিল তাৰ আধা ইয়াত নিয়োজিত কৰিছিল ; আনহাতেদি আমি নিয়োজিত কৰিছিলোঁ। সমস্ত টেঙ্ক শক্তি আৰু টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰৰ সৰহভাগ। উত্তৰ আৰু দক্ষিণৰ পৰা কুৰ্স্ক লৈ বুলি আগুৱাৰৰ সময়ত নাৎছী কমাণ্ডে ২৭০০ টেঙ্ক আৰু আঘাত সৃষ্টিকাৰী কামান নিয়োগ কৰিছিল। ছোভিয়েত কমাণ্ডে আনকি আৰু প্ৰবল অস্ত্ৰসজ্জিত শক্তিৰে সিহঁতৰ মোকাবিলা কৰিছিল। কুৰ্স্ক বালজৰ আত্মৰক্ষামূলক যুঁজৰ আৰম্ভণিত কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ ৩৫০০ টাৰো অধিক টেঙ্ক আৰু স্বয়ংচালিত কামান আছিল। প্ৰতিদ্বন্দ্বীহঁতে অস্ত্ৰসজ্জিত বাহিনীৰ অস্ত্ৰশস্ত্ৰৰ ওপৰত কেনে বিৰাট গুৰুত্ব আৰোপ কৰিছিল ইয়াৰ পৰাই তাৰ প্ৰমাণ পোৱা যায়।

কুৰ্স্ক'ৰ যুঁজত অস্ত্ৰসজ্জিত বাহিনীৰ গুৰুত্বপূৰ্ণ ভূমিকাৰ কথা কবলৈ যাওঁতে মাথো সাধাৰণ বিষয়ত নিজক আৱদ্ধ ৰাখিব নোৱাৰি। ছোভিয়েত টেঙ্ক সৈন্যসকলৰ বাস্তৱ ক্ৰিয়াকলাপ সম্বন্ধেও গোটাচেৰেক কথা কোৱা আৱশ্যক।

৫ জুলাই তাৰিখে নাৎছীহঁতে কুৰ্স্ক'ৰ বিৰুদ্ধে উত্তৰ আৰু দক্ষিণৰ পৰা সিহঁতৰ আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিলত আৰু ক্ৰমাগত বিমান ছত্ৰৰ দ্বাৰা বলীয়ান হৈ সিহঁতৰ পেনৎছাৰবোৰে জেনাৰেল এন. পি পু'খভৰ ১৩শ আৰ্মি, জেনাৰেল আই. এম. চিস্তিয়াকভৰ ৬ষ্ঠ গাৰ্ড'ছ আৰ্মি আৰু জেনাৰেল এম এছ ছুমিলভৰ ৭ম গাৰ্ড'ছ আৰ্মিৰ ওপৰত প্ৰবল আঘাত হানিলত এইবোৰ আৰ্মিৰ সৈন্যসকলে অতুলনীয় বীৰত্ব আৰু দৃঢ়তা প্ৰদৰ্শন কৰা সত্বেও শত্ৰুৰ অস্ত্ৰসজ্জিত বাহিনীৰ আক্ৰমণ প্ৰতিহত কৰিবলৈ গৈ সিহঁতৰ নগুৰ-নাগতি অৱস্থা হ'ল। যুঁজৰ প্ৰথম দিনা তেওঁলোকক ছোভিয়েত অস্ত্ৰসজ্জিত বাহিনীৰ অধিকাংশৰ হতুৱাই সমৰ্থন কৰাৰ পৰা নহ'ল, কাৰণ তেতিয়াও এই ছোভিয়েত বাহিনীটো আমাৰ প্ৰতিৰক্ষাৰ অগ্ৰৱৰ্তী লাইনৰ পৰা

ভালেখিনি দূৰৈত আছিল। দ্বিতীয় দিনা বাত্তিপুৱা অৱশ্যে ১৩শ আৰু ৬ষ্ঠ গার্ডছ আৰ্মিয়ে জেনাৰেল এম্. ৱাই. কাতুকভৰ ১ম টেঙ্ক আৰ্মি, জেনাৰেল এ. জি. ৰদিনৰ ২য় টেঙ্ক আৰ্মি, ২য় গার্ডছ আৰু ৫ম গার্ডছ টেঙ্ক ক'ৰ আৰু ১৯শ টেঙ্ক ক'ৰৰ পৰা সাহায্য পাইছিল। এইদিনা আমাৰ প্ৰতিৰোধ কঠোৰতৰ কৰা হল। দ্বিতীয় প্ৰতিৰক্ষা লাইনত পদাতিক আৰু গোলন্দাজসকলৰ লগত যোগ দি টেঙ্ক ইউনিটবোৰে এধৰণৰ অস্ত্ৰসজ্জিত বৰ্ম সৃষ্টি কৰিছিল যাৰ বিৰুদ্ধে শত্ৰুহঁতৰ পেনৎছাৰ বাহিনীৰ আক্ৰমণে একো কাম নিদিলে। এই আত্মৰক্ষামূলক যুঁজত শক্তিশালী নতুন টেঙ্কেৰে সজ্জিত জাৰ্মান পেনৎছাৰ ডিভিশনে ছোভিয়েত অস্ত্ৰসজ্জিত বাহিনীক যি কঠিন পৰীক্ষাত পেলাইছিল, ই তাৰ পৰা সগৌৰৱে উত্তীৰ্ণ হল।

প্ৰতি-আক্ৰমণাত্মক অভিযানত আমাৰ অস্ত্ৰসজ্জিত বাহিনীৰ পৰাক্ৰম আৰু ভালদৰে প্ৰকাশ পালে। পদাতিক আৰু গোলন্দাজসকলৰ লগত মিলি টেঙ্ক ব্ৰিগেড আৰু ৰেজিমেণ্টবোৰে শত্ৰুহঁতৰ শক্তিশালী শত্ৰু প্ৰতিৰক্ষা ভেদ কৰিলে, আৰু তাৰ অলপ পিচতেই যুঁজলৈ পঠোৱা পাঁচটা টেঙ্ক আৰ্মি আৰু ১৫টা সুকীয়া টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰে অ'ৰেল বেলগ'ৰ'দ ৰণত সাফল্য নিশ্চিত কৰাত সাহায্য কৰিলে। পেনৎছাৰ বাহিনীৰ দ্বাৰা প্ৰত্যাঘাত হানি আমাৰ অগ্ৰগতিক ভেটা দিবৰ বাবে নাৎছী কমাণ্ডে প্ৰয়াস চলোৱা সত্বেও সিহঁতক বচাবৰ বাবে একো কৰিব নোৱাৰিলে। আমি এক বিপুল জয় অৰ্জন কৰিলোঁ, আৰু তাৰ বাবে ভালেখিনি কৃতিত্ব ছোভিয়েত টেঙ্ক সৈন্যসকলৰ প্ৰাপ্য।

কুৰ্স্কৰ যুঁজত টেঙ্কৰ সুবিপুল নিয়োগে প্ৰমাণ কৰিলে যে আধুনিক যুঁজত অস্ত্ৰসজ্জিত বাহিনী হৈছে প্ৰতিৰক্ষা আৰু আক্ৰমণ উভয় ক্ষেত্ৰতে নিয়ামক শক্তি।

কোনো কোনো পণ্ডিতে কয় যে দৰাচলতে প্ৰ'খ'ৰভকা এলেকাত

টেঙ্ক সজ্জর্ষ সমূলি হোৱাই নাই, অথবা ১২ জুলাই ৫ম গার্ড্ছ টেঙ্ক আর্মিৰ যুঁজবোৰ আছিল নিষ্ফল প্ৰত্যাঘাত।

এই যুক্তি ভিত্তিহীন। ১২ জুলাইত প্ৰ'খ'ৰভকা এলেকাত প্ৰকৃততে কি ঘটিছিল ?

৯ জুলাই দিনৰ অন্তত শত্ৰুহঁত কুৰ্স্ক বালজৰ দক্ষিণাংশত আমাৰ প্ৰতিৰক্ষা ৩০-৩৫ কিলোমিটাৰ গভীৰলৈকে ভেদ কৰিবলৈ সমৰ্থ হৈছিল। এনে অৱস্থাত অগ্ৰসৰমান শত্ৰুগোষ্ঠীক মষিমূৰ কৰিবৰ বাবে নিয়ামক পদক্ষেপ লোৱাটো জৰুৰী হৈ পৰিছিল। কিন্তু লক্ষ্যপূৰণৰ পক্ষে লাগতিয়াল সম্পদ ভ'ৰ'নেঝ ৰণাঙ্গনৰ নাছিল, আৰু ছোভিয়েত কমাণ্ডে ৰণনৈতিক সংৰক্ষিত শক্তিক যুঁজলৈ পঠোৱাৰ আৰু এক শক্তিশালী প্ৰত্যাঘাতৰ দ্বাৰা এই উদ্দেশ্য সাধনৰ সিদ্ধান্ত লৈছিল।

জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ পৰা ভ'ৰ'নেঝ ৰণাঙ্গনলৈ স্থানান্তৰিত হোৱা ৫ম গাৰ্ড্ছ টেঙ্ক আৰ্মিৰ ওপৰত এটা ডাঙৰ ভূমিকা ন্যস্ত কৰা হৈছিল। ৯ জুলাইৰ দিনৰ অন্তত এই আৰ্মিক অ'ছত্ৰ'গ'ঝস্ক এলেকাৰ পৰা ৩৬০ কিলোমিটাৰ বাট অতিক্ৰম কৰি প্ৰ'খ'ৰ'ভকাৰ উত্তৰ-পশ্চিমত নিয়োজিত কৰা হৈছিল। ১২ জুলাই ৰাতিপুৱা ১ম টেঙ্ক আৰু ৫ম গাৰ্ড্ছ আৰু ৬ষ্ঠ গাৰ্ড্ছ আৰ্মিৰ লগত মিলি এই আৰ্মিয়ে য়াক'ভলেভো আৰু ত'মাৰভকা অভিমুখে প্ৰতি-আক্ৰমণ কৰাৰ আৰু নাৎছী পেনৎছাৰ গোষ্ঠীক ধ্বংস কৰাৰ কথা আছিল।

নিৰ্দ্ধাৰিত কৰ্তব্য সম্পাদনৰ দায়িত্ব পোৱাৰ পিচত এই আৰ্মিৰ সৈন্যসকলে তাক পালনৰ বাবে নিবীড় প্ৰস্তুতি আৰম্ভ কৰিলে। কিন্তু শত্ৰুহঁতে আমাৰ পৰিকল্পনা ব্যৰ্থ কৰি দিলে। সিহঁতে সিহঁতৰ উল্লেখযোগ্য পেনৎছাৰ শক্তিক প্ৰ'খ'ৰভকা অভিমুখে পুনৰ্বিন্যাস কৰিলে আৰু ১১ জুলাই পশ্চিম কালৰ পৰা আমাৰ পদাতিক

বাহিনীক পিচ হুহঁকি দি প্ৰ'খ'ৰভকাৰ ওপৰত প্ৰতি-আক্ৰমণ কৰিলে।* সিহঁতে আমাৰ পদাতিক বাহিনীক প্ৰ'খ'ৰভকাৰ সোঁকালে খেদি পঠিয়ালে।

এনে ধৰণৰ এটা জটিল অৱস্থাত আৰু শত্ৰুগোষ্ঠীৰ শক্তি আৰু উদ্দেশ্য সম্বন্ধে বিস্তাৰিত বা-বাতৰি নোপোৱাত ভ'ৰ'নেখ ৰণাঙ্গনে ১২ জুলাই ৰাতিপুৱা প্ৰতি-আক্ৰমণ আৰম্ভ কৰিব লগীয়া হৈছিল।

এই কথাৰ ওপৰত জোৰ দিয়া দৰকাৰ যে এই ৰণাঙ্গন সামূহিকভাৱে আত্মৰক্ষাৰ অৱস্থানত আছিল যদিও প্ৰতি-আক্ৰমণৰ ভাৰপ্ৰাপ্ত সৈন্যসকলে পৰিকল্পনা অনুযায়ী ১২ জুলাই আৰম্ভ কৰিছিল। ৫ম গাৰ্ডছ টেঙ্ক আৰ্মি আক্ৰমণাত্মক অভিযানলৈ যোৱাৰ লগে লগেই জাৰ্মান পেনৎছাৰ বাহিনীয়ে প্ৰ'খ'ৰভকাৰ ফালে ইয়াৰ অগ্ৰগতি পুনৰ আৰম্ভ কৰিলে। দুই পৰাক্ৰান্ত অস্ত্ৰসজ্জিত বাহিনীয়ে তৰঙ্গৰ দৰে পৰস্পৰৰ ওপৰত আছাৰ খাই পৰিল। আগন্তুক যুঁজত উভয় পক্ষয়ে অৱস্থা নিজৰ অনুকূলে ঢাল নিয়াবৰ চেষ্টা কৰিবলৈ ধৰিলে।

দুই প্ৰতিপক্ষৰ টেঙ্ক ইউনিটবোৰৰ যুদ্ধ গঠনবোৰ সংঘৰ্ষৰ প্ৰথম কেই ঘণ্টাৰ ভিতৰত একাকাৰ হৈ গল, গোটেই দিন জুৰি ৰণ চলিল। কোনো কোনো ঠাইত ৫ম গাৰ্ডছ টেঙ্ক আৰ্মি আগবাঢ়িল, আকৌ আন কোনো ঠাইত শত্ৰুহঁত আগুৱাই গল। সিদিনা দুয়ো পক্ষয়ে গুৰুতৰ ক্ষয়ক্ষতিৰ চিকাৰ হবলগীয়া হৈছিল। প্ৰতিটো পক্ষই ৩০০ কৈ টেঙ্ক হেৰুৱালে।

থোৰতে কৰ পৰা যায়, প্ৰ'খ'ৰ'ভকাত প্ৰত্যাঘাত আছিল এটা সমানে সমানে সংঘৰ্ষ।

৫ম গাৰ্ডছ টেঙ্ক আৰ্মিয়ে অৱশ্যে ১২ জুলাই য়াকোলেভকো আৰু প্ৰ'খ'ৰ'ভকা এলাকালৈ গৈ পোৱাৰ লক্ষ্য পূৰণ কৰিব নোৱাৰিলে। তাৰ কেবাটাও কাৰণ আছিল।

প্ৰথমতঃ, শক্তিৰ ফালৰ শত্ৰুৰ শ্ৰেষ্ঠত্ব: আক্ৰমণৰ প্ৰধান গতিমুখত নাৎছীইঁতৰ ১০০ টাৰো বেছি গধুৰ টেঙ্কসহ প্ৰায় ৭০০ পেনংছাৰ আছিল। এই গোষ্ঠীৰ লগত যুঁজত লিপ্ত ৫ম গাৰ্ডছ আৰ্মিৰ আছিল ৫০০ তকৈ কিছু বেছি টেঙ্ক, তাৰ ভিতৰত ২০০ আছিল লঘু। এই আৰ্মিৰ আছিল মাথো ৩৫টা গধুৰ টেঙ্ক আৰু স্বয়ংচালিত কামান।

দ্বিতীয়তঃ, ১১ জুলাই প্ৰ'খ'ৰভকাৰ পৰা আমাৰ সৈন্য প্ৰত্যাহাৰে ৫ম গাৰ্ডছ টেঙ্ক আৰ্মিৰ প্ৰতি-আক্ৰমণৰ বাবে দু দিনীয়া নিবীড় প্ৰস্তুতি নিৰৰ্থক কৰি দিলে আৰু ক'ৰবোৰে আক্ৰমণত জঁপিয়াই পৰিবৰ বাবে নতুন অৱস্থান নিৰ্দিষ্ট কৰিব লগীয়া হল আৰু সিবোৰৰ মাজত সহযোগিতা একেবাৰে আৰম্ভণিৰ পৰা সংগঠিত কৰিব লগীয়া হল। কিন্তু ইয়াৰ বাবে সময় আছিল বৰ কম।

তৃতীয়তঃ, যুদ্ধই যেতিয়া চৰম পৰ্য্যায় পাইছিলগৈ তেতিয়া সাফল্য প্ৰধান আক্ৰমণৰ গতিমুখত ব্যৱহাৰ কৰিব পৰাকৈ প্ৰয়োজনীয় সা-সমল কমাণ্ডৰসকলৰ নাছিল, কাৰণ শত্ৰুইঁতে যাতে আৰ্মিৰ পাৰ্শ্বদেশ লুটিয়াই দিব নোৱাৰে সেই বিপদ দূৰীভূত কৰাৰ বাবে আৰ্মিৰ প্ৰতিৰক্ষাৰ দ্বিতীয় স্তৰ আৰু সংৰক্ষিত শক্তি ব্যৱহাৰ কৰি পেলাব লগা হৈছিল।

চতুৰ্থতঃ, আৰ্মি প্ৰতি-আক্ৰমণ গোলন্দাজ আৰু বিমান বহৰৰ দ্বাৰা যথাযোগ্যভাৱে সমৰ্থিত হোৱা নাছিল।

এই আৰ্মিয়ে শত্ৰুগোষ্ঠীক ছত্ৰভঙ্গ কৰিব নোৱাৰিলে যদিও, তথাপি ই জেনাৰেল এ এছ ঝাদভৰ ৫ম গাৰ্ডছ আৰ্মিৰ লগত মিলি শত্ৰুৰ গতি স্তব্ধ কৰি দিব পাৰিছিল আৰু তাক আত্মৰক্ষামূলক অৱস্থান লবলৈ বাধ্য কৰিছিল। এই অংশত যুঁজৰ গতিপথৰ ওপৰত ইয়াৰ নিয়ামক প্ৰভাৱ পৰিছিল।

বেলগ'ৰ'দ আৰু খাৰকভৰ ওপৰত ৫ম গাৰ্ডছ টেঙ্ক আৰ্মিৰ আক্ৰমণাত্মক অভিযানো শিক্ষাপ্ৰদ আছিল।

তাতেই, এই যুঁজত পোনপ্ৰথম ৫ম গাৰ্ডছ টেঙ্ক আৰ্মি আৰু ১ম টেঙ্ক আৰ্মিয়ে সকলভাৱে বহুত গভীৰলৈকে আক্ৰমণ চলাইছিল।

এই আৰ্মিবোৰে সাফল্যক পূৰ্ণ-সদ্ব্যৱহাৰৰ উদ্দেশ্যে সমুখৰ লাইনৰ স্তৰ হিচাপে ইয়াৰ লক্ষ্যপূৰণ কৰিছিল। এই যুঁজত তেওঁলোকে অৰ্জন কৰা অভিজ্ঞতাক মহান দেশপ্ৰেমিক যুঁজৰ পৰৱৰ্ত্তী আক্ৰমণাত্মক অভিযানবোৰত ব্যাপকভাৱে ব্যৱহাৰ কৰা হৈছিল।

বিশেষভাৱে উল্লেখযোগ্য হৈছে যুঁজৰ প্ৰথম দিনা সেনাবাহিনীক নমোৱাৰ আৰু তেওঁলোকে যুঁজৰ মাজেদি অৰ্জন কৰা অভিজ্ঞতা, কাৰণ শত্ৰুৰ প্ৰতিৰক্ষাৰ গভীৰত ছোভিয়েত সৈন্যসকলৰ যুঁজৰ সাফল্য সেনাবাহিনীৰ সময়মতে আৰু সফলভাৱে যুঁজত নমোৱাৰ ওপৰত বহুল পৰিমাণে নিৰ্ভৰ কৰিছিল। একমাত্ৰ শত্ৰুৰ প্ৰতিৰক্ষাৰ অভ্যন্তৰত যুঁজ চলি থকাৰ এলেকাৰ গভীৰত প্ৰৱেশ কৰাৰ পিচতেই টেঙ্ক বাহিনীয়ে যুঁজ কৰাৰ দক্ষতা, সুকৌশলী চলাচলৰ ক্ষমতা আৰু গতিবেগ প্ৰদৰ্শন কৰিব পৰা হ'ল। সেই সময়ত আমি ডাঙৰ ডাঙৰ গতিশীল গঠনবোৰক যুঁজত নমোৱাৰ সম্পৰ্কত যথেষ্ট অভিজ্ঞ নাছিলো। অ'ৰেলৰ যুঁজত তিনিটা টেঙ্ক আৰ্মিক নমোৱা হৈছিল কিন্তু সাফল্য অৰ্জিত হোৱা নাছিল, তেওঁলোকে প্ৰতিৰক্ষাৰ অভ্যন্তৰত যুঁজ চলি থকা এলাকাৰ গভীৰত প্ৰৱেশ কৰিব পৰা নাছিল। সেয়ে বেলগ'ৰ'দ-খাৰকভ যুঁজৰ প্ৰস্তুতিৰ সময়ত ৫ম গাৰ্ডছ টেঙ্ক আৰ্মিক নমোৱাৰ প্ৰশ্নটোৰ ওপৰত ৰণাঙ্গনৰ আৰু আৰ্মিৰ কমাণ্ডে বিশেষভাৱে মনোযোগ নিবদ্ধ কৰিব লগীয়া হৈছিল।

ৰণাঙ্গনৰ কমাণ্ডাৰে আৰ্মিৰ বাবে গোলন্দাজ, বিমান আৰু ইনজিনিয়াৰিং মদতৰ দিহা কৰিলে, আনহাতেদি আমি আৰ্মি কোন বাটেদি মোতায়েন হোৱাৰ লাইনত উপস্থিত হব, সেই লাইনলৈ অগ্ৰসৰ হবৰ বাবে কোন ক্ৰম আৰু কাৰ্য্যসূচী ই অনুসৰণ কৰিব এইবোৰ বিষয়ে আমি বিতংকৈ অনুশীলন কৰিলোঁ; তাৰোপৰি, টেঙ্ক

ক'ৰৰ শক্তিশালী ইউনিটবোৰ সম্পূৰ্ণ ভাঙি সোমোৱাৰ বাবে প্ৰস্তুত থকা শত্ৰুৰ ৰণকৌশলগত প্ৰতিৰক্ষা এলাকাত ক'ত নিয়োগ কৰা হ'ব আদি বিষয়েও অনুশীলন কৰিলোঁ।

আক্ৰমণাত্মক অভিযানৰ প্ৰথম দিনা (৩ আগষ্ট) এটা কথা আমাক বৰ চিন্তান্বিত কৰিছিল। সেইটো হৈছে আমাৰ আৰ্মিক যি অংশত যুঁজত নমোৱা হ'ব বুলি ঠিক হৈছিল সেই অংশৰ প্ৰতিৰক্ষা ভেদ কৰিবলৈ জেনাৰেল বাদভৰ ৫ম গাৰ্ডছ আৰ্মিয়ে কিমান সময় লব। এইবোৰ চিন্তা বৃথা বুলি প্ৰমাণিত হ'ল। টেঙ্ক আৰ্মিৰ প্ৰথম স্তৰৰ ক'ৰৰ অগ্ৰৱৰ্তী ইউনিটবোৰে দুপৰ বেলিকা ৰণক্ষেত্ৰলৈ গৈ দেখিলে যে ৫ম গাৰ্ডছ আৰ্মিৰ সৈন্যসকলে ইতিমধ্যেই শত্ৰুৰ প্ৰধান প্ৰতিৰক্ষা লাইন প্ৰায় সম্পূৰ্ণ ভাঙি পেলাইছে। পদাতিক সৈন্যসকলৰ লগত মিলি প্ৰবলবেগে আক্ৰমণ কৰি টেঙ্ক ক'ৰৰ অগ্ৰৱৰ্তী ব্ৰিগেডবোৰে শত্ৰুৰ বেহুবেষ্টিত প্ৰতিৰক্ষা এলাকাৰ মাজত ভাঙন সম্পূৰ্ণ ক'ৰিলে আৰু আৰ্মিৰ প্ৰধান শক্তিবোৰে বেছি অসুবিধা নোপোৱাকৈ মোতায়েন হোৱাৰ লাইন পালেগৈ, পদাতিক সৈন্যসকলৰ যুঁজৰ গঠনবোৰ অতিক্ৰম কৰি গল আৰু দ্ৰুত শত্ৰু প্ৰতিৰক্ষাৰ গভীৰলৈ আগুৱাই যাবলৈ ধৰিলে।

শত্ৰুৰ প্ৰতিৰক্ষা যথেষ্ট দ্ৰুত ভেদ কৰা গোলন্দাজ আৰু বিমানৰ নিৰ্ভৰযোগ্য মদত আৰু আৰ্মিৰ সংগ্ৰামী সৈন্যসকলৰ সমৰকুশলতাৰ যহত আৰ্মিক সফলভাৱে যুঁজত নমাব পৰা হ'ল।

মহান দেশপ্ৰেমিক যুঁজত এই পোনপ্ৰথম এটা টেঙ্ক আৰ্মিক যুঁজত নমোৱাৰ এই ধৰণৰ পদ্ধতি লোৱা হ'ল। ৰণাঙ্গনৰ গতিশীল আঘাতকাৰী শক্তি হিচাপে আমাৰ আৰ্মিয়ে শত্ৰুৰ বেহুবেষ্টিত প্ৰতিৰক্ষা এলেকাত যুঁজ চলাই যাবৰ বাবে তাৰ শক্তি ব্যয় নকৰিলে, যুঁজৰ ক্ষমতা অটুট ৰাখিলে যাৰ ফলত প্ৰতিৰক্ষাৰ গভীৰত ই দ্ৰুত কাম কৰিবলৈ সক্ষম হ'ল। আৰ্মিৰ প্ৰথম স্তৰত দুটা টেঙ্ক ক'ৰ

নিয়োগৰ ফলত পদাতিক সৈন্যসকলক চেৰাই যোৱাৰ পিচত আৰ্মিৰ পক্ষে শত্ৰুৰ ওপৰত মোক্ষম আঘাত দিয়া, তাৰ প্ৰতিৰোধ ভাঙি পেলোৱা আৰু প্ৰথম দিনৰ শেষছোৱাত ২৫-৩০ কিলোমিটাৰ আগুৱাই, যোৱাটো সম্ভৱ হৈছিল। ব্যাপক কৌশল অৱলম্বনৰ জৰিয়তে আৰ্মি, ইউনিটবোৰে প্ৰবল প্ৰতিৰক্ষা বিন্দুবোৰৰ বাবে দীঘলীয়া যুঁজৰ লগত সাঙোৰ খাই পৰাটো এৰাব পৰা হৈছিল, তেওঁলোক বৰং শত্ৰুৰ পশ্চাদ-ভাগত যিমান গভীৰত সম্ভৱ সোমাবলৈ চেষ্টা কৰিছিল। ফলত যুঁজৰ প্ৰথম দিনাৰ বাবে যি লক্ষ্য ধাৰ্য্য কৰা হৈছিল তাক পূৰণ কৰিব পৰা হৈছিল।

কুৰ্স্কৰ যুঁজে আমাৰ যুদ্ধকলা সমৃদ্ধ কৰিছিল আৰু ই আছিল টেঙ্ক সৈন্যসকলৰ পক্ষে এক গুৰুতৰ পৰীক্ষা।

টেঙ্ক আৰু যন্ত্ৰসজ্জিত ব্ৰিগেডৰ আৰু ক'ৰৰ বহুত কমাণ্ডাৰ প্ৰখ্যাত সামৰিক নেতা হৈছিল।

কুৰ্স্কৰ যুঁজে টেঙ্ক নেতাসকলক ভৱিষ্যত আৰ্মি কমাণ্ডাৰ হোৱাৰ যোগ্যতা অৰ্জনৰ সুযোগ দিছিল। এই যুঁজৰ পিচত ২য় টেঙ্ক আৰ্মিক এছ আই. ব'গদানভৰ অধীনলৈ দিয়া হৈছিল, তেওঁ পৰৱৰ্তী কালত মাৰ্শ্বাল পদলৈ উন্নীত হৈছিল।

কুৰ্স্কৰ যুঁজত যি ব্ৰিগেড আৰু ক'ৰ কমাণ্ডাৰসকলে যুঁজিছিল আৰু পৰৱৰ্তী কালত প্ৰখ্যাত সামৰিক নেতা হৈছিল, তেওঁলোক হৈছে এ. কে. বাবাদ্য়ানিয়ান, আই আই. গুছাকভস্কি, ডি. এ দ্ৰাগুনস্কি, এন. পি. কনস্তানতিনভ, কে. এ. মেলিগন আৰু আই. আই. য়াকুবোভস্কি। আধুনিক যুঁজত অস্ত্ৰসজ্জিত বাহিনীয়ে কেনে গুৰুত্বপূৰ্ণ ভূমিকা লয় আৰু সাহিয়াল আৰু দক্ষ অফিচাৰৰ নেতৃত্ব পালে টেঙ্ক সৈন্যসকলে কিমান কাম কৰিব পাৰে তেওঁলোকে তাক বাস্তৱত দেখুৱাই দিছিল।

ইজন বা সিজন মানুহৰ দক্ষতা সম্বন্ধে বায় দিয়াৰ চেষ্টা নকৰিও মই টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰৰ কেইজনমানৰ কথা সুকীয়াভাবে উল্লেখ কৰিব খোজো যিসকলে যুঁজত বিশেষ কৃতিত্ব প্ৰদৰ্শন কৰিছিল। তেওঁলোকে হৈছে এছ. আই ব'গদানভ, এ. এছ. বুৰদেইনি, এ এল. গেটমান, এছ. এম. ক্ৰিভ'ছাইন, এ. জি ক্ৰাতচেংকো, পি পি পলুয়োৰভ, ভি. টি. অ'বুখভ আৰু এম. ভি ছ'ল'মাতিনৰ দৰে প্ৰখ্যাত জেনাৰেলসকল। টেঙ্ক আৰ্মি কমাণ্ডাৰ পি এছ. ৰাইবালকো আৰু এম্. ৱাই কাতুকভে এই ঐতিহাসিক যুঁজত তেওঁলোকৰ গৌৰৱময় সুনাম আৰু উজ্জ্বল কৰিছিল।

সদৌ শেষত, দুয়ো পক্ষয়ে এই যুঁজত নিজৰ নিজৰ শ্ৰেষ্ঠ অস্ত্ৰসজ্জিত বাহিনীবোৰক ব্যৱহাৰ কৰিছিল। মনত ৰাখিব লাগিব যে যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ত আমাৰ তিনিটা টেঙ্ক আৰ্মি আৰু ৬টা সুকীয়া টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰ আছিল।

গণবীৰত্ব, অসীম সাহস, প্ৰতিৰক্ষাত দৃঢ়তা আৰু অদম্য আক্ৰমণাত্মক মনোভাৱ—এইবোৰ আছিল ছোভিয়েত সৈন্যসকলৰ বৈশিষ্ট্যসূচক গুণ। সমাজতান্ত্ৰিক দেশৰ প্ৰতি ভালপোৱা আৰু শত্ৰুৰ প্ৰতি তীব্ৰ ঘৃণাই ছোভিয়েত জনগণৰ ক্ষমতা বহুগুণে বৃদ্ধি কৰিছিল আৰু তেওঁলোকক মহত্বৰ কীৰ্তি ৰচনাৰ বাবে উদ্দীপিত কৰিছিল।

কুৰ্স্ক'ৰ যুঁজত আমাৰ ফৌজে দিয়া আঘাতত জৰ্জৰিত নাৎছী সেনাবাহিনীবোৰ পিচ হুঁহকিবলৈ ধৰিলে, আৰু যুঁজৰ অন্ত নপৰালৈকে পিচ হুঁহকিয়ে থাকিল।

---



## মাৰ্শ্বাল
## আমাঝাস্প বাবাদজানিয়ান*

# টেঙ্ক আৰু যন্ত্ৰসজ্জিত বাহিনী

দ্বিতীয় বিশ্বযুদ্ধৰ অন্যতম বৃহত্তম যুঁজ, কুৰ্স্কৰ যুঁজ টেঙ্ক সঙ্ঘৰ্ষৰ পৰিসৰ আৰু তীব্ৰতাৰ ফালৰ পৰা অতুলনীয়। ন্যায়সঙ্গতভাৱেই ইয়াক টেঙ্কৰ যুদ্ধ বুলি অভিহিত কৰিব পাৰি, কাৰণ দুয়ো পক্ষয়ে অস্ত্ৰসজ্জিত শক্তিৰ দ্বাৰা তেওঁলোকৰ প্ৰধান উদ্দেশ্য সাধন কৰিবলৈ বিচাৰিছিল।

এই কথা সুবিদিত যে পৃথক পৃথক যুঁজত আৰু সাধাৰণভাৱে সমগ্ৰ যুঁজত সকলো বাহিনীৰ আৰু সেৱা-ব্যৱস্থাৰ যৌথ প্ৰয়াসৰ যহুত আমি বিজয়ী হৈছিলোঁ। কিন্তু যুদ্ধৰ বিভিন্ন স্তৰত সশস্ত্ৰ ফৌজৰ এটা বিশিষ্ট বিভাগক বাছি লব লগা হৈছিল আৰু তাৰ ওপৰত সবাতোকৈ দায়িত্বপূৰ্ণ কৰ্তব্য ন্যস্ত কৰা হৈছিল। অস্ত্ৰসজ্জিত শক্তিবোৰে প্ৰায়ে সেই ধৰণৰ কৰ্তব্য পালন কৰিছিল। বিগত যুদ্ধৰ প্ৰায় আটাইবোৰ ডাঙৰ যুঁজত অস্ত্ৰসজ্জিত শক্তিবোৰেই আছিল প্ৰধান আক্ৰমণকাৰী আৰু প্ৰতি-আক্ৰমণকাৰী শক্তি। কুৰ্স্কৰ

* কুৰ্স্কৰ যুঁজত ছোভিয়েত ইউনিয়নৰ বীৰ মাৰ্শ্বাল বাবাদজানিয়ানে ৩য় মেকানাইজড ক'ৰৰ ৩য় মেকানাইজড ব্ৰিগেডৰ নেতৃত্ব কৰিছিল।

যুঁজৰ ক্ষেত্ৰত এই কথাটো বিশেষভাৱে প্ৰযোজ্য। উভয় পক্ষয়ে নিৰ্দ্ধাৰিত লক্ষ্য যিমান সোনকালে সম্ভৱ কাৰ্য্যকৰ কৰাৰ বাবে তেওঁলোকৰ অস্ত্ৰসজ্জিত বাহিনীৰ বেছিভাগ এই এলেকাত কেন্দ্ৰীভূত কৰিছিল।

কুৰ্স্ক অভিক্ষেপৰ পাৰ্শ্বদেশবোৰত নাৎছী কমাণ্ডে ১৬টা পেনৎছাৰ আৰু মটৰবাহিত ডিভিশ্বন (ছোভিয়েত-জাৰ্মান ৰণাঙ্গনত সিহঁতৰ গতিশীল ইউনিটবোৰৰ ৬১ শতাংশ), সংখ্যাৰ ফালৰ পৰা ২৭০০ নিয়োগ কৰিছিল। জাৰ্মানিহঁতে প্ৰধান প্ৰয়াসৰ গতিমুখত শ্ৰেষ্ঠ-পেনৎছাৰ ইউনিটবোৰ কেন্দ্ৰীভূত কৰিছিল, যেনে, এছ এছ এডলফ-হিটলাৰ, টোটেনকফ্‌ আৰু ৰাইখ ডিভিশ্বনবোৰ আৰু মটৰ বাহিত গ্ৰছডয়েটছলেণ্ড ডিভিশ্বনক। টাইগাৰ আৰু পেন্থাৰ টেঙ্ক আৰু ফাৰ্ডিনাণ্ড আক্ৰমণকাৰী কামানেৰে সিবোৰ আৰু কঠোৰ কৰা হৈছিল। নাৎছী কমাণ্ডে এই প্ৰবল আক্ৰমণকাৰী শক্তিবোৰৰ ওপৰত বহুত ভাৰসা কৰিছিল।

ছোভিয়েত কমাণ্ডেও নিয়ামক যুঁজৰ বাবে প্ৰস্তুতি চলাই গৈছিল।

১৯৪৩ চনৰ জহকালিৰ মাজভাগত কমিউনিষ্ট পাৰ্টিৰ নেতৃত্বই সশস্ত্ৰ ফৌজৰ শক্তিবৃদ্ধিৰ বাবে আৰু তেওঁলোকক যথেষ্ট অস্ত্ৰশস্ত্ৰেৰে সুসজ্জিত কৰিবলৈ ছোভিয়েত ৰাইজে লাগতিয়াল সকলো কৰিছিল। অস্ত্ৰসজ্জিত শক্তিবোৰৰ বিকাশ আৰু উন্নয়নৰ প্ৰতি বিশেষ দৃষ্টি দিয়া হৈছিল। তেওঁলোকে বহুত নতুন টেঙ্ক আৰু স্বয়ংচালিত কামান পাইছিল, টেঙ্ক আৰু যন্ত্ৰসজ্জিত সৈন্যগঠনসমূহৰ সংখ্যাবৃদ্ধি কৰা হৈছিল আৰু তেওঁলোকৰ সাংগঠনিক কাঠামো উন্নত কৰা হৈছিল।

ডাঙৰ ডাঙৰ টেঙ্ক সৈন্যগঠন সংগঠিত কৰাৰ কাম দ্ৰুতগতিৰে আগুৱাইছিল। টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰৰ ভেটিত নতুন ধৰণৰ টেঙ্ক আৰ্মিবোৰ কুৰ্স্কৰ যুঁজৰ অলপ আগতেই সংগঠিত কৰা হৈছিল।

কুৰ্স্ক বালজৰ ওপৰত আগন্তুক যুঁজৰ চৰিত্ৰৰ ওপৰত গুৰুত্ব

আৰোপ কৰি ছোভিয়েত চুপ্ৰীম কমাণ্ডে তেওঁলোকৰ অস্ত্ৰসজ্জিত বাহিনীৰ সৰহভাগ তাত কেন্দ্ৰীভূত কৰিছিল—সেই সময়ত ছোভিয়েত সশস্ত্ৰ ফৌজৰ হাতত থকা পাঁচটা টেঙ্ক আৰ্মিৰ আটাইবোৰক, ১৫ টা টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰক আৰু বহুসংখ্যক পৃথক ৰেজিমেণ্ট আৰু ব্ৰিগেডক।

আত্মৰক্ষামূলক যুঁজৰ পৰ্য্যায়ৰ সূচনাত ভ'ৰ'নেঝ আৰু কেন্দ্ৰীয় ৰণাঙ্গন আৰু স্তেপ মিলিটাৰি ডিষ্ট্ৰিক্টৰ (ৰণাঙ্গনৰ) প্ৰায় ৫০০০ টেঙ্ক আৰু স্বয়ংচালিত কামানবোৰ, ব্ৰিয়ানস্ক ৰণাঙ্গনৰ আৰু পশ্চিম ৰণাঙ্গনৰ বাওঁপক্ষৰ অস্ত্ৰসজ্জিত শক্তিবোৰ আৰু ৩য় গাৰ্ডছ টেঙ্ক আৰু ৪ৰ্থ টেঙ্ক আৰ্মিবোৰ আৰু পৃথক যিবোৰ টেঙ্ক ক'ৰক যুঁজত নিয়োজিত কৰা হৈছিল সেই আটাইবোৰ মিলি আছিল ৭৫০০ৰো অধিক টেঙ্ক (সেই সময়ত লভ্য সমস্ত টেঙ্ক আৰু স্বয়ংচালিত কামানৰ ৭৮ শতাংশ)। এই 'কুৰ্স্ক' এলেকাতেই অভিযানৰ ভাগ্য নিৰ্দ্ধাৰিত হ'বলৈ গৈছে—এই বিষয়ত নিশ্চিত বোধ কৰিয়েই মাথো ইমান বিপুল সংখ্যক অস্ত্ৰসজ্জিত বাহিনী নিয়োগৰ সিদ্ধান্ত লোৱা হৈছিল। ই আছিল এক সাহসিক পৰিকল্পনা।

থোৰতে, ৰণাঙ্গনৰ অপেক্ষাকৃত ক্ষুদ্ৰ এটা খণ্ডত উভয় পক্ষই তেওঁলোকৰ অস্ত্ৰসজ্জিত বাহিনীৰ অধিকাংশ, মুঠ ১০,০০০ টেঙ্ক আৰু স্বয়ংচালিত কামান কেন্দ্ৰীভূত কৰিছিল, যুদ্ধৰ পূৰ্ব্বৰতী কোনো পৰ্য্যায়ত এনে ধৰণৰ কেন্দ্ৰীভৱনৰ কোনো নজিৰ নাছিল।

টেঙ্কৰ সংখ্যাৰ ফালৰ পৰা সামূহিকভাৱে আমাৰ প্ৰাধান্য আছিল। কিন্তু পাৰস্পৰিক সম্পৰ্ক সঠিকভাৱে বুজিবলৈ হলে এই কথা অৱশ্যেই মনত ৰাখিব লাগিব যে ১৯৪৩ চনৰ জহকালি ছোভিয়েত টেঙ্কৰ উল্লেখনীয় অংশ আছিল লঘু। উদাহৰণস্বৰূপে, কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ ৩৬০০ টেঙ্ক আছিল, তাৰ ভিতৰত ১০৬২ অৰ্থাৎ এক তৃতীয়াংশ আছিল লঘু, এই ঘটনাই আমাৰ প্ৰাধান্য লেখতলবলগীয়াকৈ কমাই দিছিল। এই কথাটোও পাহৰি যোৱা

উচিত নহয় যে আমাৰ নতুন টেঙ্ক আৰ্মিবোৰ যুদ্ধৰ ঠিক আগে-আগে তৈয়াৰী হৈছিল মাথোন আৰু ৪ৰ্থ টেঙ্ক আৰ্মি তেতিয়াও তাৰ চূড়ান্ত সাংগঠনিক পৰ্যায় অতিক্ৰম কৰা নাছিলহি। আৰ্মি হেড কোয়াৰ্টাৰ্ছ সমূহত তৰুণ অফিচাৰসকলে কাম কৰিছিল আৰু তেতিয়ালৈকে দৃঢ়ভাৱে সৈন্য নিয়ন্ত্ৰণৰ বাবে তেওঁলোক প্ৰস্তুত হোৱা নাছিল। উচ্চতৰ হেড কোয়াৰ্টাৰ্ছবোৰৰ নতুন টেঙ্ক আৰ্মিসমূহক চলিত যুঁজত নিয়োগ সম্পৰ্কে সুস্পষ্ট ধাৰণা নাছিল।

স্বাভাৱিকতেই এইবোৰ কাৰণত বহুত অসুবিধাৰ সৃষ্টি হৈছিল আৰু চলিত যুঁজৰ বাবে তৈয়াৰী নতুন গঠনবোৰক নমোৱাৰ সবাতোকৈ উপযোগী ৰূপ আৰু পদ্ধতিৰ সন্ধানকাৰ্য্যত ভ্ৰান্তি আৰু হিচাপৰ ভুল অনিবাৰ্য্যভাৱেই ঘটিছিল। এইবোৰ ত্ৰুটি সত্ত্বেও কুৰ্স্কৰ যুঁজ আছিল অতীব শিক্ষাপ্ৰদ। ছোভিয়েত সৈন্যসকলে ৰেজিমেণ্ট, ব্ৰিগেড, কʼৰ আৰু আৰ্মিত সংগঠিত বহুসংখ্যক টেঙ্ক নিয়োগ কৰি মৌলিক ধৰণৰ চিৰায়ত যুঁজ পৰিচালনা কৰাৰ সমৃদ্ধ অভিজ্ঞতা অৰ্জন কৰিছিল। অস্ত্ৰসজ্জিত বাহিনীৰ, বিশেষকৈ টেঙ্ক কʼৰ আৰু আৰ্মিবোৰৰ ব্যাপক ব্যৱহাৰে আৰ্মিৰ আৰু ৰণাঙ্গনৰ যুঁজবোৰৰ আৰু সাধাৰণভাৱে সমগ্ৰ যুঁজৰ চৰিত্ৰ আৰু ফলাফলৰ ওপৰত নিয়ামক প্ৰভাৱ পেলাইছিল। কুৰ্স্কৰ যুঁজত অস্ত্ৰসজ্জিত বাহিনীবোৰে যে আত্মৰক্ষামূলক আৰু আক্ৰমণাত্মক উভয় যুঁজতেই সবাতোকৈ জটিল কৰ্তব্যবোৰৰ মোকাবিলা কৰাৰ ক্ষমতা অৰ্জন কৰিছে তাক তেওঁলোকে দেখুৱাই দিছিল।

কেন্দ্ৰীয় আৰু ভʼৰʼনেঝ ৰণাঙ্গনত আত্মৰক্ষামূলক যুঁজত অস্ত্ৰসজ্জিত শক্তি নিয়োগৰ বৈশিষ্ট্য আছিল সিবোৰক গভীৰলৈকে বিন্যস্ত কৰা আৰু প্ৰত্যেক স্তৰকে এটা নিৰ্দিষ্ট কৰ্তব্য পালনৰ দায়িত্ব দিয়া। উদাহৰণস্বৰূপে, পৃথক পৃথক টেঙ্ক ৰেজিমেণ্ট আৰু পৃথক পৃথক টেঙ্ক ব্ৰিগেডেৰে প্ৰথম স্তৰটো তৈয়াৰ কৰা হৈছিল। এইবোৰক মোতায়েন

কৰা হৈছিল ফিল্ড আৰ্মিবোৰৰ প্ৰতিৰক্ষা এলেকাৰ ভিতৰত আৰু এইবোৰ আছিল সিবোৰৰ কমাণ্ডাৰসকলৰ আৰু পদাতিক ক'ৰ আৰু ডিভিশ্বনবোৰৰ কমাণ্ডাৰসকলৰ সংৰক্ষিত শক্তি। টেঙ্ক ৰেজিমেণ্টবোৰ অংশক নিয়োগ কৰা হৈছিল টেঙ্ক প্ৰতিৰোধী এলেকাত প্ৰতিৰক্ষাৰ শক্তিশালী বিন্দুবোৰত আৰু য'ৰপৰা অতৰ্কিত আক্ৰমণ কৰা হ'ব সেইবোৰ অঞ্চলত। প্ৰথম স্তৰটো'ৱে ৰণাঙ্গনৰ মুঠ টেঙ্কৰ প্ৰায় আধা লৈছিল।

টেঙ্ক আৰ্মিবোৰ আৰু পৃথক টেঙ্ক ক'ৰবোৰ আছিল দ্বিতীয় স্তৰ আৰু ৰণাঙ্গনৰ অস্ত্ৰসজ্জিত সংৰক্ষিত শক্তি। সিবোৰৰ বিন্যাস কৰা হৈছিল সমুখস্থ লাইনৰ পৰা ৩০-৩৫ কিলোমিটাৰ নিলগত আৰু যিবোৰ শত্ৰুগোষ্ঠী ভাঙি সোমাই পৰিছিল সিহঁতক প্ৰতি-আক্ৰমণ কৰাৰ বাবে সিবোৰক ব্যৱহাৰ কৰা হৈছিল। ৰণাঙ্গনৰ মুঠ টেঙ্কৰ অন্ততঃপক্ষে আধাক লৈ তৈয়াৰী এই স্তৰ আছিল প্ৰধান গতিশীল আঘাতকাৰী শক্তি যাক কামত লগাই ছোভিয়েত কমাণ্ডে আক্ৰমণাত্মক যুঁজৰ সোঁত নিজৰ অনুকূলে পৰিৱৰ্তন কৰাৰ আশা কৰিছিল।

টেঙ্ক আৰ্মিবোৰে নাৎছীহঁতৰ কেন্দ্ৰীভূত অস্ত্ৰসজ্জিত বাহিনীৰ আক্ৰমণক ভেটা দিয়াত এক নিয়ামক ভূমিকা লৈছিল। আমাৰ ফৌজৰ যুদ্ধ চলাকালীন সময়ৰ প্ৰতিৰক্ষা দুৰ্ভেদ্য বুলি প্ৰমাণিত হৈছিল।

আত্মৰক্ষামূলক যুঁজৰ আগতে পুঙ্খানুপুঙ্খ প্ৰস্তুতি কৰা হৈছিল। টেঙ্ক কমাণ্ডাৰসকল আৰু তেওঁলোকৰ হেড কোৱাৰ্টাৰ্ছ সমূহে পদাতিক, গোলন্দাজ, ইনজিনিয়াৰ আৰু বিমান গোটবোৰৰ কমাণ্ডাৰ আৰু হেড কোৱাৰ্টাৰ্ছৰ লগত মিলি যুটীয়া মহৰাৰ ব্যৱস্থা কৰিছিল। অগ্ৰসৰমান শত্ৰুৰ বিৰুদ্ধে প্ৰতি-আক্ৰমণৰ সৰ্বপ্ৰকাৰ সম্ভাব্য বিকল্পৰ মহড়া মানচিত্ৰ আৰু ৰণভূমিত দিয়া হৈছিল। সৈন্যসকলৰ মাজত ৰাজনৈতিক কামৰ ওপৰত যথেষ্ট মনোযোগ দিয়া হৈছিল। তথাপি আত্মৰক্ষামূলক যুঁজৰ গতিপথত ছোভিয়েত কমাণ্ডে তেওঁলোকৰ পৰিকল্পনা বহিৰ্ভূতভাৱেও অস্ত্ৰসজ্জিত শক্তিক নিয়োগ কৰিব লগীয়াত পৰিছিল।

কেন্দ্ৰীয় ৰণাঙ্গনত এক প্ৰবল শত্ৰু পেনৎছাৰ বাহিনী প্ৰথম দিনাৰ অন্তত ১৩শ আৰ্মিৰ প্ৰধান প্ৰতিৰক্ষা লাইন ভেদ কৰিবলৈ আৰু ৬-৮ কিলোমিটাৰ গভীৰ পৰ্য্যন্ত সোমাবলৈ সক্ষম হৈছিল। এই অৱস্থাৰ সমুখীন হৈ ৰণাঙ্গনৰ কমাণ্ডাৰ জেনাৰেল ৰ'ক'ছ'ভস্কিয়ে লাইনটো পুনৰ প্ৰতিষ্ঠাৰ উদ্দেশ্যে ৬ জুলাই ৰাতিপুৱা এক প্ৰবল প্ৰত্যাঘাত হনাৰ সিদ্ধান্ত ললে। এই লক্ষ্য সাধনৰ বাবে জেনাৰেল ৰদিনৰ ২য় টেঙ্ক আৰ্মি আৰু জেনাৰেল ভাছিলিয়েভৰ ১৯তম টেঙ্ক ক'ৰক প্ৰধান ভূমিকা দিয়া হৈছিল।

১৭শ পদাতিক ক'ৰৰ সহযোগিতাত ২য় টেঙ্ক আৰ্মি আৰু ১৯শ টেঙ্ক ক'ৰে কৰা প্ৰতি-আক্ৰমণেই আছিল দৰাচলতে ৰণাঙ্গনৰ দ্বাৰা টেঙ্কৰ প্ৰথম প্ৰতিশোধকামী আঘাত। কেবাটাও কাৰণত ই আকাঙ্ক্ষিত ফল দিয়া নাই যদিও এই প্ৰত্যাঘাতে আত্মৰক্ষাসমূলক যুঁজত আমাৰ অনুকূলে সোঁত সলাই দিছিল। শত্ৰুক ই দ্বিতীয় লাইন আহি পোৱাৰ আগতেই গতিৰোধ কৰা হৈছিল আৰু ইয়াৰ যি ক্ষয়ক্ষতি হৈছিল সেয়া তাক অ'লখ'ভাতকাৰ বিৰুদ্ধে আক্ৰমণাত্মক অভিযান চলোৱাৰ পক্ষে শক্তিহীন কৰি পেলাইছিল। প্ৰতি-আক্ৰমণৰ পিচত ২য় টেঙ্ক আৰ্মিয়ে দ্বিতীয় লাইনত আত্মৰক্ষামূলক অৱস্থান লৈছিল আৰু ১৩শ আৰ্মিৰ লগত একেলগে শত্ৰুৰ কুৰ্স্কত ভাঙি সোমোৱাৰ সকলো চেষ্টা ব্যৰ্থ কৰি দিছিল।

ইতিমধ্যে ভ'ৰ'নেঝ খণ্ডত তুমুল যুঁজ চলি আছিল, তাত বেলগ'ৰ'দৰ উত্তৰ-পশ্চিম এলেকাৰ পৰা অ'ব'য়ান আৰু কুৰ্স্ক অভিমুখে শত্ৰুইঁতে প্ৰবল পৰাক্ৰমেৰে আক্ৰমণ কৰিছিল। তাত নাৎছী গোষ্ঠীত আছিল প্ৰায় ৭০০ টেঙ্ক আৰু বিমানবাহিনীৰ অধিকাংশ।

প্ৰথম দিনাৰ যুঁজৰ শেষছোৱাত বিপুল ক্ষয়ক্ষতিৰ বিনিময়ত শত্ৰুইঁত ৬ষ্ঠ গাৰ্ডছ আৰ্মিৰ প্ৰতিৰক্ষাৰ প্ৰথম লাইন ভেদ কৰিবলৈ সক্ষম হল। ৰণাঙ্গনৰ কমাণ্ডাৰ জেনাৰেল ভাতুতিনে টেঙ্ক আৰ্মি

আৰু সংৰক্ষিত টেঙ্ক ক'ৰবোৰ নিয়োগৰ সম্পৰ্কত তেওঁৰ সিদ্ধান্ত পৰিৱৰ্তন কৰিলে।

পৰিকল্পিত প্ৰতি-আক্ৰমণৰ সলনি ১ম টেঙ্ক আৰ্মি, ২য় গাৰ্ডছ আৰু ৫ম গাৰ্ডছ টেঙ্ক ক'ৰবোৰক দ্বিতীয় প্ৰতিৰক্ষা লাইনত স্থানান্তৰিত কৰা হল, ৬ষ্ঠ গাৰ্ডছ আৰ্মিৰ পিচুৱাই অহা ডিভিজন-বোৰৰ লগত মিলি এক দুৰ্ভেদ্য প্ৰতিৰোধ গঢ়ি তোলাৰ ব্যৱস্থা কৰা হল যাতে শত্ৰুক শক্তিহীন কৰি পেলাব পৰা হয় আৰু তাৰ পিচত তাক ছত্ৰভঙ্গ কৰাৰ বাবে প্ৰতি-আক্ৰমণ আৰম্ভ কৰা যায়।

গোটেই নিশা মাৰ্চৰ পাচত জেনাৰেল কাতুকভৰ ১ম টেঙ্ক আৰ্মিয়ে ৬ জুলাই ৰাতিপুৱা ৩০ কিলোমিটাৰ জোৰা দ্বিতীয় লাইনত আত্মৰক্ষামূলক অৱস্থান ললে, প্ৰথম স্তৰত থাকিল ৬ষ্ঠ টেঙ্ক আৰু ৩য় যন্ত্ৰসজ্জিত ক'ৰ আৰু দ্বিতীয় স্তৰত থাকিল ৩১শ টেঙ্ক ক'ৰ। আৰ্মিৰ বাওঁ কাষত প্ৰতিৰক্ষা অৱস্থান ললে জেনাৰেল বুৰদেইনিৰ ২য় গাৰ্ডছ টেঙ্ক ক'ৰ আৰু জেনাৰেল ক্ৰাভচেনুকোৰ ৫ম গাৰ্ডছ টেঙ্ক ক'ৰে, প্ৰতিটো ১০ৰ পৰা ১৫ কিলোমিটাৰ জোৰা ৰণাঙ্গনত থাকিল।

৬ জুলাই ৰাতিপুৱা নতুন সৈন্য লৈ শত্ৰুইতে পুনৰ আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিলে ৬ষ্ঠ গাৰ্ডছ আৰ্মিৰ অৱস্থানৰ ভিতৰত এক অস্ত্ৰসজ্জিত ফাটল ধৰাবৰ আৰু যুঁজ আৰু বিস্তৃত কৰাৰ সুযোগ সৃষ্টিৰ আশাৰে। পিচে পেনৎছাৰ বহুৰ আমাৰ প্ৰবল টেঙ্ক প্ৰতিবন্ধকৰ সমুখীন হল। সংক্ষিপ্ততম পথেৰে সিহঁতৰ কুৰ্স্ক ভেদ কৰাৰ প্ৰয়াস ব্যৰ্থ কৰি দিয়া হল।

ছোভিয়েত অস্ত্ৰসজ্জিত ইউনিটবোৰে গভীৰত ৰক্ষিত টেঙ্কবোৰৰ পৰা অগ্নিবৰ্ষণ কৰি থকাৰ লগে লগে তেওঁলোকৰ শক্তিৰ একাংশৰ দ্বাৰা গভীৰৰ পৰা সুকৌশলী দিয়া নিয়াক সমন্বিত কৰি নিজৰ অৱস্থানবোৰ অটুট ৰাখিলে। প্ৰতিৰক্ষাৰ ক্ষেত্ৰত এনে ধৰণৰ যুঁজৰ পদ্ধতি অতীৱ কাৰ্য্যকৰ বুলি প্ৰমাণিত হল, শত্ৰুৰ বিশাল

পেনৎছাৰ, গোলন্দাজ আৰু বিমান আক্ৰমণৰ পৰা টেঙ্কবোৰক তুলনামূলকভাৱে কম ক্ষয়ক্ষতি হ'ল।

টেঙ্ক আৰ্মিৰ আৰু টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰবোৰৰ প্ৰচেষ্টা এনেকৈ দ্বিতীয় আৰু পাচফালৰ প্ৰতিৰক্ষা লাইনবোৰ ধৰি ৰাখিবৰ বাবে কেন্দ্ৰীভূত কৰা হ'ল। ফলস্বৰূপে চলিত যুঁজৰ সময়ত প্ৰতিৰক্ষাৰ স্থিতিশীলতা বহুত বাঢ়ি গ'ল। শত্ৰুহঁতৰ পেনৎছাৰ বৃহৎ গোষ্ঠীবোৰৰ ৰণাঙ্গনৰ ঠেক এটা অংশত ২০০-৩০০ টাকৈ গাড়ীৰ আক্ৰমণ সাফল্যৰ সৈতে প্ৰতিৰোধ কৰিব পৰা হ'ল।

গভীৰত অৱস্থিত প্ৰতিৰক্ষা লাইনবোৰ ধৰি ৰখাৰ বাবে প্ৰবল টেঙ্ক শক্তি ব্যৱহাৰৰ সিদ্ধান্ত চালিত যুঁজত সিবোৰক নিয়োগৰ এক নতুন ৰূপ হৈ উঠিল আৰু ইয়াৰ পৰা কাৰ্য্যকৰ ফল পোৱা গ'ল। ভ'ৰ'নেঝ ৰণাঙ্গনৰ কমাণ্ডে এই সিদ্ধান্ত সম্পৰ্কে জেনাৰেল হেড কোৱাৰ্টাৰ্ছলৈ নিম্নোক্ত ৰিপৰ্ট পঠিয়াইছিল: "এই সিদ্ধান্ত কাৰ্য্যকৰ কৰাৰ ফলত অ'বয়ান খণ্ডত শত্ৰুৰ পৰাজয় হৈছে আৰু আমাৰ ৰণাঙ্গন ভেদ কৰিবলৈ সিহঁত ব্যৰ্থ হৈছে। আৰু টেঙ্কলৈ প্ৰতি-আক্ৰমণৰ সিদ্ধান্ত লোৱা হলে গঠনবোৰ ৰাজবাটৰ এই অংশত পদাতিক সৈন্যহঁতৰ দৃঢ় ৰণাঙ্গনৰ অভাৱত আমি আমাৰ শক্তিসমূহৰ শক্তি ক্ষয় কৰি পেলালোঁহেঁতেন আৰু শত্ৰুহঁত নিশ্চিতেই অ'বয়ান ভাঙি সোমাই পৰিলহেঁতেন আৰু তাৰ পিচত কুৰ্স্ক অভিমুখে সিহঁতৰ আক্ৰমণ তীব্ৰ কৰিলেহেঁতেন।"

জাৰ্মান ৪ৰ্থ পেনৎছাৰ আৰ্মি আৰু ছোভিয়েত ৫ম গাৰ্ডছ টেঙ্ক আৰ্মিৰ মাজত প্ৰ'খ'ৰভকা এলেকাত টেঙ্ক সজ্ঘৰ্ষ আছিল কুৰ্স্কৰ যুঁজৰ আক্ৰমণাত্মক পৰ্য্যায়ৰ আছিল চৰম পৰিণতি। জেনাৰেল কনেভে ৫ম গাৰ্ডছ আৰ্মিক ষ্টেপ ৰণাঙ্গনৰ পৰা এই খণ্ডলৈ পঠিয়াইছিল। যুদ্ধৰ বুৰঞ্জীত অভূতপূৰ্ব এই সজ্ঘৰ্ষত উভয় পক্ষত প্ৰায় ১২০০ টেঙ্ক আৰু বিৰাট সংখ্যক বিমান নিয়োজিত হৈছিল।

জেনাৰেল হোথৰ নেতৃত্বত নাৎছীহঁতৰ বাছকবনীয়া পেনৎজাৰ ডিভিজনে জেনাৰেল ৰতমিস্ত্ৰভৰ নেতৃত্বাধীন ছোভিয়েত টেঙ্ক আৰ্মিৰ লগত হোৱা মুখামুখি সজ্ঘৰ্ষৰ মুখত তিষ্ঠিব নোৱাৰিলে। সিহঁতৰ গতিৰোধ কৰা হল আৰু তাৰ পিচত পিছলৈ হেঁচুকি পঠোৱা হল। প্ৰথম দিনাৰ যুঁজত শত্ৰুহঁতে ৩০০ টা টেঙ্ক হেৰুৱাৰ লগা হোৱা ঘটনাৰ পৰাই এই যুঁজৰ তীব্ৰতা আৰু তিক্ততাৰ উমান পোৱা যাব। আমাৰ সৈন্যসকলৰো গুৰুতৰ ক্ষয়-ক্ষতি হল। আৰু কেইদিনমান ধৰি এই তয়াময়া যুঁজ চলিল, কিন্তু ১২ জুলাই কুৰ্স্কৰ যুঁজ আমাৰ অনুকূলে ঢাল খালে। সিহঁতৰ অনুকূলে যুঁজৰ গতি-পৰিবৰ্তনৰ বাবে শত্ৰুহঁতৰ শেষ চেষ্টা ব্যৰ্থ হল।

ছোভিয়েত প্ৰতি-আক্ৰমণাত্মক অভিযানত অস্ত্ৰসজ্জিত বাহিনীয়ে বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল। ৰণাঙ্গনৰ আক্ৰমণকাৰী গোষ্ঠীসমূহৰ মাজত থাকি তেওঁলোকে শত্ৰু প্ৰতিৰক্ষাক দ্ৰুত মষিমূৰ কৰিবলৈ আৰু সাফল্যক চলিত যুঁজৰ এলেকাৰ গভীৰ পৰ্যান্ত ব্যৱহাৰ কৰিবলৈ সাহায্য কৰিছিল।

স্বকীয়া টেঙ্ক ৰেজিমেণ্ট আৰু ব্ৰিগেডবোৰ পদাতিক ডিভিজন-বোৰৰ লগত যুক্ত আছিল আৰু ঘনিষ্ঠভাৱে সমৰ্থন দিবৰ বাবে এক কেন্দ্ৰীয় নিয়ন্ত্ৰণ সংস্থাৰ দ্বাৰা নিয়োজিত হৈছিল। পদাতিক সৈন্যসকলক সমৰ্থন দিবৰ বাবে টেঙ্কৰ ঘনত্ব বৃদ্ধি কৰা হৈছিল। উদাহৰণস্বৰূপে ১১শ গাৰ্ডছ আৰ্মিত প্ৰতি কিলোমিটাৰ সমুখ ৰণাঙ্গনত ২০-৩০ টা টেঙ্ক আছিল। সাধাৰণতে পৃথক টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰবোৰ লৈ ফিল্ড আৰ্মিৰ গতিশীল টাস্ক ফ'ৰ্চ গঠন কৰা হৈছিল। পূৰ্ববৰ্তী আক্ৰমণাত্মক অভিযানবোৰত অস্ত্ৰসজ্জিত শক্তিৰ আন কোনো সাংগঠনিক ৰূপ ব্যৱহৃত হোৱা নাছিল। কুৰ্স্কৰ যুঁজৰ মুখত নানান ধৰণৰ টেঙ্ক আৰ্মি গঠন কৰা হল আৰু এইবোৰক ৰণাঙ্গনৰ টাস্ক ফ'ৰ্চ হিচাপে ব্যৱহাৰ কৰা হল। সামৰিক

তত্ত্ববিদসকলে তেতিয়ালৈকে আক্ৰমণাত্মক যুঁজত এই আৰ্মিবোৰৰ নিয়োগ সম্বন্ধে উপযুক্ত চুপাৰিছ তৈয়াৰ কৰা নাছিল। আমাৰ কমাণ্ডে আগন্তুক প্ৰতি-আক্ৰমণাত্মক অভিযানত টেঙ্ক আৰ্মিৰ যুঁজৰ পৰিকল্পনাৰ নতুন ৰূপ আৰু পদ্ধতিৰ সন্ধান কৰিব লগীয়া হ'ল। স্বাভাৱিকতেই হিচাপত ভুল ভ্ৰান্তি হৈছিল।

জেনাৰেল ব'গদানভৰ ২য় টেঙ্ক আৰ্মি, জেনাৰেল ৰাইবালকোৰ ৩য় গাৰ্ডছ টেঙ্ক আৰ্মি আৰু জেনাৰেল বাদানভৰ ৪ৰ্থ টেঙ্ক আৰ্মিয়ে শত্ৰুৰ অ'ৰেল অভিক্ষেপ ধ্বংস কৰাত এক প্ৰধান ভূমিকা লৈছিল। কিন্তু যেনেকৈ এইবোৰ আৰ্মিক নিযুক্ত কৰা হৈছিল আৰু তেওঁলোকৰ যুঁজত যি পদ্ধতি লোৱা হৈছিল যুদ্ধক্ৰিয়াৰ ফালৰ পৰা তাক সফল বুলি কব নোৱাৰি। শত্ৰুৰ স্বেচ্ছাকৃত আত্মৰক্ষাক খণ্ড-বিখণ্ড আৰু চূৰ্ণ কৰাৰ বাবে 'অস্ত্ৰসজ্জিত মুঠি' হিচাপে এই তিনিটি আৰ্মিক ব্যৱহাৰ কৰা হৈছিল। ৪ৰ্থ টেঙ্ক আৰ্মি এটা অভিমুখে গ'ল, আনহাতেদি ২য় টেঙ্ক আৰু ৩য় গাৰ্ডছ টেঙ্ক আৰ্মি কেবাটাও দিশৰ পৰা শত্ৰু প্ৰতিৰক্ষাৰ ওপৰত একাদিক্ৰমে আঘাত কৰাৰ লক্ষ্য পূৰণৰ বাবে ধাৱমান হ'ল, গতিকে যুঁজৰ গতিপথত সিবোৰক কেবাবাৰো পুনৰ্বিন্যাস কৰিব লগীয়া হ'ল।

এই টেঙ্ক আৰ্মিবোৰৰ প্ৰত্যেকটোৰ ৮০০ টাকৈ টেঙ্ক আছিল, সিবোৰক ব্যৱহাৰ কৰাত কম খৰখেদা কৰা হ'লে, বিজ্ঞতাৰ সৈতে সিবোৰক যুঁজত নমোৱা হ'লে সিবোৰে নিয়ামক ফল দিলেহেঁতেন।

১ম টেঙ্ক আৰ্মি আৰু ৫ম গাৰ্ডছ টেঙ্ক আৰ্মিক লৈ গঠিত ভ'ৰ'নেঝ ৰণাঙ্গনৰ গতিশীল টাস্ক ফ'ৰ্চক বেলগ'ৰ'দ খাৰকভ আক্ৰমণাত্মক অভিযানত বেছ সাফল্যৰে সৈতে নিয়োগ কৰা হৈছিল। ফিল্ড আৰ্মিয়ে শত্ৰু-প্ৰতিৰক্ষা ভেদ কৰাৰ পিচত চলিত যুঁজৰ এলেকাৰ গভীৰলৈ আক্ৰমণক আগুৱাই নিবৰ বাবে সিবোৰক যুঁজত নমোৱা হৈছিল। একেলগে অগ্ৰসৰমান এই অস্ত্ৰসজ্জিত ফৌজে

নাৎছী গোষ্ঠীৰ ভিতৰত এক গভীৰ ফাটল সৃষ্টি কৰিছিল। অস্ত্ৰসজ্জিত শক্তিক যুঁজত নিয়োগৰ এই ৰূপ সেই সময়ত সম্পূৰ্ণ সঠিক বুলি প্ৰমাণিত হৈছিল।

যুঁজৰ সফল অগ্ৰগতিৰ নিমিত্তে শত্ৰু-প্ৰতিৰক্ষাৰ ভিতৰত সোমাই পৰাটো টেঙ্ক আৰ্মি ইউনিটবোৰৰ পক্ষে অতীৱ গুৰুত্বপূৰ্ণ আছিল। উদাহৰণস্বৰূপে, ব'গ'দুখভ খণ্ডত শত্ৰুৰ চলিত যুঁজৰ এলেকাৰ গভীৰলৈ ১ম টেঙ্ক আৰ্মিৰ দ্ৰুত অগ্ৰগতিয়ে পাৰ্শ্বদেশবোৰত আৰু পশ্চাদভাগত আঘাত কৰাটো সম্ভৱ কৰি তুলিছিল, আৰু সুকৌশলী গতিবিধি সীমাবদ্ধ কৰি দিছিল আৰু সিহঁতৰ প্ৰতিৰক্ষাৰ স্থিতিশীলতাক দুৰ্বল কৰিছিল। ৪-৬ আগষ্টৰ ভিতৰত এই আৰ্মিৰ দ্বাৰা ৮০ কিলোমিটাৰ অগ্ৰগতিয়ে আক্ৰমণকাৰী ছোভিয়েত ফৌজৰ অনুকূলে পৰিস্থিতিৰ বিপুল পৰিৱৰ্তন ঘটাইছিল।

যুঁজ চলি থকা এলেকাৰ গভীৰত যুঁজৰ সাফল্য যে বহুল পৰিমাণে নিৰ্ভৰ কৰে ফিল্ডআৰ্মিৰ লৈতে টেঙ্ক আৰ্মিৰ অৱস্থান আৰু সহযোগিতাৰ ওপৰত এই যুঁজ তাৰ প্ৰমাণ। কিন্তু তাৰ সংগঠনত যথেষ্ট ত্ৰুটি আছিল। গতিশীল সৈন্যসকলৰ দ্বাৰা অধিকৃত লাইনত উপনীত হবলৈ পদাতিক বাহিনীৰ প্ৰায়ে পলম হৈছিল। গতিকে টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰবোৰ পদাতিক সৈন্যসকলৰ সাহায্য নোলোৱাকৈ দীঘলীয়া সময় ধৰি যুঁজিবলৈ বাধ্য হৈছিল। ইয়াৰ ফলত সৈন্যসকলৰ অগ্ৰগতি মন্থৰ হৈ পৰিছিল আৰু বিমান খৰতকীয়াকৈ আৰু বিমাম গভীৰলৈ তেওঁলোক আগুৱাব পাৰিলেহেঁতেন ই তাক ব্যাহত কৰিছিল।

সিবোৰৰ সুকৌশলী গতিবিধি কৰাৰ ক্ষমতাকো সকলো সময়তে ব্যৱহাৰ কৰা নহৈছিল। ৰণাঙ্গনৰ কমাণ্ডাৰসকলে সময়োচিত সিদ্ধান্ত লব নোৱৰাটোৱেই আছিল ইয়াৰ প্ৰধান কাৰণ। উদাহৰণস্বৰূপে ৫ম গাৰ্ডছ টেঙ্ক আৰ্মিয়ে ৪ আৰু ৫ আগষ্টত খ'ল'ছেভ অভিমুখে সামান্য অগ্ৰগতি কৰিছিল আৰু শত্ৰুৰ তীব্ৰ প্ৰতিৰোধৰ আগত ই

বিপুল ক্ষয়-ক্ষতি স্বীকাৰ কৰিবলগীয়া হৈছিল, অথচ সেই সময়তে ব'গ'ডুখভ খণ্ডত শত্ৰু প্ৰতিৰক্ষা ভেদে এই আৰ্মিৰ বাবে অপূৰ্ব সুযোগ সৃষ্টি কৰিছিল।

বেলগ'ৰ'দ-খাৰকভ যুঁজত শত্ৰুৰ চলিত যুঁজৰ সংৰক্ষিত শক্তিৰ বিৰুদ্ধে অস্ত্ৰসজ্জিত বাহিনী নিয়োগৰ ক্ষেত্ৰত লেখতলবলগীয়া অভিজ্ঞতা অৰ্জিত হৈছিল। এই সংগ্ৰামে বিভিন্ন ৰূপ লৈছিল, তাৰ ভিতৰত সবাতোকৈ বেছি হৈছিল জয়-পৰাজয় নোহোৱা বিধৰ সঙ্ঘৰ্ষ। ছোভিয়েত টেঙ্ক ক'ৰবোৰৰ ১১ৰ পৰা ২১ আগষ্টলৈকে ব'গ'ডুখভ আৰু আখতিৰকা এলেকাত এক বিৰাট শত্ৰু পেনৎছাৰ বাহিনীৰ সৈতে হোৱা জয়-পৰাজয় নোহোৱা বিধৰ যুঁজ সমূলি সফল হোৱা নাছিল। সূচনাত ভ'ৰ'নেঝ ৰণাঙ্গনৰ অস্ত্ৰসজ্জিত বাহিনী সিঁচৰতি হৈ আছিল আৰু ই এক ব্যাপক ৰণাঙ্গনত যুঁজিছিল। আমাৰ টেঙ্ক ক'ৰবোৰৰ মন্থৰ অগ্ৰগতিৰ সুযোগ লৈ শত্ৰুহঁতে সিহঁতৰ সংৰক্ষিত শক্তি আনিলে ; ব গ'ডুখভৰ দক্ষিণত ৰণাঙ্গনক স্থিতিশীল কৰি পেলালে আৰু প্ৰতি-আক্ৰমণকাৰী শক্তিৰ সমাবেশ ঘটালে আৰু এনেকৈ এক অনুকূল পৰিস্থিতি সৃষ্টি কৰি যুঁজত নামিলে। শত্ৰুহঁত যেতিয়া আগবাঢ়ি আহিছিল, তেতিয়াও আমি শত্ৰুহঁতৰ পৰিকল্পনা আৰু সিহঁতৰ সংৰক্ষিত শক্তিৰ মতলব পূৰাপূৰি আৱিষ্কাৰ কৰিব পৰা নাছিলোঁ। সিহঁতৰ প্ৰতি-আক্ৰমণৰ সময়ো ঠিক নিৰ্দ্ধাৰণ কৰিব পৰা নাছিলো। ফলস্বৰূপে আমাৰ টেঙ্ক আৰ্মিবোৰে যথেষ্ট শক্তি নোলোৱাকৈ নিৰ্ভৰযোগ্য গোলন্দাজ, বিমান আৰু পদাতিক সমৰ্থন নোপোৱাকৈয়ে যুঁজিবলৈ বাধ্য হৈছিল। তেওঁলোকে শত্ৰুহঁতৰ বিৰাট পেনৎছাৰ গোষ্ঠীৰ বিৰুদ্ধে একে সময়তে যুঁজত নমা নাছিল : ১ম টেঙ্ক আৰ্মিয়ে ১১ আগষ্টত আৰু ৫ম গাৰ্ডছ টেঙ্ক আৰ্মিয়ে ১২ আগষ্টত আঘাতবোৰ এৰাবলৈ ধৰে। সিবোৰ ইউনিটবোৰে বিভিন্ন সময়ত যুঁজত নমাৰ ফলত অৱস্থাৰ আৰু অৱনতি ঘটিল।

আখতবিকাৰ পূৰত্তো আমাৰ টেঙ্ক বাহিনীবোৰে পৃথকভাৱে যুঁজত নামিছিল। শত্ৰুৰ আখতাৰিকা গোষ্ঠীক যে সোনকালে নিশ্চিহ্ন কৰা নগল সি আছিল তাৰ অন্যতম প্ৰধান কাৰণ।

টেঙ্ক সভৰ্ষৰ এলেকাবোৰ গৈ পাবলৈ ফিল্ড আৰ্মিবোৰৰ পলম হৈছিল। যুঁজ কৰি থকা সৈন্যসকলক যি বিমানছত্ৰ দিয়া হৈছিল সি দুৰ্বল আছিল। আমাৰ অস্ত্ৰসজ্জিত গঠনবোৰে যুঁজৰ সবাতোকৈ সঙ্কটময় মুহূৰ্ত্তবোৰত ব্যাপক ৰণাঙ্গনত যুদ্ধৰত থাকি আৰু বিমানৰ পৰা ক্ৰমাগত আক্ৰমণৰ মুখত প্ৰবল শত্ৰুশক্তিৰ বিৰুদ্ধে যুঁজৰ প্ৰধান হেঁচা সহ্য কৰিব লগীয়া হৈছিল। শত্ৰুহঁত একে ঠাইত সংহত হৈ থকাৰ ফলত আমাৰ টেঙ্ক আৰ্মিবোৰে সুকৌশলী গতিবিধিৰ ক্ষমতাৰ সুযোগ লব পৰা নাছিল। কুৰ্স্কৰ যুঁজত বিপুল সংখ্যক টেঙ্ক নিয়োগৰ অভিজ্ঞতাৰ বিশ্লেষণৰ পৰা কেতবোৰ সুনিৰ্দিষ্ট সিদ্ধান্তলৈ আহিব পাৰি।

প্ৰথমেই কোৱা দৰকাৰ যে অস্ত্ৰসজ্জিত আৰু যন্ত্ৰসজ্জিত সৈন্যসকলে কোনো ৰণাঙ্গনৰ দ্বাৰা আত্মৰক্ষামূলক যুঁজৰ সময়ত অত্যন্ত বিচিত্ৰ আৰু জটিল কৰ্তব্য পালন কৰিব পাৰে। কুৰ্স্কৰ যুঁজত অস্ত্ৰসজ্জিত ইউনিটবোৰৰ আত্মৰক্ষামূলক সংগ্ৰাম বিভিন্ন অংশত বিভিন্ন ধৰণৰ হৈছিল। ভ'ৰ'নেঝ ৰণাঙ্গনৰ টেঙ্ক বাহিনীবোৰৰ যুঁজ কেন্দ্ৰীয় ৰণাঙ্গনৰ যুঁজবোৰৰ পৰা যথেষ্ট বেলেগ ধৰণৰ আছিল। কেন্দ্ৰীয় ৰণাঙ্গনৰ ২য় টেঙ্ক আৰ্মি এটা প্ৰত্যাঘাতৰ পিচত যিক্ষেত্ৰত দ্বিতীয় লাইনত আত্মৰক্ষামূলক অৱস্থানলৈ গৈছিল আৰু স্থিৰ অৱস্থানবোৰৰ পৰা অগ্নিবৰ্ষণ আৰু অতৰ্কিতে প্ৰতি-আক্ৰমণৰ কৰি শত্ৰু নিধন কৰিছিল, সেই ক্ষেত্ৰত ভ'ৰ'নেঝ ৰণাঙ্গনৰ ১ম টেঙ্ক আৰ্মি আৰু পৃথক টেঙ্কবোৰে সংখ্যাৰ ফালৰ পৰা বিপুলতৰ শত্ৰুশক্তিৰ হেঁচাৰ আগত পিচুৱাই আহি অন্তৰ্বৰ্তী প্ৰতিৰক্ষা লাইনত সিহঁতক পৰ্য্যুদস্ত কৰিছিল। এই যুঁজে প্ৰমাণ কৰিছিল যে প্ৰতি-আক্ৰমণ

ফলপ্ৰসূ হয় একমাত্ৰ তেতিয়াই যেতিয়া তাক যথেষ্ট প্ৰবল শক্তিৰ দ্বাৰা কৰা হয় আৰু অংশগ্ৰহণকাৰী টেঙ্ক আৰ্মি আৰু ক'ৰবোৰে সময় আৰু স্থানৰ ফালৰ পৰা সিবোৰৰ প্ৰয়াসক যথাযথভাৱে সমন্বিত কৰে।

প্ৰতি-আক্ৰমণ সাফল্যমণ্ডিত কৰিবলৈ হলে তাৰ আগতে সুকৌশলে সংগঠিত গোলন্দাজ আৰু বিমান আক্ৰমণ অৱশ্যেই দৰকাৰ। লক্ষ্য-পূৰণৰ বাবে যুঁজৰ সমগ্ৰ সময়টো জুৰি অগ্ৰসৰমান ফৌজক ক্ৰমাগত গোলন্দাজ আৰু বিমান সমৰ্থন দিয়াটো দৰকাৰ।

পদাতিক ডিভিশ্বনবোৰৰ সৈতে সংশ্লিষ্ট স্বকীয়া টেঙ্ক ৰেজিমেণ্ট আৰু ব্ৰিগেডবোৰক প্ৰধানতঃ ব্যৱহাৰ কৰা হৈছিল আমাৰ প্ৰতিৰক্ষাৰ মাজত ফাটল ধৰোৱা শত্ৰু ইউনিটবোৰৰ বিৰুদ্ধে অতৰ্কিতে প্ৰতি-আক্ৰমণত। টেঙ্ক, পদাতিক আৰু টেঙ্ক-প্ৰতিৰোধী সংৰক্ষিত শক্তিবোৰৰ সমন্বিত প্ৰয়াস আৰু সিবোৰক যথেষ্ট গোলন্দাজ আৰু ইনজিনিয়াৰিং সমৰ্থনৰ ফলত প্ৰতি-আক্ৰমণবোৰত সাফল্যও অৰ্জিত হৈছিল। যদি কোনো প্ৰতি-আক্ৰমণ অনুপযোগী হৈছিল তেনেহলে টেঙ্কবোৰে স্থিৰ অৱস্থানৰ পৰা অগ্নিবৰ্ষণ কৰি অথবা অতৰ্কিতে আক্ৰমণ কৰি শত্ৰুৰ বিৰুদ্ধে যুঁজ কৰিছিল।

দুই ৰণাঙ্গনৰ আত্মৰক্ষামূলক যুঁজৰ সময়ত পৃথক টেঙ্ক ইউনিটবোৰে ব্যাপক পৰিসৰত সুকৌশলে চলাচল কৰিছিল, যুঁজ নোহোৱা এলাকাৰ পৰা বিপজ্জনক এলাকালৈ গুচি গৈছিল আৰু তাত থকা প্ৰতিৰক্ষাকাৰী ইউনিটবোৰক মদত দিছিল।

অ'ৰেলৰ যুঁজে এই ছোভিয়েত সামৰিক তত্ত্ব সঠিক বুলি প্ৰমাণ কৰিলে যে শত্ৰুৰ ইচ্ছাকৃত প্ৰতিৰক্ষা ভেদ কৰাৰ বাবে টেঙ্ক আৰ্মিৰ আৰু টেঙ্ক ক'ৰবোৰৰ নিয়োগ গুৰুতৰ ক্ষয়-ক্ষতি ঘটায় আৰু আভ্যন্তৰ শক্তিক দুৰ্বল কৰে আৰু ফলস্বৰূপে যুঁজৰ এলেকাৰ গভীৰত সাফল্যক সদ্ব্যৱহাৰৰ এক শক্তিশালী হাতিয়াৰৰ পৰা ৰণাঙ্গনৰ আৰু ফিল্ড আৰ্মিৰ কমাণ্ডাৰসকলক বঞ্চিত কৰে।

২য়, ৪র্থ আৰু বিশেষকৈ ৩য় গাৰ্ডছ টেঙ্ক আৰ্মিক নিয়োগ কৰাৰ অভিজ্ঞতাই দেখুৱাই দিছিল যে সিবোৰৰ ৰণাঙ্গনৰ এক অংশৰ পৰা আন অংশত বাৰেপতি পুনৰ্নিযুক্ত হোৱাৰ ক্ষমতা আছে। কিন্তু একেখন যুঁজত টেঙ্ক গঠনবোৰৰ আক্ৰমণৰ গতিমুখ সঘনাই সলোৱাটো অনুচিত। তেনে কৰিলে ইঞ্জিন আৰু ৰানিং গিয়াৰ অকালতে ক্ষয়প্ৰাপ্ত হয়। ৩য় গাৰ্ডছ টেঙ্ক আৰ্মিৰ লক্ষ্য একেখন যুঁজত ৬ বাৰ সলোৱা হৈছিল, উদাহৰণস্বৰূপে, এই আৰ্মিয়ে যুঁজৰ কোনো উল্লেখযোগ্য ফলাফল নোহোৱাকৈ ৫০০ কিলোমিটাৰ বেছি পথ অতিক্ৰম কৰিছিল।

অ'ৰেলৰ যুঁজে. বিশেষকৈ ৪ৰ্থ টেঙ্ক আৰ্মিৰ আৰু পশ্চিম ৰণাঙ্গনৰ ১ম, ৫ম আৰু ২৫তম পৃথক টেঙ্ক ক'ৰৰ যুঁজে দেখুৱাই দিছিল যে হাবি, নদ-নদী, গিৰিখাত আৰু আন আন স্বাভাৱিক টেঙ্ক-প্ৰতিৰোধী প্ৰতিবন্ধকপূৰ্ণ ওখৰা-মোখৰা মাটিত ডাঙৰ ডাঙৰ টেঙ্ক গঠন নিয়োগ কৰাটো একেবাৰে অনুপযোগী।

আমাৰ টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰবোৰ বেলগ'ৰ'দ আৰু খাৰকভৰ বিৰুদ্ধে প্ৰতি-আক্ৰমণাত্মক অভিযানত সবাতোকৈ কাৰ্য্যকৰভাৱে নিয়োজিত হৈছিল। টেঙ্ক আৰ্মি আৰু ক'ৰবোৰৰ অগ্ৰৱৰ্তী ব্ৰিগেডবোৰে শত্ৰুৰ বেহু বেষ্টিত প্ৰতিৰক্ষা এলেকা ভেদ সম্পূৰ্ণ কৰাত অংশ গ্ৰহণ কৰিছিল। চলিত যুঁজৰ এলেকাৰ গভীৰত গতিশীল টাস্ক ফ'ৰ্চ হিচাপে যুঁজিবৰ বাবে প্ৰধান শক্তিবোৰক আছুতীয়াকৈ ৰখা হৈছিল। ইয়াৰ ফলত ভ'ৰ'নেঝ আৰু স্তেপ ৰণাঙ্গন মাথো শত্ৰুৰ বেহুবেষ্টিত প্ৰতিৰক্ষা এলেকাত দ্ৰুত ভাঙি সোমাবলৈ সক্ষম হোৱা নাই, ১৫০ কিলোমিটাৰ গভীৰ পৰ্য্যন্ত আক্ৰমণ আগুৱাই নিবলৈ সক্ষম হৈছিল।

সেই একে অভিযানত শত্ৰুৰ শক্তিশালী অস্ত্ৰসজ্জিত বাহিনীৰ প্ৰতি-আক্ৰমণ প্ৰতিহত কৰাত আমাৰ টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰবোৰে আৰু টেঙ্ক আৰ্মিবোৰে বহুত অভিজ্ঞতা আহৰণ কৰিছিল। ইয়াত যুঁজৰ বিভিন্ন ৰূপ ব্যৱহাৰ কৰা হৈছিল, যেনে: টেঙ্ক আৰ্মিৰ দ্বাৰা নিৰ্দেশ

পোৱাৰ পিচত অতি কম সময়ৰ ভিতৰত প্ৰতিৰক্ষা লাইন দখল কৰা (ব'গ'ডুখভ এলেকাত), ফিল্ড আৰ্মিৰ দ্বাৰা ৰক্ষিত কোনো প্ৰতিৰক্ষা এলেকাত তাক মদত দিবলৈ বুলি টেঙ্ক আৰ্মিক পুনৰ যুঁজত নমোৱা (পশ্চিমৰ পৰা ব'গ'ডুখভৰ ওপৰত প্ৰতি-আক্ৰমণ প্ৰতিহত কৰাত). টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰ আৰু ফিল্ড আৰ্মি ইউনিটবোৰৰ দ্বাৰা যুটীয়া-ভাৱে সুকৌশলী প্ৰতি-চাল (শত্ৰুৰ আখতিৰকা গোষ্ঠীৰ বাওঁ পাৰ্শ্বদেশক আগুৰি ধৰা)।

কুৰ্স্ক'ৰ প্ৰতি-আক্ৰমণাত্মক অভিযানে দেখুৱাই দিছিল যে আৰ্মি-বোৰৰ আক্ৰমণকাৰী গোষ্ঠীবোৰত টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰবোৰ নিয়োগ আৰু ৰণাঙ্গনৰ আক্ৰমণকাৰী গোষ্ঠীবোৰত টেঙ্ক আৰ্মি নিয়োগৰ কল্যাণত শত্ৰুৰ বেহু বেষ্টিত প্ৰতিৰক্ষাক যুঁজৰ প্ৰথম দিনাই চলিত যুঁজৰ এলেকাৰ সমস্ত প্ৰতিৰক্ষা নেফানেফ কৰি দিয়া হৈছিল।

টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰবোৰৰ আৰু টেঙ্ক আৰ্মিবোৰৰ অগ্ৰগতি সবাতোকৈ কাৰ্যকৰ হৈছিল যেতিয়া তেওঁলোকে পদাতিক বাহিনী আৰু পাৰ্শ্ববৰ্তী টেঙ্ক আৰু যন্ত্ৰসজ্জিত ইউনিটবোৰৰ সৈতে সহযোগিতা কৰিছিল।

শত্ৰুৰ চলিত যুঁজৰ সংৰক্ষিত শক্তিৰ বিৰুদ্ধে ব'গ'ডুখভ আৰু আখ-তিৰকা এলেকাত যুঁজে দেখুৱাই দিছিল যে টেঙ্ক আৰ্মি এখন যুঁজৰ গতি পথত বিভিন্ন লক্ষ্য সাধনৰ বাবে যুঁজিবলৈ সদায় সাজু হৈ থাকিব লাগিব।

সাধাৰণভাৱে কুৰ্স্ক'ৰ যুঁজত অৰ্জিত অভিজ্ঞতা আৰু বিশেষকৈ অস্ত্ৰসজ্জিত বাহিনী নিয়োগৰ অভিজ্ঞতা অমূল্য, প্ৰথমতে এই ঘটনাৰ বাবে যে দুই প্ৰতিদ্বন্দ্বীয়ে যুঁজত নামিছিল পুঙ্খানুপুঙ্খ প্ৰস্তুতিৰ পিচত আৰু নামিছিল পৰিকল্পনা অনুযায়ী। দুয়ো পক্ষয়ে বৃহৎ অস্ত্ৰসজ্জিত শক্তিৰ সমাবেশ ঘটাই যুঁজে, সিবোৰক নিয়োগৰ আৰু ৰণৰ নানান বিচিত্ৰ ৰূপে আৰু টেঙ্ক গঠনবোৰ নিয়ন্ত্ৰণ কৰা আৰু পৰিচালনা কৰাৰ অসুবিধাই আমাৰ বৰ্তমান আধুনিক যুঁজৰ যি ধাৰণাই ৰূপ লব লাগিছে তাৰ কাষ চপাই আনে।



## এয়াৰ মাৰ্শ্বাল
## ছেৰ্গেই ৰুদেংকো*

# কুৰ্স্কৰ যুঁজত বিমান প্ৰাধান্য আৰু আকাশী যুঁজ

কুৰ্স্কৰ বালজত আক্ৰমণাত্মক অভিযানৰ বাবে প্ৰস্তুতিৰ সময়ত শত্ৰুইতে ব্যাপক পেনৎছাৰ আৰু বিমান আক্ৰমণৰ ওপৰত ভালেখিনি নিৰ্ভৰ কৰিছিল। ১৯৪৩ চনৰ ১৮ জুন তাৰিখে ফিল্ড মাৰ্শ্বাল ফন ক্লুগেই হিটলাৰক লিখিছিল যে চিটাডেল পৰিকল্পনা অনুযায়ী এটা আক্ৰমণাত্মক অভিযানেই হৈছে সবাতোকৈ ভাল সমাধান আৰু ইয়াৰ ফলত সৰ্বোচ্চ সংখ্যাত টেঙ্ক নিয়োগ আৰু শক্তিশালী বিমান সমৰ্থন অপৰিহাৰ্য্য হৈ পৰিছিল।

এই পৰিকল্পনা অনুযায়ী নাৎছী কমাণ্ডে সুপৰিক্ষিত পদ্ধতিবোৰ প্ৰয়োগ কৰিবলৈ বিচাৰিছিল। সিহঁতে কুৰ্স্কৰ উত্তৰত আৰু দক্ষিণত আমাৰ প্ৰতিৰক্ষাক কেন্দ্ৰীভূত অস্ত্ৰসজ্জিত বাহিনীৰ দ্বাৰা আক্ৰমণ কৰাৰ আৰু বিমানেৰে আঘাত হনাৰ আশা পালিছিল আৰু তাৰ পিচত কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকলক আগুৰি ধৰাৰ

* ছোভিয়েত ইউনিয়নৰ বীৰ ৰুদেংকোৱে কুৰ্স্কৰ যুঁজত এয়াৰ আৰ্মিৰ অধিনায়কত্ব কৰিছিল।

উদ্দেশ্যেৰে একে গতিমুখলৈ অগ্রসৰ হোৱাৰ আশা পালিছিল। এই কথা কবই লাগিব যে ১৯৪১ আৰু ১৯৪২ চনত এই পদ্ধতি অনুসৰণ কৰি শত্ৰু সাফল্য অৰ্জনত সক্ষম হৈছিল।

নতুন আক্ৰমণাত্মক অভিযান পৰিকল্পনা কৰিবলৈ গৈ নাৎছীইতে এই কথাটোলৈ মন কৰা নাই যে বিমানৰ ক্ষেত্ৰত শক্তিৰ অনুপাত ১৯৪৩ চনৰ জহকালিৰ ভিতৰত সলনি হৈছিল আৰু এতিয়া আমি বিমান শক্তিক, বিশেষকৈ তাৰ যুঁজাৰু বাহুক লুফৎৱাফৰ সম্ভাৱ্য ক্ষমতাতকৈ বেছি পৰিসৰত কেন্দ্ৰীভূত কৰিব পাৰিলোহেঁতেন। এতিয়া আমাৰ বিমানবোৰ আগতকৈ উন্নত হৈছিল। বিমান বাহিনীৰ আগত মাথো কেইটামান খণ্ডত নহয়, ছোভিয়েত জাৰ্মান ৰণাঙ্গন জুৰি বিমানৰ ক্ষেত্ৰত প্ৰাধান্য অৰ্জন কৰাও কৰ্তব্য হিচাবে উপস্থিত হৈছিল।

১৯৪৩ চনৰ মে আৰু জুন মাহৰ আকাশী যুঁজ আছিল ছোভিয়েত বিমান বাহিনীৰ বিমানৰ ক্ষেত্ৰত প্ৰাধান্য অৰ্জন কৰাৰ বাটত দুটা প্ৰধান মাইলখুঁটা। প্ৰথমখনত যুঁজিছিল ৬ৰ পৰা ৮ মে'লৈকে ৬ টা এয়াৰ আৰ্মিয়ে মিলিতভাবে (১ম, ২য়, ৮ম, ১৫শ, ১৬শ, ১৭শ) স্মলেনস্কৰ পৰা আজভ সাগৰ পৰ্য্যন্ত বিস্তৃত ১৭ টা শত্ৰু বিমান ক্ষেত্ৰৰ বিৰুদ্ধে। এই যুঁজৰ অন্তৰ্ভুক্ত আছিল স্থলত জাৰ্মান বিমান ধ্বংস কৰা আৰু শত্ৰু কবলিত এলেকাৰ ওপৰত আকাশী যুদ্ধ কৰা। এই যুঁজৰ উদ্দেশ্য আছিল সুধূৰপ্ৰসাৰী আৰু ১২০০ কিলোমিটাৰ জোৰা এক ব্যাপক ৰণাঙ্গনত আৰু প্ৰায় ২০০ কিলোমিটাৰলৈকে বিৰাট গভীৰলৈ গৈ এই যুঁজখন চলোৱা হৈছিল। ইয়াৰ আগতে পুঙ্খানুপুঙ্খ বিমান অনুসন্ধান চলোৱা হৈছিল, তাৰ ভিতৰেদি জাৰ্মান বিমান ঘাঁটিবোৰ সঠিকভাৱে চিহ্নিত কৰা হৈছিল আৰু লুফৎৱাফে ইউনিটবোৰৰ যুঁজৰ নিৰ্দ্ধাৰিত সময়সুচীবোৰ জানিব পৰা হৈছিল, যাৰ ফলত আমাৰ বিমানবোৰে শত্ৰুৰ বিমান

ঘাঁটিবোৰত বেছিভাগ বিমান আৰু বিমান কৰ্মী উপস্থিত থকা কালত সেইবোৰৰ ওপৰত আঘাত হানিব পাৰিছিল।

অতি গোপনীয়তাৰে সৈতে এই যুঁজৰ প্ৰস্তুতি চলোৱা হৈছিল। ফলস্বৰূপে প্ৰথম বিমান আক্ৰমণটো শত্ৰুলৈ অপ্ৰত্যাশিত আছিল আৰু ই বৰ ফলপ্ৰসূ হৈছিল। ৬ মে' পুৱা ছোভিয়েত বিমান বাহিনীয়ে ৪৩৪ বাৰ হানা দিছিল আৰু ২১৫ খন জাৰ্মান বিমানপোত ধ্বংস কৰিছিল। তিনিদিনীয়া যুঁজত মুঠ ৫০০ শত্ৰু বিমান নিষ্ক্ৰিয় কৰি দিয়া হৈছিল। আমাৰ নিজৰ ক্ষয়-ক্ষতি হৈছিল তাৰ চাৰি ভাগৰ এভাগ।

দ্বিতীয় যুঁজখন হৈছিল আৰু এ-মাহ পিচত (৮ জুনৰ পৰা ১০ জুন)। তিনিটা এয়াৰ আৰ্মি (১ম, ২য় আৰু ১৫শ) আৰু দূৰ পাল্লাৰ বোমাৰু বিমানবোৰে এই যুঁজত ভাগ লৈছিল। এইবেলি প্ৰধানতঃ বোমাৰু বিমানৰ দ্বাৰা ২৮ খন বিমানকোঠ আক্ৰমণ কৰা হৈছিল। এই আক্ৰমণৰ ফলত শত্ৰুহঁতে ২০০ খনৰো বেছি বিমান হেৰুৱাব লগা হৈছিল।

কুৰ্স্কৰ যুঁজৰ আগতে লুফৎৱাফেই আমাৰ সৈন্য মোতায়েন কৰা আৰু প্ৰতিৰক্ষা গঢ়ি তোলাৰ কামত বিধি-পথালি দিবলৈ বাৰেপতি চেষ্টা কৰিছিল। যুঁজাৰু বিমানৰ দ্বাৰা ৰক্ষিত হৈ বিপুল সংখ্যক বোমাৰু বিমানে কুৰ্স্ক আৰু কাস্ত্ৰোনায়ে ৰেল ষ্টেচনৰ ওপৰত হানা দিছিল।

২ জুন দিনৰ বেলিকা কুৰ্স্কৰ ওপৰত বিমান আক্ৰমণত ৫৪০ বো অধিক আৰু ৰাতি প্ৰায় ৩০০ জাৰ্মান বিমানে ভাগ লৈছিল। সিহঁতক বাধা দিছিল ২য় আৰু এয়াৰ আৰ্মিবোৰৰ ২৮০ খন যুঁজাৰু বিমান আৰু ১০১ তম এয়াৰ ডিভিজনৰ ১০৬ খন যুঁজাৰু বিমানে। সিদিনা কুৰ্স্কৰ প্ৰৱেশমুখত তীব্ৰ বিমান যুদ্ধ চলিছিল। আমাৰ যুঁজাৰু বিমান-বোৰে ১০ খন শত্ৰু বিমান আৰু বিমান-বিধ্বংসী কামান আৰু

তাৰোপৰি ৪১ খন শত্ৰুবিমান ভূপাতিত কৰিছিল। এই বিপুল ক্ষয়-ক্ষতিয়ে আমাৰ পশ্চাদভাগত লক্ষ্যবস্তুৰ ওপৰত দিনৰ বেলিকা হানা দিবৰ বাবে বোমারু বিমান ব্যৱহাৰ বন্ধ কৰিবলৈ জাৰ্মানইতক বাধ্য কৰিছিল।

কুৰ্স্কৰ যুঁজৰ আগতে যি ক্ষয়-ক্ষতি সহ্য কৰিব লগীয়া হৈছিল তাৰ ফলত জাৰ্মান বিমান বাহিনী ভাগেখিনি দুৰ্বল হৈ পৰিছিল। ক্ষয়-ক্ষতি পূৰণৰ বাবে আৰু স্কোৱাড্ৰনবোৰৰ যুঁজাৰু ক্ষমতা পুনৰুদ্ধাৰৰ হবে সমস্ত সংৰক্ষিত শক্তিক চোঁচি আনিবলৈ নাৎছী কমাণ্ড বাধ্য হৈছিল।

কুৰ্স্ক বালজত নিয়ামক আক্ৰমণাত্মক অভিযানৰ বাবে প্ৰস্তুতি চলাবলৈ গৈ নাৎছী কমাণ্ডে অপাৰেছন চিটাডেলৰ বাবে ছোভিয়েত জাৰ্মান ৰণাঙ্গনত সিহঁতৰ সমস্ত বিমান শক্তিৰ ৭০ শতাংশ বৰাদ্দ কৰিছিল। জেনাৰেল ৰিটাৰ ফন গ্ৰেইমেৰ অধিনায়কত্বত ৬ষ্ঠ এয়াৰ ফ্লিটৰ ইউনিটবোৰে অৰেল অভিক্ষেপৰ বিমানকোঠবোৰত খোপনি পুতিছিল, আৰু জেনাৰেল ভলফগাং বিস্তোফেনৰ ৪ৰ্থ এয়াৰ ফ্লিটৰ স্কোৱাড্ৰনবোৰ খাৰকভ আৰু বেলগ'ৰ'দৰ আশেপাশে অৱস্থিত আছিল।

৪ৰ্থ বম্বাৰ ক'ৰ যিটো কোনো এয়াৰ ফ্লিটৰ অন্তৰ্ভুক্ত নাছিল, সেইটোকে ধৰি শত্ৰুইতৰ বিমান আছিল ২০০০ বো অধিক। উন্নত হাইনকেল ১১১ বোমাৰু বিমান. নতুন হেনছেল ১২০ আক্ৰমণকাৰী বিমান আৰু ফকে-উলফ-১৯০ যুঁজাৰু বোমাৰু বিমানেৰে বহুত স্কোৱাড্ৰন গঠন কৰা হৈছিল।

ছোভিয়েত চুপ্ৰীম কমাণ্ডেও কুৰ্স্কত আমাৰ সোঁ বাহু শক্তিশালী কৰাৰ ব্যৱস্থা কৰিছিল। কেন্দ্ৰীয় ৰণাঙ্গনৰ ১৬শ এয়াৰ আৰ্মি আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ ২য় এয়াৰ আৰ্মিয়ে জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ পৰা কেইটামান এয়াৰ ক'ৰ পাইছিল।

জুলাইৰ আৰম্ভণিত ১৬শ এয়াৰ আৰ্মিৰ যুঁজাক বিমান আছিল ১০৩৪ খন আৰু জেনাৰেল ক্ৰাছভস্কিৰ ২য় এয়াৰ আৰ্মিৰ আছিল ৮৮১ খন।

তদুপৰি জেনাৰেল হেড কোৱাৰ্টাছে দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ জেনাৰেল ছুদেৎছৰ ১৭শ এয়াৰ আৰ্মিক ( ৭৩৫ খন বিমান ) ভ'ৰ'নেঝ ৰণাঙ্গনৰ প্ৰতিৰক্ষা এলেকাত যুঁজিবলৈ নিৰ্দেশ দিছিল। এই তিনিটা আৰ্মিৰ মুঠ বিমান আছিল ২৬৫৫ খন, অৰ্থাৎ ৪০ শতাংশৰো বেছি। তদুপৰি স্তেপ ( সংৰক্ষিত ) ৰণাঙ্গনৰ ৫ম এয়াৰ আৰ্মি আছিল ছোভিয়েত কমাণ্ডৰ লেখত্তলবলগীয়া সংৰক্ষিত শক্তি।

কুৰ্স্ক বালজত আমাৰ যুঁজৰ প্ৰস্তুতি শত্ৰুৰ পৰা গোপন কৰিবলৈ সযত্নে চেষ্টা হৈছিল। আমাৰ পৰিকল্পনা গোপন কৰাৰ ওপৰত আমি কিমান গুৰুত্ব দিছিলো তাক তলত দিয়া কাহিনীৰ পৰা ভালেখিনি বুজা যাব। জুন মাহত এদিন ১৬শ এয়াৰ আৰ্মিৰ চোৰাংচোৱা প্ৰধান কৰ্ণেল জি. কে. প্ৰত্ৰাকভ ৰিপৰ্ট কৰিবলৈ আহিল. তেওঁ মানচিত্ৰৰ লগত অ'ৰেলৰ দক্ষিণত থকা দুখন সৰু কুঞ্জবনৰ ছবি আনিছিল। সেইবোৰৰ ভিতৰত বিৰাট সংখ্যাক জাৰ্মান টেঙ্ক লুকোৱা আছিল। চকাৰ দাগ আৰু আন আন লক্ষণৰ পৰা মনত হৈছিল যে শত্ৰুইঁতে সেই কুঞ্জবনত প্ৰায় দুটা পেনৎছাৰ ডিভিশন লুকুৱাই থৈছে।

থূপ খাই থকা টেঙ্ক বিমান বাহিনীৰ ওচৰত সদায়ে লোভনীয় লক্ষ্যবস্তু। গতিকে মই তৎক্ষণাৎ সেই দুটা কুঞ্জবনত বোমাবৰ্ষণ কৰাৰ আৰু দুটা ডাণ্ডৰ ডাণ্ডৰ পেনৎছাৰ ইউনিট মৰিমুৰ কৰাৰ সিদ্ধান্ত ললোঁ।

এক মুহূৰ্ত্তৰ বাবেও পলম নকৰি মই মোৰ প্ৰস্তাৱ লৈ ৰণাঙ্গনৰ কমাণ্ডাৰৰ ওচৰলৈ গলোঁ। জেনাৰেল ৰ'ক'ছভস্কিয়ে মোৰ কথা মনোযোগেৰে শুনিলে, তাৰ পিচত ক'লে :

"বাৰু! আমি এই দুই ডিভিশনক কঁপাই দিলোঁ, আৰু এনেকৈ আমি যে শত্ৰুইঁতৰ বিষয়ে বহুত কথা জানোঁ তাক সিহঁতক জনাই দিলোঁ। সিহঁতে সিহঁতৰ যুঁজ কৰাৰ ক্ষমতা পুনৰুদ্ধাৰ কৰিব আৰু আমাৰ অনুসন্ধানী বিমানে সিহঁতে ভু পাব নোৱৰাকৈ সেইবাৰ লুকুৱাই পেলাব।"

তেওঁ আৰু ক'লে "এতিয়া আমি যি বিচাৰো সি হৈছে আমি যে একো নাজানোঁ সেই বিষয়ে সিহঁতৰ মনত বিশ্বাস জন্মোৱা, আৰু তাৰ লগতে আমি সিহঁতৰ শক্তি আৰু পৰিকল্পনা সম্বন্ধে জানিব খোজোঁ। গতিকে আমি সিহঁতৰ মনত শঙ্কা সৃষ্টি কৰিব নালাগিব। সিহঁতে আক্ৰমণ কৰক, আৰু তাৰ পিচত আপুনি মন গলে সেই কুঞ্জবনৰ ওপৰত আঘাত কৰক। কেৱল, খুব সম্ভৱ তেতিয়া তাত কোনো টেঙ্ক নাপাব। আপুনি সিহঁতৰ গতিবিধিৰ ওপৰত লক্ষ্য ৰাখিব লাগিব আৰু তাৰ পিচত সিহঁতৰ ওপৰত বোমা পেলাব লাগিব।"

একমত হোৱাৰ বাহিৰে মোৰ গত্যন্তৰ নাছিল। আমি প্ৰতিদিনে মোটামুটি সন্দেহজনক আটাইবোৰ ঠাইলৈ ছবি তোলাৰ বাবে অনুসন্ধানী বিমান পঠাবলৈ ধৰিলোঁ। আমি হিচাপ কৰি চালোঁ যে জুনৰ শেষছোৱাত শত্ৰুইঁতে কেন্দ্ৰীয় ৰণাঙ্গন বিৰুদ্ধে ১০০০ৰো বেছি টেঙ্ক আৰু আক্ৰমণকাৰী কামান গোট খুৱাইছে। শেহতীয়া চোৰাংচোৱা বাতৰিৰ পৰা জনা গল যে শত্ৰুইঁতে আক্ৰমণৰ বাবে সিহঁতৰ ভালেখিনি সৈন্যৰ সমাবেশ কৰিছে।

নাৎছী আক্ৰমণাত্মক অভিযান অপ্ৰত্যাশিতভাৱে অহা নাই। ২ জুলাই জেনাৰেল হেড কোৱাৰ্টাৰ্ছে এই মৰ্মে সতৰ্ক কৰি দিছিল যে ৩ৰ পৰা ৬ তাৰিখৰ ভিতৰত নাৎছী আক্ৰমণাত্মক অভিযান হব পাৰে আৰু তেওঁলোকে সম্ভাব্য শত্ৰু আক্ৰমণ প্ৰতিহত কৰাৰ বাবে স্থলত আৰু আকাশত সৈন্যসকলক সাজু হৈ থকাৰ নিৰ্দেশ দিছিল।

আক্রমণাত্মক অভিযানৰ প্ৰথম দিনাৰ পৰাই কুৰ্স্কৰ উত্তৰ আৰু দক্ষিণত গধুৰ টেঙ্ক আৰু বিমান যুঁজ চলিবলৈ ধৰিলে। জাক জাক বিমান ঢৌৰ দৰে জাৰ্মান বিমান ৰণথলীৰ ওপৰত ( উত্তৰত অ'লখভাতকা আৰু পনিৰিৰ ওপৰত, দক্ষিণত গস্তিশ্চেভ আৰু য়াকোলেভৰ ওপৰত ) আৱিৰ্ভূত হল। আমাৰ সমস্ত যুঁজাৰু বিমান স্কোৱাড্ৰন সিহঁতৰ বিৰুদ্ধে নিয়োগ কৰা হল। অবিৰাম বিমান যুঁজ চলি থাকিল। ৫ জুলাই দুয়ো খণ্ডতে গোষ্ঠীয়ে গোষ্ঠীয়ে আৰু গাইগুটীয়াভাৱে প্ৰায় ২০০ বাৰ মুখামুখি বিমান যুঁজ চলিল, আৰু এই যুঁজ চলা কালত আমাৰ বিমান চালকে ২৬০ খন শত্ৰু বিমান ভূপাতিত কৰিলে।

মই বহুত তয়াময়া আকাশী যুঁজ দেখছোঁ। কিন্তু আমাৰ বিমান সেনাসকলে যি শৌৰ্য্য আৰু প্ৰবল গতিবেগ আৰু সাহ প্ৰদৰ্শন কৰিছিল সি মোলৈ আছিল অজ্ঞাত। আনকি আমাৰ শত্ৰুইঁতেও ছোভিয়েত বিমান চালকসকলৰ সুউচ্চ নৈতিক বল আৰু সংগ্ৰামী মনোভাৱৰ কথা স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল। কুৰ্স্ক বালজত ভাগ লোৱা নাৎছী জেনাৰেল মেলেনথিৰে তেওঁ স্মৃতিকথাত লিখিছিল, "এই যুঁজত জাৰ্মানসকলৰ বিমানৰ ক্ষেত্ৰত প্ৰাধান্য থকা সত্বেও ৰাছিয়ান বিমানবোৰে লক্ষণীয়ভাৱে প্ৰবল গতিবেগেৰে যুঁজিছিল।"[1]

সন্ধিয়া ষ্টালিনে জেনাৰেল ৰ'ক'ছভস্কিক টেলিফোন কৰিলে। তেওঁৰ প্ৰথম প্ৰশ্ন আছিল :

"আমি বিমানৰ ক্ষেত্ৰত প্ৰাধান্য অৰ্জন কৰিছোঁ নে ?"

"ভয়ঙ্কৰ বিমান যুদ্ধ চলিব লাগিছে, কেতিয়াবা আমাৰ কেতিয়াবা সিহঁতৰ সাফল্য হৈছে"—ৰ'ক'ছভস্কিয়ে অলপ গা এৰা দিয়া ধৰণেৰ উত্তৰ দিলে।

---

১ এফ্ ডব্লিউ ফন মেলেন্‌থিন, পেনৎছাৰ যুঁজ-১৯৩৯-১৯৪৫ ঃ লণ্ডন ১৯৫৬ পৃঃ ২১৭

ষ্টালিনে দাবী কৰিলে যে বাহিনীয়ে তেওঁলোকৰ প্ৰয়াস জোৰদাৰ কৰক আৰু যিমান সোনকালে সম্ভৱ শত্ৰুৰ হাতৰ পৰা উদ্যোগ কাঢ়ি লওক।

মোৰ মনত আছে ৫ জুলাই সন্ধিয়া বিমান যুঁজবোৰৰ মুঠ ফলাফল বিচাৰ-বিশ্লেষণ কৰিবলৈ আৰু পাচদিনাৰ যুঁজৰ পৰিকল্পনাৰ ৰূপৰেখা ৰচনা কৰিবলৈ আমাৰ চীফ-অব্-ষ্টাফ জেনাৰেল পি. আই. ব্ৰাইকো আৰু মই আলোচনাত বহিলোঁ। ৬ জুলাই কেন্দ্ৰীয় ৰণাঙ্গনৰ কমাণ্ডাৰ যিবোৰ নাৎছী ফৌজে আমাৰ প্ৰতিৰক্ষাত কাটল ধৰাইছিল সেইবোৰৰ বিৰুদ্ধে প্ৰতিৰক্ষাৰ দ্বিতীয় স্তৰ লৈ এক প্ৰবল প্ৰতি-আক্ৰমণৰ সিদ্ধান্ত ললে। ইয়াৰ ফলত আমাৰ বিমানৰ ওপৰত বৃহত্তৰ দায়িত্ব বৰ্তালে। বিমান বাহিনী নিয়োগ কৰাৰ দুটা সম্ভাব্য বিকল্পৰ পৰা আমি এটা বাছি লব লগীয়া হল। এটা পথ আছিল প্ৰায় সমস্ত স্কোৱাড্ৰনক একেলগে যুঁজত নিয়োজিত কৰা, আনটো পথ আছিল আমাৰ শক্তিক পৰ্যায়ক্ৰমে সমানভাৱে বণ্টন কৰি দিয়া। প্ৰথমটো পথৰ ক্ষেত্ৰত বহুত প্ৰশ্ন উঠিল: বম্বাৰ আৰু আক্ৰমণকাৰী বিমানবোৰক কেনেকৈ যুঁজাৰু-বিমান সমৰ্থন দিয়া যাব? একেলগে গোট খুৱাই এটা বহৰ কেনেকৈ গঠন কৰা যাব আৰু উৰি থকা অৱস্থাত তেওঁলোকৰ নিৰাপত্তা কেনেকৈ সুনিশ্চিত কৰা যাব? এইবোৰৰ প্ৰশ্নৰ যথাৰ্থ উত্তৰ লবালৈকে বিচাৰি উলিয়াব দৰকাৰ আছিল।

এটা সমাধান সোনকালে পোৱা গল। সমস্ত বোমাৰু বিমানৰ গঠন আৰু আক্ৰমণকাৰী বিমানবোৰে একে উচ্চতাত উৰিব লাগিব। এটা যুঁজাৰু-বিমান ডিভিজনৰ ওপৰত লক্ষ্যবস্তুৰ ওপৰত আকাশ "পৰিষ্কাৰ" কৰাৰ দায়িত্ব দিয়া হল। বম্বাৰ আৰু আক্ৰমণকাৰী বিমানৰ বিভিন্ন গোষ্ঠীক যুঁজাৰু বিমান ক্ষেত্ৰবোৰৰ ওপৰেদি উৰাৰ আৰু ৰেডিঅ'ৰ যোগেদি পথ প্ৰদৰ্শকৰ বাবে অনুৰোধ কৰিবলৈ

কোৱা হল। বিৰাট আক্ৰমণৰ আগতে লক্ষ্যবস্তুবোৰ সম্পৰ্কে বিস্তাৰিত বা-বাতৰি সংগ্ৰহ কৰাৰ ব্যৱস্থা কৰা হল। বিবোৰ বিমানে ইতিমধ্যে সিবোৰৰ লক্ষ্য পূৰণৰ বাবে উৰা মাৰিবলৈ ধৰিব বাতে সিবোৰৰ ওচৰত লক্ষ্যবস্তু সম্পৰ্কে বেডিঅ'ৰ যোগেদি নিৰ্দেশ পঠাব পাৰে তাৰ বাবে অনুসন্ধানী বিমানবোৰ নিৰ্দিষ্ট সময়ৰ আগতেই ৰণথলীলৈ পঠাই দিয়া হল।

ইতিমধ্যে জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ আকাশী যুদ্ধৰ ভাৰপ্ৰাপ্ত প্ৰতিনিধি জেনাৰেল জি এ. ভ'ৰ'ঝেইকিন অহাত আমাৰ কামত ছেদ পৰিল। তেওঁ মস্কোৰ পৰা পিও-২ বিমানেৰে আহিল। মই প্ৰথম দিনাৰ যুঁজত যে কিছু সাফল্য অৰ্জিত হৈছে সেই কথা তেওঁক জনালোঁ, বিৰাট আক্ৰমণ কৰাৰ সিদ্ধান্তৰ কথা জনালোঁ আৰু মাৰ্শাল ঝুকভ আৰু জেনাৰেল ৰ'ক'ছভস্কিয়ে যে এই সিদ্ধান্তৰ বিৰোধিতা কৰিব পাৰে মোৰ এই আশংকাৰ কথাও তেওঁক ক'লোঁ।

জেনাৰেল ভ'ৰ নেঝইকিনে মোক আশ্বাস দি ক'লে "যি সিদ্ধান্ত লৈছে সেই অনুযায়ী কাম কৰক। মই এতিয়াই মাৰ্শাল ঝুকভৰ লগত দেখা কৰিম আৰু বিষয়টোৰ নিষ্পত্তি কৰি। কাইলৈ বাতিপুৱা পৰ্য্যবেক্ষণ প'ষ্টত আপোনাক লগ দেখা ধৰিম।"

জেনাৰেল ভ'ৰ'ঝেইকিনক বিদায় জনাই আমি ব্যাপক আঘাতৰ বাবে আমাৰ পৰিকল্পনা লৈ আগবাঢ়ি গলোঁ। এনে ধৰণৰ আঘাতৰ অভিজ্ঞতা আমাৰ এই প্ৰথম।

মই ধলপুৱাৰ পৰ্য্যবেক্ষণ পষ্ট পালোঁগৈ। বিমানৰ আৱিৰ্ভাৱৰ বাবে অধীৰভাৱে বাট চাই থাকিলোঁ।

সোনকালেই দিগন্তত এটা ক'লা বিন্দু দেখা পালোঁ। এইবোৰ আকাশ 'পৰিষ্কাৰ' কৰাৰ বাবে পঠোৱা যুঁজাৰু বিমান। প্ৰথম দলটোৰ পাচে পাচে আন দলটো প'ল। বোমাৰু আৰু আক্ৰমণকাৰী

বিমানবোৰ আহি পাবলৈ বেহি পলম হোৱা নাই। এটা বিৰাট বহৰত সিবোৰ সমুখ লাইনৰ পিনে আগুৱাই গৈছিল।

ট্ৰেঞ্চত থকা আমাৰ সৈন্যসকলে এই বিৰাট বিমান বহৰক আদৰণি জনালে। তেওঁলোকে তেওঁলোকৰ ট্ৰেঞ্চৰ পৰা জঁপিয়াই ওলাই আহি টুপী জোকাবিবলৈ ধৰিলে।

আমি বোমা বিস্ফোৰণৰ আৱাজ শুনিবলৈ পালোঁ, সোনকালে ই ভয়ঙ্কৰ গাজনিত পৰিণত হ'ল। এই সম্মিলিত আক্ৰমণ অতীৱ কাৰ্য্যকৰ বুলি প্ৰমাণিত হ'ল। শত্ৰুইতৰ অস্ত্ৰসজ্জিত শক্তিৰ বিপুল ক্ষতি হ'ল আৰু ৬ জুলাই বাতিপুৱা আক্ৰমণ কৰাৰ যি পৰিকল্পনা সিহঁতে কৰিছিল তাক স্থগিত ৰাখিব লগা হ'ল।

বিমানবোৰৰ শেষ জাকটো দক্ষিণ-পূবলৈ উৰা মৰাৰ লগে লগে ৰ'ক'ছভস্কিয়ে টেলীফোন কৰিলে।

তেওঁ ক'লে, "এয়াই হৈছে প্ৰকৃত বিমান যুঁজ। কিন্তু আন দলবোৰে উৰা মৰা নাই কেলেই?"

মই জনালোঁ, "আমি প্ৰায় আটাইবোৰ বিমান এই পোনপ্ৰথম সম্মিলিতভাৱে বিৰাট আক্ৰমণত নিয়োগ কৰিছোঁ। আন এটা নতুন আক্ৰমণ সংগঠিত কৰিবলৈ প্ৰায় তিনি ঘণ্টা লাগিব।"

"সংৰক্ষিত শক্তিৰ পৰা অন্ততঃ সৰু সৰু দল পঠাওক। বিমান সমৰ্থন নাপালে আমাৰ সৈন্যসকলৰ পক্ষে বেয়া হ'ব, আৰু মাৰ্শাল ঝুকভ অসন্তুষ্ট হ'ব।"

"বাৰু, সংৰক্ষিত শক্তিত থকা এটা আক্ৰমণকাৰী ডিভিজনৰ পৰা মই ইল-২ বিমানৰ এটা এটাকৈ সৰু দল পঠিয়াম।"

পুৱা ৯ বজাৰ ভিতৰত আমাৰ স্কোৱাড্ৰনবোৰ আকৌ সাজু হৈ গ'ল। ইতিমধ্যে স্থলত তীব্ৰ যুঁজ চলি আছিল। নাৎছীইঁতে অ'লখোভতকা অভিমুখে যাবৰ চেষ্টা কৰিছিল, কিন্তু আমাৰ টেঙ্ক গঠনবোৰে সিহঁতক আগভেটা দিছিল।

ছোভিয়েত বিমানৰ বিৰাট দলটো আকৌ আকাশত দেখা গল। এ ঘণ্টা জুৰি দ্বিতীয় বিৰাট আক্ৰমণ চলিল।

এই আক্ৰমণৰ পিচত মাৰ্শাল ঝুকভে মোক ফোন কৰিলে। ৰণথলীৰ কমাণ্ডাৰৰ দৰে তেৱেঁও আমাৰ বিমান যুঁজৰ শলাগ ললে।

যুঁজৰ দ্বিতীয় দিনা আমাৰ বিমান বাহিনীয়ে বেছি সুশৃঙ্খলভাৱে আৰু উদ্দেশ্যমূলকভাৱে কাম কৰিলে। তেওঁলোকে আকাশত শত্ৰুৰ বোমাৰু বিমানৰ আৰু ৰণথলীত প্ৰধান নাৎছী পেনৎছাৰ বাহিনীৰ ওপৰত তেওঁলোকৰ আক্ৰমণ তীব্ৰ কৰিলে।

সম্মিলিত বিৰাট বিমান আক্ৰমণে শত্ৰুৰ বিমান প্ৰতিৰক্ষা ব্যৱস্থা নিষ্ক্ৰিয় কৰি দিয়াৰ ব্যাপকতৰ সুযোগ সৃষ্টি কৰিলে আৰু ফলস্বৰূপে আমাৰ ক্ষয়ক্ষতি কম হল, কাৰণ তেওঁলোকে নাৎছী সৈন্যহঁতৰ মনোবল সংকটজনকভাৱে কমাই দিলে আৰু শত্ৰুৰ বিপুল ক্ষতি সাধন কৰিলে।

৬ জুলাইত অত্যন্ত কাৰ্য্যকৰ বিমান আক্ৰমণে স্থল যুদ্ধৰ পৰিস্থিতিৰ ওপৰত আশু প্ৰভাৱ পেলালে। এতিয়া ১৩শ আৰ্মিয়ে তেওঁলোকৰ প্ৰতিৰোধ কঠোৰতৰ কৰিলে কাৰণ প্ৰথম দিনা যুঁজৰ সময়ত লুফৎৱাফেই তেওঁলোকৰ ওপৰত যিদৰে বোমা পেলাইছিল এতিয়া সেইদৰে কৰিব নোৱাৰাছিল।

আমাৰ যুঁজাৰু বিমানৰ বিৰাট বিৰাট দল শত্ৰু কবলিত এলেকাৰ আকাশত সোমাই পৰিল আৰু নাৎছী পাইলটসকলক মুখামুখি যুঁজলৈ টানি আনিলে যাৰ ফলত জাৰ্মানহঁতৰ বিপুল ক্ষয়ক্ষতি হল।

পাচদিনা লুফৎৱাফেৰ ক্ৰিয়াকলাপ সাংঘাতিক মন্থৰ হৈ পাৰিল আৰু আমি কাৰ্য্যকৰ আঘাত দি থাকিলোঁ। নাৎছীহঁতৰ পৰা বিমান যুদ্ধৰ উদ্যোগ কাঢ়ি নিয়া হল।

কুৰ্স্কৰ যুঁজৰ গতিধাৰা আৰু ফলাফলৰ ওপৰত ইয়াৰ সুদূৰ প্ৰসাৰী প্ৰভাৱ পৰিছিল। লুফৎৱাফেই ৰণথলীত আমাৰ সৈন্যগঠনবোৰৰ

ওপৰত বিনা ক্ষয়ক্ষতিৰে আক্ৰমণ কৰিব নোৱৰা হল। আমাৰ এলেকাৰ ভিতৰত শত্ৰুৰ বিমান হানাৰ সংখ্যা ৭ জুলাই য'ত আছিল ১২০০, ৯ জুলাই সি কমি ৩৫০ হলছি।

ভ'ৰ'নেঝ ৰণাঙ্গনতো বিমান যুঁজৰ ঘটনাৱলী একেদৰে ঘটিল, তাতো শত্ৰুইঁত বিমান যুঁজত পৰাস্ত হল আৰু স্থলতো সিহঁতে সিহঁতৰ উদ্দেশ্য চৰিতাৰ্থ কৰিব নোৱাৰিলে।

কুৰ্স্কৰ আত্মৰক্ষামূলক যুঁজৰ কেইদিন ছোভিয়েত বিমান বাহিনীয়ে মুঠ ২৮,০০০ বাৰ বিমান হানা দি'ছিল আৰু আকাশত ১৫০০বো বেছি শত্ৰু বিমান ধ্বংস কৰিছিল।

এনেকৈ লুফৎৱাফেৰ অপূৰণীয় ক্ষতি সাধন কৰা হল। দুৰ্বল হৈ পৰাৰ আৰু আকাশত স্বাধীনতাৰ পৰা বঞ্চিত হোৱাৰ ফলত সিহঁতে যুঁজৰ গতিধাৰা আৰু ফলাফলৰ ওপৰত নিয়ামকভাৱে প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিলে।

ছোভিয়েত বিমান সৈন্যসকলে শ শ জাৰ্মান টেঙ্ক ধ্বংস কৰিলে আৰু বোমা, মেচিনগান আৰু কামানৰ পৰা অগ্নিবৰ্ষণ কৰি শত্ৰুইঁতৰ জনবল আৰু অস্ত্ৰশস্ত্ৰৰ বিপুল ক্ষয়ক্ষতি ঘটালে।

কুৰ্স্কৰ যুঁজত আত্মৰক্ষামূলক পৰ্য্যায়ত আমাৰ বিমান বাহিনীৰ কমাণ্ডাৰসকলে আৰু বিমান সৈন্যসকলে সাহস, শৌৰ্য্য আৰু বিপুল ৰণনৈপুণ্য প্ৰদৰ্শন কৰিছিল। জটিল আৰু দ্ৰুত পৰিবৰ্তনৰ সম্ভাৱনাবহুল এটা পৰিস্থিতিত তেওঁলোকে যুঁজৰ সংগঠনত প্ৰকৃত উদ্ভাৱনী শক্তিৰ চিনাকি দিছিল। এনেকৈ বিমান যুদ্ধত অমূল্য আৰু বিচিত্ৰ অভিজ্ঞতাৰ দ্বাৰা ছোভিয়েত যুদ্ধকলা যুদ্ধ চালনা আৰু ৰণকৌশল দুয়ো কালৰ পৰা সমৃদ্ধ হৈছিল।

এটা একক পৰিকল্পনা অনুযায়ী বিৰাট বিৰাট বিমান যুদ্ধ পৰিচালনাই আমাৰ বিমান বাহিনীৰ যুঁজবোৰক বৈশিষ্ট্যমণ্ডিত কৰিছিল। বিমান সংঘৰ্ষবোৰে ৰণকৌশলগত ভেওনা চেৰাই যুদ্ধ

পৰিচালনা সংক্ৰান্ত তাৎপৰ্য্য লাভ কৰিছিল। বিমান আদিৰ বহুতবোৰ গঠনৰ অংশগ্ৰহণক্ৰমে সম্মিলিতভাৱে বিৰাট আক্ৰমণক আগতকৈ অনেক বেছি ব্যৱহাৰ কৰা হৈছিল। বিমান যুঁজৰ পৰিচালনা উন্নত কৰা হৈছিল। ৰণাঙ্গনৰ সমুখৰ্শাৰীত ওচৰাউচৰি বিমান নিয়ন্ত্ৰণ পষ্টৰ এলানি বিস্তৃত ব্যৱস্থা কৰা হৈছিল। ৰেডিঅ'ৰ জৰিয়তে বিমানবোৰলৈ নিৰ্দেশ প্ৰেৰণৰ ব্যৱস্থা আকাশৰ পৰা খুজত থকা লক্ষ্যবস্তু পৰ্য্যন্ত প্ৰসাৰিত কৰা হৈছিল। আক্ৰমণকাৰী গঠন-সমূহৰ কমাণ্ডাৰসকলে ৰণথলীত নিয়ন্ত্ৰণ প'ষ্ট সংগঠিত কৰিছিল আৰু পৰিস্থিতিৰ প্ৰয়োজন অনুযায়ী কৰ্তব্য ধাৰ্য্য কৰি ইউনিটবোৰ দক্ষতাৰে সৈতে পৰিচালনা কৰিছিল। এইবোৰে বিমান আঘাতবোৰৰ নিৰ্ভুলতা বৃদ্ধি কৰা আৰু বেছিকৈ সুবিধা পাব পৰাকৈ যুঁজৰ ক্ষমতা আৰু কৌশল অৱলম্বন কৰাৰ ক্ষমতা ব্যৱহাৰ কৰাটো সম্ভৱ কৰিছিল।

সদৌ শেহত, কুৰ্স্কৰ যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ত পোনপ্ৰথম ব্যৱহাৰ কৰা হৈছিল এনে কেতবোৰ অতিশয় কাৰ্য্যকৰ কৃৎকৌশলগত অভিনৱত্বৰ উল্লেখ কৰা উচিত। আক্ৰমণকাৰী বিমানবোৰৰ দ্বাৰা ফোপোলা চাৰ্জ ব্যৱস্থা থকা টেঙ্ক-প্ৰতিৰোধী বোমা ব্যৱহাৰৰ পৰা খুব ভাল পোৱা গৈছিল। এইবোৰ সৰু আৰু পাতল আছিল আৰু বোমাৰ বাবে থকা নিৰ্দিষ্ট ঠাইত বহুত বোমা লব পৰা হৈছিল (ইল-২ বিমানত ২০০ টা লৈকে)। এই বোমাবোৰ এটা ডাঙৰ এলেকাৰ ওপৰত কাৰ্য্যকৰ হৈছিল আৰু জাৰ্মান টাইগাৰ আৰু পেন্থাৰ টেঙ্কবোৰৰ বৰ্ম সহজেই ফুটা কৰি দিছিল।

য়াক-৯ বিমানত বহুৱা নতুন ৩৭-এম এম কামানেও ফল ভাল দিছিল।

কুৰ্স্কৰ যুঁজত আত্মৰক্ষামূলক পৰ্য্যায়ত আমাৰ স্থল আৰু বিমান বাহিনীয়ে প্ৰধান শত্ৰুক শক্তিহীন কৰি দিছিল আৰু এনেকৈ ছোভিয়েত সেনাবাহিনীৰ প্ৰতি-আক্ৰমণৰ আৰু ব্যাপক ৰণাঙ্গন

ভূমি সাধাৰণ আক্ৰমণাত্মক অভিযানৰ পক্ষে অনুকূল পৰিবেশ সৃষ্টি কৰিছিল।

প্ৰতি-আক্ৰমণাত্মক অভিযানৰ গতিপথত বিমান যুঁজৰ পৰিসৰ অসাধাৰণভাৱে ব্যাপক হৈ উঠিছিল। অ'ৰেল খণ্ডত তিনিটা এয়াৰ আৰ্মি সক্ৰিয় আছিল। এম এফ গ্ৰমভৰ নেতৃত্বত ১ম আৰ্মি আছিল, এন. এফ ন্নাউমেঙ্কোৰ নেতৃত্বত ১৫শ আৰ্মি আৰু ১৬শ আৰ্মি। সিহঁতৰ সৰ্বমুঠ ৩০২৩ খন বিমান আছিল। তদুপৰি দূৰ পাল্লাৰ বিমান পৰিবহনৰ ৫০০ খন বিমান আক্ৰমণাত্মক যুঁজত নিয়োজিত হৈছিল।

বিপুল বিমান শক্তি হাতত থকাৰ ফলত আমাৰ কমাণ্ডে নাৎছীইঁতৰ প্ৰতিৰক্ষা ভেদ কৰাৰ আৰু আগুৱাই যাবৰ বাবে সাফল্যক ব্যৱহাৰ কৰাৰ ক্ষেত্ৰত বিমানৰ পৰা নাৎছী সৈন্যইঁতৰ ওপৰত চাপ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। বিমানৰ ক্ষেত্ৰত প্ৰাধান্য অৰ্জনৰ পিচত আমাৰ স্থল আৰু বিমান বাহিনীয়ে লুফৎৱাফৰ পৰা অপেক্ষাকৃত কম বাধা পাইছিল।

এয়াৰ আৰ্মিবোৰে আক্ৰমণাত্মক যুঁজত আৰম্ভণিৰ পৰা শেষলৈকে যুঁজিছিল, শত্ৰু প্ৰতিৰক্ষা ভেদৰ আৰু যুঁজৰ আন আন সকলো পৰ্য্যায় প্ৰস্তুতিত স্থল সেনাসকলক সমৰ্থন যোগাইছিল।

ৰণাঙ্গনৰ গতিশীল টাস্ক ফ'ৰ্চ হিচাপে কাৰ্য্যৰত টেঙ্ক আৰ্মিবোৰৰ লগত ইয়াৰ আৰ্মিবোৰৰ সহযোগিতা আছিল লক্ষণীয়। যুঁজ চলি থকা এলেকাত আক্ৰমণ চলাই যাবৰ বাবে টেঙ্ক আৰ্মিবোৰৰ লগত আক্ৰমণকাৰী আৰু যুঁজাৰু বিমান গঠনবোৰক যুটীয়া ক্ৰিয়াকলাপত নিয়োজিত কৰা হৈছিল। এই অভিজ্ঞতাই যুঁজৰ সমস্ত পৰৱৰ্তী যুঁজবোৰক ব্যাপকভাৱে ৰক্ষা কৰিছিল আৰু এতিয়াও তাৰ তাৎপৰ্য্য অটুট আছে।

যদিও আমাৰ বিমান বাহিনীয়ে বিমানৰ ক্ষেত্ৰত প্ৰাধান্য অৰ্জন কৰিব পৰা নাই তথাপি তেওঁলোকে লুফৎৱাফৰ বিৰুদ্ধে তেওঁলোকৰ প্ৰয়াস শিথিল কৰা নাছিল। সংগ্ৰাম অব্যাহতভাৱে চলিছিল। আমাৰ যুঁজাৰু বিমানে ৰণথলীৰৰ ওপৰৰ আকাশৰ পৰা শত্ৰু বিমানবাহিনীক খেদি পঠোৱাৰ সঙ্কল্প লৈছিল আৰু আমাৰ অৱস্থানবোৰ ভেদ কৰাত শত্ৰু বিমানবোৰক বাধা দিয়াৰ প্ৰয়াসত আমাৰ সমুখ শাৰীত প্ৰতিবন্ধক সৃষ্টি কৰিছিল।

লুফৎৱাফৰ ক্ষয়ক্ষতি ক্ৰমাগত বাঢ়ি গৈছিল। সিহঁতে কুৰ্স্কত আক্ৰমণাত্মক যুঁজৰ সময়ত ২২০০ খন বিমান হেৰুৱাইছিল। জাৰ্মান পৰিসংখ্যান অনুযায়ী ১৯৪৩ চনৰ ১ জুলাইৰ পৰা ৩১ ডিচেম্বৰৰ ভিতৰত নাৎছী বিমান বাহিনীয়ে ১০,০০০ বো বেছি বিমান হেৰুৱাইছিল।[1] এই বাতৰিটো চিত্তাকৰ্ষক হব পাৰে যে ১৯৪২ চনত এই একে সময়ৰ ভিতৰত সিহঁতে ৫২৩০ খন বিমান হেৰুৱাইছিল। গতিকে শত্ৰুৰ বিমান বাহিনীৰ ক্ষয়ক্ষতি প্ৰায় ১০০ শতাংশ বৃদ্ধি পোৱাটো হৈছে আমাৰ বিমান প্ৰাধান্যৰ পৰিচায়ক এটা ফলশ্ৰুতি।

জাৰ্মানীৰ বিমান শিল্পৰ সম্প্ৰসাৰণ, বিমান উৎপাদন বৃদ্ধি আৰু বিমান চালনা শিক্ষাৰ স্কুলত বিমান চালকসকলৰ বেছি প্ৰশিক্ষণ থকা সত্বেও ১৯৪৩ চনৰ জহকালি নাৎছী বিমান বাহিনীৰ শক্তি ক্ৰমেই হ্ৰাস পাবলৈ ধৰিছিল।

কুৰ্স্কৰ যুঁজত আকাশত আমাৰ জয়ে নাৎছী জাৰ্মানীৰ কুখ্যাত "বিমান ৰণনীতি"ৰ সম্পূৰ্ণ ধ্বংস পূৰ্ব নিৰ্দ্ধাৰিত কৰি দিছিল।

আমেৰিকান আৰু বৃটিছ বুৰঞ্জীবিদসকলে এই কথা পাহৰা উচিত নহব যে ১৯৪৪ চনত লুফৎৱাফৰ পৰা বেছি বাধা নোপোৱাকৈ

---

১ এইচ এ জেকবছন, ১৯৩৯-১৯৪৫, ডেৰ ৎছোৱাইতে ভেল্টক্ৰিগ ইন ক্ৰনিক উণ্ড ডকুমেনটেন, দাৰ্মষ্টাট, ১৯৬২, পৃঃ ৩৯১-৩৯২।

ভেণ্ডলোকৰ সৈন্যসকলে যে ফ্ৰান্সত অৱতৰণ কৰিছিল তাৰ প্ৰধান কাৰণ এয়ে যে আগৰ বছৰত ছোভিয়েত জাৰ্মান ৰণাংগনত লুফৎৱাফৰ শক্তিৰ বেছি ভাগ বিচূৰ্ণ হৈ গৈছিল।

কুৰ্স্ক্ যালজত তয়াময়া বিমান যুঁজবোৰত জাৰ্মান বিমান বাহিনীৰ প্ৰাধান্য সম্পূৰ্ণ নাইকিয়া হৈছিল। ১৯৪৩ চনৰ জহকালিৰ বিশাল ৰণত বিমান সজ্ঘৰ্ষবোৰৰ এয়ে হৈছে প্ৰধান ফলশ্ৰুতি।

---



## কৰ্ণেল-জেনাৰেল নিকোলাই ফমিন*

# কুৰ্স্কৰ যুঁজত গোলন্দাজ বাহিনী

গোলন্দাজ বাহিনীৰ ক্রিয়াকলাপ যিদৰে বৰ্ণনা কৰিবলৈ পালে মই সুখী হলোঁহেঁতেন সীমিত ঠাইত সি সম্ভৱ নহব। গতিকে মই অপেক্ষাকৃত সৰু কৰ্তব্য এটা বাছি ললোঁ, যুঁজৰ পৰা সবাতোকৈ শিক্ষণীয় শিক্ষাবোৰৰ মাজতে মোৰ বিৱৰণ সীমাবদ্ধ ৰাখিম।

অতীতৰ অভিজ্ঞতাক সুঁৱৰাৰ আৰু তাক যান্ত্রিকভাৱে ভবিষ্যতত আৰোপ কৰাৰ যি প্ৰৱণতাই মাজে মাজে আত্মপ্রকাশ কৰে তাক অনুকৰণ কৰাটো অৱশ্যে যথাযথ নহয়। অতীতৰ অভিজ্ঞতাক নতুন পৰিস্থিতিত সৃজনশীলভাৱেহে প্রয়োগ কৰিব লাগে।

কুৰ্স্কৰ যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়বোৰত আৰ্মি যিবোৰ সমস্যাৰ মোকাবিলা কৰিব লগীয়া হৈছিল তাৰ কেইটামান লৈ আলোচনা কৰা যাওক।

---

* ছোভিয়েত ইউনিয়নৰ বীৰ কৰ্ণেল জেনাৰেল ফমিন, কুৰ্স্কৰ যুঁজত কেন্দ্ৰীয় ৰণাঙ্গনৰ গোলন্দাজ বাহিনীৰ সেনাপতি আছিল। এও অধ্যাপক।

সুঁৱৰিব পাৰি যে আত্মৰক্ষামূলক যুঁজৰ আৱত্তণিত শক্তিৰ অনুপাতটো আছিল অসাধাৰণ। ছোভিয়েত বাহিনী কেতবোৰ ক্ষেত্ৰত শত্ৰুৰ তুলনাত প্ৰাধান্যৰ অধিকাৰী আছিল। উদাহৰণস্বৰূপে, ১৯৪৩ চনৰ ৫ জুলাই কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনত প্ৰতিৰক্ষা এলেকাবোৰত ছোভিয়েত বাহিনীৰ অনুকূলে কামানৰ অনুপাত আছিল ১'৮ : ১ আৰু ২'১ : ১। অৱশ্যে শত্ৰুৰ প্ৰধান প্ৰয়াসৰ গতিমুখত অনুপাতটো সিহঁতৰ অনুকূলে আছিল।

এই কথা কবই লাগিব যে কামানৰ শক্তিৰ এই অনুপাত সাধাৰণভাৱে আত্মৰক্ষামূলক যুঁজৰ চৰিত্ৰগত বৈশিষ্ট্য নহয়। কিন্তু দুই ৰণাঙ্গনৰ আগত কৰ্তব্য আছিল কেৱল আত্মৰক্ষামূলক যুঁজ কৰাই নহয়, প্ৰতি-আক্ৰমণাত্মক অভিযান কৰাও কৰ্তব্য আছিল। জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত গোলন্দাজ বাহিনীৰ কেন্দ্ৰীভৱন কৰি এই ৰণাঙ্গনবোৰৰ পক্ষে কামানৰ অনুপাত অনুকূল কৰা হৈছিল। ১ জুলাই এই দুই ৰণাঙ্গনৰ প্ৰতিৰক্ষা এলেকাত জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত বাহিনীৰ ২৫০বো অধিক গোলন্দাজ ৰেজিমেণ্ট আছিল। এই কথা কলেই যথেষ্ট হব যে কেন্দ্ৰীয় ৰণাঙ্গনৰ ১৩শ আৰ্মিয়ে এটা গোলন্দাজ ক'ৰ পাইছিল।

তুলনামূলকভাৱে বিচাৰ কৰিলে দেখা যায় যে ১৯৪১ চনৰ অক্টোবৰত মস্কোৰ যুঁজত পশ্চিম ৰণাঙ্গনৰ ফিল্ড আৰ্মিবোৰৰ প্ৰত্যেকৰ প্ৰায় ১১০০ কামান আছিল আৰু কুৰ্স্কৰ যুঁজত কেন্দ্ৰীয় ৰণাঙ্গনৰ একো একোটা আৰ্মিৰ ১৮০০ পৰ্যন্ত কামান আৰু মৰ্টাৰ আছিল আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ এটা আৰ্মিৰ আছিল ১৪০০তো অধিক। পশ্চাদভাগত অস্ত্ৰশস্ত্ৰৰ উপাদান ক্ৰমেই বাঢ়ি থকাৰ কাৰণেই ই সম্ভৱ হৈছিল।

কামানৰ সংখ্যা যথোপযুক্ত হোৱাত আমাৰ কমাণ্ডাৰসকলে কামানৰ ঘনত্ব, বিশেষকৈ শত্ৰুৰ আক্ৰমণৰ প্ৰত্যাশিত প্ৰধান

গতিমুখত ভালেখিনি বড়াব পবা হৈছিল। তলত দিয়া সাৰণীৰ পৰা তাক বুজা যাব।

## ৰণাঙ্গনৰ প্ৰতি কিলোমিটাৰ সমুখভাগত কামানৰ সংখ্যা ১৯৪৩ চনৰ ৫ জুলাইত

| কেন্দ্ৰীয় ৰণাঙ্গন | | | ভ'ৰনেৰ ৰণাঙ্গন | | |
|---|---|---|---|---|---|
| আৰ্মি | কামান আৰু মটাৰ | টেংক প্ৰতিৰোধী কামান | আৰ্মি | কামান আৰু মৰ্টাৰ | টেংক প্ৰতিৰোধী কামান |
| ৪৮ তম | ৩৮·৩ | ১২·৪ | ৩৮ তম | ১৪·৬ | ৩·৫ |
| ১৩ শ | ৯১·৬ | ২৩·৭ | ৪০ তম | ৩২·৭ | ১১·৩ |
| ৭০ তম | ২৬·৭ | ৮·৩ | ৬ষ্ঠ গাৰ্ড'ছ | ২৬·৩ | ৯ ০ |
| ৬৫ তম | ২২ ৪ | ৬·১ | ৭ম গাৰ্ড'ছ | ৩১·২ | ১০·১ |
| ৬০ তম | ১৫·০ | ৩·৮ | | | |

আৰু এটা তুলনা কৰা যাওক। ১৯৪১ চনৰ অক্টোবৰত মস্কোৰ যুঁজত আমি প্ৰতি কিলোমিটাৰ সমুখ ৰণাঙ্গনত মাথো ৭-১১ টা কামান আৰু মৰ্টাৰ বহুৱাব পৰা হৈছিলো; ১৯৪২ চনৰ ২৩ জুলাই ষ্টালিনগ্ৰাদত ৬২ তম আৰ্মিৰ কিলোমিটাৰে পতি কামান আৰু মৰ্টাৰ আছিল ১৩ ৪।

এক কিলোমিটাৰ সমুখ ৰণাঙ্গনত সবাতোকৈ বেছি সংখ্যক কামান আদি আছিল কেন্দ্ৰীয় ৰণাঙ্গনৰ ১৩শ আৰ্মিৰ এলেকাত। এই আৰ্মিয়ে ৩২ কিলোমিটাৰ জোৰা দীঘল এটা লাইন, অৰ্থাৎ ৰণাঙ্গনৰ মাথো ১১ শতাংশ জুৰি আছিল আৰু কেন্দ্ৰীয় ৰণাঙ্গনে জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ পৰা যিমান পাইছিল তাৰ ৪৪ শতাংশ এই এলেকাত কেন্দ্ৰীভূত আছিল। ইয়াৰ ফলত আত্মৰক্ষামূলক যুঁজ চলোৱাৰ পক্ষে অনুকূল পৰিস্থিতি সৃষ্টি হৈছিল।

কুৰ্স্কৰ যুঁজত যিবোৰ সমস্যাৰ সমাধান প্ৰথমে কৰা হৈছিল তাৰ ভিতৰত গোলন্দাজ প্ৰতি-প্ৰস্তুতিক মই ১ নম্বৰ হিচাপে উপস্থিত কৰিব খোজোঁ। অগ্নিবৰ্ষক অস্ত্ৰ থকাত প্ৰত্যেক আৰ্মিত প্ৰতি-প্ৰস্তুতিৰ পৰিকল্পনা কৰা হোৱা কথাটো তেনেই স্বাভাৱিক আছিল। পিচে প্ৰতি-প্ৰস্তুতি সংগঠন সম্পৰ্কে দৃষ্টি ভঙ্গী ভিন্ ভিন্ আছিল। উদাহৰণস্বৰূপে, কেন্দ্ৰীয় ৰণাঙ্গনৰ ১৩শ আৰ্মিৰ চাৰিটা বেলেগ বেলেগ পৰিকল্পনা আছিল, শত্ৰুৰ পদাতিক আৰু অস্ত্ৰসজ্জিত বাহিনী আছিল সিহঁতৰ লক্ষ্যবস্তুৰ মাথো ১৭ শতাংশ। অৱশিষ্ট অৰ্থাৎ প্ৰধান লক্ষ্যবস্তুবোৰ আছিল গোলন্দাজসকলৰ অৱস্থান আৰু পৰ্যবেক্ষণ চকিবোৰ। দৰাচলতে ই প্ৰতি-প্ৰস্তুতি নাছিল, ই আছিল ৰণাঙ্গনৰ গোলন্দাজ বাহিনীৰ কমাণ্ডাৰৰ নিৰ্দেশৱলীত অভিহিত কৰা "গোলন্দাজ প্ৰতিবোধী-প্ৰস্তুতি"।

ভ'ৰ'নেঝ ৰণাঙ্গনৰ ৬ষ্ঠ গাৰ্ডছ আৰ্মিৰ গোলন্দাজ প্ৰতি-প্ৰস্তুতি ভিন ধৰণে পৰিকল্পিত হৈছিল। তাত শত্ৰুৰ পদাতিক আৰু অস্ত্ৰসজ্জিত বাহিনীৰ ওপৰত জোৰ দিয়া হৈছিল, সিবোৰেই আছিল লক্ষ্যবস্তুৰ ৭৭ শতাংশ। ৭ম গাৰ্ডছ আৰ্মিয়ে তাৰ প্ৰতি-প্ৰস্তুতি আৰম্ভৰ বাবে ৮ টা সময়সূচী তৈয়াৰ কৰিছিল যদিও, পিচত দেখা যাব যে তাৰ ভিতৰত মাথো তিনিটাক কামত লগোৱা হৈছিল।

দুই ৰণাঙ্গনৰ মাজত যি অভিন্ন আছিল সি হৈছে প্ৰতি-প্ৰস্তুতি চলোৱাৰ সময়ত (প্ৰায় ৩০ মিনিট) আৰু গোলাবাৰুদৰ পৰিকল্পিত খৰচ (প্ৰতিষ্ঠিত অগ্নি ইউনিটৰ প্ৰায় আধা)।

আমাৰ মতেৰে প্ৰতি-প্ৰস্তুতি অগ্নিবৰ্ষণ সংগঠনত এই পাৰ্থক্য হৈছিল একালে অভিজ্ঞতাৰ অভাৱৰ ফলত আৰু আনহাতেদি প্ৰতি-প্ৰস্তুতিৰ উদ্দেশ্য সম্বন্ধে বেলেগ বেলেগ দৃষ্টিভঙ্গীৰ কাৰণে।

এই কথা কলে ডাঙৰ ভুল নহ'ব যে ক্ৰিয়াৰ নানান বিধৰ বিকল্পৰ আধিক্য পৰিকল্পনাৰ গুণ বুলি কেতিয়াও গণ্য হোৱা নাছিল।

গতিকে ৭ম গার্ডছ আর্মিত পৰিকল্পনাৰ ইমান বিধৰ বিকল্প বাস্তৱত উপযোগী বুলি প্ৰমাণিত নোহোৱা কথাটোত আচৰিত হ'বলগীয়া একো নাই।

লক্ষ্যবস্তু বাছনিৰ ক্ষেত্ৰত ১৩শ আৰ্মি আৰু ৬ষ্ঠ গাৰ্ডছ আৰ্মিত যি দৃষ্টিভঙ্গী লোৱা হৈছিল সিয়ো চিন্তাকর্ষক। অৱশ্যে এই কথা স্বীকাৰ কৰিব লাগিব যে পৰৱৰ্তী কালৰ অস্ত্ৰ-ব্যৱহাৰ সংক্ৰান্ত নিৰ্দেশাৱলীত প্ৰতি-প্ৰস্তুতিৰ প্ৰধান লক্ষ্যবস্তুৰ সম্বন্ধে কোনো সুস্পষ্ট উত্তৰ পোৱা নাযায়। তাত কেৱল সম্ভাব্য সমস্ত লক্ষ্যবস্তুৰ তালিকা দিয়া হয়, তাৰ ভিতৰত অৱশ্যে শত্ৰুহঁতৰ কামানো থাকে।

প্ৰশ্ন হৈছে জনবল আৰু অস্ত্ৰশস্ত্ৰৰ বাটনি বা শক্তিৰ প্ৰতিকূল অনুপাতৰ কাৰণে সৈন্যসকলে যদি আত্মৰক্ষামূলক অৱস্থান লবলগীয়া হয় তেনেহ'লে এই দীঘলীয়া তালিকাৰ পৰা কোন লক্ষ্যবস্তুক বাছি লোৱা উচিত। যেতিয়া শত্ৰুৰ টেংকবোৰ আৰু পদাতিক বাহিনী নিৰ্ধাৰিত সময়ত আক্ৰমণ কৰিবলৈ সক্ষম নহ'ব তেতিয়া সিহঁতৰ কামান নিষ্ক্ৰিয় কৰাৰ ইমানখিনি আশা কৰিব পাৰি জানো ?

আমাৰ মতেৰে আক্ৰমণোদ্যত শত্ৰু শক্তিবোৰৰ বিৰুদ্ধেই অগ্নিবৰ্ষণ নিৰ্দেশিত হোৱা উচিত। টেংক আৰু পদাতিক বাহিনীক বাতিল কৰিলে কামান আদি অগ্নিবৰ্ষক অস্ত্ৰশস্ত্ৰ অক্ষত থাকিলেও আক্ৰমণ কৰাৰ বাবে কোনো নাথাকিব। আনহাতেদি প্ৰথম তৰঙ্গৰ টেংক আৰু মটৰবাহিত ইউনিটবোৰ যদি অক্ষত থাকে, তেনেহ'লে কামান আদিৰ যথেষ্ট ক্ষতি হ'লেও সিবোৰ সদায় আক্ৰমণৰ বাবে সাজু থাকিব।

গতিকে আমাৰ এই প্ৰশংসা সেই ৬ষ্ঠ গাৰ্ডছ আৰ্মিৰ কমাণ্ডাৰবে প্ৰাপ্য যি আৰ্মিয়ে তাৰ কামানৰ বেছিভাগ লৈ শত্ৰু য'ৰপৰা ওলাব সেই ঠাইৰ পেনৎজাৰ আৰু পদাতিক বাহিনীৰ ওপৰত অগ্নিবৰ্ষণ কৰিছিল। কিন্তু প্ৰতি-প্ৰস্তুতিটো ক্ৰটিহীন আছিল তেনে কথা কব নোৱাৰি।

কেন্দ্ৰীয় ৰণাঙ্গনৰ ১৩শ আৰ্মিয়ে প্ৰতি-প্ৰস্তুতিৰ বাবে মোটামুটি যথাযথ মুহূৰ্ত্তটো বাছি লৈছিল। কিন্তু আমাৰ মতেৰে ইয়াৰ কমাণ্ডে নিয়োজিত কামানৰ সংখ্যা আৰু প্ৰাৰম্ভিক আক্ৰমণৰ সময় আধা কমাই পেলোৱাত আক্ৰমণ কম ফলপ্ৰসূ হৈছিল। শত্ৰুৰ কামানৰ পৰা অগ্নিবৰ্ষণ আৰম্ভ হোৱাৰ পিচত, যেতিয়া তাৰ ফলত বহুত ক্ষেত্ৰত আমাৰ কামানৰ অগ্নিবৰ্ষণ কম ফলপ্ৰসূ হৈ পৰিছিল, তেতিয়া আয়ত্তত থকা কামানবোৰ লৈ আক্ৰমণৰ পুনৰাবৃত্তি কৰোৱাৰ সিদ্ধান্তটোক যুক্তিযুক্ত বুলি কোৱাও টান।

সেই একে ৰণাঙ্গনৰ ৭০ তম আৰ্মিয়ে শত্ৰুৰ আক্ৰমণৰ দহ মিনিট পিচত প্ৰতি-অগ্নিবৰ্ষণ আৰম্ভ কৰিছিল। সেই সময়টো বাছি লোৱাটোক সাৰ্থক বুলিব নোৱাৰি।

ভ'ৰ'নেঝ ৰণাঙ্গনৰ ৬ষ্ঠ গাৰ্ডছ আৰ্মিয়ে ৪ জুলাই গধূলি শত্ৰুৰ সম্ভাব্য আক্ৰমণৰ ঠিক আগমুহূৰ্ত্তত ইয়াৰ প্ৰতি-প্ৰস্তুতি আৰম্ভ কৰিছিল আৰু অগ্নিবৰ্ষণকাৰী আক্ৰমণ পাঁচ মিনিটৰ মাজত সীমাবদ্ধ ৰাখিছিল। তেওঁলোকে ৫ জুলাই ৰাতিপুৱা ৩ বজাত প্ৰতি-প্ৰস্তুতি পূৰ্ণ-পয়োভৰে চলাইছিল।

৭ম গাৰ্ডছ আৰ্মিৰ গোলন্দাজসকলে তেওঁলোকৰ প্ৰতি-প্ৰস্তুতি ৫ জুলাই ৰাতিপুৱা তিনি বজাত সময়সূচী অনুযায়ী চলাইছিল। এই অগ্নিবৰ্ষণ শেষ হোৱাৰ দহ মিনিট আগতে শত্ৰুহঁতে প্ৰতি-অগ্নিবৰ্ষণ আৰম্ভ কৰিলে, এনেকৈ সিহঁতে প্ৰাক্-আক্ৰমণ বোমাবৰ্ষণ আৰম্ভ কৰিলে।

ইতিমধ্যে দুই ৰণাঙ্গনৰ বিমানবোৰে শত্ৰুৰ বিমান পথাৰবোৰৰ ওপৰত বোমা বৰ্ষণ কৰি আছিল।

অৱশ্যে এই কথা কোৱা দৰকাৰ যে আৰ্মিবোৰে প্ৰতি-প্ৰস্তুতিৰ মুহূৰ্ত্তটো বাছনি কৰাৰ সম্বন্ধে বা তাৰ ফলাফল সম্বন্ধে বৰ আত্মবিশ্বাসী বোধ কৰিব পৰা নাই। সি অৱশ্যে তেনেই স্বাভাৱিক, কাৰণ

প্ৰতি-প্ৰস্তুতি অগ্নিবৰ্ষণৰ সঠিক মুহূৰ্তটো বহা বোধ কৰেঁ। কমাণ্ডাৰ সকলে যিবোৰ সিদ্ধান্ত লব লগা হয় তাৰ ভিতৰত আটাইতকৈ টান। আগৰে পৰা পুঙ্খানুপুঙ্খ খা-খবৰে মাথো এই স্বাভাৱিক অনিশ্চয়তা জয় কৰাত সাহায্য কৰিব পাৰে। যি কি নহওক, এটা কথা নিশ্চিত: যদি এটা সিদ্ধান্ত লোৱা হৈছে তেনেহলে তাক সম্পূৰ্ণৰূপে কাৰ্য্যকৰ কৰিব লাগিব অৱশ্যে পৰিস্থিতিত কোনো সাল-সলনি ঘটিলে সুকীয়া কথা। প্ৰতি-প্ৰস্তুতিক দুভাগত ভাগ কৰাটোৱে কেৱল আক্ৰমণৰ তীব্ৰতা কমাই দিয়ে আৰু প্ৰত্যাশাতকৈ কম ফল দিয়ে।

এইবোৰ আসোঁৱাহ নথকা হলে দুয়ো ৰণাঙ্গনতে ফলাফল আৰু ভাল হলহেঁতেন।

এই কথা অৱশ্যেই কোৱা উচিত যে প্ৰতি-প্ৰস্তুতিৰ সমস্যাটো লৈ বৰ্তমান পৰিস্থিতিত এটা গুৰুত্বপূৰ্ণ অনুশীলন হোৱা দৰকাৰ আৰু এই প্ৰতি-প্ৰস্তুতি চলোৱাৰ আৰু ভাল পন্থা-পদ্ধতি বিচাৰি উলিওৱা উচিত।

কুৰ্স্কৰ যুঁজত টেঙ্ক-প্ৰতিৰোধী প্ৰতিৰক্ষা সংগঠনৰ অভিজ্ঞতাৰ পৰা এনে বহুত বিষয় পোৱা যাব পাৰে যিবোৰ বৰ্তমান কাৰ্য্যকৰ।

১৯৪৩ চনৰ জহকালিৰ ভিতৰত ছোভিয়েত সেনাবাহিনীয়ে শত্ৰুৰ পেনৎছাৰ বাহিনীৰ বিৰুদ্ধে যুঁজত ভালেখিনি অভিজ্ঞতা সঞ্চয় কৰিছিল আৰু তত্ত্বগত আৰু ব্যৱহাৰিক দুয়ো ফালৰ পৰা নিজৰ দক্ষতাক শাণিত কৰিছিল। টেঙ্ক-প্ৰতিৰোধী প্ৰতিৰক্ষাৰ ক্ষেত্ৰত যিবোৰ ফলপ্ৰসু হৈছিল, কুৰ্স্কৰ যুঁজত আত্মৰক্ষামূলক পৰ্য্যায়ত যিবোৰ সঠিক বুলি প্ৰমাণিত হৈছিল সেইবোৰ সকলো মিলি এনে এটা সুদক্ষ ব্যৱস্থা হৈছিলগৈ যি যুঁজৰ শেষ পৰ্য্যন্ত আৰু বিশেষ পৰিৱৰ্তিত নহৈ বাহাল আছিল।

টেঙ্ক-প্ৰতিৰোধী প্ৰতিৰক্ষা ব্যৱস্থাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ উপাদান আছিল সৰ্বস্তৰত টেঙ্ক-প্ৰতিৰোধী গোলন্দাজ সংৰক্ষিত শক্তি আৰু

এইবোৰ সংৰক্ষিত শক্তিৰ সহায়ত কৌশল প্ৰয়োগ। এই কৌশল প্ৰয়োগে শত্ৰু সশস্ত্ৰ অভিযানৰ এলেকাবোৰত সিহঁতৰ সামৰিক প্ৰাধান্যক দ্ৰুত অকাৰ্য্যকৰ কৰাটো সম্ভৱ কৰিছিল।

কৰ্ণেল ভি এম ৰুকোছুয়েভৰ ৩য় এণ্টি-টেঙ্ক আৰ্টিলাৰি ব্ৰিগেডৰ বীৰোচিত যুঁজৰ কথা সুঁৱৰিলেই যথেষ্ট বুজাযাব, এই ব্ৰিগেডে ৮ জুলাই ১০০ৰ পৰা ৫০০ পেনংছাৰ আক্ৰমণক ভেটা দিছিল আৰু ৭৫ টা শত্ৰু টেঙ্ক ধ্বংস কৰিছিল। ২৮ তম এণ্টি-টেঙ্ক আৰ্টিলাৰি ব্ৰিগেডৰ ১৮৩৮ তম এণ্টি-টেঙ্ক আৰ্টিলাৰি ৰেজিমেণ্ট আছিল আন এটা গোট যি বীৰৰ দৰে যুঁজিছিল। ই ৬ জুলাই অ'ব'য়ান খণ্ডত কেবাটাও আক্ৰমণ প্ৰতিহত কৰিছিল আৰু ২০ টাৰো অধিক নাৎছী পেনংছাৰ ক্ষতিগ্ৰস্ত আৰু ধ্বংস কৰিছিল। পৰৱৰ্তীকালত তেওঁলোকে আৰু ৩০ টা শত্ৰু টেঙ্ক নিষ্ক্ৰিয় কৰি দিছিল।

আৰু আছিল লেফটানেণ্ট কৰ্ণেল স্নানভৰ-৩১ তম এণ্টি-টেঙ্ক আৰ্টিলাৰি ব্ৰিগেড, যি দক্ষতাৰে কৌশল প্ৰয়োগ কৰিছিল আৰু বেলগ'ৰ'দত নিজৰ অৱস্থান দৃঢ়তাৰে সৈতে অটুট ৰাখিছিল। তেওঁলোকে ৬ জুলাই প্ৰায় ৩০ টা টেঙ্ক ধ্বংস কৰিছিল আৰু ৭ জুলাই আৰু ৫৮ টা টেঙ্ক ধ্বংস কৰিছিল।

কুৰ্স্ক'ৰ যুঁজত আত্মৰক্ষামূলক পৰ্য্যায়ত প্ৰায় ৩০০০ শত্ৰু পেনংছাৰ ক্ষতিগ্ৰস্ত বা ধ্বংসপ্ৰাপ্ত হৈছিল, তাৰ ভিতৰত ১০০০ টা হৈছিল গোলন্দাজ বাহিনীৰ দ্বাৰা। গতিকে এই কথা যথাৰ্থভাৱে কব পাৰি যে টেঙ্ক-প্ৰতিৰোধী প্ৰতিৰক্ষা ব্যৱস্থা যুঁজৰ পৰীক্ষাত সগৌৰৱে উত্তীৰ্ণ হৈছিল।

আমি এই কথা আগেয়েই উনুকিয়াই আহিছো যে মহান দেশপ্ৰেমিক যুদ্ধৰ অভিজ্ঞতা বৰ্তমান পৰিস্থিতিত যান্ত্ৰিকভাৱে প্ৰয়োগ কৰিব নোৱাৰি। বৰ্তমান সময়ত সশস্ত্ৰ বাহিনীয়ে অধিকতৰ শক্তিশালী শত্ৰুৰ বিৰুদ্ধে নিজক ৰক্ষা কৰিব লাগিব। তৎসত্ত্বেও কুৰ্স্ক'ৰ

যুঁজত প্ৰযুক্ত টেঙ্ক-প্ৰতিৰোধী প্ৰতিৰক্ষা ব্যৱস্থা, যি পাচত লেক বালাতনত ওৱা য়ুক্ৰাইনীয় ৰণাঙ্গনৰ আত্মৰক্ষামূলক যুঁজত আকৌ এবাৰ নিজৰ কাৰ্য্যকৰিতাৰ প্ৰমাণ দিছিল, তাক সামগ্ৰিকভাৱে বজায় ৰখা যায় আৰু তাক অৱশ্যেই বজায় ৰাখিব লাগিব।

এই ব্যৱস্থাটো ভাল হলেও ইয়াৰ কিছু কিছু দুৰ্বলতা আছিল। তাৰ ভিতৰত প্ৰথমটো হৈছে জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত টেঙ্ক-প্ৰতিৰোধী গোলন্দাজ ব্ৰিগেডবোৰক বহুসংখ্যক টেঙ্ক-প্ৰতিৰোধী শক্তবিন্দুৰ মাজত খণ্ডে বিখণ্ডে বিয়পাই দিয়া। ইয়াৰ ফলত জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত টেঙ্ক-প্ৰতিৰোধী গোলন্দাজ গঠনবোৰৰ ফলপ্ৰসুতাক নিশ্চিতভাৱে জুৰুলা হৈ পৰিছিল আৰু আন আন খণ্ডলৈ সিবোৰক আঁতৰাই নিয়াটো বেছি টান হৈ পৰিছিল।

কেতবোৰ ক্ষেত্ৰত টেঙ্ক-প্ৰতিৰোধী শক্ত বিন্দুবোৰত কামানৰ সংখ্যা বৰ বেছি হৈ গৈছিল। উদাহৰণস্বৰূপে, ৭ম গাৰ্ডছ আৰ্মিত দুই বা তিনিটা কামানবিশিষ্ট শক্তবিন্দুৰ লগত ২২-২৮ টা কামানবিশিষ্ট শক্ত বিন্দুও আছিল। এটা শক্ত প্ৰতিৰক্ষা বিন্দুত ইমান বেছি সংখ্যক কামানে অগ্নি নিয়ন্ত্ৰণ জটিল কৰি তুলিছিল।

তাবোপৰি, বিৰাট সংখ্যাৰে সংগঠিত টেঙ্ক-প্ৰতিৰোধী এলেকাৰ বাবে এটা মাত্ৰাধিক্য প্ৰৱণতা আছিল; টেঙ্ক-প্ৰতিৰোধী সংৰক্ষিত শক্তিয়ে যথোপযুক্ত কৌশল আয়ত্ত কৰাৰ পিচত সেই এলাকাবোৰত নিয়োজিত কৰাৰ পৰিকল্পনা কৰা হৈছিল। কেন্দ্ৰীয় ৰণাঙ্গনৰ সংৰক্ষিত শক্তিৰ অন্তৰ্ভুক্ত ১৩শ এন্টি-টেঙ্ক আৰ্টিলাৰি ব্ৰিগেডৰ তেনেকুৱা ১১ টা এলেকা আছিল আৰু ৪ৰ্থ এন্টি-টেঙ্ক আৰ্টিলাৰি ব্ৰিগেডৰ আছিল ১৪ টা এলেকা।

আৰু এটা বিষয়ৰ প্ৰতি মনোযোগ দিয়া দৰকাৰ। যুঁজৰ অন্ত পৰাৰ পিচৰ পৰা এনেকুৱা এটা দৃষ্টিভঙ্গী প্ৰচলিত হৈছে যে তৰঙ্গে তৰঙ্গে বিৰতিহীন অগ্নিবৰ্ষণ টেঙ্কৰ বিৰুদ্ধে অকাৰ্য্যকৰ। এই দৃষ্টি ভঙ্গী তথ্যৰ দ্বাৰা খণ্ডিত হয়। লিখিত সাক্ষ্য আছে যে

৫ জুলাইত শত্ৰুৰ আক্ৰমণাত্মক অভিযানৰ প্ৰথম দিনা ৩২ তম ছাৰ্ডংছাৰ ব্ৰিগেডৰ অবিৰাম অগ্নিবৰ্ষণে ১৩শ আৰ্মিৰ ১৪৮ তম পদাতিক ডিভিজনৰ এলেকাত হুবাৰ পেনংছাৰ আক্ৰমণ ব্যৰ্থ কৰি দিছিল। সেই একে দিনা ৬ষ্ঠ গাৰ্ডছ আৰ্মিৰ গোলন্দাজসকলে ঋাভিদভকা অভিমুখে অগ্ৰসৰ হৈ থকা ৫০ টা টেঙ্কৰ ভিতৰত ১২ টেঙ্ক ধ্বংস কৰিছিল তেওঁলোকে অবিৰাম অগ্নিবৰ্ষণৰ যোগেদি। ৭ম গাৰ্ডছ আৰ্মিৰ প্ৰতিৰক্ষা ক্ষেত্ৰত ৰাজুমনয়ে এলেকাত এই অবিৰাম অগ্নিবৰ্ষণে ৬০ টা আক্ৰমণকাৰী টেঙ্কৰ ২৭ টাৰ আক্ৰমণ ব্যৰ্থ কৰি দিছিল।

কুৰ্স্কৰ যুঁজে আত্মৰক্ষামূলক যুঁজৰ পৰ্য্যায়ত বিভিন্ন পৰিসৰত, যেনে ৰণাঙ্গনৰ পৰা ৰণাঙ্গনলৈ অথবা একে গোটত গোলন্দাজ শক্তিৰ দ্বাৰা কৌশল প্ৰয়োগৰ ক্ষেত্ৰত অতীব গুৰুত্বপূৰ্ণ ক্ষমতাৰ সাক্ষ্য দিয়ে। উদাহৰণস্বৰূপে, কেন্দ্ৰীয় ৰণাঙ্গনত, ৫ জুলাইৰ পৰা ১০ জুলাইৰ ভিতৰত ৬২ টা গোলন্দাজ ৰেজিমেণ্টে তেওঁলোকৰ অৱস্থান সলাইছিল; তদুপৰি ডিভিজনবোৰৰ মাজত নানান পুৰ্ণবিন্যাস কৰা হৈছিল। ভ'ৰ'নেঝ ৰণাঙ্গনত ৫ জুলাইৰ পৰা ১৪ জুলাইলৈকে কৌশল প্ৰয়োগত ১০০ বো ধৰণৰ অধিক ৰেজিমেণ্টে ভাগ লৈছিল। কিছু কিছু ৰেজিমেণ্টে দুই তিনিবাৰ অৱস্থান সলাইছিল।

বৰ্তমান যেতিয়া প্ৰতিৰক্ষাৰ এলেকাবোৰ যথেষ্ট ব্যাপক, আৰু অগ্নিবৰ্ষণকাৰী অস্ত্ৰশস্ত্ৰ সেই তুলনাত কম হ'বগৈ পাৰে, তেতিয়া গোলন্দাজ শক্তিৰ কৌশল প্ৰয়োগৰ গুৰুত্ব যে কিমান বাঢ়ি গৈছে তাক নকলেও চলে। ফলস্বৰূপে কুৰ্স্কৰ যুঁজৰ আত্মৰক্ষামূলক পৰ্যায়ত গোলন্দাজ শক্তিবোৰৰ বিন্যাস আৰু পুনৰ্বিন্যাসৰ বাবে গৃহীত হোৱা পদ্ধতিবোৰৰ সম্পৰ্কে বিস্তাৰিত অনুশীলন কৰাটো এতিয়া তত্ত্বগত আৰু ব্যৱহাৰিক দুয়ো ফালৰ পৰা অত্যন্ত প্ৰয়োজনীয়।

প্ৰতি-আক্ৰমণাত্মক অভিযানৰ সময়ত গোলন্দাজসকলক কেনেকৈ নিয়োগ কৰা হৈছিল সিয়ো কম আগ্ৰহোদ্দীপক নহয়।

কুৰ্স্কৰ যুঁজত প্রতি-আক্রমণাত্মক অভিযান মস্কো আৰু ষ্টালিনগ্ৰাদৰ অভিযানৰ পৰা যি যি ক্ষেত্ৰত পাৰ্থক্য আছিল তাৰ প্ৰধানতম হৈছে গোলন্দাজ শক্তিৰ ব্যাপক সমাবেশ, যুদ্ধত বণাঙ্গনবোৰৰ গোলন্দাজসকলৰ প্ৰায় আধা আৰু জেনাৰেল হেড কোৱাৰ্টাৰ্চৰ গোলন্দাজসকলৰ ৬০ শতাংশ কেন্দ্ৰীভূত কৰা হৈছিল। নতুনকৈ সংগঠিত সমস্ত গোলন্দাজ আক্ৰমণকাৰী ক'ৰবোৰে এই অভিযানত ভাগ লৈছিল। মস্কোৰ যুঁজত প্ৰায় ৬০০০ কামান আৰু মৰ্টাৰ আছিল, ষ্টালিনগ্ৰাদত আছিল ১৪,৮০০ ( বিমান বিধ্বংসী কামান আৰু ৫০ মিলিমিটাৰ মৰ্টাৰ বাদে ) আৰু কুৰ্স্ক আৰু অ'ৰেলত আছিল ২৮,০০০। তদুপৰি সেইবোৰ কেন্দ্ৰীভূত হৈছিল প্ৰধান প্ৰয়াসৰ গতিমুখত আৰু কামানৰ বৃহত্তৰ ঘনত্বৰ মাজত তাৰ প্ৰতিফলন ঘটিছিল।

কামানৰ ইমান ঘনত্ব এই পোনপ্ৰথম গঢ়ি তোলা হৈছিল আৰু শত্ৰুৰ বেছ বেষ্টিত প্ৰতিৰক্ষা ভেদ কৰাৰ ক্ষেত্ৰত এই ঘনত্ব নিয়ামক উপাদান হৈ পৰিছিল। পৰৱৰ্তী আক্ৰমণাত্মক যুঁজবোৰত যে এই ঘনত্ব আৰু বেছি আছিল তাক আমি জানোঁ।

ভৱিষ্যত যুঁজৰ ক্ষেত্ৰত কৰ্তব্য বিচাৰৰ তুলাচনী হিচাপে ইয়াক কিমানখিনি ব্যৱহাৰ কৰা যাব পাৰে ? দ্বিতীয় মহাসমৰৰ তুলাচনীবোৰক ভৱিষ্যত যুঁজত যান্ত্ৰিকভাৱে প্ৰয়োগৰ অননুমোদনীয়তা সম্বন্ধে মই আগতেই কৈ আহিছোঁ।

বৰ্তমান পৰ্য্যালোচনাধীন আক্ৰমণাত্মক যুঁজবোৰত ব্যাপক সংখ্যক গোলন্দাজ বাহিনীৰ নিয়ন্ত্ৰণৰ বিষয়টো যথেষ্ট আগ্ৰহোদ্দীপক।

মিশ্ৰিত গঠনৰ গোলন্দাজ গোষ্ঠীবোৰ, য'ত গোলন্দাজৰ একাংশ আছিল "নিজৰ" অৰ্থাৎ যি নিজেই প্ৰশিক্ষণ লৈছিল আৰু ভালকৈ জানিছিল, আৰু আন অংশটো আছিল যাক সম্ভহতে গোষ্ঠীৰ লগত যুক্ত কৰা হৈছিল—সেই ধৰণৰ গোষ্ঠীবোৰক নিয়ন্ত্ৰণৰ প্ৰয়োজন হেতুকে এই নিয়ন্ত্ৰণ কাৰ্য্যটো ইতিমধ্যেই জটিল হৈ পৰিছিল ; ই আৰু

জটিল হৈ পৰিছিল, অন্ততঃ প্ৰাথমিক পৰ্য্যায়ত, গোলন্দাজ আক্ৰমণকাৰী ক'বৰ লেখীয়া ইমান বিৰাট গোলন্দাজ সৈন্যগঠনৰ আবিৰ্ভাৱৰ কলত। গোলন্দাজ ক'বৰ আবিৰ্ভাৱ সম্পৰ্কে নিয়ন্ত্ৰণ কেন্দ্ৰৰ পৰা নিৰ্দেশবোৰে ইয়াত এটা ইতিবাচক ভূমিকা লোৱা উচিত আছিল। কিন্তু সমূলি তেনে হোৱাগৈ নাই। নিৰ্দেশত তিনিটা গোলন্দাজ ডিভিশ্বন[1] লৈ গঠিত গোলন্দাজক ক'বৰ লেখীয়া ইমান বিৰাট গঠনৰ অগ্নিবৰ্ষণৰ নিয়ন্ত্ৰণকে কেৱল কঠোৰভাবে কেন্দ্ৰীকৰণৰ কথা কোৱা হোৱা নাছিল. আৰ্মিৰ সমূহ কামান আৰ্মি কমাণ্ডাৰৰ নিয়ন্ত্ৰণৰ পৰা সাময়িকভাৱে উলিয়াই অনাৰ জৰিয়তে সেইবোৰক এই ক'বৰ অধীনস্থ কৰাৰ সম্ভাৱনাৰ কথাও কোৱা হৈছিল।

স্বাভাৱিকতেই এনে অতিৰিক্ত কেন্দ্ৰীকৰণ আছিল এটা চৰম ব্যৱস্থা আৰু সকলো ঠাইতে তাক কামত লগোৱা হোৱা নাছিল। উদাহৰণস্বৰূপে, ব্ৰিয়ানস্ক ৰণাঙ্গনৰ ৬১ তম আৰ্মিত গোলন্দাজসকলৰ অগ্নিবৰ্ষণৰ গোটেই কালছোৱাত সমূহ কামান ৭ম আঘাত সৃষ্টিকাৰী আৰ্টিলাৰি ক'বৰ অধীনলৈ অনা হৈছিল। ৬৩ তম আৰ্মিত ২য় আঘাত সৃষ্টিকাৰী আৰ্টিলাৰি ক'বৰ কমাণ্ডাৰকো এই একে ক্ষমতা দান কৰা হৈছিল মাথো বেহু বেষ্টিত প্ৰতিৰক্ষা ব্যৱস্থাৰ গভীৰত ভাঙি সোমোৱাৰ সমগ্ৰ কালছোৱাত বাদে। এই ৰণাঙ্গনত ৩য় আৰ্মিত এটা পদাতিক সমৰ্থন গ্ৰুপকে ধৰি চাৰিটা গোলন্দাজ গ্ৰুপ গঠন কৰা হৈছিল। অথচ ৰণাঙ্গনবোৰত গোলন্দাজ গ্ৰুপৰ এটা ক'ৰো গঠন কৰা হোৱা নাছিল।

আন হাতেদি পশ্চিম আৰু কেন্দ্ৰীয় ৰণাঙ্গনৰ আৰ্মিবোৰে অতিমাত্ৰাত কেন্দ্ৰীকৰণ বৰ্জন কৰিছিল। উদাহৰণস্বৰূপে, কেন্দ্ৰীয় ৰণাঙ্গনৰ ১৩শ আৰ্মিত ৪ৰ্থ আক্ৰমণকাৰী আৰ্টিলাৰি ক'বৰ কমাণ্ডাৰৰ অধীনত মাথো আৰ্মি গ্ৰুপটো আছিল। এই ক'বৰ কেইটামান

১ ৭১২ টা কামান আৰু মৰ্টাৰ আৰু ৮৬৪ টা এম-৩১ ৰকেট নিক্ষেপক ব্যৱস্থা।

ব্রিগেডক অপেক্ষাকৃত সৰু গোটবোৰক হস্তান্তৰ কৰা হৈছিল আৰু সিবোৰৰ দ্বাৰা অগ্নিবৰ্ষণৰ পৰিকল্পনা কৰিছিল তলখাপৰ হেড কোৱাৰ্টাৰ্ছবোৰে। এই ক্ষেত্ৰত আক্ৰমণৰত পদাতিক সৈন্যসকলৰ আৰু টেঙ্কবোৰৰ লগত গোলন্দাজসকলৰ সহযোগিতা বেছি লাভজনক হৈছিল।

ভ'ৰ'নেঝ আৰু স্তেপ ৰণাঙ্গনৰ কথা কব লাগিলে, সিবোৰৰ লগালগিকৈ থকা সেই পাৰ্শ্বদেশবোৰত সিবোৰৰ অধীনত থকা ৭ম আক্ৰমণকাৰী আৰ্টিলাৰি ক'ৰক নিয়োজিত কৰা হৈছিল য'ত প্ৰধান আক্ৰমণ কৰাৰ কথা আছিল। ইয়াৰ ফলত অতিৰিক্ত কেন্দ্ৰীভবন বাদ দিয়া হৈছিল। আৰ্মিৰ গোলন্দাজসকলক তেওঁলোকৰ কমাণ্ডাৰ-সকলৰ অধীনত ৰখা হৈছিল।

এতেকে, আমাৰ মতেৰে অগ্নিবৰ্ষণ ব্যৱস্থাৰ নিয়ন্ত্ৰণক অত্যধিক কেন্দ্ৰীভূত কৰাৰ উপযোগিতা সম্বন্ধে পুংখানুপুংখ আৰু ব্যাপক অনুশীলন হোৱা দৰকাৰ।

আমি আৰু এটা বিষয়লৈ পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিব খোজোঁ। সেইটো হৈছে কামানৰ পৰা গোলাবৰ্ষণ, বিশেষকৈ তাৰ সময়কাল। বেছি ভাগ আৰ্মিতেই গোলাবৰ্ষণ দীঘলীয়া সময় ধৰি, যেনে আঠ ঘণ্টা পৰ্যান্ত চলিছিল। অগ্নিবৰ্ষণ সাব্যস্তকৰণত, ভাণ্ডি পেলোৱাৰ গোলন্দাজ গোষ্ঠীবোৰৰ ক্ৰিয়াকলাপত আৰু শত্ৰুহঁতক বিভ্ৰান্ত কৰাৰ উদ্দেশ্যে বিৰতিত অন্ততঃপক্ষে এ ঘণ্টা লাগি গৈছিল।

ব্ৰিয়ানস্ক ৰণাঙ্গনৰ ৬৩ তম আৰ্মিত কামানৰ গোলাবৰ্ষণ স্বল্পস্থায়ী হৈছিল (৪৫ মিনিট), কেন্দ্ৰীয় ৰণাঙ্গনৰ ১৩শ গোলাবৰ্ষণ ১৫ মিনিট স্থায়ী হৈছিল আৰু স্তেপ ৰণাঙ্গনৰ আৰ্মিবোৰত এটা ৩০ মিনিট স্থায়ী আক্ৰমণ হৈছিল।

আমি যদি গোলাবৰ্ষণৰ সময়কাল আৰু প্ৰথম দিনা পদাতিক আৰু টেঙ্কৰ অগ্ৰগতিৰ তুলনা কৰোঁ তেনেহলে দেখা পাম যে সিদিনা সবাতোকৈ বেছি (১০--১২ কিলোমিটাৰ) আগুৱাব পাৰিছিল

১১শ গাৰ্ডছ আৰ্মি, যিক্ষেত্ৰত কামান গোলাবৰ্ষণ ২ ঘণ্টা ৪৫ মিনিট ধৰি চলিছিল যি ইউনিট সবাতোকৈ কম (২ৰ পৰা ৪ কিলোমিটাৰ) আগুৱাব পাৰিছিল সেই ক্ষেত্ৰত ১৩শ আৰ্মিৰ গোলাবৰ্ষণ মাথো ১৫ মিনিট জোৰা আক্ৰমণত সীমিত আছিল। কোৱা বাহুল্য যে সাফল্য আৰু বহুত বিষয়ৰ ওপৰত নিৰ্ভৰ কৰে। কেতিয়াবা কেতিয়াবা গোলাবৰ্ষণৰ সময়কাল আৰু অগ্ৰগতিৰ গভীৰতাৰ মাজত কোনো লক্ষণীয় সম্পৰ্ক নাথাকে। উদাহৰণস্বৰূপে, ভ'ৰ'নেঝ আৰু ষ্টেপ ৰণাঙ্গনৰ পদাতিক ইউনিটবোৰ প্ৰথম দিনা মোটামুটি সমান দূৰত্ব আগুৱাইছিল যদিও ভ'ৰ'নেঝ ৰণাঙ্গনত গোলাবৰ্ষণ ষ্টেপ' ৰণাঙ্গনৰ তুলনাত ৫০ গুণ বেছি সময় ধৰি হৈছিল। প্ৰথম দিনা সাতৰ পৰা আঠ কিলোমিটাৰ অগ্ৰগতি অৱশ্যে এটা লেখত লবলগীয়া সাফল্য নহয়। বিশেষকৈ বৰ্তমান কালত। এই যুক্তি উঠিব পাৰে যে বহুত বেলিলৈকে গোলাবৰ্ষণ কৰি শত্ৰু প্ৰতিৰক্ষা যিমান দুৰ্বল কৰা যায় সিমানাখিনি দুৰ্বল কৰাৰ কাম কম সময় ধৰি গোলাবৰ্ষণৰ বেলিকাও সমান দক্ষতাৰে কৰা যায়। বেছ ভেদৰ এলাকাত শত্ৰুৰ প্ৰতিৰক্ষা ব্যৱস্থা সম্বন্ধে ব্যাপক চোৱাচোৱা বাতৰি সংগ্ৰহ কৰাই হৈছে প্ৰধান কথা। বৰ্তমানে পৰিস্থিতিত সময়ে এটা বিৰাট ভূমিকা পালন কৰে আৰু ফলস্বৰূপে এই কথা অৱশ্যেই কব লাগিব যে ভৱিষ্যতত স্বল্পস্থায়ী গোলাবৰ্ষণ ব্যৱস্থা প্ৰৱৰ্তিত হ'ব। প্ৰসঙ্গতঃ, জীৱনৰ অভিজ্ঞতাৰ পৰা বহুত আগেয়ে ই প্ৰমাণিত হৈছে।

যিবোৰ টেঙ্ক, আৰ্মি আৰু ক'ৰ গতিশীল গোষ্ঠীবোৰক যুঁজত নমোৱা হৈছিল সিবোৰে গোলন্দাজ সমৰ্থন দিয়াৰ ক্ষেত্ৰত অৰ্জন কৰা অভিজ্ঞতা এতিয়াও কামত লাগিব। আমি অগ্নিবৰ্ষণৰ বাবে বিস্তাৰিত সময়সূচী যুগুত কৰিছিলোঁ, সেইবোৰ ৰণথলীৰ বৈশিষ্ট্যৰ লগত নিখুঁতভাৱে সমন্বিত আছিল আৰু অগ্নিবৰ্ষণ আৰম্ভ কৰা আৰু বন্ধ কৰাৰ নিৰ্দিষ্ট সংকেতো ঠিক কৰা হৈছিল। গোলন্দাজ কমাণ্ডাৰ

সকলে বেতাৰযন্ত্ৰ সজ্জিত টেংকত অৱস্থান কৰিছিল। বৰ্তমান কালৰ অস্ত্ৰশস্ত্ৰ আৰু গতিবেগৰ লগত সঙ্গতি ৰাখি অনুৰূপ সাজ-সৰঞ্জাম কৰি ললেই এইবোৰ বৰ্তমান ব্যৱহাৰ কৰা যাব পাৰে।

প্ৰতি-আক্ৰমণাত্মক অভিযানৰ গতিপথত আমাৰ বাৰে বাৰে এই প্ৰত্যয় হৈছে যে গোলন্দাজ ইউনিটবোৰক সিবোৰৰ নিৰ্ধাৰিত কৰ্তব্য পালনৰ বাবে প্ৰস্তুতি চলাবৰ যথেষ্ট সময় দিয়াটো প্ৰয়োজন। মই আগতেই ৬৩ তম আৰ্মিৰ ইউনিটবোৰৰ ১২ জুলাই দোকমোকালিত মন্থৰ অগ্ৰগতিৰ সম্পৰ্কে যি কথাৰ উল্লেখ কৰিছো তাৰ বাবে সিহঁতৰ বেলিকা প্ৰস্তুতি চলাবৰ বাবে যথেষ্ট সময় নিদিয়াটো বহুত পৰিমাণে দায়ী। গোলন্দাজসকলে লক্ষ্যবস্তুবোৰৰ সম্বন্ধে ভালকৈ বা-বাতৰি গোটাব পৰা নাই। সেই গতিকে সিবোৰৰ অগ্নিবৰ্ষণ যথেষ্ট কাৰ্য্যকৰ হোৱা নাছিল। ফলত এই আৰ্মিয়ে খোজে খোজে কঠোৰ প্ৰতিৰোধৰ সমুখীন হ'ব লগা হৈছিল।

১৬শ আৰ্মিয়ে তাৰ গোলন্দাজ গোটবোৰক প্ৰস্তুতিৰ সময় মাথো এ নিশা দি ১৯ জুলাইত শত্ৰু লাইন ভেদ কৰাৰ বাবে আৰু এটা আক্ৰমণ কৰিলত প্ৰায় পূৰ্বোক্ত পৰিস্থিতিৰ উদ্ভৱ হৈছিল। লক্ষ্য-বস্তুবোৰ অজ্ঞাত হৈ গৈছিল। বেটাৰি আৰু বেটেলিয়নবোৰে নিজৰ কৰ্তব্য সম্বন্ধে ভালকৈ জনাৰ সময় পোৱা নাছিল। কিছু কিছু গোলন্দাজ ইউনিটক খন্তেকলৈ জিৰণি লোৱাৰ সুযোগ নিদিয়াকৈ পুনৰ যুঁজত নমোৱা হৈছিল। তাৰ ফলত চাৰিদিন ধৰি কোনো সাফল্য হোৱা নাছিল। একে ক্ৰমি খণ্ডৰ ওচৰাউচৰি ঠাইত যুঁজ কৰি থকা ৭০ তম আৰ্মিৰো একে অৱস্থা হৈছিল। গোলন্দাজবাহিনী ভালকৈ সাজু হোৱাৰ আগতেই এই আৰ্মিয়ে ২২ জুলাইৰ দিনা ততাতৈয়াকৈ আক্ৰমণ আৰম্ভ কৰি দিছিল, আৰু ২৩ বা ২৪ কোনো এটা দিনতো লেখতলবলগীয়া সাফল্য অৰ্জন কৰিব পৰা নাছিল। যিবোৰ যুঁজৰ পৰ্য্যালোচনা কৰা হ'ব লাগিছে সেইবোৰৰ পৰা আৰু

উদাহৰণ দিব পাৰি। কিন্তু এই প্ৰসঙ্গত কোনো মন্তব্য কৰাৰ দৰকাৰ আছে বুলি মই নাভাবোঁ।

গোলন্দাজসকলক প্ৰস্তুতি হবৰ বাবে যথেষ্ট সময় দিয়া নহ'লে যুঁজৰ ফলৰ ওপৰত তাৰ অনিবাৰ্য্য প্ৰভাৱ পৰে। এই অকাট্য তথ্যটো প্ৰায়ে পাহৰি থকাটো দুখ লগা কথা।

কুচ্ছ'ৰ যুঁজৰ পৰা আমি বহুত বহুমূলীয়া অভিজ্ঞতা আহৰণ কৰিব পাৰো কাৰণ এই যুঁজত বহুবিধ যুঁজৰ এক জটিল সমন্বয় হৈছিল। কিন্তু এই অভিজ্ঞতাবোৰক সুগভীৰভাৱে আৰু নিৰপেক্ষভাৱে অনুশীলন কৰিলে আমি ইয়াৰ পৰা শিক্ষা লভিব পাৰোঁ। আমি যদি এইক্ষেত্ৰত বিজয়ীসকল সদায়ে সঠিক আছিল, তেওঁলোকৰ কোনো দুৰ্বলতা বা ভুল নাছিল, আৰু সকলো ঠিক-ঠাক চলিছিল এই মনোভাৱৰ দ্বাৰা চালিত হওঁ তেনেহলে এই যুঁজৰ অভিজ্ঞতা যথাযথভাৱে বুজ লোৱাৰ পৰা নিজক আৰু আনসকলক বঞ্চিত কৰা হব।

এই যুঁজৰ বহুত ঘটনাত অংশগ্ৰহণকাৰী হিচাপে মই প্ৰামাণ্যভাৱেই এই কথা কব পাৰোঁ যে আমাৰ সৈন্যসকল, ষ্টাফ অফিচাৰসকল আৰু কমাণ্ডাৰসকল যি বিপুল বাধা-বিঘিনিৰ সমুখীন হৈছিল সেইবোৰ সকলো সময়তে অতিক্ৰম কৰিব পৰা হোৱা নাছিল। সেয়ে এই ঐতিহাসিক যুঁজৰ গৌৰৱোজ্জ্বল পৰিণতি সম্বন্ধে আমি যেনেকৈ যথাৰ্থতে গৰ্ব-অনুভৱ কৰিব পাৰোঁ, তেনেকৈ ত্ৰুটি-বিচ্যুতিৰ সম্বন্ধে আমি চকু মুদি থাকিব নোৱাৰো, অথবা এই সাফল্য অৰ্জন কৰিবলৈ সৈ প্ৰত্যেকে যি অবিশ্বাস্য প্ৰয়াস কৰিব লগা হৈছিল তাকো আমি পাহৰিব নোৱাৰো। একমাত্ৰ নিৰপেক্ষ অনুশীলনৰ মাজেদি আমি সেইবোৰৰ পৰা শিক্ষালাভ কৰিব পাৰোঁ যিবোৰ ভবিষ্যতৰ পক্ষেও লাভজনক হব পাৰে।

---



কৰ্ণেল
গিঅ'গি খৰ্বাছিলভ
এম. এছ-চি*

## গোলন্দাজ বিনিয়োগ

আন আন সেনাবাহিনী আৰু বিমান বাহিনীৰ সৈতে ঘনিষ্ঠ সহযোগিতাক্রমে ছোভিয়েত গোলন্দাজ বাহিনীয়ে কুৰ্স্কৰ যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ত আৰু প্রতি-আক্রমণাত্মক অভিযানৰ সময়ত গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল।

ইয়াৰ যুঁজ কৰাৰ ক্ষমতা লক্ষণীয়ভাৱে বাঢ়িছিল। গাঁথনিগত পৰিবৰ্তন, আগ্নেয়াস্ত্ৰৰ ( ফিল্ড কামান আৰু বিমান প্রতিৰোধী ) সংখ্যা বৃদ্ধি আৰু অস্ত্ৰশস্ত্ৰৰ গুণগত উন্নতিয়ে গোলন্দাজ বাহিনীক প্রতিৰক্ষাৰত শত্ৰুক মৰিমুৰ কৰাত আৰু নাৎছীহঁতৰ শক্তিশালী প্রতিৰক্ষা ভেদ কৰাত আৰু আক্রমণ তীব্র কৰাত সক্ষম কৰিছিল।

১৯৪৩ চনৰ আগছোৱাত আমাৰ শ্রমশিল্পই নতুন ভৰহৰ অস্ত্ৰশস্ত্ৰ তৈয়াৰ কৰিবলৈ ধৰিলে, সেয়া হৈছে ৭৬ৰ পৰা ১৫২ মিলিমিটাৰলৈকে ব্যাসৰ স্বয়ংচালিত কামান। অহকালিৰ ভিতৰত ১৭০০ বো বেছি এনে ধৰণৰ কামান নির্মাণ কৰা হৈ গৈছিল।

* কৰ্ণেল খৰ্বাছিলভ এগৰাকী সামৰিক ইতিহাসবিদ, ছোভিয়েত ইউনিয়নৰ প্রতিৰক্ষা মন্ত্ৰকৰ ইনষ্টিটিউট অব মিলিটাৰি হিষ্ট্ৰীৰ মুখ্য।

বিমান-প্ৰতিৰোধী কামানৰ উৎপাদনো বাঢ়িছিল। গধুৰ-ৰকেট আগ্নেয়াস্ত্ৰৰ বাবে নতুন ৩০০ মি মি উৎক্ষেপনযোগ্য আগ্নেয়াস্ত্ৰৰ (এম্-৩০) উৎপাদনো সংগঠিত হৈছিল। ইয়াৰ বিস্ফোৰক শক্তি আছিল বিপুল, আৰু দূৰত্ব অতিক্ৰম কৰিব পৰা ক্ষমতা আছিল এম-৩০ৰ দুগুণ (৪.৩ কিলোমিটাৰ পৰ্যান্ত)।

৭৬ আৰু ১২২ মি.মি কামানৰ বাবে ফোঁপোলা চাৰ্জ বিশিষ্ট গোলা আৰু ৪৫, ৫৭, ৭৬ মি.মি কামানৰ বাবে শক্ত অন্তঃসাৰ সম্পন্ন গোলাৰ ব্যাপক উৎপাদন আৰু ব্যৱহাৰে সিবোৰৰ বৰ্ম ভেদ কৰাৰ ক্ষমতা দুগুণ কৰি দিলে। কৌশল প্ৰয়োগৰ ক্ষমতাসম্পন্ন এক নতুন ৫৭ মি মি. টেঙ্ক-প্ৰতিৰোধী কামান ৰণথলীলৈ আহি পালেহি।

১৯৪৩ চনৰ প্ৰথমাৰ্দ্ধত আগ্নেয়াস্ত্ৰৰ উৎপাদনে ক্ষয়-ক্ষতিক যথেষ্ট পৰিমাণে চেৰাই গৈছিল। ফলস্বৰূপে ১৯৪১-৪৩ৰ শীতকালীন অভিযানত আগ্নেয়াস্ত্ৰ বাঢ়িছিল ৮০,০০০তো বেছি ৰণক্ষেত্ৰৰ কামান আৰু মৰ্টাৰ আৰু ৪ কোটিতো অধিক গোলা। ইয়াৰ ফলত যুঁজ চলি থকা লাইনত গোলন্দাজ বাহিনী আৰু জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তি উভয় ক্ষেত্ৰতে অগ্নিবৰ্ষণৰ ক্ষমতা বৃদ্ধিৰ আৰু সাংগঠনিক পৰিবৰ্তন অনাৰ উপযোগী পৰিস্থিতি সৃষ্টি হৈছিল। ফলত গোলা নিক্ষেপৰ ওজন পদাতিক ডিভিজনৰ ক্ষেত্ৰত ১১৭১ কিলোগ্ৰাম আৰু গাৰ্ডছ ডিভিজনৰ ক্ষেত্ৰত ১২০০ কিলোগ্ৰাম বাঢ়িছিল। গোলন্দাজ ইউনিটবোৰ প্ৰতিষ্ঠিত ক্ষমতাৰ গড় ৮০ শতাংশ পৰ্যান্ত সজ্জিত কৰা হৈছিল। টেঙ্ক ক'ৰ আৰু যন্ত্ৰসজ্জিত ক'ৰৰ গোলন্দাজসকলৰ প্ৰতি বিশেষ দৃষ্টি দিয়া হৈছিল।

জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিত গুৰুত্বপূৰ্ণ পৰিবৰ্তন সাধা হৈছিল, ৰেজিমেণ্ট-ভিত্তিক ব্যৱস্থাৰ সলনি আক্ৰমণকাৰী ব্ৰিগেড ডিভিজন আৰু ক'ৰভিত্তিক ব্যৱস্থাৰ প্ৰৱৰ্তন কৰা হৈছিল। সিবোৰক গড়ে ৯০ শতাংশ আগ্নেয়াস্ত্ৰৰে সজ্জিত কৰা হৈছিল। কেন্দ্ৰীয় আৰু

তঁৰ লেৰ ৰণাঙ্গনত এই অঙ্ক আৰু বেছি আছিল, বুদ্ধৰত গোলন্দাজ-সৈন্যৰ ক্ষেত্ৰত আছিল ৯৬ শতাংশ আৰু জেনাবেল হেড কোৱাৰ্টাৰ্হৰ সংৰক্ষিত গোলন্দাজসকলৰ ক্ষেত্ৰত আছিল প্ৰায় ১০০ শতাংশ। গোলন্দাজ ব্ৰেইডৰ ক্ষেত্ৰত অৱস্থা ইয়াতকৈয়ো বেয়া আছিল। সিবোৰৰ সংখ্যা প্ৰতিষ্ঠিত অঙ্কৰ ৬০ শতাংশৰ বেছি নাছিল। ৰণথলীৰ আগ্নেয়াস্ত্ৰৰ অনুপাত এই দুই ৰণাঙ্গনত চোভিয়েত পক্ষৰ অনুকুলে আছিল ২ : ১ অনুপাতত।

প্ৰতি-প্ৰস্তুতিত, শত্ৰু টেঙ্কৰ বিৰুদ্ধে যুঁজত, সাধাৰণভাৱে টেঙ্ক প্ৰতিৰোধী প্ৰতিৰক্ষা ব্যৱস্থাত আৰু প্ৰধান নাৎছী গোষ্ঠীবোৰৰ আক্ৰমণ প্ৰতিহত কৰাত গোলন্দাজ নিয়োগৰ ধৰণটো আত্মৰক্ষামূলক যুঁজৰ পৰ্য্যায়ত বিশেষভাৱে লক্ষণীয় হৈ উঠিছিল।

১৯৪৩ চনৰ মাৰ্চৰ পৰা এই দুই ৰণাঙ্গনৰ কমাণ্ডে গোলন্দাজ আৰু বিমান বাহিনীৰ দ্বাৰা যি প্ৰতি-প্ৰস্তুতি কৰা হৈছিল তাৰ সংগঠনৰ ওপৰত মনোযোগ নিৱদ্ধ কৰিছিল।

একেবাৰে জুলাই মাহলৈকে প্ৰতি-প্ৰস্তুতি পৰিকল্পনাক বাৰে বাৰে সংশোধিত কৰা হৈছিল। যেই মাত্ৰকে বুজা গৈছিল যে প্ৰধান শত্ৰু গোষ্ঠীবোৰক ৰাওনা হোৱাৰ এলেকাত কেন্দ্ৰীভূত কৰা হৈছে, সেই মাত্ৰকে আমাৰ গোলন্দাজ আৰু বিমান বাহিনীয়ে অপ্ৰত্যাশিত আক্ৰমণ কৰিব বুলি ঠিক কৰা হল যাৰ উদ্দেশ্য হৈছে শত্ৰুৰ আক্ৰমণ ব্যৰ্থ কৰি দিয়া অথবা প্ৰাথমিক আক্ৰমণৰ হেঁচাক দস্তৰমতে দুৰ্বল কৰি দিয়া।

কুৰ্স্কৰ যুঁজৰ সময়ৰ প্ৰতি-প্ৰস্তুতিত তলেকেইটা বৈশিষ্ট্যমূলক উপাদান আছিল, যেনে অপ্ৰত্যাশিত গোলন্দাজ আক্ৰমণ, আগতকৈয়ো বেছিকৈ আগ্নেয়াস্ত্ৰ নিয়োগ, লক্ষ্যবস্তুবোৰ সুকৌশলে বাছনি কৰা আৰু শেষত অগ্নিবৰ্ষণৰ ক্ষমতা বৃদ্ধি কৰা। ১৩শ আৰ্মি আৰু ৬ষ্ঠ গাৰ্ডছ আৰু ৭ম গাৰ্ডছ আৰ্মিয়ে তেওঁলোকৰ আগ্নেয়াস্ত্ৰৰ

৫০ শতাংশ পৰ্য্যন্ত নিয়োগ কৰিছিল, তাৰ ভিতৰত আছিল কিলোমিটাৰে পতি ৩০ৰ পৰা ৩৫ টা কামান, মৰ্টাৰ আৰু ৰকেট উৎক্ষেপক-সিবোৰৰ ব্যাস আছিল ৭৬ মি.মি. পৰা তদূৰ্ধত। যাতে টেঙ্ক-প্ৰতিৰোধী প্ৰতিৰক্ষা ব্যৱস্থা প্ৰকাশ হৈ পাৰে তাৰ বাবে টেঙ্ক-বিৰোধী প্ৰতিৰোধ কেন্দ্ৰবোৰৰ আৰু শক্তিশালী বিন্দুবোৰৰ গোলন্দাজসকলক প্ৰতি-প্ৰস্তুতিত ব্যৱহাৰ কৰা নহৈছিল।

আমাৰ গোলন্দাজসকলৰ প্ৰতি-প্ৰস্তুতি ব'ত শত্ৰুৰ সৈন্য আৰু অস্ত্ৰসজ্জিত শক্তি সন্নিবিষ্ট কৰা হৈছে বুলি থাটাংকৈ জনা গৈছিল বা অনুমান কৰা গৈছিল তাতেই তাৰ বিৰুদ্ধে আৰু যুঁজৰ বাবে সাজু হৈ থকা কামানৰ শাৰীৰ বিৰুদ্ধে আৰু পৰ্য্যবেক্ষণ চকীবোৰৰ বিৰুদ্ধে পৰিচালিত হৈছিল। কোন্ ধৰণৰ লক্ষ্যবস্তুৰ ওপৰত মনোযোগ দিয়া হ'ব সি খণ্ড অনুযায়ী ভিন ধৰণৰ হৈছিল। কেন্দ্ৰীয় ৰণাঙ্গনৰ ১৩শ আৰ্মিৰ এলেকাত শত্ৰুৰ কামানৰ শাৰী আৰু গোলন্দাজ আউটপ'ষ্টকে ধৰি পৰ্য্যবেক্ষণ প'ষ্টবোৰৰ বিৰুদ্ধে প্ৰধান প্ৰয়াস কেন্দ্ৰীভূত কৰা হৈছিল। অগ্নিবৰ্ষণৰ কৰ্মসূচীত যিবোৰ লক্ষ্যবস্তু আছিল তাৰ ৮০ শতাংশৰ বেছি এইবোৰ আছিল।

আৰ্মিটোৱে এইবোৰ লক্ষ্যবস্তু বাছি লৈছিল, তাৰ কাৰণ প্ৰথমতঃ শত্ৰুৰ গোলন্দাজইঁতৰ বিৰুদ্ধে যুঁজাৰ পক্ষে ইয়াৰ শক্তিশালী উপকৰণ আছিল আৰু শত্ৰুৱে কিমান গোলন্দাজ সমাবেশ কৰিছে সেই সম্পৰ্কে ই নিৰ্ভৰযোগ্য বাতৰি পাইছিল, দ্বিতীয়তঃ, তুলনামূলকভাৱে ঠেক ৰণথলীত ( ৩০-৪০ কিলোমিটাৰ ) শত্ৰুৱে আক্ৰমণ কৰিব বুলি আশঙ্কা কৰা গৈছিল, তৃতীয়তঃ; আমাৰ সন্মুখশাৰীৰ ৰেজিমেণ্ট আৰু ডিভিজনবোৰৰ সমৰ গঠনৰ গাঢ় ঘনত্বই তেওঁলোক পক্ষে শত্ৰুৰ গোলন্দাজ আক্ৰমণ অতীৱ ভেদযোগ্য কৰিছিল।

শত্ৰুৰ গোলন্দাজইঁতৰ বোমাবৰ্ষণে আমাৰ প্ৰথম শাৰীৰ সৈন্যসকলৰ পক্ষে ক্ষতিকাৰক হ'ব পাৰিলেহেঁতেন আৰু শত্ৰুৰ পেনৎজাৰ আৰু

পদাতিক আক্রমণৰ বিৰুদ্ধে আমাৰ প্ৰতিৰোধ জুকলা কৰি পেলালেহেঁতেন ; সেয়ে সিহঁতৰ গোলন্দাজ অৱস্থান আৰু পৰ্য্যবেক্ষণ প'ষ্টবোৰৰ বিৰুদ্ধে প্ৰবল গোলন্দাজ আক্ৰমণ কৰি আমি সিহঁতক যথেষ্ট দুৰ্বল কৰি পেলাবলৈ আৰু সিহঁতৰ বোমাবৰ্ষণক অসংগঠিত কৰি পেলাবলৈ সক্ষম হৈছিলোঁ।

ভ'ৰ'নেঝ ৰণাঙ্গনৰ ৬ষ্ঠ গাৰ্ডছ আৰু ৭ম গাৰ্ডছ আৰ্মিয়ে তেওঁলোকৰ প্ৰধান প্ৰয়াস শত্ৰুৰ সম্ভাব্য কেন্দ্ৰীভৱনৰ এলেকাত সিহঁতৰ পদাতিক অস্ত্ৰসজ্জিত শক্তিৰ বিৰুদ্ধে, অৰ্থাৎ ভেদযোগ্য লক্ষ্যবস্তুৰ ৮০ শতাংশৰ বিৰুদ্ধে কেন্দ্ৰীভূত কৰিছিল। এই সিদ্ধান্ত লোৱাৰ কাৰণ প্ৰথমতঃ বহল ৰণক্ষেত্ৰত (১০০ কিলোমিটাৰ পৰ্য্যন্ত) শত্ৰুৰ আক্ৰমণৰ আশঙ্কা আছিল। দ্বিতীয়তঃ প্ৰথম শাৰীৰ সৈন্যসকল শত্ৰুৰ পেনৎছাৰ আঘাতৰ পক্ষে অধিকতৰ ভেদযোগ্য[1] আছিল, তৃতীয়তঃ, এই ৰণাঙ্গনৰ আৰ্মিবোৰৰ হাতত শত্ৰুৰ গোলন্দাজহঁতৰ বিৰুদ্ধে যুঁজাৰ পক্ষে অপেক্ষাকৃত কম অস্ত্ৰশস্ত্ৰ আছিল। তদুপৰি, ৪ জুলাই মুখামুখি যুঁজৰ ফলত আমি শত্ৰুৰ আক্ৰমণৰ গতিমুখ আৰু সিহঁতৰ অস্ত্ৰসজ্জিত শক্তিৰ সমাবেশ সম্পৰ্কে অপেক্ষাকৃত নিশ্চিতভাবে আন্দাজ কৰিব পাৰিছিলোঁ। এই সম্ভাৱনাও বাদ দিয়া হোৱা নাই যে ৭১ তম গাৰ্ডছ আৰু ৬৭ তম গাৰ্ডছ ইনফেন্ট্ৰি ডিভিশনবোৰৰ সমৰ-নিৰাপত্তা গোটবোৰ প্ৰত্যাহাৰ কৰি লোৱাৰ ফলত শত্ৰুৰ গোলন্দাজহঁতৰ কিছু অংশ অগ্নিবৰ্ষণৰ নতুন অৱস্থানলৈ যাব।

সেই গতিকে ভ'ৰ'নেঝ ৰণাঙ্গনৰ গোলন্দাজ কমাণ্ডাৰসকলে আগ-ছোৱাত শত্ৰুৰ প্ৰধান আঘাতকাৰী শক্তি-টেঙ্ক আৰু পদাতিকহঁতৰ ওপৰত আঘাত কৰিবলৈ বিচাৰিছিল আৰু শত্ৰুৰ যিবোৰ কামান-শাৰী সৰাতোকৈ

---

১ ইয়াৰ প্ৰমাণ পোৱা যায় ৬ষ্ঠ আৰু ৭ম গাৰ্ডছ আৰ্মিৰ এলেকাত অপেক্ষাকৃত কম সংখ্যক টেংক-প্ৰতিৰোধী কামানৰ দ্বাৰা, ইয়াত কিলোমিটাৰে প্ৰতি ৯-১০ টা কামান আছিল আৰু ১৩শ আৰ্মিত আছিল ২৪ টা কামান।

সক্রিয় আৰু বিবোৰৰ অৱস্থান সম্পৰ্কে নিৰ্ভৰযোগ্যভাৱে অনুমান কৰিব পৰা হৈছিল সেইবোৰকেই মাথো নিষ্ক্ৰিয় কৰিবলৈ বিচাৰিছিল।

দুয়ো ৰণাঙ্গনেই শত্ৰুৰ প্ৰধান আক্ৰমণকাৰী শক্তিবিন্যাসৰ বিৰুদ্ধে প্ৰবল গোলন্দাজ আক্ৰমণ কৰিছিল। তথাপি আক্ৰমণাত্মক অভিযান ব্যৰ্থ কৰি দিব পৰা নহ'ল। পিচে প্ৰথম ক্ষেত্ৰত শত্ৰুৰ প্ৰধান শক্তিবোৰৰ মাজত থকা সহযোগিতা ব্যৰ্থ কৰা আৰু প্ৰথম আঘাতৰ হেঁচাক দুৰ্বল কৰি দিয়াটো সম্ভৱ হৈছিল।

৫ জুলাইৰ দিনাও প্ৰতি-প্ৰস্তুতিৰ পেটাৰ্ণ মোটামুটি একে আছিল (পাঁচ মিনিটীয়া গোলন্দাজ আক্ৰমণ, ১৫-২০ মিনিট জোৰা ইচ্ছাকৃত অগ্নিবৰ্ষণ আৰু ৫-১০ মিনিটীয়া গোলন্দাজ আক্ৰমণ), ৪ জুলাই চাবে দহ বজাত ৬ষ্ঠ গাৰ্ডছ আৰ্মিয়ে শত্ৰুৰ আঘাতক ভেটা দিবৰ বাবে আগতীয়াকৈ পাঁচ মিনিট ধৰি চলোৱা গোলন্দাজ আক্ৰমণক এই হিচাপত ধৰা হোৱা নাই। এই আঘাতৰ উপযোগিতা সম্পৰ্কে দুধৰণৰ মত আছে। আমি ভাবো যে যদি কেৱল ৪ জুলাইৰ দিনৰ অন্তত ৬ষ্ঠ গাৰ্ডছ আৰ্মিৰ প্ৰধান শাৰীৰ অগ্ৰৱৰ্তী দাঁতিত শত্ৰুৰ সৈন্য সমাবেশ, সিহঁতৰ প্ৰথম স্তৰবিন্যাসৰ অৱস্থান আৰু বিশেষকৈ আৱন্ত কৰাৰ লাইনৰ কালে অগ্ৰসৰমান সিহঁতৰ অস্ত্ৰসজ্জিত শক্তি সম্বন্ধে আগতকৈ সঠিকভাৱে বুজা গৈছে, তেনেহলে তাৰ বাবেও ইয়াৰ প্ৰয়োজন আছিল। এই আঘাতে শত্ৰুৰ ক্ষয়-ক্ষতি কৰিছিল, তাৰ অস্ত্ৰসজ্জিত শক্তি আৰু পদাতিকহঁতৰ আকাঙ্ক্ষিত এলেকাত পৰিকল্পিত বিন্যাস ব্যৰ্থ কৰি দিছিল আৰু তাৰ লগতে বাতি যুঁজ চলাই যাবৰ বাবে শত্ৰুৰ সম্ভাব্য প্ৰচেষ্টা ব্যৰ্থ কৰাৰ পৰিস্থিতি সৃষ্টি কৰিছিল।

প্ৰতি-প্ৰস্তুতিৰ বাবে গোলা-বাৰুদৰ মুঠ খৰচ প্ৰতিষ্ঠিত অগ্নিবৰ্ষক ইউনিটৰ আধা আছিল। ফল যথেষ্ট সন্তোষজনক হৈছিল। ১৩শ আৰ্মিৰ এলেকাত শত্ৰুৰ কামান-শাৰীৰ কেৱল ৪০ শতাংশই ঘন অগ্নিবৰ্ষণৰ আৱন্তণিত গোলাবৰ্ষণ কৰিব পাৰিছিল।

কিন্তু এই গুৰুত্বপূৰ্ণ যুঁজখন সমালোচনামূলকভাৱে বিশ্লেষণ কৰা উচিত। আমি যদি ৪ জুলাই ৰাতি শত্ৰুৰ অস্ত্ৰসজ্জিত আৰু পদাতিক শক্তিৰ বিন্যাস আৰু সঠিকভাৱে নিৰ্দ্ধাৰণ কৰিব পাৰিলোঁহেঁতেন, যদি ৰাতি হোৱাৰ কাৰণে বিমান ব্যৱহাৰ সীমিত নহ'লহেঁতেন আৰু আমি যদি অলপ পিচত, শত্ৰুৰ সৈন্যহঁত যেতিয়া সিহঁতৰ আক্ৰমণলৈ এৰি গুলাই আহিছিল তাৰ পিচত প্ৰতি-গোলাবৰ্ষণ আৰম্ভ কৰিলোহেঁতেন, তেনেহলে এই প্ৰতি-অগ্নিবৰ্ষণ বেছি কাৰ্যকৰ হ'লহেঁতেন।

কুৰ্স্কৰ যুঁজত ছোভিয়েত আত্মৰক্ষামূলক যুঁজ অৱস্থানবিলাকত টেংক-প্ৰতিৰোধী চৰিত্ৰৰ আছিল য'ত গোলন্দাজসকলে এক গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। এই কথা ক'লেই যথেষ্ট হ'ব যে যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ত শত্ৰুৰ বিমান পেনৎছাৰ আৰু আক্ৰমণকাৰী কামান ধ্বংস বা ক্ষতিগ্ৰস্ত হৈছিল তাৰ ৬৩ শতাংশৰে হৈছিল গোলন্দাজসকলৰ কল্যাণত।

টেংক-প্ৰতিৰোধী প্ৰতিৰক্ষা ব্যৱস্থাত ৰকেট আৰু বিমান-প্ৰতিৰোধী কামানকে ধৰি প্ৰথম-স্তৰ আৰ্মিবোৰৰ প্ৰায় সমস্ত কামান প্ৰত্যক্ষ বা পৰোক্ষভাৱে ব্যৱহাৰ কৰা হৈছিল।

প্ৰায় সকলোতে, বেটেলিয়ন বা কম্পানিত, প্ৰতিৰক্ষা এলেকাবোৰত প্ৰতিষ্ঠিত টেংক-প্ৰতিৰোধী শক্তিশালী বিন্দুবোৰেই, ৰেজিমেণ্টাল এলেকাৰ ভিতৰত বা বাহিৰত সংগঠিত টেংকৰ পক্ষে দুৰ্ভেদ্য এলেকা আৰু শক্তিশালী গোলন্দাজ টেংক-প্ৰতিৰোধী সংৰক্ষিত শক্তিবোৰকে লৈ খুব ভালকৈ প্ৰস্তুত কৰা সুকৌশলী ব্যৱস্থাই আছিল এই ব্যৱস্থাৰ মূল উপাদান।

একো একোটা পৰিকল্পনা অনুযায়ী আৰু আৰ্মিবোৰৰ প্ৰতিৰক্ষাৰ সমগ্ৰ গভীৰতা জুৰি টেংক-প্ৰতিৰোধী প্ৰতিৰক্ষা অতীৱ পুংখানুপুংখভাৱে সংগঠিত হৈছিল। টেংক-প্ৰতিৰোধী প্ৰতিৰক্ষা ৩০-৩৫ কিলোমিটাৰ গভীৰ আছিল আৰু কিলোমিটাৰে প্ৰতি টেংক-প্ৰতিৰোধী কামানৰ সংখ্যা আছিল ১৬-৩০ টা। আকাশত আমাৰ বিমানবাহিনীৰ প্ৰাধান্য

থকাত এক কিলোমিটাৰ ৰণথলীত ৩০ৰ পৰা ৬০ টা শত্ৰু পেনৎছাৰ আক্ৰমণ প্ৰতিহত কৰাৰ পক্ষে এই সংখ্যক কামান যথেষ্ট আছিল। নাৎছী আক্ৰমণকাৰী গোষ্ঠীবোৰৰ আক্ৰমণ প্ৰতিহত কৰাৰ ক্ষেত্ৰত আমি যি সাফল্য অৰ্জন কৰিছিলো সেই সাফল্য বহুল পৰিমাণে ইয়াৰ দ্বাৰা পূৰ্ব নিৰ্দ্ধাৰিত হৈছিল।

টেঙ্ক-প্ৰতিবোধী শক্ত বিন্দুবোৰৰ মাজত কামানৰ বিন্যাসে সিবোৰৰ কাৰ্য্যকৰ পাৰস্পৰিক ক্ৰিয়াৰ পক্ষে অনুকুল পৰিস্থিতি সৃষ্টি কৰিছিল। সমস্ত টেঙ্ক-প্ৰতিবোধী শক্ত বিন্দুবোৰে, বিশেষকৈ যিবোৰ টেঙ্কৰ পক্ষে দুৰ্ভেদ্য এলেকাত অৱস্থিত আছিল, সিবোৰে প্ৰায় সৰ্বক্ষেত্ৰত পৰস্পৰৰ মাজত সহযোগিতাও কৰিছিল।

য'তেই এই নীতিক আওহেলা কৰা হৈছিল ত'তেই শত্ৰুৰ অস্ত্ৰসজ্জিত শক্তিয়ে কৌশল প্ৰয়োগৰ স্বাধীনতা পাইছিল আৰু সাফল্য লাভ কৰিছিল।

টেঙ্ক-প্ৰতিবোধী শক্তিশালী বিন্দুবোৰত অৱস্থিত কামানবোৰে সিবোৰৰ অগ্নিবৰ্ষণ কৰ্মসুচীক নিভৃত অগ্নিবৰ্ষণ সুচীৰ লগত সমন্বিত কৰিছিল। শেষোক্ত বোৰে শত্ৰু টেঙ্কবোৰ গোট খোৱা এলেকাত অগ্নিবৰ্ষণ কেন্দ্ৰীভূত কৰি, সিবোৰক ব্যস্ত ৰাখিছিল, তাৰ পিচত তৰঙ্গে তৰঙ্গে অবিশ্ৰান্তভাৱে আৰু সমানে ঘনীভূত অগ্নিবৰ্ষণৰ জৰিয়তে টেঙ্কবোৰক আঘাত কৰা হৈছিল। কুৰ্স্কৰ যুঁজত দেখা গল যে তৰঙ্গে তৰঙ্গে অবিৰাম অগ্নিবৰ্ষণ নিজৰ প্ৰতিৰক্ষা এলেকা-বোৰৰ ভিতৰত উপযোগী নহয়। সাধাৰণভাৱে এই ধৰণৰ অগ্নিবৰ্ষণ য'ত কৌশল প্ৰয়োগ কৰা হৈছিল বৰ বেছিকৈ সেইবোৰ খণ্ডত কৰা হোৱা নাছিল।

শত্ৰুহঁতে বহুত সংখ্যক গধুৰ টাইগাৰ টেঙ্ক লৈ আক্ৰমণ কৰা হেতুকে সিবিলাকৰ সমুখস্থ বৰ্ম বৰ শক্তিশালী আছিল। গতিকে টেঙ্ক-প্ৰতিবোধী কামানবোৰক প্ৰায়ে এনেকৈ সজ্জিত কৰা হৈছিল

ধাতে অগ্নিবৰ্ষণৰ বাবে এটা পকেট সৃষ্টি কৰা যায় আৰু নাৎচী পেনৎছাৰবইতক পাৰ্শ্বদেশৰ পৰা তাৰ মাজলৈ অনা যায়।

কুৰ্স্কৰ যুঁজত বিপুল সংখ্যক টেঙ্কৰ বিৰুদ্ধে যুঁজ সংগঠনৰ ইতিবাচক আৰু নৈতিকবাচক দুয়ো দিশ আছিল, দেখা গৈছিল যে টেঙ্ক-প্ৰতিৰোধী শক্তিশালী বিন্দুবোৰত পাঁচৰ পৰা দহটা কামান থাকিলে আটাইতকৈ ভাল। শক্তিশালী বিন্দুবোৰত ২০-৩০ টা কামান ব্যৱহাৰ যুক্তিযুক্ত বুলি প্ৰমাণিত হোৱা নাই, কাৰণ তেনেহলে সি এটা লেথেপা কিবা হলহেঁতেন আৰু শত্ৰু আক্ৰমণ প্ৰতিহত কৰাৰ সময়ত সিবোৰ নিয়ন্ত্ৰণ কৰাটো টান হলহেঁতেন।

কামানৰ শাৰীৰ এটা অংশক টেঙ্ক-প্ৰতিৰোধী সংৰক্ষিত শক্তিৰ পৰা প্ৰত্যাহাৰ কৰি টেঙ্ক-বিৰোধী শক্তিশালী বিন্দুবোৰত স্থাপন কৰাৰ সিদ্ধান্তটোকো সুসিদ্ধান্ত বুলি গণ্য কৰিব নোৱাৰি।

দুয়ো ৰণাঙ্গনৰ কমাণ্ডে প্ৰতিৰক্ষাৰত সৈন্যসকলক শত্ৰুৰ বিমান আঘাতৰ পৰা ৰক্ষা কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। বিমান-প্ৰতিৰোধী প্ৰতিৰক্ষা ব্যৱস্থাত যুঁজাৰু বিমানৰ লগতে বিমান প্ৰতিৰোধী কামানেও এটা ডাঙৰ ভূমিকা লৈছিল। ইবোৰে আত্মৰক্ষামূলক যুঁজত ১০০০ৰো অধিক শত্ৰু বিমান হয় ভূপাতিত কৰিছিল নতু ক্ষতিগ্ৰস্ত কৰিছিল।

কৌশল অৱলম্বন আছিল বিমান-প্ৰতিৰোধী কামানৰ ক্ৰিয়াকলাপত এটা মুখ্য উপাদান। কেন্দ্ৰীয় ৰণাঙ্গনৰ এলেকাত শত্ৰুৰ প্ৰধান গতিমুখ ফটফটীয়া হৈ উঠিলত বিমান-প্ৰতিৰোধী কামানৰ প্ৰাথমিক সংস্থাপন সলাব লগা হল, সেইবোৰ খৰতকীয়াকৈ ১৩শ আৰ্মিৰ এলেকালৈ স্থানান্তৰিত কৰা হল, ফলত এই আৰ্মিৰ প্ৰতিৰক্ষাৰ স্থিতিশীলতা বহুত পৰিমাণে বাঢ়ি গল।

কিন্তু এই কথা কব লাগিব যে, বিখণ্ডত শত্ৰুৱে আক্ৰমণ কৰিব বুলি আশঙ্কা কৰা গৈছিল তাত স্থলসৈন্যসকলক ৰক্ষাৰ হকে



The Battle of Kurks 22—(337-352)

১১শ পার্ভছ আর্মিয়ে যেনেকৈ গোলন্দাজসকলক নিয়োগ কৰিছিল তাৰ পৰা বুজা যায় যে ই নিয়ন্ত্ৰণৰ শ্ৰেষ্ঠৰূপ কি হ'ব পাৰে তাক বিচাৰি উলিয়াবৰ চেষ্টা কৰিছিল, যেধেপা কিবা হ'ব আৰু নিয়ন্ত্ৰণত ৰখা কঠিন এনেকৈ গোলন্দাজ গোষ্ঠী গঠন এৰাবৰ চেষ্টা কৰিছিল, ৰেজিমেণ্টৰ পৰা আৰম্ভ কৰি আৰ্মিলৈকে আটাইবোৰ ইউনিটলৈ গোলন্দাজ সৰবৰাহৰ প্ৰতি লক্ষ্য ৰাখিছিল আৰু এনেকৈ অগ্নিবৰ্ষণ আৰু সৈন্যবলৰ যোগান ধৰি যুঁজক প্ৰভাৱিত কৰাৰ চেষ্টা কৰিছিল।

গোলন্দাজ ব্ৰিগেড আৰু কমাণ্ডাৰসকলে আৰু হেড কোৱাৰ্টাৰবোৰে সংশ্লিষ্ট ডিভিজন, ক'ৰ আৰু আৰ্মিৰ গোষ্ঠীবোৰক পৰিচালনা কৰিছিল আৰু তাৰ লগতে নিজৰ সমস্ত বা অধিকাংশ ইউনিট নিয়ন্ত্ৰণ কৰি আছিল। গোলন্দাজ ক'ৰৰ কমাণ্ডাৰ আৰু তেওঁৰ হেড কোৱাৰ্টাৰে অৱশ্যে তেতিয়ালৈকে যথাযথ ঠাই পোৱা নাছিল আৰু ১১শ আৰ্মিৰ হেড কোৱাৰ্টাৰ আৰু তাৰ গোলন্দাজ কমাণ্ডাৰক আক্ৰমণকাৰী ক'ৰৰ নিজাকৈ থকা গোলন্দাজসকলক পৰিচালনাত সাহায্য কৰাৰ মাজতেই তেওঁলোকৰ ভূমিকা সাধাৰণতে সীমাবদ্ধ ৰাখিব লগীয়া হৈছিল।

ক'ৰৰ গোলন্দাজ গোষ্ঠী গঢ়ি তোলাটো এটা নতুন কথা আছিল। ইয়াৰ ফলত ক'ৰবোৰৰ ক্ৰমবৰ্দ্ধমান ভূমিকা, বিশেষকৈ শত্ৰুৰ বেষ্টিত এলেকাৰ প্ৰতিৰক্ষা ভেদৰ ক্ষেত্ৰত, দাঙি ধৰা হৈছিল। কিন্তু এই কথা কব লাগিব যে একেলগে পাঁচোটা ক'ৰগোষ্ঠী গঠন কৰিবলৈ বাধ্য হ'ব লগীয়া হোৱাৰ কোনো হেতু নাছিল। সাধাৰণভাৱে কব পৰা যায় যে তথাকথিত ডিভিজনক শক্তিশালী কৰাৰ গোষ্ঠীবোৰ যুঁজৰ গতিপথত ডিভিজনৰ গোষ্ঠীতেই পৰিণত হৈছিল আৰু দৰাচলতে সৈত নিয়ন্ত্ৰণত আছিল। আনুষ্ঠানিকভাৱে ইবোৰ ক'ৰৰ গোলন্দাজ বিভাগৰ কমাণ্ডাৰৰ নিয়ন্ত্ৰণত আছিল। ৰেজিমেণ্টবোৰত পদাতিক সমৰ্থন গোষ্ঠীবোৰৰ ক্ষেত্ৰত এই ত্ৰুটি পৰিলক্ষিত হৈছিল।

কঁৰৰ গোলন্দাজ গোষ্ঠী গঢ়ি তোলাটো আছিল এক নতুন ব্যৱস্থা প্ৰতিষ্ঠা কৰাৰ বাটত অন্যতম প্ৰধান পদক্ষেপ। যুঁজ-শেষ পৰ্য্যায়তে মাথো এনে ধৰণৰ ব্যৱস্থা প্ৰতিষ্ঠাত আমি সম্পূৰ্ণৰূপে সফল হৈছিলো।

গোলন্দাজ-আক্ৰমণ সংগঠন কৰা আৰু চলোৱাৰ ক্ষেত্ৰত পদাতিক আৰু টেঙ্ক আক্ৰমণৰ আগে আগে কামানৰ তীব্ৰ অগ্নিবৰ্ষণৰ ৰূপে চলিত যুঁজৰ এটা গুৰুত্বপূৰ্ণ কামৰ প্ৰতি বিশেষ মনোযোগ দিয়া হৈছিল। ৰণাঙ্গনবোৰৰ আৰু আৰ্মিবোৰৰ প্ৰধান প্ৰধান শক্তিযুক্ত কামানৰ পৰা গোলাবৰ্ষণ ৪৫ মিনিটৰ পৰা ২ ঘন্টা ৫৫ মিনিট পৰ্য্যন্ত চলোৱা হৈছিল। কামানৰ তীব্ৰ গোলাবৰ্ষণৰ ক্ষেত্ৰত সবহভাগ আৰ্মিৰ পেটাৰ্ণৰ মাজত ভালেখিনি সাদৃশ্য আছিল।

কামানৰ তীব্ৰ গোলাবৰ্ষণ কিদৰে সংগঠিত কৰা হৈছিল ১১শ গাৰ্ডছ আৰ্মিৰ উদাহৰণৰ পৰা তাক আটাইতকৈ ভালদৰে বুজা যাব। এই আৰ্মিয়ে তাৰ আক্ৰমণাত্মক অভিযানৰ উককাত ( ১১ জুলাইৰ দিনা ) শত্ৰুৰ শক্তি সম্বন্ধে ভালকৈ অনুসন্ধান কৰিছিল। আক্ৰমণাত্মক অভিযানৰ দিনা ( ১২ জুলাই ) ঠিক কৰা হল যে কামানৰ তীব্ৰ অগ্নিবৰ্ষণৰ জৰিয়তে শত্ৰুৰ সৈন্যবল আৰু আগ্নেয়াস্ত্ৰৰ ক্ষতি সাধন কৰা হব, আৰু তাৰ লগে লগে চৰম মুহূৰ্ত সম্পৰ্কে নাৎচীহঁতক সন্দিহান কৰি তুলিব লাগিব। এই উদ্দেশ্যেৰে আমি এক অপ্ৰত্যাশিত গোলন্দাজ আক্ৰমণ কৰিলোঁ। গোলাবৰ্ষণ প্ৰবল কিন্তু স্বল্পস্থায়ী ( পাঁচ মিনিট ] হল, লক্ষ্য থাকিল ১০ কিলোমিটাৰ গভীৰতাৰ মাজত সৈন্যবল আৰু লক্ষ্যবস্তুবোৰ যুগপৎ ধ্বংস কৰা। ২০ মিনিট বিৰতিৰ পাচত এঘন্টা ধৰি শত্ৰুপক্ষৰ শক্তি নিৰ্ণয়ৰ উদ্দেশ্যে গোলাবৰ্ষণ কৰা হল। ইয়াৰ উদ্দেশ্য আছিল আক্ৰমণ কৰা নহব এনেকুৱা এটা ধাৰণা সৃষ্টি কৰা। তাৰ পিচত চলিল ধ্বংস আৰু নিষ্ক্ৰিয় কৰাৰ কাৰণে ৫৫ মিনিট ধৰি অতি সফলাই অগ্নিবৰ্ষণ আৰু শেষত ২৫ মিনিট ধৰি গোলন্দাজ আক্ৰমণ চলিল। ৰকেট

কৰিছিল। তাৰ ভিতৰত আছিল ৩৩০ৰ বেছি কৌটাৰি ( কামান ) আৰু প্ৰায় ১৫০০ শত্ৰু টেংক, আক্ৰমণকাৰী কামান আৰু অস্ত্ৰসজ্জিত গাড়ী। সোভিয়েত গোলন্দাজ বাহিনী ৭০ লাখ কামান আৰু মৰ্টাৰৰ গোলা খৰচ কৰিছিল।

স্থলবাহিনীৰ আন আন বিভাগ আৰু বিমানবাহিনীৰ সহযোগিতাত সোভিয়েত গোলন্দাজ বাহিনীয়ে কুৰ্স্কৰ যুঁজত প্ৰধান নাৎছী কৌশল ছত্ৰভংগ কৰাত এক বিৰাট অৱদান যোগাইছিল। তেওঁলোকে অগ্নিবৰ্ষণ কৰি যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ত শত্ৰুৰ টেংক আৰু পদাতিকসকলৰ পথ ৰোধ কৰিছিল, শত্ৰুৰ বিমান আক্ৰমণৰ বিৰুদ্ধে সপক্ষৰ যুদ্ধৰত সৈন্যগঠনবোৰক ৰক্ষা কৰিছিল আৰু আক্ৰমণাত্মক পৰ্য্যায়ত পদাতিক আৰু টেংকবোৰৰ পথ সুচল কৰিছিল, সিবোৰক এটা লক্ষ্যবস্তুৰ পৰা আন এটা লক্ষ্যবস্তুৰ পিনে নাৎছী প্ৰতিৰক্ষা পৰ্য্যুদস্ত হোৱালৈকে আগুৱাই নিছিল।

কুৰ্স্কৰ যুঁজৰ গোলন্দাজসকলৰ যুঁজ উন্নত কৰাত যিসকলে যথেষ্ট কৰ্মশক্তি আৰু দক্ষতা প্ৰয়োগ কৰিছিল সেইসকল হৈছে: মাৰ্শাল এন. এন ভৰনভ, জেনাৰেল এন. ভি. য়াকোভলেভ আই. পি কামেৰা, এন ভি. গাভৰিলেঙ্কো, ভি. আই. কাজাকভ, এন এছ কামিন, পি এছ ছেমিঅ'নভ, এন. এন. ছেমিঅ'নভ, জি. ভি. গলুয়েকভভ, এন. এন. পেনকভ, ভি. আই. তাৰিন, ভি. এম. ক্ৰাছনোকুৎস্কি, এম. এছ. পেঞ্চভ, আই. এম. পিৰস্কি, পি. এম. ক'ৰলকভ, এম. এম. বাৰছুকভ, এন. ভি. ইগনাৰভ, এন. এফ. ছালিচকো, এল. আই. কৰুখভা, আৰু আই এভ. ছানকো ( আটায়ে জেনাৰেল ) আৰু কৰ্ণেল জি এছ. নাদিছেভ, ভি. এন বকছুৰেভ, এন. ভি চাভোলা ( আটায়ে কৰ্ণেল ) প্ৰমুখ্যে।

কুৰ্স্কৰ যুঁজত গোলন্দাজবাহিনীয়ে আকৌ প্ৰমাণ কৰিলে যে তেওঁলোকেই সৈন্যবাহিনীৰ প্ৰধান আঘাতকাৰী শক্তি।

## কৰ্ণেল-জেনাৰেল
## আলেকজেণ্ডাৰ ৎছিৰলিন*
## ডি এচ-চি

# ইঞ্জিনিয়াৰ সেনাদল

১৯৪৩ চনৰ জহকালিৰ ভিতৰত ছোভিয়েত সামৰিক ইঞ্জিনিয়াৰ আৰু তত্ত্ববিদসকলে যুঁজত অৰ্জিত অভিজ্ঞতাৰ সৃজনশীল সামান্যীকৰণ কৰি যুঁজত ইঞ্জিনিয়াৰ সেনাদল নিয়োগৰ নীতিবোৰক সমৃদ্ধ কৰিছিল। ইয়াৰ ভিতৰত আছিল ৰণথলীৰ সংগঠন আৰু দুৰ্গ আৰু শক্তিশালী সুৰক্ষিত অৱস্থান নিৰ্মাণ; আক্ৰমণাত্মক অভিযানলৈ যোৱাৰ আগতে ৰাওনা হোৱাৰ এলেকা প্ৰস্তুত কৰা; ডাঙৰ ডাঙৰ সংৰক্ষিত শক্তিক আক্ৰমণ গোষ্ঠী হিচাপে নিয়োগ কৰাৰ ক্ষেত্ৰত আৰু আক্ৰমণাত্মক অভিযানৰ প্ৰস্তুতি গোপন কৰাত ইঞ্জিনিয়াৰসকলক মদত দান; শত্ৰুৰ প্ৰতিৰক্ষা ভেদৰ সময়ত সিঁহতে সৃষ্টি কৰা প্ৰতিবন্ধকবোৰ এৰাবৰ পদ্ধতি; চলিত যুঁজৰ ক্ষেত্ৰত গভীৰত টেঙ্কবোৰৰ ক্ৰিয়াকলাপ আৰু সুকৌশলী গতিবিধিত আৰু সশস্ত্ৰ কৌজৰ সকলো বিভাগৰ অগ্ৰবৰ্তনৰ লগত মিলাই প্ৰতিবন্ধকৰ ব্যাপক ব্যৱহাৰত মদত দিয়া। ইঞ্জিনিয়াৰসকলে আগবঢ়োৱা সমৰ্থনৰ এই আটাইবোৰ দিশ কুৰ্স্কৰ যুঁজত বেছিকৈ

* কুৰ্স্কৰ যুদ্ধত কৰ্ণেল জেনাৰেল ৎছিৰলিনে সেতিয়া ৰণাঙ্গনৰ ইঞ্জিনিয়াৰ সকলৰ নেতৃত্ব দিছিল। লেখক অধ্যাপক

বিকশিত হৈছিল। এই যুঁজত ইঞ্জি[illegible] ভাৱে বৈশিষ্ট্যমণ্ডিত কৰিছিল সি [illegible] কৰিছিল: শক্তিশালী, গভীৰলৈকে স্তৰে [illegible] সংগঠিত কৰা আৰু পৰৱৰ্তী আক্ৰমণাত্মক অভিযানৰ বাবে এক [illegible] আঘাতকাৰী শক্তি নিয়োগ নিৰ্ভৰযোগ্যভাৱে সুনিশ্চিত কৰা।

কুৰ্স্কৰ যুঁজত ছোভিয়েত প্ৰতিৰক্ষাৰ ইঞ্জিনিয়াৰ সংগঠনৰ [illegible] এটা উদ্দেশ্যে পৰিচালিত কৰা হৈছিল, সি [illegible] শত্ৰুৱে নিয়োগ কৰা আক্ৰমণকাৰী শক্তিক যিমানখিনি সম্ভৱ দুৰ্বল কৰা আৰু তাৰ লগতে যিমানখিনি সম্ভৱ ছোভিয়েত [illegible] অস্ত্ৰশস্ত্ৰ ৰক্ষা কৰা। ৰণভূমিৰ অভূতপূৰ্ব সংগঠন আৰু [illegible] ক্ষেত্ৰ আৰু প্ৰতিবন্ধকবোৰ ব্যাপক ব্যৱহাৰ কৰাৰ জৰিয়তে প্ৰধানতঃ এই উদ্দেশ্য সাধন কৰাৰ কথা আছিল।

মুঠ ২৫০ৰ পৰা ৩০০ কিলোমিটাৰ গভীৰতা জুৰি বহু প্ৰতিৰক্ষা লাইন আৰু অৱস্থান নিৰ্মাণ কৰা হৈছিল। দুৰ্গ আৰু অৱস্থান নিৰ্মাণৰ ক্ষেত্ৰত কেবাটাও নতুন নীতি প্ৰৱৰ্তন কৰা হৈছিল আৰু আত্মৰক্ষামূলক যুঁজত প্ৰতিবন্ধক স্থাপনৰ বিষয়টো উন্নত কৰা হৈছিল। সৈন্যসকলে যাতে কৌশল প্ৰয়োগ কৰিব পাৰে আৰু তাক আঁৰ কৰাৰ সুবিধাৰ বাবে নানান ব্যৱস্থা বহুলভাৱে লোৱা হৈছিল।

ছোভিয়েত ফৌজৰ অনতিক্ৰম্য প্ৰতিৰক্ষা ব্যৱস্থা প্ৰতিষ্ঠা আৰু পৰৱৰ্তী আক্ৰমণাত্মক অভিযানত তেওঁলোকৰ সাফল্য কেবাটাও উপাদনৰ কাৰণে আৰু সময়মতে সাংগঠনিক ব্যৱস্থাৰ কাৰণে সম্ভৱ হৈছিল। প্ৰথমতঃ উদ্যোগ ছোভিয়েত কমাণ্ডৰ হাতত আছিল; দ্বিতীয়তঃ ইঞ্জিনিয়াৰিং সা-সঁজুলি আৰু বিচূৰ্ণকাৰী সা-সঁজুলি আৰু বিশেষকৈ, টেংক-প্ৰতিৰোধী মাইনৰ উৎপাদন বহুত পৰিমাণে বাঢ়িছিল, তৃতীয়তঃ কেবাটাও নতুন ধৰণৰ ইঞ্জিনিয়াৰসকলৰ [illegible] গাড়ী নিৰ্মাণ কৰা হৈছিল আৰু ৰণাঙ্গনবোৰত ইঞ্জিনিয়াৰসকলৰ

আর্টিলেৰীৰ বিভাগৰ সৈন্যসকলেই প্ৰতিৰক্ষা গঢ়ি তোলাৰ ক্ষেত্ৰত যথেষ্ট উদ্ভাৱনা শক্তিৰ পৰিচয় দিছিল। স্থানীয় লোক আৰু প্ৰশাসনিক আৰু পাৰ্টি সংগঠনবোৰে তেওঁলোকক যথেষ্ট সাহায্য কৰিছিল।

ইঞ্জিনিয়াৰসকলৰ মুখ্যসকলে প্ৰতিৰক্ষা সংগঠনত যথেষ্ট প্ৰয়াস আৰু কৰ্মশক্তি নিয়োগ কৰিছিল। তেওঁলোকৰ ভিতৰত আছিল কেন্দ্ৰীয় ৰণাঙ্গনত লেফটানেণ্ট জেনাৰেল এ. আই প্ৰছলিয়াকভ, ভ'ৰনেঝ ৰণাঙ্গনত মেজৰ জেনাৰেল ৱাই. ভি. ব'বদখিলভস্কি, ১৩শ আৰ্মিৰ কৰ্ণেল জেড্. আই. কোলেছনিকভ, ৬ষ্ঠ গাৰ্ডছ আৰ্মিৰ কৰ্ণেল ৱাই আই কুলিন্‌চি আৰু ৭ম গাৰ্ডছ আৰ্মিৰ মেজৰ জেনাৰেল ভি. ৱাই. প্লিয়াছকিন।

অপেক্ষাকৃত কম সময়ৰ ভিতৰত কুৰ্স্ক এলেকাত আৰু তাৰ পূৱত নিযুক্ত ৰণাঙ্গনবোৰৰ সৈন্যবকলে ৮ টা প্ৰতিৰক্ষা লাইন সংগঠিত কৰিছিল। কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ এলেকা দীঘে আছিল ২৫৯০ কিলোমিটাৰ আৰু ট্ৰেঞ্চ আৰু প্ৰৱেশপথবোৰৰ দীঘে আছিল প্ৰায় ৬০০০ কিলোমিটাৰ। প্ৰতিৰোধৰ প্ৰধান লাইনত শত্ৰুইত অগ্ৰসৰ হোৱাৰ সম্ভাব্য অগ্ৰগমন বাটত প্ৰতি-কিলোমিটাৰ সমুখভাগত ১০ কিলোমিটাৰ পৰ্য্যন্ত ট্ৰেঞ্চ আৰু প্ৰৱেশপথবোৰ নিৰ্মাণ কৰা হৈছিল। এই দুই ৰণাঙ্গনৰ এলেকাত সৰ্বমুঠ ৯,৩০৩ কমাণ্ড আৰু পৰ্য্যবেক্ষণ প'ষ্ট আৰু ৪৮,০৭৩ টা কামান আৰু মৰ্টাৰ ট্ৰেঞ্চ নিৰ্মাণ কৰা হৈছিল।

১৯৪৩ চনত প্ৰতিৰক্ষাৰ গভীৰতা বঢ়োৱাৰ ওপৰত আমি তাৰ পেটাৰ্ণবো সাল-সলনি কৰিছিলোঁ। ইয়াৰ এটা লাইনত অৱস্থানৰ সংখ্যা বৃদ্ধি কৰা হৈছিল আৰু সিবোৰৰ সংগঠনতো পৰিবৰ্তন সাধা হৈছিল। ১৯৪২ চনৰ শেষছোৱালৈকে ৰণক্ষেত্ৰৰ লাইন আৰু অৱস্থানৰ ইঞ্জিনিয়াৰিং বিকাশ সম্বন্ধে আমাৰ মতামত সুৰক্ষিত এলেকা সংগঠন সংক্ৰান্ত তত্ত্ব আৰু ব্যৱহাৰৰ দ্বাৰা প্ৰভাৱিত

হৈছিল। বেটেলিয়নৰ শক্তিশালী প্ৰতিবন্ধক বিন্দুবোৰত কেইটাও কেছমেট ধৰণৰ (অৰ্থাৎ বোমাৰ আঘাত সহ্য কৰিবলৈ সক্ষম আচ্ছাদন বিশিষ্ট ঘৰৰ ধৰণৰ পৃথক পৃথক কাঠৰ পিল-বক্স বথা হৈছিল, সেইবোৰ এটা অগ্নিবৰ্ষণ ব্যৱস্থাৰ দ্বাৰা পৰস্পৰ সংযুক্ত থাকিছিল। তেতিয়াৰ দিনত এনে ধৰণৰ এটা বেটেলিয়নৰ শক্ত-বিন্দুত অগ্নিবৰ্ষণ ব্যৱস্থাৰ নিৰ্ভৰযোগ্যতা নিশ্চিত কৰাৰ পক্ষে প্ৰয়োজনীয় পৰিমাণ অস্ত্ৰশস্ত্ৰ সৈন্যসকলৰ হাতত সজায়ে নাথাকিছিল। কাঠৰ পিল-বক্সবোৰৰ মাজত সংযোগসাধক কোনো সুৰঙ্গ নাছিল, গতিকে যুঁজ চলি-থকা অৱস্থাত গোটবোৰে অস্ত্ৰশস্ত্ৰ লৈ গোপনে কৌশল প্ৰয়োগ কৰিব নোৱাৰিছিল। ১৯৪২ চনত নিজস্ব উদ্যোগত কিছু কিছু ৰণাঙ্গনৰ দ্বাৰা গৃহীত আৰু জেনাৰেল ষ্টাফৰ নিৰ্দেশৰ পিচত ১৯৪৩ চনৰ বসন্তকালত ৰণাঙ্গনৰ দ্বাৰা অনুসৃত ট্ৰেঞ্চ ব্যৱস্থা আৰু শক্তিশালী প্ৰতিবন্ধকবোৰে আমাৰ প্ৰতিৰক্ষাত নতুন গুণৰ সংযোজন কৰিলে।

ট্ৰেঞ্চৰ ব্যৱহাৰে অগ্নিবৰ্ষক ব্যৱস্থাৰ নমনীয়তা কিছু পৰিমাণে বঢ়ালে। আগতেই কৈছো যে সীমিত অগ্নিবৰ্ষণ এলেকা সমন্বিত স্থায়ীভাৱে বহুওৱা অস্ত্ৰশস্ত্ৰই আছিল এই অগ্নিবৰ্ষণ ব্যৱস্থাৰ ভেটি। ৰণথলীত গোপনে কৌশল প্ৰয়োগৰ অসীম সুযোগ সৃষ্টি কৰি ট্ৰেঞ্চবোৰে পদাতিক সৈন্যসকলৰ ক্ৰিয়াকলাপ বৃদ্ধি সম্ভৱ কৰি তুলিলে। ট্ৰেঞ্চ ব্যৱস্থাৰ ভিতৰত পোনে বহুওৱা কামান টেঙ্ক আৰু স্বয়ংচালিত কামানৰ অৱস্থান আছিল। শত্ৰু পক্ষ ট্ৰেঞ্চ আৰু আন আন আশ্ৰয়স্থলৰ ভিতৰত থকা গোটবোৰৰ ওপৰত অগ্নিবৰ্ষণৰ সুযোগৰ পৰা বঞ্চিত হ'ল। এই ট্ৰেঞ্চ আৰু আশ্ৰয়স্থলবোৰ ধ্বংস কৰাৰ বাবে আৰু ট্ৰেঞ্চত থকা কামান আৰু টেঙ্কবোৰ নিষ্ক্ৰিয় কৰাৰ বাবে বিপুল পৰিমাণ গোলা খৰচ কৰিব লগীয়া হৈছিল। মোটামুটি কব পৰা যায় যে গধুৰ অস্ত্ৰশস্ত্ৰৰ অৱস্থানকে ধৰি ট্ৰেঞ্চ আৰু

সংযোগস্থাপনকাৰী বাটৰ কাৰণেই প্ৰতিৰক্ষাৰ নিৰবচ্ছিন্নতা প্ৰতিষ্ঠাত সাহায্য কৰিলে, তাৰ গভীৰতা বঢ়ালে; স্থায়িত্ব, সক্ৰিয়তা আৰু কৌশল প্ৰয়োগৰ ক্ষমতা বৃদ্ধি কৰিলে অতিৰিক্ত ব্যৱস্থা কৰি নেপোলিয়নৰ বিৰাট সংখ্যক ফৌজ গোপনে কেন্দ্ৰীভূত কৰাটোও সম্ভৱ কৰি আক্ৰমণাত্মক অভিযানলৈ যোৱাৰ পক্ষে অনুকূল পৰিস্থিতি সৃষ্টি কৰিলে।

প্ৰতিৰক্ষাত ট্ৰেঞ্চ ব্যৱস্থাৰ আবিৰ্ভাৱে ৰক্ষিত অৱস্থান গঢ়ি তোলাটো উন্নত কৰি দিলে আৰু নিৰ্মাণৰ সময়ো হ্ৰাস কৰিলে; তাৰ আংশিক কাৰণ হল এয়ে যে এইবোৰত ৰক্ষাকাৰী পদাতিক আচ্ছাদনৰ প্ৰয়োজন নাছিল। ছিটিকি অহা টুকুৰাৰ পৰা ৰেহাই পাবলৈ আশ্ৰয়স্থলী যি সৈন্যসকলে নিজেই সাজি লব পাৰিছিল— তাৰ ব্যাপক ব্যৱহাৰ সকলোতে আৰম্ভ হৈ পৰে। বহুত উপকৰণ আৰু পৰিশ্ৰমসাধ্য গধুৰ আশ্ৰয়স্থলী প্ৰধানতঃ কামাণ প'ষ্টবোৰৰ ঠাইতে সজা হল। অৱস্থা অনুযায়ী সম্ভৱপৰ হলে কোনো কোনো ক্ষেত্ৰত অনুকূল হলে ভূগৰ্ভতো আশ্ৰয়স্থলী গঢ়ি তোলা হৈছিল। সৈন্যসকলক কেৱল দুৰ্গ আদি সুৰক্ষিত অৱস্থানেৰেই ৰক্ষা কৰা নহৈছিল, আন আন নানা ব্যৱস্থাৰ দ্বাৰাও ৰক্ষা কৰা হৈছিল, যেনে সৈন্যসকলক সিঁচৰতি কৰি দি, তেওঁলোকে যাতে কৌশল প্ৰয়োগ কৰিব পাৰে তাৰ সুযোগ বঢ়াই আৰু সৈন্য আৰু অস্ত্ৰশস্ত্ৰৰ বাবে আশ্ৰয়স্থলী নিৰ্মাণ কৰি, ৰণাঙ্গনৰ ছদ্মাকৃতি ধাৰণ বা লুকুৱাৰ ব্যৱস্থাৰ জৰিয়তেও এই একে উদ্দেশ্য সাধন কৰা হৈছিল। কামানবোৰৰ বহুগুণৰ ব্যৱস্থা এনেকৈ কৰা হৈছিল যাতে যুঁজ কৰাৰ ক্ষমতা সৰ্বোচ্চ ব্যৱহাৰ কৰা যাব পাৰে, অৰ্থাৎ সৈন্যসকলৰ ওপৰত ইমুৰৰ পৰা সিমুৰলৈকে গোলাবৰ্ষণ বা সকলো দিশে অগ্নিবৰ্ষণ ক্ষমতা নিশ্চিত কৰা যায়। পৰ্যবেক্ষণ প'ষ্টবোৰো একেই ধৰণে নিৰ্মাণ কৰা হৈছিল।

ব্যাপকভাৱে ব্যৱহাৰ কৰা হৈছিল। সৰ্বপ্ৰকাৰ প্ৰতিবন্ধক আৰু মাইন ক্ষেত্ৰক আৰু বেছিকৈ ব্যৱহাৰ কৰা হৈছিল। নানান ধৰণৰ প্ৰতি-বন্ধকৰ সমন্বয়, সিবোৰৰ পাৰস্পৰিক ক্ৰিয়া আৰু অগ্নিবৰ্ষণ ব্যৱস্থাৰ সৈতে সিবোৰৰ ক্ৰিয়াৰ সমন্বয়, অগ্নি প্ৰজ্জ্বলন ব্যৱস্থা আৰু অগ্নি উৎক্ষেপকৰ ব্যৱহাৰ ব্যাপকভাৱে কৰা হৈছিল। সদৌ শেষত, মাইন ক্ষেত্ৰবোৰেই মৌলিক ধৰণৰ প্ৰতিবন্ধক হৈ পৰিছিল আৰু আত্মৰক্ষাৰ কাৰণে সিবোৰ সংগঠন কৰাই আছিল ইঞ্জিনিয়াৰসকলৰ মাই কৰ্তব্য। এই কথা ক'লেই যথেষ্ট হব যে আত্মৰক্ষামূলক যুঁজৰ প্ৰস্তুতিত কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ ছেপাৰ সকলে প্ৰায় ৫ লাখ সৈন্য-প্ৰতিৰোধী আৰু টেঙ্ক প্ৰতিৰোধী মাইন পুতিছিল। প্ৰায় ৭০০ কিলোমিটাৰ কাঁটা তাঁৰৰ জাল লগাইছিল আৰু বিপুল সংখ্যক টেঙ্ক-প্ৰতিৰোধী নানান ধৰণৰ প্ৰতিবন্ধক নিৰ্মাণ কৰিছিল।

তিনিটা প্ৰতিৰক্ষা লাইনত মাইন ক্ষেত্ৰৰ গড় ঘনত্ব আছিল কিলোমিটাৰে পতি সমুখভাগত ১৫০০ টেঙ্ক-প্ৰতিৰোধী আৰু ১৭০০ সৈন্য-প্ৰতিৰোধী মাইন অৰ্থাৎ আগৰ যুঁজবোৰতকৈ তিনিৰ পৰা চাৰিগুণ বেছি। মাই খণ্ডবোৰত টেঙ্ক প্ৰতিৰোধী মাইনৰ সংখ্যা বঢ়াই কিলোমিটাৰে পতি ১৮০০ৰ পৰা ২০০০ কৰা হৈছিল।

আত্মৰক্ষামূলক যুঁজৰ সময়ত জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ নিৰ্দেশ অনুসৰি গ্ৰুপ আৰু ডিটাচমেণ্টবোৰৰ গঠনে বিপজ্জনক খণ্ডবোৰত মাইন ক্ষেত্ৰৰ ঘনত্ব বঢ়াই দিছিল, তেওঁৰ এলেকাত নতুন নতুন শক্তি আমদানি কৰাৰ সময় বঢ়াই দিছিল আৰু ইয়াৰ ফলত শেষলৈকে শত্ৰুৰ প্ৰতি-আক্ৰমণ পৰ্যুদস্ত কৰা গৈছিল।

ইঞ্জিনিয়াৰ সৈন্যসকলৰ যুঁজ কৌশল প্ৰয়োগৰ সম্পৰ্কে এটা ভাল ধাৰণা তলত দিয়া তথ্যৰ পৰা পোৱা যাব। ১৩শ আৰ্মিৰ প্ৰথম স্তৰৰ ডিভিজনটোৰ যুঁজকাৰী সৈন্যগঠনৰ মাজত প্ৰায় ১০০ ছেপাৰ কম্পানি আছিল, অৰ্থাৎ কেন্দ্ৰীয় ৰণাঙ্গনৰ মুঠ সংখ্যাৰ প্ৰায় ৫০

শতাংশ। এই আর্মিৰ খণ্ডত ইঞ্জিনিয়াৰসকলে আত্মৰক্ষামূলক যুঁজৰ পৰ্য্যায়ত ৩৫,০০০ টেঙ্ক-প্ৰতিৰোধী মাইন পুতিছিল। ভ'ৰ'নেৰ ৰণাঙ্গনৰ ইঞ্জিনিয়াৰিং সৈন্যসকলক লৈ অত্যন্ত গতিশীল আৰু ফলপ্ৰসূ সুকৌশল অৱলম্বন কৰা হৈছিল, তাত যুঁজ বলি থকা অৱস্থাতে ৫৫,০০০ মাইন পুতা হৈছিল। এই কথা লেখতলবলগীয়া যে প্ৰতিবন্ধকৰ দ্বাৰা ধ্বংসপ্ৰাপ্ত সমস্ত শত্ৰু টেঙ্কৰ দুই-তৃতীয়াংশ যুঁজ চলি অবস্থাত পতা মাইন ক্ষেত্ৰৰ বিস্ফোৰণত ধ্বংস হৈছিল।

মাইন ক্ষেত্ৰৰ ব্যৱহাৰ আৰু বেছি পৰিমাণে এইবোৰ ব্যৱহাৰৰ প্ৰৱণতাই এনে এটা অৱস্থা পালেগৈ যে ছেপাৰসকলে মাইন পুতাৰ কামৰ লগত ফেৰ মাৰিব নোৱাৰিলে। গতিকে পদাতিক, গোলন্দাজ আৰু টেঙ্ক সৈন্যসকল মাইন কেনেকৈ পুতিব লাগে আৰু আঁতৰাব লাগে তাক শিকিবলৈ বাধ্য হ'ল, কাৰণ মাইন যাৱতীয় স্থলসৈন্যৰ পক্ষে এটা গণ আৰু অপৰিহাৰ্য্য অস্ত্ৰ হৈ উঠিছিল। গেৰিলাসকলৰ পক্ষে, বিশেষকৈ পলমকৈ ক্ৰিয়াশীল হৈ উঠা মাইনবোৰ শত্ৰুৰ সৰবৰাহ বাটৰ ওপৰত আক্ৰমণৰ অতীৱ শক্তিশালী উপকৰণ আছিল।

মাইন ক্ষেত্ৰৰ ব্যাপক ব্যৱহাৰে স্বাভাৱিকতেই মাইনপুতাৰ পদ্ধতিলৈ বিৱৰ্তন কঢ়িয়াই আনিলে। কেৱা ডজনকৈ মাইন থকা মাইন ক্ষেত্ৰবোৰৰ পৰা সৈন্যসকল ক্ৰমেই মূল খণ্ডবোৰৰ শত্ৰুৰ প্ৰৱেশপথ ৰুদ্ধ কৰিবলৈ বুলি সৰু আৰু ডাঙৰ মাইন ক্ষেত্ৰৰ গোট আৰু গভীৰলৈকে বিস্তৃত ঘন মাইন ক্ষেত্ৰলৈ গ'ল। তেওঁলোকক মদত দিলে প্ৰতিবন্ধক থিয় কৰোৱাৰ চলমান ডিটাচমেণ্টবোৰৰ দ্বাৰা শত্ৰুৰ অগ্ৰগতিৰ গতিপথেদি পতা মাইন ক্ষেত্ৰবোৰে।

জাৰ্মানীয়ে যেতিয়া নতুন পেনৎছাৰ পথাৰত নমালে ছোভিয়েত ইঞ্জিনিয়াৰসকলে তত্তালিকে এই টেঙ্কবোৰ ধ্বংস কৰাৰ এটা পদ্ধতি উদ্ভাৱন কৰি পেলালে। এই উদ্দেশ্যে কেন্দ্ৰীয় ৰণাঙ্গনৰ টেঙ্ক-প্ৰতিৰোধী মাইন ক্ষেত্ৰবোৰত মাইনবোৰ বিতৰত পুতা হ'ল। মাইন

কেন্দ্ৰবোৰ আৰ্মি মিডলপক কাদেৰে বেছি শক্তিশালী কৰা হল—এই কাদত বখা হৈছিল এটাকৈ মাইন আৰু কেবাটাও পেট্ৰলৰ বটল।

ভ'ৰনেঝ ৰণাঙ্গনত ছেপাৰসকলৰ ক্ষুদ্ৰ গোষ্ঠীবোৰে শত্ৰু টেঙ্কৰ বিৰুদ্ধে অত্যন্ত কাৰ্যকৰভাৱে যুঁজিছিল। এই ৰণাঙ্গনৰ ট্ৰেঞ্চ আৰু গলিৰ জাল ব্যৱস্থা ব্যৱহাৰ কৰি তেওঁলোকে টেঙ্কৰ বাটত পথালিকৈ মাইন পুতিছিল, পশ্চাদ্ভাগত আৰু ৰণথলীৰ মাজত উভয় ঠাইতে তেওঁলোকে মাইনৰ ঘনত্ব বঢ়াই দিছিল। ম্যৎছী পেনৎছাৰৰ লগত যুঁজৰ ক্ষেত্ৰত প্ৰতিৰক্ষকে যে বিৰাট ভূমিকা লৈছিল এইবোৰৰ পৰাই তাৰ ব্যাখ্যা পোৱা যায়। প্ৰতিৰক্ষা সংগঠনত ইঞ্জিনিয়াৰ সৈন্যসকলক নিয়োগ ৰণাঙ্গন আৰু আৰ্মিৰ স্তৰত কঠোৰভাৱে কেন্দ্ৰীকৃত আছিল। ইঞ্জিনিয়াৰ সৈন্যসকলৰ সৰহভাগ ৰণাঙ্গন আৰু আৰ্মি কমাণ্ডাৰসকলৰ অধীনস্থ আছিল। কেন্দ্ৰীয় ৰণাঙ্গনৰ কমাণ্ডাৰৰ হাতত আছিল চাৰিটা ইঞ্জিনিয়াৰ-ছেপাৰ, ইঞ্জিনিয়াৰ আৰু পণ্টুন ব্ৰিজ নিৰ্মাতা ব্ৰিগেড। ভ'ৰ'নেঝ ৰণাঙ্গনৰ হাতত আছিল এনে ধৰণৰ পাঁচটা ব্ৰিগেড, আৰু আৰু স্তেপি ৰণাঙ্গনৰ হাতত আছিল দুটা।

কুৰ্স্কৰ যুঁজত আত্মৰক্ষামূলক পৰ্য্যায়ত কৌশল প্ৰয়োগকাৰী সৈন্যসকলে ইঞ্জিনিয়াৰিং-মদত দিয়াৰ ওপৰত বিশেষ গুৰুত্ব দিয়া হৈছিল। ইয়াৰ বাবেই তেতিয়াৰ আলি-বাটবোৰ ব্যৱহাৰ কৰা হৈছিল। আলি-বাট নথকা ঠাইবোৰত অগ্ৰসৰ হ'বৰ বাবে ঠাই, মাটিৰ ৰাস্তা আৰু নৈৰ ওপৰত দলং সজাটো জৰুৰী হৈ পৰিছিল। কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনত ইঞ্জিনিয়াৰসকলে ৩০০০ কিলোমিটাৰ ৰাস্তা আৰু মুঠ ৬৫ কিলোমিটাৰে দৈৰ্ঘ্যসম্পন্ন ২৫০ খন দলং নিৰ্মাণ আৰু ৰক্ষণাবেক্ষণ কৰিছিল। প্ৰতি-আক্ৰমণাত্মক অভিযানৰ প্ৰস্তুতিৰ বাবে বাহিনী হোৱাৰ প্ৰয়োজনীয় সৈন্যসকলৰ পুনঃসংস্থান আৰু কেন্দ্ৰীভৱন সুনিশ্চিত কৰাৰ নিমিত্তে ভ'ৰ'নেঝ ৰণাঙ্গনৰ ইঞ্জিনিয়াৰ

সৈন্যসকলে ৫০০ কিলোমিটাৰ পথ নিৰ্মাণ আৰু বহলাকৰণ কৰিছিল আৰু ৫৮ খন দলং মজবুত কৰিছিল। তেপি ৰণাংগনে তেওঁলোকৰ ইঞ্জিনিয়াৰসকলৰ দুই-তৃতীয়াংশক সেই কামত নিয়োগ কৰা হৈছিল।

এই কথা কবই লাগিব যে কুৰ্স্কত ইঞ্জিনিয়াৰ বিভাগৰ কৌশল প্ৰয়োগৰ প্ৰস্তুতি আগৰ তুলনাত বেছি অনুকূল পৰিস্থিতিত হৈছিল। সিমানদিনে আমি তাত আমাৰ সংৰক্ষিত শক্তি গঠন কৰি পেলাইছিলোঁ, তাৰ ফলত কোন কোন প্ৰধান গতিপথত কৌশল প্ৰয়োগ কৰা হ'ব তাক আগবে পৰা সিদ্ধান্ত কৰা আৰু কাম আৰম্ভ কৰাটো সম্ভৱ হৈছিল। পৰিস্থিতিৰ সৰ্বতোমুখী বিশ্লেষণ আৰু প্ৰতি-আক্ৰমণৰ সঠিক গতিমুখ সম্পৰ্কে জ্ঞানেও ইঞ্জিনিয়াৰ সৈন্যসকলৰ কাম উজু কৰিছিল। কিন্তু তেওঁলোক অত্যাৱশ্যকীয় দুৰ্গস্থিত পৰিস্থিতি হৈছে লগালগিকৈ আৰু খেপাখেপিকৈ থকা মাইন ক্ষেত্ৰবোৰ অতিক্ৰম কৰাৰ প্ৰয়োজন। ইয়াৰ পৰা দেখা গৈছে যে সৈন্যসকলৰ কৌশল প্ৰয়োগৰ স্বাধীনতা অক্ষুণ্ণ ৰখাৰ বাবে মাইন ক্ষেত্ৰবোৰৰ মাজত ব্যৱধান থকা দৰকাৰ।

এইখিনিত মই এই কথাৰ ওপৰত জোৰ দিব খোজোঁ যে, সু-সংগঠিত ইঞ্জিনিয়াৰ মদতে দীঘলীয়া হেদ নোহোৱাকৈ প্ৰতি-আক্ৰমণাত্মক অৱস্থান লবৰ পক্ষে যথেষ্ট শক্তি অটুট ৰাখিবলৈ আমাৰ সৈন্যসকলক সাহায্য কৰিছিল।

ছোভিয়েত প্ৰতি-আক্ৰমণাত্মক অভিযান এক ব্যাপক ৰণাংগনত আৰম্ভ হৈছিল, ইটোৰ পিচত সিটোকৈ নমোৱা হৈছিল আত্মৰক্ষামূলক যুঁজত ভাগ নোলোৱাকৈ থকা ইউনিটবোৰক (পশ্চিম আৰু ব্ৰিয়ান্স্ক ৰণাংগনৰ), তাৰ পিচত নমোৱা হৈছিল শত্ৰুৰ হেঁচাৰ মুখতো তিষ্ঠি থকা সেইবোৰ ৰণাংগনৰ আক্ৰমণকাৰী ইউনিটবোৰক (কেন্দ্ৰীয়, ভ'ৰনেজ আৰু তেপি ৰণাংগনৰ)। সেইসময়ত আমাৰ সৈন্যসকলে

পোনপ্ৰথম গভীৰলৈকে সংগঠিত প্ৰতিৰক্ষা ভেদ কৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰিলে। আৰ্মি আক্ৰমণাত্মক যুঁজত যি বিপুল জনবল আৰু বৈষয়িক সম্পদ নিয়োগ কৰিছিলে, তাৰ মুখত নাৎছীহঁতে এই পদ্ধতিৰ গইনা নিছিল। অভিযানৰ প্ৰস্তুতি কৰ্ম আৰু ইঞ্জিনিয়াৰ সকলৰ সমৰ্থনৰ ওপৰত ইয়াৰ প্ৰভাৱ পৰিছিল।

গতিকে অ'ৰেলৰ ওপৰত হেঁচা মৰাৰ প্ৰস্তুতিত পশ্চিম আৰু ব্ৰিয়ানস্ক ৰণাঙ্গনে আগৰে পৰাই ইঞ্জিনিয়াৰ সহ লাগতিয়াল জনবল আৰু বৈষয়িক সম্পদৰ যোগান ব্যৱস্থা উত্তমৰূপে সংগঠিত কৰিছিল ৰাবে নাৎছী প্ৰতিৰক্ষাৰ বৈশিষ্ট্যৰ ওপৰত দৃষ্টি ৰাখি ইঞ্জিনিয়াৰসকলক বণ্টন আৰু নিয়োগৰ নতুন নীতি শুচনা কৰিছিল। ব্ৰিয়ানস্ক ৰণাঙ্গনৰ ইঞ্জিনিয়াৰসকলৰ মুখ্য মেজৰ-জেনাৰেল ভি. এস. ছেস্তাকভ আৰু ১১শ গাৰ্ডছ আৰ্মি ইঞ্জিনিয়াৰসকলৰ মুখ্য কৰ্ণেল এন. টি দেৰঝিংস্কিয়ে এই কৰ্তব্য সম্পাদনত উদ্ভাৱনী শক্তিৰ চিনাকি দিছিল। বিগত যুঁজবোৰৰ পৰা, বিশেষকৈ ষ্টালিনগ্ৰাদৰ যুঁজৰ পৰা বেলেগ ধৰণে ইঞ্জিনিয়াৰ সৈন্যসকলৰ বেছিভাগক বেষ্ট-বেষ্টিত প্ৰতিৰক্ষা এলেকাত কেন্দ্ৰীভূত কৰা হৈছিল যাতে শত্ৰুৰ প্ৰথম লাইনৰ ডিভিশনবোৰৰ জিম্মাত থকা গভীৰলৈকে স্তৰে স্তৰে বিন্যস্ত প্ৰতিৰক্ষা ভেদ কৰাটো সহজ হয়। আঘাতকাৰী শক্তিবোৰৰ অন্তৰ্ভুক্ত ইঞ্জিনিয়াৰ ছেপাৰ ব্ৰিগেডবোৰে সফল ভেদ-কৰ্মত অতীৱ গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল।

১১শ গাৰ্ডছ আৰ্মিৰ ভেদৰ এলেকাত প্ৰতি কিলোমিটাৰ সমুখ ৰণাঙ্গনত ৭টা কৈ ইঞ্জিনিয়াৰ কম্পানি আছিল। এই আৰ্মিৰ ৯৮টা ইঞ্জিনিয়াৰ কম্পানিৰ ভিতৰত কেৱল ১৬টা পোনপটীয়াকৈ কমাণ্ডাৰৰ হাতত আছিল।

অ'ৰেলত আক্ৰমণাত্মক অভিযানত ৰণাঙ্গনবোৰৰ ইঞ্জিনিয়াৰ সৈন্যসকলে জাৰ্মান প্ৰতিৰক্ষা ভেদৰ কামত লেগত লবলগীয়াকৈ

সাহায্য কৰিছিল। মাইন পুতি, মাইন ক্ষেত্ৰ প্ৰস্তুত কৰি আৰু বিদ্যুতায়িত তাঁৰৰ বেৰা লগাই তেওঁলোকে শত্ৰুৰ প্ৰতি-আক্ৰমণক ভেটা দিয়াত প্ৰভূত সাহায্য কৰিছিল। তেওঁলোকে আক্ৰমণাত্মক অভিযান চলি থকা কালত আমাৰ সৈন্যসকলৰ পুনৰ্বিন্যাসত আৰু বিৰাট বিৰাট টেঙ্ক ইউনিটবোৰক যুঁজত নমোৱাত সমৰ্থন আগবঢ়াইছিল আৰু অ'ৰেল আৰু আন আন চহৰ দখল কৰাত ভাগ লৈছিল। তেওঁলোকৰ কামৰ পৰিমাণ সঁচাকৈয়ে বিপুল আছিল। উদাহৰণস্বৰূপে, ৩ আগষ্টত ব্ৰিয়ানস্ক ৰণাঙ্গনৰ ৩য় আৰ্মিৰ ইঞ্জিনিয়াৰ সৈন্যসকলে ২২০ কিলোমিটাৰ ৰাস্তা মাইনমুক্ত কৰিছিল আৰু ভালকৈ মেৰামতি কৰিছিল, ওপতু'খা নৈৰ ওপৰত গড়ে ৫০০ মিটাৰ দৈৰ্ঘ্যসম্পন্ন ৩০ খন দলং সাজিছিল আৰু সেতুমুখবোৰত প্ৰায় ১০ কিলোমিটাৰ কাঠৰ বান্ধ নিৰ্মাণ কৰিছিল। অ'ৰেল মুক্ত হোৱাৰ পিচত চেপাৰসকলে প্ৰায় ৫০০০ ঠাইত পৰীক্ষা কৰিছিল, ভূগৰ্ভত থকা ৪০০০ বোমা, শয়ে শয়ে বিভিন্ন ধৰণৰ মাইন, ফান্দ পতা মাইন অকামিলা কৰি দিছিল।

ভ'ৰ'নেঝ আৰু স্তেপি ৰণাঙ্গনৰ ওপৰত বেলগ'ৰ'দ-খাৰকভ অভিযানৰ প্ৰস্তুতিত বৰ হেঁচা পৰিছিল। তৎসত্বেও ইঞ্জিনিয়াৰসকলে তেওঁলোকৰ ওপৰত ন্যস্ত হোৱা সকলো দায়িত্ব পালন কৰিছিল।

এই দুই ৰণাঙ্গনৰ ইঞ্জিনিয়াৰ সৈন্যসকলক ব্ৰিয়ানস্ক ৰণাঙ্গনৰ সৈন্যসকলতকৈ সুকীয়া ধৰণে ব্যৱহাৰ কৰা হৈছিল। ভ'ৰ'নেঝ ৰণাঙ্গনত অধিকাংশ ইঞ্জিনিয়াৰ ইউনিটবোৰক আৰ্মিবোৰৰ মাজত বণ্টন কৰা হৈছিল। সংশ্লিষ্ট ইঞ্জিনিয়াৰসকলৰ ভেদ-কৰ্মত, গতিশীল গোষ্ঠীবোৰক নমোৱাত আৰু সাফল্যৰ পূৰ্ণ সদ্ব্যৱহাৰত সাহায্য কৰাৰ দায়িত্ব আৰ্মিবোৰে নিজেই লৈছিল।

প্ৰধান প্ৰয়াসৰ ক্ষেত্ৰবোৰত আক্ৰমণোত্তৰ ইউনিটবোৰৰ নিয়োগত

অন্যান্য বাহিনীৰ ক্ৰিয়াকলাপৰ লগতেও যুদ্ধক্ষেত্ৰত ইঞ্জিনিয়াৰসকলৰ কাৰ্য্যক ঘনিষ্ঠভাৱে সমন্বিত কৰা হৈছিল।

উত্তৰ পূৰ্ব পৰা বেলগ'ৰ'লৈ কালে অগ্ৰসৰমান ৰক্ষী গাৰ্ড আৰ্মিৰ ইউনিটবোৰৰ পক্ষে ছেভেৰাৰ্ছি দনেৎছ নৈ অতিক্ৰম সুচল কৰিবলৈ ইঞ্জিনিয়াৰ ইউনিটবোৰে বিপুল সাহস দেখুৱাইছিল। নিৰবচ্ছিন্ন গোলাবৰ্ষণৰ মাজেদি কাম কৰি ছেপাৰসকলে খৰতকীয়াকৈ তিনিখন দলং নিৰ্ম্মাণ কৰিছিল আৰু শত্ৰুৰ দ্বাৰা বিধ্বস্ত দুটা পাৰাপাৰৰ ঠাই নিৰ্মাণ কৰিছিল। এনেকৈ তেওঁলোকে বেলগ'ৰ'দ দখলৰ কাৰণে আৰ্মি গোটবোৰৰ আগত দেখা দিয়া সকলো বাধা আঁতৰাইছিল।

১৭ আগষ্টত যি সপ্তাহ শেষ হৈছিল সেই সপ্তাহত ব'গ'দুখভ আৰু আখতিৰকা এলেকাত জাৰ্মানীহঁতৰ শক্তিশালী প্ৰতি আক্ৰমণ ইঞ্জিনিয়াৰসকলৰ সক্ৰিয় সহযোগিতাত প্ৰতিহত কৰা হৈছিল। এই যুঁজবোৰৰপৰা প্ৰতি আক্ৰমণকাৰী শত্ৰুগোষ্ঠীৰ বিৰুদ্ধে ইঞ্জিনিয়াৰ সৈন্যসকলৰ ব্যাপক কৌশল প্ৰয়োগৰ ক্ৰমবৰ্দ্ধমান গুৰুত্বৰ আৰু প্ৰমাণ পোৱা যায়। ৬ষ্ঠ আৰু ৭ম আক্ৰমণকাৰী ইঞ্জিনিয়াৰ ছেপাৰ ব্ৰিগেডবোৰে মাইন ক্ষেত্ৰ পাতিছিল, এইবোৰে শত্ৰু পেনৎ-ছাৰবোৰক ভেটা দিছিল আৰু সিহঁতৰ অগ্ৰগতি মন্থৰ কৰি দিছিল। এনেকৈ সেই ব্ৰিগেডবোৰে সংৰক্ষিত শক্তিবোৰৰ কাৰণে লাগি কৌশল প্ৰয়োগৰ বাবে অতিৰিক্ত সময় আৰু সুযোগ সৃষ্টি কৰিছিল। ছোভিয়েত সৈন্যসকলৰ প্ৰতিৰক্ষাবোৰৰ সুদক্ষ ব্যৱহাৰ আনকি শত্ৰুহঁতৰ দ্বাৰাও স্বীকৃত হৈছিল। সপক্ষৰ যুঁজৰ মূল্যায়ন কৰি আৰ্মি গ্ৰুপ হাউথলৈ পঠোৱা এক নিৰ্দেশত মাইনষ্টাইনে লিখিছিল: 'ৰাছিয়ানবোৰৰ সুকৌশলে আৰু কাৰ্য্যকৰভাৱে মাইন ব্যৱহাৰ কৰে। আক্ৰমণাত্মক অভিযানৰপৰা আত্মৰক্ষামূলক অভিযানলৈ যোৱাৰ সময়ত শত্ৰুপক্ষৰ শ্ৰেণীবদ্ধতে অলপ সময়ৰ ভিতৰতে ডাঙৰ এলেকাত মাইন ক্ষেত্ৰ পাতি পেলায়। আনকি তুমুল যুঁজ চলি থকা অৱস্থাতো

শেষ কেই চেকেওত শত্ৰুইঁতে আচ্ছাদিত অবস্থানবোৰা টেঙ্ক-প্ৰতিৰোধী মাইন পুতি দিয়ে। অগ্নি উৎক্ষেপক আৰু মাইন বহুত সময়ত আমাৰ প্ৰতি-আক্ৰমণ ব্যৰ্থ হবৰ বাবে দায়ী।"

ভ'ৰ'নেৰ্ঝ ৰণাঙ্গনৰ সৈন্যসকলে শত্ৰুৰ প্ৰতি আক্ৰমণ প্ৰতিহত কৰিছিল আৰু ষ্টেপি ৰণাঙ্গনৰ লগ লাগি খাৰকভ গোষ্ঠীক পৰ্য্যুদস্ত কৰিছিল। চহৰৰ পশ্চিমত বিশাল ৰণভূমিত এক শক্তিশালী আক্ৰমণগোষ্ঠী গঠনত সাহায্য কৰাত ইঞ্জিনিয়াৰ সৈন্যসকলৰ কৃতিত্ব শলাগিব লগীয়া। ইয়াত তেওঁলোকৰ গুৰুত্বপূৰ্ণ কাম আছিল পথনিৰ্মাণৰ পৰিকল্পনা কৰা, নিৰ্মাণ কৰা আৰু যানবাহন নিয়ন্ত্ৰণ সংগঠিত কৰা। ইঞ্জিনিয়াৰসকলে এইবোৰ কৰ্তব্য অতি দক্ষতাৰে সৈতে সম্পাদন কৰাত সেয়া সৈন্যসকলৰ আক্ৰমণৰ প্ৰতি মনোযোগ নিবদ্ধ কৰাৰ পক্ষে বিৰাট সহায়ক হৈছিল। মুকলি ঠাইত সৈন্য নিয়োগ লুকুৱাবলৈ ৰক্ষাকাৰী বনভূমি, বাটৰ কাষৰ বাগিচা আৰু খেতি আৰু পৰ্দা ছিচাপে কাম কৰিব পাৰে এনে আন আন বস্তু ব্যাপকভাৱে ব্যৱহাৰ কৰা হৈছিল, আৰু ইঞ্জিনিয়াৰ সৈন্যসকলৰ ওপৰত ন্যস্ত কৰা দায়িত্ব সফলভাৱে পালনত এইবোৰেও সাহায্য কৰিছিল।

খাৰকভত আক্ৰমণকাৰী সৈন্যসকলৰ পাচে পাচে তিনিটা পন্টুন-ব্ৰিজ নিৰ্মাতা বেটেলিয়ান গৈছিল, তেওঁলোকে ২৪ আগষ্টত চহৰৰ সীমাৰ ভিতৰত সোমাই চাৰিখন দলং সাজিছিল। সেইদিনাই তিনিটা ইঞ্জিনিয়াৰ ব্ৰিগেডে ঘৰবাৰীবোৰ মাইন-মুক্ত কৰিবলৈ ধৰিছিল। খাৰকভ আৰু ইয়াৰ কেউদিশৰ পৰা তেওঁলোকে ৬১,০০০ মাইন আৰু মাটিৰ ওপৰত থকা ১৭০০০ বোমা আঁতৰাইছিল, ৫৩৪ বৰ্গকিলোমিটাৰ এলেকা আৰু ১৬৪০ কিলোমিটাৰ পথ পৰিষ্কাৰ কৰিছিল।

কুৰ্স্ক'ৰ যুঁজত কমিউনিষ্ট পাৰ্টিৰ নেতৃত্ব, ছোভিয়েত যুদ্ধকলাৰ উচ্চ স্তৰ, ছোভিয়েত সৈন্যসকলৰ সাহস, শৌৰ্য আৰু বীৰ্য্য, আৰু পশ্চাদ্-

ভাগত থকা শ্রমিকসকলৰ অভূতপূৰ্ব কীৰ্তি আৰু গেৰিলাসকলৰ সক্ৰিয় সমৰ্থনৰ কল্যাণত নাৎছী সৈন্যইতক পৰ্য্যদস্ত কৰাটো সম্ভৱ হৈছিল।

কুৰ্স্কৰ যুদ্ধজয়ত ইঞ্জিনিয়াৰ সৈন্যসকলেও এক বিৰাট ভূমিকা লৈছিল। তেওঁলোকে যুদ্ধৰত সৈন্যসকলকে মাথো সমৰ্থন দিয়া নাই, পৰন্তু আত্মৰক্ষামূলক যুঁজৰ পৰ্য্যায়ত আৰু প্ৰতি-আক্ৰমণাত্মক অভিযানৰ সময়ত নাৎছী প্ৰতি-আক্ৰমণ প্ৰতিহত কৰাত নিজেও যুঁজত ভাগ লৈছিলহি।

নতুন ধৰণৰ ৰণভূমি সংগঠনৰ উদ্ভাৱন আৰু প্ৰয়োগ আছিল সামৰিক ইঞ্জিনিয়াৰিঙৰ বিকাশত এটা লেখতলবলগীয়া অৱদান। ইঞ্জিনিয়াৰসকলৰ পৰিচালনাত বিকশিত ট্ৰেঞ্চৰ ব্যাপক ব্যৱস্থা সমন্বিত প্ৰতিৰক্ষা লাইনবোৰৰ এক ব্যৱস্থাই প্ৰতিৰক্ষাৰ স্থায়িত্ব বহুগুণিনি বঢ়াইছিল। শত্ৰুৰ পেনৎছাৰৰ আঘাত প্ৰতিহত কৰাৰ বহুত আগেয়ে পতা থেপাথেপিকৈ থকা মাইন ক্ষেত্ৰবোৰে ডাঙৰ ভূমিকা লৈছিল। এইবোৰে বহু সংখ্যক শত্ৰু পেনৎছাৰক নিষ্ক্ৰিয় কৰি দিছিল, ৰণথলীত সিহঁতৰ কৌশল প্ৰয়োগত বাধা দিছিল আৰু নাৎছী যুদ্ধ-শকটবোৰৰ দুৰ্বল ঠাইত আঘাত কৰাৰ বাবে আমাৰ টেঙ্ক আৰু টেঙ্ক-প্ৰতিৰোধী অস্ত্ৰশস্ত্ৰৰ পক্ষে অনুকূল পৰিবেশ সৃষ্টি কৰিছিল। শত্ৰু পক্ষৰ টেঙ্কসৈন্যইতে আমাৰ মাইনক ভয় খাবলৈ ধৰিছিল।

কুৰ্স্কৰ যুঁজে দেখুৱাই দিছিল যে যিবোৰ শত্ৰু-টেঙ্কে প্ৰতিৰক্ষা ভেদ কৰিছিল সিহঁতৰ বিৰুদ্ধে যুঁজাৰ শ্ৰেষ্ঠ পন্থা হৈছে চলমান প্ৰতিবন্ধক সংস্থাপক দলবোৰ আৰু গোলন্দাজ সংৰক্ষিত শক্তিসমূহৰ যুটীয়া ক্ৰিয়াকলাপ। এই পদ্ধতিটোক ততালিকে সামান্যীকৰণ কৰা হৈছিল আৰু সকলো ইঞ্জিনিয়াৰ সৈন্যক জনোৱা হৈছিল।

শত্ৰুৰ গভীৰলৈকে স্তৰে স্তৰে বিস্তৃত প্ৰতিৰক্ষা ভেদত ইঞ্জিনিয়াৰ সৈন্যদল নিয়োগৰ পদ্ধতি প্ৰতি-আক্ৰমণাত্মক অভিযানৰ সময়ত আৰু উন্নত কৰা হৈছিল। যুঁজৰ গোট আৰু ইঞ্জিনিয়াৰ গোটৰ

কম্যাণ্ডাবসকলে "মিলি ইঞ্জিনিয়াৰ" সৈন্যসকলক "বণ্টন" কৰাৰ আৰু বেছ ভেদৰ পৰ্য্যায়ত তেওঁলোকৰ প্ৰধান প্ৰয়াস প্ৰথম জাবীৰ ডিভিজনবোৰক সমৰ্থন দানতেই কেন্দ্ৰীভূত কৰাৰ সদাতোকৈ উপযুক্ত পন্থা উলিয়াইছিল। পৰৱৰ্তী কালত তেওঁলোকক ধণাজনৰ আৰু আৰ্মিৰ গতিশীল গোষ্ঠীবোৰক অৰ্থাৎ টেঙ্ক আৰ্মি আৰু ক'ৰবোৰক সমৰ্থদানৰ কামত নিয়োগ কৰা হৈছিল, তাবোপৰি আন আন যিবোৰ কৰ্তব্য উপস্থিত হব পাৰে সেইবোৰ সম্পাদন কৰাৰ কামতো নিয়োগ কৰা হৈছিল। ইয়াৰ পৰা তেওঁলোকৰ নিয়ন্ত্ৰণৰ নমনীয়তা আৰু নিৰ্ভৰযোগ্যতাৰ প্ৰমাণ পোৱা যায়।

শত্ৰু প্ৰতিৰক্ষা ভেদৰ সময়ত ভ'ৰ'নেঝ আৰু স্তেপ ধণাৰ্জনৰ ইঞ্জিনিয়াৰ সৈন্যসকলৰ এক-পঞ্চমাংশ প্ৰতিবন্ধক অপসাৰণৰ কামত আৰু প্ৰায় আধা বাস্তাৰ কামত নিয়োজিত আছিল, আৰু প্ৰায় এক-পঞ্চমাংশ জড়িত আছিল প্ৰতিবন্ধক লৈ কৌশল প্ৰয়োগত আৰু ইঞ্জিনিয়াৰসকলৰ দৃষ্টিভঙ্গীৰ পৰা অনুসন্ধান-কাৰ্য্যত।

ইঞ্জিনিয়াৰ সৈন্যসকলৰ ব্ৰিগেড ধৰণৰ সংগঠন, (বিশেষ কৰ্তব্য পালনৰ বাবে গঠিত ব্ৰিগেড সহ) কুৰ্স্কৰ যুঁজত সম্পূৰ্ণ যুক্তিযুক্ত বুলি প্ৰমাণিত হৈছিল। এই কথাও ফটফটীয়া হৈ পৰিছিল যে ক্ৰমাৎ অধিকতৰ জটিল হৈ পৰা কৰ্তব্যৰ লগত আৰু কামুবোৰৰ নানাৰ ধৰণৰ সাজ-সৰঞ্জামৰ লগত ইঞ্জিনিয়াৰ সৈন্যসকলে যাতে কেৰ পাতিব পাৰে সেই উদ্দেশ্যে তেওঁলোকক আৰু যানবাহন দিয়াটো জৰুৰী আছিল।

ইতিহাসৰ অন্যতম এই যুঁজত ইঞ্জিনিয়াৰ সৈন্যসকল সকলো পৰীক্ষাত সসম্মানে উত্তীৰ্ণ হৈছিল আৰু তেওঁলোকে পেছাগত শিক্ষা আৰু সমৰ নৈপুণ্যৰ ক্ষেত্ৰত আৰু উচ্চতৰ অৰ্জন কৰিছিল। তেওঁলোক আহৰণ কৰা অভিজ্ঞতাই সামৰিক ইঞ্জিনিয়াৰিঙৰ অধিকতৰ বিকাশৰ আধাৰ শিলা স্থাপন কৰিছিল।

কৰ্ণেল
ইভান গ্ৰিশ্বিন
এম. এছ চি.

## নিয়ন্ত্ৰণ আৰু যোগাযোগ

কুস্কৰ যুঁজত নিয়ন্ত্ৰণ আৰু যোগাযোগ ব্যৱস্থাক যি বৈশিষ্ট্যমণ্ডিত কৰি তুলিছিল সি হৈছে এই পোনপ্ৰথম সঙ্কেত (চিগনেল) আদান-প্ৰদানকাৰী সৈন্যসকল ইমান বহল পৰিসৰত সংগঠিত হ'ব লগীয়া হৈছিল। বহুত ৰণাঙ্গনৰ আৰু বহুত আৰ্মি আৰু ডিভিজনৰ ক্ৰিয়াকলাপৰ সমন্বয় সাধনৰ বাবে সৰ্বস্তৰত নমনীয় যোগাযোগ ব্যৱস্থা থকাটো অতি প্ৰয়োজনীয় আছিল।

বিৰোধ উপাদানে যোগাযোগ সংগঠনক প্ৰভাৱিত কৰিছিল তাৰ ভিতৰত এটা হৈছে ৰণথলীত বিৰাট সংখ্যক সৈন্য আৰু অগ্নিবৰ্ষণকাৰী অস্ত্ৰশস্ত্ৰৰ অস্তিত্ব, যাক একমাত্ৰ সাংকেতিক যোগাযোগ গোটবোৰে নিখুঁতভাবে কাম কৰিব পৰা হ'লেই ক্ৰমাগত নিৰ্দেশ দিব পৰা গৈছিল।

চিগনেল সৈন্যসকলৰ যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ত নিৰ্ভৰযোগ্য

* কুস্কৰ যুঁজত কৰ্ণেল গ্ৰিশ্বিন ২৩৫ তম ইনফেণ্ট্ৰী ডিভিজনৰ ৬৮২ তম আৰ্টিলাৰি ৰেজিমেণ্টৰ সোলজাৰ চেৰেটেৰিয়ান চিগনেল অফিচাৰ আছিল।

যোগাযোগৰ নিশ্চয়তা সৃষ্টি কৰিব লগীয়া হৈছিল, আকৌ আৰ লগতে আক্ৰমণাত্মক অভিযানৰ বাবেও প্ৰস্তুতি চলাব লগীয়া হৈছিল, কাৰণ বিশেষ বিবৃতি নিদিয়াকৈয়ে এই অভিযান কৰাৰ পৰিকল্পনা কৰা হৈছিল। আয়ত্তগত জনবল আৰু বৈষয়িক সম্পদৰ ব্যৱহাৰত, যোগাযোগ ব্যৱস্থা সংগঠনৰ পদ্ধতি ৰচনাত, সমস্ত গোটটৈ যোগাযোগ ব্যৱস্থা সৰবৰাহ কৰাত আৰু সংৰক্ষিত শক্তি গঢ়ি তোলাত তেওঁলোকে শ্ৰেষ্ঠ পদ্ধতি বাছি উলিয়াব লগা হৈছিল। প্ৰচুৰ জনবল আৰু বৈষয়িক সম্পদ ব্যয় কৰি বহু শাখা-প্ৰশাখাত বিস্তৃত যোগাযোগ ব্যৱস্থা প্ৰতিষ্ঠা কৰাৰ উপৰিও আমি তাৰ লগে লগে আক্ৰমণকালত যাতে তাক প্ৰসাৰিত কৰা যায় সেই উদ্দেশ্যে উপযুক্ত সংৰক্ষিত শক্তিও গঢ়ি তুলিছিলোঁ।

তুমুল অগ্নিবৰ্ষণৰ জৰিয়তে শত্ৰুৰ ফালৰ পৰা ব্যাঘাত সৃষ্টিৰ আশঙ্কাৰ কথা আমি হিচাপত ধৰিব লগীয়া হৈছিল কাৰণ তাৰ ফলত আমাৰ যোগাযোগ ব্যৱস্থা বিচ্ছিন্ন হলহেঁতেন। চিগনেল সৈন্যসকলৰ আগত আৰু এটা অসুবিধা আছিল এয়ে যে যোগাযোগ মাধ্যমৰ পৰিমাণ কম আছিল যদিও তাৰ উৎপাদন ক্ষমতা বাঢ়িব লাগিছিল। জনবল আৰু বৈষয়িক সম্পদৰ ফালৰ পৰা ৰণাঙ্গন-বোৰৰ চিগনেল ইউনিটবোৰ প্ৰতিষ্ঠিত শক্তিৰ তুলনাত ২০-২৫ শতাংশ কম আছিল, চলিত যুঁজত ব্যৱহাৰৰ বাবে স্থানান্তৰযোগ্য অনাতাঁৰ কেন্দ্ৰৰ আৰু সিবোৰক বিজুলী সৰবৰাহ কৰিব পৰা বৈদ্যুতিক সম্পদবো নাটনি আছিল।

আন আন সৈন্যৰ দৰে চিগনেল সৈন্যসকলৰো নিজক আৰু নিজৰ সা-সঁজুলি প্ৰস্তুত কৰাৰ, পৰিকল্পনাবোৰ তৈয়াৰ কৰাৰ, যোগাযোগ ব্যৱস্থা গঢ়ি তোলাৰ আৰু তাক পৰীক্ষা কৰাৰ পক্ষে যথেষ্ট সময় আছিল। নিৰ্দ্ধাৰিত লক্ষ্য পূৰণৰ বাবে তেওঁলোকৰ পৰিকল্পনাৰ ওপৰত এইবোৰে প্ৰভাৱ পেলাইছিল।

কুম্ৰ্ব যুঁজত নিয়ন্ত্ৰণ আৰু যোগাযোগ কেনেকৈ সংগঠিত কৰা হৈছিল তাক বহলাই আলোচনা কৰা যাওক।

কমাণ্ড প'ষ্টবোৰৰ ভালেখিনি শাখা-প্ৰশাখাত বিস্তৃত এটা জাল আছিল। ৰণাঙ্গনবোৰৰ আৰু দ্বিতীয় স্তৰৰ কমাণ্ড প'ষ্টবোৰৰ ( সেই সময়ত পশ্চাদৱৰ্তী কমাণ্ড প'ষ্টক দ্বিতীয় স্তৰৰ কমাণ্ড প'ষ্ট বোলা হৈছিল ) উপৰিও বিকল্প কমাণ্ড প'ষ্ট বা এটা বা দুটা সহায়ক কমাণ্ড বা পৰ্য্যবেক্ষণ প'ষ্ট গঠন কৰা হৈছিল। স্বাভাৱিকতেই ইয়াৰ ফলত চিগনেল সৈন্যসকলৰ কাম বাঢ়ি গৈছিল আৰু যথেষ্ট জনবল আৰু বৈষয়িক সম্পদৰ প্ৰয়োজন হৈছিল। উদাহৰণ স্বৰূপে ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকলক ছটা কমাণ্ড প ষ্টৰ পৰা নিয়ন্ত্ৰণ কৰিব পৰা গৈছিল—ৰ ঝাভা, মাৰিনো, ছলৃনৎছেভো, অ'ব'য়ান, ইভনিয়া আৰু মাস্তৰোভা।

প্ৰতি-আক্ৰমণাত্মক অভিযানৰ প্ৰাথমিক পৰ্য্যায়ত ৰণাঙ্গন আৰু আৰ্মিৰ কমাণ্ডাৰসকলে প্ৰতিৰক্ষা এলেকাৰ মাজৰ কমাণ্ড প'ষ্টবোৰ ব্যৱহাৰ কৰিছিল, তাৰ পিচত মুক্ত এলেকাবোৰত নকৈ স্থাপিত কমাণ্ড আৰু পৰ্য্যবেক্ষণ প'ষ্টবোৰলৈ গুচি গৈছিল। ৰণাঙ্গনৰ হেড কোৱাৰ্টাৰ্চ ৩ বাৰ স্থানান্তৰিত হৈছিল প্ৰতিবাৰতে ১০০-১৫০ কিলোমিটাৰ আঁতৰত, আৰ্মি হেড কোৱাৰ্টাৰ্চবোৰ পাঁচৰপৰা সাত বাৰ স্থানান্তৰিত হৈছিল। সহায়ক কমাণ্ড আৰু কমাণ্ড প'ষ্ট একে সময়তে স্থানান্তৰিত নহৈছিল। সহায়ক কমাণ্ড প্ৰথমে দু-একবাৰ স্থানান্তৰিত হৈছিল, কিন্তু হেড কোৱাৰ্টাৰ্ছ ( কমাণ্ড প'ষ্ট ) য'ত আছিল তাতেই থাকিছিল। অলপ পিচত হেড কোৱাৰ্টাৰ্ছ ( কমাণ্ড প'ষ্ট ) সৈন্য-সকলৰ ওচৰাউচৰি, সহায়ক কমাণ্ড প'ষ্টৰ এলেকাৰ ভিতৰত স্থানান্তৰিত হৈছিল। যেতিয়া কমাণ্ড প'ষ্টবোৰ স্থানান্তৰিত হৈছিল, তেতিয়া সহায়ক কমাণ্ড প'ষ্টৰপৰা সৈন্যসকলক নিয়ন্ত্ৰণ কৰা হৈছিল। এনেকৈ একাদিক্ৰমে কমাণ্ড প'ষ্ট স্থানান্তৰিত কৰাৰ ফলত নিৰৱচ্ছিন্ন-ভাৱে সৈন্যসকলক নিয়ন্ত্ৰণ কৰিব পৰা হৈছিল।

এই কথা কোৱা উচিত যে কুৰ্স্কৰ যুঁজত সহায়ক কমাণ্ড পʼষ্টবোৰে বৃহত্তৰ ভূমিকা লবলৈ আৰম্ভ কৰিছিল। সাধাৰণতে ৰণাঙ্গন আৰু আৰ্মিৰ কমাণ্ডাৰসকল তাতেই থাকিছিল। যুঁজৰ লাইনবোৰৰ পৰা বিশ্লেষণ বেছিভাগ সময়ত ইয়ালৈকে আহিছিল আৰু এইবোৰ পʼষ্টৰ-পৰাই সৈন্যসকলৰ লগত ক্রমাগত যোগাযোগ ৰক্ষা কৰা হৈছিল।

প্রথমছোৱাত অগ্রগতিৰ হাৰ বেছি নাছিল— দিনত ৫-১০ কিলো-মিটাৰ। কিন্তু পশ্চাদভূমিত, ৰʼত শত্রুৰ প্রতিৰোধ বিশেষভাবে দুৰ্বল হৈ পৰিছিল, তাত এই হাৰ আছিল দিনত ৩৫ কিলোমিটাৰতো বেছি। যোগাযোগ ব্যৱস্থায়ো তাৰ লগত খোজ মিলাব লগা হৈছিল।

যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ত ১৩শ আৰ্মিৰ যোগাযোগ ব্যৱস্থাৰ সংগঠন সম্বন্ধে আৰু বহলভাবে আলোচনা কৰা যাওক। এই আৰ্মিৰ প্রতিৰক্ষা ক্ষেত্রৰ ব্যাপ্তি আছিল ৩২ কিলোমিটাৰ। দক্ষিণত ইয়াৰ পাৰ্শ্ববৰ্তী আছিল ৪৮তম আৰ্মি, আৰু বাওঁকালে আছিল ৭০তম আৰু ১৮শ গাৰ্ডছ ইনফেন্ট্রি, পদাতিক কʼৰ আৰু ১৫শ আৰু ২৯তম গাৰ্ডছ ইনফেন্ট্রি কʼৰ লৈ ১৩শ আৰ্মি গঠিত হৈছিল, তদুপৰি ৪ৰ্থ আক্রমণকাৰী গোলন্দাজ কʼৰৰ হতুৱাই তাক মদত দিয়া হৈছিল। এই প্রতিৰক্ষা দুই স্তৰত সংগঠিত হৈছিল। প্রথম স্তৰত আছিল ২৯তম আৰু ১৫শ কʼৰ, আৰু দ্বিতীয় স্তৰত ১৭শ গাৰ্ডছ আৰু ১৮শ গাৰ্ডছ আছিল।

তাঁৰ, অনাতাঁৰ, বিভিন্ন ধৰণৰ বাৰ্তা-বাহকৰ যোগেদি যোগাযোগ ৰক্ষা কৰা হৈছিল, আত্মৰক্ষামূলক পৰ্য্যায়ত তাঁৰৰ জৰিয়তে যোগা-যোগেই নিয়ন্ত্রণৰ ভিত্তি ৰচনা কৰিছিল। সেইবোৰক স্থিতিশীল কৰিবলৈ বাৰে চিগনেল সৈন্যসকলে বাধাবিঘিনিৰে আৰু [illegible] নিয়ন্ত্রণ কেন্দ্র বনোৱা হৈছিল আৰু [illegible] আৰু ভʼৰ বিয়োভকাত [illegible]

কৰিছিল। সহায়ক যোগাযোগ কেন্দ্ৰ আৰু চেক পইণ্টবোৰে বিশেষকৈ শত্ৰুৰ প্ৰতিৰক্ষাৰ বাওঁ পাৰ্শ্বদেশ জুৰি যোগাযোগৰ জৰুৰী চেনেল তৈয়াৰ কৰিছিল। চুবুৰীয়া ক'ৰ আৰু ডিভিজনবোৰৰ কামকাজৰ মাজত সমন্বয়-সাধনৰ অৰ্থে সিবোৰৰ মাজত তাঁৰ যোগাযোগ ব্যৱস্থা প্ৰতিষ্ঠা কৰা হৈছিল।

১৩শ আৰ্মিৰ কমাণ্ড প ষ্ট আৰু প্ৰত্যেক ক'ৰৰ মাজত এটা বা দুটা টেলিগ্ৰাফ চেনেল আৰু এটা বা দুটা টেলিফোন চেনেলৰ জৰিয়তে যোগাযোগ ৰক্ষা কৰা হৈছিল। আত্মৰক্ষামূলক যুঁজৰ প্ৰস্তুতিপৰ্বত স্থাপিত স্থায়ী মাৰিৰ ওপৰেদি লগোৱা তাঁৰ আৰু নিয়ম-মাফিক তৈয়াৰী মাৰি ওপৰেদি বা প্ৰয়োজনত আন কিবা এটাৰ সাহায্যত ওপৰেদি নতুনকৈ লগোৱা তাঁৰৰ ব্যাপক ব্যৱহাৰ কৰা হৈছিল। এনেকৈ আক্ৰমণাত্মক অভিযান আৰম্ভ হোৱাৰ পিচত যোগাযোগ পুনঃপ্ৰতিষ্ঠা আৰু সম্প্ৰসাৰণৰ বাবে ওপৰেদি আৰু মাটিয়েদি লগোৱা কিছু লাইন আচুতীয়াকৈ ৰখা হৈছিল। য'ত শত্ৰুৰ ফালৰপৰা প্ৰধান আঘাতৰ আশঙ্কা কৰা হৈছিল, সেই বাওঁ পাৰ্শ্ব-দেশত থকা ক'ৰবোৰৰ লগত যোগাযোগৰ ওপৰত বিশেষ মনোযোগ দিয়া হৈছিল। এই উদ্দেশ্যে ঝাবলভিয়েৰ সহায়ক যোগাযোগ কেন্দ্ৰ-টোক আৰ্মিৰ কমাণ্ড প ষ্টৰ কেন্দ্ৰৰ লগত পাঁচটা স্থায়ী ওখ লাইন চাৰিটা মাটিয়েদি আৰু মাৰিৰ ওপৰেদি লগোৱা লাইনেৰে সংযুক্ত কৰা হৈছিল। কমাণ্ড প'ষ্টত চিগনেল অফিচাৰসকলক কৰ্মৰত ৰখা হৈছিল। ডেওঁলোকৰ ওচৰত তাঁৰ যোগাযোগৰ সা-সঁজুলি সংৰক্ষিত আছিল, যোগাযোগ কেন্দ্ৰ আন কোনো খণ্ডলৈ স্থানান্তৰিত কৰা হলে নতুন লাইন স্থাপনৰ বাবে সেইবোৰ ব্যৱহাৰ কৰাৰ বাবে। যোগাযোগ ব্যৱস্থাৰ ৰক্ষণাবেক্ষণকাৰী দলবোৰৰ হাতত লাগতিয়াল সা-সঁজুলি ৰখা হৈছিল। এইবোৰ বহুখিনি ৰখা হৈছিল সহায়ক যোগাযোগ কেন্দ্ৰ চেক-পইণ্ট আৰু টেলিফোন চেক-পইণ্টবোৰত।

পেৰভোয়ে ক্ৰাছনোয়ে গাৰ্ড ১৩শ আৰ্মিৰ বিকল্প কমাণ্ড তাঁৰ যোগাযোগ আছিল প্ৰতীকী। কমাণ্ড প'ষ্টৰ লগত মাথো এডাল তাঁৰৰ লাইনেৰে ইয়াৰ সংযোগ আছিল। হেড কোৱাৰ্টাৰ্ছ বিকল্প কমাণ্ড প'ষ্টলৈ গুচি গলত ৰেডিঅ' হৈ পৰিল বিভিন্ন ক'ৰৰ লগত যোগাযোগৰ একমাত্ৰ সূত্ৰ। আৰ্মিৰ বিকল্প কমাণ্ড প'ষ্টক লুকভেংছৰ আৰু ঝাবলতিয়েৰ সহায়ক যোগাযোগ কেন্দ্ৰৰ লগত সেই লাইনেৰে যুক্ত কৰা হলে বোধকৰো ভাল হলহেঁতেন, কাৰণ তাৰ ফলত তাঁৰ যোগাযোগ ব্যৱস্থাটোক বেছি স্থিতিশীল কৰিব পৰা গলহেঁতেন।

আৰ্মি কৰবোৰে নিজৰ প্ৰতিৰক্ষা এলেকাত তেওঁলোকৰ সমৰ গঠনবোৰক দুই স্তৰত বিন্যস্ত কৰিছিল। তাত তাঁৰ যোগাযোগৰ জালো যথেষ্ট শাখা-প্ৰশাখাৰে বিস্তীৰ্ণ থাকিছিল। উদাহৰণ স্বৰূপে' যাতে শত্ৰুৰ অগ্নিবৰ্ষণত আটাইবোৰ একেলগে নষ্ট নহয় সেই উদ্দেশ্যে ১৫শ ইনফেন্ট্ৰি ক'ৰৰ কমাণ্ড প'ষ্টে ইয়াৰ ডিভিশ্বনবোৰৰ লগত পৰস্পৰৰ পৰা আঁতৰত অৱস্থিত দুটা মাটিয়েদি লগোৱা আৰু দুটা মাটি আৰু দণ্ডৰ ওপৰেদি লগোৱা লাইনৰ যোগেদি যোগাযোগ ৰাখিছিল।

চুবুৰীয়া ডিভিশ্বনবোৰৰ যোগাযোগ কেন্দ্ৰবোৰ তাঁৰ যোগাযোগ লাইনৰ দ্বাৰা সংযুক্ত আছিল। ক'ৰৰ যোগাযোগ কেন্দ্ৰই প্ৰয়োজনত এইবোৰক বিকল্প লাইন হিচাবে ব্যৱহাৰ কৰিব পাৰিলেহেঁতেন।

৪থ আক্ৰমণকাৰী গোলন্দাজ বাহিনী আৰু তাৰ ডিভিশ্বনবোৰৰ (৫ম আৰু ১২শ গোলন্দাজ ডিভিশ্বনৰ আৰু ৫ম ৰকেট উৎক্ষেপক ডিভিশ্বনৰ) শাখা প্ৰশাখাৰে বিস্তৃত তাঁৰ যোগাযোগ জাল আছিল। গোলন্দাজ ডিভিশ্বনবোৰৰ আৰু আৰ্মি, ক'ৰ আৰু ডিভিশ্বনবোৰৰ গোলন্দাজ গোষ্ঠীসমূহৰ পৰ্য্যবেক্ষণ প'ষ্টবোৰ পদাতিক সৈন্যগঠনৰ কমাণ্ডাৰসকলৰ পৰ্য্যবেক্ষণ প'ষ্টৰ কাষত বা ওচৰাউচৰি থাকিছিল। গতিকে পদাতিক আৰু গোলন্দাজ ইউনিটবোৰৰ কমাণ্ডাৰসকলে নিজৰ

যোগাযোগ লাইন বিপৰ্য্যস্ত হলে আমৰ যোগাযোগ লাইনক বিকল্প হিচাপে ব্যৱহাৰ কৰিব পাৰিছিল।

মেজৰ জেনাৰেল আই, এফ আখৰেমেঙ্কোৰ নেতৃত্বত থকা ১৩শ আৰ্মিৰ চিগনেল সৈন্যসকলে আত্মৰক্ষামূলক যুঁজৰ সময়ত সৈন্য নিয়ন্ত্ৰণৰ ক্ষেত্ৰত স্থিতিশীলতা সুনিশ্চিত কৰিছিল। শত্ৰুইতৰ কামানৰ ঘন অগ্নিবৰ্ষণ আৰু বিমান আঘাত সত্ত্বেও এই তাঁৰ যোগাযোগ ব্যৱস্থাই ছেদ নঘটোৱাকৈ কাম কৰিছিল আৰু অবিৰাম নিয়ন্ত্ৰণ অক্ষুণ্ণ ৰখাৰ নিশ্চয়তা সৃষ্টি কৰিছিল।

ৰেডিঅ' আৰু বিভিন্ন ধৰণৰ বাৰ্ত্তাবাহীসকলৰ যোগেদি ব্যাপক শাখা-প্ৰশাখাত বিস্তৃত এক যোগাযোগ ব্যৱস্থাও প্ৰতিষ্ঠা কৰা হৈছিল। ১৩শ আৰ্মিৰ কমাণ্ড প'ষ্টে ক'ৰবোৰৰ লগত একে সময়তে কেবাটাই ৰেডিঅ' জালব্যৱস্থাৰ যোগেদি যোগাযোগ ৰাখিছিল, এই ৰেডিঅবোৰ কম শক্তি পৰিচালিত ৰেডিঅ' ষ্টেছনৰ সাহায্যত সচল ৰখা হৈছিল। আৰ্মি হেড কোৱাৰ্টাৰ্ছৰ লগত ২৯তম ইনফেণ্ট্ৰি ক'ৰৰ ডিভিশনবোৰৰ প্ৰত্যক্ষ ৰেডিঅ' যোগাযোগ প্ৰতিষ্ঠা কৰা হৈছিল কিয়নো এই এলেকাতে শত্ৰুৰ ফালৰ পৰা প্ৰধান আঘাতৰ আশংকা কৰা হৈছিল। ইয়াৰ ফলত আৰ্মি কমাণ্ডে মাথো যে ক'ৰ কমাণ্ডাৰ আৰু হেড কোৱাৰ্টাৰ্ছৰ পৰাই বাতৰি পাবলৈ সক্ষম হৈছিল তেনে নহয়, ডিভিশনবোৰৰ পৰাও পোনপটীয়াকৈ বাতৰি পাবকৈ সক্ষম হৈছিল আৰু যুদ্ধ আৰু কাৰ্য্যকৰভাৱে পৰিচালনা কৰিবলৈ সক্ষম হৈছিল।

গোলন্দাজসকলৰ অগ্নিবৰ্ষণ পৰিচালনাৰ বাবেও ৰেডিঅ' যোগা-যোগ ব্যাপকভাবে ব্যৱহাৰ কৰা হৈছিল। ১৩শ আৰ্মিৰ গোলন্দাজ সকলৰ কমাণ্ডাৰে ক'ৰৰ গোলন্দাজ কমাণ্ডাৰসকলৰ লগত, ৪ৰ্থ আক্ৰমণকাৰী গোলন্দাজ ক'ৰৰ কমাণ্ডাৰসকলৰ লগত আৰু প্ৰথম স্তৰৰ গোলন্দাজ ডিভিশনবোৰৰ কমাণ্ডাৰসকলৰ লগত ৰেডিঅ' যোগাযোগ অক্ষুণ্ণ ৰাখিছিল। ১৩শ আৰ্মিৰ গোলন্দাজসকলৰ কমাণ্ডাৰৰ

ব্যৱহাৰৰ বাবে তিনিটা ৰেডিঅ' যোগাযোগ জালব্যৱস্থা গঠন কৰা হৈছিল, ইয়াৰ ভিতৰত আছিল ক'ৰ আৰু ডিভিজনবোৰৰ গোলন্দাজ কমাণ্ডাৰসকলৰ ৰেডিঅ' ষ্টেছনবোৰ। আৰ্মিৰ গোলন্দাজ কমাণ্ডাৰৰ চতুৰ্থ ৰেডিঅ' যোগাযোগৰ জাল তলত দিয়া গোটবোৰৰ অগ্নিবৰ্ষণ পৰিচালনাৰ বাবে বিস্তৃত আছিল। গোটবোৰ হৈছে : ৫ম আক্ৰমণকাৰী গোলন্দাজ ডিভিজনৰ টেঙ্ক প্ৰতিৰোধী গোলন্দাজ ৰেজিমেণ্ট আৰু আৰ্মি হেড কোৱাৰ্টাৰ্ছৰ অধীনত থকা ১ম বিমানবিধ্বংসী গোলন্দাজ ডিভিজন আৰু ২৮৭তম বিমানবিধ্বংসী গোলন্দাজ ৰেজিমেণ্ট।

ৰেডিঅ' যোগাযোগৰ এনে ধৰণৰ সংগঠনে গোলন্দাজ কমাণ্ডাৰক আক্ৰমণকাৰী শত্ৰুগোষ্ঠীৰ মোকাবিলা কৰাত, দক্ষতাৰে সৈতে অগ্নিবৰ্ষণ পৰিচালনা কৰাত আৰু গোলন্দাজ সৈন্যসকলক লৈ কৌশল প্ৰয়োগ পৰিচালনা কৰাত সক্ষম কৰিছিল।

আক্ৰমণকাৰী বিমানবোৰৰ কাৰ্যা পৰিচালনা কৰাৰ নিমিত্তে আক্ৰমণকাৰী বিমান ক'ৰবোৰৰ কমাণ্ডে বিমানবহৰক মাতিছিল আৰু লক্ষ্যবস্তুৰ পিনে সিবোৰক পৰিচালিত কৰিবলৈ এটা বিশেষ ৰেডিঅ' যোগাযোগ ব্যৱস্থা সংগঠিত কৰিছিল।

১৩শ আৰ্মিৰ ৰেডিঅ' যোগাযোগ সংগঠনৰ মূল্যায়ন কৰি এই কথা কব পৰা যায় যে এই সংগঠনে আসন্ন যুঁজৰ বৈশিষ্টাবোৰক আৰু সমস্ত নিয়ন্ত্ৰণ ব্যৱস্থাক আৰ্মি কমাণ্ডাৰ আৰু আৰ্মিৰ গোলন্দাজ সকলৰ কমাণ্ডাৰৰ হাতত কেন্দ্ৰীভূত কৰাৰ প্ৰয়োজনীয়তাটো হিচাপত ধৰিছিল।

কেন্দ্ৰীয়, ভ'ৰ'নেঝ, ব্ৰিয়ানস্ক আৰু পশ্চিম ৰণাঙ্গণত আন আন আৰ্মি আৰু ক'ৰৰ তাঁৰ আৰু যোগাযোগ ব্যৱস্থাও যথেষ্ট শাখা-প্ৰশাখাত বিস্তৃত আছিল। শত্ৰুৰ ঘন অগ্নিবৰ্ষণ সত্বেও বেছিভাগ ক্ষেত্ৰতে এইবোৰে বেছ যথানিয়মত কাম কৰিছিল। তথাপি এই কথা স্বীকাৰ কৰিবই লাগিব যে ইয়াৰ সংগঠনত কিছু আঁসোৱাহ আৰু হিচাপত ভুল আছিল।

আমাৰ মতেৰে, ৬ষ্ঠ গাৰ্ডছ আৰ্মিত তাঁৰ যোগাযোগ ব্যৱস্থা যথেষ্ট ব্যাপক নাছিল, আৰ্মিৰ কমাণ্ড প'ষ্ট আৰু ২২তম গাৰ্ডছ আৰু ২৩তম গাৰ্ডছ ইনফেন্ট্ৰি ক'ৰবোৰৰ মাজত যথেষ্ট সংখ্যক বিকল্প লাইন আছিল। আৰ্মি কমাণ্ড প'ষ্ট আৰু সহায়ক কমাণ্ড প'ষ্টবোৰৰ মাজত কেৱল এটা স্থায়ী ওপৰেদি লগোৱা লাইনৰ যোগেদি যোগাযোগ ৰক্ষা কৰা হৈছিল, আৰু তাত কিবা বিজুতি ঘটিলে তাৰ কোনো বিকল্প ব্যৱস্থা নাছিল। ৮৯তম গাৰ্ডছ ইনফেন্ট্ৰি ডিভিশ্বন আৰু ৯৬তম টেঙ্ক ব্ৰিগেডৰ লগত যোগাযোগ লাইনতো কোনো বিকল্প মূল সংযোগ ব্যৱস্থা নাছিল।

এই আৰ্মিৰ চিগনেল ইউনিটে যুঁজৰ আত্মৰক্ষামূলক পৰ্য্যায়ত অতি কঠোৰ অৱস্থাৰ মাজত কাম কৰিবলগীয়া হৈছিল। শত্ৰুইঁত বিপুল ক্ষয়-ক্ষতিৰ বিনিময়ত প্ৰধান প্ৰতিৰক্ষা লাইন ভেদ কৰিবলৈ আৰু ৩২ কিলোমিটাৰ আঁতৰত থকা পশ্চাদৱৰ্ত্তী প্ৰতিৰক্ষালৈকে আগবাঢ়িবলৈ সক্ষম হৈছিল। আমাৰ বাহিনীবোৰক আৰু তেওঁলোকৰ কমাণ্ড প'ষ্টসমূহক স্বাভাৱিকতেই পিচফালে আঁতৰাই লব লগীয়া হৈছিল। তথাপি চিগনেল সৈন্যসকল ৫১তম গাৰ্ডছ ইনফেন্ট্ৰি ডিভিশ্বনৰ লগত যোগাযোগৰ লাইন পুনৰ প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল, তেওঁলোকৰ হেড কোৱাৰ্টাৰ্ছ আৰ্মিৰ বিকল্প কমাণ্ড প'ষ্টৰ লগত থকা যোগাযোগৰ লাইনেদি পিচুৱাই আহিবলৈ ধৰিছিল। ২৩তম গাৰ্ডছ ইনফেন্ট্ৰি ক'ৰৰ লগত যোগাযোগ পুনঃ প্ৰতিষ্ঠিত হৈছিল মাথো ৯ জুলাইৰ পৰা আৰু কমাণ্ড প'ষ্ট আৰু সহায়ক কমাণ্ড প'ষ্টৰ লগত হৈছিল আৰু পিচত, ১১ তাৰিখত।

৬ষ্ঠ গাৰ্ডছ আৰ্মিৰ ৰেডিও যোগাযোগ সংগঠনতো ত্ৰুটি দেখা গৈছিল। যেতিয়া তাঁৰৰ লাইনবোৰ নষ্ট হৈ গৈছিল তেতিয়া সহায়ক কমাণ্ড প'ষ্টৰপৰা বাতৰি আদান-প্ৰদানৰ যাৱতীয় দায়িত্ব অনাতাঁৰ যোগাযোগ কেন্দ্ৰই লবলগীয়া হৈছিল, অথচ এই কমাণ্ড প'ষ্টত মাথো

এটা ৰেডিঅ' ষ্টেছন আছিল, আৰু তাৰ ওপৰত ভ'ৰনেঝ ৰণাঙ্গনৰ কমাণ্ডাৰ, ৬ষ্ঠ আৰ্মিৰ হেড কোৱাৰ্টাৰ্ছ আৰু আৰ্মিৰ কমাণ্ডাৰ—এই ত্ৰয়ৰ মাজত যোগাযোগ ৰক্ষা কৰাৰ দায়িত্ব বৰ্তাইছিল। স্বাভাৱিক এটা ষ্টেছনৰ পক্ষে অতবোৰ কাম কৰা সম্ভৱ নাছিল, চিগনেল অফিচাৰ লৰালৰিকৈ সহায়ক কমাণ্ড প'ষ্টত বেছিকৈ ৰেডিঅ' ষ্টেছন স্থাপন কৰিবলৈ বাধ্য হৈছিল।

৬ষ্ঠ গাৰ্ডছ আৰ্মিত তাঁৰ আৰু অনাতাঁৰ যোগাযোগ ১৩শ আৰ্মিৰ তুলনাত কম উন্নত আছিল। গতিকে আত্মৰক্ষামূলক পৰ্য্যায়ৰ যুঁজত তেওঁলোকৰ কামকাজ কম নিৰ্ভৰযোগ্য হৈছিল। তাঁৰ-যোগাযোগ বিশেষকৈ বহুত পলমে পলমে ঘটিছিল।

পদাতিক আৰু গোলন্দাজসকলৰ ৰেজিমেণ্ট আৰু বেটেলিয়নৰ দৰে ক্ষুদ্ৰতৰ গোটবোৰকো তাঁৰ আৰু অনাতাঁৰ যোগাযোগৰ জৰিয়তে নিয়ন্ত্ৰণ কৰা হৈছিল, তাতে অনাতাঁৰেই প্ৰধান ভূমিকা লৈছিল।

যিহেতু যুঁজ অপেক্ষাকৃত মুকলি ঠাইত হৈছিল আৰু শত্ৰুৱে ঘন অগ্নিবৰ্ষণ চলাই থকাৰ আশংকা আছিল, সেয়ে চিগনেল সৈন্যসকলে গিৰিখাতৰ ঢালৰ ওপৰেদি আৰু ট্ৰেঞ্চ আৰু গলিবোৰৰ ভিতৰেদি কেব্‌ল্ লাইনবোৰ বহুৱাবলৈ চেষ্টা কৰিছিল। আৰু যিহেতু প্ৰত্যেক চিগনেল দলে তাৰ লাইনটো লুকুৱাবলৈ আৰু সহজে মেৰামতযোগ্য ৰাখিবলৈ চেষ্টা কৰিছিল, সেই গতিকে তেওঁলোকে একো একোটা ট্ৰেঞ্চত প্ৰায়ে ১০টা, আনকি ১৫টা পৰ্য্যন্ত লাইন বহুৱাই ছিল। ইয়াৰ ফলত আকৌ কাৰ কোন লাইনটো মেৰামতি কৰিব লাগিব তাক ঠাৱৰ কৰাটো চিগনেলদলবোৰৰ পক্ষে টান হৈছিল। গতিকে তেওঁলোকে ফিতা বা লেবেল লগাই সেইবোৰ চিহ্নিত কৰিছিল। কেতিয়াবা কেতিয়াবা বাতি সৈন্যসকল জিৰণি লবলৈ যোৱাৰ পিচত লাইনত বিজুতি ঘটিছিল। অথবা নতুন নতুন সা-সঁজুলি বা কামান বহুওৱাৰ সময়তো লাইনবোৰ ক্ষতিগ্ৰস্ত হৈছিল। অৱশ্যে এই ক্ষতি আছিল

অনিচ্ছাকৃত, তথাপি চিগনেল সৈন্যসকলৰ কাম ইয়াৰ ফলত জটিল হৈ পৰিছিল।

শত্ৰুৰ অগ্নিবৰ্ষণত তাঁৰ ছিণ্ডি গলে বেতাৰৰ ব্যাপক ব্যৱহাৰ কৰা হৈছিল। যাতে সমস্ত ৰেজিমেণ্ট আৰু বেটেলিয়নক প্ৰয়োজনীয় সংখ্যক, অন্ততঃপক্ষে সৰ্বনিম্ন প্ৰয়োজন পূৰণ কৰিব পৰাকৈ অনাতাঁৰ যন্ত্ৰপাতিৰ যোগান ধৰা যায় সেই উদ্দেশ্যে দেশত বেতাৰ যন্ত্ৰপাতিৰ উৎপাদন কৰা হৈছিল। প্ৰতি-আক্ৰমণাত্মক পৰ্য্যায়ত যোগাযোগ ব্যৱস্থা কিদৰে সংগঠিত কৰা হৈছিল তাক বুজিবলৈ উদাহৰণ স্বৰূপে ৩য় গাৰ্ডছ টেঙ্ক আৰ্মিকে লোৱা যাওক। ১২শ আৰু ১৫শ টেঙ্ক ক'ৰ, ২য় মেকানাইজড ক'ৰ আৰু ৯১তম পৃথক টেঙ্ক ব্ৰিগেড লৈ গঠিত এই আৰ্মিক ১৯ জুলাইৰ দিনা অ'ৰেলৰ উত্তৰলৈ আক্ৰমণৰ সাফল্যক আগুৱাই নিবৰ বাবে নমোৱা হৈছিল। ইয়াক যি লাইনেদি নমোৱা হৈছিল সেই লাইনত যোগাযোগ ব্যৱস্থা ৰক্ষা কৰা হৈছিল, ৰণক্ষেত্ৰত বহুওৱা কেব্‌ল্ আৰু দণ্ডৰ সাহায্যত ক'ৰবোৰৰ কমাণ্ড প'ষ্টৰপৰা প্ৰত্যেক ক'ৰৰ লগত যোগাযোগৰ লাইন বহুওৱা হৈছিল।

আক্ৰমণাত্মক অভিযান চলি থকা অৱস্থাতে চিগনেল সৈন্যসকলে এটা কেন্দ্ৰীয় লাইন স্থাপন কৰিলে, তাৰ লগতে সমুখৰ সিমূৰত এটা সহায়ক যোগাযোগ প'ষ্ট স্থাপন কৰিলে। এই কেন্দ্ৰীয় লাইনটো কমাণ্ড আৰু সহায়ক কমাণ্ড প'ষ্ট আৰু দ্বিতীয় স্তৰৰ, আৰ্মিৰ পশ্চাদভাগৰ হেড কোৱাৰ্টাৰ্চৰ মাজত যোগাযোগ ৰক্ষাৰ বাবে ব্যৱহাৰ কৰা হৈছিল।

তাঁৰ যোগাযোগ সংগঠনৰ এই পদ্ধতিয়ে চিগনেল ইউনিটবোৰৰ পক্ষে প্ৰধান আক্ৰমণৰ গতিমুখত তেওঁলোকৰ প্ৰয়াস কেন্দ্ৰীভূত কৰা আৰু যিমান সোনকালে সম্ভৱ সংযোগ গঢ়ি তোলাটো সম্ভৱপৰ কৰিছিল। কিন্তু তাঁৰ লাইনবোৰ প্ৰায়ে শত্ৰুৰ অগ্নিবৰ্ষণত ক্ষতিগ্ৰস্ত হৈছিল আৰু নিৰবচ্ছিন্ন যোগাযোগ ব্যৱস্থা বিঘ্নিত হৈছিল, ফলস্বৰূপে কামৰ বেছিভাগ পৰিছিল অনাতাঁৰৰ ওপৰত। ৩য় গাৰ্ডছ টেঙ্ক

আৰ্মিত চিগনেল সৈন্যসকলে জেনাৰেল ষ্টাফ আৰু ব্ৰিয়ানস্ক ৰণাঙ্গনৰ হেড কোৱাৰ্টাৰ্ছৰ লগত যোগাযোগ ৰক্ষাৰ নিমিত্তে তিনিটা অনাতাঁৰ যোগাযোগ জাল সংগঠিত কৰিছিল, আৰ্মিৰ অনুসন্ধানকাৰ্যৰ বাবে এটা বেতাৰ জালৰ ব্যৱস্থা কৰিছিল আৰু চুবুৰীয়া ফৌজবোৰৰ লগত যোগাযোগ স্থাপনৰ বাবে তিনিটা বেতাৰ জালৰ ব্যৱস্থা কৰিছিল। গোলন্দাজসকলক নিয়ন্ত্ৰণ কৰাৰ বাবেও বেতাৰ যোগাযোগৰ জাল ব্যৱস্থা প্ৰতিষ্ঠা কৰি হৈছিল।

টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰৰ প্ৰত্যেকৰে দুটাকৈ বেতাৰ জাল ব্যৱস্থা আছিল: এটা আছিল গতিশীল ৰেডিঅ' কেন্দ্ৰবোৰত ক'ৰ হেড কোৱাৰ্টাৰ্ছৰ বাবে, আনটো আছিল অনাতাঁৰ কেন্দ্ৰবোৰত ক'ৰ কমাণ্ডাৰসকলৰ বাবে। অনুৰূপভাৱে অনুসন্ধান আৰু গোলন্দাজসকলক বাবে অনাতাঁৰ যোগাযোগ জাল সংগঠিত কৰা হৈছিল।

আৰ্মিত আৰু তাৰ গঠনসমূহত আক্ৰমণাত্মক পৰ্য্যায় জুৰি অনাতাঁৰ যোগাযোগ কোনো বিজুতি নোহোৱাকৈ সচল আছিল আৰু ইয়েই আছিল নিয়ন্ত্ৰণৰ মাই মাধ্যম। আন আন আৰ্মিতো বিশেষকৈ ১১শ গাৰ্ডছ আৰ্মিত এই ব্যৱস্থা সমান কাৰ্য্যকৰভাৱে চালু আছিল। ১২ জুলাইৰ পৰা ১৫ আগষ্টলৈকে ইয়াৰ কমাণ্ড প'ষ্টৰ যোগাযোগ কেন্দ্ৰই ৭৬৪৮টা, অৰ্থাৎ দিনে প্ৰায় ২৩০টা অনাতাঁৰ বাৰ্তা প্ৰেৰণ কৰিছিল। সেই একে সময়ছোৱাতে সৰ্বমুঠ প্ৰায় ৭০ ঘণ্টা ধৰি (দিনে প্ৰায় দুঘণ্টাকৈ) ৮২ বাৰ কথা-বতৰা হৈছিল।

সেই সময়ৰ ভিতৰতে ৰণাঙ্গন আৰু আৰ্মিৰ যোগাযোগ কেন্দ্ৰবোৰৰ সংগঠনত ট্ৰান্সমিটাৰৰ কেন্দ্ৰীভূত ব্যৱহাৰ প্ৰতিষ্ঠিত ধাৰাত পৰিণত হৈছিল। একো একোটা বাৰ্তা গ্ৰাহক কেন্দ্ৰত কেবাটাও ৰিচিভাৰ (গ্ৰাহক যন্ত্ৰ) আছিল, সেইবোৰ এসোপা মজলীয়া শক্তিসম্পন্ন ট্ৰান্সমিটাৰৰ লগত তাঁৰ লাইনেৰে যুক্ত আছিল, এই ট্ৰান্সমিটাৰ সোপা কমাণ্ড প'ষ্টৰ যেৰৰ বাহিৰত ৰখা হৈছিল। বাৰ্তা গ্ৰাহক যন্ত্ৰ এনেকৈ

সংগঠিত হোৱাত এটা ট্ৰান্সমিটাৰক কেবাটাও অনাতাঁৰ যোগাযোগৰ জালৰ লগত যুক্ত কৰা সম্ভৱ হৈছিল। প্ৰতিটো জালৰ বাবে এটাকৈ ট্ৰান্সমিটাৰ দিবলৈ হলে (ট্ৰান্সমিটাৰৰ তথাকথিত বিকেন্দ্ৰীকৃত ব্যৱহাৰ) প্ৰয়োজনীয় ট্ৰান্সমিটাৰৰ সংখ্যা বহুত বাঢ়ি গ'লহেঁতেন; আৰু ট্ৰান্সমিটাৰৰ সংখ্যা যেহেতু সীমিত আছিল, সেয়ে যথাযথ ৰেডিঅ' যোগাযোগ ব্যৱস্থা চালু ৰখা নগৈছিল।

গতিকে দেখা গৈছে যে কুৰ্স্কৰ যুঁজত ডিভিশনৰ স্তৰত আৰু বহুত ক'ৰৰ স্তৰত চিগনেল সৈন্যসকলে আয়ত্তগত অনাতাঁৰ ব্যৱস্থাক আৰু কাৰ্য্যকৰভাৱে ব্যৱহাৰ কৰিবলৈ শিকিছিল।

কিন্তু বেষ্টবেষ্টিত প্ৰতিৰক্ষাৰ স্তৰত আক্ৰমণৰ খণ্ডবোৰত অনাতাঁৰ ছেটৰ অতি ঘন সন্নিবেশৰ ফলত তেওঁলোক যথেষ্ট অসুবিধাৰ সমুখীন হব লগীয়া হৈছিল। উদাহৰণস্বৰূপে, ১১শ গাৰ্ডছ আৰ্মিৰ ১৪ কিলোমিটাৰ বহল আৰু ১০-১৫ কিলোমিটাৰ গভীৰ ভেদৰ এলেকাত প্ৰায় ৫০০০ ৰেডিঅ' ছেট আছিল (তাৰ সৰহভাগেই আছিল ছৰ্ট ৰেঞ্জ), অৰ্থাৎ প্ৰতি কিলোমিটাৰ ৰণাঙ্গনত প্ৰায় ৩৬০টা অনাতাঁৰ কেন্দ্ৰ আছিল। বেছিভাগ ছেটেই আছিল গোলন্দাজ আৰু টেঙ্ক কমাণ্ডাৰসকলৰ আৰু জুনিয়ৰ হেড কোৱাৰ্টাছবোৰৰ। তাহানি দিনত অনাতাঁৰ যন্ত্ৰবোৰৰ ফ্ৰিকোৱেন্সি বেণ্ড সীমাবদ্ধ আছিল। বিভিন্ন অনাতাঁৰ জালক বহুতবাৰ একে ফ্ৰিকোৱেন্সি দিয়া হৈছিল, ইয়াৰ ফলত স্বাভাৱিকতেই ব্যাঘাত সৃষ্টি হৈছিল। গতিকে তেনে ধৰণৰ কঠিন পৰিস্থিতিত যাতে অনাতাঁৰ যোগাযোগ বিপৰ্য্যস্ত নহয়, তাৰ বাবে ব্যৱস্থা লোৱা হৈছিল। উদাহৰণস্বৰূপে, গোলন্দাজসকলৰ কামানৰ অগ্নিবৰ্ষণৰ সময়ত গোলন্দাজ কমাণ্ডাৰসকলৰ অনাতাঁৰ কেন্দ্ৰবোৰকেই মাথো অনাতাঁৰ বাৰ্তা প্ৰেৰণ কৰিবলৈ দিয়া হৈছিল। যিবোৰ ক্ষেত্ৰত তাঁৰ যোগাযোগ ব্যৱস্থাই ছেদ নোহোৱাকৈ কাম কৰিব পাৰিছিল তাত অনাতাঁৰৰ ব্যৱহাৰ নিষিদ্ধ আছিল।

অব্যাহত অনাতাঁৰ যোগাযোগ বহুল পৰিমাণে নিৰ্ভৰ কৰিছিল অলেখ চালু অনাতাঁৰ কেন্দ্ৰৰ শব্দ আৰু গোলমালৰ মাজৰপৰা যি কেন্দ্ৰটোৰ "আৱাজ" দৰকাৰ তাক 'বিচাৰি উলিওৱাৰ' ক্ষেত্ৰত ৰেডিঅ' অপাৰেটৰসকলৰ দক্ষতাৰ ওপৰত।

ৰেডিঅ' অপাৰেটৰসকলে বহুত সময়ত নিৰ্দিষ্ট ঠক ঠক আৱাজেৰে ধৰা বা পঠোৱাৰ যন্ত্ৰ ব্যৱহাৰ কৰিবলৈ জনাৰ ফলত ম'ৰ্ছ ক'ড অনুযায়ী কাম চলাইছিল।

কম ক্ষমতাসম্পন্ন শ্বৰ্ট ৱেভ ৰেডিঅ' কেন্দ্ৰৰ সাহায্যত ৰাতি যোগাযোগ ব্যৱস্থা চালু ৰখা টান আৰু প্ৰায় ক্ষেত্ৰতে অসম্ভৱ আছিল। বাৰ্তা গ্ৰহণ ক্ষমতা অতিপাত কমি গৈছিল আৰু গোলমাল বাঢ়ি গৈছিল। ৰাতি কাম কৰাৰ পক্ষে আটাইতকৈ সুবিধাজনক ফ্ৰিকোৱেন্সি অতি সীমাবদ্ধ আছিল আৰু সেইবোৰ দিনৰ তুলনাত বেছি ভাৰাক্ৰান্ত থকিছিল। ফলত ৰাতি শ্বৰ্ট ৱেভ কেন্দ্ৰয়েদি অনাতাঁৰ বাৰ্তা আদান-প্ৰদান সঘনাই ব্যাহত হৈছিল।

সেই সময়ৰ ভিতৰত গোলন্দাজসকলক তলৰ স্তৰবোৰে আণ্ট্ৰা শ্বৰ্ট ৱেভৰ অনাতাঁৰ কেন্দ্ৰ পাবলৈ আৰম্ভ কৰিছিল। কেবাটাও গাঁথনিগত আৰু কৃৎকৌশলগত ত্ৰুটি থকা সত্বেও এই কেন্দ্ৰবোৰ কম ক্ষমতাসম্পন্ন শ্বৰ্ট ৱেভ কেন্দ্ৰবোৰতকৈ বহুত ভাল আছিল, দিনৰ আৰু বছৰৰ যিকোনো সময়ত ৫-৭ কিলোমিটাৰ পৰ্য্যন্ত দূৰলৈ ইবোৰে কোনো গোলমাল নোহোৱাকৈ বাৰ্তা আদান-প্ৰদান কৰিব পাৰিছিল।

কুৰ্স্কৰ যুঁজত ৰণাঙ্গন, আৰ্মি, ক'ৰ আৰু ডিভিশ্বনৰ চিগনেল সৈন্যসকলে শত্ৰুৰ বিৰুদ্ধে জয়লাভৰ ক্ষেত্ৰত বিৰাট অৱদান যোগাইছিল। তেওঁলোকৰ কঠিন কাম, যি বহুত সময়তে কৰিব লগীয়া হৈছিল ঘন অগ্নিবৰ্ষণৰ মাজত সেই কঠোৰ শ্ৰমসাধ্য কামেই বেদ নষ্টাকৈ সৈন্য-নিয়ন্ত্ৰণ সুনিশ্চিত কৰিছিল।

---



## লেফটানেণ্ট জেনাবেল নিকোলাই এণ্টিপেঙ্কো

এম্. এছ-চি*

## সৰবৰাহ আৰু চলাচল ব্যৱস্থা

১৯৪৩ চনৰ বসন্তকালৰ ভিতৰত কুৰ্স্ক এলেকাত জটিল পৰিস্থিতি সৃষ্টি হোৱাৰ ফলত সমস্ত পশ্চাদৱৰ্তী স্তৰবোৰৰ (কেন্দ্ৰৰ, ৰণাঙ্গনৰ, আৰ্মিৰ আৰু ঠিক পশ্চাদ্ভাগৰ) ফালৰ পৰা সৰবৰাহ সংগঠিত কৰাৰ, আহতসকলক ৰণাঙ্গনৰ পৰা আন ঠাইলৈ পঠোৱাৰ আৰু ক্ষতিগ্ৰস্ত সা-সঁজুলি মেৰামত কৰাৰ বাবে বিপুল প্ৰয়াসৰ প্ৰয়োজন আছিল। কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকলে সিমান দিনে কুৰ্স্ক'ৰ পশ্চিমলৈ বহুদূৰ আগুৱাই গৈছিল অথচ তেওঁলোকৰ বস্তু বেহানি কঢ়িওৱা গাড়ীবোৰ ভলগা আৰু ডনত বৈ গৈছিল আৰু সেইবোৰ বেলেগে বেলেগে বিভিন্ন ঠাইলৈ পঠোৱাৰ বাবে অপেক্ষা কৰি থাকিব লগীয়া আছিল। হাস্পতাল আৰু সৰবৰাহ কেন্দ্ৰবোৰৰ মাথো এটা সামান্য অংশ য়েলেৎছ, লিভনি, ভ'ৰ'নেঝ, কাস্তৰনয়ে আৰু কুৰ্স্কলৈকে নিব পৰা হৈছিল। দুৰ্ভাগ্যক্ৰমে পথনিৰ্মাণৰ যন্ত্ৰপাতিবোৰ (গ্ৰেডাৰ, তুষাৰ-নাঙল, ৰ'লাৰ, ট্ৰেক্টৰ, বুলড'জাৰ আৰু দলং নিৰ্মাণৰ সা-সঁজুলি)

* লেফটানেণ্ট জেনাবেল (অবসৰ প্ৰাপ্ত) এণ্টিপেঙ্কো কুৰ্স্ক'ৰ যুদ্ধত কেন্দ্ৰীয় ৰণাঙ্গনৰ সৰবৰাহ আৰু চলাচলৰ মুখ্য আছিল।

সর্বাধিক গুরুত্বপূর্ণ মাল বহনকাৰী গাড়ীবোৰত বোজাই কৰা হোৱা নাছিল। ইয়াৰ ফলত সোনকালেই সৈন্যসকলৰ যোগান ব্যাহত হবলৈ ধৰিলে, কাৰণ ট্ৰেনৰ পৰা অৱতৰণৰ ঠাইৰ পৰা যুঁজ চলি থকা ঠাইলৈ গৈ পাবলৈ তেওঁলোকে ডাঠ-তুষাৰৰ ওপৰেদি যাব লগা হৈছিল। দূৰত্ব কেতিয়াবা শ শ কিলোমিটাৰ পৰ্য্যন্ত হৈছিল। সোনকালে আহি পৰা বসন্তত বৰফ গলিবলৈ ধৰাত আলি-বাট দুৰ্গম হৈ পৰিছিল। আনকি ঘোঁৰাবোৰেও সেই বোকাৰ বাবে বৰ অসুবিধা বোধ কৰিছিল, মটৰ গাড়ীৰ কথা নকলোঁৱেই বা আক্ৰমণাত্মক যুঁজত নিজৰ ক্ষমতাৰ ওপৰত অতিপাত চাপ দিবলৈ গৈ সৈন্যসকল বৰ বেছি ক্ষতিগ্ৰস্ত হৈছিল, খাৰ-বাৰুদ, ইন্ধন আৰু খাদ্যৰ প্ৰয়োজন বৰকৈ অনুভূত হৈছিল।

খাদ্যসমস্যা বিশেষভাৱে কঠিন হৈ পৰিছিল। থলুৱা সম্পদ দ্ৰুত শেষ হৈ আহিছিল। সৈন্যসকলৰ যি যি দৰকাৰ তাৰ ব্যৱস্থা তেওঁলোকে তেতিয়াও কৰা নাছিল। কেন্দ্ৰীয় আৰু ভ'ৰ'নেৰ ৰণাঙ্গলৈ খাদ্য আৰু পশুখাদ্য সৰবৰাহ কৰাৰ বোজাটো কেন্দ্ৰীয় সৰবৰাহ আৰু চলাচল ব্যৱস্থাৰ ওপৰত বৰ্তাইছিল। অগ্ৰগামী লাইনবোৰলৈ খাদ্যৰ যোগান ধৰাটো বিশেষকৈ কঠিন হৈ পৰিছিল। ৭০ তম আৰ্মিৰ কিছু কিছু ডিভিজনে পূৰা ৰেছন পোৱা নাছিল।

ছোভিয়েত সেনাবাহিনীৰ সৰবৰাহ আৰু চলাচলৰ মুখ্য জেনাৰেল এ ভি খ্ৰুলিয়ভ মাৰ্চৰ মাজভাগত কুৰ্স্ক আহি পালেহি। তেওঁ সেই মাহৰ শেষলৈকে তাত থাকি তেওঁ সৈন্যসকললৈ সৰবৰাহ পঠোৱাৰ অতি জৰুৰী সমস্যাটোৰ সমাধানত সহায় কৰিছিল। খাদ্য যোগান ধৰা কৰ্মীসকলৰ উদ্ভাৱনী শক্তি আৰু উদ্যোগে অগ্ৰৱৰ্তী লাইনবোৰলৈ অপৰিহাৰ্য্য সৰবৰাহ পঠোৱাৰ উপায় আৱিষ্কাৰ কৰাটো সম্ভৱ কৰিছিল। কুৰ্স্কৰ থলুৱা অধিবাসীসকলেও সাহায্য কৰিছিল।

কেন্দ্ৰীয় আৰু ভ'ৰ'নেৰ ৰণাঙ্গনৰ অৱস্থাই সৰবৰাহ ব্যৱস্থা

পুনঃসংগঠন কৰা, সৰবৰাহ ঘাঁটিবোৰত সৈন্যনিয়োগৰ মৌলিক উন্নতি সাধন কৰা, ৰেলপথৰ পৰিবহন ক্ষমতা বৃদ্ধি কৰা, মটৰপথবোৰ নির্মাণ কৰা, বৈষয়িক সম্পদৰ মজুত গঢ়ি তোলা, আহতসকলক স্থানান্তৰিত কৰা, আদি অত্যাৱশ্যক কৰি তুলিছিল।

সৰবৰাহ ব্যৱস্থা সংগঠিত কৰা আৰু কাৰ্য্যকৰ ৰখাটো কুৰ্স্ক অভিক্ষেপৰ অৰ্থনৈতিক আৰু ভৌগোলিক পৰিস্থিতিৰ দ্বাৰা বহুল পৰিমাণে প্ৰভাৱিত হৈছিল।

এই অভিক্ষেপৰ ক্ষেত্ৰ আছিল ২০০ কিলোমিটাৰ বহল আৰু প্ৰায় ১৫০ কিলোমিটাৰ গভীৰ, আৰু ইয়াৰ মাজত অন্তৰ্ভুক্ত আছিল অ'ৰেল, কুৰ্স্ক আৰু বেলেগ'ৰ'দ অঞ্চলৰ কিছু অংশ। মধ্য-ৰুছীয় উচ্চভূমিৰ দক্ষিণাংশ কৃষ্ণ মৃত্তিকাৰ আৰু হাবি আৰু তৃণভূমিৰ এলেকাত অৱস্থিত। খেইম, প্‌ছিওল, তিম্ আৰু অ'ছকল নৈৰ গিৰিখাত আৰু ব্যাপক উপত্যকা সেই দক্ষিণাংশৰ ইফালে সিকালে সিঁচৰতি হৈ আছে। নাৎছী দখলৰ সময়ত এই এলেকাৰ কৃষিপামৰ উপৰিও বহুত খাদ্য আৰু লঘু শিল্পৰ কাৰখানা সিহঁতে ধ্বংস কৰিছিল।

ইয়াত ৰেলপথ আৰু মটৰপথ যথেষ্ট তৈয়াৰ কৰা হৈছিল কিন্তু মস্কো-ছিস্কেৰোপল ৰেল লাইন আৰু মটৰপথ শত্ৰুহঁতে উত্তৰ আৰু দক্ষিণত কাটি পেলাইছিল। ফলত এইবোৰ দুই ৰণাঙ্গনৰ পৰা বিচ্ছিন্ন হৈ গৈছিল। সেই গতিকে কাস্তৰনয়ে ৰেল জংছন বৰ গুৰুত্বপূৰ্ণ হৈ উঠিছিল কাৰণ ট্ৰেনবোৰ ইয়াৰ পৰাই লৃগভলৈ গৈছিল কেন্দ্ৰীয় ৰণাঙ্গনৰ সৈন্যসকলক সৰবৰাহ দিবলৈ, আৰু তাৰি অ'ছকল আৰু নভি অ'ছকললৈ গৈছিল ভ'ৰ'নেঝ ৰণাঙ্গনক সৰবৰাহ দিবলৈ।

কুৰ্স্ক অভিক্ষেপৰ যোগাযোগ ব্যৱস্থা আৰু সমগ্ৰ আৰ্থিক জীৱনৰ পুনৰ্বাসন এনে এটা সময়ত কৰা হৈছিল যেতিয়া আমাৰ

যুদ্ধশিল্প, অস্ত্রশস্ত্র, খাববাৰুদ আৰু আন সামগ্ৰীৰ উৎপাদন বাঢ়ি গৈছিল। ১৯৪৩ চনত সেনাবাহিনীক ৬০ লাখ সৰু-সুৰা অস্ত্ৰ, ৬৮ হেজাৰ মৰ্টাৰ, ৯ হেজাৰবো অধিক বিমান-প্ৰতিৰোধী কামান, ২১ হেজাৰবো বেছি টেঙ্কৰ কামান, ৪৯ হেজাৰ বিভিন্ন ধৰণৰ আগ্নেয়াস্ত্ৰ যোগান ধৰা হৈছিল। খাৰ-বাৰুদৰ পৰিমাণ ১৯৪২ চনৰ তুলনাত দুগুণ কৰা হৈছিল।

ইন্ধনৰ ক্ষেত্ৰত অৱস্থাটো আছিল শোচনীয়। ষ্টালিনগ্ৰাদৰ পৰা নাৎছীহঁত বিতাড়িত হোৱাত বাকু আৰু গ্ৰজনিৰ পৰা তেল পোৱা সম্ভৱ হৈছিল, কিন্তু বাটবোৰৰ মেৰামতিৰ কাম তেতিয়াও সম্পূৰ্ণ হোৱা নাছিল আৰু তেলৰ টেঙ্কবাহী গাড়ীয়ো যথেষ্ট নাছিল। সবাতোকৈ বেছি মস্কিল হৈছিল বিমান চালনাৰ ইন্ধন লৈ। ১৯৪৩ চনত আমি এনেকৈ ন মাহত ২,১০,৫০০ টন বিমান চালনাৰ ইন্ধন পাইছিলোঁ।

দেশৰ খাদ্য-পৰিস্থিতি অত্যন্ত কঠিন হোৱা সত্ত্বেও সশস্ত্ৰ ফৌজে নিয়মীয়াকৈ ৰেছন পাই আছিল।

আন ভাষাত কব লাগিলে, কমিউনিষ্ট পাৰ্টিৰ পৰিচালনাত ছোভিয়েত জনগণৰ বীৰোচিত প্ৰয়াসৰ কল্যাণত সেই বছৰ অৰ্থনৈতিক পৰিস্থিতি ক্ৰমেই উন্নত হৈছিল আৰু ফলস্বৰূপে অহা যুঁজবোৰৰ বাবে সশস্ত্ৰ ফৌজক যথোপযুক্ত পৰিমাণ সকলো তৰহৰ সামগ্ৰী আৰু খাদ্য যোগান ধৰাৰ ভাল সম্ভাৱনা সৃষ্টি হৈছিল।

সৰবৰাহ ব্যৱস্থা চালু ৰাখিবৰ বাবে মটৰগাড়ী আৰু আলি-বাট ব্যৱস্থাৰ পুনঃ সংগঠনৰ গুৰুত্ব কম নাছিল। ১৯৪৩ চনৰ আগতে ছোভিয়েত সেনাবাহিনীৰ এটা বিশেষ সংস্থা আছিল, তাৰ নাম আছিল চেণ্ট্ৰাল ডিপাৰ্টমেণ্ট অব্ অট'মবাইল এণ্ড ৰ'ড চাৰ্ভিছেছ ( মটৰগাড়ী আৰু পথঘাটৰ সুষ্ঠু ব্যৱস্থাৰ কেন্দ্ৰীয় বিভাগ )। পিছে জীৱনৰ অভিজ্ঞতাই এই কথাটো স্পষ্ট কৰি তুলিছিল যে তাক বিভক্ত কৰা

দৰকাৰ আৰু মটৰগাড়ী আৰু বাটপথ এই দুটা বস্তুৱেই সুকীয়াভাৱে বেছি গুৰুত্বপূৰ্ণ হৈ উঠিছিল। সেয়ে সিদ্ধান্ত লোৱা হল যে ইয়াক দুভাগত বিভক্ত কৰা হব, এটা চেণ্ট্ৰাল অ'ট'মবাইল ডিপাৰ্টমেণ্ট, আৰু আনটো চেণ্ট্ৰাল ৰ'ড ডিপাৰ্টমেণ্ট আৰু দুটাৰ মাজত আভ্যন্তৰীণ বিষয়ৰ পিপলৃছ্ কমিছাৰিয়েটৰ চেণ্ট্ৰাল ডিপাৰ্টমেণ্ট আৰু হাইৱেজ অন্তৰ্ভুক্ত কৰা হল। এই ব্যৱস্থা লোৱাত পথনিৰ্মাণ আৰু মটৰ পৰিবহণ দুয়োৰ ওপৰতে মনোযোগ দিয়া সম্ভৱ হল।

কেন্দ্ৰীয় ৰণাঙ্গন আৰু বেছিকৈ ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৰবৰাহ ব্যৱস্থাৰ সংগঠন আৰু পৰিচালনা নতুন বিজাৰ্ভ ৰণাঙ্গন (পৰৱৰ্তী কালৰ নাম স্তেপ ৰণাঙ্গন) গঠনৰ দ্বাৰা প্ৰভাৱিত হৈছিল। শেষোক্ত ৰণাঙ্গনৰ চলাচল আৰু সৰবৰাহৰ মুখ্য আছিল জেনাৰেল ভি. আই. ভস্ত্ৰুখভ। ৰেলপথ আৰু মটৰপথৰ জাল যথেষ্ট পৰিমাণ নোহোৱাত আৰু নতুন ৰণাঙ্গনৰ উদ্ভৱ হোৱাত সৰবৰাহ ব্যৱস্থাৰ কামকাজত জটিলতা সৃষ্টি হৈছিল; তথাপি ই সাফল্যেৰে ইয়াৰ কৰ্তব্য সম্পাদন কৰিছিল।

শত্ৰুক ক্লান্ত কৰি পেলোৱা আৰু তাৰ পাচত আক্ৰমণাত্মক অভিযানলৈ গৈ তাক পৰ্য্যুদস্ত কৰাৰ বাবে কুৰ্স্ক অভিক্ষেপত সাময়িকভাৱে আত্মৰক্ষামূলক যুঁজ কৰাৰ যি সিদ্ধান্ত ছোভিয়েত কমাণ্ডে লৈছিল সি ৰণাঙ্গনবোৰত সৰবৰাহ ব্যৱস্থাৰ ওপৰত এটা নিৰ্দিষ্ট প্ৰভাৱ পেলাইছিল, প্ৰত্যেক ৰণাঙ্গনত সৰবৰাহ ব্যৱস্থাৰ সংগঠনৰ নিজস্ব বৈশিষ্ট্য আছিল।

ভ'ৰ'নেঝ ৰণাঙ্গনৰ কমাণ্ডে (চলাচল আৰু সৰবৰাহৰ মুখ্য ভি. এ. ভ্লাছভ) একান্ত গুৰুত্বপূৰ্ণ চলাচল আৰু সৰবৰাহৰ উপাদানবোৰক (যেনে, ডিপো, হাসপাতাল, মেৰামতি কেন্দ্ৰ) গভীৰত স্তৰে স্তৰে বিস্তৃত কৰি সৰবৰাহ ব্যৱস্থা সংগঠিত কৰিছিল। প্ৰধান সৈন্য ঘাঁটিবোৰ আছিল কাষ্ঠৰেখাৰ নতি আছুকলা লাইনৰ ট্ৰেছবোৰত সন্মুখ ৰণৰেখাৰ পৰা ১০০-১৫০ কিলোমিটাৰ দূৰত, ভ'ৰ'নেঝ ৰণাঙ্গনৰ

প্ৰতিষ্ঠানবোৰ আছিল সমুখ ৰণথলীৰ পৰা ৩৫০-৪০০ কিলোমিটাৰ দূৰৈত। যুঁজৰ পৰিস্থিতিৰ আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ পশ্চাদভাগৰ ৰেলপথ আৰু মটৰপথ ব্যৱস্থাৰ চৰিত্ৰ মূল্যায়ন কৰি সৰবৰাহ আৰু চলাচল ব্যৱস্থাৰ প্ৰতিষ্ঠানসমূহৰ বাবে এই স্থান নিৰ্ণয় কৰা হৈছিল। শত্ৰু আমাৰ প্ৰতিৰক্ষাৰ গভীৰলৈ সোমাই অহাৰ ক্ষেত্ৰত ইয়াৰ কেতবোৰ সুবিধা আছিল।

যাতে শেষ মানুহজন পৰ্য্যন্ত টিকি থাকিবৰ বাবে তৈয়াৰী প্ৰতিৰক্ষাকাৰী সৈন্যসকলক সমৰ্থন আগবঢ়াব পৰা হয় কেন্দ্ৰীয় ৰণাঙ্গনৰ চলাচল আৰু সৰবৰাহ ব্যৱস্থা তেনেকৈ সংগঠিত কৰা হৈছিল। তাৰ লগতে বেছি বিৰতি নোহোৱাকৈ সৈন্যবাহিনীৰ প্ৰতি-আক্ৰমণত এই ব্যৱস্থাটো সাজু ৰখাৰ বন্দৱস্তও কৰা হৈছিল।

এই উদ্দেশ্যে ৰণাঙ্গৰ আৰু সিবোৰৰ আৰ্মিসমূহৰ সমস্ত একান্ত একান্ত জৰুৰী সৰবৰাহ যুঁজৰ লাইনৰ ওচৰাউচৰি পৰ্য্যন্ত লোৱা হৈছিল। সমুখ ৰণাঙ্গনৰ পৰা আৰ্মিবোৰৰ ঘাঁটি অৱস্থিত আছিল ৪০-৪৫ কিলোমিটাৰ আঁতৰত আৰু ৰণাঙ্গনবোৰৰ ঘাঁটিবোৰ আছিল ৭০-১০০ কিলোমিটাৰ আঁতৰত। ৰণাঙ্গনবোৰৰ সৰবৰাহ ঘাঁটিবোৰৰ সৰহভাগ কুৰ্স্ক এলেকাত কেন্দ্ৰীভূত আছিল।

সৰবৰাহ ব্যৱস্থাৰ এনে ধৰণৰ সংগঠনত স্বাভাৱিকতে কিছু বিপদ আছিল। কেন্দ্ৰীয় ৰণাঙ্গনৰ কমাণ্ড শত্ৰুৰ পৰিকল্পনা সম্বন্ধে সম্যক-ৰূপে অৱহিত আছিল। নাৎছী আক্ৰমণৰ গতিমুখ যে কুৰ্স্কৰ ফালে ঘুৰোৱা আছিল সেই বিষয়ে কাৰো সন্দেহ নাছিল। আৰু সেই আক্ৰমণ সফল হেলে সৰবৰাহ ঘাঁটিবোৰ বিপন্ন হৈ পৰিব। সেই পৰিস্থিতিত ৰণাঙ্গনৰ সৈন্যসকলৰ সৰহভাগ আবেষ্টনীৰ মাজত আৱদ্ধ হৈ পৰিব। সেই কাৰণে ৰণাঙ্গনৰ কমাণ্ডাৰ বকছভস্কিয়ে তেওঁৰ নীতিবাক্যটোৰ পুনৰাবৃত্তি কৰাটো পচন্দ কৰিছিল:

"পশ্চাদভাগৰ কথা ভৰাটো সৈন্যসকলৰ কাম নহয়, পশ্চাদভাগৰ

কাম হৈছে সৈন্যসকলৰ কথা ভবা। সৰবৰাহ ব্যৱস্থাই প্ৰতিৰক্ষা ব্যৱস্থাৰ সৰ্বোচ্চ স্থিতিশীলতা সুনিশ্চিত কৰিব লাগিব, পশ্চাদপসৰণৰ কথা ভাবিব নালাগিব।"

পৰৱৰ্তী ঘটনাৱলীয়ে দেখুৱাই দিছিল যে, ঝুকি লোৱাটো যুক্তিযুক্ত হৈছিল আৰু কেন্দ্ৰীয় ৰণাঙ্গনৰ সৰবৰাহ ব্যৱস্থাৰ সংগঠন পৰৱৰ্তী আক্ৰমণাত্মক অভিযানৰ পক্ষে অতীৰ ফলদায়ক হৈছিল।

কুৰ্স্ক যুঁজৰ যুদ্ধোত্তৰ বিশ্লেষকসকলৰ কোনো কোনোৱে ভাবে যে শত্ৰুৰ আক্ৰমণ সাফল্যমণ্ডিত হোৱা হলে তেনে অৱস্থাত কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ সিবোৰৰ সৰবৰাহ ঘাঁটিবোৰ অপসাৰণ কৰাৰ কোনো পৰিকল্পনা নথকাটো আছিল এটা ডাঙৰ ভ্ৰান্তি। আমাৰ সৈন্য-সকল পৰিবেষ্টিত হলে তেনে অৱস্থাৰ বাবে পৰিকল্পনা ৰচনা কৰি নোথোৱাৰ বাবে সৰবৰাহ আৰু চলাচল ব্যৱস্থাৰ সংগঠকসকলো তিৰস্কৃত হৈছিল। সঁচা যে তেনে ধৰণৰ কোনো পৰিকল্পনা নাছিল। তত্ত্বগত ফালৰ পৰা কব লাগিলে তেওঁলোকে তেনে ধৰণৰ পৰিকল্পনা কৰি থোৱা উচিত আছিল কেৱল যদি এই কাৰণতো হয় যে প্ৰত্যেক ৰণাঙ্গনৰ তৰফৰ পৰা ২০০ কিলোমিটাৰ গভীৰ পৰ্য্যন্ত বহুসংখ্যক ট্ৰেঞ্চ আৰু নানা বিধৰ প্ৰতিবন্ধকসমন্বিত পাঁচটা বা ছটা প্ৰতিৰক্ষা লাইন সংগঠিত কৰা হৈছিল। অনতিক্ৰম্য প্ৰতিৰক্ষা সংগঠিত কৰাৰ পৰিকল্পনা অঙ্গ হিচাপে এই লাইনবোৰ তৈয়াৰ কৰা হৈছিল।

কুৰ্স্ক'ৰ যুঁজত অংশগ্ৰহণকাৰীসকলৰ এজন হিচাপে মই এই কথাটোৰ ওপৰত জোৰ দিব খোজো যে গোটেই কুৰ্স্ক অভিক্ষেপত আমাৰ প্ৰতিৰক্ষাৰ স্থিতিশীলতাৰ ওপৰত আমাৰ সৈন্যসকলৰ পূৰ্ণ আৰু অবিচল আস্থা আছিল। আৰু মোৰ আৰু মোৰ সহকৰ্মী ভ্ৰাতৃভৱ যে আমাৰ সৰবৰাহ আৰু চলাচল ব্যৱস্থা আঁতৰাই নিয়াৰ সম্পৰ্কত কোনো "পৰিকল্পনা"ৰ কথা মনত উদয় হোৱা নাই ইয়েই সম্ভৱতে তাৰ অন্যতম কাৰণ।

তদুপৰি, মই এই কথা আগতেই কৈছো যে ভ'ৰ'নেঝ ৰণাঙ্গনৰ চলাচল আৰু সৰবৰাহ ব্যৱস্থাৰ ৰূপৰেখা আছিল গভীৰলৈকে স্তৰে স্তৰে বিন্যস্ত প্ৰতিৰক্ষাৰ-ভেটিত, আৰু যুঁজত প্ৰতিকূল অৱস্থা দেখা দিয়াৰ সম্ভাৱনাৰ কথা যে আগতেই ভৰা হৈছিল ইয়াৰ পৰাই তাক বুজা যায়।

কেন্দ্ৰীয় ৰণাঙ্গনত চলাচল আৰু সৰবৰাহৰ আটাইতকৈ গধুৰ উপাদানবোৰো (মেৰামতকাৰী ট্ৰেইন, অপসাৰণৰ হাস্পতাল, ষ্টেছনাৰি সা-সঁজুলিৰ ডিপো আদি) সমুখ ৰণাঙ্গনৰ পৰা ভালেখিনি নিলগত কোনো কোনো ক্ষেত্ৰত ৩০০ কিলোমিটাৰ পৰ্য্যন্ত দূৰৈত আছিল। এইবোৰ কাৰণেই তাত চলাচল আৰু সৰবৰাহ ব্যৱস্থা অপসাৰণৰ কোনো পৰিকল্পনা নাছিল।

এতেকে আৰ্মিবোৰৰ সৰবৰাহ এলেকাৰ গভীৰতাত ৮০ কিলো-মিটাৰৰ (কেন্দ্ৰীয় ৰণাঙ্গন) পৰা ২৫০ কিলোমিটাৰৰ ভিতৰত হেৰফেৰ হৈছিল। ৰণাঙ্গনৰ সৰবৰাহ এলেকা অগ্ৰৱৰ্ত্তী লাইনৰ পৰা ৫০-৪০০ কিলোমিটাৰলৈ সম্প্ৰসাৰিত কৰা হৈছিল। তাৰ বাবে যথেষ্ট ঠাই আছিল। কিন্তু ৰেলপথৰ ব্যৱস্থাৰ ওপৰত বৰ হেঁচা পৰিছিল। উপযুক্ত ৰেলষ্টেছনৰ অভাৱ আছিল আৰু কেইটামান ষ্টেছনত (যেনে ৰিঝকভো) দুটা আৰু আনকি তিনিটা ঘাঁটি আছিল। একে কাৰণত এটা আৰ্মিৰ সৰবৰাহ ঘাঁটি প্ৰায়েই পাৰ্শ্ববৰ্ত্তী আৰ্মিৰ, আনকি কাষৰীয়া ৰণাঙ্গনৰ এলেকাৰ ভিতৰতো অৱস্থিত আছিল (ভ'ৰ'নেঝ ৰণাঙ্গনৰ ৩৮তম আৰ্মিৰ সৰবৰাহ ঘাঁটি কেন্দ্ৰীয় ৰণাঙ্গনৰ ৬০তম আৰ্মিৰ এলেকাৰ ভিতৰত আছিল)।

নেৰ'-গেজ ৰেললাইনবোৰে সৈন্যসকলক যোগান ধৰাৰ ক্ষেত্ৰত এটা ডাঙৰ ভূমিকা লৈছিল (১৩শ আৰ্মিৰ খণ্ডত, এই খণ্ডত চলাচল আৰু সৰবৰাহ মুখ্য আছিল জেনাৰেল জি. এ. কুৰ্ণোছেভ, আৰু ৬৫তম আৰ্মিৰ খণ্ডত, এই খণ্ডৰ চলাচল আৰু সৰবৰাহৰ মুখ্য আছিল

জেনাবেল জি. জি. পেত্ৰভ )। ৬৫তম আৰ্মিৰ কমাণ্ডে ৰণাঙ্গনৰ কাষেদি চলাচল কৰা নেৰ'-গেজ লুগভ-দেবিউজিনো লাইনটো ভালদৰে ব্যৱহাৰ কৰিছিল। ১৯৪৩ চনৰ মাৰ্চ মাহত দ্মিত্ৰিয়েভ, কনিষেভকা আৰু লুগভ জিলাৰ বাইজৰ সাহায্যত ৯ খন বেলদলং মেৰামতি কৰা হৈছিল। তীব্ৰ তুষাৰ গলনৰ সময়তে এই লাইনেদি পুনৰ বেল চলাচল আৰম্ভ হৈছিল। পিচ হোহঁকি অহাৰ সময়ত জাৰ্মানহঁতে কেবাখনো ইউৰোপীয় গেজৰ বেলগাড়ী এৰি থৈ গৈছিল, কিন্তু তাৰ ভিতৰত এটা ইঞ্জিনো নাছিল। ৩ টন বিশিষ্ট জিছ-৫ ট্ৰাকবোৰক বেলগাড়ীৰ ইঞ্জিন হিচাপে ব্যৱহাৰ কৰাৰ কথাটো ৬৫তম আৰ্মিৰ কোনো এজনৰ মগজত খেলাইছিল। সেই উদ্দেশ্যে সেইবোৰ ৰবৰৰ টায়াৰৰ ঠাইত বেললাইনৰ ওপৰেদি চলাচল কৰিব পৰাকৈ উপযুক্ত বেও লগাই দিয়া হৈছিল। শেহতীয়া পৰিসংখ্যান অনুযায়ী ৬৫তম আৰ্মিয়ে এইবোৰ 'ইঞ্জিন'ৰ সাহায্যত ৩৬,৪৬২ টন সৰবৰাহ পঠাইছিল আৰু এনেকৈ প্ৰতিদিনে ১০০বো বেছি ট্ৰাক আন কামৰ বাবে এৰি দিছিল।

১৯৪৩ চনৰ ৬ জুনৰ দিনা ভ'ৰ'নেঝ ৰণাঙ্গনৰ কমাণ্ডে স্তাৰি অ'ষ্কলৰ পৰা ৰঝভালৈকে ৯৫ কিলোমিটাৰ জোৰা এক বেলপথ নিৰ্মাণৰ বাবে ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিৰ পৰা অনুমতি বিচাৰিলে। অনুমোদন পোৱাৰ পিচত ১৫ আগষ্টৰ ভিতৰত, অৰ্থাৎ দু মাহৰ ভিতৰত এই বেলপথ নিৰ্মাণৰ কাম শেষ কৰা হ'ব বুলি পৰিকল্পনা কৰা হ'ল। ইয়াক এটা বিৰাট কাম বুলি গণ্য কৰা হৈছিল। দৰাচলতে এই বেলপথ নিৰ্মাণৰ কাম সোনকালে শেষ কৰা হৈছিল—৩২ দিনৰ ভিতৰত। এই নতুন বেলপথে প্ৰতি-আক্ৰমণৰ সময়ত ভ'ৰ'নেঝ ৰণাঙ্গনত আৰু পিচত স্তেপ ৰণাঙ্গনলৈ সৰবৰাহ প্ৰেৰণ কৰাৰ ক্ষেত্ৰত এক বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল।

কিন্তু কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ কমাণ্ডৰ ঘাই চিন্তা আছিল ট্ৰাঙ্ক বেলপথবোৰৰ পুনঃপ্ৰতিষ্ঠা, তাৰ ভিতৰত আছিল

ড'ৰ'নেঝ-কান্তবনয়ে-কুৰ্স্ক-লৃগভ, কান্তবনয়ে-ভাবি অ'ছকল আৰু আন আন ৰেলপথ পুনৰ্নিৰ্মাণ। অ'ৰেল আৰু কুৰ্স্ক অঞ্চলৰ অধিবাসীসকলে সৈন্যসকলক বিপুল সাহায্য কৰিছিল। লাখ লাখ কিশোৰ, নাৰী আৰু বৃদ্ধই দিনে৷ ৰেলপথ নিৰ্মাতা সৈন্যসকলক সাহায্য কৰিবলৈ আহিছিল। শত্ৰুৰ বিমান আক্ৰমণ সত্বেও কাম অব্যাহত আছিল। লুফৎৱাফেই কান্তবনয়ে কুৰ্স্ক লাইনৰ ওপৰত হেজাৰ হেজাৰ বোমা পেলাইছিল, দলংবোৰ বাৰে বাৰে ধ্বংস হৈছিল, লগে লগে সেইবোৰ পুননিৰ্মাণ কৰা হৈছিল। কুৰ্স্ক ৰেল জংছন ইমান সাংঘাতিক ক্ষতিগ্ৰস্ত হৈছিল যে চহৰখনৰ উত্তৰৰ পৰা ৭ কিলোমিটাৰ জোৰা এক ঘূৰণীয়া ৰেলপথ নিৰ্মাণ কৰিব লগীয়া হৈছিল। ইয়াৰ প্ৰভাৱে সকলো প্ৰত্যাশা চেৰাই গৈছিল।

সৈন্যবাহিনীৰ অভিযন্তা আৰু বেসামৰিক অভিযন্তা উভয়ৰে কৃতিত্ব স্বীকাৰ কৰিব লাগিব, তেওঁলোকে বিপুল সাহস আৰু উদ্ভাৱনী শক্তিৰ চিনাকি দিছিল। তেওঁলোকে লুফৎৱাফেৰ কৌশল বুজিব পাৰিছিল আৰু পৰৱৰ্তী আঘাত কোন পিনৰ পৰা আহিব তাকো অনুমান কৰিবলৈ শিকিছিল। সেয়ে সম্ভাব্য লক্ষ্যবস্তুবোৰৰ এলেকা-বোৰৰ ওচৰাউচৰি ঠাইত লাগতিয়াল বস্তুবোৰ কেন্দ্ৰীভূত কৰা হৈছিল আৰু ফলস্বৰূপে বোমাবৰ্ষণৰ দুই বা তিনি ঘণ্টাৰ ভিতৰতে গাড়ী চলাচল পুনৰ আৰম্ভ হৈ গৈছিল।

বিমান-প্ৰতিৰোধী কামানৰ গোলন্দাজসকলকো প্ৰাপ্য কৃতিত্ব নিশ্চয়েই দিব লাগিব। তেওঁলোকে যোগ্যতাৰে সৈতে চলাচল আৰু সৰবৰাহ ব্যৱস্থা ৰক্ষা কৰিছিল আৰু এ এ কামানেৰে সজ্জিত ট্ৰেইনবোৰৰ নকল চলাচল ব্যৱস্থা কৰি শত্ৰুক ঠগিছিল। জাৰ্মান বিমান চালকসকলো এই ফান্দত পৰিছিল আৰু গুৰুতৰ ক্ষয়ক্ষতিৰ সমুখীন হৈছিল।

মেৰামতকাৰীসকলৰ চমৎকাৰ কামৰ ফলত ট্ৰাঙ্ক লাইনবোৰৰ

পৰিবহন ক্ষমতা প্ৰতিদিনে ছটাৰ পৰা বাঢ়ি ১৮ হৈছিল, তাৰ পিচত ২৪ পৰ্য্যন্ত হৈছিল। ইয়াৰ ফলত ১৯৪৩ চনৰ এপ্ৰিল মাহৰপৰা জুন মাহৰ ভিতৰত কুৰ্স্ক অভিক্ষেপত ৩৫৭২ খন ট্ৰেন ( ১৭১, ৭৮৯ খন গাড়ী ) পঠোৱা হৈছিল, তাৰ ভিতৰত আছিল গধুৰ অস্ত্ৰশস্ত্ৰ আৰু জেনাৰেল হেড কোৱাৰ্টাৰ্চবোৰৰ সংৰক্ষিত শক্তি বহনকাৰী ১৪০০ খন ট্ৰেইন আৰু প্ৰায় ১,৫০,০০০ সৰবৰাহবাহী গাড়ী।

মটৰ ৰাস্তাবোৰ সুগম কৰা হৈছিল। আত্মৰক্ষামূলক যুঁজৰ পৰ্য্যায়ৰ আগছোৱাত কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ প্ৰত্যেকৰ ২৫০-৩০০ কিলোমিটাৰ দীঘল ছুটাকৈ ভাল মটৰপথ আছিল। ১৫০ কিলোমিটাৰবো বেছি দীঘল লিভনি-ফাতেঝ মটৰপথ আত্মৰক্ষামূলক যুঁজৰ প্ৰস্তুতিত ৰণাঙ্গনৰ পথ প্ৰস্তুতকাৰীসকলৰ দ্বাৰা পাথৰেৰে বন্ধোৱা হৈছিল। ইয়াৰ ব্যৱহাৰিক গুৰুত্ব অৱশ্যে বিশেষ নাছিল, কাৰণ খুব কম ট্ৰেইনেহে লিভনিত মাল নমাইছিল। লিভনিৰপৰা ৰণক্ষেত্ৰলৈকে পৰিবহনৰ কামত মটৰগাড়ী খুব কমেইহে ব্যৱহাৰ কৰা হৈছিল।

প্ৰত্যেক আৰ্মিৰ নিজৰ ব্যৱহাৰৰ বাবে এটা বা ছুটা পথ আছিল। কেন্দ্ৰীয় ৰণাঙ্গনত সিবোৰৰ দৈৰ্ঘ্য আছিল ৫০-৭০ কিলোমিটাৰ আৰু ভ'ৰ'নেঝ ৰণাঙ্গনত আছিল ১০০-১৫০ কিলোমিটাৰ।

বাৰিষাত মাটিৰ আলিবোৰ বোকাময় হৈ পৰিছিল। সেইবোৰ যাতি চলাচলৰ অযোগ্য হৈ নপৰে তাৰ বাবে মটৰ গাড়ীবোৰ সমান্তৰাল বাটেদি চলোৱা হৈছিল। শুকান বতৰত ডাঠ ধুঁৱলিত মটৰ চলোৱাটো কঠিন হৈ পৰিছিল। ফলত গাড়ীৰ গতি মন্থৰ হৈ পৰিছিল। পথ মেৰামতকাৰী দলবোৰে যানবাহন চলাচল ব্যৱস্থা সংগঠিত কৰিছিল যাতে ৰণাঙ্গনগামী গাড়ীবোৰে এটা বাট আৰু ৰণাঙ্গনৰ পৰা উভতি অহা গাড়ীবোৰে আন বাট ব্যৱহাৰ কৰে। এই ব্যৱস্থাৰ ফলত গাড়ীবোৰৰ গতিবেগ বাঢ়িছিল। বাটৰ কাষে কাষে কৃৎকৌশগত সাহায্য কেন্দ্ৰ, তেল সৰবৰাহকাৰী ষ্টেচন আৰু আন আন

সহায়ক-ব্যৱস্থা প্ৰতিষ্ঠা কৰা। আমাৰ আত্মৰক্ষামূলক যুঁজৰ সময়ত কুৰ্স্ক বালজত মুঠ প্ৰায় ২০০০ কিলোমিটাৰ অতিৰিক্ত আৰু সমান্তৰাল বাট নিৰ্মাণ কৰা হৈছিল আৰু সৰ্বমুঠ ৪০০০ মিটাৰতকৈ বেছি দীঘলীয়া ৬৮৬ খন দলং সজা লৈছিল।

কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ প্ৰত্যেকৰে মুঠ প্ৰায় ৬০০০ টন মালবহন ক্ষমতাসম্পন্ন এটাকৈ মটৰগাড়ীৰ জাক আছিল। সেইবোৰ পৃথক পৃথক বেটেলিয়নত বিভক্ত আছিল। তেতিয়া ট্ৰাক ব্ৰিগেড দূৰৈৰ কথা, ট্ৰাক ৰেজিমেণ্টো নাছিল। প্ৰতিটো ৰণাঙ্গনলৈ সিবোৰৰ যুদ্ধৰত গোটবোৰৰ নিমিত্তে প্ৰায় ৫০০০ টন খাৰ-বাৰুদ, ইন্ধন আৰু যন্ত্ৰপাতি সচল ৰখাৰ বাবে তেল আৰু দৈনিক ৰেছন সৰবৰাহ কৰা হৈছিল। সৰবৰাহ ১০০-১৫০ কিলোমিটাৰ দূৰত্বৰ মাজত হোৱা হলে যিমান গাড়ী আছিল তাৰে ওপৰোক্ত পৰিমাণ সৰবৰাহ প্ৰেৰণ কৰিব পৰা হ'লহেঁতেন।

গাড়ীবোৰৰ কৃৎকৌশলগত অৱস্থা মোটামুটি সন্তোষজনক আছিল আৰু চালকসকলো যথেষ্ট দক্ষ আছিল।

এনেকৈ কুৰ্স্ক অভিক্ষেপৰ এই দুই ৰণাঙ্গনৰ বাট আৰু মটৰগাড়ীবোৰ সচল অৱস্থাত ৰখা হৈছিল আৰু আসন্ন যুঁজৰ বাবে সৰ্বতোমুখী প্ৰস্তুতিত তেওঁলোকে অৱদান যোগাইছিল।

যুদ্ধৰ আৰম্ভণিত তেতিয়াৰ মান অনুযায়ী সৰবৰাহ ভাণ্ডাৰ যথেষ্ট উচ্চ স্তৰৰ আছিল। এই দুই ৰণাঙ্গনৰ মৌলিক ব্যাসৰ অস্ত্ৰশস্ত্ৰৰ বাবে ২৫ৰ পৰা ৩ পৰ্য্যন্ত অগ্নি ইউনিট আছিল, গধুৰ ব্যাসৰ অস্ত্ৰশস্ত্ৰৰ বাবে আছিল ৫ অগ্নি ইউনিট পৰ্য্যন্ত। কেন্দ্ৰীয় ৰণাঙ্গনৰ প্ৰতিখন গাড়ীত পাঁচ বাৰ তেল ভৰাব পৰা আৰু ভ'ৰ'নেঝ ৰণাঙ্গনত প্ৰতিখন গাড়ীত ছ'বাৰ তেল ভৰাব পৰাকৈ মটৰগাড়ীৰ ইন্ধন আছিল। খাদ্য সামগ্ৰীৰ ফালৰ পৰা ২০-২৫ দিনৰ পক্ষে যথেষ্ট ৰেছন আছিল।

কেন্দ্ৰীয় ৰণাঙ্গনৰ ১৩শ আৰ্মি আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ ৬ষ্ঠ আৰ্মিৰ খাৰ-বাৰুদৰ মজুত আছিল সবাতোকৈ বেছি—৪-৫ অগ্নি ইউনিট। তাৰ সৰহভাগ, অৰ্থাৎ ৭৫ শতাংশ পোনে পোনে কামানৰ অৱস্থিতিৰ ঠাইলৈ সৰবৰাহ কৰা হৈছিল।

গতিকে দুয়ো ৰণাঙ্গনেই যথেষ্ট পৰিমাণে সৰবৰাহ পাইছিল।

চিকিৎসা ব্যৱস্থাৰ ওপৰত বিশেষ মনোযোগ দিয়া হৈছিল। প্ৰথমতঃ, যুঁজ আৰম্ভ হোৱাৰ আগতেই আহতসকলক পশ্চাদভাগলৈ আঁতৰাই নিব লগা হৈছিল। আহতসকলৰ সংখ্যা আছিল অনেক, কাৰণ বসন্তকালত যুঁজ হৈছিল, ৰেল চলাচলৰ অবস্থাও ভাল নাছিল, সেয়ে আহতসকলক অপসাৰণৰ কাম লেহেম গতিৰে চলিছিল। এই বিষয়ত বিমানে আমাক সাহায্য কৰিছিল। মাৰ্চৰ মে' মাহৰ মাজভাগৰ ভিতৰত জেনাৰেল এন. এছ. স্ক্ৰিপকোৰ পৰিবহন বিমানবোৰে কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনলৈ সবাতোকৈ প্ৰয়োজনীয় খাৰবাৰুদৰ যোগান ধৰিছিল, উভতি আহিবৰ সময়ত বিমানবোৰে আহতসকলক লৈ আনিছিল; অকল কেন্দ্ৰীয় ৰণাঙ্গনতে আকাশীযানেৰে ২১,০০০ আহতক অপসাৰণ কৰা হৈছিল। ইমান ডাঙৰ পৰিসৰত বিমানেৰে আহতসকলক অপসাৰণৰ নজিৰ যুদ্ধকালত নাছিল।

ৰণাঙ্গনৰ হাস্পতালবোৰ তিনিটা স্তৰত অৱস্থিত আছিল। প্ৰতিটো ৰণাঙ্গনৰ হাস্পতালত ৯০,০০০ শয্যা আছিল। প্ৰতিটো ৰণাঙ্গনে চিকিৎসা কৰ্মীসকলৰ প্ৰশিক্ষণ আৰু পুনৰ প্ৰশিক্ষণৰ ওপৰত গভীৰ মনোযোগ দিছিল। আৰ্মিবোৰত প্ৰশিক্ষণ সন্মিলন আৰু প্ৰত্যেক হাস্পতালত ডাক্তাৰসকলৰ সন্মিলন অনুষ্ঠিত হৈছিল। তাৰোপৰি সমস্ত আৰ্মিত আৰু তাৰ পিচত ৰণাঙ্গনবোৰত ডাঙৰ ডাঙৰ আলোচনা চক্ৰ অনুষ্ঠিত হৈছিল। এইবোৰত চেণ্ট্ৰাল মেডিকেল ডিপাৰ্টমেণ্টৰ বিভাগীয়-প্ৰধান জেনাৰেল ৱাই. আই. স্মিৰ্ণভ,

ছোভিয়েত সেনাবাহিনীৰ সহকাৰী মুখ্য চার্জেন ভি. এছ. লেভিত্ত, ছোভিয়েত সেনাবাহিনীৰ মুখ্য থেৰাপিউটিষ্ট অধ্যাপক এম. এছ. ভভছি আৰু আন আন বিজ্ঞানীসকলে ভাগ লৈছিল। এই সম্মিলনসমূহত অংশগ্ৰহণকাৰীসকলে যুঁজৰ সময়ত অৰ্জিত মেডিকেল অভিজ্ঞতাৰ সামান্যীকৰণ কৰিছিল, চিকিৎসা ব্যৱস্থাৰ সংগঠন সংক্ৰান্ত প্ৰস্তাৱাদি আলোচনা আৰু আন আন কাম কৰিছিল।

মজলীয়া স্তৰৰ চিকিৎসা কৰ্মীসকলৰ, বিশেষকৈ প্লাষ্টাৰ বেণ্ডেজ-কাৰী, ৰক্ত সংচৰণকাৰী কৰ্মী, চিকিৎসা সংক্ৰান্ত শৰীৰ চৰ্চা পদ্ধতি কৰ্মী, আৰু শল্য চিকিৎসাৰ লগত সংশ্লিষ্ট নাৰ্ছসকলৰ প্ৰশিক্ষণৰ ওপৰত আৰু তেওঁলোকৰ দক্ষতাৰ উন্নতিসাধনৰ ওপৰত বিশেষ মনোযোগ দিয়া হৈছিল। তেওঁলোকৰ বাবে মেডিকেল বেটেলিয়ন আৰু আৰ্মিৰ হাস্পতালবোৰত বিশেষ স্কুল সংগঠিত কৰা হৈছিল।

ৰণাঙ্গনৰ প্ৰথম শাৰীৰ হাস্পতালবোৰত আৰু মেডিকেল বেটেলিয়নবোৰত ভূগৰ্ভস্থ অস্ত্ৰোপচাৰ কক্ষ আৰু অস্ত্ৰোপচাৰৰ আগত আৰু পিচত ব্যৱহাৰৰ বাবে কক্ষবোৰৰ সংগঠনৰ বাবে বিপুল প্ৰয়াস চলোৱা হৈছিল। এইবোৰ কক্ষত সাধাৰণতে চাৰি-পাঁচ স্তৰবিশিষ্ট কাঠ আৰু ছুইৰ পৰা তিনি মিটাৰ মাটিৰ গাঁথনি আছিল। ৰণাঙ্গনৰ আৰ্মি আৰু সামৰিক পৰিষদসমূহে চিকিৎসা ব্যৱস্থাত সাধ্যমতে সহায় কৰিছিল, গতিকে কুৰ্স্কৰ যুঁজত চিকিৎসাৰ যথোপযুক্ত প্ৰস্তুতি আছিল।

কুৰ্স্কৰ যুঁজৰ সমস্ত পৰ্য্যায়ত আৰু সৰ্বস্তৰত চলাচল আৰু সৰবৰাহ কৰ্মীসকলৰ মাজত ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিৰ সংগঠন-সমূহে ৰাজনৈতিক কামকাজ কৰিছিল। উদ্দেশ্য আছিল যিমানখিনি সম্ভৱ-বস্তুবাহানি সংগ্ৰহ কৰি ৰখা আৰু শত্ৰু বিমানবাহিনীৰ পৰা সেইবোৰ যিমানদূৰ সম্ভৱ গোপন কৰা। পাৰ্টি সংগঠনসমূহে আৰু ৰাজনৈতিক বিভাগসমূহে ইন্ধন আৰু খাদ্যসামগ্ৰীৰ কঠোৰ মিতব্যয়িতাৰ প্ৰতি বেছি

দৃষ্টি দিছিল। তেওঁলোকে আহতসকলৰ ক্ষেত্ৰত সুগভীৰ বিবেচনা-বোধৰ পৰিচয় দিছিল, সংক্ৰামক ৰোগৰ বিস্তাৰ বন্ধ কৰাৰ বাবে সৰ্বপ্ৰকাৰ ব্যৱস্থা লৈছিল আৰু সৈন্য আৰু অন্যান্য কৰ্মীসকলক পাৰ্টিৰ নিৰ্দেশ আৰু কমাণ্ডাৰসকলৰ নিৰ্দেশ মানি চলাৰ বাবে উদ্দীপিত কৰিছিল।

কুৰ্স্কৰ যুঁজৰ প্ৰস্তুতিৰ সময়ত ৰণাঙ্গন আৰু আৰ্মিবোৰৰ চলাচল আৰু সৰবৰাহৰ মুখ্যসকলক পৰিস্থিতি সম্বন্ধে সদায় ৱাকিবহাল ৰখা হৈছিল। ইয়াৰ অবিহনে চলাচল আৰু সৰবৰাহ ব্যৱস্থা যথাযথভাৱে কাৰ্য্যকৰ ৰখাটো অসম্ভৱ আছিল। ৰণাঙ্গনৰ কমাণ্ডাৰ আৰু চিফ অব্ ষ্টাফসকলে চলাচল আৰু সৰবৰাহৰ মুখ্যসকলক বা তেওঁলোকৰ সদৰ দপ্তৰক শত্ৰুৰ আচাৰ-আচৰণ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ পৰিৱৰ্তন আৰু আমাৰ কমাণ্ডৰ দ্বাৰা গৃহীত ব্যৱস্থা সম্বন্ধে প্ৰতিদিনে আৰু কেতিয়াবা কেতিয়াবা দিনত দুবাৰকৈ বাতৰি পঠিয়াইছিল।

আমাৰ ৰণাঙ্গনৰ কমাণ্ডাৰ জেনাৰেল ৰ'কছভস্কিয়ে সৈন্যসকলৰ প্ৰস্তুতি চাবলৈ যাওঁতে সদায়ে চলাচল আৰু সৰবৰাহ বিভাগৰ মুখ্য-জনাক লগত লৈছিল। ইয়াৰ ফলত চলাচল আৰু সৰবৰাহৰ ব্যৱস্থাও সুদক্ষভাৱে পৰিচালনা কৰাটো সম্ভৱ হৈছিল। চলাচল আৰু সৰবৰাহৰ সদৰ দপ্তৰে প্ৰতিদিনে নিজৰ বিভাগীয় প্ৰধানসকলক ৰণথলীৰ সৈন্য-গঠনবোৰৰ পৰিস্থিতি সম্বন্ধে অবহিত কৰিছিল।

তাৰ পিচত ১৯৪৩ চনৰ ৫ জুলাইৰ সেই অবিস্মৰণীয় দিনটো আহিল। অভূতপূৰ্বভাৱে ভয়ঙ্কৰ এই যুঁজ আৰম্ভ হল দোকমোকালিত, যেতিয়া অ'ৰেল আৰু বেলগ'ৰ'দৰপৰা শয়ে শয়ে পেনৎছাৰ আমাৰ সৈন্যগঠনবোৰৰ ওপৰত জঁপিয়াই পৰিল, বিমানৰ পৰা আঘাত কৰা হবলৈ ধৰিলে আৰু নাৎছী সৈন্যবাহিনীৰ আক্ৰমণ আৰম্ভ হৈছিল।

যুদ্ধৰ এই ভয়ঙ্কৰ মুহূৰ্তে আৰু দিনবোৰত আমাৰ সৰবৰাহ ব্যৱস্থাৰ পক্ষে আছিল এধৰণৰ পৰীক্ষা-কাল। আৰু এই কথা কব লাগিব

যে পৰীক্ষা কঠিন হলেও সসন্মানে উত্তীৰ্ণ হব পৰা হৈছিল। সৰ্বপ্ৰথমে গোলন্দাজসকলে ইয়াৰ তাৰিক কৰিছিল। সৰবৰাহ ইউনিটবোৰে গড়ে কামানেপতি তিনি অগ্নি ইউনিটকৈ অগ্নিবৰ্ষণৰ ঠাইত দি আহি-ছিল, কিছু ব্যাসৰ কামানৰ বাবে গড়ে পাঁচ অগ্নি ইউনিটকৈ দি আহিছিলগৈ। কেন্দ্ৰীয় ৰণাঙ্গনৰ বেষ্টবেষ্টিত প্ৰতিৰক্ষা এলেকাত প্ৰতি কিলোমিটাৰ সম্মুখ-ৰণথলীত ৯২ টাকৈ কামান আছিল। গতিকে নাৎছীহঁতৰ ওপৰত কি পৰিমাণ অগ্নি আৰু ধাতু বৰ্ষিত হৈছিল তাক অনুমান কৰাটো টান নহয়। শত্ৰুৰ বিৰুদ্ধে জীৱন-মৰণ সংগ্ৰামত ৰত সৈন্যসকলক চলাচল আৰু সৰবৰাহৰ ফালৰ পৰা চমৎকাৰ সমৰ্থন দিয়া হৈছিল। যুদ্ধৰ প্ৰস্তুতিত সৰবৰাহ ইউনিটবোৰে অতি ভাল কাম কৰাৰ যহত অতীব গুৰুত্বপূৰ্ণ মুহূৰ্তত খাৰবাৰুদ সৰবৰাহত কোনো ছেদ পৰা নাছিল। আমাৰ গোলন্দাজসকলে কোনো বিপত্তি নোহোৱাকৈ কাম কৰিব পাৰিছিল। যিকোনো মূল্যত আমাৰ প্ৰতি-ৰক্ষা ভেদ কৰাৰ চেষ্টাত শত্ৰুহঁতে স্তূপৰ পিচত স্তূপ ধাতু খৰচ কৰিছিল। হেজাৰ হেজাৰ মৰা শ ৰণথলীত পেলাই থৈ গৈছিল। ছোভিয়েত সৈন্যসকলে বীৰত্বেৰে সৈতে আক্ৰমণ প্ৰতিহত কৰিছিল। অ'ৰেল-কুৰ্স্ক খণ্ডত ৭ দিনীয়া আত্মৰক্ষামূলক যুঁজত জাৰ্মানহঁত ১২ কিলোমিটাৰৰ বেছি অগ্ৰসৰ হব পৰা নাছিল। বেলগ'ৰ'দ আৰু কুৰ্স্কৰ মাজৰ খণ্ডত পৰিস্থিতি বেছি সঙ্কটজনক আছিল। তাত শত্ৰুহঁত আমাৰ প্ৰতিৰক্ষামূলক যুঁজ পৰিচালনাৰ এলেকাৰ গভীৰলৈ সোমাই আহিবলৈ সক্ষম হৈছিল। ই সম্ভৱ হৈছিল কাৰণ ইয়াত সিহঁত প্ৰবল অগ্নিবৰ্ষণৰ মুখামুখি হোৱা নাছিল, ইয়াৰ প্ৰধান প্ৰয়াসৰ গতিমুখত (৬ষ্ঠ গাৰ্ডছ আৰ্মিৰ খণ্ডত) কামানৰ ঘনত্ব আছিল কিলোমিটাৰে পতি ২৬, অৰ্থাৎ ১৩শ আৰ্মিৰ খণ্ডৰ ঘনত্বৰ এক-চতুৰ্থাংশ। উভয় ক্ষেত্ৰতে গোলাবাৰুদৰ মজুত যথেষ্ট আছিল, কিন্তু খৰচ হৈ যোৱা গোলাৰ পৰিমাণত উল্লেখযোগ্য পাৰ্থক্য আছিল। ৫ জুলাইৰ পৰা

১২ জুলাইৰ ভিতৰত, অৰ্থাৎ আত্মৰক্ষামূলক যুঁজত, কেন্দ্ৰীয় ৰণাঙ্গনে ১,০৭৯ গাড়ীভৰ্ত্তী খাৰবাৰুদ খৰচ কৰিছিল, আৰু ভ'ৰনেঝ ৰণাঙ্গনে কৰিছিল ৪১৭। এই সম্পৰ্কে স্পষ্টতৰ চিত্ৰ পাবলৈ সেই সময়ছোৱাত বিভিন্ন ব্যাসৰ কামানৰপৰা গোলা নিক্ষেপৰ হিচাপটো চোৱা যাওক :

| ব্যাস | কেন্দ্ৰীয় ৰণাঙ্গন | ভ'ৰনেঝ ৰণাঙ্গন |
|---|---|---|
| ৩৭ মি.মি. বিমান-প্ৰতিৰোধী | ১১৮,৬০০ | ২৪.৬০০ |
| ৮৫ মি.মি. বিমান-প্ৰতিৰোধী | ৮,০০০ | ১,০০০ |
| ৭৬ মি.মি. ৰেজিমেণ্টাল | ৬০ ০০০ | ২০,০০০ |
| ৭৬ মি.মি. ডিভিশ্বনাল | ২৭৪,৬০০ | ১৮২,৮০০ |
| ১২২ মি.মি. হাউইৎজাৰ | ৬০,০০০ | ১১,৬০০ |
| ১৫ মি.মি. কামান-হাউৎজোৰ | ৩১,৬০০ | ৪,০০০ |

আত্মৰক্ষামূলক যুঁজৰ পৰ্য্যায়ত কুৰ্স্ক'ৰ পৰিস্থিতি বিশ্লেষণৰ সময়ত এই পৰিসংখ্যানবোৰ সমূলি উলাই কৰিব নালাগিব।

আত্মৰক্ষামূলক পৰ্য্যায়ত কেন্দ্ৰীয় ৰণাঙ্গনৰ সৰবৰাহ কামৰ ক্ষেত্ৰত এক শঙ্কিত মুহূৰ্ত সম্বন্ধে মই দুআষাৰ কব বিচাৰোঁ।

জাৰ্মান আক্ৰমণাত্মক অভিযানৰ দ্বিতীয় অথবা তৃতীয় দিনা কেইজনমান ওখৰখীয়া বিষয়াৰ মগজত খেলালে যে শত্ৰুইত অ'বেলৰ পৰা কুৰ্স্ক'ৰ পিনে ভাঙি সোমাব পাৰে, সেয়ে খাদ্য, ইন্ধন আৰু আন আন সামগ্ৰী-ভাণ্ডাৰ কুৰ্স্ক'ৰ পূৱত থকা য়েলেৎছলৈ বিমান খৰতভীয়াকৈ সত্বৰ আঁতৰাই নিয়াটো উচিত হব। ৰণাঙ্গনৰ কমাণ্ডাৰ ৰ'ক'ছভস্কিয়ে কিন্তু ভিন সিদ্ধান্ত ললে, তেওঁ নিৰ্দেশ দিলে যে সমস্ত ভঁৰাল অপসাৰণৰ বাবে অনতিপলমে সমস্ত চলাচল মাধ্যম কেন্দ্ৰীভূত কৰা হওক, কিন্তু পূৱফালে নহয়, পশ্চিমফালে ফাতেঝ এলেকালৈ অপসাৰণৰ উদ্দেশ্যে, ধাৰণা হয় যি সৈন্যসকল পৰিবেষ্টিত হৈ পৰিব পাৰে ফাতেঝ তেওঁলোকৰ পক্ষে ওচৰ হব। মই ভাবোঁ এই সিদ্ধান্ত যুক্তিযুক্ত, ইয়াৰপৰা দেখা গল যে, যেতিয়া পৰিবেষ্টিত হৈ পৰাৰ আশঙ্কাই দেখা

দিয়ে, তেতিয়াই যি সৈন্যসকল পৰিবেষ্টিত হ'বৰ আশঙ্কা আছে, তেওঁলোক ওচৰাউচৰি বিমান যেছিকৈ সম্ভৱ সৰবৰাহ কেন্দ্ৰীভূত কৰা উচিত। আত্মৰক্ষামূলক যুঁজৰ পতিপথত ১৩শ আৰু ৬ষ্ঠ আৰ্মিৰ সৰবৰাহ ব্যৱস্থাৰ একাংশ সংৰক্ষিত এলেকালৈ আঁতৰাই নিয়া হৈছিল কিন্তু পশ্চাদভাগত সাধাৰণ বণ্টন অপৰিবৰ্তিত ৰখা হৈছিল।

অগ্নিবৰ্ষণৰ অৱস্থানৰ ওচৰাউচৰিলৈ অনা খাৰবাৰুদৰ পৰিমাণ প্ৰতি-বোমাবৰ্ষণৰ আৰু আত্মৰক্ষামূলক যুঁজৰ সমগ্ৰ সময়ৰ বাবে যথেষ্ট আছিল। কেন্দ্ৰীয় ৰণাঙ্গনে যাতে প্ৰত্যাঘাত হানিব পাৰে আৰু বিনা-ছেদে ১৫ জুলাই প্ৰতি-আক্ৰমণাত্মক অভিযানত অৱতীৰ্ণ হ'ব পাৰে তাৰ বাবে ট্ৰাকেৰে অতিৰিক্ত খাৰবাৰুদৰ সৰবৰাহ অনা হৈছিল। ভ'ৰ'নেঝ ৰণাঙ্গন ৩ আগষ্ট পৰ্য্যন্ত প্ৰতি-আক্ৰমণত অৱতীৰ্ণ হ'ব পৰা নাছিল, কাৰণ তাক সময়মতে যথেষ্ট সৰবৰাহ দিয়া হোৱা নাছিল।

ৰণনৈতিক প্ৰতি-আক্ৰমণত ব্ৰিয়ানস্ক ৰণাঙ্গৰ আৰু পশ্চিম ৰণাঙ্গনৰ বাওঁপক্ষৰ সৈন্যসকল আৰু স্তেপ ৰণাঙ্গনৰ ইউনিট বোৰেও ভাগ লৈছিল। এই আটাইবোৰ ৰণাঙ্গনৰ সৰবৰাহ ব্যৱস্থাক আক্ৰমণাত্মক উদ্দেশ্যে পৰিচালিত কৰা হৈছিল। আৰ্মিৰ সৰবৰাহ এলেকাবোৰ আছিল ১০০ কিলোমিটাৰ পৰ্য্যন্ত গভীৰ, আৰু ৰণাঙ্গনৰ এলেকা আছিল ১০০ৰ পৰা ১৫০ কিলোমিটাৰ পৰ্য্যন্ত গভীৰ। ৰণাঙ্গন আৰু আৰ্মিবোৰৰ সৰবৰাহ অধিকাংশ সৰবৰাহৰ ঠাইৎ সমুখ ৰণথলীৰ পৰা ৫০-১০০ কিলোমিটাৰৰ ভিতৰত অৱস্থিত আছিল। পশ্চিম ৰণাঙ্গনৰ বাওঁপক্ষ আৰু ব্ৰিয়ানস্ক আৰু স্তেপ ৰণাঙ্গনৰ সৰবৰাহ ভঁৰাল কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ ভঁৰালতকৈ বেছি আছিল। সিবোৰৰ পথ আৰু যানবাহনৰ বন্দৱস্তও বেছি আছিল। ব্ৰিয়ানস্ক ৰণাঙ্গনৰ ১০টা মটৰ পৰিবহন বেটেলিয়ন আছিল, স্তেপ ৰণাঙ্গনৰ আছিল ৬টা। কিন্তু যিহেতুকে স্তেপ ৰণাঙ্গনক আত্মৰক্ষামূলক

যুঁজত আৰু সাধাৰণ প্ৰতি-আক্ৰমণত অৱতীৰ্ণ হোৱাৰ বাবেও গুৰুত্বপূৰ্ণ কৰ্তব্য সম্পাদনৰ দায়িত্ব দিয়া হৈছিল, সেয়ে তেওঁলোকৰ হাতত ট্ৰাকৰ সংখ্যা কম আছিল বুলি প্ৰমাণিত হল। জেনাৰেল হেড কোৱাৰ্টাৰ্ছে তেওঁলোকক সাহায্য কৰিবলৈ আগবাঢ়ি আহিছিল। শত্ৰু পেনৎছাৰহঁত যেতিয়া প্ৰখৰভকাৰ কাষ চাপি আহিছিল তেতিয়া সিহঁতত অগ্ৰগতি প্ৰতিহত কৰিবৰ বাবে জেনাৰেল পি. এ. ৰ'তমিস্ত্ৰভৰ ৫ম গাৰ্ডছ আৰ্মিক স্তেপ ৰণাঙ্গনৰ পৰা প্ৰত্যাহাৰ কৰি অনা হৈছিল। বাধ্য হৈ ৫০০ কিলোমিটাৰ মাৰ্চ কৰা সত্বেও এই আৰ্মিয়ে তাৰ যুঁজ কৰাৰ ক্ষমতা অটুট ৰাখিছিল আৰু নিৰ্দিষ্ট কৰ্তব্য সম্পাদন কৰিছিল। এই কৃতিত্ব নিসন্দেহে এই আৰ্মিৰ কমাণ্ডাৰসকলৰ, তেওঁলোকৰ সহকৰ্মীসকলৰ আৰু হেড কোৱাৰ্টাৰ্ছৰ প্ৰাপ্য।

আক্ৰমণাত্মক অভিযানৰ কালত অনেক গভীৰলৈকে গধুৰ অস্ত্ৰশস্ত্ৰ আৰু গাড়ী ( টেঙ্ক, কামানবাহী আৰু লৰি ) মেৰামতৰ সমস্যাটোৰ তাৎপৰ্য্য ম্লান হোৱা নাছিল। ফলস্বৰূপে, ওপৰোক্ত তথ্যই বিশেষ মনোযোগৰ দাবী ৰাখে।

সাধাৰণ আক্ৰমণাত্মক অভিযানত অৱতীৰ্ণ হোৱাৰ সময়ত ৰণাঙ্গনবোৰত যাৱতীয় বয়বস্তুৰ সৰবৰাহ বেছ সন্তোষজনক আছিল। এই কথা সঁচা যে ১৫ জুলাই পৰ্য্যন্ত কেন্দ্ৰীয় ৰণাঙ্গনত দুটা অগ্নি ইউনিট খাৰবাৰুদ আছিল। কিন্তু ই স্বাভাৱিক বুলি বিবেচনা কৰা যায় যদি এই কথা মনত ৰখা যায় যে এই ৰণাঙ্গন যুঁজৰ কালৰপৰা কোনো ছেদ নোহোৱাকৈ আক্ৰমণাত্মক অভিযানলৈ গৈছিল।

কুস্কৰ যুঁজত শত্ৰুৰ প্ৰধান আক্ৰমণৰ মুখামুখি হব লগীয়া হোৱা আৰ্মিবোৰ যথেষ্ট ক্ষতিগ্ৰস্ত হৈছিল। কুস্ক অভিক্ষেপৰ পৰা আহতসকলক অপসাৰণৰ কাম লেহেম গতিৰে চলিছিল, কুস্ক আৰু আন চহৰবোৰত বহুত আহত ব্যক্তি গোট খাইছিল। কুস্ক কেৱাটাও ৰণাঙ্গনৰ বিৰাট এখন হাস্পতাল ঘাঁটিত পৰিণত হৈছিল।

ৰণাঙ্গন আৰু আৰ্মিবোৰৰ সামৰিক পৰিষদবোৰৰ পৰিচালনাত চলাচল আৰু সৰবৰাহ ব্যৱস্থাই কুম্ভ'ৰ মহান যুঁজত যুদ্ধমান সৈন্যসকলৰ যি যি দৰকাৰ তাক যোগান দিয়াৰ কৰ্তব্য সসম্মানে সমাধা কৰিছিল আৰু এনেকৈ বিজয়লাভত বিপুল অৱদান যোগাইছিল। সৰবৰাহ ইউনিটবোৰৰ, অক্লান্ত অফিচাৰ আৰু সৈন্যসকলে পৰৱৰ্তীকালত নীপাৰ অভিমুখে ব্যাপক অগ্ৰগতিত সমান দক্ষতাৰে সৈতে কাম কৰিছিল। এটা দৃষ্টান্তমূলক তথ্য উপস্থিত কৰা যাওক। আক্ৰমণাত্মক যুঁজৰ এটা পৰ্য্যায়ত ৰণাঙ্গনৰ কমাণ্ডাৰ ৰ'ক'ছ'ভস্কিয়ে অ'ৰেল অভিমুখে শত্ৰুসেনা আঁতৰি যোৱাত লৃগভ এলেকাত যি 'শূণ্যতা' সৃষ্টি হৈছিল তাৰ সুযোগ লোৱাৰ সিদ্ধান্ত কৰিলে। ৰণাঙ্গনৰ চলাচল আৰু সৰবৰাহ বিভাগৰ মুখ্যৰ ওপৰত ৩৬ ঘণ্টাৰ ভিতৰত ২৫০০০ সৈন্য সংৰক্ষিত ক'ৰ আৰু তেওঁলোকৰ অস্ত্ৰশস্ত্ৰ ক্ৰমিৰ পৰা লৃগভলৈ (১০০-১২০ কিলোমিটাৰ) লৈ যোৱাৰ দায়িত্ব ন্যস্ত কৰা হল। কমাণ্ডাৰে বিশেষকৈ ক'লে যে একো একোটা ঘণ্টা বচাব পৰা হলে কৰ্তব্য সমাধা কৰাৰ পক্ষে বিশেষ সাহায্য হব।

অভুতপূৰ্ব প্ৰয়াস আৰু ব্যাপক উদ্যোগ প্ৰদৰ্শন কৰি মটৰ পৰিবহন কৰ্মীসকলে, বিশেষকৈ চালকসকলে ৰণাঙ্গনৰ কমাণ্ডাৰসকলৰ নিৰ্দেশ ৩৬ ঘণ্টাৰ সলনি ২৪ ঘণ্টাৰ মাজত পালন কৰিছিল। পথকৰ্মীসকলেও তেওঁলোকৰ কৰ্তব্য চমৎকাৰভাৱে সম্পাদন কৰিছিল। তেওঁলোকে নিখুঁতভাৱে যানবাহন নিয়ন্ত্ৰণ কৰিছিল আৰু যাতে পলম হোৱাৰ কোনো কাৰণ নঘটে তাৰ ব্যৱস্থা কৰিছিল।

এই কৌশল প্ৰয়োগে অসাধাৰণ গুৰুত্বপূৰ্ণ ফল দিলে। এই ক'ৰে শত্ৰুইতৰ দুৰ্বল প্ৰতিৰক্ষা ভেদ কৰিলে, পশ্চিমফালে ৪০০ কিলোমিটাৰৰ বেছি আগুৱাই গল, নীপাৰ অতিক্ৰম কৰিলে আৰু শত্ৰুৰ কিয়েভ গোষ্ঠীৰ পিচফালে উপস্থিত হলগৈ।

কুৰ্স্কৰ যুঁজত যুদ্ধৰত ৰণাঙ্গন, আৰ্মি, সৈন্যগঠন আৰু ইউনিট-বোৰৰ চলাচল সৰবৰাহ ব্যৱস্থাৰ হেজাৰ হেজাৰ কৰ্মীৰ নিবিড় সহযোগিতা, কৰ্তব্যৰ প্ৰতি তেওঁলোকৰ থকা প্ৰকৃত কমিউনিষ্ট সুলভ দৃষ্টিভঙ্গী, পাৰ্টি সংস্থাসমূহৰ তৰফৰপৰা চলাচল আৰু সৰবৰাহৰ কামৰ প্ৰতি নিৰলস মনোযোগ আৰু চলাচল আৰু সৰবৰাহ ব্যৱস্থাত কমিউনিষ্টসকলৰ নেতৃস্থানীয় ভূমিকা এই আটাইবোৰে সৰবৰাহ ব্যৱস্থাত ইয়াৰ কৰ্তব্য সুসম্পন্ন কৰাত আৰু কুৰ্স্কৰ যুঁজত জয়লাভৰ ক্ষেত্ৰত অৱদান যোগোৱাত সাহায্য কৰিছিল।

——



কৰ্ণেল

ৰবিছ ঝাবেলক*

# বিমান প্ৰতিৰক্ষা বাহিনী

অপাৰেছন ছিটাডেলৰ প্ৰস্তুতিত নাৎছী কমাণ্ডে শক্তিশালী সৈন্য সমাবেশ কৰাৰ লগতে এক বিৰাট বিমান বহৰ ছোভিয়েত-জাৰ্মান ৰণাঙ্গনৰ মাজভাগৰ খণ্ডত গোট খুৱাইছিল। ১৯৪৩ চনৰ বসন্তকালত সিহঁতে জাৰ্মানী, ফ্ৰান্স আৰু নৰৱেৰ বিমানৰ কেবাটাও স্কোৱাড্ৰন অ'ৰেল, বেলগ'ৰ'দ আৰু খাৰকভ এলেকালৈ লৈ গৈছিল, ফলস্বৰূপে সিহঁতে কুৰ্স্ক বালজত যি ২য় আৰু ৪ৰ্থ জাৰ্মান বহৰক কামত লগাব বুলি ঠিক কৰিছিল সিহঁতৰ সিহঁতৰ বিমান সংখ্যা ২০০০ ৰো বেছি আছিল, তাৰ ভিতৰত বোমাৰু বিমান আছিল ১০৪০ৰো অধিক।

কুৰ্স্ক বালজত এক বিপুল নাৎছী আক্ৰমণাত্মক অভিযানৰ আশঙ্কা কৰি ছোভিয়েত কমাণ্ডে তাত প্ৰতিৰক্ষা বেছিকৈ শক্তিশালী কৰাৰ ব্যৱস্থা কৰিছিল। এইবোৰ ব্যৱস্থাৰ ক্ষেত্ৰত এটা ডাঙৰ ভূমিকা দিয়া হৈছিল বিমান প্ৰতিৰক্ষাক, বিশেষকৈ যিবোৰ ৰেলপথেদি

---

* কৰ্ণেল ঝাবেলক মহান দেশপ্ৰেমিক যুদ্ধত প্ৰতিৰক্ষা ফৌজৰ কমাণ্ড আৰু ষ্টাফত পদাধিকাৰী আছিল। তেওঁ বৰ্তমান সামৰিক সাংবাদিক।

নতুন নতুন সৈন্য, অস্ত্রশস্ত্র, খাবৰাকদ, ইন্ধন আৰু আন আন সামগ্ৰী ৰণথলীত থকা আৰ্মিবোৰলৈ সৰবৰাহ কৰা হৈছিল, সেই সমুখ ৰণথলীৰ ৰেলপথখোৰক ৰক্ষা কৰাৰ বাবে। এই গুৰুত্বপূৰ্ণ দায়িত্ব দিয়া হৈছিল কুৰ্স্ক অভিক্ষেপৰ আৰু পাৰ্শ্ববৰ্তী এলেকাবোৰৰ বিমান-প্ৰতিৰোধী প্ৰতিৰক্ষা ফৌজক, ইয়াৰ ভিতৰত বিয়াৰস্ক-তাম্বভ, ভ'ৰ'নেঝ-ৰৰিছগ্লেবস্ক আৰু খাৰকভ আৰু খাৰকভ ডিভিশ্বনৰ বিমান প্ৰতিৰক্ষা জেলাৰ ফৌজবোৰৰ ওপৰতো আংশিক দায়িত্ব দিয়া হৈছিল। ৰেল জংছন, সেতু আৰু ৰেলপথ ৰক্ষাৰ বাবে মে আৰু জুন মাহত সিবোৰৰ হাতত ৫৫ টা মজলীয়া আৰু ২১৪ টা লঘু-বিমান-প্ৰতিৰোধী কামান, ৫৫৮ টা বিমান-প্ৰতিৰোধী মেচিনগান আৰু ১১২ টা চাৰ্চলাইট আৰু ২০০ বো অধিক যুঁজাৰু বিমান আছিল।

সামগ্ৰিক ৰণনৈতিক পৰিস্থিতি বিবেচনা কৰি বিমান প্ৰতিৰক্ষা বাহিনীয়ে কাস্তৰনয়ে কুৰ্স্ক ৰেলপথ ৰক্ষাৰ প্ৰতি তেওঁলোকৰ প্ৰধান প্ৰয়াস কেন্দ্ৰীভূত কৰিলে। মূলতঃ এই ৰেলপথেদি কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনলৈ সৰবৰাহ লোৱা হৈছিল। মাৰ্চৰ মাজভাগৰ পৰা ইয়াক ভ'ৰ'নেঝ-ৰৰিছগ্লেবস্ক বিমান প্ৰতিৰক্ষাৰ জিলাৰ ( কমাণ্ডাৰ মেজৰ জেনাৰেল এন. কে. ভাছিলিকভ ) ইউনিটবোৰে আৰু বিমান প্ৰতিৰক্ষা বাহিনীৰ ১০১ তম ফাইটাৰ ডিভিশ্বনে ( কমাণ্ডাৰ : কৰ্ণেল এ টি. কাস্তক্কো ) ৰক্ষা কৰিছিল। তেওঁলোকে ৰণাঙ্গনৰ যুঁজাৰু বিমান শাখাৰ সৈতে সহযোগিতা কৰিছিল।

কুৰ্স্ক অভিক্ষেপত ৰেলপথবোৰ ৰক্ষাৰ আৰ্মিৰ বিমান-প্ৰতিৰক্ষা ফৌজৰ সৈতে নিবীড় সহযোগিতাত কৰ্মৰত এটা ব্যৱস্থা হিচাপে গঢ়ি তোলা হৈছিল। এই ব্যৱস্থাই কেতিয়াবা কেতিয়াবা আৰ্মিৰ বিমান প্ৰতিৰক্ষা ফৌজৰ কামতো মদত দিছিল। বিমানৰ পৰা অনুসন্ধান আৰু বিমান-প্ৰতিৰোধী অস্ত্ৰশস্ত্ৰ স্থাপনৰ ক্ষেত্ৰতো এই নীতি অনুসৃত হৈছিল।

বণাঙ্গনৰ এলেকাৰ ভিতৰত নাৎছী বিমান বিচাৰি উলিয়াবৰ বাবে ভ'ৰ'নেঝ-ৰবিছগ্লেবস্ক বিমান প্ৰতিৰক্ষা কমাণ্ডে বিমান পৰ্য্যবেক্ষণ প'ষ্টৰ কেইটামান লাইন সংগঠিত কৰিছিল; এইবোৰে আকৌ উত্তৰ, পশ্চিম আৰু দক্ষিণত কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ বণাঙ্গনৰ বিমান পৰ্য্যবেক্ষণ প'ষ্টবোৰৰ সৈতে সংযোগ প্ৰতিষ্ঠা কৰিছিল। বিমান প্ৰতিৰক্ষা জিলাৰ প্ৰধান পৰ্য্যবেক্ষণ প'ষ্টে বণাঙ্গনবোৰৰ প্ৰধান পৰ্য্যবেক্ষণ-কমাণ্ড প'ষ্টবোৰৰ সৈতে যোগাযোগ ৰক্ষা কৰিছিল, শেষোক্তবোৰে পূৰ্বোক্তবোৰক বিমান পৰিস্থিতি সম্বন্ধে অবহিত কৰিছিল। বিমান-প্ৰতিৰোধী অৱস্থানবোৰ আৰু যুঁজাৰু বিমানৰ স্কোৱাড্ৰনবোৰক শত্ৰুৰ বিমান সম্বন্ধে সতৰ্ক কৰি দিয়া হৈছিল অনাতাঁৰ যোগেদি আৰু প্ৰধান বিমানবন্দৰবোৰক সতৰ্ক কৰি দিয়া হৈছিল টেলিগ্ৰাফৰ যোগেদি।

যুঁজাৰু বিমান ছত্ৰ আৰু বিমান-প্ৰতিৰোধী ৰক্ষা ব্যৱস্থা সংগঠন প্ৰভাবিত হৈছিল এই ঘটনাৰ দ্বাৰা যে ৰেলপথ আৰু ৰেলপথ ঘটিত অন্যান্য সংস্থাপন সমুখ বণাঙ্গনৰ খুব ওচৰত আছিল। ফলত বিমান প্ৰতিৰক্ষা ফৌজক শত্ৰু বিমান ওচৰ চাপি অহা সম্পৰ্কে সতৰ্কতা জ্ঞাপনৰ সময় খুব কম পোৱা গৈছিল, সেয়ে বিমান-প্ৰতিৰোধী প্ৰতিৰক্ষা লগে লগে প্ৰস্তুত হোৱাটো আছিল অন্যতম অপৰিহাৰ্য্য চৰ্ত। আৰু এটা বিষয় আছিল পৰস্পৰৰ পৰা বেছ আঁতৰত অৱস্থিত বহুসংখ্যক লক্ষ্যবস্তু ৰক্ষা কৰাৰ প্ৰয়োজনীয়তা, আৰু তাৰ বাবে বিমান প্ৰতিৰক্ষাকে লৈ ব্যাপকভাৱে কৌশল প্ৰয়োগৰ দৰকাৰ হৈছিল।

এই কাৰণত বিমান প্ৰতিৰক্ষাৰ যুঁজাৰু বিমানবোৰে সিবোৰৰ বিমান পথাৰবোৰক বিবোৰ লক্ষ্যবস্তু ৰক্ষাৰ প্ৰয়োজন (ৰেলপথ, সেতু আদি) সেইবোৰৰ যিমান ওচৰত সম্ভৱ ৰাখিছিল। কৌশল অৱলম্বনৰ সুবিধাৰ উদ্দেশ্যে যুঁজাৰু বিমান ৰেজিমেণ্টবোৰৰ বাবে কেবাটাও বিমান পথাৰ দিয়া হৈছিল।

যুঁজাক বিমান গোটবোৰক বেছি সময় দিবলৈ প্ৰধান বিমান পথৰ-বোৰত আগতীয়াকৈ সতৰ্কতা জ্ঞাপনৰ বাবে বাডাৰ বহুওৱা হৈছিল। প্ৰত্যেক বিমান ৰেজিমেণ্টক তাৰ ঘাঁটিৰ আটাইতকৈ ওচৰাউচৰিকৈ থকা ৰেলপথৰ একো একোটা অংশৰ দায়িত্ব দিয়া হৈছিল যাতে যুঁজাক বিমানবোৰে যিবোৰ লক্ষ্যবস্তু ৰক্ষা কৰিছিল সেইবোৰৰ ওচৰলৈ গৈ পাবলৈ সিবোৰৰ সময় যথাসম্ভৱ কম লাগে।

ৰেলপথেদি চলাচল কৰা বিশেষ ট্ৰেনবোৰক যুঁজাক বিমানবোৰৰ দ্বাৰা আৰু ভালকৈ ৰক্ষা কৰিবৰ বাবে এই গাড়ীবোৰত অতিৰিক্ত চিনাক্তকৰণ চিহ্ন থাকিছিল আৰু এইবোৰে ট্ৰেনৰ গতিবিধিৰ বা-বাতৰি লবৰ বাবে ষ্টেশন মাষ্টাৰসকলৰ সৈতে যোগাযোগ ৰক্ষা কৰা হৈছিল।

যুঁজাক বিমানবোৰে ৰেলপথ ৰক্ষা কৰিবলগীয়া হৈছিল হয় স্থলৰ পৰা সতৰ্কতা জ্ঞাপনৰ ভেটিত, নহয় আকাশী বাটত টহল দি। অৱস্থা অনুযায়ী ব্যৱস্থা লোৱা হৈছিল। প্ৰথম পদ্ধতিটো ব্যৱহাৰ কৰা হৈছিল যেতিয়া বিমান পৰ্য্যবেক্ষণ ব্যৱস্থাই শত্ৰুৰ বিমান অহাটো ধৰা পেলাব পাৰিছিল আৰু যুঁজাক বিমানবোৰক এনেকৈ সতৰ্ক কৰিব পাৰিছিল যাতে তেওঁলোকে আকাশলৈ উৰা মৰাৰ সময় পাইছিল আৰু লক্ষ্যবস্তু পৰ্য্যন্ত গৈ পোৱাৰ আগতেই তেওঁলোকে শত্ৰু বিমানক ভেটা দিব পাৰিছিল। দ্বিতীয় পদ্ধতিটো ব্যৱহাৰ কৰা হৈছিল যেতিয়া লক্ষ্যবস্তুবোৰ সমুখ ৰণাঙ্গনৰ ওচৰাউচৰি থাকিছিল আৰু লুফৎৱাফে সক্ৰিয় থাকিছিল। এইবোৰ ক্ষেত্ৰত যুঁজাক বিমানবোৰে হয় সিবোৰৰ দায়িত্বত থকা নিৰ্দিষ্ট সমগ্ৰ খণ্ডটো টহল দি ফুৰিছিল অথবা ট্ৰেনবোৰ থকা ঠাইবোৰত টহল দিছিল।

যেতিয়াই ট্ৰেনবোৰ আক্ৰান্ত হোৱাৰ আশঙ্কা থাকিছিল টহলদাৰ যুঁজাক বিমানবোৰে তেতিয়াই শত্ৰু বিমানৰ মোকাবিলাত লাগি গৈছিল আৰু ৰেজিমেণ্টাল অথবা ডিভিজনাল কমাণ্ড পষ্টবোৰৰ নিৰ্দেশত টহলদাৰিৰ বাবে আন বিমান পঠোৱা হৈছিল। যদি শত্ৰু

বিমানে পথপ্ৰদৰ্শক ট্ৰেনখন আক্ৰমণৰ কোনো মতলৱ নেবদখুৱাই ছিল তেনেহলে সেইবোৰক বাধা দিবৰ বাবে আন বিমান পঠোৱা হৈছিল আৰু টহল দি থকা যুঁজাৰু বিমানবোৰে পূৰ্ব নিৰ্দিষ্ট কাম কৰি গৈছিল।

পাৰস্পৰিক সহযোগিতাত বিমানবাহিনীৰ যুঁজাৰু বিমান বিভাগ আৰু কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ জঙ্গী বিমানবোৰৰ বাবে যুঁজৰ সুনিৰ্দিষ্ট এলেকা নিৰ্দ্ধাৰণ কৰা হৈছিল। সমুখ ৰণাঙ্গনৰ ওচৰাউচৰি ছত্ৰচ্ছায়া দিয়া বিমানবাহিনীৰ যুঁজাৰু বিমানবোৰে শত্ৰু বিমানবোৰৰ মোকাবিলা কৰিছিল, স্থলসৈন্যসকলৰ ঠিক পিচফালৰ এলাকাবোৰৰ দায়িত্ব দিয়া হৈছিল সেই যুঁজাৰু বিমানবোৰক যিবোৰৰ কাম আছিল সংৰক্ষিত সামৰিক সা-সঁজুলি আৰু সংস্থাপন আদিৰ ফালে অগ্ৰসৰমান জাৰ্মান বোমাৰু বিমানবোৰ ধ্বংস কৰা। কাৰ্য্যকৰ সহযোগিতা প্ৰতিষ্ঠাৰ বাবে সিবোৰে বিমান পৰিস্থিতি আৰু সিবোৰৰ কাৰ্য্যকলাপ সম্বন্ধে বা-বাতৰি বিনিময় কৰিছিল, লক্ষ্যবস্তু সূচিত কৰাৰ লক্ষণবোৰৰ সমন্বয় সাধন কৰিছিল আৰু বিশাল বিশাল শত্ৰু বহৰবোৰ ধ্বংস কৰাৰ বাবে যুটীয়া অভিযানৰ প্ৰক্ৰিয়া নিৰ্দ্ধাৰণ কৰিছিল।

বিমান-প্ৰতিৰোধী কামানৰ সৰহভাগ নিয়োজিত হৈছিল সবাতোকৈ গুৰুত্বপূৰ্ণ ৰেলপথ জংছনবোৰত যেনে, তুলা, বিয়াঝস্ক, য়েলেছে, গ্ৰিয়াঝি. কুৰ্স্ক, কাস্তৰনয়ে, ভ'ৰ'নেঝ, লিছকি আৰু ভালুইকিক আৰু সেতুবোৰ ৰক্ষা কৰিবৰ বাবে। উদাহৰণস্বৰূপে, ৬৪টা মজলীয়া আৰু ২৪টা লঘু এ-এ কামান, ৪৫টা গধুৰ মেচিনগান আৰু ২৬টা ছাৰ্চ লাইটৰ দ্বাৰা কুৰ্স্কক শত্ৰু বিমান আক্ৰমণৰ পৰা ৰক্ষা কৰা হৈছিল। তাৰোপৰি চহৰৰ উপকণ্ঠত মজলীয়া ব্যাসৰ ৪ অথবা ৫টা বিমান-প্ৰতিৰোধী ৰেটাৰি আছিল আৰু ৰেলসেতুবোৰ ৰক্ষা কৰিবৰ নিমিত্তে ৩টা অথবা ৪টা কম ব্যাসৰ বিমান-প্ৰতিৰোধী মেচিনগান নিয়োগ কৰা হৈছিল। এইবোৰ শক্তিয়ে ৰেল জংছনবোৰক ৭ অথবা ৮ স্তৰবিশিষ্ট বিমান-

প্ৰতিবোধী কামানৰ পৰা অগ্নিবৰ্ষণ কৰি ৰক্ষা কৰিছিল। আৰু প্ৰবেশ আৰু নিৰ্গমন দুইচবোৰ আৰু ৰেলসেতুবোৰ বিমান-প্ৰতিবোধী মেচিনগানেৰে ৰক্ষা কৰা হৈছিল।

প্ৰধান ৰেলজংছন আৰু সেতুৰক্ষাকাৰী বিমান-প্ৰতিবোধী কামানৰ বেটাৰিবোৰক এনে ঠাইত নিয়োগ কৰা হৈছিল যাতে সম্ভাব্য লক্ষ্য-বস্তুবোৰৰ বাটত যিমানখিনি সম্ভৱ ঘন বিমান-প্ৰতিবোধী অগ্নিবৰ্ষণ নিশ্চিত কৰা যায়। সবাতোকৈ বেছি বিপন্ন খণ্ডবোৰত অগ্নিবৰ্ষণৰ ঘনত্ব বৃদ্ধিৰ বাবে বেটাৰিবোৰক বেছি ওচৰাউচৰিকৈ নিয়োজিত কৰা হৈছিল। মজলীয়া বিমান-প্ৰতিবোধী কামানৰ বেটাৰিবোৰৰ মাজত এই দূৰত্ব আছিল সাধাৰণতে ২ৰ পৰা ৩ কিলোমিটাৰ। সৰু ৰেল ষ্টেছন, ছাইডিং আৰু চলাচল কৰি থকা ট্ৰেনবোৰ ৰক্ষা কৰাৰ বাবে বিমান-প্ৰতিবোধী অস্ত্ৰশস্ত্ৰৰ একাংশ, মূলতঃ লঘু বিমান-প্ৰতিবোধী কামান আৰু বিমান-প্ৰতিবোধী মেচিনগান ব্যৱহাৰ কৰা হৈছিল।

কুৰ্স্কত চলমান বিমান-প্ৰতিবোধী গোলন্দাজসকলৰ যুঁজৰ গোষ্ঠীবোৰক সৰু-সুৰা ৰেল ষ্টেছন, সৰু দলং, ৰেলৰ বিভিন্ন ধৰণৰ সংস্থাপন আৰু যিবোৰ ষ্টেছনত ট্ৰেনত উঠা আৰু ট্ৰেনৰ পৰা নমা হৈছিল সেইবোৰ ৰক্ষাৰ বাবে ব্যাপকভাৱে ব্যৱহাৰ কৰা হৈছিল।

এই চলমান গোষ্ঠীবোৰ সাধাৰণতে গঠন কৰা হৈছিল লঘু বিমান-প্ৰতিবোধী কামান আৰু বিমান-প্ৰতিবোধী মেচিনগানৰ ইউনিটোৰ, কেতিয়াবা কেতিয়াবা এইবোৰ মজলীয়া বিমান-প্ৰতিবোধী কামান আৰু চাৰ্চলাইটেৰে সজ্জিত থাকিছিল। ইবোৰৰ লগত উচ্চ গতিবেগসম্পন্ন আৰু বহুদূৰ যাবলৈ সক্ষম গাড়ী আৰু ট্ৰেক্টৰ থাকিছিল। ইবোৰে উচ্চতৰ হেড কোৱাৰ্টাৰ্ছবোৰে ৰচনা কৰা পৰিকল্পনা অনুযায়ী গোপনে অতৰ্কিত আক্ৰমণৰ পদ্ধতিৰে কাম কৰিছিল। শত্ৰু বিমানৰ সবাতোকৈ সম্ভাব্য বাটবোৰেদি অগ্নিবৰ্ষণ অৱস্থানবোৰ বছা হৈছিল। ইবোৰ সাধাৰণতে গোপনীয়তা আৰু ছদ্মবেশ সংক্ৰান্ত নিয়মবোৰ মানি ৰাখি

নিৰ্দ্ধাৰিত ঠাইত বহি থাকিছিল। সচৰাচৰতে দুই তিনিবাৰ সম্পৰ্কিত পিবত ইবোৰ নতুন অৱস্থানলৈ গুচি গৈছিল।

বিমান-প্ৰতিৰোধী অস্ত্ৰসজ্জিত ট্ৰেনবোৰ আছিল ৰেলপথত যোগাযোগ ব্যৱস্থা ৰক্ষা কৰাৰ বাবে বিমান-প্ৰতিৰোধী প্ৰতিৰক্ষাৰ অন্যতম গুৰুত্বপূৰ্ণ চলমান মাধ্যম। ১৯৪৩ চনৰ জহকালি তুলা, বিয়াৰাস্ক-তাম্বভ, ভ'ৰ'নেঝ ৰৰিছগ্লেবস্ক আৰু খাৰকভ বিমান প্ৰতিৰক্ষা জিলাবোৰৰ এনেকুৱা ৩৫ খন ট্ৰেন আছিল। এই ট্ৰেনবোৰ মজলীয়া আৰু লঘু এ-এ কামান আৰু বিমান-প্ৰতিৰোধী মেচিনগানেৰে সজ্জিত আছিল। ইয়াৰ ফলত ইবোৰ মজলীয়া আৰু কম উচ্চতাত একক বিমান আৰু বিমানৰ সৰু-সুৰা জাকক সফলভাৱে মোকাবিলা কৰিবলৈ সমৰ্থ হৈছিল। কুৰ্স্ক অভিক্ষেপত এইবোৰ ব্যৱহাৰ কৰা হৈছিল ৰেল ষ্টেচন, ছাইডিং আৰু দলং ৰক্ষাৰ বাবে, ৰেলপথেৰে অহা-যোৱা কৰা ট্ৰেনবোৰ ৰক্ষা কৰাৰ বাবে, গোপনে অতৰ্কিতে আক্ৰমণৰ বাবে আৰু ডাঙৰ ডাঙৰ ৰেল জংছনত বিমান প্ৰতিৰক্ষা শক্তিশালী কৰাৰ বাবে।

তথাকথিত পথ-প্ৰদৰ্শক ট্ৰেনৰ বিমান-প্ৰতিৰক্ষা গোষ্ঠী-বোৰে প্ৰায়ে চলমান সৈন্যবাহী ট্ৰেনবোৰক ৰক্ষা কৰিছিল। এইবোৰ সাধাৰণতে লঘু কামান আৰু মেচিনগানেৰে সজ্জিত বিমান-প্ৰতিৰোধী মেচিনগান প্লেটুনবোৰ লৈ গঠিত হৈছিল। একো একোটা গোষ্ঠী ট্ৰেনৰ মাজে মাজে দুখনৰ পৰা চাৰিখন খোলা প্লেটগাড়ীত থাকিছিল। প্ৰধান বিমান-প্ৰতিৰক্ষা অস্ত্ৰশস্ত্ৰবোৰ সাধাৰণতে ট্ৰেনৰ সমুখত থাকিছিল। প্লেটগাড়ীবোৰৰ ইখনৰ লগত সিখনৰ আৰু ইঞ্জিন ড্ৰাইভাৰৰ লগত টেলিফোনৰ সংযোগ আছিল। প্ৰধান কমাণ্ডাৰৰ লগত অনাতাঁৰযোগে যোগাযোগ ৰক্ষা কৰা হৈছিল।

১৯৪৩ চনৰ বসন্তকালত কুৰ্স্ক অভিক্ষেপত বিমান-প্ৰতিৰক্ষা বাহিনীৰ লগত লুফৎৱাফেৰ কঠোৰ যুঁজ আৰম্ভ হল। যুঁজৰ নিয়ামক

পৰ্য্যায় বিমানেই কাৰ চাপি আছিল আৰু ৰণাঙ্গনৰ সৈতে যোগাযোগ ব্যৱস্থাবোৰৰ ওপৰত বোমাবৰ্ষণৰ বাবে শত্ৰু বিমানেই ক্ৰমেই বেছি সংখ্যাত বিমান ব্যৱহাৰ কৰিবলৈ ধৰিলে, এই যুঁজ সিমানেই তীব্ৰ হৈ উঠিল। মাৰ্চ আৰু এপ্ৰিল মাহত নাৎছী বিমানে ৰেলপথ আৰু ৰেলৰ অন্যান্য লাগতিয়াল সংস্থাপনৰ ওপৰত ১৪০০ বাৰ হানা দিয়ে আৰু মে আৰু জুন মাহত এই সংখ্যা ৪৩০০ কো বেৰাই গৈছিল।

কেন্দ্ৰীয় আৰু ভ'ৰ'নেৰ ৰণাঙ্গনৰ সৈন্যসকলক পশ্চাদভাগৰ পৰা যিকোনো মূল্যত বিচ্ছিন্ন কৰাৰ উদ্দেশ্যে শত্ৰু বিমান বাহিনীয়ে অসাধাৰণ অধ্যৱসায় প্ৰদৰ্শন কৰিছিল। য়েলেৎছ আৰু অন্যান্য ৰেল ষ্টেছনবোৰত ১০-১৮ বাৰ হানা দিয়া হৈছিল। লিচকি ষ্টেছন আৰু দনৰ ওপৰৰ দলঙৰ ওপৰত মুঠ ৬০০ খন বিমানে ১৫ বাৰ বোমাবৰ্ষণ কৰিছিল।

শত্ৰুইতৰ বোমাৰু বিমানে বিশেষকৈ কুৰ্স্ক-কাস্তৰনয়ে ৰেলপথৰ ওপৰত বিশেষকৈ তীব্ৰ বোমাবৰ্ষণ কৰিছিল। ডাঙৰ ডাঙৰ বিমান বহৰৰ বোমাবৰ্ষণৰ মাজে মাজে সৰু-সুৰা বিমানৰ জাক বা আনকি একক এখন বিমানৰ পৰা বোমাবৰ্ষণ কৰা হৈছিল। আনকি ছেৰে-মিছিনভো ষ্টেছনৰ তুলনামূলকভাৱে সৰু দলংখনৰ ওপৰত ১০ বাৰ হানা দি বোমাবৰ্ষণ কৰা হৈছিল, আৰু সেই অভিযানত ২০০ বো বেছি বিমানে ভাগ লৈছিল। কাস্তৰণয়ে ষ্টেছনৰ ওপৰত বোমাবৰ্ষণ হৈছিল ১৬ বাৰ, আৰু আক্ৰমণাত্মক অভিযানৰ আগৰ পৰ্য্যায়ত কুৰ্স্ক ৰেল জংছনৰ ওপৰত ১৫ বাৰ বোমাবৰ্ষণ কৰা হৈছিল, তাত মুঠ ১৩০০ খনবো বেছি বিমানে ভাগ লৈছিল।

এই পৰিস্থিতিত কুৰ্স্ক-কাস্তৰনয়ে লাইন ৰক্ষাকাৰী বিমান-প্ৰতিৰক্ষা শক্তিসমূহেই শত্ৰুৰ বিৰুদ্ধে যুঁজৰ প্ৰধান বোজা বহন কৰিব লগীয়া হৈছিল। এই কামৰ গুৰুত্ব বিবেচনা কৰি ভ'ৰ'নেৰ ৰবিছগ্লেবস্কৰ বিমান-প্ৰতিৰক্ষা জোনাৰ কমাণ্ডে তেওঁলোকক এটা বিশেষ কুৰ্স্ক টাস্ক-ফ'ৰ্চ দিছিল, তাৰ নেতৃত্বত আছিল কৰ্ণেল ভি. এছ. গাভৰিলভ,

বিমান-প্ৰতিৰক্ষাৰ চীফ-অব-ষ্টাফ। ৰেলপথ প্ৰতিৰক্ষাকাৰী যুঁজাৰু বিমান বহৰকো শক্তিশালী কৰা হৈছিল। টাস্ক ফ'ৰ্চ আৰু ৰণাঙ্গনৰ বিমান-প্ৰতিৰক্ষা শক্তিবোৰৰ লগত নিবীড় সহযোগিতা সংগঠিত কৰা হৈছিল যাতে তেওঁলোক টাস্ক ফ'ৰ্চ কমাণ্ড আৰু ৰণাঙ্গণৰ কমাণ্ডৰ সৈতে পৰামৰ্শ কৰিয়েই মাথো এঠাইৰ পৰা পৰা আন ঠাইলৈ যাব পৰা হৈছিল। টাস্ক 'ফ'ৰ্চ'ৰ সদৰ দপ্তৰ আছিল কুৰ্স্কত, তেওঁলোকে অধীনস্থ গোটবোৰৰ যোগাযোগৰ বিষয়া আৰু কেন্দ্ৰীয় ৰণাঙ্গনৰ চলাচল আৰু সৰবৰাহৰ মুৰব্বীৰ লগত তাঁৰ আৰু অনাতাঁৰ যোগাযোগ ৰক্ষা কৰিছিল; কেন্দ্ৰীয় ৰণাঙ্গনৰ চলাচল আৰু সৰবৰাহৰ মুৰব্বীয়ে টাস্ক-ফ'ৰ্চ সদৰ দপ্তৰক ট্ৰেন চলাচল, ট্ৰেনৰ পৰা ওঠা-নমা কৰা ঠাইবোৰ সম্পৰ্কে নিয়মিত বাতৰিৰ যোগান ধৰিছিল। ফলত ষ্টেছনত বৈ থকা আৰু চলমান ট্ৰেনবোৰ ৰক্ষা কৰাৰ বাবে সময়মতে ব্যৱস্থা লোৱাটো সম্ভৱ হৈছিল। বিমান আক্ৰমণৰ সম্পৰ্কে আগতীয়াকৈ ধাৰণা কৰি গ্ৰুপ হেড কোৱাৰ্টাৰ্ছে ৰেলৱে ৰৰমূৰীয়াসকলক ট্ৰেনবোৰ ইফালে-সিফালে সিঁচৰতি কৰি দিয়াৰ আৰু বিপজ্জনক মালপত্ৰবাহী ট্ৰেনবোৰ ষ্টেছনৰ পৰা বাহিৰলৈ পঠাই দিয়াৰ সম্পৰ্কত সতৰ্ক কৰি দিছিল।

আমাৰ যুঁজাৰু বিমানবোৰে আৰু বিমান-প্ৰতিৰোধী কামানবোৰে নাৎছী বিমানবহৰক গুৰুতৰৰূপে ক্ষতিগ্ৰস্ত কৰিছিল। প্ৰবল প্ৰতিৰোধৰ সমুখীন হৈ শত্ৰুইঁতে বহুত সংখ্যক পথপ্ৰদৰ্শক যুঁজাৰু বিমান লগত লৈ বিশাল বিশাল বোমাৰু বিমানৰ জাকৰ দ্বাৰা সবাতোকৈ গুৰুত্বপূৰ্ণ লক্ষ্যবস্তুবোৰৰ ওপৰত প্ৰচণ্ড আক্ৰমণ কৰোৱাৰ কৌশল ললে। উদাহৰণস্বৰূপে, ২২ মে' দোকমোকালি শত্ৰুইঁতে ৪০ খন যুঁজাৰু বিমানসহ ১৩০ খন বোমাৰু বিমান পঠিয়ালে কুৰ্স্ক ৰেল ষ্টেছন আক্ৰমণ কৰিবলৈ। সিহঁত সমুখ লাইনৰ কাষ চাপি অহা মাত্ৰকে তাৰ উদ্দেশ্য পৰ্য্যবেক্ষণ প'ষ্টবোৰে বুজি পালে। ৰেলৱেৰ ৰৰমূৰীয়াসকলে যাতে সমস্ত মালবাহী ট্ৰেনবোৰ ষ্টেছনৰ পৰা

উলিয়াই দিব পাৰে সেই উদ্দেশ্যে তেওঁলোকক সতর্ক কৰি দিয়া হ'ল। শত্রু বিমানবোৰ ঘেৰ্ত্তিয়া আমাৰ প্ৰতিৰক্ষাৰ সমুখস্থ লাইনলৈ আহি পাওঁ পাওঁ হৈছে সেই সময়ত ৰণাঙ্গনৰ বিমান বহৰৰ যুঁজাৰু বিমানবোৰে সিহঁতক আক্ৰমণ কৰিলে, কঠোৰ প্ৰতিৰোধ সত্বেও লুফৎ-ৱাফে বিমান জাকৰ বেছিভাগ লক্ষ্যবস্তুৰ পিনে আগুৱাবলৈ ধৰিলে, সিহঁত কুস্ক'ৰ আৰু ওচৰাউচৰি আহি পোৱা মাত্ৰকে ১০১ তম বিমান-প্ৰতিৰক্ষা যুঁজাৰু বিমান ডিভিশনে সিহঁতৰ মোকাবিলা কৰিলে।

আমাৰ বিমানবোৰে বীৰ-বিক্ৰমে আক্ৰমণ কৰি শত্ৰুহঁতৰ বিমানৰ জাকবোৰ সিঁচৰতি কৰি দিলে আৰু সিহঁতৰ গুৰুতৰ ক্ষতিসাধন কৰিলে।

বিমান-প্ৰতিৰোধী কামানৰ গোলন্দাজসকলেও সাহসেৰে সৈতে যুঁজিছিল। যিবোৰ শত্রু বিমান প্ৰতিৰোধ ভাঙি লক্ষ্যবস্তুৰ পিনে আগুৱাই গৈছিল সেইবোৰ ভয়ঙ্কৰ জুইৰ মুখত পৰিল। এই বিমান আক্ৰমণৰ পৰা নাৎছীহঁতে সিহঁতৰ ঈপ্সিত ফল নাপালে যদিও এই চেষ্টা কৰিবলৈ গৈ আমাৰ যুঁজাৰু বিমান আৰু বিমান-প্ৰতিৰোধী গোলন্দাজসকলৰ হাতত সিহঁতে ৬৫ খন বিমান হেৰুৱাব লগা হ'ল।

কুস্ক' অভিক্ষেপত বিমান প্ৰতিৰক্ষা বাহিনীৰ ক্ৰিয়াকলাপ ২ জুলাইৰ দিনা সৰ্বোচ্চ শিখৰ পালেগৈ। সিদিনা কুস্ক'ৰ ওপৰত এক অতি বিশাল বিমান আক্ৰমণক ভেটা দিবলৈ তেওঁলোকক মতা হ'ল। ই আছিল মহান দেশপ্ৰেমিক যুদ্ধৰ কালছোৱাত লুফৎৱাফেৰ বৃহত্তম আক্ৰমণবোৰৰ অন্যতম। আগৰ পৰাজয়বোৰৰ কথা মনত ৰাখি শত্ৰুহঁতে এই আক্ৰমণৰ বাবে পুঙ্খানুপুঙ্খ প্ৰস্তুতি চলাইছিল। নাৎছী কমাণ্ডে কুস্ক' জংছন সম্পূৰ্ণে ধ্বংস কৰাটোক ইয়াৰ লক্ষ্য হিচাপে লৈছিল। সেই উদ্দেশ্যে সিহঁতে ছোভিয়েত বিমান-প্ৰতিৰক্ষাক পৰাস্ত কৰিবলৈ সক্ষম এনে এক বিমান বহৰ গঠন কৰিবলৈ বিচাৰে

আৰু তাৰ বাবে অ'বেল আৰু স্তালিনো বিমান কোঠৰ পৰা স্কোৱাড্রনবোৰৰ অধিকাংশ প্রত্যাহাৰ কৰি আনি এই যুঁজত নিয়োগ কৰিলে। আক্রমণ আগৰ দৰে এটা দিশৰ পৰা আৰম্ভ কৰা নহ'ল; বহুত দিশৰ পৰা আৰম্ভ হ'ল আৰু পাঁচটা তৰঙ্গত হ'ল। তদুপৰি ফাঁকি দিব পৰাকৈ কৌশল পদ্ধতি ব্যাপকভাৱে ব্যৱহাৰ কৰা হ'ল; ১৫০০ মিটাৰৰ পৰা ৭০০০ মিটাৰলৈকে বিভিন্ন উচ্চতাত উঠা-নমা চলি থাকিল। পুৱতি নিশা ৪ টা ৩৯ মিনিটত আক্রমণ আৰম্ভ হ'ল। ১৩৭ খন বোমাৰু আৰু ৩০ খন যুঁজাৰু বিমানৰ প্রথম দলটোৰ ৬ টা জাক আছিল, ৩ টা জাক উত্তৰৰ ফালৰ পৰা লক্ষ্যবস্তুৰ ওপৰলৈ উঠিব আহিল, আৰু ৩ টা আহিল দক্ষিণ-পশ্চিমৰ পৰা। সিহঁতক আগভেটা দিবলৈ আমি ১৬শ এয়াৰ আৰ্মিৰ ৫৩ খন যুঁজাৰু বিমান আৰু ১০১ তম এয়াৰ ডিফেন্স ফাইটাৰ ডিভিজনৰ ৪২ খন যুঁজাৰু বিমান পঠালোঁ। সমুখ ৰণাঙ্গনৰ পৰা কুস্কলৈকে গোটেই এলেকা জুৰি বিমান সঙ্ঘৰ্ষ চলি থাকিল। ৰণাঙ্গনৰ যুঁজাৰু বিমান বহৰৰ অধিকাংশই ফাতেৰছোভদা লাইনৰ উত্তৰত যুঁজি আছিল, আৰু বিমান প্রতিৰক্ষাৰ যুঁজাৰু বিমানবোৰে এই লাইনৰ দক্ষিণত থকা লক্ষ্যবস্তুৰ ওচৰাউচৰি যুঁজি আছিল। তেওঁলোকে যুটীয়া প্রয়াসত শত্রুৰ বিপুল ক্ষয়ক্ষতি কৰিলে। তৎসত্ত্বেও প্রায় ৫০ খন নাৎছী বিমান লক্ষ্যবস্তুৰ ওপৰলৈ আহি পাইছিলহি, কিন্তু সিহঁত ঘন বিমান প্রতিৰোধী গোলাবর্ষণৰ সমুখীন হ'ব লগা হৈছিল।

পৰৱৰ্তী তৰঙ্গবোৰ একৰ পৰা তিনি ঘণ্টাৰ ব্যৱধানত আহিছিল। বিমান প্রতিৰক্ষা শক্তিৰ পক্ষে সবাতোকৈ কঠিন হৈছিল চতুৰ্থ তৰঙ্গ, যিটোত আছিল থাৰকভ আৰু পলটোভাৰ পৰা ৬০০০ মিটাৰ ওখয়েদি তিনিটা জাকত উৰা মৰা ১০৬ খন বোমাৰু বিমান। সিহঁতৰ লগত যুঁজিবলৈ পঠোৱা ২য় এয়াৰ আৰ্মিৰ ৫৭ খন যুঁজাৰু বিমানে অ'বইয়ান এলাকাত শত্রুক আক্রমণ কৰিছিল। কুস্কৰ

দক্ষিণ প্ৰৱেশমুখত শত্ৰু বিমানৰ মোকাবিলা কৰিছিল ১৬শ এয়াৰ আৰ্মিৰ ১৩খন যুঁজাক বিমান আৰু বিমান প্ৰতিৰক্ষাৰ ১৫ খন যুঁজাক বিমানে। এই সন্ঘৰ্ষকালত আমাৰ যুঁজাক বিমানবোৰে ২০ খন শত্ৰু-বিমান গুলি কৰি ভূপাতিত কৰিছিল, কিন্তু বাকীবোৰ লক্ষ্যবস্তুৰ ওপৰলৈ গৈ পাইছিল গৈ। এই অৱস্থাত বিমান-প্ৰতিৰোধী গোলন্দাজসকলে শত্ৰুৰ আঘাত দুৰ্বল কৰাৰ বাবে প্ৰাণপণ চেষ্টা কৰিছিল। বিমান-প্ৰতিৰোধী কামানবোৰে বৃহত্তম লক্ষ্যবস্তুৰ ওচৰত অগ্নিবৰ্ষণ কেন্দ্ৰীভূত কৰছিল, তাৰ ফলত নাৎচীহঁত কৌশল অৱলম্বন কৰি দ্ৰুত অগ্নিবৰ্ষণৰ এলেকাৰ বাহিৰলৈ ওলাই যাবলৈ বাধ্য হৈছিল।

কুৰ্স্কৰ আকাশত দিনৰ বেলিকা হোৱা আক্ৰমণত অংশ লৈছিল ৫৪৩খন বিমানে ( ৪২৪খন বোমাৰু আৰু ১১৯খন যুঁজাক বিমান )।

দোকমোকালিত আৰম্ভ হোৱা এই বিমান যুঁজ মাজে মাজে বিৰতি দি দুপৰীয়া আঢ়ৈ বজালৈকে চলিছিল, তাৰ পিচত গধূলিৰ পাচৰপৰা নতুনকৈ প্ৰবলভাৱে লাগি গৈছিল। জাৰ্মান বিমানবোৰ ৬ৰ পৰা ৫টা জাকত, আকৌ কেতিয়াবা অকলশৰীয়াকৈ ক্ৰমাগত লক্ষ্যবস্তুৰ ওপৰত জাহি পৰিছিল। সিবোৰৰ সংখ্যা আছিল প্ৰায় ৩০০। ৰাতিৰ আক্ৰমণক ভেটা দিয়াত প্ৰধান ভূমিকা লৈছিল বিমান-প্ৰতিৰোধী গোলন্দাজসকলে। তেওঁলোকে জাকে জাকে অবিৰাম প্ৰবল গোলাবৰ্ষণ কৰিছিল আৰু ইয়াৰ ফলত শত্ৰুহঁত প্ৰতিকূল পৰিবেশত যুঁজিবলৈ বাধ্য হৈছিল। দিনৰ আৰু ৰাতিৰ আক্ৰমণত শত্ৰুৰ প্ৰবল ক্ষয়ক্ষতি হৈছিল। সিহঁতে কুৰ্স্কত ১৪৫খন বিমান হেৰুৱাইছিল, তাৰ ভিতৰত ৮১খন বিমান ধ্বংস হৈছিল বিমান-প্ৰতিৰক্ষা ফৌজৰ হাতত।

ৰেল জংছনৰ গুৰুতৰ ক্ষতি হৈছিল, পিচে ৰেলপথ মোটামুটি উদ্ধাৰ কৰা হৈছিল, বিমান আক্ৰমণৰ খন্তেক পিচতেই কুৰ্স্কৰ মাজেদি ট্ৰেন চলোৱা সম্ভৱ হৈছিল।

চলন্ত ট্রেনবোৰ খেদি যোৱা বা সৰু সৰু ষ্টেছনৰ ওপৰত আক্ৰমণতো শত্ৰুফৌজে তাৰ উদ্দেশ্য সাধন কৰিব পৰা নাই। গতিশীল বিমান-প্ৰতিৰোধী যুঁজাৰু গোষ্ঠীবোৰে এইবোৰ ৰক্ষা কৰিছিল। তেওঁলোকে আচম্বিতে উপস্থিত হবৰ উপাদানটো সুকৌশলে ব্যৱহাৰ কৰিছিল। তেওঁলোকৰ কাৰ্য্যকলাপ বৰ ফলপ্ৰসূ হৈছিল আৰু তেওঁলোকে প্ৰায়ে ৰেলসংক্ৰান্ত লক্ষ্যবস্তু আক্ৰমণৰ পৰিকল্পনা এৰি দিবলৈ শত্ৰুহঁতক বাধ্য কৰিছিল।

বিমান-প্ৰতিৰোধী অস্ত্ৰসজ্জিত ট্ৰেনবোৰে লুফৎৱাফৰ প্ৰভূত ক্ষতি কৰিছিল। আলেক্সিয়েভা ষ্টেছনৰ ওপৰত আক্ৰমণ প্ৰতিহত কৰিবলৈ গৈ কেৱল এখন যুঁজত ১২৯তম বিমান-বিধ্বংসী অস্ত্ৰসজ্জিত ট্ৰেনৰ এ-এ কামানৰ গোলন্দাজসকলে ৪খন জাৰ্মান বিমান গুলিয়াই ভূপাতিত কৰিছিল।

মাৰ্চৰ পৰা জুন—এই চাৰি মাহত কুৰ্স্ক অভিক্ষেপৰ ৰেলপথ ৰক্ষাকাৰী বিমান-প্ৰতিৰক্ষা ফৌজে শত্ৰুহঁতৰ প্ৰায় ৪৭০০টা আক্ৰমণ প্ৰতিৰোধ কৰিছিল।

আক্ৰমণাত্মক অভিযানৰ ঠিক আগে আগে শত্ৰুপক্ষৰ বিমান বাহিনীয়ে সিহঁতৰ আক্ৰমণৰ হেঁচনি কুৰ্স্ক অভিক্ষেপৰ পৰা আঁতৰাই মাজভাগলৈ আনিবলৈ আৰম্ভ কৰিছিল আৰু আমাৰ গোলাবৰ্ষণৰ অৱস্থান বোৰৰ ওপৰত আৰু নিয়ন্ত্ৰণ কেন্দ্ৰবোৰৰ ওপৰত ক্ৰমেই বেছি বেছিকৈ বোমা পেলাবলৈ ধৰিছিল। ছোভিয়েত কমাণ্ডে ৰণাঙ্গনবোৰৰ বিমান-প্ৰতিৰক্ষা শক্তিবোৰক পশ্চাদভাগৰপৰা সমুখস্থ লাইনবোৰৰ ওচৰাউচৰি আঁতৰাই অনাৰ জৰিয়তে স্থলবাহিনীক আৰু বেছিকৈ ৰক্ষা কৰিব পৰা হৈছিল। ইয়াৰ ফলত বিমান-প্ৰতিৰক্ষা ফৌজবোৰৰ ক্ষমতা বাঢ়ি গৈছিল মাথো যোগাযোগ ব্যৱস্থাৰ ক্ষেত্ৰত নহয়, ৰণাঙ্গনৰ অন্যান্য সংস্থাপন আৰু ব্যৱস্থাবোৰক, যেনে বিমান কোঠ, সৰবৰাহৰ ৰেল জংছন আৰু সংৰক্ষিত ভাণ্ডাৰক বিমানছত্ৰ দিয়াৰ ক্ষেত্ৰতো। কুৰ্স্কৰ

যুঁজৰ আত্মৰক্ষামূলক আৰু আক্ৰমণাত্মক উভয় পৰ্য্যায়তে বিমান-প্ৰতিৰক্ষা বাহিনীয়ে এই কৰ্তব্য পালন কৰিছিল।

বিমান-প্ৰতিৰক্ষা বাহিনীৰ ফলপ্ৰদ কাৰ্য্যকলাপে নাৎছী বিমান বাহিনীৰ উদ্দেশ্য সফল কৰিবলৈ দিয়া নাই, নাৎছী বাহিনীয়ে ৰেল চলাচল বিপৰ্য্যস্ত কৰিব পৰা নাই, আৰু জুলাই আৰু আগষ্টৰ নিয়ামক যুঁজৰ বাবে কুৰ্স্ক অভিক্ষেপত লাগতিয়াল জনবল আৰু বৈষয়িক সম্পদ ভাণ্ডাৰৰ সমাবেশ কৰাটোও বন্ধ কৰিব পৰা নাই। কেন্দ্ৰীয় ৰণাঙ্গনৰ চলাচল আৰু সৰবৰাহৰ হেড কোৱাৰ্টাৰ্ছে কুৰ্স্কত বিমান-প্ৰতিৰক্ষা টাস্ক ফ'ৰ্চৰ যুঁজক এই বুলি অভিহিত কৰিছিল যে যুঁজাৰু বিমান আৰু বিমান-প্ৰতিৰোধীশক্তিবোৰৰ ফলপ্ৰসু ৰক্ষণ আৰু সদা প্ৰস্তুত থকাৰ যহতে ৰণাঙ্গনলৈ যোৱা ট্ৰেনবোৰক ছত্ৰছায়া দিয়াৰ যি লক্ষ্য টাস্ক ফ'ৰ্চৰ আছিল তাক ই পূৰণ কৰিব পাৰিছিল। এখন ট্ৰেনো বিমান আক্ৰমণৰ দ্বাৰা ক্ষতিগ্ৰস্ত হোৱা নাছিল, সকলো বস্তু অটুট অৱস্থাত আৰু সময়মতে সৰবৰাহ দিয়া হৈছিল। ৬ জুনৰ পৰা ২২ জুলাইৰ ভিতৰত কুৰ্স্ক টাস্ক ফ'ৰ্চে ভ'ৰ'নেঝ আৰু কেন্দ্ৰীয় ৰণাঙ্গনলৈ সৰবৰাহৰ বাবে অতীব মূল্যৱান ২০০ খনবো অধিক ট্ৰেন ৰক্ষা কৰিছিল।

দেশৰ বিমান-প্ৰতিৰক্ষা বাহিনীয়ে মাজ খণ্ডত কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনত ৰণনৈতিক সংৰক্ষিত শক্তিবোৰক ৰক্ষা কৰাৰ ক্ষেত্ৰতো বহুমূলীয়া অৱদান যোগাইছিল। যোগাযোগৰ লাইন আৰু গুৰুত্বপূৰ্ণ সংস্থাপনাবোৰ ৰক্ষা কৰাৰ প্ৰধান কৰ্তব্য পালন কৰাৰ উপৰিও তেওঁলোকে সাধাৰণ বিমান-প্ৰতিৰক্ষা ব্যৱস্থাৰ মাজত কেন্দ্ৰীয় ৰণাঙ্গনৰ সৈন্যসকলকো বিমান সমৰ্থন দিছিল যেতিয়া সেই সৈন্যসকল প্ৰতিৰক্ষা এলেকাত থিতাপি লৈছিল সেই সময়ত। তদুপৰি, যেতিয়া তেওঁলোক যুঁজত অৱতীৰ্ণ হোৱাৰ আগে আগে আগুৱাই গৈছিল সেই সময়তো তেওঁলোকক বিমান সমৰ্থন দিছিল।

পিচে, কুৰ্স্কৰ যুঁজত বিমান-প্ৰতিৰক্ষা বাহিনীৰ কাৰ্য্যকলাপ সাধাৰণতে অনুসন্ধানী বিমান আৰু বমাৰৰ সৰু সৰু দলবোৰক মোকাবিলা কৰাৰ মাজত সীমাবদ্ধ আছিল, কাৰণ লুফৎৱাফৰ প্ৰধান কাম আছিল ইয়াৰ স্থলসেনাসকলক বিমান ছত্ৰ দিয়া। জুলাই আৰু আগষ্ট মাহত কুৰ্স্ক অভিক্ষেপত আৰু পাৰ্শ্ববৰ্ত্তী খণ্ডবোৰত বিমান-প্ৰতিৰক্ষা বাহিনীয়ে প্ৰায় ৯৪০ খন শত্ৰু বিমান আক্ৰমণ প্ৰতিহত কৰিছিল।

যেতিয়া ছোভিয়েত সৈন্যসকল আগুৱাই গৈ আছিল তেতিয়া মাজ খণ্ডত বিমান প্ৰতিৰক্ষা বাহিনীৰ একাংশক সমুখ ৰণাঙ্গনৰ লৈতে যোগাযোগ ব্যৱস্থা, সেতু আৰু অপসাৰণ সংস্থাপনা, যিবোৰ ৰণাঙ্গনলৈ অব্যাহত সৰবৰাহ আৰু ৰণাঙ্গনবোৰৰ আক্ৰমণাত্মক অভিযানত সাফল্যৰ পক্ষে অতীব গুৰুত্বপূৰ্ণ সেইবোৰক বিমানছত্ৰ দিবৰ বাবে ক্ৰমে ক্ৰমে মুক্ত অঞ্চলবোৰলৈ আঁতৰাই নিয়া হল।

গতিকে, ১৯৪৩ চনৰ বসন্ত আৰু জহকালি কুৰ্স্ক অভিক্ষেপত বিমান প্ৰতিৰক্ষা বাহিনীৰ যুঁজ কুৰ্স্কৰ ঐতিহাসিক যুঁজত নাৎছী ফৌজক পৰ্য্যুদস্ত কৰাৰ বাবে ছোভিয়েত সশস্ত্ৰ বাহিনীৰ ক্ৰিয়াকলাপৰ এক অতীব গুৰুত্বপূৰ্ণ অঙ্গ।





আলেকজেন্দাৰ য়েৰছভ
এম্. এছ-চি ( বুৰঞ্জী )*

# কমিউনিষ্ট পাৰ্টি কুৰ্স্কৰ যুঁজত ছোভিয়েত জনগণৰ জয়ৰ সংগঠক

কুৰ্স্কত হিটলাৰী বাহিনীৰ বিপৰ্যয় নাৎছী জাৰ্মানীৰ বিৰুদ্ধে ছোভিয়েত জনগণৰ জয়লাভৰ বাটত এটা মাইলখুঁটা।

এই যুঁজত ছোভিয়েত আৰু তেওঁলোকৰ সশস্ত্ৰ বাহিনীৰ জয় কোনো আকস্মিক ঘটনা নাছিল, যদিও বুৰঞ্জীৰ বুৰ্জোৱা বিকৃতকাৰীসকলে তেনেকৈ কয়। ধনতান্ত্ৰিক ব্যৱস্থাৰ ওপৰত ছোভিয়েত সামাজিক আৰু ৰাজনৈতিক ব্যৱস্থাৰ শ্ৰেষ্ঠত্বৰ দ্বাৰা এই জয় পূৰ্ব-নিৰ্দ্ধাৰিত আছিল আৰু অৰ্জিত হৈছিল কাৰণ ছোভিয়েত জনগণৰ নেতৃত্বত আছিল সংগ্ৰামী কমিউনিষ্ট পাৰ্টি যি পাৰ্টিয়ে তেওঁলোকক ঘৃণ্য শত্ৰুৰ বিৰুদ্ধে আপোচহীন সংগ্ৰামত সংগঠিত আৰু উদ্দীপিত কৰিছিল। ফলস্বৰূপে কুৰ্স্কত ছোভিয়েত সেনাবাহিনীৰ জয়লাভ মহান দেশপ্ৰেমিক যুদ্ধত আমাৰ জয়লাভৰ দৰেই সমান যুক্তিযুক্ত আছিল।

ছোভিয়েত সশস্ত্ৰ বাহিনীয়ে জহকালিৰ যুঁজত পুঙ্খানুপুঙ্খ প্ৰস্তুতি কৰিছিল। ১৯৪৩ চনৰ বসন্তকালি যি সামৰিক আৰু ৰাজনৈতিক

* আলেকজন্দাৰ য়েৰছভ ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ ইন্ষ্টিটিউট অব মাৰ্ক্সিজমৰ প্ৰবীণ গৱেষক।

পৰিস্থিতিয়ে ৰূপ পৰিগ্ৰহ কৰিছিল তালৈ দৃষ্টি ৰাখি পাৰ্টিৰ কেন্দ্ৰীয় কমিটি আৰু ছোভিয়েত চৰকাৰে নতুন আৰু অতীব গুৰুত্বপূৰ্ণ কৰ্তব্য নিৰ্দ্ধাৰণ কৰিছিল। তাৰ ভিতৰত এটা আছিল শত্ৰুসৈন্যহঁতক গ্ৰীষ্ম আৰু হেমন্তকালৰ ভিতৰত স্মলেনস্ক ছ'ঝ নৈ আৰু নীপাৰৰ নামনি আৰু মধ্যাংশৰ সিপাৰলৈ খেঁচুকি নিয়া আৰু কুবান এলেকাত জাৰ্মান অভিক্ষেপ মষিমূৰ কৰা। ছোভিয়েত বাহিনীক বিশাল শত্ৰু বাহিনীক বিচূৰ্ণ কৰি নীপাৰৰ য়ুক্ৰাইনীস্থ পূবপাৰ, চাবাছ আৰু মধ্য এলেকাবোৰ মুক্ত কৰিবলৈ কোৱা হৈছিল।

পাৰ্টিয়ে ছোভিয়েত জনগণক এই কৰ্তব্য সম্পাদনৰ বাবে তেওঁলোকৰ প্ৰয়াস দুগুণ আৰু তিনিগুণ কৰিবলৈ উদ্দীপিত কৰিছিল। পাৰ্টিয়ে যাৰ ওপৰত সমৰ উৎপাদন নিৰ্ভৰ কৰিছিল সেই গধুৰ শিল্পসংক্ৰান্ত কামকাজৰ মৌলিক উন্নতি বিধানৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিছিল, সংৰক্ষিত শক্তি গঢ়ি তুলিছিল, নতুন নতুন শ্ৰমকীৰ্তি প্ৰতিষ্ঠা কৰিবলৈ ছোভিয়েত জনগণক উদ্দীপিত কৰিছিল, সমুখ ৰণথলী আৰু পশ্চাদভাগৰ মাজৰ যোগসূত্ৰবোৰ শক্তিশালী কৰিছিল আৰু সেনাবাহিনীক সুকৌশলী শত্ৰুৰ লগত ন ন সংগ্ৰামৰ বাবে প্ৰস্তুত কৰিছিল। ১৯৫৩ চনৰ ৪ এপ্ৰিলৰ সম্পাদকীয় নিৱন্ধত পাৰ্টিৰ বাতৰিকাকত প্ৰাভদাই লিখিছিল: "আমাৰ সমুখত গধুৰ যুদ্ধ আৰু কঠোৰ পৰীক্ষা উপস্থিত হৈছে। নাৎছী আক্ৰমণকাৰীহঁতৰ বিৰুদ্ধে যুঁজৰ বাবে প্ৰয়োজন হব সময়ৰ, বহু আত্মত্যাগৰ আৰু সমুখ আৰু পশ্চাদভাগত প্ৰাণপণ প্ৰয়াস সংহত কৰাৰ আৰু সমস্ত সম্পদ ব্যৱহাৰ কৰাৰ।"

সেই বছৰৰ বসন্তকালৰ ভিতৰত কমিউনিষ্ট পাৰ্টিয়ে দেশৰ সামৰিক আৰু অৰ্থনৈতিক সম্ভাব্য ক্ষমতা বৃদ্ধিৰ ক্ষেত্ৰত বিৰাট সাফল্য অৰ্জন কৰিছিল। পাৰ্টিৰ নেতৃত্বত আৰু যুদ্ধ-পূৰ্ব পাঁচ বছৰীয়া আঁচনিবোৰৰ কালছোৱাত গঠিত শক্তিশালী বৈষয়িক আৰু কৃৎকৌশলগত ভিত্তিৰ

ওপৰত নিৰ্ভৰ কৰি ছোভিয়েত জনগণে পাৰ্টিয়ে নিৰ্দ্ধাৰণ কৰি দিয়া কৰ্তব্য সাফল্যৰ সৈতে পালন কৰিব পাৰিছিল আৰু পশ্চাদভাগৰ ক্ৰিয়াকলাপৰ ক্ষেত্ৰত এক মৌলিক দিক-পৰিবৰ্তনকাৰী অৱস্থা সৃষ্টি কৰিছিল। পিচে নাৎছী আক্ৰমণকাৰীইতৰ বিৰুদ্ধে যুঁজৰ পৰিসৰ ক্ৰমেই বাঢ়ি-যাবলৈ ধৰাত বিপুল পৰিমাণ বয়বস্তু খৰচ হৈছিল। আগন্তুক যুঁজত শত্ৰুক পৰাস্ত কৰাৰ বাবে আৰু টেঙ্ক, বিমান, কামান আৰু খাৰ-বাৰুদৰ দৰকাৰ আছিল। লেনিনে কৈছিল: "আনকি শ্ৰেষ্ঠতম সেনাবাহিনী, বিপ্লৱী আদৰ্শৰ প্ৰতি পৰম আন্তৰিকভাৱে অনুৰক্ত জাতিয়ো শত্ৰুৰ দ্বাৰা অনতিপলমে নিহত হব যদি তেওঁলোক যথেষ্ট পৰিমাণে অস্ত্ৰশস্ত্ৰৰে সজ্জিত নহয়, তেওঁলোকে খাদ্য সৰবৰাহ নাপায় আৰু প্ৰশিক্ষণ নাপায়।"

ৰণাঙ্গনৰ চাহিদা বিপুলভাৱে বাঢ়ি গৈছিল আৰু দেশখনত তেতিয়া অতি গুৰুত্বপূৰ্ণ কেঁচামালৰ তীব্ৰ নাটনিয়ে দেখা দিছিল। যথেষ্ট ধাতু পোৱা নগৈছিল। ইন্ধনৰ নাটনি থকাত লো আৰু তীখা কাৰখানাবোৰে ক্ষমতাতকৈ কম উৎপাদন কৰিছিল। বিদ্যুৎ উৎপাদন কেন্দ্ৰবোৰে নিয়মীয়াকৈ কাম কৰিব নোৱাৰিছিল। যুদ্ধ-শিল্পৰ ওপৰত এইবোৰৰ প্ৰত্যক্ষ প্ৰভাৱ পৰিছিল। ইয়েও টেঙ্ক, বিমান, কামান আৰু খাৰ-বাৰুদ উৎপাদনৰ ক্ষেত্ৰত পূৰ্ণক্ষমতা কামত লগাব নোৱাৰিছিল। সমৰ উৎপাদন বৃদ্ধি কৰাৰ বাবে পাৰ্টিৰ কেন্দ্ৰীয় কমিটি আৰু ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিয়ে মূলতঃ ইন্ধন আৰু ধাতুশিল্প কাৰখানাবোৰৰ কাম খৰতকীয়া কৰাৰ বাবে বিপুল পদক্ষেপ লৈছিল। ১৯৪৩ চনৰ ফেব্ৰুৱাৰী মাহত ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিয়ে লো আৰু তীখা শিল্পক আশু সাহায্য কৰাৰ সম্পৰ্কে সিদ্ধান্ত লৈছিল। তাত লো আৰু তীখা কাৰখানাবোৰৰ কয়লা, বিজুলী শক্তি আৰু কেঁচামালৰ চাহিদা সম্পূৰ্ণ পূৰণৰ ওপৰত আৰু আন আন কাৰখানাত প্ৰদত্ত অৰ্ডাৰ যাতে সময়মতে

পূৰণ হয় তাৰ ওপৰত জোৰ দিয়া হৈছিল। ১৯৪৩ চনৰ বসন্ত আৰু জহকালি গধুৰ শিল্প আৰু সমৰশিল্পৰ কাৰখানাবোৰৰ কাম-কাজৰ অধিকতৰ উন্নতিবিধানৰ বাবে পাৰ্টি আৰু চৰকাৰে আৰু কেবাটাও সিদ্ধান্ত লৈছিল।

· পাৰ্টিৰ কেন্দ্ৰীয় কমিটি আৰু ৰাষ্ট্ৰীয় কমিটিয়ে সকলো প্ৰজাতন্ত্ৰ আৰু সমস্ত অঞ্চলৰ পাৰ্টি আৰু ছোভিয়েত সংস্থাসমূহক অৰ্থ-নৈতিক ব্যৱস্থাপনাৰ ত্ৰুটি আঁতৰাবৰ নিৰ্দেশ দিছিল আৰু কাৰখানসমূহৰ মেনেজাৰসকলক উৎপাদনৰ অৰ্ডাৰ পূৰণ কৰাৰ ক্ষেত্ৰত দেশৰ ওপৰত তেওঁলোকৰ থকা দায়িত্ব সম্বন্ধে সতৰ্ক কৰি দিছিল। চেলিয়াবিয়ানস্ক সম্পৰ্কে ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিৰ সিদ্ধান্তক এটা চানেকী বুলি কব পৰা যায়। এই কথা সুবিদিত যে মহান দেশপ্ৰেমিক যুদ্ধৰ সময়ত প্ৰতিৰক্ষাশিল্পলৈ সৰবৰাহ পঠোৱাৰ ক্ষেত্ৰত উৰালে অন্যতম প্ৰধান ভূমিকা লৈছিল, আৰু ইয়াক সঙ্গতভাৱেই ছোভিয়েত অস্ত্ৰাগাৰ বোলা হৈছিল। পাৰ্টিৰ দ্বাৰা নিৰ্দ্ধাৰিত গুৰুত্বপূৰ্ণ কৰ্তব্য সম্পাদনত চেলিয়াবিনস্ক অঞ্চলৰ কমিউনিষ্টসকলে ভালেখিনি কাম কৰিছিল। মেগনিত'গস্ক আৰু ঝলৃভুস্ত ধাতু কাৰখানাবোৰে উচ্চ মিশ্ৰ-তীখাৰ ডজনে ডজনে নতুন ধৰণৰ উৎপাদন সংগঠিত কৰিছিল, যাৰ ফলত বিমান আৰু টেঙ্ক শিল্পৰ ধাতুৰ চাহিদা আৰু বেছিকৈ পূৰণ কৰা সম্ভৱ হৈছিল। ১৯৪২ চনৰ এঘাৰ মাহত লো আৰু তীখা শিল্পৰ মুঠ উৎপাদন ১৯৪১ চনৰ অকতকৈ ১৪০·৭ শতাংশ বাঢ়িছিল। তৎসত্বেও এই অঞ্চলটোৱে ধাতু উৎপাদনৰ ক্ষেত্ৰত ১৯৪২ চনৰ পৰিকল্পনা পূৰণ কৰিব পৰা নাছিল। ১৯৪৩ চনৰ জানুৱাৰী মাহত পাৰ্টিৰ আঞ্চলিক কমিটিৰ পূৰ্ণাঙ্গ অধিৱেশনত লো আৰু তীখা শিল্পৰ অৱস্থা সম্বন্ধে আলোচনা কৰা হল। দেশ আৰু ৰণাঙ্গনবোৰে কমিউনিষ্টসকলৰ ওপৰত যি নতুন আৰু বৃহত্তৰ দাবী উপস্থাপিত কৰিছিল তাৰ পূৰণৰ

বাবে নিজৰ নির্দিষ্ট কর্তব্য তেওঁলোকে স্পষ্টভাৱে নির্দ্ধাৰিত কৰিছিল। কিন্তু এই কর্তব্য সম্পাদন ভালেখিনি শ্লথ হৈ পৰিছিল কাৰণ লো আৰু তীখা কাৰখানাবোৰে কুজনেৎস্ক বেছিনৰ পৰা কোকিং কয়লাৰ আৰু চেলিয়াবিনস্ক অঞ্চলৰ পৰা জ্বালানি কয়লাৰ সৰবৰাহ নিয়মাকৈ পোৱা নাছিল। চেলিয়াবিনস্ক আৰু কপেইস্কৰ কয়লাখনিবোৰে ভালকৈ কাম কৰা নাছিল আৰু ১৯৪৩ চনৰ প্ৰথম চাৰি মাহত সিবোৰৰ পৰিকল্পনা পূৰণ কৰিবলৈ ব্যৰ্থ হৈছিল। তদুপৰি কয়লা সৰবৰাহ নিয়মিত নাছিল। এইবোৰ কাৰণত উৎপাদন ব্যাহত হৈছিল আৰু ফলত ক্ষমতাৰ উচ্চতম স্তৰৰ পৰা হস্তক্ষেপ কৰাৰ প্ৰয়োজন হৈছিল। ২১ এপ্ৰিলৰ দিনা ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিয়ে এক বিশেষ প্ৰস্তাৱ গ্ৰহণ কৰিছিল; সেই প্ৰস্তাৱত কাৰখানা-বোৰে যাতে পূৰ্ণ মাত্ৰায় উৎপাদন কৰিব পাৰে সেই উদ্দেশ্যে লো আৰু তীখা শিল্পলৈ কয়লা সৰবৰাহ বৃদ্ধি কৰাৰ বাবে চেলিয়াবিনস্ক আঞ্চলিক পাৰ্টি কমিটি আৰু কয়লাখনি মেনেজাৰ-সকলক কঠোৰ নিৰ্দেশ দিয়া হৈছিল।

পাৰ্টিৰ কেন্দ্ৰীয় কমিটিয়ে ৰেল চলাচলৰ প্ৰতিও বিশেষ মনোযোগ দিছিল। পাৰ্টিয়ে অভিমত প্ৰকাশ কৰিছিল যে পৰিবহন ব্যৱস্থাত সুদক্ষ কামৰ বাবে কঠোৰ শৃঙ্খলা অপৰিহাৰ্য্য। পৰিবহন ব্যৱস্থাত কঠোৰ শৃঙ্খলা প্ৰতিষ্ঠাৰ বাবে ছোভিয়েত ইউনিয়নৰ সৰ্বোচ্চ ছোভিয়েতৰ সভাপতি মণ্ডলীয়ে ১৯৪৩ চনৰ ১৫ এপ্ৰিলৰ দিনা এক ডিক্ৰী জাৰী কৰি ৰেল ব্যৱস্থাক সামৰিক আইনৰ অধীনলৈ আনে। এনেকৈ যুদ্ধৰ গোটেই কালছোৱাৰ বাবে সমস্ত ৰেলকৰ্মীক সমাবিষ্ট কৰা হৈছিল আৰু তেওঁলোকৰ কামৰ নিৰ্দিষ্ট ঠাই ঠিক কৰি দিয়া হৈছিল। ৮ মে'ৰ ডিক্ৰী অনুযায়ী পৰিবহন সামৰিক আইনৰ অধীনলৈ আহে। ২৫ এপ্ৰিল গণ কমিছাৰিয়েটৰ পৰিষদে ৰেলকৰ্মী-সকলৰ শৃঙ্খলা সংক্ৰান্ত নিয়মকানুন মঞ্জুৰ কৰিছিল। তৎকালীন

যুঁজৰ প্ৰস্তুতিৰ বাবে এইবোৰ ব্যৱস্থা অতীৱ গুৰুত্বপূৰ্ণ আছিল। প্ৰাভদাই লিখিছিল : "পৰিবহন ব্যৱস্থাত সামৰিক শৃংখলা, ৰবমূৰীয়াসকলৰ প্ৰতি নিঃচৰ্ত আনুগত্য আৰু ৰেলকৰ্মীসকলৰ দ্বাৰা সামৰিক কাইদাত নিৰ্দেশ পালনে শত্ৰুৰ ওপৰত নতুন বিধ্বংসী আঘাত হানিবলৈ আৰু জাৰ্মান আক্ৰমণকাৰীহঁতৰ বিৰুদ্ধে সম্পূৰ্ণ বিজয় অৰ্জন কৰিবলৈ লাল ফৌজক সাহায্য কৰিব।"

গধুৰ শিল্পৰ কাৰখানাবোৰৰ আৰু পৰিবহন ব্যৱহাৰ উন্নতিৰ বাবে ব্যৱস্থা গ্ৰহণৰ উপৰিও পাৰ্টি আৰু চৰকাৰে নিৰ্মাণ কাৰ্য্যৰ আৰু ব্লাষ্ট আৰু অ'পেনহাৰ্থ ফাৰ্ণেচ, ৰ'লিং মিল, বিজুলী উৎপাদন কেন্দ্ৰ, কয়লা আৰু আকৰিক লো খনি আৰু ৰেলপথ নিৰ্মাণৰ এক ব্যাপক কৰ্মযজ্ঞৰ সূচনা কৰিলে। ১৯৪৩ চনৰ মুঠ বিনিয়োগৰ ৭৫ শতাংশ যুদ্ধশিল্প, লো আৰু তীখা, ইঞ্জিনিয়াৰিং ইন্ধন, বিজুলী, ৰাসায়নিক শিল্প কাৰখানা আৰু পৰিবহন ব্যৱস্থা গঢ়ি তোলাৰ বাবে বৰাদ্দ কৰাৰ সিদ্ধান্ত লোৱা হল। লো আৰু তীখা কাৰখানা, কয়লাখনি আৰু বিজুলী কেন্দ্ৰ নিৰ্মাণৰ ব্যয় ১৯৪২ চনৰ তুলনাত দুগুণ কৰা হল, পূৰ্বাঞ্চলত নিৰ্মাণকাৰ্য্য বিশেষভাৱে ব্যাপক কৰা হল, এই এলেকাবোৰ ৰণাঙ্গনবোৰৰ আৰু যুদ্ধশিল্পৰ বাবে প্ৰধান সৰবৰাহ ঘাঁটিত পৰিণত হল। ১৯৪৩ চনৰ জানুৱাৰীত চুছোভা কাৰখানাত এক বিশাল নতুন ব্লাষ্ট ফাৰ্ণেচ চালু কৰা হল আৰু ফেব্ৰুৱাৰী মাহত চেলিয়াবিনস্কৰ লো আৰু তীখা কাৰখানাৰ প্ৰথম অংশ চালু কৰা হল।

নাৎছী বৰ্বৰহঁতে ধ্বংস কৰি দিয়া কাৰখানাবোৰ পুনৰ প্ৰতিষ্ঠাৰ বাবে পাৰ্টিয়ে জৰুৰী ব্যৱস্থা ললে। মুক্ত এলেকাবোৰত কাৰখানা-বোৰৰ সমৰোপকৰণৰ উৎপাদন দ্ৰুত সংগঠিত কৰিবলৈ পাৰ্টিৰ কেন্দ্ৰীয় কমিটিয়ে স্থানীয় পাৰ্টি আৰু প্ৰশাসনিক সংস্থাসমূহক নিৰ্দেশ দিলে। ষ্টালিনগ্ৰাদ আগুৰি ৰখা শত্ৰুসৈন্যদলক পৰ্য্যুদস্ত কৰাৰ পিচত

এমাহবো কম সময়ৰ ভিতৰত ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিয়ে ষ্টালিনগ্ৰাদ ট্ৰেক্টৰ কাৰখানাত ১৯৪৩ চনৰ মে-জুন মাহত টেঙ্ক আৰু ট্ৰেক্টৰ উৎপাদন পুনৰাৰম্ভ কৰাৰ সিদ্ধান্ত ললে। ১৯৪৩ চনৰ ২২ ফেব্ৰুৱাৰীত ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিয়ে দনবাছ কয়লাখনিবোৰৰ পুনৰ্বাসনৰ সম্পৰ্কে সিদ্ধান্ত ললে, এই সিদ্ধান্তত বিশেষ জোৰ দি কোৱা হল যে য়ুক্ৰাইন আৰু ৰস্তভ অঞ্চলৰ পাৰ্টি আৰু প্ৰশাসনিক সংস্থাসমূহে এই কৰ্তব্যক অন্যতম সৰ্বাধিক গুৰুত্বসম্পন্ন অৰ্থনৈতিক কৰ্তব্য হিচাপে গণ্য কৰা উচিত। এই সিদ্ধান্ত সফলভাৱে কাৰ্য্য কৰা হল। দনবাছৰ ভ'ৰ'ছিলভগ্ৰাদ অঞ্চলৰ ৫২ টা সৰু খনিয়ে এই অঞ্চল মুক্ত হোৱাৰ প্ৰথম দু'মাহৰ ( ১৯৪৩, মাৰ্চ-এপ্ৰিল ) ভিতৰত কাম আৰম্ভ কৰিছিল, এইবোৰত দৈনিক ১২০০-১৩০০ টনকৈ কয়লা উৎপাদন হৈছিল।

থোৰতে কব পৰা যায় যে ছোভিয়েত সেনাবাহিনীৰ বাবে অস্ত্ৰৰ উৎপাদন আৰু উৎপাদনশীলতা বৃদ্ধিৰ নিমিত্তে পাৰ্টিয়ে কৰিব লগীয়া সকলো কৰিছিল। ছোভিয়েত শ্ৰমিকসকলৰ শ্ৰম-উৎসাহ দেশব্যাপী সমাজতান্ত্ৰিক দৃষ্টান্ত অনুসৰণৰ আন্দোলনৰ মাজত প্ৰতিফলিত হৈছিল। ১৯৪২ চনৰ মে' মাহত আৰম্ভ হোৱা এই আন্দোলনে ১৯৪৩ চনৰ আগছোৱাত ছোভিয়েত সেনাবাহিনীৰ ২৫ তম বাৰ্ষিকীৰ সম্মানত ২৩ ফেব্ৰুৱাৰীত বিশেষকৈ ব্যাপক আকাৰ ধাৰণ কৰিলে। এইবেলি উদ্যোক্তা আছিল ১৭২ নং কাৰখানা— দেশৰ অন্যতম বৃহত্তম আগ্নেয়াস্ত্ৰ কাৰখানাৰ শ্ৰমিকসকল। তেওঁলোকে আগৰ বছৰত দুগুণ সংখ্যক আগ্নেয়াস্ত্ৰ উৎপাদন কৰিছিল আৰু ছোভিয়েত সেনাবাহিনীৰ জয়ন্তীৰ সম্মানত আৰু দহটা ৰেজিমেণ্টক অস্ত্ৰসজ্জিত কৰাৰ প্ৰতিশ্ৰুতি দিছিল। ১৭২ নং কাৰখানাৰ শ্ৰমিক, অভিযন্তা আৰু কৃৎকুশলীসকলৰ দৃষ্টান্ত অনুসৰণৰ আবেদনে সমগ্ৰ দেশত উদ্দীপনা সঞ্চাৰ কৰিছিল। ৰেলকৰ্মী, শিল্পশ্ৰমিক আৰু ৰাষ্ট্ৰীয় আৰু যৌথ পামৰ কৰ্মীসকলে দৃষ্টান্ত অনুসৰণৰ আন্দোলনত

যোগ দিছিল। ১৯৪৩ চনৰ মে' মাহৰ ভিতৰত আটাইবোৰ কাৰখানাৰ আৰু অফিচৰ কৰ্মীসকলৰ ৮০ শতাংশই ইয়াত ভাগ লৈছিল। ই আছিল ছোভিয়েত দেশপ্ৰেমৰ আন এটা উজ্জ্বল অভিব্যক্তি।

পাৰ্টিৰ কেন্দ্ৰীয় কমিটিয়ে কৰা মে' দিৱসৰ আবেদনে শ্ৰম উৎসাহৰ ক্ষেত্ৰত এক জোৱাৰ সৃষ্টি কৰিলে। এই আবেদনে অৰ্থনীতিৰ বিভিন্ন শাখাৰ শ্ৰমিকসকলৰ বাবে কামৰ এক কৰ্মসূচীৰ ৰূপৰেখা দাঙি ধৰিছিল আৰু তেওঁলোকক নৱ নৱ শ্ৰমকীৰ্তি ৰচনাত উদ্দীপিত কৰিছিল। ইয়াত দেশৰ বাবে বেছিকৈ কয়লা আৰু ধাতু টেঙ্ক আৰু বিমান চাবমেৰিন আৰু মেচিনগান ৰণক্ষেত্ৰৰ কামান, আৰু মটাৰ, খাদ্য আৰু ইন্ধনৰ যোগান ধৰিবলৈ সকলো ঠাইৰ শ্ৰমিকক আহ্বান জনোৱা হৈছিল।

শ্ৰম উৎপাদন ক্ষমতা বৃদ্ধি আছিল সমাজতান্ত্ৰিক দৃষ্টান্ত অনুসৰণৰ এক লক্ষণীয় ফল। ১৯৪৩ চনত শ্ৰম উৎপাদন ক্ষমতা ৭ শতাংশ বাঢ়িছিল. তাৰ অৰ্থ হৈছে ইউনিটে পতি উৎপাদনৰ বাবে কম শ্ৰমনিয়োগ। শিল্পজাত সামগ্ৰীৰ উৎপাদন দিনকদিনে বাঢ়ি গৈছিল। তাৰ অৰ্থ আছিল শিল্পৰ বাবে হেজাৰ হেজাৰ টন অতিৰিক্ত কয়লা আৰু ধাতু আৰু ৰণাঙ্গনবোৰৰ বাবে বেছিকৈ সা-সমল উৎপাদন। ১৯৪৩ চনত উৰাল আৰু ছাইবেৰিয়াই ১৯৪০ চনৰ তুলনাত ৩৫ শতাংশ বেছি কেঁচা লো আৰু ৩৭ শতাংশৰ অধিক তীখা উৎপাদন কৰিছিল। কুজনেৎস্ক অববাহিকাই আগৰ বছৰতকৈ ৪০ লাখ টন বেছি কয়লা উৎপাদন কৰিছিল। সেই সময়ত ছোভিয়েত ইউনিয়নৰ মুঠ কয়লা উৎপাদনৰ ২৬.৭ শতাংশ ইয়াৰ পৰাই আহিছিল। সামূহিকভাৱে ছোভিয়েত ইউনিয়নৰ খালানি সম্পদ ১৯৪৩ চনত ২ কোটি ২০ লাখ টন বাঢ়িছিল। বিজুলী উৎপাদন কাৰখানাবোৰতো উৎপাদন বাঢ়িছিল। ১৯৪৩ চনত পূৰ্বাঞ্চলত যিবোৰ টাৰ্বাইন চালু কৰা হৈছিল সেইবোৰৰ ক্ষমতা আগৰ বছৰতকৈ ৯০ হেজাৰ কিলোৱাট বেছি আছিল।

দেশত বেছি পৰিমাণে কেঁচা লো তীখা কয়লা আৰু বিজুলী উৎপাদিত হোৱাত যুদ্ধশিল্পত, বিশেষকৈ পূৰ্বাঞ্চলত, উৎপাদন বাঢ়িছিল। ৰণসম্ভাৰ উৎপাদন ১৯৪০ চনৰ তুলনাত উৰালত ৬ গুণ, পশ্চিম ছাইবেৰিয়াত ৩৪ গুণ আৰু ভলগা এলেকাত ১১ গুণ হৈছিল। প্ৰতিদিনে অধিকতৰ আৰু উন্নততৰ অস্ত্ৰশস্ত্ৰ তৈয়াৰী হৈছিল। বিমানৰ গড় মাহিলি উৎপাদন ১৯৪২ চনৰ ২১০০ৰ পৰা বাঢ়ি ১৯৪৩ চনত ২৯০০ হৈছিল, ১৯৪৩ চনৰ জুলাই মাহৰ ভিতৰত ছোভিয়েত ইউনিয়ন ১৯৪২ চনৰ নভেম্বৰ মাহৰ তুলনাত ২.৩ গুণ বেছি বিমানৰ অধিকাৰী হৈছিল। ১৯৪৩ চনত বিমান বাহিনীয়ে মুঠ ৩৫,০০০ বিমান পাইছিল, অৰ্থাৎ আগৰ বছৰৰ তুলনাত ৩৭ শতাংশ বেছি। বিমানৰ ক্ষেত্ৰত নাৎছী জাৰ্মানীৰ সংখ্যাগত প্ৰাধান্য লোপ কৰা হৈছিল। গ্ৰীষ্মকালীন অভিযানৰ সূচনাত ছোভিয়েত বিমান বাহিনী লুফৎৱাফেৰ তুলনাত আঢ়ৈ গুণ বেছি বিমানৰ অধিকাৰী আছিল।

ছোভিয়েত বিমান বাহিনীক লা-৫ এফ এন, য়াক-৭বি, য়াক-৯ আদি নতুন ধৰণৰ বিমান সৰবৰাহ কৰা হৈছিল—এইবোৰ অনুৰূপ ধৰণৰ নাৎছী বিমানতকৈ বহুলাংশে উন্নত আছিল। আমাৰ আক্ৰমণকাৰী বিমানবোৰৰ নতুন ধৰণৰ টেঙ্ক প্ৰতিৰোধী বোমাৰে সজ্জিত কৰা হৈছিল। নতুন ফোঁপোলা-চাৰ্জ বোমা কুৰ্স্কৰ যুঁজত পোন প্ৰথম ব্যৱহাৰ কৰা হৈছিল আৰু সেয়া শত্ৰুৰ ওপৰত সম্পূৰ্ণ অপ্ৰত্যাশিত আছিল। উত্তৰ আৰু দক্ষিণৰ পৰা কুৰ্স্কৰ পিনলৈ অগ্ৰসৰমান জাৰ্মান টাইগাৰ আৰু পেস্থাৰ টেঙ্কবোৰক এইবোৰে ফুটা কৰি দিছিল।

১৯৪৩ চনত ছোভিয়েত টেঙ্ক নিৰ্মাণ শিল্পই গড়ে মাহেকত ১৬৭০ টা টেঙ্ক উৎপাদন কৰিছিল। সেই সময়ত মূলতঃ যি ধৰণৰ টেঙ্ক উৎপাদন কৰা হৈছিল, সেইবোৰ হৈছে টি-৩৪ টেঙ্ক যি জাৰ্মানকে ধৰি সকলো বিশেষজ্ঞৰ দ্বাৰা দ্বিতীয় বিশ্বযুদ্ধৰ শ্ৰেষ্ঠ

টেঙ্ক বুলি স্বীকৃত হৈছে। ১৯৪৩ চনত এই টেঙ্কবোবৰ গড় মাহিলি উৎপাদন ১৯৪২ চনৰ তুলনাত ৪০ শতাংশ বেছি আছিল। কুৰ্স্কত গ্ৰীষ্মকালীন আক্ৰমণাত্মক অভিযানৰ প্ৰস্তুতি চলাওঁতে নাৎছী কমাণ্ডে মূলতঃ সিহঁতৰ পেনৎছাৰৰ ওপৰত যে নিৰ্ভৰ কৰিছিল সেই কথা মনত ৰাখি পাৰ্টিৰ কেন্দ্ৰীয় কমিটি আৰু ছোভিয়েত চৰকাৰে স্বয়ংচালিত কামানৰ উৎপাদন বৃদ্ধিৰ ব্যৱস্থা কৰিছিল। ১৯৪২ চনৰ ডিচেম্বৰত ম'ত ছোভিয়েত শিল্পই ৫১টা বিধৰ এই অস্ত্ৰ উৎপাদন কৰিছিল। সেই ক্ষেত্ৰত ১৯৪৩ চনৰ জুলাইতে উৎপাদন কৰিছিল ৭৬২টা আৰু ১৯৪৩ চনৰ শেষছোৱাৰ ভিতৰত ছোভিয়েত সেনা বাহিনীয়ে প্ৰায় ৪০০০ এনে ধৰণৰ কামান পাইছিল। কুৰ্স্কৰ যুঁজত ১৫টা স্বয়ংচলিত গোলন্দাজ ৰেজিমেণ্ট আছিল যিবোৰৰ এছ ইউ-৭৬ এছ ইউ-১১২ আৰু এছ ইউ-১৫২ এছ পি কামান আছিল: এই ৰেজিমেণ্টটোৱে কেন্দ্ৰীয় বিয়ানস্ক আৰু পশ্চিম ৰণাঙ্গনবোৰত যুঁজিছিল। ছোভিয়েত শ্ৰমিকসকলৰ বীৰোচিত প্ৰয়াসৰ কল্যাণত ছোভিয়েত সেনাবাহিনী শত্ৰুৰ তুলনাত অনেক বেছি সংখ্যক টেঙ্ক আৰু স্বয়ংচলিত কামানবাহী গাড়ীৰ অধিকাৰী আছিল। ১৯৪৩ চনৰ জুলাইৰ মাজছোৱাৰ ভিতৰত ৰণথলীত ছোভিয়েত বাহিনীৰ এনে ধৰণৰ টেঙ্ক আৰু কামানবাহী গাড়ী আছিল ৯৫৮০টা আৰু নাৎছীহঁতৰ আছিল ৫৮৫০টা। পুৰণা টেঙ্কৰ ( বি টি, টি-২৬ আৰু টি-৩৭ ) অনুপাত দ্ৰুত কমি আহিছিল আৰু কে ভি আৰু টি-৩৪ যানৰ সংখ্যা বাঢ়ি আছিল। গ্ৰীষ্মকালীন অভিযানৰ সূচনাত মুঠ টেঙ্কৰ ৭০ শতাংশ আছিল গধুৰ টেঙ্ক আৰু ৩০ শতাংশ আছিল লঘু টেঙ্ক।

অস্ত্ৰোৎপাদন কাৰখানাবোৰে পাৰ্য্যমানে কাম কৰি ছোভিয়েত সেনাবাহিনীক মাহেকত প্ৰায় ১১,০০০ কামান সৰবৰাহ কৰিছিল। টেঙ্ক-প্ৰতিৰোধী কামানৰ উৎপাদনৰ প্ৰতি যথেষ্ট মনোযোগ দিয়া হৈছিল। বৃদ্ধিৰ হাৰ বুজাবলৈ কিছু পৰিসংখ্যান দিয়া যাওক:

১৯৪১ চনৰ জুন মাহৰ তুলনাত ১৯৪৩ চনৰ জানুৱাৰীত টেঙ্ক প্ৰতিৰোধী কামানৰ উৎপাদন আঠগুণ হৈছিল আৰু বহুবৰ শেহত হৈছিল ১৩ গুণ। গোলন্দাজসকলে শত্ৰুহঁতৰ সুৰক্ষিত অৱস্থানৰ বিৰুদ্ধে ব্যৱহাৰ কৰিবলৈ ক্ৰমেই বেছি সংখ্যক দূৰ পাল্লাৰ কামান পাইছিল। সৈন্যবাহিনীৰ দ্বাৰা ব্যৱহৃত হোৱা কামানবোৰৰ ভিতৰত আছিল ১৯৪৩-ৰ মডেলৰ ,১৫২ মি. মি. ক'ৰ হাউইৎজাৰ ১৯৪৩-ৰ মডেলৰ ৭৬ মি মি ৰেজিমেণ্টাল কামান আৰু উন্নত ৮২ মি মি মৰ্টাৰ।

নতুন ৰকেট কামান ব্যৱস্থা আৰু নতুন ধৰণৰ খাৰ-বাৰুদ তৈয়াৰ কৰা হৈছিল যাৰ ফলত টেঙ্ক-প্ৰতিৰোধী কামানৰ বৰ্মভেদ কৰাৰ ক্ষমতা দেৰৰ পৰা দুগুণ বঢ়াব পৰা হৈছিল। ১৯৪২ চনৰ এপ্ৰিলত ভি. জি. গ্ৰাবিনৰ নক্সা অনুযায়ী নতুন, বেছি শক্তিশালী ৫৭ মি মি টেঙ্ক-প্ৰতিৰোধী কামানৰ উৎপাদন সংগঠিত কৰা হৈছিল। এই বোৰৰ খাৰ-বাৰুদৰ ভিতৰত আছিল শক্ত অন্তঃসাৰসম্পন্ন গোলা আৰু ইয়াৰ ফলত এই কামানবোৰৰ পক্ষে কুৰ্স্ক বালজত নাৎছী পেন্থাৰ আৰু টাইগাৰবোৰক সফলভাৱে মোকাবিলা কৰা সম্ভৱ হৈছিল। ছোভিয়েত সেনাসকলে মৰমেৰে এই কামানৰ নাম দিছিল "চিকাৰী"। ইয়াৰ খ্যাতি ইমান দ্ৰুত বিয়পি পৰিছিল যে মস্কোত বৃটিছ সামৰিক মিছনে বৃটিছ সেনাসকলক এইবোৰৰ সম্বন্ধে অৱহিত কৰিবলৈ ছোভিয়েত চৰকাৰৰ ওচৰত এনে ধৰণৰ কেইটামান কামান বিচাৰিছিল। পদাতিক সৈন্যসকলে গৰিয়ুনভৰ নক্সা অনুযায়ী তৈয়াৰী গধুৰ মেচিনগান আৰু ছুদায়েভৰ নক্সা অনুয়াযী তৈয়াৰী চাব-মেচিনগান পাইছিল; এইবোৰ ব্যৱহাৰ কৰা ভেনেই সহজ আছিল। অথচ ৰণক্ষেত্ৰত বৰ কাৰ্য্যকৰ আছিল।

কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটি আৰু ছোভিয়েত চৰকাৰে জহকালিৰ যুঁজৰ বাবে সময় থাকোতে শক্তিশালী সংৰক্ষিত ভঁৰাল গঢ়ি তুলিবলৈ বৰ চেষ্টা কৰিছিল। পাৰ্টি লেনিনৰ এই শিক্ষিছৰ পৰা

অগ্ৰসৰ হৈছিল যে "যুঁজত বিজয় হয় সেই পক্ষৰে যিপক্ষৰ লোক-সকলৰ বৃহত্তৰ সংৰক্ষিত ভঁৰাল, শক্তিৰ বৃহত্তৰ উৎস আছে।" সমবোৎপাদন বৃদ্ধিৰ ফলতে বিপুলতৰ সংখ্যক নতুন নতুন গোলন্দাজ টেঙ্ক, বিমান আৰু অন্যান্য ইউনিট গঠন কৰা সম্ভৱ হৈছিল। ১৯৪৩ চনৰ এপ্ৰিল মাহত ছোভিয়েত কমাণ্ডে গোলন্দাজ আক্ৰমণকাৰী ক'ৰ গঠন কৰিবলৈ আৰম্ভ কৰিছিল। তাৰ প্ৰতিটো ৭৯২ টা ৰণথলীৰ কামান আৰু মৰ্টাৰ আৰু ৮৬৪ টা এম্-৩০ ৰকেট উৎক্ষেপকেৰে সজ্জিত হৈছিল। ১৯৪৩ চনত ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিয়ে টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰবোৰৰ বাবে ত্ৰিশটা স্বাধীন টেঙ্ক প্ৰতিৰোধী গোলন্দাজ বেটেলিয়ন গঠনৰ ব্যৱস্থা কৰিলে। জুন মাহত জেনাৰেল হেড্ কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ বাবে দহটা স্বাধীন টেঙ্ক-প্ৰতিৰোধী ব্ৰিগেড গঠনৰ সিদ্ধান্ত লোৱা হৈছিল। শত্ৰুৰ পেনৎছাৰ-হঁতৰ বিৰুদ্ধে যুঁজত এই ব্ৰিগেডবোৰক এক প্ৰবল শক্তি হিচাপে প্ৰতিপন্ন হৈছিল। ১৯৪৩ চনৰ আৰম্ভণিত জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত গোলন্দাজ সকলৰ মুঠ পাঁচটা গোলন্দাজ আক্ৰমণকাৰী ক'ৰ, ৭৫ টা গোলন্দাজ, বিমান-প্ৰতিৰোধী গোলন্দাজ আৰু ৰকেট ডিভিশ্বন আৰু ৬৭ টা স্বাধীন টেঙ্ক-প্ৰতিৰোধী-মৰ্টাৰ আৰু ৰকেট ব্ৰিগেড আছিল।

১৯৪৩ চনৰ জানুৱাৰীত এই মৰ্মে সিদ্ধান্ত লোৱা হৈছিল যে সমান শক্তিসম্পন্ন নতুন টেঙ্ক সেনাবাহিনী গঠন কৰা হ'ব। জহকালিৰ ভিতৰত তেনে ধৰণৰ পাঁচটা গঠন কৰা হৈ গৈছিল (প্ৰত্যেকটোত ৬০০-৭০০ টেঙ্ক আৰু স্বয়ংক্ৰিয় কামান আছিল)। তাৰোপৰি চাৰিটা নতুন টেঙ্ক আৰু যন্ত্ৰসজ্জিত ক'ৰ, ১৮টা গধুৰ ৰেজিমেণ্ট আৰু কেইটামান ইঞ্জিনিয়াৰ টেঙ্ক ৰেজিমেণ্ট গঠন কৰা হৈছিল। গ্ৰীষ্মকালীন অভিযানৰ আগে আগে জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ সাতটা টেঙ্ক আৰু চাৰিটা যন্ত্ৰসজ্জিত ক'ৰ আছিল।

নতুন বিমান ইউনিটো গঠন কৰা হ'ব লাগিছিল। ১৯৪৩ চনৰ জুলাই মাহলৈকে জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ বাবে ২২টা বিমান ক'ৰ গঠন কৰা হৈছিল আৰু কুৰ্স্কৰ যুঁজত ৰণাঙ্গনসমূহৰ বিমানবাহিনীবোৰক অতিৰিক্ত শক্তিৰ যোগান ধৰিবৰ বাবে জেনাৰেল হেড কোৱাৰ্টাৰ্ছে এইবোৰ ক'ৰ ব্যৱহাৰ কৰিছিল।

খাৰ-বাৰুদ, ইন্ধন, খাদ্য আৰু অন্যান্য সামগ্ৰীৰ এক বিশাল মজুত-ভাণ্ডাৰ গঢ়ি তোলা হৈছিল। কুৰ্স্কৰ যুঁজত অংশগ্ৰহণকাৰী ৰণাঙ্গন-বোৰে জুলাই আৰু আগষ্ট মাহত ২৬, ৬১৯,০০০টা কামান আৰু মৰ্টাৰৰ গোলা পাইছিল আৰু খৰচ কৰিছিল ৪২,১০৫,০০০ অথবা প্ৰায় ১৫,৫০০,০০০ বো অধিক। এই ওপৰঞ্চিটো আছিছিল যুঁজৰ আগতে তৈয়াৰী মজুতৰ পৰা, আৰু যুঁজৰ সফল পৰিণতিত ইয়াৰ এটা ভূমিকা আছিল।

সংৰক্ষিত জনবলৰ প্ৰশিক্ষণ ব্যৱস্থা কমিউনিষ্ট পাৰ্টিৰ নিৰন্তৰ নিয়ন্ত্ৰণত আছিল। সৰ্বজনীন সামৰিক প্ৰশিক্ষণ অঙ্গ প্ৰজাতন্ত্ৰসমূহৰ পাৰ্টিৰ কেন্দ্ৰীয় কমিটিসমূহৰ আৰু আঞ্চলিক, চহৰৰ আৰু জিলাৰ পাৰ্টি কমিটিবোৰৰ আলোচ্যসূচীৰ সদায়ে অন্তৰ্ভুক্ত আছিল। কাম কৰি থকা অৱস্থাতে লাখ লাখ ছোভিয়েত মানুহে সামৰিক প্ৰশিক্ষণ লৈছিল। সংৰক্ষিত ৰেজিমেণ্টবোৰৰে শূন্যস্থান পূৰণৰ বাবে ৰণাঙ্গনবোৰৰ অভিমুখে সিবোৰৰ যাত্ৰা অন্তহীনভাৱে চলিছিল। ১৯৪৩ চনৰ মে-জুন মাহত ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিৰ চলাচল আৰু সৰবৰাহ ইউনিট আৰু প্ৰতিষ্ঠানসমূহৰ আৰু প্ৰশাসনিক কৰ্মীসকলৰ অনুমোদিত সংখ্যা কমোৱাৰ সিদ্ধান্ত অতীৱ গুৰুত্বপূৰ্ণ আছিল। এই সিদ্ধান্তৰ ফলত বছৰৰ শেষলৈকে প্ৰায় ১৩ লাখ মানুহক অব্যাহতি দিয়া সম্ভৱ হৈছিল আৰু পিচত তেওঁলোকক প্ৰত্যক্ষভাৱে যুদ্ধৰত ইউনিটবোৰক মদত দিবৰ বাবে পঠোৱা হৈছিল। ১৯৪৩ চনৰ প্ৰথম ছমাহত জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিত জনবলৰ

সংখ্যা বাঢ়ি ৬ লাখৰ বেছি মানুহ হৈছিল। ১ মাৰ্চৰ পৰা ১ এপ্ৰিলৰ ভিতৰত জেনাৰেল হেড কোয়াৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিত ফিল্ড আৰ্মিৰ সংখ্যা ৪ৰ পৰা বাঢ়ি ৮ হৈছিল।

সেনাপতিত্ব সংক্ৰান্ত, ৰাজনৈতিক আৰু কৃৎকৌশলগত সংৰক্ষিত শক্তিও গঢ়ি তোলা হৈছিল। ১৯৪২ চনৰ আৰম্ভণিৰ পৰা ১৯৪৩ চনৰ আৰম্ভণিলৈকে নানান ধৰণৰ স্বল্পমিয়াদী প্ৰশিক্ষণ, পুনৰ প্ৰশিক্ষণ আৰু প্ৰাগ্ৰসৰ শিক্ষাৰ আয়োজন তিনিগুণ বাঢ়িছিল, অৰ্থাৎ ১০৬ৰ পৰা বাঢ়ি ৩১৯ হৈছিল। ১৯৪৩ চনত ছোভিয়েত পদাতিক, গোলন্দাজ. ইঞ্জিনিয়াৰ আৰু বিমান স্কুলবোৰত ১৬০,০০০বো অধিক জুনিয়ৰ অফিচাৰে প্ৰশিক্ষণ লৈছিল। তদুপৰি, জুনিয়ৰ অফিচাৰ প্ৰশিক্ষণমূলক পাঠক্ৰমত যোগ দিবলৈ ১০০,০০০ৰ বেছি জুনিয়ৰ অফিচাৰ সেনাবাহিনীলৈ আহিছিল। প্ৰাইভেট আৰু আন আন নন্-কমিশ্বনড্ পদত থাকি যুঁজত কৃতিত্ব প্ৰদৰ্শন কৰা ব্যক্তিসকলকো ব্যাপকভাৱে বিভিন্ন স্তৰত সেনাপতি পদলৈ উন্নতি কৰা হৈছিল। উদাহৰণস্বৰূপে, ১৯৪৩ চনৰ প্ৰথম চাৰি মাহত প্ৰাইভেট আৰু নন্-কমিশ্বনড্ পদত থাকি দক্ষতা আৰু বীৰত্বৰ পৰিচয় দিয়া ১০ ০০০ জনক অফিচাৰৰ পদলৈ উন্নীত কৰা হৈছিল। ১৯৪৩ চনৰ ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিয়ে কম্পানি আৰু বেটাৰিৰ ৰাজনৈতিক কামৰ বাবে ডেপুটি কমাণ্ডাৰৰ পদ লোপ কৰাৰ সিদ্ধান্ত ললে। সেনাবাহিনীৰ বিভিন্ন স্তৰত সেনাপতিৰ পদত নতুন নতুন মানুহক অধিষ্ঠিত কৰাৰ ক্ষেত্ৰত এই সিদ্ধান্তটোৱে এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল। কুৰ্স্কৰ যুঁজৰ আগে আগে ১৩০,০০০ ৰাজনৈতিক কৰ্মীক সেনাপতিত্বৰ কাম দিয়া হৈছিল।

কমিউনিষ্ট পাৰ্টি আৰু ছোভিয়েত চৰকাৰৰ প্ৰচেষ্টাৰ ফলত সেনাবাহিনীৰ সেনাপতিত্বৰ, ৰাজনৈতিক কামৰ আৰু কৃৎকৌশলগত কামৰ বাবে প্ৰয়োজনীয় বিপুল সংখ্যক কৰ্মীৰ চাহিদা সম্পূৰ্ণৰূপে

পূৰণ কৰা সম্ভৱ হৈছিল। তদুপৰি ৰণাঙ্গনবোৰত বিভিন্ন বিভাগীয় বাহিনীৰ লাখ লাখ অফিচাৰ সংৰক্ষিত শক্তিৰ আছিল।

যুদ্ধৰ কোনো বিশেষ কালছোৱাৰ বাবে সামৰিক ৰাজনৈতিক আৰু ৰণনৈতিক কৰ্তব্য নিৰ্দ্ধাৰণ কৰিবলৈ গৈ কমিউনিষ্ট পাৰ্টি অৱধাৰিত-ভাৱে "নিয়ামক মুহূৰ্তত নিয়ামক বিন্দুৰ শক্তিৰ সুবিপুল প্ৰাধান্য"ৰ প্ৰয়োজনীয়তা সম্পৰ্কিত লেনিনৰ থিছিছৰ পৰা অগ্ৰসৰ হৈছিল। ১৯৪৩ চনৰ জহকালি সেই 'নিয়ামক বিন্দু'টো আছিল ছোভিয়েত ৰণাঙ্গনৰ সোঁ পক্ষ। সেই সময়ত তাতেই আমাৰ জনবল আৰু বৈষয়িক সম্পত্তিৰ অধিকাংশ কেন্দ্ৰীভূত কৰা হৈছিল। সেই জহত যুদ্ধৰত ১৩ টা ৰণাঙ্গনৰ ভিতৰত পাঁচটাক এই গুৰুত্বপূৰ্ণ স্থানত নিয়োগ কৰা হৈছিল। এপ্ৰিলৰ পৰা জুনৰ মধ্যৱৰ্তী সময়ত এই ৰণাঙ্গনাবাবেৰ শূণ্যস্থান পূৰণৰ বাবে পাইছিল প্ৰেৰিত সৈন্য সংখ্যাৰ ৫৭ শতাংশ। মুঠ প্ৰেৰিত চাব-মেচিনগানৰ ৫৮ শতাংশ আৰু মটাৰৰ ( ৮০ আৰু ১২০ কি মি ) ৭৩ শতাংশ, ৭৬ মি মি অথবা বৃহত্তৰ ব্যাসৰ কামানৰ ৫২ শতাংশ. টেঙ্ক প্ৰতিৰোধী কামানৰ ( ৪৫ বপৰা ৪৭ মি মি ) ৫১ শতাংশ, গ্ৰীষ্মকালীন অভিযানৰ আৰম্ভণিত এই ৰণাঙ্গনবোৰৰ হাতত ৰণথলীত নিয়োজিত টেঙ্কৰ ৬৩ শতাংশ আছিল। ফিল্ড আৰ্মিবোৰৰ প্ৰায় ৪০ শতাংশ আৰু সমূহ টেঙ্ক আৰ্মিক কুৰ্স্ক খণ্ডত কেন্দ্ৰীভূত কৰা হৈছিল। ভ'ৰ'নেঝ আৰু কেন্দ্ৰীয় ৰণাঙ্গনৰ আৰ্মিবোৰ সৈন্যবল কামান, টেঙ্ক আৰু বিমানৰ ফালৰ পৰা শত্ৰুতকৈ শ্ৰেষ্ঠ আছিল।

পাৰ্টিয়ে লাগতিয়াল বৈষয়িক আৰু কৃৎকৌশলগত পৰিস্থিতি সৃষ্টি কৰাৰ উপৰিও আগন্তুক যুঁজৰ বাবে যথোপযুক্ত ৰাজনৈতিক ভেটি সুনিশ্চিত কৰাৰ উদ্দেশ্যেও ব্যৱস্থাদি লৈছিল। সশস্ত্ৰ সংগ্ৰামৰ বিধানবোৰ সাথো সামৰিক বিৱৰ্ত্তনৰ দ্বাৰায় পূৰ্ব-নিৰ্দ্ধাৰিত নহয়। যে কোনো সেনাবাহিনীৰ ৰণদক্ষতা বহুল পৰিমাণে

নির্ভৰ কৰে তাৰ সৈন্যসকলৰ চেতনা, মনোবল আৰু কুশলতাৰ স্তৰৰ ওপৰত। সশস্ত্র সংগ্রামত মনোবলৰ নিয়ামক গুৰুত্বৰ ওপৰত জোৰ দি লেনিনে লিখিছিল: "চূড়ান্ত বিশ্লেষণত যুদ্ধত জয়লাভ নির্ভৰ কৰে ৰণথলীত যিসকলৰ ৰক্ত ক্ষয় হ'ব সেই লোক সকলৰ উদ্দীপক মনোবলৰ ওপৰত।" মহান দেশপ্রেমিক যুদ্ধৰ সমগ্র কালপর্বত পাটিৰ কেন্দ্রীয় কমিটিয়ে সৈন্যসকলৰ মাজত ৰাজনৈতিক কামকাজৰ সংগঠন আৰু উন্নয়নৰ প্রতি বিৰামহীন মনোযোগ দিছিল। ছোভিয়েত সশস্ত্র ফৌজৰ সমৰ দক্ষতা বঢ়াবৰ উদ্দেশ্যে ইয়াক পাটিৰ ক্রিয়া-কলাপৰ অন্যতম উপাদান হিচাপে গণ্য কৰা হৈছিল। ১৯৪৩ চনৰ জহকালি, যেতিয়া আমাৰ সেনাবাহিনীয়ে নাৎছী আক্রমণকাৰীইতৰ বিৰুদ্ধে ডাঙৰ যুঁজৰ বাবে প্রস্তুতি চলাইছিল, সেই সময়ত পাটিয়ে কমছমল সংগঠনসমূহৰ ভূমিকা বৃদ্ধিৰ, সাধাৰণ কর্মীসকলৰ ওপৰত সিবোৰৰ প্রভাৱ বৃদ্ধিৰ আৰু কমাণ্ডাৰ সকলৰ সাহায্য কৰাৰ ক্ষেত্রত সিবোৰৰ ভূমিকা বেছি কার্য্যকৰ আৰু উদ্দেশ্যমূলক কৰাৰ বাবে ব্যৱস্থাদি লৈছিল। এই উদ্দেশ্য লৈয়ে ১৯৪৩ চনৰ ২৪ মে'ত পাটি'ৰ কেন্দ্রীয় কমিটিয়ে পাটি আৰু কমছমল সংগঠনসমূহৰ পুনর্গঠন আৰু ৰণাঙ্গন, আর্মি আৰু ডিভিশ্যনৰ বাতৰিকাকতসমূহৰ ভূমিকা বৃদ্ধি সম্পর্কে সিদ্ধান্ত লৈছিল।

পাটি আৰু কমছমল সংগঠনৰ পুৰণা পাঁথনিবোৰ নতুন কর্তব্য আৰু পৰিস্থিতিৰ উপযোগী নাছিল। এটা ৰেজিমেণ্টৰ এটা পাটি সংগঠন আছিল আৰু ২৫ টা কম্পানি, বেটাৰি আৰু আন আন অনুৰূপ পাটি সংগঠনত প্রায় ৩০০ পর্য্যন্ত পূর্ণ সদস্য আৰু প্রার্থী সদস্য থাকিছিল। ৰেজিমেণ্টাল পাটি বুৰোৰ পক্ষে ইমান বেছি সংখ্যক কমিউনিষ্টসকলৰ কামকাজ পৰিচালনা কৰা, বিশেষকৈ আক্রমণাত্মক অভিযানৰ সময়ত টান হৈ পৰিছিল। পাটি আৰু কমছমল সংগঠনসমূহৰ সম্পাদক নির্বাচনৰ নীতিও যুদ্ধ পৰিস্থিতিৰ উপযুক্ত নাছিল।

১৯৪৩ চনৰ ২৪ মে'ৰ সিদ্ধান্ত অনুযায়ী বেটেলিয়ন আৰু সমস্তৰৰ অন্যান্য ইউনিটবোৰত প্ৰাথমিক পাৰ্টি আৰু কমছমল গঠন কৰাৰ কথা হল। ৰেজিমেণ্টাল পাৰ্টি বুৰোক পাৰ্টি কমিটিৰ ক্ষমতা প্ৰদান কৰা হল। তাৰ লগতে এই সিদ্ধান্ত অনুযায়ী এটা ব্যৱস্থাৰ প্ৰৱৰ্তন কৰা হল য'ত কম্পানি বেটেলিয়ন আৰু ৰেজিমেণ্টাল পাৰ্টি সংগঠক নিয়োগ কৰা হল। সেই বছৰৰ ৩ জুন তাৰিখে কেন্দ্ৰীয় কমিটিয়ে এক সিদ্ধান্ত গ্ৰহণ কৰি ডিভিশনাল ৰাজনৈতিক বিভাগ-বোৰক অগ্ৰৱৰ্তী অৱস্থানৰ ইউনিটবোৰৰ পাৰ্টি সংগঠনসমূহৰ বুৰো সদস্যসকলক নিয়োগ কৰাৰ নিৰ্দেশ দিলে কমিউনিষ্টসকলক সভ্য কৰি তেওঁলোকক নিৰ্বাচন কৰাৰ সলনি এই পদ্ধতিৰ প্ৰৱৰ্তন কৰা হল।

পুনৰ্গঠনৰ ফলত ছোভিয়েত সেনাবাহিনীত প্ৰাথমিক পাৰ্টি সংগঠনৰ সংখ্যা জুনৰ শেষছোৱাৰ ভিতৰত ৪০,০০০ৰ ঠাইত ৬০,০০০ হল। ৪ লাখৰো অধিক পাৰ্টি আৰু কমছমল কৰ্মীসকলক পাৰ্টি আৰু কমছমলৰ নেতৃস্থানীয় পদলৈ উন্নীত কৰা হল। বহুত ৰণাঙ্গনত বেটেলিয়ন আৰু যাৱতীয় আন আন ইউনিটত প্ৰাথমিক পাৰ্টি সংগঠনৰ সংখ্যা ৫০ শতাংশৰো বেছি বাঢ়ি গল। তলত দিয়া সংখ্যাবোৰৰ পৰা তাক বুজা যাব[১]।

কেন্দ্ৰীয় কমিটিৰ উক্ত সিদ্ধান্তত ৰণাঙ্গনৰ বাতৰিকাকতসমূহৰ

| ৰণাঙ্গন | ১৯৪৩, ১ জুন | ১৯৪৩, ১ জুলাই |
|---|---|---|
| ভ'ৰ'নেজ | ২.২৬৩ | ৩,৩০ |
| কেন্দ্ৰীয় | ২,২০৪ | ৩,৮১৬ |
| ব্ৰিয়ানস্ক | ১.২৯৩ | ২,৩২০ |
| পশ্চিম | ২,৯৪১ | ৫,১৬৬ |

১ পাৰ্টি সংগঠনৰ বৃদ্ধি আৰু সংখ্যা সম্পৰ্কে ৰণাঙ্গনবোৰৰ সংখ্যা তথ্যগত ৰিপৰ্টৰ ভেটিত কৰা লেখকৰ হিচাপ। এই তালিকাত ষ্টেপ ৰণাঙ্গনৰ অন্তৰ্ভুক্ত কৰা হোৱা নাই। এই ৰণাঙ্গনটো ১৯৪৩ চনৰ জুলাইত গঠন কৰা হৈছিল।

কামকাজৰ উন্নতি সাধনৰ বাবে বিভিন্ন ব্যৱস্থাও সন্নিবিষ্ট আছিল। যে'ন পলিটেকেল এডমিনিষ্ট্ৰেশ্বন, অৰ্থাৎ প্ৰধান ৰাজনৈতিক প্ৰশাসনৰ "ৰণাঙ্গন, আৰ্মি আৰু ডিভিশ্বনাল বাতৰিকাকতসমূহক শক্তিশালী আৰু উন্নত কৰিবলৈ আৰু লাল ফৌজৰ লোকসকক ৰাজনৈতিক, সামৰিক আৰু সাংস্কৃতিক শিক্ষাত সৰ্বপ্ৰকাৰ সম্ভাব্য উপায়ে প্ৰবৰ্দ্ধিত ভূমিকা লবলৈ" বাধ্যতামূলক নিৰ্দেশ দিয়া হৈছিল। ১৯৪৩ চনত ছোভিয়েত সেনাবাহিনী আৰু নৌবাহিনীতে ১৫০ খনবো বেছি নতুন বাতৰিকাকত প্ৰকাশ কৰা হৈছিল। সেই বছৰৰ জুলাইত সেনা আৰু নৌবাহিনীৰ বাতৰিকাকতসমূহৰ মুঠ দৈনিক প্ৰচাৰ সংখ্যা ১৬ লাখ ২৪ হেজাৰ হৈছিলগৈ।

পাৰ্টি আৰু কমছমল সংগঠনসমূহৰ পুনৰ্গঠনে ইউনিটবোৰত ৰাজনৈতিক কামকাজ বহুল পৰিমাণ প্ৰাণৱন্ত কৰি তুলিছিল, ছোভিয়েত সৈন্যসকলৰ ৰণদক্ষতা আৰু ৰাজনৈতিক ক্ৰিয়াকলাপ বৃদ্ধি কৰিছিল আৰু সশস্ত্ৰ ফৌজৰ মাজত পাৰ্টিৰ প্ৰভাৱ প্ৰভূত শক্তিশালী কৰিছিল। পাৰ্টিৰ সদস্যসংখ্যা বৃদ্ধিৰ মাজত ইয়াৰ সুস্পষ্ট প্ৰতিফলন ঘটিছিল। ১৯৪৩ চনত ছোভিয়েত সশস্ত্ৰ ফৌজৰ পাৰ্টি সংগঠনসমূহে ১,৩৭২,৪৬৮ জনক প্ৰাৰ্থী সদস্য হিচাপে আৰু ৮০৩,১৬৭ জনক পূৰ্ণ-সদস্য হিচাপে গ্ৰহণ কৰিছিল। যুদ্ধৰ সমগ্ৰ বছৰবোৰৰ ভিতৰত এইবেলিয়ে সবাতোকৈ বেছি সংখ্যক মানুহে পাৰ্টিত যোগ দিছিল।

কমিউনিষ্ট পাৰ্টিয়ে ছোভিয়েত সশস্ত্ৰ ফৌজলৈ ক্ৰমাগত সৰ্বতোমুখী সাহায্য আগবঢ়াইছিল। জনগণৰ মাজত পাৰ্টিৰ সাংগঠনিক আৰু ৰাজনৈতিক কাম সম্পূৰ্ণভাৱে এই উদ্দেশ্যেই কৰা হৈছিল। ৰণাঙ্গন আৰু পশ্চাদভাগৰ ঐক্য শক্তিশালী কৰাৰ বাবে, ৰণাঙ্গনক সৰ্বপ্ৰকাৰে সাহায্য কৰাৰ বাবে পাৰ্টিয়ে কৰা প্ৰতিটো আবেদনলৈ আমাৰ ৰাইজে সোৎসাহে সঁহাৰি দিছিল।

ছোভিয়েত সশস্ত্র কৌজলৈ বাইজৰ সহায়তা বহু বিচিত্র ৰূপত আহিছিল। ১৯৪৩ চনত বিশেষকৈ সেই বছৰৰ প্ৰথমাৰ্দ্ধত অস্ত্ৰশস্ত্ৰৰ বাবে তহবিল সংগ্ৰহৰ উদ্দেশ্যে এক ব্যাপক দেশপ্ৰেমিক আন্দোলন গঢ়ি উঠিছিল। চাৰি মাহৰ কম সময়ৰ ভিতৰত (১৯৪২ চনৰ ৯ ডিচেম্বৰৰ পৰা ১৯৪৩ চনৰ ৩১ মাৰ্চলৈকে) ছোভিয়েত শ্ৰমিক, যৌথ পামৰ খেতিয়ক, সশস্ত্ৰ ফৌজৰ লোকসকলে আৰু গেৰিলা যোদ্ধাসকলে ছোভিয়েত সশস্ত্ৰ ফৌজৰ নিমিত্ত ৭০০ কোটি ৰুবলতো অধিক ৰৰঙণি দিছিল আৰু তাৰোপৰি দিছিল বহুত বহুমূলীয়া বস্তু আৰু খাদ্য সামগ্ৰী আদি। ছোভিয়েত বাইজে আগবঢ়োৱা ধন টেঙ্ক, যুঁজাৰু বিমান, কামানৰ বেটাৰি নিৰ্মাণত খৰচ কৰা হৈছিল।

ছোভিয়েত জনগণৰ সুগভীৰ দেশপ্ৰেম স্বেচ্ছাসেৱক গোট গঠনৰ আন্দোলনত উজ্জ্বলভাৱে প্ৰতিফলিত হৈছিল। ১৯৪৩ চনৰ বসন্তকালি কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ অনুমতি লৈ স্ভেৰ্দলভস্ক, চেলিয়াবিনস্ক আৰু পেৰ্ম অঞ্চলৰ শ্ৰমিকসকলে উৰালছ স্পেছাল ভলণ্টিয়াৰ টেঙ্ক ক'ৰ গঠন কৰিবলৈ আৰম্ভ কৰিছিল। টেঙ্ক, অস্ত্ৰশস্ত্ৰ, সা-সঁজুলি আৰু ইউনিফৰ্ম সকলো পৰিকল্পিত উৎপাদনৰ অতিৰিক্ত হিচাপে তৈয়াৰ কৰা হৈছিল আৰু তাৰ খৰচ বহন কৰিছিল শ্ৰমিক-সকলে নিজেই। এই ক'ৰটো সম্পূৰ্ণৰূপে স্বেচ্ছাসেৱকসকলক লৈ গঠিত হৈছিল, তাৰ ভিতৰত আছিল শ্ৰমিক, যৌথ পামৰ কৰ্মী আৰু বুদ্ধিজীৱীসকল। ইয়াত বহুত মানুহে যোগ দিব খুজিছিল। কেৱল চেলিয়াবিনস্কৰ পাৰ্টিৰ চহৰ আৰু জিলা কমিটিয়েই ৪৯,৫১৭ খন দৰ্খাস্ত পাইছিল। ইয়াৰ মাজৰপৰা ২,৯২৭ জনক বাছনি কৰা হৈছিল আৰু ক'ৰত ভৰ্তী কৰা হৈছিল আৰু তাৰ ভিতৰত ৪৪.২ শতাংশ আছিল কমিউনিষ্ট পাৰ্টি আৰু কমছমলৰ সদস্য। ১৯৪৩ চনৰ ১৯ মে'ৰ দিনা ক'ৰটোক এ জি. ৰোদিনৰ সেনাপতিত্বত ৰণাঙ্গনলৈ পঠোৱা হৈছিল আৰু এই ক'ৰে কুৰ্স্ক বালজত বীৰদৰে সৈতে যুঁজিছিল।

ছাইবেৰীয় ছোছাল ইনকেন্ট্ৰি, ক'ৰ গঠনৰ বাবে ন'ভ'ছিবিস্ক, ওমস্ক আৰু কেমিৰভো অঞ্চলত আৰু ক্ৰাছনোয়াস্ক টেৰিটৰিত আৰু এটা কছাক স্বেচ্ছাসেৱক ডিভিশন গঠনৰ বাবে কুবানত আন্দোলন গঢ়ি তোলা হৈছিল। এই আটাইবোৰ গোট গঠিত হৈছিল স্থানীয় পাৰ্টি-সংগঠনৰ পৰিচালনাত আৰু এই গোটবোৰৰ অফিচাৰ আৰু সৈন্যসকলে নাৎছী আক্ৰমণকাৰীহঁতৰ বিৰুদ্ধে যুঁজত বিপুল দক্ষতা আৰু শৌৰ্য্যৰ চিনাকি দিছিল।

ছোভিয়েত সশস্ত্ৰ ফৌজে দেশবাসীৰ পৰা পোৱা যুটীয়াভাৱে লিখা চিঠিবোৰ আছিল তেওঁলোকৰ পক্ষে এক বিৰাট নৈতিক সাহায্যস্বৰূপ। ১৯৪৩ চনৰ ফেব্ৰুৱাৰী মাহৰপৰা আগষ্টলৈকে বিশেষকৈ এনে বহুত চিঠি আহিছিল কাজাখস্তান তাজিকিস্তান, তুৰ্কমেনিয়া, আৰ্মেনিয়া, আজাৰবাইজান আৰু তাতাৰ দাঘেস্তান, বুৰিয়াত মঙ্গোলিয়ান, চুভাছ, মাৰি আৰু বাছকিৰ স্বায়ত্তশাসিত ছোভিয়েত সমাজতান্ত্ৰিক প্ৰজাতন্ত্ৰ-সমূহৰ পৰা। প্ৰতিখন চিঠি দেশৰ দূৰণিবটীয়া অঞ্চল পৰ্য্যন্ত ব্যাপকভাৱে আলোচিত হৈছিল। এইবোৰত লাখ লাখ শ্ৰমিক, যৌথপামৰ খেতিয়ক আৰু বুদ্ধিজীৱীসকলৰ স্বাক্ষৰ থাকিছিল আৰু ছোভিয়েত ইউনিয়নৰ সকলো মানুহে আৰু সমুখ ৰণাঙ্গনৰ সকলো সৈন্যই এই চিঠিবোৰ পঢ়িছিল। এই অপূৰ্ব চিঠিবোৰত জনগণে তেওঁলোকৰ ঘৃণ্য শত্ৰুৰ বিৰুদ্ধে সাহসেৰে আৰু নিৰ্ভীকভাৱে যুঁজিবলৈ আহ্বান জনাইছিল। আজাৰবাইজানৰ জনগণে আজাৰবাইজানীয় সৈন্যসকললৈ লিখিছিল: "নিৰ্ভীকতা আৰু সাহ, শপতৰ প্ৰতি আনুগত্য, দেশৰ বাবে নিজৰ তেজ আৰু জীৱনদান কৰাটো আমাৰ জনগণৰ চিৰকলীয়া চাৰিত্ৰিক বৈশিষ্ট্য। বীৰৰ লেখীয়া মৃত্যুবৰণ যে চিৰকাললৈ অমৰ হৈ থকা এই কথা আমি বহুদিনৰ পৰা জানোঁ।

এইবোৰ অনুভাৱপৰা ছোভিয়েত সৈন্যসকলে নাৎছী আক্ৰমণ-কাৰীহঁতৰ বিৰুদ্ধে সংগ্ৰামত শক্তি আৰু প্ৰেৰণা আহৰণ কৰিছিল;

এইবোৰ অনুজ্ঞাই তেওঁলোকৰ জয়লাভ সম্বন্ধে বিশ্বাস বঢ়াই কৰিছিল।

এইবোৰ দলিলৰ যি বিৰাট শিক্ষামূলক তাৎপৰ্য্য আছিল তাক সমুখ ৰণাঙ্গনস্থ সৈন্যসকলৰপৰা আঞ্চলিক, চহৰ আৰু জিলা পাৰ্টি কমিটিসমূহলৈ আৰু প্ৰজাতন্ত্ৰসমূহৰ বাস্তবিকাকতসমূহলৈ অহা হেজাৰ হেজাৰ চিঠিৰ পৰা বুজা গৈছিল। উদাহৰণস্বৰূপে, কাজাখস্তানত গঠিত আৰু কুৰ্স্ক বালজৰ যুঁজত অংশগ্ৰহণকাৰী ৭৩তম গাৰ্ডছ ইনফেন্ট্ৰি ডিভিশ্বনৰ কমছমল অফিচাৰ আৰু সৈন্যসকলে কাজাখস্তানৰ কমছমল সদস্য আৰু তৰুণচামলৈ ১৯৪৩ চনৰ ৩০ জুলাই তাৰিখে লিখা চিঠিত লিখিছিল: "আমি তোমালোকৰ নিৰ্দেশ পালন কৰিছোঁ, আমি নাৎছীইঁতৰ প্ৰতিশোধ লৈছো তেজৰ প্ৰতিটো টোপালৰ বাবে, জাৰ্মান দখলকাৰীইঁতৰ দ্বাৰা নিৰ্য্যাতিত ছোভিয়েত জনগণৰ প্ৰতি বিন্দু অশ্ৰুৰ বাবে, মাকৰ বুকুত বেয়নেটবিদ্ধ প্ৰতিটো শিশুৰ বাবে। কাজাখ জনগণৰ দ্বাৰা লালিত সৈন্যসকলৰ বাবে আমি গৰ্বিত, জাৰ্মান দস্যুইঁতৰ বিৰুদ্ধে যুঁজত তেওঁলোকে নিজক মহিমান্বিত কৰিছে।"

সৈন্যসকলৰ পৰিয়ালবৰ্গক সাহায্য কৰ'ৰ ক্ষেত্ৰত প্ৰশাসনিক সংস্থা আৰু স্থানীয় পাৰ্টি সংস্থাসমূহৰ কামকাজ উন্নত কৰাৰ বাবে কেন্দ্ৰীয় কমিটিৰ সিদ্ধান্ত আছিল ছোভিয়েত সৈন্যসকলৰ সমৰ দক্ষতা বৃদ্ধিৰ হকে কমিউনিষ্ট পাৰ্টিৰ দ্বাৰা গৃহীত এটা অতীব গুৰুত্বপূৰ্ণ ব্যৱস্থা। এই সিদ্ধান্তত সৈন্যসকলৰ পৰিয়ালবৰ্গৰ বৈষয়িক চাহিদা পূৰণৰ বাবে ছোভিয়েত জনগণৰ প্ৰচেষ্টাৰ বিপুল ৰাজনৈতিক গুৰুত্বৰ ওপৰত জোৰ দিয়া হৈছিল। তেওঁলোকৰ বাবে বাসস্থান, খালানি, পেঞ্চন, ভাত্তা আৰু খাদ্য ইত্যাদিৰ যোগান ধৰাৰ ব্যৱস্থা কৰা হৈছিল। এই বিষয়ে পাৰ্টি আৰু চৰকাৰৰ কামৰ পৰিসৰ সম্পৰ্কে এটা ধাৰণা নিম্নোক্ত পৰিসংখ্যানৰ পৰা পোৱা যাব পাৰে। ১৯৪৩ চনৰ ১ জানুৱাৰীৰ ভিতৰত কাজাখ প্ৰজাতন্ত্ৰৰ সামাজিক বীমা সংস্থাসমূহে সৈন্যসকলৰ

পৰিয়ালবৰ্গৰ ভাত্তাৰ বাবে ৪৭১,০০০ দৰ্খাস্ত পৰীক্ষা কৰিছিল আৰু ৩০০,০০০ পৰিয়ালৰ দৰ্খাস্ত মঞ্জুৰ কৰিছিল। কুছ ফেডাৰেছনত ৰণাঙ্গনৰ সৈন্যসকলৰ পৰিয়ালসমূহে ১৪০,০০০ টন খাদ্যসামগ্ৰী, ১৫ লাখ যোৰ জোতা আৰু অন্যান্য বস্তুবাহানি পাইছিল। সমগ্ৰ দেশখনে সৈন্যসকলৰ পৰিয়ালবৰ্গক মনোযোগ আৰু সান্ত্বনাৰে আগুৰি ৰাখিছিল। ইয়াৰ ফলত সৈন্যসকলৰ মনোবল বাঢ়িছিল। থলুৱা পাৰ্টি আৰু প্ৰশাসনিক সংস্থাসমূহলৈ লিখা চিঠিত অফিচাৰ আৰু সৈন্যসকলে তেওঁলোকৰ পৰিয়ালবৰ্গলৈ সাহায্য আগবঢ়োৱাৰ বাবে হিয়াভৰা ধন্যবাদ জনাইছিল।

পশ্চাদভাগ আৰু ৰণাঙ্গনৰ মাজত নৈতিক ঐক্য দিনকদিনে বেছিকৈ শক্তিশালী হৈছিল। ছোভিয়েত সশস্ত্ৰ ফৌজৰ অপৰাজেয়তাৰ, কুৰ্স্ক বালজৰ যুঁজত তেওঁলোকৰ অসামান্য সাফল্যৰ কাৰণ ইয়াৰ মাজতে নিহিত হৈ আছে।

কুৰ্স্ক বালজত ৫০ দিন ধৰি ভয়াময়া যুঁজ চলিছিল, আৰু প্ৰতিটো দিনৰ যুঁজৰ ছোভিয়েত সৈন্যসকলে বিপুল ৰক্তদান কৰিব লগীয়া হৈছিল, ছোভিয়েত জনগণে পশ্চাদভাগত থাকি অবিশ্ৰান্ত প্ৰয়াস চলাব লগা হৈছিল। কমিউনিষ্ট পাৰ্টিৰ কেউপাশে সুদৃঢ়ভাৱে ঐক্যবদ্ধ হোৱা ছোভিয়েত বাইজে অভূতপূৰ্ব কঠোৰতাৰে সৈতে যুঁজিছিল। যুদ্ধই নিয়ামক পৰ্য্যায়ত প্ৰৱেশ কৰিছিল।

প্ৰথম শ্ৰেণীৰ অস্ত্ৰশস্ত্ৰেৰে সুসজ্জিত, সমাজতান্ত্ৰিক মাতৃভূমিৰ প্ৰতি একান্ত অনুগত আৰু আক্ৰমণকাৰীহঁতৰ প্ৰতি ঘৃণাৰে পৰিপূৰ্ণ ছোভিয়েত ৰাইজ তেওঁলোকৰ ওপৰত ন্যস্ত কৰা কৰ্তব্যপালনত দৃঢ়প্ৰতিজ্ঞ আছিল। ৰণথলীত ব্যাপক বীৰত্ব প্ৰত্যক্ষ কৰা গৈছিল। যুঁজত শ শ, হেজাৰ হেজাৰ ছোভিয়েত সৈনিকে দক্ষতা, শৌৰ্য্য আৰু সাহস প্ৰদৰ্শন কৰিছিল। আৰু সচৰাচৰতে হোৱা দৰে কমিউনিষ্টসকলেই আছিল আগশাৰীত, যুঁজৰ সৰাতোকৈ গুৰুত্বপূৰ্ণ খণ্ডত। পাৰ্টি

সদস্যসকলৰ এটা বিৰাট অংশ ৰণথলীত আছিল। যুদ্ধৰ সমগ্ৰ কালছোৱাত কেন্দ্ৰীয় কমিটিয়ে কমিউনিষ্টসকলক এনেকৈ বণ্টন কৰিছিল যাতে যুদ্ধৰ সমস্ত নিয়ামক খণ্ডবোৰত যথেষ্ট সংখ্যক কমিউনিষ্ট থাকে। ১৯৪৩ চনৰ গ্ৰীষ্মকালীন অভিযানৰ সময়ত ছোভিয়েত সশস্ত্ৰ ফৌজত কমিউনিষ্টসকলৰ সংখ্যা আছিল ১,৮১৮,৩৮৫ অৰ্থাৎ মুঠ সংখ্যাৰ আধা। ১,৫২৪,০০০ পাৰ্টি সদস্য আৰু প্ৰাৰ্থী সদস্য, অৰ্থাৎ ৮৩ শতাংশৰো বেছি ৰণথলীৰ আৰ্মিবোৰত আছিল। পশ্চিম, ব্ৰিয়ানস্ক, কেন্দ্ৰীয় আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ পাৰ্টি সংগঠনসমূহত মুঠ ৬০০,০০০ সদস্য আৰু প্ৰাৰ্থীসদস্য আছিল, অৰ্থাৎ মুঠ ১৬টা ৰণাঙ্গনৰ কমিউনিষ্টসকলৰ ৪২ শতাংশ আছিল এই ৰণাঙ্গনবোৰত।[১] কমিউনিষ্টসকলৰ এই বিশাল বাহিনীয়ে যুঁজত নিযুক্ত সৈন্যসকলক দৃঢ়সংবদ্ধ কৰিছিল আৰু পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ কেউপাশে তেওঁলোকক সমবেত কৰিছিল। যদিও তুমুল যুঁজৰ মাজত থকাৰ ফলত কমিউনিষ্টসকলৰ বিপুল ক্ষয়ক্ষতি হৈছিল, তথাপি তেওঁলোকৰ সংখ্যা কমি যোৱা সত্বেও সৈন্যসকলৰ মাজত তেওঁলোকৰ প্ৰভাৱ কমা নাছিল, বৰং ক্ৰমাৎ বাঢ়িছিলহে। মৃতসকলৰ ঠাই লৈছিল লাখ লাখ অন্যান্য সৈন্যই, তেওঁলোকে নাৎছীহঁতৰ বিৰুদ্ধে বীৰৰ দৰে যুঁজিছিল। দুমাহ জোৰা (জুলাই, আগষ্ট) যুঁজত ভ'ৰ'নেঝ, ষ্টেপ, কেন্দ্ৰীয়, ব্ৰিয়ানস্ক আৰু পশ্চিম ৰণাঙ্গনৰ পাৰ্টি সংগঠনবোৰে বহু পাৰ্টি সদস্য হেৰুৱাইছিল, কিন্তু সেই একেসময়তে তেওঁলোকে প্ৰায় ১১৫,০০০ জনক পাৰ্টিলৈ আনিছিল। গতিকে নাৎছী আক্ৰমণকাৰীহঁতৰ বিৰুদ্ধে তিক্ত সংগ্ৰামত লেনিনবাদী পাৰ্টিয়ে সংখ্যা আৰু শক্তিত ক্ৰমেই বাঢ়িছিল।

সেই দিনবোৰ পশ্চাদভাগতো ছোভিয়েত জনগণৰ পক্ষে নিতান্ত কঠোৰ আছিল। তেওঁলোকৰ মনোযোগ কুৰ্স্ক বালজৰ ওপৰত

১ ৰণাঙ্গনবোৰৰ ৰিপৰ্টৰ ভেটিত লেখকে কৰা হিচাপ।

কেন্দ্ৰীভূত হৈছিল। কমিউনিষ্ট পাৰ্টিয়ে জনগণৰ কুৰ্স্ক যুঁজৰ উদ্দেশ্য আৰু যুঁজৰ ফলাফলৰ পক্ষে ইয়াৰ ঐতিহাসিক তাৎপৰ্য্য ক্ৰমাগত ব্যাখ্যা কৰিছিল আৰু নাৎছী দস্যুহঁতৰ বিৰুদ্ধে এই যুদ্ধৰ অতি গুৰুত্বপূৰ্ণ মুহূৰ্তত ছোভিয়েত সশস্ত্ৰ ফৌজক সাহায্য কৰাৰ বাবে তেওঁলোকৰ প্ৰচেষ্টা বহুগুণ বঢ়াবৰ বাবে তেওঁলোকক অনুপ্ৰাণিত কৰিছিল। কাৰখানা আৰু মিলত, খনিত, ৰাষ্ট্ৰীয় আৰু যৌথ পামৰ-সকলোতে পাৰ্টি সংগঠনসমূহে শত্ৰুহঁতৰ বিৰুদ্ধে জয়লাভৰ বাবে জনগণৰ প্ৰয়াস সংহত কৰিছিল।

"ৰণাঙ্গনৰ বাবে সকলো, জয়লাভৰ বাবে সকলো"—এই দেশ-প্ৰেমিক আন্দোলন গোটেই দেশ জুৰি দ্ৰুত বিয়পি পৰিছিল। ১৭ জুলাইত, যেতিয়া কুৰ্স্কৰ যুঁজ চৰম পৰ্য্যায় পাইছিলগৈ, সেই দিনা মস্কোৰ কিৰভ ডায়নামো কাৰখানাৰ শ্ৰমিকসকলে এক সমাজতান্ত্ৰিক দৃষ্টান্ত অনুসৰণৰ আন্দোলন আৰম্ভ কৰিছিল। সমস্ত ছোভিয়েত শ্ৰমিক যৌথ পামৰ খেতিয়ক আৰু বুদ্ধিজীৱীয়ে এই উদ্যোগ সমৰ্থন কৰিছিল। কাৰখানাবোৰে বছৰৰ শেষ চতুৰ্থাংশৰ আৰু সমগ্ৰ ১৯৪৩ চনৰ পৰিকল্পনা পূৰণ কৰাৰ প্ৰতিজ্ঞা গ্ৰহণ কৰিছিল। যৌথ পামৰ খেতিয়কসকল শস্য চপোৱা সাফল্যৰ সৈতে সমাধা কৰিবলৈ আৰু নিৰ্দ্ধাৰিত সময়ৰ আগতেই খাদ্যশস্য আৰু অন্যান্য খাদ্যসামগ্ৰী সংগ্ৰহ কৰিবলৈ প্ৰয়াসী হৈছিল। ছোভিয়েত সশস্ত্ৰ ফৌজৰ এনে এক পশ্চাদভাগ আছিল যাৰ ওপৰত তেওঁলোকে সম্পূৰ্ণ নিৰ্ভৰ কৰিব পাৰিছিল। কমিউনিষ্ট পাৰ্টিয়ে ৰণথলী আৰু পশ্চাদভাগৰ প্ৰয়াস ঐক্যবদ্ধ কৰিছিল যাৰ একমাত্ৰ উদ্দেশ্য হৈছে শত্ৰুক সম্পূৰ্ণৰূপে পৰ্য্যুদস্ত কৰা।

কুৰ্স্ক বালজত ছোভিয়েত জনগণ আৰু তেওঁলোকৰ সশস্ত্ৰ ফৌজৰ দ্বাৰা অৰ্জিত বিজয়ত কমিউনিষ্ট পাৰ্টিৰ সুবিশাল সাংগঠনিক আৰু ৰাজনৈতিক কামকাজ আছিল এক নিয়ামক উপাদান।



## কৰ্ণেল-জেনাৰেল কনস্তানতিন ক্ৰাইনিউকভ*

## ৰাজনৈতিক কাম

মহান দেশপ্ৰেমিক যুদ্ধৰ কঠোৰ পৰীক্ষাই প্ৰত্যয়জনকভাৱে প্ৰমাণ কৰিছে যে সৈন্যসকলৰ মনোবল বৃদ্ধিত আৰু শত্ৰুহঁতৰ বিৰুদ্ধে যুঁজত তেওঁলোকৰ শক্তি বহুগুণ বঢ়োৱাৰ ক্ষেত্ৰত ৰাজনৈতিক কাম এক পৰাক্ৰান্ত অস্ত্ৰ। কুৰ্স্কৰ যুঁজত ৰাজনৈতিক কামৰ জৰিয়তে এই কথা উজ্জ্বলভাৱে ফুটি উঠিছে।

সিমানদিনে ছোভিয়েত সশস্ত্ৰ ফৌজত বহুত পৰিবৰ্তন সাধিত হৈছিল। তেওঁলোক দুই বছৰ জোৰা যুঁজৰ মাজেদি অভিজ্ঞতা আহৰণ কৰিছিল আৰু তেওঁলোকে বেছি বেছিকৈ অস্ত্ৰশস্ত্ৰ পাইছিল। সৈন্যসকলৰ মনোবল উচ্চৰ পৰা উচ্চতৰ হৈছিল। মস্কো আৰু ষ্টালিনগ্ৰাদৰ বিজয়, লেনিনগ্ৰাদ, ছেভাস্ত'পল আৰু ওদেছা ৰক্ষাকাৰীসকলৰ অমৰ সমৰ-কীৰ্ত্তি – এইবোৰ আৰু ৰণাঙ্গনত আৰু পশ্চাদভাগত আন আন সাফল্য বিজয় সম্পৰ্কে আস্থা বঢ়াইছিল, নাৎছী শক্তিহঁতৰ অৱধাৰিত আৰু সম্পূৰ্ণ বিপৰ্যয় সম্পৰ্কে বিশ্বাস বঢ়াইছিল।

---

* কৰ্ণেল জেনাৰেল ক্ৰাইনিউকভ কুৰ্স্কৰ যুঁজত ভ'ৰ'নেম ৰণাঙ্গনৰ ৪০তম আৰ্মিৰ সামৰিক পৰিষদৰ সদস্য আছিল।

ৰাজনৈতিক কামতো বহুত অভিজ্ঞতা আহৰিত হৈছিল। ইয়াৰ আধেয় অধিকতৰ উদ্দেশ্যময় হৈছিল, ৰূপো অধিকতৰ বৈচিত্র্যময় হৈছিল। ৰাজনৈতিক যন্ত্ৰৰ কাঠামো বেছিকৈ সমন্বিত হৈছিল আৰু আমাৰ সশস্ত্র ফৌজৰ গাঁথনিৰ আৰু তেওঁলোকৰ লক্ষ্যৰ সৈতেও সম্পূর্ণ সঙ্গতিপূর্ণ হৈছিল।

১৯৪৩ চনৰ গ্রীষ্মকালীন অভিযানৰ প্রস্তুতিৰ সময়ত আৰু কুৰ্স্কৰ যুঁজত পার্টিৰ কেন্দ্রীয় কমিটিয়ে সকলো ছোভিয়েত সৈন্যৰ ওচৰত দাবী কৰিছিল যে জাৰকালি অৰ্জিত সাফল্যক আৰু সংহত কৰিব লাগিব আৰু তাক বেছিকৈ সদ্ব্যৱহাৰ কৰিব লাগিব, পুনৰধিকৃত ভূখণ্ডৰ এক ইঞ্চিমানো এৰিব নালাগিব, যুঁজৰ গতিমুখ পৰিবৰ্তন বাবে শত্রুৱে কৰা সকলো প্রয়াস ব্যর্থ কৰিব লাগিব আৰু নাৎছীহঁতৰ কবলত পৰা লাখ লাখ ছোভিয়েত জনগণক মুক্ত কৰিব লাগিব।

কমিউনিষ্ট পার্টিয়ে ছোভিয়েত সৈন্যসকলৰ মাজত শত্রুহঁতৰ প্রতি তীব্র ঘৃণাসঞ্চাৰৰ ক্রিয়াকলাপ তীব্র কৰিছিল, ইয়াক যুদ্ধজয়ৰ অন্যতম গুৰুত্বপূর্ণ উপায়ৰূপে গণ্য কৰিছিল। কমাণ্ডাৰ আৰু ৰাজনৈতিক কর্মীসকলৰ কামকাজৰ আধেয় আৰু ৰূপ পার্টিৰ "পশ্চিমলৈ বোলা" ৰণধ্বনিৰ দ্বাৰা নির্দ্ধাৰিত হৈছিল।

পার্টিৰ কেন্দ্রীয় কমিটি আৰু সর্বোচ্চ কমাণ্ডে কুৰ্স্ক বাল্জৰ যুঁজত যি নির্দিষ্ট ৰূপ আৰু পদ্ধতি ব্যৱহাৰ কৰিব লাগিব তাক নির্দ্ধাৰিত কৰি দিছিল: আত্মৰক্ষামূলক যুঁজত শত্রুক জুকলা কৰি পেলোৱা, তাৰ পিচত প্রতি-আক্রমণলৈ যোৱা—ইয়েই আছিল সমস্ত ৰাজনৈতিক কামৰ অন্তর্নিহিত ধাৰণা। ই প্রধানত শক্তিশালী, স্তৰে স্তৰে বিন্যস্ত টেঙ্ক-প্রতিৰোধী প্রতিৰক্ষা সংগঠিত কৰাৰ অভিমুখে নির্দেশিত আছিল। সশস্ত্র ফৌজৰ কমিউনিষ্টসকল তেওঁলোকৰ কামকাজত "শেষ মানুহটো থকালৈকে প্রতিৰক্ষা" আৰু "এখোজো পিচ হোঁহকা নহয়" এই ৰণধ্বনিৰ দ্বাৰা পৰিচালিত হৈছিল।

গ্ৰীষ্মকালীন যুঁজৰ প্ৰৱৰ্তিত পাৰ্টিৰ কেন্দ্ৰীয় কমিটিয়ে সেনা আৰু নৌ বাহিনীত পাৰ্টি সংগঠনসমূহৰ ভূমিকা আৰু প্ৰভাৱ বৃদ্ধিৰ বাবে কেবাটাও গুৰুত্বপূৰ্ণ সাংগঠনিক ব্যৱস্থা চালু কৰিছিল।

১৯৪৩ চনৰ ২৪ মে তাৰিখে কেন্দ্ৰীয় কমিটিয়ে পদাতিক আৰু গোলন্দাজ বেটেলিয়নবোৰত আৰু কেইটামান ৰেজিমেণ্টাল চাৰ ইউনিটত পাৰ্টি সংগঠন স্থাপন কৰাৰ সিদ্ধান্ত লৈছিল। ইয়াৰ ফলত কমিউনিষ্টসকলে সাধাৰণ সমৰ্থকসকলৰ বৰ ওচৰ চাপি আহিছিল, কমাণ্ডে ন্যস্ত কৰা কৰ্তব্য সম্পাদনত পাৰ্টি সংগঠনসমূহৰ সংগ্ৰামী মনোভাৱ বাঢ়িছিল আৰু যিসকল সৈন্যই কৃতিত্ব প্ৰদৰ্শন কৰিছিল তেওঁলোকক পাৰ্টিলৈ অনাৰ প্ৰক্ৰিয়া উন্নত হৈছিল। তলত দিয়া তথ্যবোৰৰ পৰা সৈন্যসকলৰ মাজত পাৰ্টিৰ প্ৰভাৱ, পাৰ্টি সংগঠন আৰু তাৰ পৰিসৰ বুজা যাব: গ্ৰীষ্মকালীন অভিযানৰ আগতে ১০ দিনৰ ভিতৰতে কেন্দ্ৰীয় ৰণাঙ্গনত ১,৬১২টা আৰু ভ'ৰ'নেঝ ৰণাঙ্গনত ১,২৪২টা প্ৰাথমিক সংগঠন গঢ়ি তোলা হৈছিল।

১৯৮৩ চনৰ ১ জুলাইলৈকে এই দুই ৰণাঙ্গনৰ ৰাজনৈতিক প্ৰশাসনৰ একো একোটা প্ৰাথমিক সংগঠন ২৫ জনৰ অধিক কমিউনিষ্টক লৈ গঠন কৰা হৈছিল। যুঁজৰ আৰম্ভণিত প্ৰতিটো পদাতিক কম্পানি আৰু গোলন্দাজ বেটাৰিত ১০, ১২ অথবা তাৰো অধিক কমিউনিষ্ট আৰু সংগ্ৰামী কৰ্মী লৈ পূৰাদস্তুৰ পাৰ্টি-সংগঠন আৰু ১৫-২০ জন সদস্যক লৈ সুদক্ষ কমছমল সংগঠন গঢ়ি তোলা হৈছিল।

কুৰ্স্কৰ যুঁজ যেতিয়া আৰম্ভ হল সেই সময়ত ভ'ৰ'নেঝ ৰণাঙ্গনত প্ৰায় ১০০,০০০ কমিউনিষ্ট আৰু ১১৪.০০০ৰো অধিক কমছমল সদস্য আছিল, আৰু কেন্দ্ৰীয় ৰণাঙ্গনত আছিল ১২০,০০০ কমিউনিষ্ট আৰু ১৩২,০০০ কমছমল সদস্য। আৰু আন তিনিটা ৰণাঙ্গনক (স্তেপ, ব্ৰিয়ানস্ক আৰু পশ্চিম) ধৰিলে দেখা পাম যে কুৰ্স্কৰ যুঁজত ভাগ লোৱা সৈন্যসকলৰ ভিতৰত দহ লাখৰো অধিক কমিউনিষ্ট আৰু

কমছমল সদস্য আছিল। ই আছিল যথার্থতে এটা প্রবল, দৃঢ়সংবদ্ধকাৰী পাৰ্টি শক্তি যিয়ে সৈন্যসকলক সাফল্যৰ সৈতে জয়ৰ বাটলৈ আগুৱাই নিছিল।

২৪ মে'ৰ সিদ্ধান্তত কেন্দ্ৰীয় কমিটিয়ে যুদ্ধৰত সৈন্যসকলৰ সামৰিক, ৰাজনৈতিক আৰু সাংস্কৃতিক শিক্ষাৰ ক্ষেত্ৰত ৰণাঙ্গন, আৰ্মি আৰু ডিভিশ্বনবোৰৰ বাতৰিকাকতৰ ভূমিকা বৃদ্ধিৰ অৰ্থে কেইটামান গুৰুত্বপূৰ্ণ ব্যৱস্থাৰ কথা কৈছিল। সুপৰিচিত ছোভিয়েত লিখক পিওত্ৰ্ পাভলেঙ্কোৱে লিখিছিল যে "বাতৰিকাকত চাৰ মেচিনগান বা হাতবোমাৰ দৰেই সমান অপৰিহাৰ্য্য। ই হৈছে আত্মিক খাদ্যৰ অত্যাৱশ্যক বৰাদ্দ, সাহসৰ এক অফুৰন্ত ভাণ্ডাৰ যাৰ অবিহনে যুদ্ধৰ কঠোৰ পৰীক্ষাৰ মুহূৰ্তবোৰত কোনো ছোভিয়েত সৈন্য টিকি থাকিব নোৱাৰিলেহেঁতেন।"

সামৰিক পৰিষদ আৰু ৰাজনৈতিক সংস্থাসমূহে ৰণাঙ্গন, আৰ্মি আৰু ডিভিশ্বনবোৰৰ বাতৰিকাকতৰ কামকাজ উন্নত কৰিব পাৰিছিল। কুৰ্স্কৰ যুঁজ আৰম্ভ হোৱাৰ সময়ত সিবোৰৰ সংখ্যা বহুত বাঢ়িছিল আৰু গুণগতভাৱেও উন্নতিলাভ কৰিছিল। ৰাজনৈতিক সংস্থাসমূহৰ আৰু কমাণ্ডৰ হাতত বাতৰিকাকত আছিল এক বিৰাট সংগঠনী আৰু শিক্ষাপ্ৰদ শক্তি। প্ৰত্যেক ৰণাঙ্গনত ৰুছ ভাষাত আৰু ছোভিয়েত ইউনিয়নৰ আৰু দুই তিনিটা ভাষাত প্ৰকাশিত হোৱা ৰণাঙ্গনৰ বাতৰিকাকতৰ উপৰিও চাৰিৰপৰা সাতখন আৰ্মিৰ বাতৰিকাকত, দহৰপৰা বাৰখন ক'ৰৰ বাতৰিকাকত আৰু ৪৫ৰ পৰা ৫০টা ডিভিশ্বনৰ অথবা অনুৰূপ ইউনিটৰ বাতৰিকাকত আছিল। সিবোৰৰ মুঠ দৈনিক প্ৰচাৰ সংখ্যা আছিল ৪ লাখৰপৰা ৫ লাখ। এই বাতৰিকাকতবোৰে পাৰ্টিৰ চিন্তাধাৰা প্ৰচাৰ কৰিছিল, এইবোৰ আছিল অফিচাৰ আৰু সৈন্যসকলৰ বন্ধু আৰু পৰামৰ্শদাতা আৰু এইবোৰে এওঁলোকক সামৰিক আৰু ৰাজনৈতিক বিজ্ঞানৰ একো একোটা পাঠ দ্ৰুত আয়ত্ত কৰিবলৈ সক্ষম কৰিছিল।

এই কথা সুবিদিত যে নেতৃত্বৰ কৌশল নিহিত হৈ আছে বহুত ধৰণৰ উপায়-উপকৰণৰ মাজেদি গৈ এটা নিৰ্দিষ্ট সময়ত যিটো সবাতোকৈ কাৰ্য্যকৰ সেইটো বাছি লোৱাৰ মাজত। কুৰ্স্কৰ যুঁজত ৰাজনৈতিক ক্ৰিয়াকলাপ পৰিচালনা সম্বন্ধে এই কথাটো সাৰ্থকৰূপে প্ৰযোজ্য। মহান দেশপ্ৰেমিক যুদ্ধৰ আন আন যুঁজৰ দৰেই কুৰ্স্ক বালজৰ যুঁজৰো নিজস্ব বৈশিষ্ট্য আছিল। সেইবোৰ কি তাক ৰাজনৈতিক সংস্থাসমূহে বুজিছিল আৰু নিজৰ কামকাজ কৰিবলৈ যাওঁতে তাক মনত ৰাখিছিল।

আমাৰ সৈন্যসকলৰ বিৰুদ্ধে আক্ৰমণাত্মক অভিযানত নাৎছী কমাণ্ডে বিৰাট সংখ্যক পেনৎছাৰ গোটাইছিল; তাৰ ভিতৰত আছিল সৰ্বাধুনিক মডেলৰ পেনৎছাৰ, যেনে টাইগাৰ, পেন্থাৰ আৰু ফাৰ্ডিনেণ্ড আক্ৰমণকাৰী কামান। অনতিক্ৰম্য টেঙ্ক প্ৰতিৰোধী প্ৰতিৰোধ গঠনৰ আৰু শত্ৰুইতৰ টেঙ্কবোৰ চূৰ্ণ কৰিবলৈ শিকাৰ বাবে টাইগাৰ আৰু পেন্থাৰৰ দুৰ্ভেদ্যতা সম্পৰ্কে প্ৰচলিত ধাৰণাৰ অৱসান ঘটোৱাটো জৰুৰী আছিল। আৰু এই উদ্দেশ্য সাধনৰ ফালে লক্ষ্য ৰাখিয়েই ৰাজনৈতিক ক্ৰিয়াকলাপ পৰিচালনা কৰা হৈছিল। ছোভিয়েত সৈন্যসকলৰ ৰণধ্বনিত কোৱা হৈছিল, "টেঙ্কে কোনো সাহসী আৰু সুকৌশলী সেনাক ভয় খুৱাব নোৱাৰে।" আৰু কোৱা হৈছিল যে "য'ত টেঙ্ক-প্ৰতিৰোধী কামান আৰু ৰাইফেল আছে সাহিয়ালৰ হাতত, তাত শত্ৰুৰ টেঙ্ক পুৰিব লাগিছে।" বহু সংখ্যাত প্ৰকাশিত প্ৰচাৰ-পত্ৰবোৰে সৈনিকসকলক শত্ৰু টেঙ্কৰ লগত কেনেকৈ যুঁজিব লাগিব সেই শিক্ষাই মাথো নিদিছিল, যিসকল বীৰে শত্ৰুটেঙ্ক ধ্বংস কৰিছিল তেওঁলোকৰ কথাও কৈছিল। এখন প্ৰচাৰপত্ৰৰ শিৰোনাম আছিল "চিনিয়ৰ গানাৰ ব'গ'মলভ আৰু গানাৰ কালিনকিনে তিনিটা টাইগাৰ ধ্বংস কৰিছিল।" এইবোৰত তেওঁলোকৰ বীৰ কীৰ্তি বিবৃত হৈছিল, আৰু তেওঁলোকৰ ছবি আৰু ধ্বংসপ্ৰাপ্ত টেঙ্কৰ ছবি ছপোৱা হৈছিল।

শত্ৰু টেঙ্ক কেনেকৈ ধ্বংস কৰিব লাগে সেই সম্পৰ্কে ৰণাঙ্গন আৰু আৰ্মিবোৰৰ সামৰিক কমাণ্ডাৰ বিশেষ নিৰ্দেশাৱলী সৈন্যসকলৰ ওচৰত ব্যাখ্যা কৰাটো আছিল আন এটা গুৰুত্বপূৰ্ণ বিষয়।

মনস্তত্বগত শিক্ষাৰ আন এটা গুৰুত্বপূৰ্ণ উপাদান, য'ত কমাণ্ডাৰ-সকলক সাহায্য কৰিছিল ৰাজনৈতিক বিভাগে, সি হৈছে ট্ৰেঞ্চ আৰু ফক্সহ'লবোৰত থকা 'পদাতিক সৈন্যৰ ওপৰেদি টেঙ্ক পাৰ হৈ যোৱাৰ লগত তেওঁলোকক অভ্যস্ত কৰা। গোলন্দাজ আৰু টেঙ্ক-প্ৰতিৰোধী ইউনিটবোৰে যি পেনৎছাৰ ধ্বংস কৰিছিল তাৰ এখন প্ৰদৰ্শনীৰ আয়োজন কৰা হৈছিল (ইয়াত লক্ষ্যবস্তু হিচাপে ব্যৱহৃত হৈছিল দখল কৰা শত্ৰু টেঙ্ক যাৰ ভিতৰত টাইগাৰো আছিল)।

যুঁজৰ ঠিক আগে আগে আগন্তুক যুঁজত কমিউনিষ্ট আৰু কমছমলৰ সদস্যসকলক কেনেকৈ ব্যৱহাৰ কৰা হ'ব সেই সম্পৰ্কে নিৰ্দেশাৱলী ৰচনা কৰিবলৈ সমস্ত প্ৰাথমিক পাৰ্টি আৰু কমছমল সদস্যসকলে সভা পাতিছিল। ১৪৮ তম ইনফেন্ট্ৰি ডিভিশ্বনৰ ৬৫৪ তম ইনফেন্ট্ৰি ৰেজিমেণ্টৰ ৮ম ইনফেন্ট্ৰি কম্পানিৰ পাৰ্টি সংগঠনৰ সভাত গৃহীত প্ৰস্তাৱবোৰ এইবোৰ সভাৰ আলোচ্য বিষয়ৰ আধেয় আৰু ফলাফলৰ এটা দৃষ্টান্ত। তাত কোৱা হৈছিল যে "পাৰ্টি সভাই সকলো কমিউনিষ্টৰ পক্ষে কথা-বতৰাৰ জৰিয়তে আৰু ব্যক্তিগতভাৱে দৃঢ়তা, অধ্যৱসায় আৰু দক্ষতা প্ৰদৰ্শনৰ জৰিয়তে সৈনিক আৰু কমাণ্ডাৰসকলক অনুপ্ৰাণিত কৰা আৰু নিৰ্দেশবোৰ পালন সুনিশ্চিত কৰাটো বাধ্যতামূলক কৰিছে আৰু "এখোজো পিচ হোহকা নহয়, শেষলৈকে টিকি থাকিব লাগিব" নিৰ্দেশ সকলো পৰিস্থিতিত কাৰ্য্যকৰ কৰিব লাগিব।

ৰণাঙ্গনবোৰৰ বাবে অস্ত্ৰশস্ত্ৰ আৰু খাদ্য উৎপাদন আৰু সৰবৰাহৰ ক্ষেত্ৰত পশ্চাদভাগৰ শ্ৰমিকসকলে যিবোৰ সাফল্য অৰ্জন কৰিছে সেই সম্বন্ধে সৈন্যসকলক অৱহিত কৰাটো আছিল ৰাজনৈতিক কামকাজৰ আন এটা গুৰুত্বপূৰ্ণ উপাদান। এইবোৰ সাফল্য সঁচাকৈয়ে

বিপুল আছিল। এই কথা ক'লেই যথেষ্ট হ'ব যে যুঁজৰ সময়ত কুৰ্স্ক বালজলৈ ৩১৩,০০০ মালগাড়ী বোজাই সামৰিক বয়বস্তুৰ যোগান ধৰা হৈছিল।

কমাণ্ডাৰ আৰু ৰাজনৈতিক কৰ্মীসকলে প্ৰচাৰপত্ৰবোৰত আৰু ৰণাঙ্গনৰ বাতৰিকাকতসমূহত প্ৰকাশিত সামৰিক পৰিষদৰ আবেদনবোৰ যুদ্ধৰত সৈনিকসকলৰ ওচৰত ব্যাখ্যা কৰিছিল, সমস্ত ইউনিটত সভা অনুষ্ঠিত হৈছিল। ৰণাঙ্গন, আৰ্মি ক'ৰ আৰু ডিভিশ্বনৰ কমাণ্ডাৰসকলে যুদ্ধৰত সৈন্যসকলৰ লাইন পৰিক্ৰমা কৰিছিল আৰু সৈন্যসকলৰ সৈতে মুকলি মনেৰে আলোচনা কৰিছিল। কমাণ্ডাৰ, ৰাজনৈতিক কৰ্মী, নন-কমিশ্বন্ড্ অফিচাৰ বা প্ৰাইভেট যিয়েই নহওক লাগিলে সকলো কমিউনিষ্টেই সৈন্যসকলৰ মাজত আন্দোলনমূলক কাম কৰিছিল। মূল বিষয় আছিল যুদ্ধৰত প্ৰতিজন সৈনিকক এই কথা ভালকৈ বুজোৱা যে এই যুঁজৰ আৰু সাধাৰণভাৱে সমস্ত যুঁজৰ সফল ফলাফল নিৰ্ভৰ কৰিব তেওঁলোকৰ নিৰ্ভীকতা দৃঢ়তা আৰু দৃঢ়পণৰ ওপৰত।

মহান দেশপ্ৰেমিক যুদ্ধত ইতিমধ্যে সঞ্চিত অভিজ্ঞতাৰ কথা উত্তমৰূপে বিবেচনাৰ ভেটিত তৈয়াৰী নতুন নিয়ম-কানুনৰ অনুশীলন কুৰ্স্কৰ যুঁজত ভালেখিনি উন্নত কৰা হৈছিল। এইবোৰৰ নিয়ম-কানুনত জোৰ দি কোৱা হৈছিল যে যুঁজ কৰি থকা প্ৰতিজন সৈন্য জয়লাভৰ বাবে সচেষ্ট থাকিব লাগিব। ইয়াৰ অবিহনে জয়লাভ হ'ব নোৱাৰে. গতিকে সমস্ত প্ৰয়াস কেন্দ্ৰীভূত কৰা হৈছিল এই আগ্ৰহ জগাই তোলাৰ ওপৰত।

যুঁজ চলি থকা কালত ৰাজনৈতিক কামকাজ সংগঠিত কৰাৰ ওপৰত বিশেষ মনোযোগ দিয়া হৈছিল। কুৰ্স্কৰ যুঁজত ৰাজনৈতিক ক্ৰিয়াকলাপৰ ক্ষেত্ৰত ব্যাপকভাৱে প্ৰযুক্ত এটা ৰূপ আছিল কমাণ্ডাৰ আৰু ৰাজনৈতিক কৰ্মীসকলৰ তৰফৰ পৰা নিৰ্দিষ্ট কৰ্তব্য সুসম্পন্ন কৰাৰ বাবে সৈনিকসকলক আবেদন জনাই বাৰ্তা প্ৰচাৰ আৰু

ইউনিটৰ যুদ্ধৰত সৈনিকসকলৰ বীৰ কীৰ্তি সম্পৰ্কে আৰু পাৰ্শ্ববৰ্তী ইউনিটবোৰৰ যুঁজৰ সাফল্য সম্পৰ্কে বুলেটিন প্ৰচাৰ।

যুঁজ চলি থকা পৰিস্থিতিত ৰাজনৈতিক কাম কেৱল মুখৰ কথাৰে নহয় যুঁজৰ মাজেদিয়ো দেখুৱাব লাগে। ৰাজনৈতিক কামকাজৰ এটা গুৰুত্বপূৰ্ণ অৱদান—পাৰ্টি প্ৰচাৰৰ সবাতোকৈ প্ৰত্যয়জনক ৰূপ আছিল একো একোজন কমিউনিষ্টৰ ব্যক্তিগত দৃষ্টান্ত স্থাপন। সাহিত্য আৰু সংৰক্ষিত দলিলপত্ৰৰ অসংখ্য তথ্য পোৱা যায় যাৰ পৰা দেখা যায় কেনেকৈ কমাণ্ডাৰসকলে, যুঁজৰ সংগঠকসকলে নিজৰ চলন-ফুৰণ আৰু নেতৃত্বৰ পদ্ধতিৰ দ্বাৰা একো একোখন যুঁজৰ নিৰ্দিষ্ট লক্ষ্য পূৰণত সৈনিকসকলৰ মাজত পাৰ্টি মনোভাৱ সঞ্চাৰিত কৰিছিল। বিপদৰ কবলত পৰা ইউনিটবোৰক সময়মতে গোলন্দাজ আৰু টেঙ্কেৰে সাহায্য কৰা সৈন্যসকলৰ মনোবল ৰক্ষাৰ ফালৰ পৰা এটা অতীৱ গুৰুত্বপূৰ্ণ উপাদান আছিল।

একো একোটা ৰেজিমেণ্ট, ডিভিশ্বন, আৰ্মি আৰু সমগ্ৰ ৰণাঙ্গনত অৰ্জিত সাফল্য সম্বন্ধে যথাসময়ত বাতৰি প্ৰচাৰকাৰ্যায়ো সৈন্যসকলৰ মনোবল বৃদ্ধি কৰিছিল আৰু শত্ৰুৰ জয়লাভ সম্বন্ধে তেওঁলোকৰ আস্থা বঢ়াইছিল। কুৰ্স্ক দখল কৰাত জাৰ্মানইঁতৰ ব্যৰ্থতা সম্পৰ্কে আৰু কেন্দ্ৰীয় ৰণাঙ্গনৰ প্ৰথম বৃহৎ সাফল্য সম্পৰ্কে ১৯৪৩ চনৰ ৯ জুলাই ছভিনফৰ্ম-বুৰোৰ বিপৰ্টক কুৰ্স্ক বাল্জত সংগ্ৰামৰত সমস্ত ৰণাঙ্গনৰ সৈন্যসকলে উৎসাহেৰে অভিনন্দন জনাইছিল। এই বাতৰি অবিলম্বে প্ৰাইভেট, নন-কমিশ্বন্‌ড্ অফিচাৰ আৰু অন্যান্য অফিচাৰসকলক জনোৱা হৈছিল।

যুঁজত প্ৰতিষ্ঠিত বীৰ কীৰ্তিবোৰ ব্যাপকভাৱে প্ৰচাৰ কৰা হৈছিল। ৰণথলীত ৰাজনৈতিক কামকাজৰ ক্ষেত্ৰত ই আছিল আন এটা অতীৱ গুৰুত্বপূৰ্ণ ৰূপ। তথ্যৰ পৰা দেখা যায় যে ডিভিশ্বনাল বাতৰিকাকত-বোৰে সংগ্ৰামৰত সৈনিকসকলৰ বীৰত্বব্যঞ্জক কীৰ্তি প্ৰচাৰত বিশেষভাৱে গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। এইবোৰৰ ভিতৰত ভালেকেইখন

বাতৰিকাকতক যথাৰ্থতে "সংগ্ৰামকাৰী ট্ৰেঞ্চ বাতৰিকাকত" বুলি অভিহিত কৰা হৈছিল। ইয়াত প্ৰকাশ পোৱা প্ৰশংসনীয় বাতৰিবোৰ আছিল সুলিখিত আৰু সময়োচিত।

কুৰ্স্ক'ৰ যুঁজত ৰাজনৈতিক কামত ব্যাপকভাৱে ব্যৱহৃত আন এটা ৰূপ আছিল কোনো আক্ৰমণৰ আগতে বা যুঁজৰ কোনো গুৰুত্বপূৰ্ণ মুহূৰ্তত সৈন্যসকলৰ দ্বাৰা প্ৰতিজ্ঞাগ্ৰহণ। বহু সেনাগঠনত যুঁজৰ আগতে বিশেষ চিঠিপত্ৰ পাঠ কৰা হৈছিল যিবোৰ চিঠিত সৈন্যসকলে শপত লৈছিল শেষ পৰ্য্যন্ত অটল থকাৰ, শপতৰ প্ৰতি বিশ্বস্ত থকাৰ আৰু প্ৰাণৰ মায়া নেওচি শত্ৰুৰ বিৰুদ্ধে যুঁজাৰ।

যুঁজৰ আগতে চমু উদ্দীপনাময় সভাসমূহে, য'ত সৈন্যসকলে শেষ পৰ্য্যন্ত টিকি থকাৰ অঙ্গীকাৰ কৰিছিল, তেওঁলোকক ৰাজনৈতিকভাৱে যথেষ্ট শক্তি যোগাইছিল। সৈন্যসকল বিপুলভাৱে উদ্দীপিত আৰু প্ৰভাৱিত হৈছিল সেইবোৰ সভাত য'ত তেওঁলোকৰ আগত ৰণাঙ্গন আৰু আৰ্মিৰ সামৰিক পৰিষদসমূহৰ বিশেষ বাৰ্ত্তা পাঠ কৰা হৈছিল। এনে ধৰণৰ সভাসমূহে আগৰ যুঁজবোৰতো সৈন্যসকলৰ মনোবল বৃদ্ধিত ডাঙৰ ভূমিকা লৈছিল। এইবোৰ বাৰ্ত্তাত নিৰ্দ্ধাৰিত কৰ্তব্য জীৱন্ত আৰু সুস্পষ্টভাৱে উল্লেখ থাকিছিল সেই সম্পৰ্কে কমিউনিষ্ট পাৰ্টিৰ আবেদন থাকিছিল আৰু সেই বিশেষ যুঁজখনৰ উদ্দেশ্য ব্যক্ত কৰা হৈছিল। পাৰ্টিৰ কেন্দ্ৰীয় কমিটি আৰু ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিয়ে এইবোৰ বাৰ্তাৰ ওপৰত যথেষ্ট গুৰুত্ব দিছিল। ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিয়ে ইয়াৰ অন্যতম প্ৰথম সিদ্ধান্তত "জাৰ্মান দস্যু আৰু স্বাধীনতাহৰণকাৰীহঁতৰ বিৰুদ্ধে আমাৰ দেশখনক ৰক্ষা কৰিবৰ বাবে নিস্বাৰ্থভাৱে আৰু দৃঢ়ভাৱে থিয় দিবলৈ তেওঁলোকৰ খণ্ডবোৰত থকা সৈন্যসকলক সঘনাই আবেদন কৰাটো" কমাণ্ডাৰ ইন চীফৰ পক্ষে বাধ্যতামূলক কৰিছিল। কুৰ্স্ক'ৰ যুঁজত ৰাজনৈতিক কামকাজৰ এই পৰীক্ষিত ৰূপটো ব্যাপকভাৱে ব্যৱহাৰ কৰা হৈছিল। প্ৰথম চাৰি-

দিনীয়া যুঁজৰ পিচত কেন্দ্ৰীয় ৰণাঙ্গনৰ সামৰিক পৰিষদে সৈন্যসকলৰ উদ্দেশ্যে প্ৰেৰণ কৰা প্ৰতিটো বাৰ্তাত ফলাফলৰ পৰ্য্যালোচনা কৰিছিল, ক'ত আৰু কেনেকৈ শত্ৰুৱে হিচাপত ভুল কৰিছিল, অগ্ৰগতি প্ৰতিৰোধ কৰিবলৈ আৰু নিয়ামক প্ৰতি-আক্ৰমণাত্মক অভিযানৰ পৰিস্থিতি সৃষ্টি কৰিবলৈ সৈন্যসকলক উদ্দীপিত কৰিছিল কিহে সেইবোৰলৈ আঙুলিয়াইছিল। এই বাৰ্তাত কোৱা হৈছিল: 'দেশে আমাৰ প্ৰতি প্ৰশংসা আৰু আশাৰে লক্ষ্য ৰাখিছে।" যিয়ে এই বাৰ্তা শুনিছিল তেৱেঁই এই কথাবোৰৰ দ্বাৰা বিপুল প্ৰভাৱিত হৈছিল।

কিছু কিছু সৈন্যগঠনে তথাকথিত "আন্দোলন মোনা'ৰ ব্যাপক ব্যৱহাৰ কৰিছিল। এইবোৰত সকলো সময়তে কিতাপ, পত্ৰপত্ৰিকা শেহতীয়া বাতৰিকাকত, প্ৰচাৰপত্ৰৰ বাবে কাকত, আৰু ঘৰলৈ চিঠি লিখিবৰ বাবে যি যি দৰকাৰ সেইবোৰ সকলো থাকিছিল। যেতিয়া অলপ নিজম পৰিছিল তেতিয়া সৈন্যসকলক যুদ্ধৰ দলিলচিত্ৰকে ধৰি বোলছবি দেখুৱা হৈছিল।

চলাচল আৰু সৰবৰাহৰ ক্ষেত্ৰত সাহায্যও ৰাজনৈতিক শিক্ষাগত কামৰ এটা গুৰুত্বপূৰ্ণ ক্ষেত্ৰ আছিল। ট্ৰেঞ্চবোৰলৈ ক্ৰমাগত জ্বালানি, খাৰ-বাৰুদ, বেচন আৰু গৰম খাদ্যৰ যোগান ধৰাটো জৰুৰী আছিল। জাতীয় বাতৰিকাকতবোৰে বাৰেপতি সোঁৱৰাই দিছিল যে কমিউনিষ্ট পাৰ্টিয়ে এই কামক এটা অতীব গুৰুত্বপূৰ্ণ কৰ্তব্য বুলি ভাবে। ১৯৪৩ চনৰ ৪ জুলাইৰ দিনা ক্ৰাছনায়া ঝভেঝদাই (ৰঙা তৰা) ইয়াৰ সম্পাদকীয় নিবন্ধত লিখিছিল: "কোৱাৰ্টাৰ মাষ্টাৰৰ আৰু কমাণ্ডাৰৰ বিবেক পৰিষ্কাৰ থাকিব নোৱাৰে যদি তেওঁ আজি লাল ফৌজৰ সৈন্যসকলক টেঞ্চ, বাঙ্কাৰ আৰু ডাগ-আউটলৈ গৰম খাদ্যৰ যোগান ধৰাৰ সম্পৰ্কত নিশ্চিত নহয়। ...ৰান্ধনীঘৰ সম্পৰ্কে আগ্ৰহ থকাটো কোনো কোনোৱে ভবা দৰে কেছনৰ প্ৰতি শ্ৰদ্ধা বা এটা সামাজিক বিষয় নহয়। ই এটা পৰিৱৰ্তনাতীত কঠোৰ বিধান বি

সর্বথা আৰু সকলো ঠাইত অৱশ্যেই মানি চলিব লাগিব। আৰু এই বিষয়ত কমিউনিষ্টসকলৰ কথা আৰু কাম আছিল নিয়ামক।

কুৰ্স্কৰ যুঁজৰ ৰাজনৈতিক পদ্ধতিৰ বহুবিধ ৰূপৰ বিস্তাৰিত বিৱৰণ দিয়াটো অসম্ভৱ। তৎসত্ত্বেও মই কেইটামানৰ কথা উল্লেখ কৰিব বিচাৰো। এইবোৰৰ ভিতৰত আছে যুঁজ সংক্ৰান্ত বিষয় সম্পৰ্কে নানাবিধৰ প্ৰচাৰপত্ৰ আৰু পুস্তিকাৰ ব্যাপক প্ৰচাৰ, যুঁজত কৃতিত্ব প্ৰদৰ্শন কৰা সৈন্য আৰু অফিচাৰসকলৰ সম্পৰ্কে ৰণাঙ্গন, আৰ্মি আৰু ডিভিশ্যনৰ বাতৰিকাকতসমূহত প্ৰবন্ধ প্ৰকাশ, ৰণথলীত বঁটা প্ৰদান, ইউনিটৰ পতাকাৰ পটভূমিকাত বীৰসকলৰ আলোকচিত্ৰ গ্ৰহণ আৰু সেইবোৰ তেওঁলোকৰ পৰিয়ালৰ ওচৰলৈ আৰু তেওঁলোকে যুঁজৰ আগত যিবোৰ প্ৰতিষ্ঠানত কাম কৰিছিল সেইবোৰ প্ৰতিষ্ঠানলৈ প্ৰেৰণ; প্ৰবীণ যুঁজাৰুসকলৰ লগত সাক্ষাতকাৰ আৰু তেওঁলোকৰ ৰণকীৰ্তি প্ৰচাৰ। ১৯৪৩ চনৰ জুলাই মাহত ভ'ৰ'নেঝ আৰু কেন্দ্ৰীয় ৰণাঙ্গনৰ সৈন্যসকলে বহুসংখ্যক শত্ৰু টেঙ্ক ধ্বংস কৰিছিল। তেওঁলোকৰ ভিতৰত হেজাৰ হেজাৰ সৈনিকে সন্মানসূচক অৰ্ডাৰ আৰু পদক পাইছিল, বহুতক ছোভিয়েত ইউনিয়নৰ বীৰ উপাধিৰে ভূষিত কৰা হৈছিল। তেওঁলোকৰ ভিতৰত বহুতৰে বীৰকীৰ্তি বাতৰি-কাকতত প্ৰকাশ পাইছিল, লগতে তেওঁলোকৰ ছবিও ছপা হৈছিল।

জুলাই মাহত ব্যাপকভাৱে প্ৰচাৰকাৰ্য্য চলোৱা হৈছিল। এইবোৰত কেৱল নিয়মিত ৰাজনৈতিক কৰ্মীসকলেই মাথো অংশগ্ৰহণ কৰা নাছিল, কমাণ্ডাৰসকল আৰু সাধাৰণ কমিউনিষ্ট আৰু কমছমল কৰ্মীসকলেও অংশ গ্ৰহণ কৰিছিল। সেই সময়ত প্ৰতিটো আৰ্মিত ১৫০০ৰ পৰা ১৭০০ প্লেটুনৰ আৰু কম্পানিৰ প্ৰচাৰবিদ আছিল। সিমানদিনে প্ৰচাৰকাৰ্য্য যথেষ্ট উন্নত হৈছিল।

সেই সময়ত কুৰ্স্কত কঠোৰ যুঁজত কমিউনিষ্ট সৈন্যসকলে দৃঢ়তা আৰু অশ্ৰুতপূৰ্ব দেশপ্ৰেম, সাহস আৰু দক্ষতা প্ৰদৰ্শন কৰিছিল।

কমিউনিষ্টসকলৰ স্বাৰ্থহীনতাই অ-কমিউনিষ্টসকলৰ ওচৰত পাৰ্টিৰ মৰ্য্যাদা বৃদ্ধি কৰিছিল। তেওঁলোকে পাৰ্টিক জনসাধাৰণৰ জৰুৰী স্বাৰ্থৰ ৰক্ষক হিচাপে দেখিছিল আৰু তাৰ প্ৰতি তেওঁলোকৰ মৰম আৰু শ্ৰদ্ধা ক্ৰমেই বাঢ়িছিল।

১৯৪১ চনত পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ নিৰ্দেশৰ দ্বাৰা পৰিচালিত হৈ কুৰ্স্ক বালজত আৰ্মিবোৰৰ পাৰ্টি সংগঠনসমূহে সমাজতান্ত্ৰিক মাতৃভূমি প্ৰতিৰক্ষাত যিসকলে কৃতিত্ব প্ৰদৰ্শন কৰিছিল তেওঁলোকক সদস্য হিচাপে গ্ৰহণ কৰি কৰ্মীসংখ্যা বৃদ্ধি কৰিছিল। যেনে, ১৯৪৩ চনৰ জুলাই মাহত চেণ্ট্ৰাল ৰণাঙ্গনৰ ১৩.৬৯৭ জনক পাৰ্টিৰ সদস্য পদ দিয়া হৈছিল। পশ্চিম ৰণাঙ্গনত দিয়া হৈছিল ১৪,৯৫১ জনক, ভ,ৰ'নেঝ ৰণাঙ্গনত ১৫,৮৮১ জনক দক্ষিণ ৰণাঙ্গনত ৯,০০৩ জনক, স্তেপ ৰণাঙ্গনৰ ১২,০০০ জনক। মে' মাহত আবেদনৰ সংখ্যা দুগুণ হৈছিলগৈ। এই আটাইবোৰ কাৰণে আক্ৰমণাত্মক অভিযানৰ মাজতে পূৰাদস্তুৰ পাৰ্টি সংগঠন পুনৰ প্ৰতিষ্ঠা কৰা সম্ভৱ হৈছিল। সেইবোৰ মতাদৰ্শগতভাৱে আৰু সাংগঠনিকভাৱে ক্ৰমেই শক্তিশালী হৈ উঠিছিল. সেইবোৰে পাৰ্টিৰ কামকাজক এক নতুন স্তৰলৈ উন্নীত কৰিছিল আৰু সৈন্যসকলৰ মাজত পাৰ্টিৰ প্ৰভাৱ ক্ৰমাগত বৃদ্ধি কৰিছিল। ১৯৪৩ চনৰ ১ ফেব্ৰুৱাৰীৰ পৰা ১ জুলাইলৈকে প্ৰতিটো আৰ্মিয়ে গড়ে দিনৌ ৯ জনক পাৰ্টিৰ সদস্যপদ দিছিল, আৰু ১ জুলাইৰ পৰা ১ নভেম্বৰৰ মাজত দিছিল ৫১ জনকৈ। জুলাই মাহৰ পৰা অক্টোবৰ মাহলৈকে ভ'ৰ'নেঝ ৰণাঙ্গনত ৪৫,৪৩২ জন প্ৰাৰ্থী সদস্য আৰু ২০,২৫৬ জন পূৰ্ণ সদস্য হৈছিল। ১০ অক্টোবৰত গড়ে ৩৩ জনকৈ সদস্য আছিল। আন আন ৰণাঙ্গনতো পাৰ্টি সংগঠনবোৰে এক অনুপাতে বাঢ়িছিল।

প্ৰতিটো আৰ্মিয়ে এনে এক যুঁজ কৰিছে যি বহুত দিন ধৰি তেওঁলোকৰ গৌৰৱৰ প্ৰতীক হৈ ৰয়। কুৰ্স্কৰ যুঁজ আছিল তেনে

এখন যুঁজ। ছোভিয়েত সৈন্যসকলে প্ৰদৰ্শন কৰা সাহস, শৌৰ্য্য আৰু দক্ষতাই পাৰ্টি আৰু চৰকাৰৰ পৰা মৰ্য্যাদা পাইছিল। এই যুঁজ চলা কালত ১ লাখৰো অধিক ছোভিয়েত সৈন্য আৰু অফিচাৰক সম্মানসূচক অৰ্ডাৰ আৰু পদকেৰে ভূষিত কৰা হৈছিল আৰু ১৮০ জন সৈন্য, অফিচাৰ আৰু ৰাজনৈতিক কৰ্মীক অত্যন্ত বিশিষ্ট কৃতিত্বৰ কাৰণে ছোভিয়েত ইউনিয়নৰ বীৰ উপাধিৰে অলঙ্কৃত কৰা হৈছিল।

প্ৰতি-আক্ৰমণাত্মক অভিযান কালত আৰু সাধাৰণ গ্ৰীষ্মকালীন প্ৰতি-আক্ৰমণৰ সময়ত ছোভিয়েত চৰকাৰে ৫৪৪ টা ইউনিটক অৰ্ডাৰ অৱ্ লেনিন আৰু অৰ্ডাৰ অৱ্ দ্য ৰেড বেনাৰ খিতাপ দিছিল আৰু বহুত ডিভিশ্বনক গাৰ্ডছ ডিভিশ্বন হিচাপে স্বীকৃতি দিছিল আৰু এই ডিভিশ্বনবোৰে যিবোৰ চহৰ মুক্ত কৰাত সাহায্য কৰিছিল, সেই চহৰবোৰৰ নামেৰে যেনে বেলগ'ৰ'দ অ'ৰেল আৰু খাৰকভৰ নামেৰে এই ডিভিশ্বনবোৰৰ নামকৰণ কৰা হৈছিল।

১৯৪৩ চনৰ জহকালি ৰাজনৈতিক সংস্থা আৰু পাৰ্টি সংগঠনবোৰে আগৰ যুঁজবোৰত অৰ্জিত অভিজ্ঞতাক অধিকতৰ বিকশিত কৰিছিল। নতুন ৰূপ আৰু পদ্ধতিৰে তাক সমৃদ্ধ কৰিছিল, বিশেষকৈ সমৃদ্ধ কৰিছিল প্ৰচাৰ কাৰ্য্যৰ ক্ষেত্ৰত আৰু পাৰ্টিৰ সংগঠনগত ব্যৱস্থাৱলী কাৰ্য্যকৰ কৰাৰ ক্ষেত্ৰত আৰু উচ্চ পৰ্য্যায়ৰ দক্ষতা দেখুৱাইছিল।

জয়লাভৰ অদম্য ইচ্ছাশক্তি, সাহস আৰু ব্যক্তিগত উদাহৰণস্থাপনৰ জৰিয়তে কমিউনিষ্টসকলে সৈন্যসকলক দৃঢ়সংবদ্ধ কৰিছিল আৰু চূড়ান্ত বিজয়ৰ বাটলৈ আগুৱাই নিছিল।

কুৰ্স্কৰ যুঁজকে ধৰি যুঁজৰ সকলো পৰ্য্যায়ত ছোভিয়েত ফৌজৰ ৰাজনৈতিক কামৰ স্থায়ী মূল্য আৰু অসামান্য তাৎপৰ্য্য ইয়াৰ মাজত নিহিত হৈ আছে।

---



## মেজৰ জেনাৰেল পাভেল দ'ৰ'নিন*

# আমাৰ সেনাবাহিনীৰ লগত

কুস্ক´ অঞ্চল মুক্ত কৰাৰ যুঁজৰ আৰম্ভণিতে আমাৰ সৈন্যসকল যেতিয়া কুস্ক´ চহৰৰ পিনে আগুৱাই গৈছিল, সেই সময়ত মই দক্ষিণ ৰণাঙ্গনৰ ৰাজনৈতিক বিভাগৰ মুখ্য আছিলোঁ। দক্ষিণত তয়াময়া যুঁজ চলি আছিল, আৰু বহুত কাম কৰিব লগীয়া আছিল। তথাপি মোৰ দৃষ্টি নিবদ্ধ হৈ আছিল কুস্ক´ৰ ওপৰত, আমাৰ ৰণাঙ্গনৰ ঘটনাৱলীৰ প্ৰতি যিমান মনোযোগ আছিল তাতকৈ কম নহয়।

যুদ্ধৰ আগতে আৰু যুদ্ধৰ প্ৰথম বছৰত মই কুস্ক´ আঞ্চলিক পাৰ্টি কমিটিৰ মুখ্য সম্পাদক আছিলোঁ। যুদ্ধ কুস্ক´ অঞ্চললৈ বিস্তৃত হোৱাত মই যুঁজত ভাগ ললোঁ। আমাৰ সৈন্যসকলে যি বাটেদি পিচ হোঁহকি আহিব লগা হৈছিল এতিয়া, ১৯৪৩ চনত সেই বাটেদিয়ে আগুৱাই গৈছিল।

---

* মেজৰ জেনাৰেল (অৱসৰ প্ৰাপ্ত) দ'ৰ'নিন কুস্ক´ৰ যুঁজৰ সময়ত কুস্ক´ৰ ৰিজিয়নেল পাৰ্টি কমিটিৰ প্ৰথম সম্পাদক আছিল।

ছোভিনকৰ্মবুৰোৰ প্ৰতিটো বাস্তৱিয়ে বিপুল আনন্দ কঢ়িয়াই আনিছিল। মুক্ত এলেকাবোৰৰ ভালে কেইটাক মই ভালকৈ জানিছিলোঁ। আৰু শ্ৰেষ্ঠ শ্ৰমিক আৰু যৌথপামৰ খেতিয়কসকলৰ নামো মোৰ মনত আছিল। তেওঁলোকে নাৎছী মহামাৰীৰ সময়টো কেনেকৈ কটালে ? তেওঁলোক জীয়াই আছেনে ?

১৯৪৩ চনৰ ৯ ফেব্ৰুৱাৰীৰ দিনা মই দক্ষিণ ৰণাঙ্গনৰ ৰাজনৈতিক বিভাগৰ অফিচত আছিলোঁ, এনেতে টেলিফোন বাজি উঠিল, কৰ্তব্যৰত বিষয়াজনে জনালে যে ষ্টালিনে মোৰ লগত কথা হ'বলৈ বিচাৰে।

মোক সম্ভাষণ জনাই তেখেতে ক'লে :

"অভিনন্দন, কমৰেড দ'ৰ'নিন।"

তাৰ পিচত খন্তেকলৈ কোনো মাতবোল নাই। মই তেখেতে কি কব খোজে সেই বিষয়ে মই চিন্তা কৰিবলৈ ধৰিলোঁ। নীৰৱতা চলি থাকিল, গতিকে মই সুধিবলৈ বাধ্য হলোঁ।

''মাতিছে কেলেই, কমৰেড ষ্টালিন ?"

''কালি কুৰ্স্ক মুক্ত হৈছে," তেখেতে ক'লে।

এই সুসংবাদৰ বাবে মই তেখেতক ধন্যবাদ জনালোঁ।

"পৰহি আপুনি কুৰ্স্কলৈ অৱশ্যেই আহিব ; কথাটোত নিৰ্দেশৰ ভঙ্গীৰে কোৱা হল।

মই দুটা অনুভূতিত বিদীৰ্ন হবলৈ ধৰিলোঁ। এ হাতে মই সেনাবাহিনী এৰি দিবলৈ খোজা নাছিলোঁ, ষ্টালিনগ্ৰাদত কঠোৰ যুঁজৰ দিনবোৰত যিসকল হৈ পৰিছিল মোৰ নলে-গলে লগা বন্ধু সেই কমৰেডসকলক এৰি থৈ যাব খোজা নাছিলোঁ। আনহাতেদি, কুৰ্স্কৰ মানুহ, যিসকলৰ লগত বহুত ঘটনাৰ মাজেদি দিন কটাইছোঁ তেওঁলোকক চাবলৈও মই অধীৰ হৈ উঠিছিলো।

মই দোধোৰ-মোৰত পৰা কথাটো ষ্টালিনে গম পালে।

ভেখেতে সুধিলে, "সেনাবাহিনী এৰি যাবলৈ বেয়া লাগিছে নেকি ?"

মই ক'লোঁ, "হয়।"

মই পুৰণা বাবলৈ উভতি যাব লাগে কেলেই ভাৰ ভেখেতে মোক বুজাই ক'লে।

যুক্তিবোৰ যথেষ্ট অকাট্য, সেয়ে তাৰ বিৰুদ্ধে কিবা কোৱা মস্কিল। বিষয়টো সম্পৰ্কে স্পষ্টতঃই সিদ্ধান্ত লোৱা হৈ গৈছে। গতিকে মই ক'লোঁ :

"মই সকলো বুজিছোঁ।"

ষ্টালিনে খন্তেকলৈ বৈ ক'লে, "ভাল কথা," তাৰ পিচত মোৰ সাফল্য কামনা কৰিলে।

মই কুৰ্স্ক অঞ্চলৰ পাৰ্টি কমিটিৰ মুখ্য সম্পাদকৰ পদলৈ উভতি আহিলোঁ।

কুৰ্স্কৰ আৰু এই অঞ্চলৰ বহু চহৰৰ মুক্তিয়ে আঞ্চলিক সংগঠনবোৰক ভাবিব নোৱৰা ধৰণৰ অসুবিধাত পেলালে। প্ৰথমতে, নানান জিলাৰ কাৰখানা, যৌথ পান আৰু গাওঁ ছোভিয়েতবোৰলৈ প্ৰশাসনিক কৰ্মী পঠোৱাৰ কাম। আনহাতেদি কোনো কৰ্মী নাই। মাথো ১৭ জন আঞ্চলিক বৰমূৰীয়াই কামৰ বাবে নাম লিখাইছে। আমাৰ একমাত্ৰ সম্বল আছিল ১ম আৰু ২য় কুৰ্স্ক ব্ৰিগেডৰ গেৰিলাসকল, যিসকলৰ নাম এতিয়াও সেনাবাহিনীত লিখোৱা হোৱা নাছিল। লোক নিয়োগৰ ক্ষেত্ৰত আমি অলপ ঝুকি লব লগীয়া হল। এই জটিল পৰিস্থিতিত আনকি অভিজ্ঞ লোকেও আগুৱাটো কঠিন বুলি বুজিছিল ; চহৰ, কল-কাৰখানা আৰু যৌথ পামবোৰকতো ধ্বংসস্তূপৰ পৰা থিয় কৰাৰ লাগিব। গ্ৰামাঞ্চলৰ অৱস্থা বিশেষকৈ বেয়া আছিল। নাৎছীহঁতে ১ লাখৰো অধিক পঁজাঘৰ, সমস্ত যৌথপামৰ ঘৰ-বাৰী আৰু আমাৰ মেচিন ট্ৰেক্টৰ ষ্টেছনৰ কৰ্মশালটো ভূমিসাৎ কৰি দিছিল। পামৰ ঘৰ-দুৱাৰ নতুনকৈ সাজিব পৰাকৈ

আহিলা আৰু যন্ত্ৰপাতি যথেষ্ট নাছিল, তাতকৈয়ো ডাঙৰ কথা, এইবোৰ নতুনকৈ সাজিব পৰা মানুহ নাছিল। যৌথ পামত আছিল মাথোন বুঢ়া-বুঢ়ী আৰু শিশু।

বহুত যৌথ পামত এটাও ঘোঁৰা বা এটাও বলদ নাছিল। গোটেই বেলগ'ৰ'দ জিলাত মাথোন ৭০ টা ঘোঁৰা আছিল। এই অঞ্চলৰ যৌথ পামবোৰত ঘোঁৰা বোলোতে আছিল মাথোন ২২,০০০, তাৰ সৰহভাগেই সৈন্যবাহিনীলৈ অনুপযুক্ত আছিল। আৰু যুদ্ধৰ আগতে এই অঞ্চলত ঘোঁৰা আছিল ৩৮০,০০০। ইয়াৰ লগত সংযোজিত হল প্ৰায় আটাইকেখন জিলাত দেখা দিয়া টাইফাছ আৰু ডিষ্ট্ৰোফিয়া বেমাৰ। নাৎছীইতৰ ওঠৰ মহীয়া ৰাজত্বৰ অন্তত আমি উত্তৰাধিকাৰসূত্ৰে কি পাইছিলোঁ। ইয়াৰ পৰাই তাৰ স্পষ্ট চিত্ৰ আপোনালোকে পাব।

যি মেচিন আৰু ট্ৰেক্টৰ ষ্টেছনত মুঠ ২৬,০০০ অশ্বশক্তিসম্পন্ন এজাক ট্ৰাক আছিল সেইবোৰো এটাও নাছিল। ৪০০০ হাৰ্ভেষ্টাৰো নাইকিয়া হৈছিল। আমি মুঠ যি গোটাব পাৰিলো সি মাথো ২০০ নিতান্ত ভগা-ছিগা হেভাৰ।

বসন্ত দুৱাৰদলিত। তেতিয়া কৃষৰ বাবে সাজু হবৰ সময়, কিন্তু যৌথপামত এগ্ৰাম মানো বীজ নাই। ট্ৰেক্টৰো নাই, আৰু ভাৰবাহী জন্তুৰো বৰ অভাৱ। সকলো মিলি অৱস্থা নিতান্ত শোচনীয় হল। তদুপৰি অৰ্থনৈতিক সমস্যাবোৰৰ সমাধানৰ ফালে আমি সম্পূৰ্ণ মনোনিবেশ কৰিব পৰা নাছিলোঁ। অঞ্চলত তেতিয়াও যুঁজ চলি আছিল আৰু আমাৰ প্ৰয়াস মূলতঃ ৰণাঙ্গনক সাহায্য কৰা দিশে চালিত কৰিব লগা হৈছিল।

কুৰ্স্ক অভিক্ষেপত দুটা ৰণাঙ্গন নিয়োগ কৰা হৈছিল। জাৰকালি দ্ৰুত অগ্ৰগতিৰ জৰিয়তে সৈন্যসকল পশ্চাদভাগৰ পৰা বহুত দূৰলৈ গুচি গৈছিল। কৰলৈ গলে বেল চলাচল বন্ধ হৈয়ে আছিল।

একমাত্র যি লাইনেদি সৰবৰাহ পঠিয়াব পৰা হলহেঁতেন সেই এটা ট্ৰেক থকা কান্তৱনয়ে কুৰ্স্ক লাইন সম্পূৰ্ণ অকাৰ্য্যকৰ হৈ পৰিছিল। আন আন ঠাইৰ অৱস্থাও ইয়াতকৈ বিশেষ ভাল নাছিল। কান্তৱনয়ে আৰু ভালুইকি অংশত ৬২ খন দলং ওফৰি পেলোৱা হৈছিল। ৰেল জংছনবোৰত সমস্ত ইঞ্জিন আৰু ৰেলগাড়ী, পানী-সৰবৰাহ আৰু পৰিসেৱা ব্যৱস্থাৰ ভৱনবোৰ ধ্বংস হৈ গৈছিল। কুৰ্স্ক আৰু আন আন ৰেল জংছনত এটা লাইনৰ পৰা আন লাইনলৈ ট্ৰেন নিয়া আৰু অগা-পিচা কৰাৰ ব্যৱস্থা চুৰমাৰ হৈ গৈছিল।

আমি আটায়ে জানিছিলোঁ। যে সশস্ত্ৰ ফৌজক সাহায্য কৰাটো আছিল সবাতোকৈ গুৰুত্বপূৰ্ণ বিষয়। কমিউনিষ্টসকল নিশ্চিত আছিল যে কুৰ্স্কৰ মানুহে তেওঁলোকক এৰি নাযাব, শত্ৰুক মষিমূৰ কৰাত সাহায্য কৰাৰ বাবে যি যি কৰিব লগীয়া তাক তেওঁলোকে কৰিব আৰু শেষ কুটীডোখৰো যুঁজ কৰি থকা সৈন্যসকলৰ লগত ভাগ কৰি খাব।

আমাৰ আস্থা নিৰ্দিষ্ট তথ্যৰ ভেটিত গঢ়ি উঠিছিল—যুদ্ধৰ প্ৰথমছোৱাত মানুহৰ ব্যৱহাৰৰ ভেটিত। কুৰ্স্কৰ হেজাৰ বিজাৰ মানুহ নিজেই সৈন্যবাহিনী নিয়োগৰ অফিচলৈ আহিছিল, আৰু স্বেচ্ছায় ছোভিয়েত সেনাবাহিনীত যোগ দিবলৈ বিচাৰিছিল, তেওঁলোকৰ ভিতৰত নাৰীয়ো আছিল। ফলত এই অঞ্চলত নিৰ্দ্ধাৰিত সময়ৰ আগতেই সেনাবাহিনী ভুক্তিৰ কাম সম্পন্ন হৈছিল আৰু সেনাবাহিনীত ভুক্তিৰ বাবে পৰিকল্পনাৰ যি যি ব্যৱস্থা কৰা হৈছিল সেইবোৰ সকলো কাৰ্য্যকৰ কৰা হৈছিল।

পাৰ্টিয়ে যেতিয়া টেঙ্ক প্ৰতিৰোধী বেটেলিয়ন আৰু জনগণৰ মিলিখিয়া ৰেজিমেণ্ট প্ৰতিষ্ঠাৰ আবেদন জনাইছিল তেতিয়া কুৰ্স্কৰ হেজাৰ হেজাৰ মানুহে তাত যোগ দিছিল। কুৰ্স্কৰ প্ৰৱেশমুখত আৰু চহৰত ২য় গাৰ্ডছ ডিভিশ্বনৰ ক্ষয়প্ৰাপ্ত গোটবোৰৰ লগত মিলি

জনগণৰ চাৰিটা মিলিশিয়া ৰেজিমেণ্টে যুঁজিছিল। অস্ত্ৰশস্ত্ৰৰ নাটনি থকা সত্ত্বেও এই মিলিশিয়াৰ লোকসকলে অসাধাৰণ বীৰত্বেৰে যুঁজিছিল।

নাৎছী অধিকাৰৰ সময়ত কমিউনিষ্টসকলৰ নেতৃত্বত বিৰাট বিৰাট গেৰিলা ডিটাচমেণ্ট গঠন কৰা হৈছিল আৰু তাৰ পিচত ছুটা গেৰিলা ব্ৰিগেড পুনৰ্গঠন কৰা হৈছিল। আৰু এটা তৃতীয় ব্ৰিগেড তৈয়াৰ কৰা হব লাগিছিল। আঞ্চলিক পাৰ্টি কমিটিয়ে এইবোৰ জানিছিল আৰু মানুহে যে সেনাবাহিনীৰ লগত পূৰ্ণ সহযোগিতা কৰিব সেই বিষয়েও নিশ্চিত আছিল।

ৰাইজে পুনৰ্বাসনৰ কামত বিপুল উদ্দীপনাৰে হাত উজান দিছিল।

চহৰখনৰ মুক্তিৰ পাচদিনাই কুস্ক্ ৰেল ষ্টেছনৰ প্ৰায় ১০০০ মানুহে কাম কৰিছিল। ভালুইকি কাস্তৰনয়ে আৰু ল্গভ ৰেল ষ্টেছনবোৰতো একে ঘটনাই ঘটিছিল। ৰেল জংছনৰ শ্ৰমিকসকলে ৰেলপথ আৰু ঘৰ-দুৱাৰ তৈয়াৰীৰ কাম আৰম্ভ কৰিলে। যিবোৰ কাম তেওঁলোকে আগতে কাহানিও কৰা নাছিল সেইবোৰ কাম কৰাৰ লাগি গল। তেওঁলোকে ইটাৰ গাঁথনি কৰা, প্লাষ্টাৰ কৰা, কাঠমিস্ত্ৰি আৰু ৰংমিস্ত্ৰিৰ কাম কৰিলে যাতে ৰেলগাড়ী সোনকালে চলাচল কৰিব পাৰে সেই নিমিত্তে দিনে-নিশাই কাম কৰিবলৈ ধৰিলে। যৌথ পামৰ ৫০০০ খেতিয়কে ৰেলপথৰ পুনৰ্বাসনৰ বাবে কাম কৰাত লাগি গল। কাস্তৰনয়ে কুস্ক্ ৰেলপথেদি ক'তো নোবোৱাকৈ ৰেলগাড়ী চলাচল ১৭ মাৰ্চৰ ভিতৰত আৰম্ভ হল। আৰম্ভণিত ট্ৰেনৰ গতিবেগ ঘণ্টাত ১৫ কিলোমিটাৰ আছিল, জুন মাহৰ ভিতৰত সি বাঢ়ি ৪০ কিলোমিটাৰ হল।

শত্ৰুৰ বিমান বাহিনীয়ে কামত বিধি পথালি দিবলৈ পাৰ্যামানে চেষ্টা কৰিলে। ইটোৰ পাচত সিটোকৈ বোমা আক্ৰমণ হবলৈ ধৰিলে। যিদিনা কাস্তৰণয়ে ৰেলকৰ্মীসকলে আঞ্চলিক পাৰ্টি কমিটিক তেওঁলোক ট্ৰেন লবলৈ সাজু হৈছে বুলি আনন্দেৰে জনালে, তাৰ

পাচদিনাই ৬০ খন শক্ৰবিমানে বৰ্বৰৰ দৰে জংছনৰ ওপৰত বোমাবৰ্ষণ কৰিলে, গোটেই কামখিনি পুনৰ কৰিব লগীয়া হল।

সেই একে দিনা কেন্দ্ৰীয় কমিটিৰ পৰা এটা টেলিফোন আহিল ষ্টালিনৰ নিৰ্দেশসহ যে কাস্তৰনয়ে এলেকাত যুঁজাৰু বিমানৰ বাবে এখন বিমানক্ষেত্ৰ তিনিদিনৰ ভিতৰত নিৰ্মাণ কৰিব লাগিব। হেজাৰ হেজাৰ মানুহে এই কামত লাগি গল। ২৪ মাৰ্চত কাস্তৰনয়ে জিলা পাৰ্টি কমিটিৰ সম্পাদকে জনালে যে আমাৰ যুঁজাৰু বিমানৰ প্ৰথম গ্ৰুপটোৱে পুৱা ৯ বজাত বিমান পথাৰত অৱতৰণ কৰিছে। শক্ৰৰ বিমান আক্ৰমণ সত্বেও কাস্তৰনয়ে ৰেল জংছনত কাম অব্যাহতভাৱে চলি থাকিল।

ভালুইকি ৰেল ষ্টেছনত লুফৎৱাফেই ৭০ বাৰ বোমা পেলাইছিল। জুলাইৰ আক্ৰমণটো আছিল সবাতোকৈ সাংঘাতিক। কথাটো বোধগম্য কিয়নো শক্ৰৱে তেতিয়া আক্ৰমণাত্মক অভিযানৰ বাবে প্ৰস্তুতি চলাই আছিল। তৎসত্বেও মাল বোজাইৰ পৰিকল্পনা ৭১ শতাংশ আৰু মাল খালাচৰ পৰিকল্পনা ৭২ শতাংশ অতিৰিক্ত পূৰণ হৈছিল।

কুস্ক´ ৰেল জংছনৰ ওপৰত আক্ৰমণবোৰ আছিল বিশেষ ভাৱে ভয়াবহ। ২ জুন শক্ৰ বিমানে ইয়াৰ ওপৰত ২০০০ বোমা পেলাইছিল। এই আক্ৰমণত ৫০০ৰো বেছি বিমানে ভাগ লৈছিল। ছোভিয়েত ৰাইজৰ অধ্যৱসায় আৰু প্ৰবল সংকল্পই শক্ৰহঁতৰ পৰিকল্পনা ব্যৰ্থ কৰি দিছিল। জংছনত এক কৰ্মব্যস্ত পৰিবেশ আছিল। বোমাই সৃষ্টি কৰা গাঁতবোৰ বন্ধ কৰিবৰ বাবে বালিবাহী ফ্লেট মালগাড়ীবোৰ আহি আছিল। স্লিপাৰেৰ তৈয়াৰী সজাবোৰ বিৰাট বিৰাট বিন্ধাৰ মাজত বহুওৱা হৈছিল। তাৰ পিচত তাৰ ওপৰত ৰেল লাইন পতা হৈছিল। নাৎছীহঁতে ভাবিছিল যে সিহঁতে আক্ৰমণ কৰা ৰেল জংছন বহুদিনলৈ অচল হৈ থাকিব, কিন্তু তাৰ ৩৫ ঘণ্টাৰ

ভিতৰতে পুনৰ  ৰেল চলাচল আৰম্ভ হৈ গৈছিল। কুৰ্স্ক অঞ্চলৰ ৰেল জংছনবোৰৰ ওপৰত শত্ৰুৱে সৰ্বমুঠ ১১,৮০০ বোমা পেলাইছিল, ৰেলপথ তথাপি সচল আছিল।

যুঁজ চলি থকা এলেকাত বীৰোচিত কামৰ বাবে বহুসংখ্যক ৰেলকৰ্মীক বঁটাৰে সন্মানিত কৰা হৈছিল। কুৰ্স্ক ৰেল জংছনৰ ষ্টেছন মাষ্টৰ খবিনক সমাজতান্ত্ৰিক শ্ৰমবীৰ খিতাপেৰে ভূষিত কৰা হৈছিল। কুৰ্স্ক আৰু ভালুইকি জংছনক ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিৰ ৰঙা পতাকা পুৰস্কাৰ দিয়া হৈছিল।

নিয়ামক যুঁজৰ দিন যিমানেই ওচৰ চাপি আহিছিল মালপত্ৰ সৰবৰাহ সিমানেই বাঢ়িছিল। মালখালাছৰ কাম খৰতকীয়া কৰিবৰ বাবে যথাসাধ্য কৰা হৈছিল। টেঙ্ক আৰু স্বয়ংচালিত কামানবোৰ সেইবোৰৰ ইঞ্জিন চলি থকা অৱস্থাতে প্লেটফৰ্মলৈ নমোৱা হৈছিল। যাতে জংছনৰ ওচৰেদি ট্ৰেনবোৰ যাব পাৰে তাৰ বাবে অতিৰিক্ত ৰেল লাইন পতা হৈছিল।

যাৱতীয় ব্যৱস্থা লোৱা সত্ত্বেও এটা মাথো ট্ৰেক থকা কাস্তৰনয়ে কুৰ্স্ক লাইনে মালবহনৰ কাম কৰি উঠিব পৰা নাছিল। অৱস্থাটো চেণ্ট্ৰাল ৰণাঙ্গনৰ খণ্ডৰ ভিতৰেদি যোৱা ৰেলপথ ব্যৱহাৰ কৰিব লগীয়া হোৱা ভ'ৰ'নেঝ ৰণাঙ্গনৰ পক্ষে সবাতোকৈ কঠিন হৈছিল। আমি বাইজৰ সৈতে আলচ কৰিলোঁ, আৰু তাৰ ফলত ৰেল চলাচল আৰু খৰভকীয়া কৰাৰ ন ন পন্থা বিচাৰি উলিওৱাটো সম্ভৱ হ'ল। কাৰোবাৰ মনত পৰিল যে যুদ্ধৰ আগতে কুৰ্স্কৰ আকৰিক লো খনি পৰ্য্যন্ত এটা ৰেলপথ নিৰ্মাণৰ বাবে মোটামুটি এক পৰিকল্পনা আছিল। কথা আছিল এই ৰেলপথ কাস্তৰনয়ে কুৰ্স্ক লাইনৰ সমান্তৰাল হ'ব আৰু ই মস্কো দনবাছ আৰু দক্ষিণমুৱা ৰেলপথৰ মাজত যোগাযোগ স্থাপন কৰিব। মহাফেজখানাত পৰিকল্পনাটো পোৱা গ'ল আৰু তাক নিবীড়ভাৱে অধ্যয়ন কৰা হ'ল। ৬ জুনত

আমি ভ'ব'নেশ্ব হেড কোৱাৰ্টাৰ্ছ'ৰ ওচৰত ৰেলপথটো নিৰ্মাণৰ প্ৰস্তাৱ আগবঢ়ালোঁ। প্ৰস্তাৱটো সানন্দে অভিনন্দিত হল আৰু ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিৰ ওচৰলৈ সাঙ্কেতিক বাৰ্তা প্ৰেৰণ কৰা হল। পাচদিনা পুৱা ৬ বজাত উত্তৰ পোৱা গল। প্ৰস্তাৱটো গৃহীত হৈছিল।

. তিনিদিন পাচত এটা ৰেলকৰ্মীৰ দল আৰু যৌথ পামৰ ২৫,০০০ খেতিয়কে লাইন নিৰ্মাণৰ কাম আৰম্ভ কৰিলে। তাৰ লগে লগে জৰীপ আৰু নক্সাৰ কাম চলি থাকিল।

ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিয়ে কামটো শেষ কৰাৰ বাবে আমাক সময় মঞ্জুৰ কৰিছিল দুমাহ—১৫ জুনৰ পৰা ১৫ আগষ্ট। এই সময়ছোৱাৰ ভিতৰত আমি বিপুল পৰিমাণ মাটিৰ কাম, ১০ খন দলং নিৰ্মাণ আৰু ৯৫ কিলোমিটাৰ ৰেলপথ নিৰ্মাণৰ কাম শেষ কৰিব লাগিব।

লোকসকলক বিভিন্ন শাৰীত ভাগ কৰা হল, প্ৰতিটো শাৰীৰ নেতৃত্ব দিছিল জিলা পাৰ্টি কমিটিবোৰৰ দ্বিতীয় সম্পাদকসকলে। প্ৰতিটো শাৰীৰ মাজত কেইটামান ডিটাচমেণ্ট আছিল আৰু প্ৰতি-ডিটাচমেণ্টত আছিল কেইটামান দল। প্ৰতিটো দলে আকৌ কেইটাকৈ গ্ৰুপ গঠন কৰিলে। পিচ ৰেটৰ ভেটিত কামৰ মজুৰি দিয়া হল।

আঞ্চলিক পাৰ্টি আৰু কমছমল কমিটিয়ে দুটা শ্ৰেষ্ঠ শাৰীৰ বাবে পুৰস্কাৰ (পতাকা) ঘোষণা কৰিলে। জিলা কাৰ্য্যনিৰ্বাহী কমিটিৰ উপ-সভাপতিসকলে আৰু ট্ৰেড ইউনিয়ন সংগঠনবোৰে নিৰ্মাতাসকললৈ যাতে লাগতিয়াল সকলো সৰবৰাহ কৰা হয় তাৰ তত্ত্বাৱধান কৰিবলৈ ধৰিলে।

নিৰ্মাতাসকলৰ মাজত নিয়মীয়া ৰাজনৈতিক কাম চলি থাকিল। প্ৰথম মাহত ৪০টা বক্তৃতা, ৩,৫৮৭টা ৰিপৰ্ট আৰু আলোচনা সংগঠিত হল। ৫১ খন বোলছবি প্ৰদৰ্শনী আৰু ৩০ টা বৃন্দবাদনৰ

আয়োজন কৰা হল। ১০০৫ জন প্ৰচাৰবিদ আৰু পাঠকে নিৰ্মাতাসকলৰ আগত ছভিনফৰ্মবুৰ্ৰাৱে প্ৰচাৰিত বাতৰি আৰু আন আন বাতৰি-কাকতৰ পৰা চিত্তাকৰ্ষক প্ৰবন্ধপাতি পঢ়ি শুনাবলৈ ধৰিলে। এই মাহতে ১,৮৯,০০০ জাতীয় আৰু থলুৱা বাতৰিকাকত বিমানেৰে নিৰ্মাণথলীলৈ পঠোৱা হৈছিল আৰু ১০,০০০ দেৱাল-আলোচনী আৰু বুলেটিন আঁকি থোৱা হৈছিল।

গধূলি আৰু কামৰ বিৰতিৰ সময়ত সভা পতা হৈছিল, তাত নিৰ্মাতাসকলে দৃষ্টান্ত অনুসৰণ অভিযানৰ ফলাফল বিচাৰ কৰিছিল, ভালকৈ কাম কৰি থকা সকলৰ প্ৰশংসা কৰিছিল, যিসকল পিচুৱাই আছিল তেওঁলোকৰ নিন্দা কৰিছিল আৰু বিভিন্ন প্ৰস্তাৱ যুগুত কৰিছিল।

নিৰ্মাণথলীলৈ প্ৰথমে আহিল প্ৰিস্তেন জিলাৰ পৰা ৮৭৫ জন যৌথ পামৰ খেতিয়ক। আঞ্চলিক পাৰ্টি কমিটিয়ে তেওঁলোকৰ উচ্চস্তৰৰ সংগঠনৰ বাবে এখন পতাকা উপহাৰ দিলে। ই আছিল বয়সত তৰুণসকলৰ শাৰী, তদুপৰি এই শাৰীত মাথো আছিল তৰুণীসকল। কোনো কোনোৱে সন্দেহ প্ৰকাশ কৰিলে যে মাটিৰ কাম কৰিব পৰা শক্তি তেওঁলোকৰ আছেনে নাই। আশঙ্কা অমূলক প্ৰমাণিত হল। কেইদিনমানৰ কামৰ মাজেৰে দেখা গল যে তেওঁলোকে পুৰুষৰ দলৰ স্বাভাৱিক কামতকৈ ২০-৫০ শতাংশ বেছি কাম কৰিব লাগিছে, কিছু কিছু দলে আকৌ ১০০ শতাংশ বেছি কৰিব লাগিছে।

তেওঁলোকৰ সাফল্যৰ দ্বাৰা উদ্দীপিত হৈ প্ৰিস্তেন যৌথ পামৰ খেতিয়কসকলে নিৰ্মাতাসকলৰ আগত প্ৰস্তাৱ কৰিলে যে দুমাহৰ সলনি এ মাহতে কাম সম্পূৰ্ণ কৰা হওক। প্ৰস্তাৱটোৱে পূৰ্ণ সমৰ্থন পালে। আমি নিৰ্মাণৰ সময়সীমা কমাবলৈ পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ ওচৰত প্ৰস্তাৱ কৰিলোঁ। নতুন তাৰিখ ধাৰ্য্য কৰা হল ২০ জুলাই, অৰ্থাৎ গোটেইখিনি কাম ৩৫ দিনত শেষ কৰিব লাগিব। কামটো আৰু

বেগাই কৰা হ'ল। ৩২ দিনৰ মূৰত ৰেলপথটো ৰেল চলাচলৰ বাবে মুকলি কৰি দিয়া হ'ল।

এই সময়ছোৱাৰ ভিতৰত নিৰ্মাতাসকলে ৮ লাখ ঘনমিটাৰ মাটি আঁতৰাইছিল. ৫৬টা বিভিন্ন সংস্থাপন, ২ টা পানীৰ টাৱাৰ আৰু ৮টা ষ্টেছন নিৰ্মাণ কৰিছিল। নিৰ্মাণথলীত কৰ্মৰত বিশেষজ্ঞসকলে কৈছিল, তেওঁলোকে নিৰ্মাণকাৰ্য্যত ইমান গতিবেগ আৰু গণ-উদ্যোগ কাহানিও দেখা নাই।

নিৰ্দ্ধাৰিত সময়ৰ আগেয়ে নিৰ্মিত এই ৰেলপথটোৱে আক্ৰমণাত্মক অভিযানৰ প্ৰস্তুতিত অতীব গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। ভ'ৰ'নেঝ সামৰিক পৰিষদে নিৰ্মাতাসকলক অভিনন্দনজ্ঞাপক চিঠি লিখিছিল। এনে ধৰণৰ এখন চিঠিত লিখা হৈছিল:

"যিসকল সৈনিকে, ৰণাঙ্গনৰ ৰেলপথ ইউনিট আৰু বিশেষ পৰিসেৱা ব্যৱস্থাৰ কমাণ্ডাৰে আৰু কুস্ক' অঞ্চলৰ যৌথ পামৰ খেতিয়কে নিৰ্মাণকাৰ্যত ভাগ লৈছিল, নতুন প্ৰকল্পটোৰ, অৰ্থাৎ ৰেলপথটোৰ নিৰ্মাণ সফলভাৱে নিৰ্মাণ সম্পূৰ্ণ কৰাৰ বাবে আমি তেওঁলোকক ওলগ জনাওঁ। সামৰিক পৰিষদৰ দৃঢ় প্ৰত্যয় আছে যে সৈনিকসকলে ৰেলপথ ইউনিট আৰু বিশেষ পৰিসেৱা ব্যৱস্থাৰ কমাণ্ডাৰসকলে আৰু কুস্ক' অঞ্চলৰ যৌথ পামৰ খেতিয়কসকলে নাৎছী আক্ৰমণকাৰীহঁতক সম্পূৰ্ণে পৰাস্ত কৰিবলৈ যথাসাধ্য চেষ্টা কৰিব।"

ৰেলপথ নিৰ্মাণত শ্ৰম কৃতিত্বৰ বাবে চৰকাৰে ৩৮৬ জনক সম্মানিত কৰিছিল।

লাইন চালু কৰাৰ কামত হুকাবধা দিবলৈ জাৰ্মানহঁতে কেবাটাও অন্তৰ্ঘাতকাৰী দল পঠিয়াইছিল। কিন্তু আটাইবোৰকে নিধন কৰা হৈছিল। এই ক্ষেত্ৰতো সৈন্যসকলে থলুৱা জনসাধাৰণৰ, টেঙ্ক-প্ৰতিৰোধী বেটেলিয়নবোৰৰ আৰু আত্মৰক্ষাকাৰী ইউনিটবোৰৰ সাহায্য পাইছিল।

বসন্তৰ আগমনত নতুন নতুন দুৰ্ভাৱনাই দেখা দিলে। প্ৰতিৰক্ষাৰ দৃঢ় অৱস্থান তৈয়াৰ কৰাৰ কামৰ উপৰিও বীজ সিঁচাৰ ব্যৱস্থা কৰাৰ দৰকাৰ আছিল। অঞ্চলৰ সমস্ত কমিউনিষ্ট আৰু শ্ৰমৰত মানুহৰ কাম যথাযথভাৱে বণ্টন কৰাৰ বাবে আঞ্চলিক পাৰ্টি কমিটিয়ে এপ্ৰিল মাহত এখন পূৰ্ণাঙ্গ সভা অনুষ্ঠানৰ সিদ্ধান্ত ললে। এই সভাই আৰু এবাৰ জোৰ দি ক'লে যে পাৰ্টি সংগঠনসমূহৰ আগত সবাতোকৈ গুৰুত্বপূৰ্ণ কাম হৈছে ছোভিয়েত সেনাবাহিনীক সৰ্বাত্মক সাহায্য আগবঢ়োৱা আৰু তেওঁলোকৰ চাহিদা পূৰণ কৰা।

পূৰ্ণাঙ্গ সভাই পাৰ্টি সংগঠনসমূহক প্ৰতিৰক্ষা সংস্থাপন, বিমানকোঠ আৰু বিমান অৱতৰণৰ ক্ষেত্ৰ তৈয়াৰ কৰিবলৈ, সৈন্যবাহিনীৰ অধীনত থকা মাটিৰ আলিবোৰৰ ৰক্ষণাবেক্ষণ কৰিবলৈ আৰু ৰেলপথৰ পৰিবহন ক্ষমতা বৃদ্ধিত সাহায্য কৰিবলৈ আৱশ্যিক নিৰ্দেশ দিলে।

ৰণাঙ্গনৰ কাম কৰিবলৈ সক্ষম শিল্প ইউনিটবোৰৰ পুনৰ্বাসনৰ বাবে সকলো ব্যৱস্থা গ্ৰহণ কৰা আৰু হাস্পতালত আহতসকলক যথাসম্ভৱ সাহায্য কৰাটো প্ৰয়োজনীয় কৰ্তব্যৰূপে গণ্য কৰা হ'ল।

জনগণৰ উদ্দেশ্যে আঞ্চলিক পাৰ্টি কমিটিয়ে ক'লে: প্ৰতিখন চহৰ, গাওঁ আৰু ৰেল ষ্টেছনত প্ৰতিৰক্ষা লাইন আৰু দৃঢ় প্ৰতিৰক্ষা অৱস্থান গঢ়ি তোলাটো আমাৰ অঞ্চলৰ সকলো বাইজৰ দায়িত্ব। নিয়ামক যুঁজৰ দিন আৰু বেছি দূৰলৈ নাই। আমি যিমান খৰতকীয়াকৈ প্ৰতিৰক্ষা ব্যৱস্থাবোৰ নিৰ্মাণ কৰিম······লাল ফৌজৰ পক্ষে শত্ৰুৰ প্ৰতিৰোধ চূৰ্ণ কৰা, সিহঁতক ছত্ৰভঙ্গ কৰা আৰু আমাৰ দেশৰ পৰা বিতাড়ন কৰাটো সিমান উজু হব।"

পূৰ্ণাঙ্গ সভাৰ সিদ্ধান্ত কাৰ্য্যকৰ কৰি ৰাইজে প্ৰতিৰক্ষা ব্যৱস্থা নিৰ্মাণত সক্ৰিয় অংশ লৈছিল। এপ্ৰিল মাহত ১০৫,৫০০ মানহে আৰু জুন মাহত ৩০০,০০০ মানুহে কাম কৰিছিল। কেৱল চেণ্ট্ৰাল ৰণাঙ্গনৰ খণ্ডৰ মাজতেই ৫০০০ কিলোমিটাৰ ট্ৰেঞ্চ আৰু প্ৰৱেশৰ

গলি খন্দা হৈছিল। কুর্স্কৰ প্ৰৱেশমুখত ৯০০ বো অধিক বাঙ্কাৰ আৰু কামান বহুৱাবৰ বাবে ১০৩টা বিভিন্ন ধৰণৰ অৱস্থান নিৰ্মাণ কৰা হৈছিল। চহৰৰ বাটত বেৰিকেড বহুওৱা হৈছিল আৰু ঘৰ-দুৱাৰবোৰক প্ৰতিৰক্ষাৰ শক্তবিন্দুত পৰিণত কৰা হৈছিল। স্তাৰি-অ'স্কল, অ'ৰ'য়ান আৰু অন্যান্য চহৰতো একে কাম কৰা হৈছিল।

আন আন লাগতিয়াল বস্তু বিশেষকৈ বিমানকোঠ নিৰ্মাণ কৰা হৈছিল। যুঁজৰ আৰম্ভণিত ২য় এয়াৰ আৰ্মিৰ ২৪ খন বিমান পথাৰ আছিল। সমুখ ৰণাঙ্গনৰ দাঁতিকাষৰীয়া অঞ্চলৰ পৰা আৰু ১৫,০০০ যৌথ পামৰ খেতিয়কে এইবোৰ তৈয়াৰ কৰিছিল।

সেনাবাহিনীৰ কমাণ্ডে বাৰে বাৰে আমাৰ ওচৰলৈ গধুৰ অস্ত্ৰশস্ত্ৰ মেৰামতিৰ বাবে সাহায্য বিচাৰিছিল। শ্ৰমিকসকলে সংগ্ৰামৰত বাহিনীয়ে তেওঁলোকৰ ওপৰত ন্যস্ত কৰা কৰ্তব্য সাফল্যেৰে সৈতে সম্পাদন কৰিছিল। কুৰ্স্ক ডিপোত, লৃগভত আৰু দিমিত্ৰিয়েভৰ চিনিলেত মেখিন খপবোৰ পুনৰ চালু কৰা হৈছিল। কিন্তু তাৰেও সমস্ত চাহিদা পূৰণা কৰা নগৈছিল কাৰণে কুৰ্স্কৰ পুৰণা ইঞ্জিনিয়াৰিং প্ৰকল্পত এটা টেঙ্ক মেৰামতি কাৰখানা মুকলি কৰা হ'ল। তাত কাম কৰি থকা কমিউনিষ্টসকলক আমি একত্ৰ কৰিলোঁ, তেওঁলোকে পুনৰ্বাসনৰ কামত হাত উজান দিলে। চহৰ ৰক্ষাৰ যুঁজত যিবোৰ কাৰখানা ধ্বংস হৈ গৈছিল সেইবোৰৰ পৰা বেছিভাগ সা-সঁজুলি সংগ্ৰহ কৰা হৈছিল। কাৰখানাটো ১৫ এপ্ৰিলত প্ৰস্তুত হৈ গ'ল যদিও কিছু কিছু লেদ মেচিন মুকলি আকাশৰ তলতে বহুৱাব লগা হ'ল। জুন মাহৰ ভিতৰত এনে এজন শ্ৰমিকো নাছিল যি তেওঁৰ কোটা পূৰণ নকৰাকৈ নাছিল। বহুত শ্ৰমিক দিনৰ পিচত দিন কাৰখানাতে ৰৈ গৈছিল, কোনো কোনো চোতালত তম্বুত আছিল। মেৰামতিৰ কাম পূৰ্ণপয়োভৰে চলিছিল। তদুপৰি ঠাইতে টেঙ্ক মেৰামনিৰ বাবে কাৰখানাৰ পৰা দল পঠোৱা হৈছিল।

২য় আৰু ১৬শ আর্মিকো বহুত সাহায্য দিয়া হৈছিল। কুস্ক'ৰ কাৰখানা এটাই তেওঁলোকৰ মেচিনগান মেৰামতিৰ কাম কৰিছিল।

১৯৪৩ চনৰ জুলাই মাহৰ ভিতৰত ১৪৪ টা কাৰখানা পুনৰ নির্মাণ আৰু চালু হৈছিল। আৰু সৰহভাগেই সশস্ত্র ফৌজৰ বাবে কাম কৰিছিল। কুস্ক´ আৰু অন্যান্য চহৰৰ ওপৰত শত্রুৱে বহুতবাৰ আক্রমণ কৰাত বহুত কাৰখানা দুবাৰ আনকি তিনিবাৰো নতুনকৈ নির্মাণ কৰিব লগীয়া হৈছিল।

বাইজে আহতসকলৰ প্রতি বিশেষ যত্ন লৈছিল। এই অঞ্চলত ৬৮ খন হাস্পতাল সজা হৈছিল তাৰ ভিতৰত ১৩ খন কুস্ক´তেই নির্মাণ কৰা হৈছিল। প্রায় আটাইবোৰ সঁজুলি আৰু আচবাব থলুৱা লোকসকলেই যোগান ধৰিছিল। তেওঁলোক হাস্পতালৰ বাবে গাখীৰ, কণী, মাখন আৰু আন আন খাদ্যসামগ্রী দান কৰিছিল।

কেবাখনো জিলাত সন্থহতে আৰোগ্য হোৱাসকলক চোৱাচিতা কৰিবলৈ লোকসকল স্বেচ্ছায় সন্মত হৈছিল। প্রিস্তেন জিলাত এনে ধৰণৰ ৪০০০ ৰোগী আছিল। ভ'ৰ'নেঝ ৰণাঙ্গনৰ কমাণ্ডে ইয়াৰ বাবে থলুৱা বাসিন্দাসকলক ধন্যবাদ জনাইছিল।

কুস্ক´ চহৰৰ পার্টি কমিটিয়ে জনগণৰ ওপৰত ৰক্তদানৰ আবেদন কৰিছিল। কুস্ক´ৰ ৰক্তদান কেন্দ্রই সমস্ত ফিল্ড হাস্পতালৰ পৰা তেজৰ বাবে অহা অনুৰোধ পূৰা পূৰণ কৰিব পাৰিছিল। কুস্ক´ বালজত যুঁজ চলি থকা কালত আহতসকলে মুঠ ১,১৭৯ লিটাৰ তেজ পাইছিল। সামূহিকভাৱে কুস্ক´ৰ মানুহে মহান দেশপ্রেমিক যুদ্ধত ৬,২৬৬ লিটাৰ ৰক্তদান কৰিছিল।

আমাৰ অঞ্চলৰ মানুহে তেওঁলোকৰ সশস্ত্র ফৌজক সাহায্য কৰাৰ বাবে যি যি কৰিছিল তাৰ সকলো বিৱৰণ দিয়াটো অসম্ভৱ। আৰু ইয়াৰ বাহিৰে আন একো হব পাৰিলেহেঁতেন জানো? আমাৰ দেশত জনগণ আৰু সশস্ত্র ফৌজ ঐক্যবদ্ধ।

আমি আৰু এটা গুৰুত্বপূৰ্ণ কৰ্তব্য সম্পাদন কৰিব লগীয়া হৈছিল। শত্ৰুহঁতৰ অগ্নিবৰ্ষণ চলি থাকোঁতেই আমি বসন্তকালীন বীজ সিঁচাৰ কাম শেষ কৰিছিলো, আৰু তাৰ পিচত ফচলো চপাইছিলোঁ। কুস্ক অঞ্চলে লাখ লাখ টন খাদ্যশস্য আৰু আন আন কৃষিজাত সামগ্ৰী উৎপাদন কৰিছিল।

চৰকাৰে খেতিয়ক লোকসকলৰ শ্ৰম উৎসাহৰ উচ্চ প্ৰশংসা কৰিছিল। পাৰ্টিজান দলবোৰত আৰু গোপন সংগঠনত থাকি শত্ৰুৰ বিৰুদ্ধে বীৰোচিত সংগ্ৰামৰ বাবে আৰু ছোভিয়েত সেনাবাহিনীক সাহায্য কৰাৰ ক্ষেত্ৰত নিঃস্বাৰ্থ প্ৰয়াসৰ বাবে কুস্ক অঞ্চলৰ ২০০০ৰো ওপৰ অধিবাসীকে সন্মানসূচক পুৰস্কাৰ দিয়া হৈছিল। আৰু কেইবা হাজাৰক দেশপ্ৰেমিক যুঁজত, ১ম আৰু দ্বিতীয় শ্ৰেণীৰ পাৰ্টিজান পদক দিয়া হৈছিল।

---



কৰ্ণেল
পিওতৰ দেৰেভিয়াংকো
এম্ এছ-চি ( বুৰঞ্জী )*



কৰ্ণেল
ৰবিছ ছলভিয়ভ
এম্. এছ-চি ( বুৰঞ্জী )*

## বুৰ্জোৱা ইতিহাস ৰচনাত কুৰ্স্কৰ যুঁজ

বুৰ্জোৱা বুৰঞ্জীবিদসকলে নাৎছী জাৰ্মানী আৰু ইয়াৰ বহতীয়াইতৰ বিৰুদ্ধে ছোভিয়েত সশস্ত্ৰ ফৌজৰ আন আন যুঁজক যি দৃষ্টিৰে দেখে, কুৰ্স্কৰ যুঁজকো সেই একে দৃষ্টিৰে দেখে। দ্বিতীয় বিশ্বযুদ্ধত ছোভিয়েত বিজয়সমূহৰ ঐতিহাসিক তাৎপৰ্য্যক পশ্চিমৰ অধিকাংশ সামৰিক বুৰঞ্জীবিদে হেয় প্ৰতিপন্ন কৰে—আৰু সামৰিক বুৰঞ্জীবিদসকলেই মাথো নহয়, আনসকলেও এই যুঁজক যুদ্ধৰ গতি-পৰিৱৰ্তনকাৰী বিন্দু হিচাপে স্বীকাৰ নকৰে। তেওঁলোকে যুঁজৰ কিছু অভিযানগত ৰণনৈতিক আৰু ৰণকৌশলগত দিশ লৈ আলোচনা কৰে যদিও

* কৰ্ণেল দেৰেভিয়াংকো, সামৰিক বুৰঞ্জীবিদ আৰু সাংবাদিক, ছোভিয়েত ইউনিয়নৰ প্ৰতিৰক্ষা মন্ত্ৰকৰ ইনষ্টিটিউট অব্ মিলিটাৰি হিষ্টৰিৰ এটা বিভাগৰ মুখ্য। কৰ্ণেল ছলভিয়ভো সামৰিক বুৰঞ্জীবিদ আৰু সাংবাদিক উক্ত ইনষ্টিটিউটৰ এটা বিভাগৰ উপ-মুখ্য।

জেওঁলোকে সযত্নে চেষ্টা কৰে সেই ৰাজনৈতিক আৰু সামাজিক সিদ্ধান্ত-সমূহ এৰাই ৰাখিলৈ যিবোৰ ১৯৪৩ চনত ছোভিয়েত জাৰ্মান ৰণাঙ্গনৰ যুঁজৰ ঘটনাৱলীৰ আৰু সিবোৰৰ আন্তৰ্জাতিক প্ৰতিক্ৰিয়াৰ কম বেছি পৰিমাণ বস্তুনিষ্ঠ বিশ্লেষণৰ পৰা অৱধাৰিতভাবে আপোনা আপুনিয়ে সূচীত হয়। কাৰণ কুৰ্স্কত ছোভিয়েত সেনাবাহিনীৰ জয়লাভে মস্কো আৰু ষ্টালিনগ্ৰাদত অৰ্জিত বিজয়বোৰ যুক্তিযুক্ত বুলি প্ৰমাণ কৰে, সেই জয় আকস্মিক আছিল বুলি কৰা অভিযোগৰ তাতেই পৰিসমাপ্তি ঘটে আৰু যুদ্ধৰ পৰৱৰ্ত্তী গতিধাৰাক নতুন আলোকত দেখাটো সম্ভৱপৰ কৰি তোলে। কুৰ্স্কৰ বিজয়ে ছোভিয়েত ধৰণৰ সামৰিক সংগঠন আৰু যুদ্ধকলাৰ পৰম উৎকৰ্ষৰ আৰু সমাজতান্ত্ৰিক অৰ্থনৈতিক ব্যৱস্থাৰ আৰু ছোভিয়েত সামাজিক আৰু ৰাজনৈতিক ব্যৱস্থাৰ ধ্বংসাতীৰ শক্তিৰ এক উজ্জ্বল আৰু নিয়ামক প্ৰমাণ দাঙি ধৰে।

কিন্তু ধনতান্ত্ৰিক দেশৰ সামৰিক বুৰঞ্জীবিদসকলে, বৰ্তমান কালৰ বুৰ্জোৱা সামৰিক বুৰঞ্জী ৰচনাৰ প্ৰবক্তাসকলে ঠিক এই বস্তুটোকৈ চাবলৈ অস্বীকাৰ কৰে।

তথাপি কুৰ্স্কৰ যুঁজে যুদ্ধৰ অভিজ্ঞতা অনুশীলনকাৰী সামৰিক বিশেষজ্ঞসকলৰ মনোযোগ এতিয়াও আকৰ্ষণ কৰে, বহুতৰ মতে, এই তাৎপৰ্য্য সমূলি নষ্ট হোৱা নাই।

আত্মৰক্ষামূলক আৰু আক্ৰমণমূলক উপায়ৰ মাজত প্ৰতিযোগিতা ১৯৪৩ চনৰ গ্ৰীষ্মকালীন অভিযানৰ সময়ত চৰম পৰ্য্যায় পাইছিলগৈ। ছোভিয়েত ফৌজৰ দ্বাৰা গভীৰলৈকে সংগঠিত ইচ্ছাকৃত আত্মৰক্ষা, নাৎছী পেনৎছাৰ বাহিনী ধ্বংস কৰিবলৈ ব্যৰ্থ হোৱা টেঙ্ক প্ৰতিৰোধী ব্যৱস্থা, টেঙ্ক সজ্জবোৰ, নাৎছী কমাণ্ডৰ আক্ৰমণাত্মক অভিযানত প্ৰস্তুতিৰ আৰু আক্ৰমণ পৰিচালনাৰ পদ্ধতি, ছোভিয়েত বাহিনীৰ প্ৰতি-আক্ৰমণাত্মক অভিযান—কুৰ্স্কৰ যুঁজৰ এইবোৰ আৰু অন্যান্য দিশ ধনতান্ত্ৰিক দেশৰ, বিশেষকৈ পশ্চিম জাৰ্মানীৰ বহু সামৰিক

বিশেষজ্ঞসকলৰ ওচৰত আগ্ৰহোদ্দীপক। সেয়ে এই যুঁজৰ ৰাজনৈতিক আৰু আন্তৰ্জাতিক দিশবোৰ বিকৃত কৰাৰ কাম অব্যাহত ৰাখিছে। বহুত বিদেশী লিখকে ইয়াৰ অগ্ৰগতি আৰু কমাণ্ডাৰসকলৰ হেড কোৱাৰ্টাৰ্চবোৰৰ আৰু সৈন্যসকলৰ কামকাজৰ বেছ পুঙ্খানুপুঙ্খভাৱেই অনুশীলন কৰে, দুই বিৰোধী পক্ষৰ শক্তি আৰু অস্ত্ৰশস্ত্ৰৰ গুণাগুণৰ বিজাই চায়। তেওঁলোকৰ তদন্তৰ ফলাফল নাটোৰ স্থলসৈন্যসকলৰ প্ৰশিক্ষণৰ কামত লগোৱা হয়। ফলস্বৰূপে এই বিশেষ ক্ষেত্ৰত পশ্চিমীয়া দেশবিলাকত কুৰ্স্কৰ যুঁজৰ অনুশীলনে ছোভিয়েত ইউনিয়নৰ বিৰুদ্ধে সাম্ৰাজ্যবাদৰ আক্ৰমণাত্মক শক্তিবিলাকক প্ৰস্তুত কৰাৰ উদ্দেশ্য সাধন কৰে।

বিদেশত কুৰ্স্কৰ যুঁজ সম্বন্ধে আগ্ৰহ নিসন্দেহে ছোভিয়েত সামৰিক সাহিত্যৰ দ্বাৰা উদ্দীপিত হৈছে। এই সাহিত্যেই এই যুঁজ আৰু তাৰ ঐতিহাসিক তাৎপৰ্য্যৰ প্ৰকৃত চিত্ৰ দাঙি ধৰিছে। নাৎছী জাৰ্মানীৰ বিৰুদ্ধে ছোভিয়েত ইউনিয়নৰ মহান দেশপ্ৰেমিক যুদ্ধৰ ছখণ্ডবিশিষ্ট বুৰঞ্জী, ব্ৰিফ হিষ্ট্ৰি অৱ্ দ্য গ্ৰেট পেট্ৰিয়টিক ৱৰ নাৎছী জাৰ্মানীৰ বিৰুদ্ধে জয়লাভৰ বিংশতম বাৰ্ষিকীৰ প্ৰতি উৎসৰ্গীকৃত আন্তৰ্জাতিক সম্মিলনৰ দলিলপত্ৰ, বিখ্যাত ছোভিয়েত জেনাৰেলসকলৰ স্মৃতিচাৰণা আৰু এই সম্পৰ্কে আৰু বহুত কিতাপ ইতিমধ্যে আন আন ভাষালৈ অনূদিত হৈছে। গতিকে বিদেশী পাঠকসকলৰো বুৰ্জোৱা বিকৃতকাৰীৰ দৃষ্টিৰে নেদেখি ছোভিয়েত দৃষ্টিৰে কুৰ্স্কৰ যুঁজক দেখাৰ সুযোগ আছে। দ্বিতীয় বিশ্বযুদ্ধত ছোভিয়েত ইউনিয়নৰ ভূমিকা সম্বন্ধে মূল ভাষাত সচিত্ৰ কিতাপ সাম্প্ৰতিক কালত ভালে কেইখন ধনতান্ত্ৰিক দেশত ওলাইছে। এইবোৰ কিতাপৰ বাবে প্ৰবন্ধ আৰু ছবি আদি ছোভিয়েত লিখকসকলে লিখিছিল আৰু বাছনি কৰিছিল।

বিখ্যাত বৃটিছ মিলিটাৰি বুৰঞ্জীবিদ আলেকজেন্দাৰ বেৰ্থে বহুদেশত প্ৰকাশিত তেওঁৰ 'ৰাছিয়া এট ৱাৰ—১৯৪১-১৯৪৫' কিতাপখনত কুৰ্স্কৰ যুঁজৰ বিৱৰণ দিবলৈ গৈ ঘাইকৈ ছোভিয়েত তথ্যাদি ব্যৱহাৰ

কৰিছে। কিতাপখন ইমান মূল্যৱান হোৱাৰ কাৰণ মাথো ইয়াৰ দলিল-ভিত্তিৰ শৈলী নহয়, যুদ্ধৰ সময়ত লিখক ছোভিয়েত ইউনিয়নত আছিল আৰু তেওঁ নিজ চকুৰে সকলো দেখিছে[1] সিয়ো এটা কাৰণ। তেওঁ মুঠৰ ওপৰত তাত হোৱা তমোময় যুঁজৰ আৰু তাৰ ফলাফলৰ এক প্ৰকৃত চিত্ৰ উপস্থিত কৰিছে।

উল্লেখনীয় যে দ্বিতীয় বিশ্বযুদ্ধৰ বুৰ্জোৱা বুৰঞ্জীবিদসকলৰ কোনো কোনোৱে, যিসকল ব্যাপক পাঠকৰ বাবে যুদ্ধ সংক্ৰান্ত কিতাপপত্ৰ সম্পাদনাৰ কামত ব্যাপৃত আছে, তেওঁলোকে ছোভিয়েত সামৰিক বুৰঞ্জীবিদসকলক ডাঙৰ ডাঙৰ যুঁজবাগৰ সম্বন্ধে প্ৰবন্ধ লিখিবলৈ কয় যাতে কিতাপবোৰত বৈজ্ঞানিক চৰিত্ৰ দান কৰা যায় আৰু এটা বস্তুনিষ্ঠতাৰ পৰিচয় থাকে (তদুপৰি বিক্ৰীও যাতে বাঢ়ে)। এনে ধৰণৰ এখন কিতাপ, দ্বিতীয় বিশ্বযুদ্ধৰ বুৰঞ্জী অধ্যাপক বি. পিটৰ সম্পাদনত লণ্ডনত প্ৰকাশিত হব। ব্ৰিটিছ সামৰিক বুৰঞ্জীবিদ আৰু তত্ত্ববিদ লিডেল হাৰ্টৰ ওপৰত এই কিতাপখন প্ৰকাশৰ দায়িত্ব বৰ্তাইছে। কুৰ্স্কৰ যুঁজ সংক্ৰান্ত প্ৰবন্ধটো লিখিছিল ছোভিয়েত সামৰিক বুৰঞ্জীবিদ কৰ্ণেল গ্ৰিগৰি কলতুনভে। এই কথাও সঁচা যে অধ্যাপক পিটে ছোভিয়েত লেখকৰ প্ৰকৃত বিৱৰণৰ পৰা সৃষ্ট ধাৰণা দুৰ্বল কৰিবলৈ সৰ্বপ্ৰকাৰে চেষ্টা কৰিছে। তেওঁ সঘনাই প্ৰাক্তন দুৰ্ভগীয়া নাৎছী যুঁজাৰু পশ্চিম জাৰ্মান লেখকসকলৰ বৰ্ণনাৰ দ্বাৰা প্ৰতি-ভাৰসাম্য সৃষ্টি কৰিবলৈ চেষ্টা কৰিছে, ঘটনাৱলী সম্বন্ধে নিজৰ মতামত পাঠকৰ ওপৰত জাপি দিছে, উদ্দেশ্যমূলকভাৱে ছবি আদি বাছনি কৰিছে।

বিখ্যাত প্ৰগতিশীল চিত্ৰ প্ৰযোজক এ. কাৰ্থৰ তৰফৰ পৰা কুৰ্স্কৰ যুঁজ সম্পৰ্কে ব্ৰিটিছ জনগণক অৱহিত কৰাৰ এটা কৌতুহলোদ্দীপক চেষ্টা কৰা হৈছে। ছোভিয়েত মহাফেজখানাসমূহত থকা চলচ্চিত্ৰ

১ আলেকজান্দাৰ ৱেথ', 'ৰাছিয়া এটা ৱাৰ—১৯৪১-১৯৪৫,' লণ্ডন ১৯৬৪।

আৰু ছবি ব্যৱহাৰ কৰি তেওঁ "টাইগাৰছ এক্রেম" নামেৰে এখন দলিল চিত্র প্রস্তুত কৰিছিল। এই ছবিৰ কাম আৰম্ভ কৰিবলৈ গৈ তেওঁ কৈছিল যে ব্রিটেনকে ধৰি পশ্চিমীয়া দেশবিলাকৰ মানুহে "কুর্স্কৰ যুঁজ কেনে হৈছিল সেই সম্পৰ্কে বিশেষ একো নাজানে। আনকি যিসকলে দ্বিতীয় বিশ্বযুদ্ধ সম্বন্ধে লিখিছে সেই পশ্চিমীয়া বুৰঞ্জীবিদসকলৰ বহুতৰে এই যুঁজৰ ঐতিহাসি গুৰুত্ব সম্বন্ধে সঠিক ধাৰণা নাই।"[১] কাৰ্থৰ টেলিভিছন ফিল্ম সফল প্রমাণিত হৈছিল আৰু ব্রিটেন আৰু অন্যান্য দেশত বহুতবাৰ প্রদর্শিত হৈছিল।

ভালে কেইজনমান পশ্চিম জাৰ্মান বুৰঞ্জীবিদে কুর্স্কৰ যুঁজ সম্বন্ধে কিতাপ লিখিবলৈ গৈ ছোভিয়েত সূত্র ব্যৱহাৰ কৰিছে যদিও তেওঁলোক উপনীত হোৱা সাধাৰণ সিদ্ধান্তবোৰ স্পষ্টতঃই উদ্দেশ্য-মূলক। এৰ্নস্ট ক্লিঙ্কৰ "ল অব একছন, অপাৰেছন চিটাডেল, ১৯৪৩"[২] হৈছে এনে ধৰণৰে এখন কিতাপ। ছোভিয়েত উৎসৰ পৰা বহু উদ্ধৃতি দি ১৯৬৮ চনত ইতালিয়ন ৰেভিস্তা মিলিতেৰাত 'দ্য ছোৱাম ছং অব 'পেনৎছাৰ ৰাফে' ইন দ্য বেটল অব কুর্স্ক' শিৰোনামত এটা তাণ্ডৱ প্রবন্ধ ওলাইছিল।

যিসকলে সাধাৰণতে বুর্জোৱা বুৰঞ্জীবিদসকলৰ স্বাভাৱিক অৱস্থান লয়, তেনে কিছু আমেৰিকান আৰু ব্রিটিছ লেখকে ৰচনা কৰা কিছু কিতাপ আৰু প্রবন্ধত কুর্স্কৰ যুঁজ আৰু তাৰ ফলাফলৰ উচ্চপ্রশংসা কৰা হৈছে। ব্রিটিছ বুৰঞ্জীবিদ এলেনে ক্লাৰ্কে তেওঁ ৰচনা কৰা "বাৰবাৰোছা। দ্য ৰাছিয়ান—জাৰ্মান কনফ্লিক্ট, ১৯৪১-১৯৪৫"[৩] কিতাপখনত এই কথা স্বীকাৰ কৰিছে যে যুঁজৰ ওপৰত কুর্স্কৰ

১ প্রাভদা, এপ্রিল ৯, ১৯৬৫

২ এৰ্নষ্ট ক্লিঙ্ক, ডেছ গেজেৎছ ডেছ হানডেলনছ, ডি অপাৰেছিওন 'ৎছিটাডেল', ১৯৪৩. ষ্টুটগাৰ্ট, ১৯৬৬।

৩ এলান ক্লাৰ্ক, বাৰবাৰোছ, দ্য ৰাছিয়ান জাৰ্মান কনফ্লিক্ট, ১৯৪১-১৯৪৫। লণ্ডন, ১৯৬৫

কণৰ লেই একে নিয়ামক প্ৰভাৱ পৰিছিল যেনেকৈ পৰিছিল মস্কো আৰু লেনিনগ্ৰাদৰ যুঁজবোৰত। আন এগৰাকী ব্ৰিটিছ বুৰঞ্জীবিদ মেলকম মেকিনটছে ১৯৪৩ চনৰ জহকালি ছোভিয়েত সেনাবাহিনীৰ জয়লাভৰ প্ৰশংসা কৰিছে আৰু তেওঁৰ অন্যান্য বিচাৰত পক্ষপাতদুষ্ট "জাগেৰনট, এ হিষ্ট্ৰি অৱ দ্য ছোভিয়েত আৰ্মড ফ'ৰ্ছেছ"[1] কিতাপত কুৰ্স্ক অভিক্ষেপৰ যুঁজ সম্পৰ্কে এটা পূৰা অধ্যায় সন্নিবিষ্ট কৰিছে।

কিন্তু বুৰ্জোৱা সামৰিক সাহিত্যই কুৰ্স্কৰ যুঁজৰ মূল্যায়নত ছোভিয়েত উৎসবোৰৰ সঠিক ব্যৱহাৰ বা এই যুঁজৰ তাৎপৰ্য্য স্বীকাৰ কৰাটো সততে চকুত নপৰে। এই যুঁজৰ প্ৰকৃত চিত্ৰ দাঙি ধৰা কিতাপ আৰু প্ৰবন্ধ কাচিতহে চকুত পৰে। বুৰ্জোৱা প্ৰকাশন-বোৰৰ দ্বাৰা প্ৰকাশিত সামৰিক কিতাপপত্ৰৰ সৰহভাগে ইয়াৰ তাৎপৰ্য্যক ভুলকৈ উপস্থিত কৰে বা বিকৃত কৰে যাৰ উদ্দেশ্য হৈছে যে নাৎছীসকলৰ পক্ষে যুক্তি দাঙি ধৰা, নতু আমেৰিকান আৰু বৃটিছ সাম্ৰাজ্যবাদীসকলক তুষ্ট কৰা।

বুৰ্জোৱা বুৰ্জোৱাবিদসকলে কুৰ্স্কৰ যুঁজৰ বুৰঞ্জীক মিছা বৰ্ণনা দিবলৈ গৈ কি কি পদ্ধতিৰ গইনা লয়?

*　　　*　　　*

সঘনাই ব্যৱহৃত হোৱা এটা পদ্ধতি হৈছে কুৰ্স্কৰ যুঁজক গোপন কৰা, এনেকৈ দ্বিতীয় বিশ্বযুদ্ধৰ সবাতোকৈ গুৰুত্বপূৰ্ণ ঘটনাৱলীৰ পৰা তাক বাদ দিয়া আৰু সাধাৰণভাৱে যুদ্ধৰ গতিপথ আৰু ফলাফলৰ ওপৰত ইয়াৰ যি বিপুল প্ৰভাৱ পৰিছিল তাক উলাই কৰা।

কুৰ্স্ক যুঁজৰ সম্বন্ধে বুৰ্জোৱা সামৰিক বুৰঞ্জীবিদসকলৰ দৃষ্টিভঙ্গী গঢ় লৈছিল পুঁজিবাদী দেশত ব্যাপকভাৱে প্ৰচলিত এটা ধাৰণাৰ প্ৰভাৱৰ দ্বাৰা—সি হৈছে দ্বিতীয় বিশ্বযুদ্ধৰ 'মূল বিষয়বোৰ' সম্পৰ্কে

১ মেলকম মেকিনটছ, জাগেৰনট। এ হিষ্ট্ৰী অৱ দি ছোভিয়েত আৰ্মড ফ'ৰ্ছেছ, লণ্ডন, ১৯৬৭

ইঙ্গ-মার্কিন ধাৰণা। এই ধাৰণাই তাৎপৰ্য্য, পৰিসৰ আৰু কলাকলৰ দিশৰ পৰা সম্পূৰ্ণ বেলেগ ধৰণৰ যুঁজবোৰক থূপ খুৱাইছে। নাৎছী জাৰ্মানীৰ শক্তিবোৰৰ বিৰুদ্ধে সংগ্ৰামৰ নিৰ্ণায়ক বণাঙ্গনৰ প্ৰশ্নটো পিছফালে নিক্ষেপ কৰি দিয়া হয়। যুদ্ধৰ সম্বন্ধে এটা ঠেক ধাৰণা পাঠকৰ ওপৰত জাপি দিয়া হয়। তদুপৰি, যুদ্ধৰ 'ঘাই' বিষয়-বোৰৰ সম্বন্ধে লেখকৰ দৃষ্টিভঙ্গী এনে এক খিচিৰী অৱস্থাৰ সৃষ্টি কৰে যে সামৰিক বুৰঞ্জী সম্বন্ধে অৱহিত নোহোৱা লোকসকলৰ পক্ষে চূড়ান্ত গুৰুত্বপূৰ্ণ ঘটনাৱলী আৰু সাধাৰণ ঘটনাৱলীৰ মাজত পাৰ্থক্য বিচাৰি উলিওৱাটো টান হৈ পাৰ।

'ঘাই' বিষয় সম্বন্ধীয় ইঙ্গ-মাৰ্কিন ধাৰণাৰ আৱিৰ্ভাৱ আৰু সেয়া সামৰিক সাহিত্যত ব্যাপকভাৱে প্ৰচলন হোৱাটো দ্বিতীয় বিশ্বযুদ্ধৰ পিচত মাৰ্কিন শাসকবৰ্গৰ দ্বাৰা প্ৰকাশ্যে ঘোষিত ছোভিয়েত-বিৰোধী কৰ্মনীতিৰ প্ৰত্যক্ষ ফল। যুদ্ধ চলাকালীন যুঁজবোৰৰ দ্বাৰা সন্মুহতে প্ৰভাৱিত হোৱা মাৰ্কিন আৰু ব্ৰিটিছ সামৰিক বুৰঞ্জীবিদসকলে নাৎছী সমৰযন্ত্ৰৰ বিৰুদ্ধে ছোভিয়েত সেনাবাহিনীৰ বিজয়সমূহক মোটামুটি বস্তুনিষ্ঠভাৱে মূল্যায়ন কৰিছিল, যুদ্ধৰ পিচত তেওঁলোকৰ বহুতৰে মতামত সম্পূৰ্ণ সলনি হৈ গল। "বাছিয়ান কেমপেনছ অব্ ১৯৪১-৪৩"[১] কিতাপখনত ডব্লিউ. ই ডি এলেন আৰু পল মুৰাটফে কুৰ্স্ক বালজত তয়াময়া যুঁজৰ এক জীৱন্ত ছবি দাঙি ধৰিছিল আৰু কছসকলৰ বিপুল ক্ষয়ক্ষতি হৈছে বুলি কৰা নাৎছীহঁতৰ দাবীৰ আপত্তি জনাইছিল। কুৰ্স্কৰ যুঁজত ছোভিয়েত সৈন্যসকলৰ সমৰদক্ষতা সামৰিক লেখক হুকমেন নিকেবছনৰ "আৰ্মছ এণ্ড পলিচি ১৯৩৯-১৯৪৪"[২] কিতাপ উচ্চ-প্ৰশংসিত হৈছিল।

১ ভাঁশ্লাই, ই. ডি. এলেন, পল মুৰাটফ, বাছিয়ান কেমপেনছ অব্ ১৯৪১-৪৩, নিউ য়ৰ্ক, ১৯৪৪।
২ হুকমেন নিকেবছন, আৰ্মছ এণ্ড পলিচি, ১৯৩৯-১৯৪৪, নিউ য়ৰ্ক, ১৯৪৫।

ছোভিয়েত সেনাবাহিনীয়ে ষিবোৰ যুঁজ কৰিছিল সিবোৰৰ মূল্যায়ন কৰিবলৈ গৈ এইসকল লেখক আৰু মাৰ্কিন সামৰিক সাহিত্য আমেৰিকান আৰু ব্ৰিটিছ ৰাষ্ট্ৰনীতিবিদসকলৰ বক্তব্যৰ দ্বাৰা প্ৰভাৱিত হৈছিল। সুৰঁ বিৰলগীয়া যে উইনষ্টন চাৰ্চিলে কুৰ্স্ক, অ'ৰেল আৰু খাৰকভৰ যুঁজবোৰক পূৰ্ব ৰণাঙ্গনত জাৰ্মান সেনাবাহিনীৰ পক্ষে বিপৰ্যয় বুলি অভিহিত কৰিছিল। প্ৰেছিডেণ্ট ফ্ৰাঙ্কলিন ডি ৰুজভেল্টে ১৯৪৩ চনৰ ২৮ জুলাইৰ দিনা এক অনাতাঁৰ ভাষণত কৈছিল যে কুৰ্স্কৰ যুঁজ হৈছে ছোভিয়েত সেনাবাহিনীৰ আক্ৰমণাত্মক অভিযানৰ পৰিকল্পনাৰ অঙ্গ যি পৰিকল্পনা জাতিসঙ্ঘৰ আক্ৰমণাত্মক ৰণনীতিৰ লগত সমন্বিত হৈছিল। তেওঁ কৈছিল, "ৰুছ জনগণ আৰু তেওঁলোকৰ সেনাবাহিনীয়ে যি আনুগত্য, দৃঢ়সংকল্প আৰু আত্মত্যাগ প্ৰদৰ্শন কৰিছিল, পৃথিৱীয়ে তাতকৈ বেছি কাহানিও দেখা নাই।"[১]

যেইমাত্ৰকে যুদ্ধৰ অন্ত পৰিল তেতিয়াৰ পৰাই নাৎছী বিপদৰ বিৰুদ্ধে সংগ্ৰামত ছোভিয়েত ইউনিয়নৰ প্ৰয়াস সম্বন্ধে মূল্যায়নৰ ক্ষেত্ৰত এটা পৰিৱৰ্তন আহিল। তেতিয়াৰ মাৰ্কিন সেনাবাহিনীৰ চীফ অব্ ষ্টাফ জেনাৰেল জৰ্জ চি মাৰ্শ্বালে প্ৰতিৰক্ষা সচিবলৈ দিয়া যুদ্ধৰ ফলাফল সংক্ৰান্ত বিপৰ্টত হিটলাৰ বিৰোধী জোঁটভুক্ত দেশসমূহৰ প্ৰয়াসক সমপৰ্য্যায়ভুক্ত কৰে আৰু ষ্টালিনগ্ৰাদ আৰু এল আলামেইন উভয়কে যুদ্ধৰ গতি পৰিৱৰ্তনকাৰী বিন্দু বুলি অভিহিত কৰে।

চাৰ্চিলেও জাৰ্মানীক পৰ্য্যুদস্ত কৰাত ছোভিয়েত ৰণাঙ্গনৰ ভূমিকা সম্পৰ্কে নিজৰ মত সলায়। ১৯৫২ চনৰ জানুৱাৰী মাহত অনুষ্ঠিত অটোৱাৰ এখন সন্মিলনত তেৱেঁও ষ্টালিনগ্ৰাদ আৰু এল আলামেইনৰ যুঁজক সমপৰ্য্যায়ভুক্ত কৰে। এনেকৈ যুঁজৰ 'ঘাই' বিন্দুবোৰৰ তত্ত্বই পশ্চিমীয়া ৰাজনৈতিক মুৰব্বীসকলৰ স্বীকৃতি আৰু অনুমোদন লাভ কৰে।

---

১ নাথিং টু ফিয়াৰ, দ্য ছিলেকটেড এড্ৰেছেছ অব্ ফ্ৰাঙ্কলিন ডিলানো ৰুজভেলট, ১৯৩২-১৯৪৫, লণ্ডন, ১৯৪৭, পৃঃ ৩৭৩-৭৪।

১৯৪৩ চনৰ গ্ৰীষ্ম আৰু হেমন্তৰ ঘটণাৱলীৰ প্ৰসঙ্গত খ্ৰাষ্ট' ৱিন্দু-ৰ্ণোৰৰ ধাৰণা বুৰ্জোৱা বুৰঞ্জী ৰচনাত উত্তৰ আফ্ৰিকা, চিচিলি, ইতালি আৰু প্ৰশান্ত মহাসাগৰৰ যুঁজক আৰু জাৰ্মানীত বোমাৰু বিমান হানাক বৎপৰোনাস্তি অতিৰঞ্জনৰ মাজত আৰু ছোভিয়েত-জাৰ্মান ৰণাঙ্গনৰ ঘটনাৱলীক উলই কৰাৰ আৰু কুৰ্স্কত আমাৰ বিজয়ৰ পৰিসৰ আৰু তাৎপৰ্য্যক হেয় প্ৰতিপন্ন কৰাৰ মাজত প্ৰতিভাত হল।

পশ্চিম জাৰ্মানীৰ, আমেৰিকাৰ আৰু ব্ৰিটেনৰ সাহিত্যত কুৰ্স্কৰ যুঁজক এই যুক্তি দেখুৱাই উলাই কৰা হল যে দ্বিতীয় বিশ্বযুদ্ধৰ পক্ষে এই যুঁজৰ বোলে কোনো নিয়ামক গুৰুত্ব নাছিল।

১৯৫০ৰ শেষছোৱাত মাৰ্কিন প্ৰতিৰক্ষা বিভাগৰ বাবে প্ৰাক্তন নাৎছী জেনাৰেলসকলৰ এটা দলে লিখা 'ফেটেল ডিচিছনছ'[১] কিতাপত অপাৰেছন চিটাডেলৰ ব্যৰ্থতাৰ কথা উল্লেখ পৰ্য্যন্ত কৰা হোৱা নাই, যদিও হেৰেমাখটৰ আন আন বিপৰ্য্যয়ৰ কিছু বিৱৰণ ইয়াত আছে। যদিও ৱিগৰাকী আছিল ১৯৪৩ চনত জাৰ্মান জেনাৰেল ষ্টাফৰ চীফ আৰু ৱিগৰাকীয়ে হিটলাৰৰ ওচৰত ১৯৪৩ চনৰ জহকালিৰ আঁচনি পেছ কৰিছিল সেই কুৰ্ত ৎছাৎছলাৰ আছিল সেই কিতাপৰ অন্যতম লেখক, তথাপি এই অনুল্লেখ ঘটিছে।

সুবিদিত মাৰ্কিন সামৰিক লেখক আৰু বুৰঞ্জীবিদ হেৰ্নছান বল্ডউইনে দ্বিতীয় বিশ্বযুদ্ধৰ বৃহত্তম (তেওঁৰ মতে) যুঁজবাগৰ সম্বন্ধে কিতাপ[২] লিখিছে। দ্বিতীয় বিশ্বযুদ্ধৰ ১১ খন ডাঙৰ যুঁজৰ যি তালিকা তেওঁ ৰচনা কৰিছে তাত তেওঁ ছোভিয়েত-জাৰ্মানৰ ৰণাঙ্গনৰ মাথো এখন যুঁজ—ষ্টালিনগ্ৰাদৰ অন্তৰ্ভুক্ত কৰিছে। তেওঁ কুৰ্স্কৰ

---

১ ছিগফ্ৰিড বেষ্টফাল, ভেৰনেৰ ক্ৰাইপে, গ্ৰ্যুন্থেনথাৰ ব্লুমেনট্ৰিট, ফ্ৰিৎছ বায়েৰ লাইন, কুৰ্ত ৎছাইৎছলাৰ, বডো ৎছিমেৰমান, হাছো ৱহফ্ৰ্ড ফন মাণ্টয়েফেল, 'ফেটাল ডিচিছনছ', নিউয়ৰ্ক।

২ হানছন ডব্লিউ বল্ডউইন, বেটলছ: লষ্ট এণ্ড ওৱান, গ্ৰেট কেম্পেনছ অৱ ৱাৰ্ল্ড ৱাৰ ২ নিউ য়ৰ্ক, ১৯৬৬।

যুঁজৰ উল্লেখ পৰ্য্যন্ত কৰা নাই। অথচ তেওঁ যথেষ্ট গুৰুত্বেৰে সৈতে আফ্রিকাত এল আলমেইনৰ ব্রিটিছ অভিযানবোৰ, কৰেগিদৰ আইলেণ্ডত জাপানীসকলৰ বিৰুদ্ধে আমেৰিকানসকলৰ ব্যৰ্থ যুঁজ, পার্ল হাৰবাৰত আমেৰিকান পৰাজয় আৰু একেবাৰে থলুৱা তাৎপৰ্য্যৰ এখন যুঁজ – দক্ষিণ প্ৰশান্ত মহাসাগৰীয় এলেকাত এটল ( উপ-হ্রদবেষ্টিত প্রবাল প্রাচীৰ ) মব্ তাৰাৱাৰ বাবে যুঁজ— যিখন হৈছিল ১৯৪৩ চনত আৰু য'ত উভয় পক্ষৰ প্ৰায় ২০'০০০ সৈন্য জড়িত আছিল, সেইবোৰৰ ওপৰতো "মহান অভিযানৰ"ৰ লেবেল লগাই দিছে।

নাৎছী জাৰ্মানীৰ আৰু সমৰবাদী জাপানৰ বিৰুদ্ধে জয় অৰ্জিত হৈছিল নমাই দিয়া কিছু সৈন্যদলৰ দ্বাৰা আৰু ৰণকৌশলগত আৰু আনকি বিশেষ যুঁজসংক্রান্ত তাৎপৰ্য্যসম্পন্ন সজ্জৰ্ষৰ দ্বাৰা, আৰু বিপুল পৰিমাণ অস্ত্রশস্ত্ৰেৰে সজ্জিত লাখ লাখ সৈন্যজড়িত বিশালকাৰ যুঁজ-বোৰৰ দ্বাৰা নহয় – পাঠকসকলক এই কথাটো বুজোৱাৰ চেষ্টা কিমান অবাস্তৱ এই অভিজ্ঞ আৰু পণ্ডিত সামৰিক লেখকগৰাকীয়ে তাক বুজা নাই, এই কথা বিশ্বাস কৰাটো বাস্তৱিকতে টান। আৰু এটা নিৰন্তৰ মাৰ্শাল কে. কে ৰকছভস্কিয়ে উল্লেখ কৰা দৰে, পৰিসৰ, যুঁজৰ তীব্ৰতা আৰু অস্ত্রশস্ত্ৰৰ ব্যৱহাৰৰ পৰিমাণৰ ফালৰ পৰা কুৰ্স্কৰ যুঁজ আছিল অতুলনীয়।

এই কথা সুস্পষ্ট যে বল্ডউইনে অজ্ঞতাৰ কাৰণে এই যুঁজখনক তালিকাৰ পৰা বাদ দিয়া নাই। এই কাম তেওঁ কৰিছিল উদ্দেশ্য-প্ৰণোদিতভাৱে, বুৰঞ্জীক মিছাকৈ উপস্থিত কৰিবৰ মানসেৰে, ছোভিয়েত সেনাবাহিনীৰ ৰণকুশলতাক আৰু নাৎছী দাসত্বৰ বীভৎসতাৰ পৰা মানৱজাতিক মুক্ত কৰাত ছোভিয়েত ইউনিয়নৰ ভূমিকাক হেয়কৈ দেখুৱাবৰ মানসেৰে।

'কমাণ্ড ডিচিছনছ' নামৰ নামৰ কিতাপখনতো কুৰ্স্কৰ যুঁজক একাষৰীয়াকৈ থোৱা হৈছে। এই কিতাপখন লিখিছে এদল মাৰ্কিন

যুৰজীবিদে যুঁজৰ মাজত প্ৰধান ৰণৰ আৰু ৰণনৈতিক পৰিকল্পনাবোৰ কেনেকৈ ৰচিত হৈছিল তাক দেখুৱাবলৈ।

সুপৰিচিত ব্ৰিটিছ সামৰিক তত্ত্ববিদ জে. এফ. চি ফুলাৰে তেওঁৰ 'দ্য চেকেণ্ড ৱাৰ্ল্ড ৱাৰ ১৯৩৯-১৯৪৫' কিতাপত কুৰ্স্ক বালজত জাৰ্মান আক্ৰমণাত্মক অভিযান সম্বন্ধে কেৱল এটা পৰিচ্ছেদ সন্নিবিষ্ট কৰিছে। আৰু 'দ্য' ষ্ট্ৰেটেজি অব্ ইনডাইৰেক্ট এপ্ৰ'চ' কিতাপখনত লিডেল হাৰ্টে সেই সময়ৰ ঘটনাবলীৰ বিৱৰণ মাথো কেই শাৰীৰ মাজত সীমাবদ্ধ ৰাখিছে।

আমেৰিকান আৰু বৃটিছ সামৰিক বিশ্লেষকসকলে এহাতেদি যিবোৰ ৰণাঙ্গনত যুঁজত তেওঁলোকৰ নিজৰ দেশৰ সৈন্যসকলে যুঁজিছিল তালৈ পাঠক-পাঠিকাৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ চোভিয়েত জাৰ্মান ৰণাঙ্গনত গ্ৰীষ্মকালীন আৰু হেমন্তকালীন অভিযানক সম্বন্ধে এৰাই যায়, আনহাতেদি প্ৰাক্তন নাৎছী জেনাৰেল আৰু অফিচাৰ-সকলে তাৰ লগতে কিছু 'অপেক্ষাকৃত তৰুণ' পশ্চিম জাৰ্মান সামৰিক যুৰজীবিদসকলে যাতে নাৎছী হাই-কমাণ্ড আৰু জেনাৰেল ষ্টাফৰ ৰণনীতিগত ভ্ৰান্তিবোৰৰ বিশ্লেষণ এৰাব পৰা হয় সেই উদ্দেশ্যে কুৰ্স্কৰ যুঁজক হেয়কৈ দেখুৱাব চেষ্টা চলাই যায়।

ফিল্ড মাৰ্শাল ফন মানষ্টাইনে তেওঁৰ 'লষ্ট ভিক্টৰিজ'[1] কিতাপখনত অপাৰেছন চিটাডেল সম্বন্ধে মাথোন কেই পৃষ্ঠামান লিখিছে, যদিও এই যুঁজত তেৱেঁই আছিল মূল চৰিত্ৰ। ১৯৪৩ চনৰ গ্ৰীষ্ম আৰু হেমন্তকালি চোভিয়েত-জাৰ্মান ৰণাঙ্গনৰ ঘটনাৱলীৰ প্ৰতি এনেকৈয়ে কিঞ্চিৎ মনোযোগ দিয়া হৈছে এদল ভেৰমাখট জেনাৰেল আৰু অফিচাৰ-সকলৰ প্ৰৱন্ধাৱলী সমন্বিত 'ৱাৰ্ল্ড ৱাৰ ১৯৩৯-৪৫'[2] কিতাপখনত,

১ ই. মানষ্টাইন, ফেৰলৰেণে জিগে, বন ১৯৫৫।
২ ডেণ্টাকিস, ১৯৩৯-১৯৪৫, ষ্টুটগাৰ্ট, ১৯৪১।

কর্ণেল জেনাবেল গুদেৰিয়ানৰ 'বেমিনিছেন্সেছ অব্ এ ছলজাৰ',[১] কুৰ্ত তিপেলছকিৰ্ছৰ বিশাল গ্ৰন্থ 'হিষ্ট্ৰি অব্ দ্য চেকেণ্ড ৱাৰ্ল্ড ৱাৰ'—কিতাপত আৰু আন আন পশ্চিম জাৰ্মান 'বিশ্লেষণমূলক' ৰচনাত। ফেডাৰেল জাৰ্মান প্ৰজাতন্ত্ৰৰ অন্যতম মুখ্য সামৰিক বুৰঞ্জীবিদ এইচ এ. জেকবেছন যি নিজক বোলে সত্যানুসন্ধানী সমালোচকৰ মনোভাবাপন্ন বিশ্লেষক হিচাপে প্ৰতিপন্ন কৰিব খোজে তেৱেঁও তেওঁৰ বিশাল কিতাপ 'দ্য চেকেণ্ড ৱাৰ্ল্ড ৱাৰ ইন ইলাষ্ট্ৰেছনছ এণ্ড ডকুমেণ্টছ'ত সেই 'ঘাই' বিন্দুবোৰ সংক্ৰান্ত মাৰ্কিন ধাৰণাকে পুনৰাবৃত্তি কৰিছে। কথাটোলৈ মন কৰক: "মিডৱে, গুৱাদাল কেনেল, এল-আলামিয়েৰ, তিউনিছিয়া আৰু মৰক্কো, ষ্টালিনগ্ৰাদ আৰু আটলাণ্টিকৰ বাবে যুঁজৰ পঞ্চম পৰ্য্যায়ৰ সমাপ্তিয়ে দ্বিতীয় বিশ্বযুদ্ধৰ এক দিকপৰিবৰ্তনকাৰী বিন্দুৰ সূচনা কৰিছিল। অলপ দিনৰ পাচত ইউৰোপীয় দুৰ্গৰ বিৰুদ্ধে মিত্ৰশক্তিৰ সংযুক্ত বোমাবৰ্ষণেও ক্ৰমবৰ্দ্ধমান প্ৰভাৱ প্ৰভাৱ পেলাইছিল।"[২] ধাৰণা হয় জেকবছেনে 'পাহৰি গৈছিল' মস্কোৰ যুঁজক, য'ত নাৎছী শক্তি যুঁজত বিৰাট পৰাজয়ৰ সমুখীন হৈছিল আৰু কুৰ্স্কৰ যুঁজক, য'ত নাৎছী জাৰ্মানীৰ আক্ৰমণাত্মক ৰণনীতিৰ সম্পূৰ্ণ পৰাজয় ঘটিছিল। তেওঁ অনুগ্ৰহকৈ ষ্টালিনগ্ৰাদৰ যুঁজক স্বীকাৰ কৰিছিল, পিচে দেখদেখকৈয়ে এই কাৰণত যে তাত যি ২২ টা ডিভিজন নিহত আৰু বন্দী হৈছিল সিহঁতৰ বাবে হিটলাৰে নিজেই জাতীয় শোক ঘোষণা কৰিছিল। তেওঁ এই স্বীকাৰোক্তিক অস্বীকাৰ কৰিবলৈ সাহ কৰা নাই।

---

১ হাইনৎছ গুদেৰিয়ান, এৰিনেৰুংগেন আইনেস জেলেদাতেন, হাইডেলবাৰ্গ ১৯৫১।

২ এই এ এ জেকবছেন, এইচ ডলিজাত, ডেৱাৰ ৎসোৱাইটে ভেল্টক্ৰিগ ইন বিল্ডেন উণ্ড ডকুমেণ্টেৰ, খণ্ড ২, মিউনিখ, ভিয়েনা, বাছেল, ১৯৫৩, পৃঃ ২৩১

দ্বিতীয় বিশ্বযুদ্ধৰ নিয়ামক যুঁজবোৰৰ বিশ্লেষণত কুৰ্স্কৰ যুঁজৰ উল্লেখ নকৰাটো কেৱল এই গুৰুত্বপূৰ্ণ ঘটনাৰ প্ৰতি অৱজ্ঞাই মাথো নহয়, বা দু-এজনৰ যথেষ্ট যোগ্যতাহীন লেখকৰ ব্যক্তিগত দৃষ্টিভঙ্গীৰ পৰিচয়ো নহয়। ই হৈছে ইতিহাসৰ বুৰ্জোৱা মিথ্যাচাৰীসকলৰ এটা ইচ্ছাকৃত আৰু সুচিন্তিত টালি-বাজি, যাৰ এটা তাত্ত্বিক ভিত্তি আছে আৰু নিৰ্দিষ্ট ব্যৱহাৰিক ফলাফল আছে।

* * *

কিন্তু বুৰ্জোৱা সামৰিক বুৰঞ্জীবিদসকলে, অৱশ্যে, সুস্পষ্ট তথ্যবোৰ গোপন কৰাটোক দ্বিতীয় বিশ্বযুদ্ধৰ বুৰঞ্জীক বিকৃত কৰাৰ অতিৰিক্ত 'নিষ্ক্ৰিয়' উপায় বুলি ভাবে। তেওঁলোক কুৰ্স্কৰ যুঁজক নিৰবে পৰিহাৰ নকৰে, ইয়াৰ অগ্ৰগতি আৰু ফলাফলক এনেকৈ বিশ্লেষণ কৰে যি সত্যক বিকৃত কৰে আৰু ইতিমধ্যে প্ৰকাশ পোৱা দলিলসমূহৰ সিদ্ধান্তবোৰক বিকৃতভাৱে উপস্থিত কৰে আৰু পাঠক-পাঠিকাসকলৰ ওপৰত নিজৰ মত জাপি দিয়ে।

কুৰ্স্কৰ যুঁজক মিছাকৈ উপস্থিত কৰাৰ বাবে ব্যাপকভাৱে ব্যৱহৃত পদ্ধতিবোৰৰ অন্যতম হৈছে এই অভিযোগ যে নাৎছী কমাণ্ডে অপাৰেছন চিটাডেলত সীমিত লক্ষ্য অনুসৰণ কৰিছিল আৰু ফলতঃ তাৰ ব্যৰ্থতাৰ কোনো ৰণনৈতিক তাৎপৰ্য্য নাছিল। কুৰ্স্ক বালজত নাৎছী ফৌজৰ যুঁজ আছিল থলুৱা চৰিত্ৰৰ এই ধাৰণাই দুৰ্ভগীয়া নাৎছী জেনাৰেলবৃন্দৰ দ্বাৰা সক্ৰিয়ভাৱে প্ৰচাৰ লাভ কৰিছে। পদাতিক বাহিনীৰ অন্যতম অৱসৰপ্ৰাপ্ত জেনাৰেল তিপেলছকিৰ্ছে লিখিছে: "এই যুঁজৰ চূড়ান্ত লক্ষ্য আছিল অভিক্ষেপটো নিৰ্মূল কৰা আৰু কুৰ্স্কৰ পূবত এটা লাইনৰ অভিমুখে অগ্ৰসৰ হোৱা।"[১]

১ কুৰ্ত তিপেলছাকৰ্ছ, "অপাৰেটিভ ফুৰেৰজেণ্টস্ক্লুয়েছে ইন হোহেনপ্লুৰকটেন ডেছ লাণ্ড ক্ৰিগেছ", বিলানজ ডেছ ৎছোৱাইটেন ৱেণ্ট ক্ৰিগেছ, হামবুৰ্গ, ১৯৫৩, পৃঃ ৫৯

এই প্ৰসঙ্গত কুৰ্স্ক আৰু অ'ৰেলত নাৎছীসকলৰ যুঁজখোৰৰ বিশ্লেষণ কৰা এৰ্ণষ্ট ক্লিঙ্কৰ ইতিপূৰ্বে উল্লেখিত কিতাপখন উল্লেখনীয়। তেওঁ উদ্ধৃত কৰা দলিল আৰু সৈন্যসকলৰ আগত থাৰ্য্য কৰা লক্ষ্য সম্বন্ধে তেওঁৰ বিশ্লেষণ একেটা লক্ষ্যৰে অধীন: "এই কথা প্ৰমাণ কৰা যে ১৯৪৩ চনত নাৎছী কমাণ্ডে যুদ্ধজয়ৰ স্বপ্ন পৰ্যান্ত আৰু দেখা নাছিল। তেওঁ জোৰ দি কৈছে যে অ'ৰেল আৰু খাৰকভৰ পৰা নাৎছী আক্ৰমণাত্মক অভিযান কৰা হৈছিল কুৰ্স্ক দখল কৰিবৰ বাবে, ৰণাঙ্গনৰ আকাৰ ক্ষুদ্ৰ কৰি পেলোৱাৰ জৰিয়তে সৈন্যসকলক মুক্ত কৰা আৰু তাৰ লগতে ডাঙৰ ডাঙৰ শত্ৰুসেনা গঠন চূৰ্ণ কৰা যাতে ১৯৪৩ চনৰ গ্ৰীষ্মকালীন অভিযান আৰম্ভ কৰাৰ সুযোগৰ পৰা তেওঁলোক বঞ্চিত হয়।"[১]

আৰু এটা অনুৰূপ কথা প্ৰচলিত আছে যে নাৎছী নেতৃত্বৰ প্ৰধান উদ্দেশ্য আছিল ৰণাঙ্গনৰ আকাৰ ক্ষুদ্ৰ কৰি পেলোৱা আৰু বিপুল-সংখ্যক ছোভিয়েত সৈন্য বন্দী কৰা যাতে তেওঁলোকক জাৰ্মানীৰ যুদ্ধশিল্পৰ কাৰখানাবোৰলৈ কাম কৰিবলৈ পঠোৱাৰ পৰা হয় আৰু সেইদৰে যিসকল জাৰ্মান শ্ৰমিকক উলিয়াই আনিব পৰা হ'ব সেইসকলক গুৰুতৰভাৱে ক্ষতিগ্ৰস্ত ডিভিজনবোৰলৈ সৈন্য হিচাপে যোগান ধৰিব পৰা হয়।

চিটাডেল যে এটা 'সহায়ক' যুঁজ আছিল এই ধাৰণা জাৰ্মান ৪ৰ্থ আৰ্মিৰ প্ৰাক্তন কমাণ্ডৰ কৰ্ণেল জেনাৰেল কন হাইনৰিছিৰ দ্বাৰাও উপস্থাপিত হৈছিল। ক্ৰিয়েডৰিছ হুস্কৰ লগত একেলগে তেওঁ পশ্চিম জাৰ্মান সামৰিক আলোচনী 'ভেৰভিছেনছাফট নিছে ৰাণ্ডছাও'ত অপাৰেছন চিটাডেল সম্পৰ্কে এটা ডাঙৰ প্ৰবন্ধ প্ৰকাশ কৰিছিল। এই প্ৰবন্ধত কোৱা হৈছে, এই কথা সঁচা যে জেনাৰেল ৎছাইৎস্লাৰক উদ্ধৃত কৰি যে ১৯৪৩ চনৰ জহকালি হিটলাৰৰ উদ্দেশ্য আছিল

১ এৰ্ণষ্ট ক্লিঙ্ক, পূৰ্বোক্ত; পৃষ্ঠা ৯

জাৰকালি হোৱা লোকচান পুনৰুদ্ধাৰ কৰা। কিন্তু এই ভাৱনাৰ নিজৰ ভিত্তি হৈছে এটা ধাৰণা৷ যি আৰম্ভণিতে পৰা অপাৰেছন চিটাডেলৰ ঘটনাৱলীৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰশীল।

১৯৪৩ চনৰ জহকালি নাৎছী আক্ৰমণাত্মক অভিযানৰ উদ্দেশ্য যে কুৰ্স্ক দখলৰ মাজত সীমাবদ্ধ আছিল পশ্চিম জাৰ্মানীৰ বুৰঞ্জীবিদ মেন্স ডমাৰুছেত[১] তাক কৈছে।

পশ্চিম জাৰ্মান বুৰঞ্জীবিদ আৰু ১৯৪৩ চনৰ ঘটনাৱলীত অংশগ্ৰহণকাৰীসকলে লিখা এইবোৰ প্ৰবন্ধৰ উদ্দেশ্য হৈছে এইটো দেখুৱা যে নাৎছী সামৰিক নেতাসকল ধীৰ প্ৰকৃতিৰ আৰু সিয়ান আৰু ১৯৪৩ চনৰ পৰিকল্পনা ৰচনাৰ সময়ত তেওঁলোকে অৱস্থা খুজিয়াই চাইছিল আৰু ফলস্বৰূপে নিজৰ অনুকূলে যুঁজৰ সোঁত সলোৱাৰ কোনো লক্ষ্য নিৰ্দ্ধাৰণ কৰা নাছিল। উদ্ভুত পৰিস্থিতি নিশ্চিতেই জাৰ্মানীৰ প্ৰতিকূল আছিল ঃ সিহঁতৰ সেনাবাহিনী বিপুল পৰিমাণ ক্ষতিগ্ৰস্ত হৈছিল, ষ্টালিনগ্ৰাদৰ পিচত জাৰকালি পশ্চাদপসৰণ আৰু তাত হোৱা বিপুল শক্তিক্ষয়ে সিহঁতৰ মনোবল দুৰ্বল কৰি পেলাইছিল। উত্তৰ আফ্ৰিকাৰ অৱস্থানো বেদখল হৈ গৈছিল। কিন্তু কিছু কিছু বহতীয়া দেশো দেখাদেখিকৈ পিচুৱাই গৈছিল। ভেৰমাখটৰ আৰু শিল্পৰ পক্ষে জনবলৰ সমস্যাও তীব্ৰ হৈ উঠিছিল। দখলীকৃত দেশবোৰত আৰু জাৰ্মানীতো প্ৰতিৰোধ আন্দোলন শক্তিশালী হৈছিল। কিন্তু প্ৰধান ঘটনা আছিল এয়ে যে ৰণনৈতিক উদ্যোগৰ ছোভিয়েত সেনাবাহিনী আৰু হিটলাৰ বিৰোধী জোঁটৰ হাতলৈ দৃঢ়ভাৱে আহি গৈছিল। নাৎছী কমাণ্ডে তালৈ লক্ষ্য নকৰি নোৱাৰিছিল।

পিচে নাৎছী জাৰ্মানীৰ ৰাজনৈতিক আৰু সামৰিক ৰণনীতিৰ হঠকাৰিতা আৰু প্ৰতাৰণা এই তথ্যৰ মাজতে নিহিত আছিল যে সিহঁতৰ আক্ৰমণাত্মক পৰিকল্পনাবোৰৰ ব্যৰ্থতাৰ এইবোৰ সুস্পষ্ট লক্ষণ

১ ভেৰভিডেৰ্‌ৰুছাউ, টলিছে ৰণ্ডছাও, নং ৮ ; ১ আৱ; ১৩, ১১ ৫।

থকা সত্ত্বেও ইয়াৰ নেতৃত্বই ১৯৪৩ আৰু এটা বৃহৎ আকাৰৰ আক্ৰমনাত্মক অভিযান আৰম্ভ কৰাৰ আঁচনি পাতিছিল আৰু ইয়াৰ ফলাফলে যুঁজৰ ওপৰত এটা সামৰিক প্ৰভাৱ পেলাব বুলি আশা কৰিছিল। ইতিহাসৰ মিথ্যাচাৰীসকলে বিপৰীতটো প্ৰমাণ কৰা চেষ্টা কৰিছে যে জাৰ্মান ফৌজৰ কমাণ্ডে হঠকাৰিতাত ভোগা নাছিল, বৰং হিটলাৰৰ ক্ষুধা সংযত কৰাৰ চেষ্টা কৰিছিল।

এই কথা মনত ৰখা দৰকাৰ যে ১৯৪১ আৰু ১৯৪২ চনৰ তিক্ত অভিজ্ঞতাৰ পৰা শিক্ষালাভ কৰি নাৎছী ৰণমুৰীয়াসকলে তেওঁলোকৰ ভৱিষ্যত যুদ্ধ পৰিকল্পনা সম্পৰ্কে চিঞৰ বাখৰ কৰাৰ ঝুকি লোৱা নাছিল। এইবেলিও হিঁহঁতে সিহঁতৰ অভিযান সংক্ৰান্ত নিৰ্দেশাৱলীত মাথো আশু কৰ্তব্য বিবৃত কৰাৰ মাজতে নিজক সীমিত ৰাখিছিল। কিন্তু এই বিষয়টো প্ৰশ্নাতীত যে ১৯৪৩ চনৰ বাবে সিহঁতে সুদূৰপ্ৰসাৰী মতলব পোষণ কৰিছিল। অভিযানৰ বাবে পুঙ্খানুপুঙ্খ প্ৰস্তুতি, বিৰাট শক্তিৰ, বিশেষকৈ পেনৎছাৰ বহৰৰ কেন্দ্ৰীভৱন, ছোভিয়েত-জাৰ্মান ৰণাঙ্গনৰ মধ্যাঞ্চলক প্ৰতি-আক্ৰমণাত্মক অভিযানৰ বাবে বাছি লোৱা আৰু অন্যান্য তথ্যই দেখুৱাই দিয়ে যে নাৎছীহঁতে আশা কৰিছিল অপাৰেছন চিটাডেলে সিহঁতক ষ্টালিনগ্ৰাদৰ পোটক তুলিবলৈ সক্ষম কৰিব, ছোভিয়েত সেনাবাহিনীক অচল কৰি দিব, ছোভিয়েত ইউনিয়নৰ ওপৰত আঘাত হানি যুদ্ধৰ পৰা উলিয়াই দিব আৰু বৃটিছ আৰু আমেৰিকানসকলৰ লগত এখন সুকীয়া শান্তিচুক্তি সম্পাদনৰ পৰিস্থিতি সৃষ্টি কৰিব।

১৯৪৩ চনৰ গ্ৰীষ্মকালীন আক্ৰমণাত্মক অভিযানৰ বাবে ভেৰমাখটৰ প্ৰস্তুতি সংক্ৰান্ত দলিলপত্ৰৰ পৰা মানুহ এনেধৰণৰ সিদ্ধান্তত উপনীত হব লগীয়া হয়। এই যুঁজৰ সাফল্যই আন আন আক্ৰমণাত্মক অভিযানৰ বাট সুচল কৰিব বুলি ধাৰণা হৈছিল' আক্ৰমণাত্মক অভিযান যেনেকৈ 'পৰিকল্পিত হৈছিল' তেনেকৈ আগুৱা হলে হিটলাৰে

"দক্ষিণ-পূর্ব অভিমুখে আক্রমণাত্মক অভিযান ('পেন্থাৰ') আৰম্ভ কৰাৰ আশা কৰিছিল—উদ্দেশ্য আছিল শত্ৰুসেনাৰ মাজত বিভ্ৰান্তিৰ সুযোগ নিয়া।"[১]

অপাৰেছন চিটাডেলৰ সাফল্য সমগ্ৰ পূব ৰণাঙ্গনৰ পক্ষে নিৰ্ণায়ক হব এই ধাৰণা হিটলাৰৰ ১৯৪৩ চনৰ ১ জুলাইৰ নির্দেশতো প্ৰকাশিত হৈছে। আক্ৰমণাত্মক অভিযানৰ ঠিক আগে আগে পূব ৰণাঙ্গনৰ সৈন্যসকলৰ আগত ভাষণ দিবলৈ গৈ হিটলাৰে পুনৰ ঘোষণা কৰিছিল যে এই যুঁজৰ ফলাফলে যুদ্ধৰ ভাগ্য নির্দ্ধাৰণ কৰিব পাৰে আৰু ছোভিয়েত সেনাবাহিনীক জোকাৰি তুলিব পাৰে।

কিছু বুৰঞ্জীবিদে হিটলাৰৰ নির্দেশ আৰু ভাষণবোৰক প্ৰচাৰকাৰ্য্য বুলি ভাবে আৰু ফলত গুৰুত্বপূর্ণ বিবেচনাযোগ্য বুলি নাভাবে। এই কথা অৱশ্যে অনস্বীকাৰ্য্য যে তেওঁৰ নির্দেশ, ভাষণ আৰু কোনো আক্ৰমণাত্মক অভিযানৰ আগে আগে সৈন্যবাহিনীৰ ওচৰত প্ৰদত্ত বাণীৰ উদ্দেশ্য আছিল ভাবাবেগ সৃষ্টি কৰা আৰু প্ৰভাৱ বিস্তাৰ কৰা কিন্তু উৎস হিচাপে সেইবোৰক উপেক্ষা কৰাটো ভুল হব। মুঠৰ ওপৰত নাৎছী জেনাৰেল ষ্টাফে সিহঁতৰ যুঁজসংক্ৰান্ত পৰিকল্পনা আৰু ফলাফল সম্বন্ধে অনুমান হিটলাৰৰ নির্দেশ অনুযায়ীয়ে কৰিছিল। তেওঁৰ নির্দেশাৱলী আৰু আদেশত জাৰ্মানীৰ ৰাজনৈতিক আৰু সামৰিক নেতাসকলৰ প্ৰকৃত অভিসন্ধি আৰু সিদ্ধান্তৰ প্ৰতিফলন ঘটিছিল।

পশ্চিম জাৰ্মান সামৰিক বুৰঞ্জীবিদসকলৰ মাজত এনে ব্যক্তিয়ো আছে।যসকলে ১৯৪৩ চনৰ গ্ৰীষ্মকালীন অভিযানৰ বাবে নাৎছী কমাণ্ডৰ পৰিকল্পনাক হেয়কৈ লেখাটো অতি সৰল আৰু অপ্ৰয়োজনীয় বুলি ভাবে। উদাহৰণস্বৰূপে, ভালটাৰ গয়েৰলিৎছে লিখিছে যে নাৎছী কমাণ্ডে পৰিকল্পনা কৰিছিল সুচনাত কুৰ্স্ক অভিক্ষেপক বিচ্ছিন্ন

১ এম. জমাৰ্দ্দৰু, পূৰ্বোক্ত।

ক্লুবাৰ আৰু "তাৰ পিচত উত্তৰত মস্কোৰ পিনে গতি কৰা হ'ব নে দক্ষিণত গ্ৰনেৎছ নৈৰ আগতে আৰু মিউজ নৈৰ কাষে কাষে কছ সেনাবাহিনীৰ বাবে এক নতুন 'কেনে'ৰ প্ৰস্তুতি কৰা হ'ব সেই সম্পৰ্কে সিদ্ধান্ত লোৱাৰ।"[1] কুৰ্স্ক দখলৰ (পেস্বাৰ) পিচত যে আৰু এটা অভিযানৰ পৰিকল্পনা কৰা হৈছিল সি অনবধানতাবশতঃ মানষ্টাইনৰ দ্বাৰা স্বীকৃত হৈছে।

পশ্চিম জাৰ্মান বুৰঞ্জীবিদ হেলমুথ ডাহ্‌ম্‌ছ আৰু পল কাৰেলে[2] এই দাবী নুই কৰে যে অপাৰেছন চিটাডেল আৰু নাৎছীইঁতৰ সমগ্ৰ গ্ৰীষ্মকালীন আক্ৰমণাত্মক অভিযানৰ উদ্দেশ্য সীমাবদ্ধ আছিল। ডাহ্‌ম্‌ছে স্বীকাৰ কৰে যে জাৰ্মান নেতাসকল "জাৰ্মানী আৰু ইয়াৰ মিত্ৰসকলৰ আস্থা পুনৰ ঘূৰাই আনিবৰ নিমিত্তে চাঞ্চল্যকৰ সামৰিক সাফল্য"ৰ বাবে সমুত্সুক হৈছিল। কাৰেলে বিশ্বাস কৰে যে হিটলাৰে যাৱতীয় ৰুকি লৈছিল আৰু যুঁজৰ সোঁত সলাবৰ আশা পালিছিল।

জাৰ্মান গ্ৰীষ্মকালীন অভিযানৰ চৰিত্ৰ "থলুৱা" আছিল এই দাবী এই অভিযানৰ বাবে শত্ৰুইঁতে নিয়োগ কৰা জনবল আৰু বৈষয়িক সম্পদ সংক্ৰান্ত পৰিসংখ্যানৰ দ্বাৰা সম্পূৰ্ণ খণ্ডিত হয়। ১৬টা পেনৎছাৰ আৰু মটৰবাহিত ডিভিশ্বনকে ধৰি ৫০টা ডিভিশ্বন, প্ৰায় ১০,০০০ কামান আৰু মৰ্টাৰ, প্ৰায় ২৭০০ টেঙ্ক আৰু ২০০০তো অধিক বিমানে নাৎছীইঁতক চলিত যুঁজত আৰু ৰণকৌশলগত প্ৰতিৰক্ষা এলেকাত ঘন-সন্নিবেশ কৰিবলৈ সমৰ্থ কৰিছিল যিটো ইয়াৰ আগতে কোনো এখন যুঁজতো সিহঁতে কৰিব পৰা নাছিল।

নাৎছী কমাণ্ডৰ পৰিকল্পনাবোৰৰ, হিটলাৰ নিৰ্দেশ অ ৰু আদেশ,

১ ভালটাৰ গয়েৰলিৎছ. ডেয়াৰ ৎছোয়াইটে ভেল্টক্ৰিগ ১৯৩৯-১৯৪৫, ষ্টুটগাৰ্ট, ১৯৫২, খণ্ড ২, পৃঃ ২০০।

২ এইচ. জি. ডাহ্‌ম্‌ছ, ডেয়াৰ ৎছোয়াইটে ভেল্টক্ৰিগ, ফ্ৰাংকফুৰ্ট আম মাইন, ১৯৬৬, পৃঃ ১২৬, পি. কাৰেল, ফেৎব্ৰানটে এৰডে, শ্বকট ৎছোৰাইনছেন উণ্ড ভাইছেল, ফ্ৰাংকফুৰ্ট আম মাইন, ১৯৬৭।

সম্মিলিত শক্তিবোৰৰ ক্ষমতা আৰু কুৰ্স্কত সিহঁতৰ ক্ৰিয়াকলাপ দেখুৱাই দিয়ে যে জাৰ্মানীয়ে সীমিত উদ্দেশ্য লৈ যুঁজৰ প্ৰস্তুতি কৰা নাছিল, গোটেই বছৰৰ ৰণনৈতিক উদ্দেশ্যসম্পন্ন এখন যুঁজৰ প্ৰস্তুতি কৰিছিল। ছোভিয়েত সেনাবাহিনীৰ প্ৰবল আৰু সুদক্ষ যুঁজে এই আটাইবোৰ পৰিকল্পনা ব্যৰ্থ কৰি দিছিল। বুৰ্জোৱা সামৰিক বুৰঞ্জীবিদ আৰু আগ্ৰাসী সাম্ৰাজ্যবাদৰ তত্ত্ববিদসকলে কুৰ্স্কৰ জয়ৰ ঐতিহাসিক তাৎপৰ্য্য স্বীকাৰ কৰিবলৈ ঘিণ কৰে, সেয়েহে সিহঁতে অপাৰেছন চিটাডেলৰ সহায়ক চৰিত্ৰ সম্বন্ধে অলীক কাহিনী প্ৰচাৰ কৰে।

* * *

কুৰ্স্কৰ যুঁজৰ বুৰঞ্জীৰ বুৰ্জোৱা মিথ্যাচাৰীহঁতে এই কথা প্ৰমাণ কৰিবলৈ উঠি পৰি চেষ্টা কৰে যে নাৎছী ফৌজৰ আক্ৰমণাত্মক অভিযান "চলাই যোৱাটো বন্ধ কৰা হৈছিল" (এই কথাটোকে সিহঁতে সঘনাই ব্যৱহাৰ কৰে) এই কাৰণত নহয় যে ছোভিয়েত সেনাবাহিনীৰ শক্তিশালী আঘাতৰ মুখত অপাৰেছন চিটাডেল জহি-খহি পৰিছিল বৰং চিচিলিত ইঙ্গ-মাৰ্কিন ফৌজ নমোৱাৰ পিচত নাৎছী কমাণ্ডৰ উদ্যোগতে আক্ৰমণাত্মক অভিযান বন্ধ কৰা হৈছিল। মাৰ্কিন সাহিত্য হৈছে এই অসত্য ভাষ্যৰ জনক। তথ্যৰ বিকৃতি ঘটাই আমেৰিকান আৰু ব্ৰিটিছ বুৰঞ্জীবিদসকলে প্ৰমাণ কৰিবলৈ বিচাৰে যে কুৰ্স্কৰ যুঁজে চিচিলিত সৈন্য নমোৱাৰ পক্ষে অনুকূল পৰিবেশ সৃষ্টি কৰা নাছিল, বৰং ভূমধ্য সাগৰৰ এই অভিযানেই নাৎছী জাৰ্মানীৰ ছোভিয়েত জাৰ্মান ৰণাঙ্গনৰ পৰা ভালেখিনি শক্তি প্ৰত্যাহৰ কৰিবলৈ বাধ্য কৰিছিল।

আমেৰিকান সামৰিক বুৰঞ্জীবিদ বাছিল কলিয়াৰে ১৯৬৭ চনত প্ৰথম নিউ য়ৰ্কত আৰু পিচত ব্ৰিটেনত প্ৰকাশিত তেওঁৰ কিতাপ "দ্য চেকেৰ্ড ৱাৰ্ল্ড ৱাৰ: এ মিলিটাৰি হিষ্ট্ৰি ফ্ৰম মিউনিখ টু

হিৰোছিমা"-ত বহুত দূৰ আগবাঢ়ি গৈ তেওঁ দাবী কৰিছিল যে "চিচিলিত অক্ষশক্তিৰ ৰণাঙ্গন জহি-খহি পৰিছিল আৰু ইতালিত নতুন শক্তিৰ যোগান ধৰাটো অতীব জৰুৰী হৈ পৰিছিল এই কাৰণে যে কুৰ্স্কৰ বিৰুদ্ধে আক্ৰমণ বাতিল কৰাৰ আগতে হিটলাৰে ১৩ জুলাই লৈকে অপেক্ষা কৰিছিল।"[১]

আলফ্রেড ফিলিপি, ফাৰ্ডিনাণ্ড হাইম আৰু অন্যান্য পশ্চিম জাৰ্মান লেখকসকলেও দাবী কৰে যে অ'ৰেল আৰু খাৰকভ খণ্ডত আক্ৰমণ বন্ধ কৰি আত্মৰক্ষাৰ অৱস্থান লোৱা সম্পৰ্কত হিটলাৰৰ সিদ্ধান্ত চিচিলিৰ ঘটনাৱলীৰ দ্বাৰা প্ৰভাৱিত হৈছিল।

বিভিন্ন তাঙৰণত প্ৰকাশিত ডাহ্‌মৃছে "দ্য চেকেণ্ড ৱাৰ্ল্ড ৱাৰ" কিতাপখনত কুৰ্স্কৰ যুঁজৰ কাহিনী সন্নিবিষ্ট কৰিছে ইতালি সংক্ৰান্ত অংশত—স্পষ্টতঃই ইতিহাসৰ মাৰ্কিন আৰু ব্ৰিটিছ ভাষ্যকাৰসকলক তুষ্ট কৰিবলৈ—আৰু এনেকৈ ছোভিয়েত জাৰ্মান ৰণাঙ্গনৰ যুঁজৰ ক্ষেত্ৰত চিচিলিত ইঙ্গ-মাৰ্কিন সৈন্য নমোৱাটোক প্ৰাধান্য দিয়া হৈছে। আৰু তেওঁ এইটো কৰিছে মাথোন তৃতীয় তাঙৰণত। প্ৰথম আৰু দ্বিতীয় তাঙৰণত কুৰ্স্কৰ যুঁজ সম্পৰ্কে এটা সমগ্ৰ অধ্যায় আছিল।

চিচিলি আৰু দক্ষিণ ইতালিত ইঙ্গ-মাৰ্কিন সৈন্যৰ সফল অৱতৰণৰ ফলতে কুৰ্স্কত জাৰ্মান আক্ৰমণাত্মক অভিযান ব্যৰ্থ হৈছিল বুলি কলিয়াৰ, ডাহ্‌মৃছ আৰু বুৰজীৰ আন আন মিথ্যাচাৰীসকলে যে কৈছিল তাৰ এটা উদ্দেশ্য আছিল, সি হৈছে এই অৱতৰণক "দ্বিতীয় ৰণাঙ্গনৰ পৰ্য্যায়লৈ উন্নীত কৰা। এই কামটো বেছিকৈ কৰিবলৈ বিচাৰিছিল উইনষ্টন চাৰ্চিলে। উদ্দেশ্য আছিল ১৯৪৩ চনৰ জহকালি পূৰ্ব ৰণাঙ্গনত নাৎছী কমাণ্ডৰ পৰিকল্পনা ব্যৰ্থ কৰাৰ কৃতিত্ব বৃটেন আৰু আমেৰিকাক দিয়া।

১ বাছিল কলিয়াৰ, দ্য চেকেণ্ড ৱাৰ্ল্ড ৱাৰ : এ মিলিটাৰি হিষ্ট্ৰি ফ্ৰম মিউনিখ টু হিৰোছিমা, নিউয়ৰ্ক, ১৯৬৭, পৃঃ ৩২২।

কিন্তু তথ্যই ভিন্ কথা কয়। কুর্স্ক এলেকাত হোভিয়েত কৌৰব বিৰুদ্ধে আক্ৰমণাত্মক অভিযানৰ প্ৰস্তুতিত নাৎছী কমাণ্ডে অস্ত্ৰশস্ত্ৰৰ বেছিভাগ তালৈ পঠাইছিল। ১৯৪৩ চনত সিইঁতৰ অস্ত্ৰশস্ত্ৰৰ উৎপাদন ভালেখিনি বাঢ়িছিল। অপাৰেছন চিটাডেলৰ সূচনাত আৰ্মিৰ টেঙ্ক আৰু আক্ৰমণকাৰী কামানৰ সংখ্যা বাঢ়ি ৫৮৫০ হৈছিলগৈ। নতুন টাইগাৰ আৰু পেন্থাৰ টেঙ্ক আৰু গধুৰ ফাৰ্ডিনাণ্ড স্বয়ংক্রিয় কামানৰ ওপৰত বহুত আশা স্থস্ত কৰা হৈছিল। সমস্ত গধুৰ পেনথ্থাৰ ইউনিটৰ তিনি-চতুৰ্থাংশবো বেছি আৰ্মি গ্ৰুপ চেণ্টাৰ আৰু চাউথক দিয়া হৈছিল। নৱগঠিত পেনৎছাৰ বেটোলিয়নবোৰ পুব ৰণাঙ্গনলৈ আহি পোৱালৈকে হিটলাৰে আক্ৰমণাত্মক অভিযান আনকি স্থগিত ৰাখিছিল।[1]

চিচিলিত মিত্ৰশক্তিৰ অৱতৰণৰ ফলাফল সম্বন্ধে তলত দিয়া কথাবিলাক কবই লাগিব। ১০ জুলাইত এই দ্বীপত ইঙ্গ-মাৰ্কিন সৈন্যসকলৰ অৱতৰণে জাৰ্মানীৰ সামৰিক আৰু ৰাজনৈতিক পৰিস্থিতিৰ অতিশয় জটিল কৰি তুলিছিল। পিচে সেই একে দিনা হিটলাৰৰ হেড কোৱাৰ্টাৰে এটা নিৰ্দেশ জাৰি কৰি কৈছিল 'অপাৰেছন চিটাডেল' চলি থাকিব[2]। আৰু তাৰ পাচদিনা নাৎছী সৈন্যইতে বেহু ভেদ কৰি ওলোৱাটো সম্পূৰ্ণ কৰাৰ চেষ্টা চলাই গৈছিল।

১২ জুলাই তাৰিখে অৱস্থাৰ আমূল সলনি হল। ব্ৰিয়ানস্ক ৰণাঙ্গনৰ সৈন্যসকলে আৰু পশ্চিম ৰণাঙ্গনৰ বাওঁপক্ষৰ সৈন্যসকলে শক্তিশালী প্ৰতি-আক্ৰমণ আৰম্ভ কৰিলে। কেইদিনমান পাচত চেণ্ট্ৰাল ৰণাঙ্গনৰ সৈন্যসকলে প্ৰতি-আক্ৰমণ কৰিলে। প্ৰথবতকাত শক্তিশালী নাৎছী পেনৎছাৰ বাহিনীৰ চূড়ান্ত পৰাজয় ঘটিল।

বহু পশ্চিমীয়া সামৰিক বুৰঞ্জীবিদে হয় ইচ্ছাকৃতভাৱে, নহয় ঘটনা

১ ক্ৰিগেছটাগেবুখ ডেছ ও. কে. ডব্লিউ, খণ্ড ৩, পৃঃ ৭৪৯-৫০।
২ পূৰ্বোক্ত, পৃঃ ৭৬৫।

সম্বন্ধে যথেষ্ট জ্ঞান নথকাত ব্ৰিয়ানস্ক আৰু পশ্চিম ৰণাঙ্গনৰ দ্বাৰা এই শক্তিশালী অতৰ্কিত আক্ৰমণ, যাৰ বিৰুদ্ধে সেই সময়ত নাৎছী সেনাবাহিনীয়ে কোনো আক্ৰমণাত্মক যুঁজ কৰা নাছিল, তাৰ কথা নকয়। এই আক্ৰমণ উত্তৰ ফালৰ পৰা কুৰ্স্কৰ পিনে অগ্ৰসৰমান জাৰ্মান আক্ৰমণকাৰী ফৌজৰ পাৰ্শ্বদেশ আৰু পশ্চাদভাগৰ বিৰুদ্ধে চালিত হৈছিল, আৰু এনেকৈ সিহঁতক কঠিন অৱস্থাৰ মাজত পেলোৱা হৈছিল। জাৰ্মান আক্ৰমণাত্মক অভিযান কালত বিপুল ক্ষয়ক্ষতি, বিশেষকৈ অস্ত্ৰসজ্জিত বাহিনী আৰু বিমান বহৰৰ আৰু অস্ত্ৰশস্ত্ৰৰ ক্ষয়ক্ষতি, সংৰক্ষিত শক্তিৰ অভাৱ আৰু অ'ৰেল গোষ্ঠীৰ পাচফালে পশ্চিম আৰু ব্ৰিয়ানস্ক ৰণাঙ্গনৰ আক্ৰমণাত্মক বিপদৰ ফলত যি সঙ্কট সৃষ্টি হৈছিল তাৰ ফলত শেষ পৰ্য্যন্ত নাৎছী জেনাৰেলসকল কুৰ্স্ক অভিক্ষেপত ছোভিয়েত ফৌজক আগুৰি ধৰাৰ আৰু মষিমূৰ কৰাৰ সকলো চেষ্টা পৰিহাৰ কৰিবলৈ বাধ্য কৰিছিল। ইয়েই সিহঁতক বাধ্য কৰিছিল, চিচিলিত কেইটামান ইঙ্গ-মাৰ্কিন ডিভিশ্বনৰ অৱতৰণে নহয়।

জেনাৰেল হাইনৰিছিৰ ওপৰোক্ত প্ৰবন্ধত আৰ্মি গ্ৰুপ চেণ্টাৰৰ তৎকালীন এজন ষ্টাফ অফিচাৰৰ সেই সময়ৰ ঘটনাৱলীৰ এক চিত্তাকৰ্ষক মূল্যায়ন উদ্ধৃত হৈছে: “আমি যিসকল হেড কোৱাৰ্টাৰ্ছত সেইসময়ৰ ঘটনাৱলীৰ মাজেদি যাবলগীয়া হৈছিল তেওঁলোকৰ ওচৰত এই কথাটো ফটফটীয়া হৈ গৈছিল যে অপাৰেছন চিটাডেলৰ ব্যৰ্থতা আৰু ১৯৪৩ চনৰ ১১ জুলাইত বাছিয়ান প্ৰতি-আক্ৰমণাত্মক অভিযানে ৰুছ-জাৰ্মান যুঁজৰ গতি পৰিৱৰ্ত্তন সূচিত কৰিলে আৰু যুঁজ শত্ৰুৰ অনুকূলে সম্পূৰ্ণ সলনি হোৱাটো সূচনা কৰিলে।[১]

নাৎছী ফৌজ আত্মৰক্ষামূলক যুঁজলৈ যোৱাৰ পিচত নাৎছী কমাণ্ড পূৰ্ব ৰণাঙ্গনৰ পৰা ইতালিলৈ কোনো উল্লেখযোগ্য সংখ্যাত সৈন্য

১ ভেৰ্ভিছেনহশ্বাফটলিছে ৰণ্ডছাও, ১৯৬৫, নং ১০, পৃঃ ৫৯১।

প্ৰত্যাহাৰ কৰি অনাৰ অৱস্থাও নাছিল। জুলাইৰ শেষত হিটলাৰে আমি গ্ৰুপ চেণ্টাৰৰ কমাণ্ডাৰ ফন ক্লুগৰ ওচৰত ওয় পেনৎছাৰ ডিভিশন আৰু কেইটামান গোটক ইতালিলৈ প্ৰেৰণসাপেক্ষে এই ৰণাঙ্গনৰ পৰা প্ৰত্যাহাৰৰ দাবী জনাইছিল। ফন ক্লুগ এই নিৰ্দেশ মানিবলৈ অমান্তি হৈছিল। এওঁ হিটলাৰৰ ওচৰত আবেদন কৰিছিল: "মোৰ ফুৱেৰাৰ, মই এই বিষয়লৈ আপোনাৰ দৃষ্টি আকৰ্ষণ কৰিব খোজো যে এই মুহূৰ্তত মই এই ৰণাঙ্গনৰ পৰা এটা সৈন্যও প্ৰত্যাহাৰ কৰিব নোৱাৰোঁ। এই কথাই নুঠে।'[১]

ছোভিয়েত সেনাবাহিনীয়ে নাৎছী ৰণাঙ্গনৰ সৌপক্ষ চূৰ্ণ কৰিলত হিটলাৰে তেওঁৰ ভাষাত "নাৎছীবাদৰ প্ৰতি ৰাজনৈতিকভাৱে অনুৰক্ত" গোটাদিয়েক গোটৰ সাহয্যত ইতালিত পৰিস্থিতি উদ্ধাৰৰ ধাৰণাক আমোল দিয়াটো বন্ধ কৰি দিলে। দক্ষিণ ইতালি এৰি আহি পূৰ্বৰ সৈন্যদলক অতিৰিক্ত শক্তি যোগানৰ ব্যৱস্থা কৰাৰ সিদ্ধান্ত হ'ল। দ্বিতীয় ৰণাঙ্গনৰ অনুপস্থিতিয়ে নাৎছী কমাণ্ডক ১৯৪৩ চনৰ শেষাৰ্ধত পশ্চিম-পৰা লেখতলবলগীয়া শক্তি ছোভিয়েত জাৰ্মান ৰণাঙ্গনলৈ প্ৰত্যাহাৰ কৰি আনিবলৈ নক্ষম হ'ল।

ফলতঃ, নাৎছী কমাণ্ডে পূব ৰণাঙ্গনকে প্ৰধান আৰু নিয়ামক ৰণাঙ্গন হিচাপে গণ্য কৰি আছিল আৰু অপাৰেছন চিটাডেলক ইতালিৰ পৰিস্থিতিৰ ওপৰত নিৰ্ভৰশীল কৰা নাছিল। কুৰ্স্কত নাৎছীহঁতৰ শেষ বৃহৎ আক্ৰমণৰ ব্যৰ্থতাই ভূমধ্যসাগৰতো অক্ষশক্তিৰ পৰিকল্পনাৰ ব্যৰ্থতা পূৰ্ব নিৰ্দ্ধাৰিত কৰি দিছিল।

* * *

অপাৰেছন চিটাডেলৰ ব্যৰ্থতাৰ কাৰণৰ কথা কবলৈ গৈ পশ্চিমীয়া কিতাপপত্ৰই এই দাবী কৰাৰ প্ৰৱণতা দেখা যায় যে আক্ৰমণাত্মক

২ হিটলাৰছ লাগেবেছপ্ৰেছুংগেন ডি প্ৰটকলফ্ৰাগমেনটে জাইনাৰ মিলিটেৰিছেন কনফেৰেনৎছেন, ১৯৪২-১৯৪৫, ষ্টুটগাৰ্ট, ১৯৬২, পৃঃ ৩৭৪।

অভিযান আৰু আগতে, ধৰা যাওক বসন্তকালত আৰম্ভ কৰিব পৰা হ'লে নাৎছীইঁতৰ জয় অথবা আংশিক সাফল্য হ'লহেঁতেন।

জেনাৰেল হানছ স্পাইডেলে চিকাগোত প্ৰকাশিত হোৱা তেওঁৰ "ইনভেনছন ১৯৪৪" কিতাপত লিখিছে যে ১৯৪৩ চনৰ মাৰ্চত খাৰকভ বেলগ'ৰ'দ প্ৰতি-আক্ৰমণৰ ঠিক পিচতেই কৰা হ'লে অপাৰেছন চিটাডেল সফল হ'লহেঁতেন। মাইনষ্টাইনেও "লষ্ট ভিক্টৰিজ" কিতাপত লিখিছিল যে মে মাহত, যেতিয়া ছোভিয়েত ফৌজ কুৰ্স্ক বালজৰ প্ৰতিৰক্ষাত যথেষ্ট সুসংগঠিত হোৱা নাছিল, তেতিয়া আৰম্ভ কৰা হ'লে আক্ৰমণাত্মক অভিযান সফল হ'লহেঁতেন।

১৯৪৩ চনৰ আৰম্ভণিত ছোভিয়েত-জাৰ্মান ৰণাংগনৰ দুয়ো পক্ষৰ শক্তিৰ মাজত পাৰস্পৰিক সম্পৰ্কৰ বহল বিশ্লেষণ কৰিলে দেখা যায় যে মাৰ্চতে হওক, বা মে মাহতে হওক, জাৰ্মানইঁতৰ নিয়ামক ৰণনৈতিক ফলাফল পাব পৰাকৈ যথেষ্ট জনবল আৰু বৈষয়িক সম্পদৰ অভাব আছিল। মাৰ্চৰ আগছোৱাত জাৰ্মানইঁতৰ পূব ৰণাংগনত থকা ১৫৯ ডিভিশ্বন স্থলসৈন্যৰ ভিতৰত ৭৫টা গোট আছিল সীমাবদ্ধ সমৰ দক্ষতাসম্পন্ন—বিমানৰ ক্ষেত্ৰত স্থলসৈন্য, নিৰাপত্তা সংৰক্ষিত আৰু 'বিদেশী' সৈন্য। এই আটাইবোৰ ডিভিশ্বনেই শীতকালীন অভিযানত গুৰুতৰভাৱে ক্ষতিগ্ৰস্ত হৈছিল, সিবোৰৰ স্থান পূৰণ কৰিব পৰা যথেষ্ট জনবল বা বৈষয়িক সম্পদ নাৎছীইঁতৰ নাছিল। দনবাছ আৰু খাৰকভত নাৎছী কমাণ্ডে ফেব্ৰুৱাৰী মাৰ্চত যি প্ৰতি-আক্ৰমণ কৰিছিল পশ্চিমৰ পৰা পঠোৱা সংৰক্ষিত শক্তি তাতেই খৰচ হৈ গৈছিল।

১৯৪৩ চনৰ গ্ৰীষ্মকালীন অভিযানৰ চৰিত্ৰ সম্পৰ্কে, অৰ্থাৎ ই আক্ৰমণাত্মক নে আত্মৰক্ষামূলক হ'ব সেই সম্পৰ্কে সিদ্ধান্ত লবলৈ গৈ হিটলাৰ যে দোধোৰ মোৰত পৰিছিল তাৰ যথেষ্ট ভিত্তি আছিল। ভেৰমাখটৰ অস্ত্ৰশস্ত্ৰ আৰু সংগঠিত শক্তিৰ নাটনি আছিল। মাৰ্চ গুদেৰিয়ানে জনাইছিল যে পূব ৰণাংগনত এটাও পূৰ্ণশক্তিসম্পন্ন

পেনৎস্কাৰ ডিভিশন নাই। গতিকে বহুসংখ্যক নতুন অস্ত্ৰশস্ত্ৰ আহিব এই আশাৰে কুৰ্স্কৰ বিৰুদ্ধে আক্ৰমণাত্মক অভিযান মে'ৰ পৰা জুনলৈ, আকৌ জুনৰপৰা জুলাইলৈ পিছুৱাই দিয়া হৈছিল। এই নতুন অস্ত্ৰশস্ত্ৰ উৎপাদন বছৰৰ প্ৰথমাৰ্ধত বৃদ্ধি পাইছিল দখলীকৃত দেশবোৰৰ পৰা জবৰদস্তিকৈ জাৰ্মানীলৈ অনা বহুসংখ্যক বিদেশী শ্ৰমিক নিয়োগৰ কল্যাণত।

ছোভিয়েত ফৌজৰ অৱস্থা মাৰ্চৰপৰা মে লৈকে কিছু পৰিমাণে কঠিন আছিল: তেওঁলোকে শীতকালীন পৰিবেশত ষ্টালিনগ্ৰাদৰ পৰা কুৰ্স্কলৈ পৰিসৰ আৰু ফলাফলৰ পৰা এক অতীব গুৰুত্বপূৰ্ণ অভিযান চলাইছিল, তেওঁলোকৰ সংৰক্ষিত শক্তি খৰচ হৈ গৈছিল আৰু তেওঁলোক ভাগৰি পৰিছিল। সেয়ে শত্ৰুহঁত প্ৰতি-আক্ৰমণ কৰিবলৈ আৰু আমাৰ শাৰীৰ মাজেদি ভাঙি ওলাবলৈ সক্ষম হৈছিল।

তাৰ লগতে ছোভিয়েত সেনাবাহিনীত আক্ৰমণাত্মক মনোভাৱ ষ্টালিনগ্ৰাদৰ পিচত খুব প্ৰবল হৈছিল। পাউলাছৰ আৰ্মিক খতম কৰিব পৰাত ছোভিয়েত কমাণ্ডৰ পক্ষে ষ্টালিনগ্ৰাদৰপৰা কুৰ্স্কলৈ এটা বৃহৎ শক্তিক স্থানান্তৰ কৰাটো সম্ভৱ হৈছিল।

ফলতঃ, পুংখানুপুংখ প্ৰস্তুতিৰ পিচতো নাৎছী কমাণ্ডে যদি ১৯৪৩ চনৰ জহকালি তাৰ বৃহদাকাৰ প্ৰতি আক্ৰমণত ব্যৰ্থ হৈছে, তেনেহলে বিনা প্ৰস্তুতিত মে' অথবা মাৰ্চতো আক্ৰমণাত্মক অভিযান ব্যৰ্থ হবলৈ বাধ্য হৈছিল।

ন্যায়বিচাৰৰ খাতিৰত এই কথা কবই লাগিব যে পশ্চিম জাৰ্মান বুৰঞ্জীবিদসকল হলে মানষ্টাইন আৰু স্পাইডেলৰ লগত একমত নহয়। উদাহৰণস্বৰূপে, গয়েৰলিংছে দুয়ো পক্ষৰ শক্তিৰ বিজনি কৰিছিল আৰু তেওঁ এই সিদ্ধান্তলৈ আহিছিল যে ১৯৪৩ চনৰ বসন্তকালি জাৰ্মানিৰ পক্ষে কোনো বৃহদাকাৰ আক্ৰমণাত্মক অভিযান কৰাটো সম্ভৱ নাছিল।

১৯৪৩ চনৰ গ্ৰীষ্মকালীন অভিযান সম্বন্ধে স্মৃতিকথা লিখিবলৈ গৈ প্ৰাক্তন ভেৰমাখট জেনাৰেলসকলে অপাৰেছন চিটাডেলৰ ব্যৰ্থতাৰ বাবে সাধাৰণতে হিটলাৰৰ ওপৰত দোষাৰোপ কৰে। যদিও ফেডাৰেল জাৰ্মান প্ৰজাতন্ত্ৰৰ কিছু অপেক্ষাকৃত তৰুণ' সামৰিক বুৰঞ্জীবিদে—তাৰ ভিতৰত আছে হানছ এডলফ জেকবছেন আৰু হেলমুট হাইবাৰ - চতুৰ অভ্ৰান্ত জেনাৰেলসকলে আৰু নিৰ্বোধ আৰু সঙ্কীৰ্ণমনা ফুয়েৰাৰে বিজন সিদ্ধান্ত গ্ৰহণৰ সময়ত তেওঁলোকৰ চুপাৰিছ অগ্ৰাহ্য কৰিছিল—এই কাহিনীৰ সমালোচনা কৰিছে, তথাপি ১৯৪৩ চনৰ সমূহ বিপৰ্যয়ৰ বাবে যে দায়ী আছিল হিটলাৰ—এই বক্তব্য এতিয়াও প্ৰচলিত আছে। ক্লিঙ্কে তেওঁৰ কিতাপত লিখিছে যে আৰ্মি আৰু আৰ্মি গ্ৰুপবোৰৰ চোৰাংচোৱা সংস্থাবিলাকে আৰু স্থলবাহিনীৰ জেনাৰেল ষ্টাফৰ ইষ্টাৰ্ণ ডিভিশ্যনে স্থিৰ মস্তিষ্কেৰে আৰু সঠিকভাবে পৰিস্থিতিৰ আৰু শত্ৰুৰ উদ্দেশ্য বুজি পাইছিল আৰু সিদ্ধান্ত গ্ৰহণৰ সময়ত হিটলাৰেহে তেওঁলোকৰ মূল্যায়নক হিচাপৰ ভিতৰত ধৰিবলৈ মান্তি হোৱা নাছিল।

আন এগৰাকী বুৰঞ্জীবিদ কাৰ্ল হেৰমানে এই বুলি দাবী কৰে যে জনবল আৰু বৈষয়িক সম্পদত ছোভিয়েত প্ৰাধান্যক জাৰ্মান কমাণ্ডাৰ দক্ষতা আৰু নাৎছী সৈন্যহঁতৰ "উন্নত" সমৰ দক্ষতাৰে চম্ভালিব পৰা হলহেঁতেন যদি হিটলাৰৰ হস্তক্ষেপ নঘটিলহেঁতেন। টিপেলকিৰছ[১], মানষ্টাইন আৰু অন্যান্য লেখকসকলৰ কিতাপত হিটলাৰৰ 'অনমনীয়তা" আৰু 'আঁকোৰগোজা মনোভাব'' সম্বন্ধে বক্তব্য বাৰেপতি দেখা যায়।

দৰাচলতে জেনাৰেল ষ্টাফৰ জেনাৰেলসকলে আৰু সশস্ত্ৰ বাহিনীৰ, আৰ্মি গ্ৰুপৰ, আৰ্মিৰ আৰু অন্যান্য গঠনৰ কমাণ্ডাৰসকলে হিটলাৰক পূৰ্ণ সমৰ্থন কৰিছিল। অপাৰেছন চিটাডেলৰ পৰিকল্পনাৰ ৰচয়িতা কৰ্ণেল জেনাৰেল ৎছাইৎছলাৰৰ বাহিৰে আন কোনো নহয়। মানষ্টাইনে

---

১ কুৰ্ত টিপেলকিৰছ, গেচিছটে ডেছ ৎছোয়াইতেন ভেল্টক্ৰিগেছ, বন, ১৯৬৫, পৃঃ ৩০৫।

"এটা ড্র জাপি দিবৰ"[১] বাবে ছোভিয়েত সেনাবাহিনীৰ বিৰুদ্ধে ৰণাংগনৰ সোঁপৰুত যুঁজৰ বাবে নিজৰ পৰিকল্পনা পেছ কৰিছিল। হিটলাৰে তেওঁৰ পৰিকল্পনা নাকচ কৰিলত মানষ্টাইন ৎছাইৎছালৰ পৰিকল্পনা, যি ফুয়েৰাৰ দ্বাৰা অনুমোদিত হৈছিল. তাৰ সৰাতোকৈ সক্রিয় প্রচাৰক আৰু প্রবক্তাসকলৰ এজন হৈ পৰিল। মানষ্টাইনৰ স্মৃতিচাৰণাত তেওঁ হিটলাৰক জগৰীয়া কৰিছে প্রতি-আক্রমণ বন্ধ কৰি দি ভুল কৰাৰ জগৰত, কাৰণ চিচিলিত ইঙ্গ-মাৰ্কিন সৈন্যই অৱতৰণ কৰিলত তেওঁ ভয় খাইছিল ( আকৌ চিচিলিক কুৰ্ষ্কত পৰাজয়ৰ প্রধান কাৰণ হিচাপে দেখুৱা হল )। তেওঁ দাবী কৰে যে আমি গ্রুপ ছাউথ জয় অৰ্জন কৰাৰ অৱস্থাত আছিল—মডেলৰ আর্মিৰ গতিৰুদ্ধ হোৱা সত্ত্বেও।

হাইনৎছ গুদেৰিয়ানকো মাজে সময়ে হিটলাৰৰ সিদ্ধান্তৰ বিৰোধী বুলি বৰ্ণনা কৰা হয়। তেওঁ যে অপাৰেছন চিটাডেলৰ বিৰুদ্ধে আছিল তাক গুদেৰিয়ানে তেওঁ লিগা "মেমিনিছেন্স অব্ এ ছ'লজাৰ" কিতাপত নিজেই ঘোষণা কৰিছে।

এই কথা বিশ্বাসযোগ্য হলহেঁতেন যদি ১৯৪৩ চনৰ ফেব্রুৱাৰীৰ শেষত মনোবলহীন জাৰ্মান অস্ত্রসজ্জিত বাহিনীৰ সেনাপতিৰ পদত ব্রত এই একে গুদেৰিয়ানে যদি কুৰ্স্কৰ বিৰুদ্ধে আক্রমণাত্মক অভিযানৰ বাবে পেনৎছাৰ ক'ৰ আৰু ডিভিশনবোৰ একগোট কৰাৰ বাবে ইমান উৎসাহৰে উঠি পৰি নালাগিলেহেঁতেন। ফুয়েৰাৰে মুঠতে যি কৰিবলগীয়া হৈছিল সি হৈছে তেওঁক মাতি পঠিওৱা আৰু গুদেৰিয়ান ততালিকে সকলো অভিযোগ পাহৰি গল, পেনৎছাৰ সৈন্যইভৰ ইন্সপেক্টৰ-জেনাৰেল হবলৈ সম্মত হল আৰু পুতৌ-লগাকৈ ঘোষণা কৰিলে, "মই দেশৰ আৰু বাহিনীৰ প্রয়োজনত হিটলাৰৰ প্রস্তাৱ গ্রহণ কৰিবলৈ মান্তি হৈছিলো।" আৰু এই কথা কবই লাগিব যে অপাৰেছন চিটাডেলৰ প্রস্তুতিত তেওঁ বহুত

১ ই. মানষ্টাইন, ফেৰলোৰনেজিগে, পৃঃ ৪৭৬।

ক্ৰিয়াকিৰি কৰি পেলাইছিল যদিও কুৰ্ক্‌ত যুঁজিবৰ বাবে পেনৎজাৰ আৰু মটৰবাহিত ফৌজক পুনৰ্গঠনৰ আৰু শক্তিশালী কৰাৰ আৰু সংৰক্ষিত শক্তি গঢ়ি তোলাৰ সম্পৰ্কত তেওঁ আগবঢ়োৱা চুপাৰিছ পূৰণ হোৱা নাছিল। আৰু তাৰ কাৰণ জাৰ্মান জেনাৰেল সকলৰ শিথিলতা সিমান হয় বিমান ছোভিয়েত সেনাবাহিনীৰ প্ৰবল যুঁজ যি নাৎছী কমাণ্ডাৰৰ আপাতদৃষ্টিত সুচিন্তিত পৰিকল্পনাবোৰ ব্যৰ্থ কৰি দিছিল।

ৰাজনৈতিক আৰু সামৰিক সিদ্ধান্তবোৰৰ বাবে হিটলাৰ ব্যক্তিগত ভাবে দায়ী আছিল এই তত্ত্ব কেডাবেল জাৰ্মান প্ৰজাতন্ত্ৰৰ কিছু কিছু মহলৰ দ্বাৰা ভাবি-চিন্তি উদ্ভাৱন কৰা হৈছিল যাৰ উদ্দেশ্য আছিল জাৰ্মান একচেটিয়াসকলক আৰু বিশ্বস্তভাবে সৈতে তেওঁলোকৰ সেৱা কৰা ভেৰমাখট জেনাৰেলসকলক নাৎছী শাসনে মানৱতাৰ বিৰুদ্ধে কৰা অপৰাধৰ কলঙ্কৰ পৰা ৰেহাই দিয়া। সশস্ত্ৰ ফৌজৰ ৰণনৈতিক নিয়ন্ত্ৰণৰ প্ৰশ্নাৱলী সংক্ৰান্ত সিদ্ধান্ত হিটলাৰে অকলশৰীয়াকৈ লৈছিল। ৰণনৈতিক পৰিকল্পনা আৰু মতাদৰ্শগত ব্যৱস্থা গ্ৰহণত দখলীকৃত দেশবোৰত দখলকাৰী কৰ্তৃপক্ষই লোৱা ব্যৱস্থাৱলী ৰচনাত জেনাৰেল-সকলে অত্যন্ত সক্ৰিয় অংশ লৈছিল। নুৰেমবাৰ্গত নাৎছী অপৰাধীহঁতৰ বিচাৰৰ সময়ত এই কথা প্ৰত্যয়জনকভাৱে প্ৰমাণিত হৈছিল।

হালডেৰ, ব্ৰাওখিটছ, ব্লাছকোভিছে আৰু আন আন নাৎছী জেনাৰেলে শপত কাঢ়ি দিয়া বিবৃতি উদ্ধৃত কৰা ইণ্টাৰনেছনেল মিলিটাৰি ট্ৰাইবুনেলৰ দলিলত পোৱা যায়ঃ "সামৰিক পৰিকল্পনাৰ দৃষ্টিভঙ্গীৰ পৰা হালদাৰে আমাক কৈছে যে ও. কে. ডব্লিউ.[১]ৰ সবাতোকৈ গুৰুত্বপূৰ্ণ অংশ হৈছে আৰ্মড ফৰ্চেছ অপাৰেছন ষ্টাফ, জড্‌ল্ আৰু ভাৰলিমণ্ট যথাক্ৰমে যাৰ মুখ্য আৰু উপমুখ্য আছিল। ফিল্ড কমাণ্ডাৰসকলেও পৰিকল্পনাত অংশগ্ৰহণ কৰিছিল। পোলেণ্ড

১ ও. কে. ডব্লিউ—বাৰ কমাণ্ডো ভেৰমাখটছ (সশস্ত্ৰ ফৌজৰ সৰ্বোচ্চ নেতৃত্ব।

আন আন দেশ আক্ৰমণৰ সামৰিক পৰিকল্পনা আৰ্মি গ্ৰুপৰ আৰু আৰ্মিৰ কমাণ্ডাৰ্চ-ইন-চীফসকলৰ ওচৰত আগতীয়াকৈ পেছ কৰা হৈছিল যাতে ও. কে. এইচ[1] তেওঁলোকৰ পৰামৰ্শৰ পৰা লাভৱান হয়। যুঁজৰ সময়ত ও. কে. এইচ আৰু আৰ্মি গ্ৰুপৰ আৰু আৰ্মিৰ কমাণ্ডাৰ-ইন-চীফ সকলৰ সৈতে হিটলাৰে নিজে বাৰেপতি পৰামৰ্শ কৰিছিল।'[2]

অপাৰেছন চিটাডেলৰ পৰিকল্পনা কৰিছিল হিটলাৰৰ লগত মিলি নাৎছী ষ্টাফৰ সদস্যসকলে। ছোভিয়েত বাহিনীক যিকোনো মূল্যত ধ্বংস কৰাৰ বলিয়া উদ্দেশ্য সাধনৰ বাবে নাৎছী জেনাৰেলসকলে তেওঁলোকৰ ফুয়েৰাৰৰ লগত একলগে মিলিত হৈ ৰণনৈতিক উদ্যোগ আয়ত্ত কৰাৰ পন্থাৰ অন্বেষণ কৰিছিল। তেওঁলোক একেলগে পৰাজিতও হৈছিল। ই মাথোন নাৎছী নেতৃত্বৰ কৰ্মনীতিৰ পতন নহয়, ই আছিল জাৰ্মান সামৰিক নেতাসকলৰ সামৰিক ৰণনৈতিক পৰিকল্পনাৰো পতন।

* * *

বুৰঞ্জীৰ বুৰ্জোৱা মিথ্যাচাৰীইঁতে মাথো যে এনে ধৰণৰ সুস্পষ্ট পদ্ধতিৰ গইনা লৈছিল তেনে নহয়। সিহঁতে অপেক্ষাকৃত কম দৃষ্টি-গোচৰ হয় এনে পদ্ধতিয়ো লৈছিল। কিন্তু নিয়মিতভাৱে প্ৰযুক্ত হোৱা এইবোৰে পাঠকসকলৰ মন বেয়া ধৰণে কলুষিত কৰে।

পশ্চিমৰ পৰা প্ৰকাশিত কুৰ্স্কৰ যুঁজৰ উল্লেখ থকা প্ৰবন্ধ আৰু কিতাপবোৰ এই অভিযোগেৰে আক্ষৰিক অৰ্থতে ভৰপূৰ হৈ আছে যে কুৰ্স্কত ছোভিয়েত আৰ্মিয়ে বোলে একমাত্ৰ বিপুল সংখ্যাগত প্ৰাধান্যৰ বাবেই জয় অৰ্জন কৰিছিল। সিহঁতে সততে "শত্ৰুৰ সুবিশাল সংখ্যাগত প্ৰাধান্য" সংক্ৰান্ত মানষ্টাইনৰ অভিযোগৰ আৰু

১ ও. কে. এইচ—বাৰ কমাণ্ডো হীৰেছ (স্থলবাহিনীৰ সৰ্বোচ্চ নেতৃত্ব।
২ ট্ৰায়াল অৱ দ্য মেজৰ ৱাৰ ক্ৰিমিনালছ বিফৰ দ্য ইণ্টাৰনেছনেল মিলিটাৰি ট্ৰাইবুনাল, নুৰেমবাৰ্গ, খণ্ড ২২, পৃঃ ২৭৪-৭৫।

আক্রমণকাৰী ছোভিয়েত ফৌজত আৰ্মি গ্ৰুপ ছাউথতকৈ এজনৰ ঠাইত সাতজন আছিল বোলা অভিযোগৰ পুনৰাবৃত্তি কৰে। মানষ্টাইনে লিখিছিল: "আমি এক প্ৰকৃত হাইড্ৰাৰ মুখামুখি হৈছিলোঁ। প্ৰতিটো মূৰ কাটি পেলালে দুটাকৈ মূৰ ওলায়।"[1]

ইয়াতো তত্বৰ বিকৃতি ঘটোৱা হয়। দক্ষিণ-পশ্চিম খণ্ডত ছোভিয়েত সেনাবাহিনীৰ লগত নাৎছী ফৌজৰ অনুপাত আছিল ২:৮ (২,৬৩৩,০০০ ছোভিয়েত সৈন্য আৰু ১,২৪০,০০০ জাৰ্মান সৈন্য)। প্ৰধান প্ৰয়াসৰ ক্ষেত্ৰবোৰত সৈন্যসকলৰ সুকৌশলী কেন্দ্ৰীভৱনৰ জৰিয়তে ছোভিয়েত আৰ্মিৰ বিপুল প্ৰাধান্য সৃষ্টি কৰা হৈছিল। কিন্তু ইয়াৰ বাবে কৃতিত্ব প্ৰাপ্য প্ৰতিভাশালী ছোভিয়েত জেনাৰেলসকলৰ আৰু উন্নত মানৰ ছোভিয়েত সামৰিক তত্ব আৰু প্ৰয়োগৰ। সেই সম্পৰ্কত বুৰ্জোৱা সামৰিক বুৰঞ্জীবিদসকলে নিমাত থকাটোকে পচন্দ কৰে এই ভয়ত যে তেনেহলে ১৯৪৩ চনৰ অভিযানত নাৎছী যুদ্ধকলাৰ শ্ৰেষ্ঠত্ব সম্বন্ধে তেওঁলোকে কৰা দাবী তাছৰ ঘৰৰ দৰে ভাগি পৰিব। আৰু ছোভিয়েত সেনাবাহিনীয়ে ইমান সৈন্য আৰু অস্ত্ৰশস্ত্ৰ ক'ৰ পৰা পাইছিল সেই বিষয়তো মনে মনে থাকে।

কুৰ্স্কৰ যুঁজৰ তাৎপৰ্য্য হেয়কৈ দেখুৱাবৰ চেষ্টাৰে বুৰ্জোৱা বুৰঞ্জীবিদসকলে তলত দিয়া পদ্ধতিৰ গইনা লয়: তেওঁলোকে কেৱল জাৰ্মান আক্ৰমণাত্মক অভিযানৰ লগত সংশ্লিষ্ট তথ্যবোৰৰ কথা লিখে, আন আন ঘটনাৱলী এৰাই যায়. ছোভিয়েত প্ৰতিৰক্ষামূলক যুঁজবোৰ বিশ্লেষণ নকৰে আৰু আমাৰ পাঁচটা ৰণাঙ্গনত শক্তিশালী প্ৰতি-আক্ৰমণৰ কথা উল্লেখ নকৰে। এইবোৰ লেখাত এই ঐতিহাসিক যুঁজত বিজয়ী হোৱা সম্বন্ধে, তেওঁলোকৰ সামৰিক দক্ষতা, বীৰত্ব. সাহস আৰু দেশপ্ৰেম সম্বন্ধে এষাৰ কথাও নাই।

ক্লিঙ্ক ডাহমৃছ, হাইনৰিছি, হাউছক্ক আদি কৰি পশ্চিমীয়া

১ ই. মানষ্টাইন, ফেৰলৰনে জিনে, পৃঃ ৫০৯।

বুৰঞ্জীবিদসকলে ১৯৪৩ চনৰ গ্ৰীষ্মকালীন যুঁজৰ সমগ্ৰ সমাহাৰৰ পৰা কেৱল অপাৰেছন চিটাডেলক বেলেগকৈ দেখে, তাক ৫ জুলাইৰ পৰা ১৬ জুলাইৰ ভিতৰত, কোনোবাই আকৌ কেৱল ১৩ জুলাইত সীমাবদ্ধ ৰাখে। এওঁলোকে ইয়াৰ অগ্ৰগতিৰ বিশ্লেষণ কৰে আৰু তাক "থমাই দিয়াটো" লক্ষ্য কৰে, কিন্তু তাৰ পিচত ছোভিয়েত সেনাবাহিনী জয়যুক্ত হোৱা যুঁজবোৰ, যাৰ ফলত জাৰ্মান ৰণাঙ্গনৰ সোঁ পক্ষ বিচূৰ্ণ হৈছিল সেই ফালে দৃষ্টি নিদিয়ে। এইবোৰ ঘটনা সিহঁতৰ পক্ষে দ্বি-পক্ষীয় প্ৰক্ৰিয়া নহয়। ছোভিয়েত সেনাসকলৰ আঘাতৰ সমুখত নাৎছীহঁতৰ পিচ হোঁহকি যোৱাটোক প্ৰায়ে "পৰিকল্পিত প্ৰত্যাহাৰ" আখ্যা দিয়া হয়। আন ভাষাৰে কব লাগিলে তেওঁলোকে "সমুখ ৰণাঙ্গনৰ লাইন পোনোৱা"ৰ গোৱেবেলছৰ প্ৰচাৰটো ভাটৌ চৰাইৰ দৰে পুনৰাবৃত্তি কৰে।

"ঘটনাৱলীক বিচ্ছিন্ন কৰি দেখুৱাৰ" মিথ্যাচাৰীহঁতৰ পদ্ধতিয়ে কেতিয়াবা ৰূপ সলায়। সিহঁতে দুয়ো পক্ষৰ যুঁজবোৰৰ উত্থান আৰু পতন, সাফল্য আৰু ভ্ৰান্তি দুয়োৰে উল্লেখ কৰে। যুঁজৰ সামুহিক চিত্ৰ, তাৰ গতিশীলতা আৰু চূড়ান্ত ফলাফলটো বিশদ আলোচনাৰ দ্বাৰা পশ্চাদপটত নিক্ষেপ কৰা হয়। যুঁজখন কেনেকৈ শেষ হল, আনভাৱে নহল কিয় তাৰ কাৰণবোৰৰ পৰা পাঠকসকলৰ দৃষ্টি এনেকৈ আঁতৰাই লোৱা হয়।

ছোভিয়েত সেনাবাহিনীৰ বিজয় সম্বন্ধে আৰু তাৰ কাৰণ সম্বন্ধে যাতে যিমান কম উল্লেখ কৰা যায় সেই উদ্দেশ্যে অভিধাগত যাদুকৰবৃত্তিয়ো দেখা যায়। অনেক পশ্চিমীয়া বুৰঞ্জীবিদে নাৎছী আক্ৰমণাত্মক অভিযানৰ ব্যৰ্থতাক 'বিপৰ্য্যয়' বা 'বিহ্বলতা' বুলি আখ্যা দিয়ে। আৰু এটা জনপ্ৰিয় ভাষ্য আছে; সেয়া হৈছে অপাৰেছন চিটাডেল ব্যৰ্থ হৈছিল হিটলাৰৰ ভুলৰ গতিকে অথবা মাৰাত্মক সিদ্ধান্তৰ গতিকে, অথবা নাৎছী সামৰিক নেতাসকলৰ মাজত

বিৰোধৰ হেতুকে। এই আটাইবিলাক কৰা হয় যি মহান দেশপ্ৰেমিক যুদ্ধৰ আৰু সমগ্ৰ দ্বিতীয় বিশ্বযুদ্ধৰ দিক পৰিবৰ্তন সূচনা কৰিছিল ছোভিয়েত সেনাবাহিনীৰ সেই বিজয়ক হেয় প্ৰতিপন্ন কৰিবলৈ।

এইবোৰ মিথ্যাচাৰে বুৰ্জোৱা সামৰিক বুৰঞ্জীৰ সবলতা নহয়, দুৰ্বলতাৰে সাক্ষ্য দিয়ে আৰু তাৰ ইতিহাসেও একচেটিয়া পুঁজি আৰু সাম্ৰাজ্যবাদী প্ৰতিক্ৰিয়াৰ বশংবদতাৰে সাক্ষ্য দিয়ে। এইবোৰ ৰচনা দেখাত বিজ্ঞানসম্মত যেন লাগিলেও এইবোৰ স্পষ্টতঃই হৈছে ছোভিয়েতবিৰোধী আৰু কমিউনিষ্টবিৰোধী আৰু ইয়াৰ একমাত্ৰ উদ্দেশ্য হৈছে নাৎছী আগ্ৰাসনৰ বিৰুদ্ধে সংগ্ৰামত ছোভিয়েত জনগণৰ বীৰত্বক কলুষিত কৰা আৰু পাচত হেয় কৰা।

কিন্তু আমাৰ বিৰোধীসকলে বুৰঞ্জীক মিছা বুলি প্ৰতিপন্ন কৰিবলৈ যিমানেই চেষ্টা নকৰক লাগিলে, তেওঁলোক তেওঁলোকৰ প্ৰাথমিক লক্ষ্যত সফল নহ'ব। মস্কো আৰু ষ্টালিনগ্ৰাদৰ ছোভিয়েত সেনাবাহিনীৰ বিজয়ৰ দৰেই কুৰ্স্কৰ বিজয় সম্পৰ্কিত সত্য আৰু মিথ্যাৰ হিমবাহ চেৰাই পুঁজিতান্ত্ৰিক দেশবোৰৰ জনগণৰ ওচৰ পাবহি। ইয়াৰ বাবে মাৰ্ক্সবাদী লেনিনবাদী ইতিহাস ৰচনাৰ দৃষ্টিভঙ্গীৰ পৰা কুৰ্স্কৰ যুঁজ আৰু সাধাৰণভাৱে দ্বিতীয় বিশ্বযুদ্ধৰ বিশ্লেষণ কৰাৰ বাবে ভালেখিনি কাম কৰা ছোভিয়েত ইউনিয়নৰ আৰু আন আন সমাজতান্ত্ৰিক দেশৰ সামৰিক বুৰঞ্জীবিদসকলৰ কৃতিত্বও কম নহয়।

মহান দেশপ্ৰেমিক যুদ্ধৰ আৰু সাধাৰণভাৱে দ্বিতীয় বিশ্বযুদ্ধৰ প্ৰধান প্ৰধান যুঁজবোৰৰ এটা পূৰ্ণতৰ চিত্ৰ দাঙি ধৰাৰ বাবে, পৃথিৱীৰ প্ৰথম সমাজতান্ত্ৰিক দেশ, যিখন দেশে বিশ্বসাম্ৰাজ্যবাদৰ আঘাতকাৰী শক্তি নাৎছী জাৰ্মানীৰ বিৰুদ্ধে যুঁজত বিপ্লৱৰ সাফল্যসমূহক ঊৰ্দ্ধত দাঙি ধৰিছে, দেশ দেশখনৰ জনগণৰ ঐতিহাসিক কীৰ্তিৰ মহিমাময় চিত্ৰ দাঙি কৰাৰ বাবে ছোভিয়েত বুৰঞ্জীবিদসকলে এতিয়াও ভালেখিনি কৰিব লগীয়া আছে।



কৰ্ণেল
গ্ৰিগৰি কলতুনভ
এম এছ-চি ( বুৰঞ্জী )*

## কুৰ্স্কৰ যুঁজ সম্বন্ধে ছোভিয়েত সামৰিক আৰু ঐতিহাসিক সাহিত্য

কুৰ্স্কৰ যুঁজ দ্বিতীয় বিশ্বযুদ্ধৰ সবাতোকৈ ভাস্বৰ আৰু অবিস্মৰণীয় ঘটনাৱলীৰ ভিতৰত অন্যতম। এই যুঁজখনে তিনি দশকৰ অধিককাল ধৰি সামৰিক বিশেষজ্ঞ আৰু সাধাৰণ মানুহ উভয়ৰে দৃষ্টি আকৰ্ষণ কৰিছিল।

ছোভিয়েত বুৰঞ্জীবিদসকলে কুৰ্স্কৰ শিক্ষাপ্ৰদ অভিজ্ঞতাৰ সামান্যীকৰণৰ বাবে ভালেখিনি কাম কৰিছে। কুৰ্স্ক বালজৰ যুঁজ চলি থকা সময়ৰে পৰা যিসকলে ইয়াত ভাগ লৈছিল বা নিজ চকুৰে দেখিছিল এই বিষয়ে তেওঁলোকৰ লেখা প্ৰবন্ধ আৰু বিশেষ আলোচনা সাময়িক আলোচনাত ওলাবলৈ ধৰিছিল।[১]

* কৰ্ণেল কলতুনভ কুৰ্স্কৰ যুঁজত ব্ৰিয়ানস্ক ৰণাঙ্গনৰ ৩য় আৰ্মিৰ এটা চিগনেল বেটেলিয়নৰ কমাণ্ডাৰ আছিল। বৰ্তমান তেওঁ ছোভিয়েত ইউনিয়নৰ দেশৰক্ষা মন্ত্ৰকৰ ইনষ্টিটিউট অৱ মিলিটাৰি হিষ্ট্ৰিত এক অনুশীলন গোষ্ঠীৰ মুখ্য।

১ এম ৰাপিন, "জুলাই বেটল", প্ৰাভদা, ৩০ জুলাই, ১৯৪৩ ; পি. মালিনিন, "কেপচাৰ অৱ ব'লকভ", ক্ৰাচনায়া যভেজদা, জুলাই ২৩, ১৯৪৩ ; কে. ৰুকেভৎস্কি, "ফাইটিং জাৰ্মান টেংকচ ইন দ্য বেলগ'ৰ'দ ছেক্টৰ", ক্ৰাচনায়া যভেজদা, জুলাই ৭, ১৯৪৩ ; এ. কাৰ্পভ, "দ্য ফাইট ফৰ দ্য কুৰ্স্ক

১৯৪৩ চনত প্ৰকাশিত প্ৰৱন্ধাৱলীত লেখকসকলে বিশেষ বিশেষ সঙ্ঘৰ্ষৰ বৰ্ণনাৰ সন্দৰ্ভত মূলতঃ লিখিছিল, ছোভিয়েত সেনাবাহিনীয়ে অৰ্জন কৰা অভিজ্ঞতাৰ কিছু সামান্যীকৰণ কৰিছিল, কুৰ্স্ক'ৰ যুঁজৰ সামৰিক আৰু ৰাজনৈতিক তাৎপৰ্য্যৰ ব্যাখ্যা কৰিছিল আৰু ছোভিয়েত সৈন্যসকলৰ বীৰত্বৰ শলাগ লৈছিল।

১৯৪৩ চনত বলছেভিক আলোচনীয়ে এম. এ. তালেনস্কিৰ "দ্য অ'ৰেল অপাৰেছন" আৰু ১৯৪৪ চনত জাৰ্ণাল অৱ হিষ্ট্ৰিয়ে—আই. ভি. পাৰতৃকিনৰ "দ্য বেটল অব্ কুৰ্স্ক'" প্ৰকাশ কৰিছিল। এই দুটাই আছিল প্ৰথম প্ৰবন্ধ যত ঘটনাৱলীক সুবিন্যস্ত কৰাৰ, সিবোৰৰ মূল্যায়নৰ আৰু যুঁজ সংক্ৰান্ত আৰু ৰণনৈতিক সংক্ৰান্ত কিছু সিদ্ধান্তলৈ অহাৰ চেষ্টা কৰা হৈছিল।[2] এই প্ৰবন্ধবোৰত বিশ্লেষণ সংক্ষেপে কৰা হৈছিল, যুদ্ধকলাৰ কেতবোৰ দিশলৈ আলোচনা কৰা হৈছিল আৰু ছোভিয়েত সৈন্যবাহিনীৰ ব্যাপক গণবীৰত্বৰ চিত্ৰ দাঙি ধৰা হৈছিল।

যুদ্ধৰ বছৰবোৰত ১৯৪৪ চনত প্ৰকাশিত হোৱা "ইন দ্য বেট্‌ল ফৰ অ'ৰেল" শীৰ্ষক এখন চুটি যুটীয়া ৰচনাৰ কিতাপত বাদে কুৰ্স্ক'ৰ

---

ছেলিয়েণ্ট", ক্ৰাছনায়া ঝ্‌ভেঝ্‌দা, জুলাই ২৯, ১৯৫৩ ; বি. আপ্দ্ৰপথ, "দ্য ষ্ট্ৰাগল ফৰ দ্য অ'ৰেল ছেলিয়েণ্ট", ক্ৰাছনায়া ঝ্‌ভেঝ্‌দা, আগষ্ট ৬, ১৯৪৩ ; ভি. কজিৰেভ, "এলিমিনেছন অব্ দ্য জাৰ্মানছ' বেলগ'ৰ'দ-খাৰকভ ছেলিয়েণ্ট", ক্ৰাছনায়া ঝ্‌ভেঝ্‌দা, ২৪ আগষ্ট, ১৯৪৩ ; এন তালেনস্কি "দ্য অ'ৰেল অপাৰেছন, বলছেভিক, নং ১৭, ১৯৪৩ ; জি. মাঝিন, এ. কিছলিয়ভ, "দ্য এনিমিজ ব্ৰিজ-বিল্ডিং অপাৰেছনছ ইন্ দ্য বেলগ'ৰ'দ এৰিয়া", জাৰ্নাল অব মিলিটাৰি ইঞ্জিনিয়াৰিং, নং ১১-১২, ১৯৪৩ ; এফ. আন্দ্ৰিয়েভ, "ফাইটিং এনিমি টেঙ্কছ ইন দ্য বেলগৰ'দ কুৰ্স্ক' ছেক্টৰ", জাৰ্নাল অব্ দ্য আৰ্মড ফ'ৰ্ছেছ, নং ৮-৯, ১৯৪৩ ; এ. ক্ৰাভচেংকো, "ফাইটাৰ ছাপৰ্ট ফৰ লেণ্ড ফ'ৰ্ছেছ", এয়াৰ ফ'ৰ্ছ হেৰাল্ড, নং ২৩-২৪, ১৯৪৩ ; ৰাই চালিক, "এয়াৰ একটিভিটি ইন দ্য বেলগ'ৰ'দ খাৰকভ অফেনছিভ অপাৰেছন", এয়াৰ ফ'ৰ্ছ হেৰাল্ড, নং ১৭-১৮, ১০৪৩।

২ এন তালেনস্কি, পূৰ্বোক্ত, আই. ভি. পাৰতৃকিন, "দ্য বেটল এট কুৰ্স্ক', জাৰ্নাল অব্ হিষ্ট্ৰি, নং ৭-৮, ১৯৪৪।

যুঁজ সংক্ৰান্ত আন কোনো কিতাপ প্ৰকাশ কৰা হোৱা নাই।[১] এই কিতাপখনতো মাথোন অ'ৰেলৰ যুঁজৰ বৰ্ণনা কৰা হৈছিল।

যুদ্ধৰ সময়ত প্ৰকাশিত কুৰ্স্কৰ যুঁজ সংক্ৰান্ত সকলো প্ৰবন্ধ আৰু বিস্তাৰিত নিবন্ধৰ বৈশিষ্ট্য আছিল এয়ে যে এই আটাইবোৰ কিতাপত এই যুঁজক নাৎছী আক্ৰমণকাৰীহঁতক সম্পূৰ্ণ বিপৰ্যস্ত কৰাৰ বাটত সবাতাকৈ গুৰুত্বপূৰ্ণ মাইলখুটাবোৰৰ অন্যতম হিচাপে অভিহিত কৰা হৈছিল। অৱশ্যে ঘটনাৱলী সাধাৰণভাৱেহে বৰ্ণনা কৰা হৈছিল। কাৰণ যুদ্ধকালীন পৰিস্থিতিত গোটবোৰৰ নাম উল্লেখ কৰা নগৈছিল, শক্তিসমূহৰ পাৰস্পৰিক সম্পৰ্ক সম্বন্ধে হিচাপ দিয়াটো সম্ভৱ নাছিল, ঠাইবোৰৰ নাম বাদ দিব লগা হৈছিল। যুঁজৰ নিৰ্দেশবোৰ কি আছিল তাকো প্ৰকাশ কৰা নহৈছিল। যুদ্ধকলা সংক্ৰান্ত প্ৰশ্নবোৰৰ প্ৰতি বিশেষ দৃষ্টি দিয়া নহৈছিল।

মহান দেশপ্ৰেমিক যুদ্ধৰ পিচত কুৰ্স্কৰ যুঁজ সম্পৰ্কে সাধাৰণভাৱে তাৰ কেতবোৰ বিশেষ দিশ সম্বন্ধে ৰচনাৱলী প্ৰকাশিত হৈছিল। যুঁজৰ পঞ্চম আৰু দশম বাৰ্ষিকী উপলক্ষ্যে কাকতে-পত্ৰে বহু প্ৰবন্ধ ওলাইছিল।[২]

---

১ ইন দ্য বেটল ফৰ অ'ৰেল, মস্কো ১৯৪৪।

২ ভি. ভ'ৰ'বিয়ভ, "দ্য বেটল অব্ কুৰ্স্ক", ক্ৰাছনায়া ৎভেৎদা, জুলাই ২৩, ১৯৫৮, এন ৎমিয়াতিন, দ্য বেটল এট কুৰ্স্ক', ডাৰবেটিভ ৰিপৰ্ট', মস্কো, ১৯৪৮ ; এন দেনিছভ, "এ গ্লৰিয়াছ পেজ ফ্ৰম দ্য বেটল এনেলছ অব্ দ্য ছোভিয়েত এয়াৰ ফ'ৰ্ছ", এয়াৰ ফ'ৰ্ছ হেৰাল্ড, নং ৭, ১৯৫৩ ; এ. ইয়েমেলিয়ানভ, "দ্য ছোভিয়েত আৰ্মিজ হিষ্টৰিক ভিক্টৰি, মিলিটাৰি হেৰাল্ড, নং ১১, ১৯৫৩ ; ভি. জুৎকভ, "দ্য বেটল অব কুৰ্স্ক' দ্য এজিটেটৰছ ন'ট বুক অব দ্য ইউ. এছ এছ আৰ ডিফেন্স মিনিষ্ট্ৰি, নং ২০, ১৯৫৩ ; এ. প্ৰছলিয়াকভ, "দ্য হিষ্টৰিক ভিক্টৰি এট কুৰ্স্ক", জাৰ্নাল অব্ মিলিটাৰি ইঞ্জিনিয়াৰিং, নং ৬, ১৯৫৩ ; ভি. ছেমিচেভ, "দ্য ছোভিয়েত আৰ্মিৰ গ্লৰিয়াছ ভিক্টৰি", ৰেড ষ্টাৰ, জুলাই ২৩, ১৯৫৩ ; পি. ছিদৰভ, "দ্য বেটল অব্ কুৰ্স্ক", মিলিটাৰী ছায়েন্স, নং ৭, ১৮১৩ ; বি. তেলপুখভস্কি, ' হিষ্টৰিক বেটল", প্ৰপাগাণ্ডিষ্ট এণ্ড এজিটেটৰ অব্ দ্য ইউ. এছ. এছ. আৰ ডিফেন্স মিনিষ্ট্ৰি, নং ১২, ১৯৫৩।

তদুপৰি, মহান দেশপ্ৰেমিক যুদ্ধৰ ইতিহাস সংক্ৰান্ত ৰচনাৱলীত এই যুঁজক যথেষ্ট ঠাই দিয়া হৈছিল।[১] এইবোৰ ৰচনাত কুৰ্স্কৰ যুঁজৰ বৰ্ণনা কৰিবলৈ গৈ আৰু উৎস— ভেতিয়ালৈকে অজ্ঞাত দলিলপত্ৰ আৰু সা-সমল—উদ্ধৃত কৰা হৈছিল।

সেই সময়ত প্ৰকাশিত হোৱা যাৱতীয় ৰচনাৰ ভিতৰত বিশেষ মনোযোগ দিবলগীয়া প্ৰবন্ধটো হৈছে "দ্য বেটল অব কুৰ্স্ক" শিতানত যুঁজসংক্ৰান্ত আৰু ৰণনীতি সংক্ৰান্ত এটা চুটি প্ৰবন্ধ; প্ৰবন্ধটো যুদ্ধৰ সময়ত জেনাৰেল ষ্টাফৰ মিলিটাৰি হিষ্ট্ৰি ডিপাৰ্টমেণ্টৰ এদল সামৰিক বুৰঞ্জীবিদে লিখিছিল।[২] এই প্ৰবন্ধত কুৰ্স্কৰ ক্ৰুছ অ'বেল আৰু খাৰ্কভত জুলাই আৰু আগষ্টৰ যুঁজবোৰৰ এটা বহুল বিৱৰণ দিয়া হৈছিল। কুৰ্স্কৰ যুঁজ দুটা পৰ্য্যায়ত বিভক্ত আছিল: কুৰ্স্কত আত্ম-ৰক্ষামূলক যুঁজ (৫—১২ জুলাই) আৰু আক্ৰমণাত্মক অভিযান (১২ জুলাই—২৩ আগষ্ট) যি শত্ৰুৰ অ'বেল-বেলগ'ৰ'দ গোষ্ঠীবোৰক সম্পূৰ্ণ পৰ্য্যুদস্ত কৰিছিল। এই প্ৰবন্ধৰ সামৰণিত এটা সাধাৰণ সিদ্ধান্তলৈ অহা হৈছিল। এই নিবন্ধটোৱে কুৰ্স্কৰ যুঁজৰ বুৰঞ্জী সংক্ৰান্ত লেখকসকলক বহুত দিন ধৰি প্ৰভাৱিত কৰিছিল। বহুত লিখকে এইভাৱেই এই যুঁজৰ পৰ্য্যায় ভাগ কৰিছিল আৰু ইয়াত যেনেকৈ জেনাৰেল হেড কোৱাৰ্টাছৰ পৰিকল্পনাবোৰ উপস্থাপিত হৈছে, নাৎছী ফৌজৰ শক্তি আৰু ক্ষয়ক্ষতি, আদি সম্পৰ্কে ইয়াত দিবোৰ পৰিসংখ্যান দিয়া হৈছে বহুত লেখকে এইবোৰ সুত্ৰকে ব্যৱহাৰ কৰিছে। বুৰঞ্জীবিদসকলৰ এই গোষ্ঠীটোৱেই "বেটল অব্ কুৰ্স্ক"

---

১ এছ গলিকভ, দ্য আউটষ্টেণ্ডিং ভিক্টৰিজ অব্ দ্য ছোভিয়েত আৰ্মি ইন দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ, মস্কো ১৯৫২; এছেজ ফ্ৰম দ্য হিষ্ট্ৰি অব্ দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ, ১৯৪১-৪৫, মস্কো, ১৯৫৫; টক্ দ্য ইয়ংগৰ জেনাৰেছন এবাউট দ্য ছোভিয়েত আৰ্মি, মস্কো, ১৯৫৫।

২ এন. এম. ক্ৰামিয়াভিন, পি. এছ. ব'লদিৰেভ, এফ. ভি. ড'ৰ'ফিয়েভ, এন. এফ আৰ্তিমিয়েভ, আই. ভি. পাৰফিলভ, দ্য বেটল অব কুৰ্স্ক, মস্কো, ১৯৪৫।

নামৰ ছুখণ্ডীয়া আৰু এখন কিতাপ লিখিছিল।"[১] তেওঁলোকে এই যুঁজৰ অন্ত পৰাৰ ঠিক পিচতেই কিতাপখন লিখিবলৈ আৰম্ভ কৰিছিল। প্ৰথম খণ্ডটো ১৯৪৬ চনত প্ৰকাশিত হৈছিল আৰু দ্বিতীয় খণ্ডটো পাচৰ বছৰত প্ৰকাশিত হৈছিল। প্ৰতিটো খণ্ডৰ লগত মানচিত্ৰ সম্বলিত এটাকৈ সংযোজনী আছিল।

প্ৰথম খণ্ডটোত কুৰ্স্ক অভিক্ষেপত কেন্দ্ৰীয় আৰু ভ'ৰ'নেৰ ৰণাঙ্গনৰ সৈন্যসকলে যি আত্মৰক্ষামূলক যুঁজ কৰিছিল তাৰ বৰ্ণনা আছে। ইয়াত ছোভিয়েত আৰু জাৰ্মান পৰিকল্পনাবোৰৰ, সৈন্যবিন্যাসৰ, আত্মৰক্ষামূলক যুঁজৰ প্ৰস্তুতিৰ আৰু তাৰ অগ্ৰগতিৰ বহল বিৱৰণ আছে। মূল সিদ্ধান্তবোৰ কিতাপখনৰ শেষত সন্নিবিষ্ট কৰা হৈছে। দ্বিতীয় খণ্ডত অ'ৰেল আৰু খাৰকভ বেলগ'ৰদ খণ্ডবোৰত ছোভিয়েত প্ৰতি-আক্ৰমণৰ বৰ্ণনা আছে আৰু সিদ্ধান্তবোৰ বিস্তৃতভাৱে দিয়া হৈছে। লেখকে ৰণথলীত সেই অৱস্থাতে কিতাপখন লিখিছিল, আৰু তাৰ ফলত মৌলিক দলিলাদিৰ ভেটিত আৰু অংশগ্ৰহণকাৰীসকলৰ সৈতে হোৱা আলোচনাৰ ভেটিত লিখিছিল। পৰৱৰ্তীকালত কিতাপখন প্ৰবন্ধ আৰু পুস্তিকা ৰচনাৰ বাবে আৰু সামৰিক একাদেমি-বোৰত এই বিষয় সংক্ৰান্ত পাঠ্যপুথি ৰচনাৰ বাবে উৎস হিচাপে ব্যৱহৃত হৈছিল।

১৯৪৭ চনৰ পৰা ১৯৫৩ চনৰ ভিতৰত কুৰ্স্কৰ যুঁজৰ প্ৰতি যথাযথ মনোযোগ দিয়া হোৱা নাছিল। এই সম্বন্ধে বাৰ্ষিকী উদযাপনকালত প্ৰবন্ধবোৰ প্ৰকাশ কৰাৰ বাহিৰে আন একো কৰা নহৈছিল। তাৰ পিচত ১৯৫৩ চনত আই. মাৰকিনে লিখা এখন কিতাপ ওলাইছিল, তাত তথ্য সমন্বিত সা-সমল আৰু মহাফেজখানাত থকা দলিলাদিৰ পৰা উদ্ধৃতি দিয়া হৈছিল।[২]

---

১ দ্য বেটল অব কুৰ্স্ক', খণ্ড ১, মস্কো, ১৯৪৬, খণ্ড ২, মস্কো, ১৯৪৭।

২ আই, মাৰকিন, দ্য বেটল অব্ কুৰ্স্ক', মস্কো।

১৯৫৬ চনৰ আগতে কুর্স্ক যুঁজৰ প্ৰতি বিশেষভাৱে উৎসৰ্গীকৃত যুদ্ধোত্তৰ সমস্ত ৰচনাত আৰু নিৰ্দিষ্ট এটা বিষয়ে লিখা নিৱন্ধ আৰু প্ৰবন্ধবোৰত আৰু বিভিন্ন সংকলনৰ অন্তৰ্ভুক্ত প্ৰৱন্ধবোৰত এই যুঁজৰ প্ৰস্তুতিৰ প্ৰকৃত সৃজনশীল প্ৰক্ৰিয়াৰ, ৰণাঙ্গন আৰু আৰ্মিৰ মিলিটাৰি পৰিষদসমূহৰ ভূমিকাৰ্ আৰু কমাণ্ডাৰ আৰু সৈন্যসকলৰ ক্ৰিয়াকলাপৰ ক্ৰুটি সম্বন্ধে যথাৰ্থ চিত্ৰ দাঙি ধৰা হোৱা নাছিল।

পৰৱৰ্তী কালত সামৰিক বুৰঞ্জীবিদসকলে কুর্স্কৰ যুঁজক অধিকতৰ গভীৰতা আৰু পুঙ্খানুপুঙ্খভাৱে বিশ্লেষণ কৰিবলৈ ধৰিলে, যদিও বেছিভাগ ৰচনাতে তেতিয়াও বহুত প্ৰশ্নৰ ভ্ৰান্ত ব্যাখ্যা দেখা গৈছিল। বিশেষ ৰচনাসমূহৰ ভিতৰত তলত দিয়াবোৰ সুকীয়াকৈ উল্লেখ কৰা যায়: এক. ছেলিভানভৰ "দ্য বেটল অব কুর্স্ক" (১৯৫৬), আই মাৰকিনৰ "দ্য বেটল অব কুর্স্ক" (দ্বিতীয় তাঙৰণ, ১৯৫৮), পি. এ. ৰতমিস্ত্ৰভৰ "দ্য টেঙ্ক এনকাউণ্টাৰ এট প্ৰখৰভকা" (১৯৬০), এন. আৰ. ছেমিন আৰু ভি. নাজাৰভৰ "ফৰ্টি-নাইন ডেজ ইন ক্ৰেমচ" আৰু "হিৰ'জ অব দ্য বেটল অব কুৰ্স্ক" (১৯৬১), দুবাৰ 'ছোভিয়েত ইউনিয়নৰ বীৰ' উপাধিৰে বিভূষিত এ. ভি. ভ'ৰঝেইখিনৰ "অ'ভাৰ দ্য কুৰ্স্ক বালজ (১৯৬২) আৰু ৱাই. এ. বেৰিকভ আৰু আই. এ. ছামচুকৰ "দ্য তোমাৰভকা পকেট (১৯৬৭)। সাধাৰণভাৱে মহান দেশপ্ৰেমিক যুদ্ধৰ বুৰঞ্জীৰ কিতাপবোৰত[1] আৰু সশস্ত্ৰ ফৌজৰ বিভিন্ন বাহিনীৰ আৰু পৰিসেৱা ব্যৱস্থাৰ ক্ৰিয়াকলাপৰ বৰ্ণনা সম্বলিত কিতাপবোৰতো সুকীয়া অধ্যায়ত কুর্স্কৰ যুঁজ সম্পৰ্কে আলোচনা কৰা হৈছে।

১ দ্য ম'ৰট হ'মাৰটেণ্ড অপাৰেছনছ অব দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ, ১৯৪১-৪৫, কলেকছনছ অব আৰ্টিকেলছ, মস্কো, ১৯৫৬; হিষ্ট্ৰী অব দ্য ইউ. এছ. এছ. আৰ দ্য এপিক অব্ ছাৰিয়েলিজম, মস্কো, ১৯৫৭, জি. জেৰ্বাৰ্ভল দ্য চেকেণ্ড ৱাৰ্ল্ড ৱাৰ, মস্কো. ১৯৫৮; দ্য ৰ'ড অব ষ্ট্ৰাগল এণ্ড গ্লৰি, মস্কো, ১৯৬১; এন. আই. হ্ৰুপ্ৰ্নেংকো, দ্য ম্ক্ৰাইন ইন দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ অব দ্য ছোভিয়েত ইউনিয়ন (১৯৪১-৪৫), কিয়েভ, ১৯৫৬; এন. আই. ছাভাগিন,

"হিষ্ট্ৰি অব দ্য পেট্ৰিয়টিক ৱাৰ অব দ্য ছোভিয়েত ইউনিয়ন, (১৯৪১-৪৫)" কিতাপখনৰ তৃতীয় খণ্ডত কুস্ক'ৰ যুঁজ সম্বন্ধে এটি অধ্যায় আছে। ছোভিয়েত ইউনিয়নত আৰু বিদেশত ইতিমধ্যে প্ৰকাশিত হোৱা ৰচনাৱলীৰ উপৰিও লেখকসকলে দেশৰক্ষা মন্ত্ৰকৰ মহাফেজখানাত ৰক্ষিত দলিলাদিৰ, কুস্ক'ৰ যুঁজত অংশগ্ৰহণকাৰীসকলৰ স্মৃতিকথা আৰু চিঠিপত্ৰৰ আৰু নাৎছী কৌগৰ দলিলপত্ৰৰ ব্যাপক ব্যৱহাৰ কৰিছিল। নতুন সা-সমলে আত্মৰক্ষামূলক যুঁজ আৰু প্ৰতি-আক্ৰমণৰ অভিযান সম্পৰ্কে বেছিকৈ সামূহিকভাৱে বৰ্ণনা কৰা আৰু চিত্তাকৰ্ষক সামান্যীকৰণ কৰা আৰু আগ্ৰহসঞ্চাৰকাৰী সিদ্ধান্তলৈ অহাটো সম্ভৱপৰ কৰিছিল। লেখকসকলে দেখুৱাইছিল যে ছোভিয়েত পৰিকল্পনা আছিল সক্ৰিয়তাৰ ফল—আৰ্মি আৰু ৰণাঙ্গনৰ পৰা জেনাৰেল হেড কোৱাৰ্টাৰ্ছলৈকে—জেনাৰেল আৰু অফিচাৰসকলৰ এটা বৃহৎ দলৰ প্ৰচেষ্টাৰ ফল। এই অধ্যায়ত আত্মৰক্ষামূলক যুঁজৰ হুকে ছোভিয়েত সেনাবাহিনীৰ প্ৰস্তুতিৰ প্ৰতি, যুঁজৰ প্ৰতি, আৰু প্ৰতি-আক্ৰমণাত্মক অভিযানৰ অগ্ৰগতিৰ প্ৰতি বিশেষভাৱে মনোযোগ নিবদ্ধ কৰা হৈছে। উপসংহাৰত লেখকসকলে কেৱল মহান দেশপ্ৰেমিক যুদ্ধৰে নহয়, সমগ্ৰ দ্বিতীয় বিশ্বযুদ্ধৰ গতিপথ আৰু ফলাফলৰ পক্ষেও কুস্ক'ৰ যুঁজৰ সামৰিক আৰু ৰাজনৈতিক তাৎপৰ্য্যৰ কথাও কৈছে।

এই অধ্যায়ৰ লেখকসকলে যুঁজৰ পৰিকল্পনাত ভ'ৰ'নেঝ ৰণাঙ্গনৰ সামৰিক পৰিষদৰ ক্ৰিয়াকলাপৰ ওপৰত বিশেষ জোৰ দিছে, ফলস্বৰূপে, জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ আৰু আন আন ৰণাঙ্গনৰ ভূমিকাক

---

আই. পি. প্ৰখোনভ, দ্য ছোভিয়েত আৰ্মি—এন আৰ্মি অব এ নিউ টাইপ, মস্কো, ১৯৫৭; বি এছ তেলপুখভস্কি, দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ অব দ্য ছোভিয়েত ইউনিয়ন, ১৯৪১-৪৫, মস্কো, ১৯৫৯; দ্য কমবাট ৰেকৰ্ড অব দ্য ছোভিয়েত আৰ্মড ফ'ৰ্ছ, মস্কো, ১৯৬০; এফ ডি ভ'ৰবিয়ভ, ভি. এম, ক্ৰভেদছভ, দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ অব দ্য ছোভিয়েত ইউনিয়ন, ১৯৪১-৪৫, মস্কো, ১৯৬১; দ্য চেকেণ্ড ৱাৰ্ল্ড ৱাৰ, ১৯৩৯-৪৫ মস্কো।

গৌণ কৰি পেলাইছে। এই ত্ৰুটি আৰু আন আন ভুল "গ্ৰেট পেট্ৰিয়টিক ৱাৰ অব দ্য ছোভিয়েত ইউনিয়ন, ১৯৪১-৪৫, ব্ৰিফ হিষ্ট্ৰি" আৰু মৌলিক ৰচনা "ফিফটি য়াৰ্ছ অব দ্য ছোভিয়েত আৰ্মড ফ'ৰ্ছেছ"[১] শীৰ্ষক এক খণ্ডবিশিষ্ট গ্ৰন্থত শুধৰোৱা হয়।

আঞ্চলিক প্ৰকাশনীবোৰৰ পৰা কুৰ্স্কৰ যুঁজ সম্বন্ধে ভালে কেইখন কিতাপ উলিওৱা হৈছে।[২] "দ্য বেটল অব কুৰ্স্ক" নামৰ কুৰ্স্কত প্ৰকাশিত কিছু স্মৃতিচাৰণৰ এটা সংকলন বিশেষ চিত্তাকৰ্ষক। ইয়াৰ লেখকসকলে কুৰ্স্ক বালজত ভাগ লৈছিল। তেওঁলোকে ছোভিয়েত সৈন্যসকলৰ অমৰ বীৰত্ব আৰু সমৰকুশলতাৰ কথা কৈছে। ভি. এম. প্ৰাত্তনিকভে (বুৰঞ্জীত এম. এছ চি) লিখা কিতাপখনত শত্ৰুৰ বিৰুদ্ধে জয় অৰ্জনত কুৰ্স্ক অঞ্চলৰ জনগণে লোৱা ভূমিকাৰ কথা কোৱা হৈছে।[৩] নাৎচী আক্ৰমণকাৰী দস্যুহঁতক বিপৰ্যস্ত কৰাত ছোভিয়েত সশস্ত্ৰ ফৌজক সৰ্বপ্ৰকাৰে সাহায্য কৰাৰ বাবে পাৰ্টিৰ আহ্বানলৈ সঁহাৰি দি তেওঁলোকে শক্তিশালী দেশপ্ৰেমিক আন্দোলন গঢ়ি তুলিছিল।

---

১ গ্ৰেট পেট্ৰিয়টিক ৱাৰ অব দ্য ছোভিয়েত ইউনিয়ন, ১৯৪১-৪৫। ব্ৰিফ-হিষ্ট্ৰি মস্কো, ১৯৬৫; ফিফটি য়াৰ্ছ অব্ দ্য ছোভিয়েত আৰ্মড ফ'ৰ্ছেছ, মস্কো, ১৯৬৮।

২ দ্য বেটল অব কুৰ্স্ক, বেমিনিছেন্স, কুৰ্স্ক, ১৯৫৯; দ্য বেটল অব কুৰ্স্ক, বেমিনি ছেনছ, ভ'ৰ'নেজ, ১৯৬৮; কুৰ্স্ক ৰিজিয়ন ইন দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ অব দ্য ছোভিয়েত ইউনিয়ন, ১৯৪১-৪৫, খণ্ড ১, কুৰ্স্ক, ১৯৬০; খণ্ড ২, ১৯৬২; ইন দ্য বেলগ'ৰ'দ ছেক'ৰ, ৰেমিনিছেন্সেছ, বেলগ'ৰ'দ ১৯৬৩; গ্ৰিবয়াছ টোৱেনটিবেথ এনিভাৰ্ছৰি, অ'ৰেল, ১৯৬৩; অ'ৰেল ৰিজিয়ন ইন দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ (১৯৪১-৪৫), ডকুমেণ্টছ এণ্ড মেটেৰিয়েলছ, অ'ৰেল, ১৯৬০; খাৰকভ ৰিজিয়ন ইন দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ, খাৰকভ, ১৯৬৫; ভ'ৰ'নেজ ৰিজিয়ন ইন দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ, ভ'ৰ'নেজ, ১৯৪৮; দ্য বেটল অব খাৰকভ ৰিজিয়ন; বেমিনিছেন্সছ; চেকেণ্ড ৰিভাইজড্ এডিছন, খাৰকভ ১৯৬৮; জি বৰ্দিন, ৰিট্ৰোছিং দ্য পাণ্ট, তুলা, ১৯৬৮।

৩ ভি এম প্ৰত্তনিকভ, দ্য ৰিয়াৰ্ছ ৰ'ল ইন দ্য কুৰ্স্ক বালজ, খাৰকভ, ১৯৬৯।

এই বিষয়ে কোনো সন্দেহ নাই যে কুৰ্স্কৰ যুঁজ সংক্ৰান্ত যুৱকীৰ ছাত্ৰ-ছাত্ৰীসকলে নিম্নোক্ত দলিলপত্ৰৰ আৰু সা-সমলবোৰত আগ্ৰহোদ্দীপক সমল পাব: "কুৰ্স্ক বিজিয়ন ইন দ্য পেট্ৰিয়টিক ৱাৰ (১৯৪১-৪৫)", "খাৰকফ বিজিয়ন ইন দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ", আৰু "ভ'ৰ'নেঝ বিজিয়ন ইন দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ"। আমাৰ দেশৰ কঠিন পৰীক্ষাৰ দিনবোৰত কুৰ্স্ক, অ'ৰেল, ভ'ৰ'নেঝ আৰু খাৰকভ অঞ্চলৰ জনগণৰ বীৰকীৰ্ত্তিবোৰৰ বৰ্ণনা দি দলিলপত্ৰ আৰু সমলবোৰ একত্ৰিত কৰাৰ এই প্ৰথম প্ৰয়াস বেছ সাফল্যমণ্ডিত হৈছে।

সশস্ত্ৰ ফৌজৰ আটাইবোৰ বাহিনী প্ৰতিৰক্ষা শক্তি আৰু বিমান বাহিনীয়ে কুৰ্স্কৰ ঐতিহাসিক যুঁজত ভাগ লৈছিল।

এই যুঁজত বিমান বাহিনীৰ ভূমিকা আই. ভি. তিমখভিচে লিখা এখন কিতাপত "দ্য ছোভিয়েত এয়াৰ ফ'ৰ্ছ ইন দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ, ১৯৪১-১৯৪৫" শীৰ্ষক এটা যুটীয়া ৰচনাত বিস্তৃতভাৱে বৰ্ণনা কৰা হৈছে।[১] লেখকসকলে ৰণাঙ্গনবোৰৰ এয়াৰ আৰ্মিবোৰৰ আৰু যিবোৰ গঠন লৈ সেইবোৰ গঢ়ি তোলা হৈছিল সেইবোৰৰ সংৰক্ষিত দলিলপত্ৰ ব্যৱহাৰ কৰিছে। পিচে এই কথা কবই লাগিব যে এই ৰচনাত শত্ৰুৰ সংৰক্ষিত শক্তিবিলাকৰ বিৰুদ্ধে, বিশেষকৈ যিবোৰক নাৎছী কমাণ্ডে ১৯৪৩ চনৰ আগষ্টত আমাৰ ফৌজৰ ওপৰত প্ৰতি-আক্ৰমণ কৰিবলৈ ব'গ'দুখভ আৰু আখতিৰকা এলাকালৈ আনিছিল, সেইবোৰৰ বিৰুদ্ধে বিমান বাহিনীয়ে কৰা সংগ্ৰামৰ চিত্ৰ ভালকৈ চিত্ৰিত হোৱা নাই।

ছোভিয়েত গোলন্দাজ বাহিনীয়ে কুৰ্স্কৰ যুঁজত গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। দুৰ্ভাগ্যক্ৰমে এই বিষয়ত সাহিত্যৰ কোনো বিশেষ প্ৰবন্ধ

---

১ আই ভি তিমখভিচ, দ্য ছোভিয়েত এয়াৰ ফ'ৰ্ছেছ ইন দ্য বেটল অৱ কুৰ্স্ক, মস্কো, ১৯৫৯; দ্য ছোভিয়েত এয়াৰ ফ'ৰ্ছ ইন দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ, ১৯৪১-৪৫, মস্কো, ১৯৬৮।

নাই। গোলন্দাজ নিয়োগ সম্বন্ধে কেৱল পৃথক পৃথক প্ৰবন্ধত[১] আৰু সাধাৰণভাৱে কুৰ্স্কৰ যুঁজ সংক্ৰান্ত ৰচনাত আলোচনা কৰা হৈছে। আই. এছ. প্ৰচকোৱে লিখা 'আৰ্টিলাৰি ইন দ্য বেটলছ ফৰ দ্য মাদাৰলেণ্ড' কিতাপত কুৰ্স্কৰ যুঁজত গোলন্দাজৰ ব্যৱহাৰ সম্বন্ধে এটা সৰু অংশত আলোচনা কৰা হৈছে, কিন্তু ইয়াত যিমান সমল আছে সি বিষয়টোৰ ব্যাখ্যা সম্বন্ধে নিশ্চিতভাৱে যথেষ্ট নহয়।[২]

এ. এ. ব্ৰখিনৰ "আৰ্টিলাৰি ইন দ্য ডিফেনছিভ বেটল এট কুৰ্স্ক" কিতাপখনিত কিছু পৰিমাণে বিস্তাৰিতভাৱে আলোচনা কৰা হৈছে, কিন্তু নামৰ পৰাই বুজা গৈছে এই কিতাপখন আত্মৰক্ষামূলক যুঁজত গোলন্দাজ নিয়োগ সংক্ৰান্ত। যুটীয়া ৰচনা "আৰ্টিলাৰি ইন দ্য ডিফেনছিভ অপাৰেছনছ অব দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ'—এই প্ৰশ্নটো এই একেই দিশৰ পৰা আলোচিত হৈছে।[৩]

ৱাই কে. কেকালোৱে লিখা "ছোভিয়েত এন্টি-এয়াৰক্ৰাফট গানাৰ্ছ" কিতাপখনৰ আৰু 'দ্য কাণ্ট্ৰিছ এয়াৰ ডিফেন্স ফ'ৰ্ছেছ' শীৰ্ষক যুটীয়া ৰচনাৰ কেইটামান অংশত বাদে কুৰ্স্কৰ যুঁজত বিমান প্ৰতিৰোধী গোলন্দাজ নিয়োগ সম্বন্ধে প্ৰায় একেবাৰে লিখা হোৱা নাই।[৪] কেৱল এটা নিৰঙ্কত দেশৰ বিমান প্ৰতিৰক্ষা কৌজৰ ক্ৰিয়া-কলাপ সম্বন্ধে বিস্তৃত বিৱৰণ দিয়া হৈছে।[৫]

---

১ "আৰ্টিলাৰিমেন ইন দ্য ফাইটিং এট কুৰ্স্ক" ; জাৰ্ণাল অব আৰ্টিলাৰি, নং ৬ ১৯৫৩ ; এ এ ব্ৰখিন, "ছোভিয়েত আৰ্টিলাৰিমেন ইন দ্য বেটল অব কুৰ্স্ক", পূৰ্বোক্ত।

২ আই এছ প্ৰচকো, "আৰ্টিলাৰি ইন দ্য বেটলছ ফৰ মাদাৰলেণ্ড, মস্কো, ১৯৫৭।

৩ এ এ ব্ৰখিন, আৰ্টিলাৰি ডিফেনছিভ অপাৰেছনছ অব দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ, খণ্ড ২, মস্কো, ১৯৬১

৪ ৱা কে কেকালো, ছোভিয়েত এণ্টি-এয়াৰক্ৰাফট গানাৰ্ছ, মস্কো; ১৯৫৯ ; দ্য কাণ্ট্ৰিছ এয়াৰ ডিফেন্‌ছ ফ'ৰ্ছেছ, মস্কো, ১৯৬৭

৫ বি ঝাবলক, "দ্য কাণ্ট্ৰিছ এয়াৰ ডিফেন্স ফ'ৰ্ছ' ইন দ্য বেটল অব্ কুৰ্স্ক", এয়াৰ ডিফেন্‌ছ্ হেৰাল্ড, নং ৪ ১৯৫৮।

কুস্ক'ৰ যুঁজত ইঞ্জিনিয়াৰসকলৰ সম্বন্ধে আৰু ছেপাৰ্ছসকলৰ বীৰত্ব সম্বন্ধে অনেক বেছিকৈ লিখা হৈছে[১]। কিন্তু এইখিনিত এই কথা অৱশ্যেই কোৱা প্ৰয়োজন যে ইঞ্জিনিয়াৰ সমৰ্থন সম্বন্ধে আটাইবোৰ প্ৰশ্ন সমূলি আলোচিত হোৱা নাই। ৰণাঙ্গনৰ আত্মৰক্ষা-মূলক এলেকা, ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা এলেকা, সেইবোৰৰ গভীৰতা আদি সম্বন্ধে বিৱৰণ দি এতিয়াও কোনো প্ৰবন্ধ লিখা হোৱা নাই। প্ৰকাশিত সমলবোৰ প্ৰধানতঃ চেণ্ট্ৰাল আৰু ভ'ৰ'নেৰ ৰণাঙ্গনৰ প্ৰতিৰক্ষাৰ লগত জড়িত।

কুস্ক'ৰ যুঁজত আত্মৰক্ষামূলক আৰু প্ৰতি আক্ৰমণাত্মক উভয় পৰ্য্যায়তে অস্ত্ৰসজ্জিত শক্তিক ব্যাপক ব্যৱহাৰ কৰা হৈছিল। ভালেকেইখন আলোচনীৰ প্ৰবন্ধত আৰু এই কিতাপৰ অধ্যায়ত এই বিষয়ে আলোচনা কৰা হৈছে[২]।

চীফ-মাৰ্শাল অব দ্য আৰ্মৰ্ড ফ'ৰ্ছেছ পি এ ৰতমিস্ত্ৰভে লিখা

---

১ ছোভিয়েত আৰ্মি' ইঞ্জিনিয়াৰ ষ্ট্ৰুপছ ইন দ্য ম'ষ্টক ইম্‌পৰটেণ্ট অপাৰেছনছ অব দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ। কলেকছনছ অব আৰ্টি'কেলছ, মস্কো, ১৯৫৮, এন লাপতিছকিন, "ছেপাছ' ইন দ্য বেটল ইন দ্য কুস্ক', বালজ", জাৰ্ণাল অব্‌ মিলিটাৰি ইঞ্জিনিয়াৰিং, নং ৬, ১৯৫৩; এন লাপৰিছ'কিন, "ছেপাছ" অব ৱান ইউনিট; জাৰ্ণাল অব্‌ মিলিটাৰি ইঞ্জিনিয়াৰিং নং ৩, ১৯৫৬।

২ আৰ্ম'ড এণ্ড মেকানাইজড ট্ৰুপছ অব দ্য ছোভিয়েত আৰ্মি', মস্কো, ১৯৫৮; এন ক্ৰাছি'ংস্কি, "টেংকছ ইন অপাৰেছনছ লিডিং টু ৰাউট অব জাৰ্মানছ ইন দ্য কুস্ক' বালজ; জাৰ্ণাল অব দ্য আৰ্মড এণ্ড মেকানাইজড ফ'ৰ্ছেছ, নং ৭, ১৯৪৫; আই ক্ৰিছনভ, "ছোভিয়েত আৰ্ম'ড এণ্ড মেকানাইজড ফ'ৰ্ছেছ ইন দ্য বেটল অব কুস্ক", ভানকিছং, নং ৭, ১৯৫৩; আই ক্ৰাছনভ, "টেংকছ এণ্ড মেকানাইজড ট্ৰুপছ ইন দ্য কাউণ্টাৰ অফেন্সিভ", ভানকিছং, নং ৬, ১৯৪৮, পি ৰ্যাইবালকো, "আৰ্মাৰ একছনছ ইন দ্য অ'ৰেল ছেলিয়েণ্ট", জাৰ্ণাল অব দ্য আৰ্মাড' ফ'ৰ্ছেছ, নং ১০, ১৯৪৩; এন ভি ছলোমাতিন, মেন ক্ৰাছনোগ্ৰাদ, মস্কো, ১৯৬৩; এফ ভজ্‌ৰুকানভ, "ভ'ৰ'নেৰ ফ্ৰণ্ট'ছ মেনুভাৰ উইথ মেনপাৱাৰ এণ্ড মেটেৰিয়েলছ ইন দ্য ডিফেন্সিভ অপাৰেছন এট কুস্ক", জাৰ্ণাল অব মিলিটাৰি হিষ্টৰি, নং ৭, ১৯৬৩।

'দ্য টেঙ্ক এনকাউণ্টাৰ এট প্ৰখৰভকা'' কিতাপখন বিশেষভাবে উল্লেখযোগ্য। ইয়াত মাথো টেঙ্ক আৰু বৰ্মসজ্জিত ক'ৰ লৈ গঠিত নতুন ধৰণৰ প্ৰথম ছোভিয়েত টেঙ্ক আৰ্মি গঢ়ি তোলাৰ কথা আৰু তেওঁ যি ৫ম গাৰ্ডছ টেঙ্ক আৰ্মিৰ কমাণ্ডাৰ আছিল তাৰ প্ৰতিষ্ঠাৰ কথা আৰু প্ৰখৰভকাৰ অতুলনীয় সজ্ঞৰ্ষৰ কথা কোৱা হৈছে।

কুৰ্স্কৰ যুঁজ সম্বন্ধে ৰচনাবোৰৰ মাজত এই যুঁজত অংশগ্ৰহণকাৰী সৈন্যসকলৰ প্ৰাইভেটৰ পৰা মাৰ্শ্বাললৈকে সৈন্যসকলৰ স্মৃতিচাৰণ-বোৰলৈ বিশেষ মনোযোগ আকৃষ্ট হয়। ইয়াত আমি কেৱল সেই সময়ছোৱাৰ প্ৰখ্যাত সামৰিক নেতাসকলৰ স্মৃতিকথা সম্পৰ্কে আলোচনা কৰিম[১]। যিসকলে কুৰ্স্কৰ যুঁজত ৰণাঙ্গনবোৰৰ মাজত সমন্বয় সাধন কৰিছিল সেই মাৰ্শ্বাল গিঅ'ৰ্গি ঝুকভ আৰু মাৰ্শ্বাল আলেকজেন্দাৰ ভাছিলেভস্কিৰ স্মৃতিচাৰণবোৰৰ অতিশয় আগ্ৰহোদ্দীপক। তেওঁলোকৰ স্মৃতিচাৰণাত তেওঁলোকে সাধাৰণভাৱে ১৯৪৩ চনৰ গ্ৰীষ্মকালীন আৰু হেমন্তকালীন অভিযানৰ পৰিকল্পনাৰ আৰু এই অভিযান প্ৰধান ঘটনা হৈ পৰা কুৰ্স্ক যুঁজৰ পৰিকল্পনাৰ উন্মেষ আৰু বিস্তাৰিত বিৱৰণ সম্বন্ধে স্বল্পজ্ঞাত বহু ঘটনাৰ উল্লেখ কৰিছে। ই এতিয়া নিশ্চিতভাবে প্ৰতিষ্ঠিত হৈছে যে কুৰ্স্কত ইচ্ছাকৃত আত্মৰক্ষালৈ যোৱাৰ প্ৰয়োজন

১ জি কে ঝুকভ, ''ইন দ্য কুৰ্স্ক বালজ'', জাৰ্ণাল অব মিলিটাৰি হিষ্ট্ৰি, নং ৮/৯, ১৯৬৭ ; জি কে ঝুকভ, ৰেমিনিছেনছ এণ্ড ৰিফ্লেকছনছ, মস্কো, ১৯৬৯ ; এ এম ভাছিলেভস্কি, ''হিষ্টৰিক বেটল'', প্ৰাভদা জুলাই ৪, ১৯৬৮ ; এম ভি ঝাখাৰভ, 'ছোভিয়েত আৰ্ট অব্ ৱাৰ ইন দ্য বেটল অব্ কুৰ্স্ক', জাৰ্ণাল অব মিলিটাৰি হিষ্ট্ৰি, নং ৬ আৰু ৭, ১৯৬৬ ; এম ভি ঝাখাৰভ, ''গ্লৰিয়াছ জুবিলি ; ক্ৰাছনায়া ঝ্ভেঝদা, আগষ্ট ৪, ১৯৬৮ ; এছ এম ষ্টেমেংকো, দ্য ছোভিয়েত জেনাৰেল ষ্টাফ এট ৱাৰ, মস্কো, ১৯৬৮ ; কে কে ৰকছভস্কি, ''এ ছলজাছ ডিউটি'', মস্কো, ১৯৬৮ ; আই এছ কোনেভ, ''ইন দ্য খাৰকভ ছেক্টৰ'', জাৰ্ণাল অব মিলিটাৰি হিষ্ট্ৰি ; নং ৮, ১৯৬৩ ; আই এছ কোনেভ, 'টাৰ্নিং পইণ্ট'', ইনভেষ্টিয়া, আগষ্ট ৩, ১৯৬৮ ; এম এম পপভ, ''দ্য বেটল অব্ কুৰ্স্ক'', অগোনিয়ক, নং ৩২, ১৯৬৮।

সম্বন্ধে হেড কোৱাৰ্টাৰ্চলৈ ৮ এপ্ৰিলৰ দিনা মাৰ্শ্বাল ঝুকভেই প্ৰথম ৰিপৰ্ট পঠিয়াইছিল। আগতে ধাৰণা কৰা মতে ভ'ৰ'নেঝ ৰণাঙ্গনৰ সামৰিক পৰিষদে ২১ এপ্ৰিলৰ দিনা প্ৰথম ৰিপৰ্ট পঠোৱাটো ঠিক নহয়। তেওঁৰ স্মৃতিচাৰণাত তেওঁ চেণ্ট্ৰাল ৰণাঙ্গনৰ চীফ অৱ ষ্টাফ আৰু ভ'ৰ'নেজ ৰণাঙ্গনৰ সামৰিক পৰিষদে পৰৱৰ্তীকালত জেনাৰেল হেড কোৱাৰ্টাৰ্চলৈ এই বিষয়ে যি বিবেচনা পঠাইছিল তাৰো উল্লেখ কৰিছে। শেষোক্তসকলৰ কুৰ্স্ক বালজত আক্ৰমণাত্মক অভিযানৰ বাবে সাজু থকা শত্ৰু শক্তিবোৰৰ বিৰুদ্ধে আক্ৰমণ কৰাৰ প্ৰতি বেছি প্ৰৱণতা আছিল।

মাৰ্শ্বাল ভাছিলিয়েভস্কিৰ স্মৃতিকথাত কুৰ্স্কৰ যুঁজৰ আগৰ বসন্তকালীন ঘটনাৱলী সম্পৰ্কে ১৯৪৩ চনৰ ১২ এপ্ৰিলৰ জেনাৰেল হেড কোৱাৰ্টাৰ্চৰ সভাত এই যুঁজৰ পৰিকল্পনা সম্বন্ধে চিত্তাকৰ্ষক সমল পোৱা যায়।

মাৰ্শ্বাল মাতভেই ঝাখৰভে তেওঁৰ স্মৃতিকথাত আত্মৰক্ষামূলক যুঁজত আৰু প্ৰতি-আক্ৰমণাত্মক অভিযানত স্তেপ ৰণাঙ্গনৰ ভূমিকা সম্বন্ধে কৈছে আৰু কুৰ্স্কৰ যুঁজত প্ৰদৰ্শিত যুদ্ধকলাৰ সৰ্বাত্মক বিশ্লেষণ কৰিছে।

জেনাৰেল অৱ দ্য আৰ্মি, তৎকালীন চীফ অৱ দ্য অপাৰেছন ডিপাৰ্টমেণ্ট অৱ দ্য জেনাৰেল ষ্টাফ স্তেমেঙ্কোৱে "দ্য ছোভিয়েত জেনাৰেল ষ্টাফ এট ৱাৰ" কিতাপত কুৰ্স্কৰ ৰণ-পৰিকল্পনাৰ চিত্তগ্ৰাহী বিৱৰণ দিছে। মাৰ্শ্বাল কনস্তানতিন ৰকছভস্কিয়ে লিখা স্মৃতিকথা নিসন্দেহে পাঠকসকলৰ পক্ষে চিত্তাকৰ্ষক। এই স্মৃতিকথাৰ পৰা পৰা উদ্ধৃতি প্ৰথম প্ৰকাশিত হৈছিল বাতৰিকাকত আৰু আলোচনী-সমূহত, পৰৱৰ্তীকালত 'এ ছলজাৰ্চ ডিউটি' নামেৰে এখন কিতাপৰ আকাৰত ওলাইছিল। ইয়াত আত্মৰক্ষামূলক অভিযানৰ পৰিকল্পনাৰ কথা, কুৰ্স্ক অভিক্ষেপৰ উত্তৰাংশত যুঁজৰ কথা আৰু ছোভিয়েত সৈনিকসকলৰ বীৰত্ব আৰু শৌৰ্য্যৰ কথা কোৱা হৈছে।

মাৰ্শ্বাল ইভান কোনেভে বহুতখিনি লিখিছে। স্তেপ ৰণাঙ্গন

গঠন আৰু তাৰ কৰ্মীবাহিনী সম্বন্ধে আৰু আত্মৰক্ষামূলক যুঁজত আৰু পিচত খাৰকভ অভিমুখে আক্ৰমণাত্মক অভিযানত তাৰ আৰ্মিবোৰৰ নিয়োগ সম্বন্ধে বিস্তাৰিত আলোচনা কৰিছে।

ব্ৰিয়ানস্ক ৰণাঙ্গনৰ প্ৰাক্তন কমাণ্ডাৰ আৰু জেনাবেল অব্ দ্য আৰ্মি এম এম পপভে কুৰ্স্কৰ যুঁজৰ ২৫তম বাৰ্ষিকী উপলক্ষ্যে এটা মনোগ্ৰাহী প্ৰবন্ধ লিখিছিল।

এন পি পুখভ, কে. এছ মস্কালেঙ্কো, পি. এ. ৰতমিস্ত্ৰভ, আই. এম বাগামিয়ান, পি. আই. বাতফ, এল. এম, ছান্দালভ, এছ. পি. ইভানভ, এন. কে. পপেল আৰু এ. ভি. গৰ্বাতভৰ স্মৃতিকথাত ইতিহাসৰ কিছু বহুমূলীয়া সমল আছে।[1]

কুৰ্স্কৰ যুঁজত ছোভিয়েত বিমানবাহিনীৰ ভূমিকাৰ বৰ্ণনা সম্বলিত স্মৃতিগ্ৰন্থসমূহৰ মাজত উল্লেখযোগ্য হৈছে এ ভি. ভ'ৰ'ঝাইকিন আৰু এছ এ ক্ৰাছভস্কিৰ স্মৃতিচাৰণা আৰু কুৰ্স্কত ১৬শ আৰ্মিৰ নিয়োগ সম্বন্ধে এই আৰ্মিৰ যথাক্ৰমে কমাণ্ডাৰ আৰু চীফ অব ষ্টাফ এছ. আই ৰুদেঙ্কো আৰু পি. আই ব্ৰাইকোৰ স্মৃতিচাৰণা।[2] এইবোৰে ছোভিয়েত বিমান সৈন্যসকলৰ সম্বন্ধে আৰু ২য় আৰু ১৬শ এয়াৰ আৰ্মিৰ কমাণ্ডাৰ আৰু চীফ অব ষ্টাফসকলৰ কামকাজ সম্বন্ধে জীৱন্ত ছবি

---

১ "আৰ্মি কমাণ্ডাছ' স্পিক", জাৰ্নাল অব মিলিটাৰি হিষ্ট্ৰি, নং ৭, ১৯৬৩; আই. কে. বাগ্ৰামিয়ান, "দ্য ইলেভেনথ গাৰ্ড'ছ আৰ্মি"জ ফ্লেংকিং এটাক", পূৰ্বোক্ত, পি. আই. বাতভ, কেম্পেনছ এণ্ড বেটেলছ, মস্কো, ১৯৬২; এল. এম. ছান্দালভ, "দ্য ব্ৰিয়ানস্ক ফ্ৰণ্ট ইন দ্য অ'ৰেল অপাৰেছনছ, জাৰ্নাল অব মিলিটাৰি হিষ্ট্ৰি, নং ৮, ১৯৬৩; এছ. পি. ইভানভ, "আউটষ্টেণ্ডিং ভিক্টৰি", ক্ৰাছনায়া ৰ্‌ভেৰ্দা, জুলাই ৫, ১৯৬৮। এন. কে. পপেল, "দ্য টেংকছ টাৰ্ণড বেষ্ট, মস্কো, ১৯৬০; এ ভি. গৰ্বাতভ, "য়াছ এণ্ড বাছ" মস্কো, ১৮৬৫।

২ এছ. এ. ক্ৰাছভস্কি, "লাইফ ইন দ্য এয়াৰ ফ'ৰ্ছ", মস্কো, ১৯৬০; এ. ভি. ভ'ৰ'ঝাইকিন, "অ'ভাৰ দ্য কুৰ্স্ক বালজ", মস্কো, ১৯৬২; এছ ৰুদেঙ্কো, পি. ব্ৰাইকো "দি ছিক্সটিনথ এয়াৰ আৰ্মি ইন দ্য বেটল অব কুৰ্স্ক", জাৰ্নাল অব মিলিটাৰি হিষ্ট্ৰি, নং ৭, ১৯৬৩।

লাভি ধৰিছে। এইবোৰ যুদ্ধকলা সংক্ৰান্ত প্ৰশ্নাৱলী সম্বন্ধে সিদ্ধান্তলৈ আহিছে আৰু হেড কোৱাৰ্টাৰ্ছবোৰৰ আৰু কমাণ্ডাৰসকলৰ কামকাজৰ ত্ৰুটিৰ বিশ্লেষণ এইবোৰত আছে। ছোভিয়েত আৰু জাৰ্মান বিমান বাহিনীৰ নিয়োগ সম্বন্ধে এইবোৰত বহু সংখ্যাতত্ত্বগত সমৃদ্ধ তথ্য আছে।

কুৰ্স্কৰ যুঁজত বিভিন্ন ৰণথলীত কমিউনিষ্ট পাৰ্টিৰ মতাদৰ্শগত আৰু ৰাজনৈতিক কামকাজৰ বিষয়ত মূলতঃ যৌথ ৰচনাসমূহত লিখা হৈছে। সবাতোকৈ পূৰ্ণাঙ্গ ৰচনা হৈছে "পাৰ্টি এণ্ড পলিটিকেল ৱাৰ্ক ইন দ্য ছোভিয়েত আৰ্মড ডিউৰিং দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ"।[১] ৮ম অধ্যায়ত আছে কুৰ্স্কৰ যুঁজত কমিউনিষ্ট পাৰ্টিৰ সাংগঠনিক কামকাজৰ সামৰিক দিক, সৈন্যসকলৰ মনোবল, সৈন্য আৰু অফিচাৰসকলৰ টিকি থকাৰ ক্ষমতাবৃদ্ধিত পাৰ্টি আৰু কমছমল সংগঠনসমূহৰ নিবীড় ক্ৰিয়াকলাপৰ বিৱৰণ। এই কিতাপত কমিউনিষ্ট আৰু কমছমল সদস্য সকলে কেনেকৈ নিজৰ বীৰত্ব, সাহস আৰু শৌৰ্য্যৰ দৃষ্টান্ত স্থাপন কৰি নেতৃত্বৰ ভুমিকা লৈছিল তাক বিবৃত হৈছে। পিচে এই কথা কবই লাগিব যে সামূহিকভাৱে চিত্তাকৰ্ষক এই কিতাপখনত কুৰ্স্কৰ যুঁজত পোনপটীয়াকৈ জড়িত আৰ্মিবোৰৰ সৈন্যসকলৰ মাজত পাৰ্টি আৰু কমছমলৰ প্ৰসাৰ সম্পৰ্কে বিশেষ কোৱা হোৱা নাই আৰু এই যুঁজত অংশগ্ৰহণকাৰী সৈন্যসকলৰ বীৰত্বৰ বাবে যিবোৰ বঁটা বা পদক দিয়া হৈছিল সেই সম্বন্ধে কোনো নিৰ্দিষ্ট তথ্যপাতি ইয়াত নাই।

কুৰ্স্কৰ যুঁজত ৰাজনৈতিক কামৰ বহল বিৱৰণ দিয়া আছে এম. ৰুদাকভ আৰু ভি. লুনিনৰ লিখা এটা প্ৰবন্ধত।[২] কিন্তু ইয়াত আত্মৰক্ষামূলক যুঁজৰ সময়ছোৱাৰ ৰাজনৈতিক কামৰ 'কথাই বেছিকৈ কোৱা হৈছে, প্ৰতি-আক্ৰমণাত্মক অভিযানৰ সময়ত ইয়াৰ ৰূপ আৰু

---

১ পাৰ্টি' এণ্ড পলিটিকেল ৱাৰ্ক'ছ ইন দ্য ছোভিয়েত আৰ্ম'ড ফ'ৰ্ছে'ছ ডিউৰিং দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ', মস্কো, ১৯৬৩, দ্বিতীয় তাঙৰণ, মস্কো, ১৯৬৮।

২ এম. ৰুদাকভ, ভি লুনিন 'পাৰ্টি' এণ্ড পলিটিকাল ৱাৰ্ক'ছ ইন দ্য বেটল অব্ কুৰ্স্ক'", জাৰ্নাল অব দ্য মিলিটাৰি হিষ্টি, নং ৭, ১৯৬৩।

পদ্ধতিৰ কথা কম কোৱা হৈছে। বিমানবাহিনীৰ ইউনিটবোৰত ৰাজনৈতিক কামৰ বিষয়ে আগ্ৰহোদ্দীপক সমল আছে এ. পি. মাৰেছিয়েভৰ এটা প্ৰবন্ধত।[১]

দেশপ্ৰেমিক যুঁদ্ধত ছোভিয়েত সেনাসকলৰ বীৰত্ব সম্বন্ধীয় প্ৰবন্ধ আৰু বিশেষ ৰচনাবোৰত কুৰ্স্কৰ যুঁজত ছোভিয়েত সৈন্যসকলৰ সাহস আৰু শৌৰ্য্য সম্বন্ধে বহুত কথা লিখা হৈছে।[২] এইবোৰত এনে বহু তথ্য আছে যিবোৰে ছোভিয়েত সৈন্যসকলৰ সমাজতান্ত্ৰিক দেশভূমিৰ প্ৰতি, জনগণ আৰু কমিউনিষ্ট পাৰ্টিৰ প্ৰতি অপৰিসীম ভাল পোৱা আৰু শপতৰ প্ৰতি তেওঁলোকৰ আনুগত্যৰ সাক্ষ্য বহন কৰে।

কুৰ্স্কত ছোভিয়েত সশস্ত্ৰ ফৌজৰ বিজয়লৈ গেৰিলাসকলে বিপুল অৱদান যোগাইছিল। তেওঁলোকৰ ক্ৰিয়াকলাপৰ বিষয়ে সাধাৰণভাৱে মহান দেশপ্ৰেমিক যুদ্ধৰ বুৰঞ্জী সংক্ৰান্ত ৰচনাৱলীত আৰু যুদ্ধৰ বছৰবোৰত গেৰিলা আন্দোলন সম্বন্ধে বিশেষভাৱে ৰচিত কিতাপ আৰু প্ৰবন্ধত লিখা হৈছে।[৩]

---

১ এ. পি. মাৰেছিয়েভ ইন দ্য কুৰ্স্ক বালজ "ন'টছ অন পলিটিকাল ৱাৰ্ক ইন এয়াৰ ফ'ৰ্ছেছ ইউনিটছ ডিউৰিং দ্য বেটল অব কুৰ্স্ক", মস্কো।

২ আই. পি. লাবুছকিন, "অভাৰ দ্য কুৰ্স্ক বালজ", দ্য ব'ড অব ষ্ট্ৰাগল এণ্ড ৱাৰ্ক, মস্কো, ১৯৬১ ; আই. আ. মাৰ্কিন, ছাইবেৰিয়ান হিৰোজ অব দ্য কুৰ্স্ক, নভো ছিবিৰস্ক, ১৯৫৭ ; আই. পি. ৰেৰমাখিন, "ছোভিয়েত ট্ৰুপছ ইমমৰ্টাল ফিট" জাৰ্নাল অব আৰ্টিলাৰি, নং ৪, ১৯৫৮ ; এছ. ৱাই. কুকুছকিন, "হেল্ফলেছ ফাইটি মেন", জাৰ্নাল অব দ্য আৰ্টিলাৰি, নং ২, ১৯৫৮ ; এ. লুকিয়ানভ, "মাই ফ্ৰেণ্ড, হিৰোইক এপিছডছ ইন দ্য বেটল অব কুৰ্স্ক, এ পাইলটছ ফিট", ছোভিয়েত পেট্ৰিয়ট, মে ৮, ১৯৬০ ; ৱাই. স্মাত্ৰিংস্ক, "ছোভিয়েত এয়াৰমেন ইন দ্য বেটল অব কুৰ্স্ক" ; এয়াৰ ফ'ৰ্ছ হেৰাল্ড নং ১, ১৯৫২ ; ইন দ্য বেলগ'ৰ'দ খাৰকভ ছেক্টৰ হিৰ'জ অব দ্য গাৰ্ডছ, য়েৰেভান, ১৯৬১ ; কুৰ্স্ক হিৰ'জ অব দ্য গ্ৰেট পেট্ৰিয়টিক ৱাৰ, কুৰ্স্ক, ১৯৪৬।

৩ ছোভিয়েত পাৰ্টিজানছ, মস্কো, ১৯৬১, দ্বিতীয় তাঙৰণ, মস্কো, ১৯৬৩ ; ভি. ৰু. দোবেঙ্কো, "ছোভিয়েত পাৰ্টিজানছ একটিভিটি ইন দ্য বেটল অব কুৰ্স্ক", জাৰ্নাল অব মিলিটাৰি হিষ্ট্ৰি, নং ৭, ১৯৬৬।

কুস্ক'ত নাৎছী ফৌজৰ বিপৰ্য্যয়ত ছোভিয়েত চলাচল আৰু সৰবৰাহ ব্যৱস্থাই এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল। তৎসত্ত্বেও, বিভিন্ন আলোচনীত প্ৰবন্ধ[1] (সিয়ো সংখ্যাত তাকৰ) আৰু হিষ্ট্ৰি অব দ্য ছোভিয়েত ইউনিয়নৰ তৃতীয় খণ্ডত কিছু উল্লেখৰ বাহিৰে ইয়াৰ কামকাজ সম্বন্ধে তেনেই কম লিখা হৈছে। সম্ভৱতে চেণ্ট্ৰাল ৰণাঙ্গনৰ চলাচল বিভাগৰ প্ৰধান জেনাৰেল এন. এ. আন্তিপেঙ্কোৰ স্মৃতিকথাত[2] বিস্তাৰিত বিৱৰণ দিয়া হৈছে আটাইতকৈ বেছি। সঁচা যে তেওঁ মাথোন এটা ৰণাঙ্গনৰ চলাচল আৰু সৰবৰাহ ব্যৱস্থাৰ কথা কৈছে, কিন্তু কুস্ক'ৰ যুঁজৰ প্ৰস্তুতিত চলাচল আৰু সৰবৰাহ সংক্ৰান্ত গোটবোৰৰ আগত যিবোৰ অসুবিধাই দেখা দিছিল সেইবোৰৰ বাহুল্য-বৰ্জিত চিত্ৰ তেওঁ দাঙি ধৰিছে। আন্তিপেঙ্কোৰ কিতাপত সৈন্যসকলৰ সৰবৰাহ আৰু চলাচল বিষয়ক সাহায্যৰ, কমাণ্ডাৰসকলৰ সৈতে স্থানীয় পাৰ্টিৰ, প্ৰশাসনৰ আৰু ৰাজহুৱা প্ৰতিষ্ঠানসমূহৰ মাজত থকা সম্পৰ্কৰ আৰু ছোভিয়েত সেনাবাহিনীৰ চলাচল আৰু সৰবৰাহৰ সৈতে সংশ্লিষ্ট কৰ্মীসকলৰ শৌৰ্য্যৰ বিৱৰণ দিয়া হৈছে।

কুস্ক'ৰ যুঁজত চলাচল আৰু সৰবৰাহ ব্যৱস্থাৰ কামকাজ সম্বন্ধে ৰচনা সংগ্ৰহ "দ্য ছোভিয়েত আৰ্মি লজিষ্টিকছ"[3] কিতাপত আগ্ৰহোদ্দীপক তথ্যাদি দিয়া হৈছে। কুস্ক' বালজত চলাচল আৰু সৰবৰাহ ব্যৱস্থাৰ কামকাজ সংক্ৰান্ত অংশটোত লেখকসকলে ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটি আৰু জেনাৰেল হেড কোয়ার্টাৰ্ছে এই ব্যৱস্থাৰ

১ ৰাই, পেত্ৰেংকো, "লজিষ্টিক ছাপৰ্ট অব আৰ্মি অফেনছিভছ, লজিষ্টিকাল ছিষ্টেম ইন দ্য বেটল অব্ কুস্ক'", ৰেড আৰ্মি লজিষ্টিকছ, নং ৪, ১৯৪৪, জি. আলেকজান্দ্ৰভ, "দা আৰ্মিজ লজিষ্টিকছ ইন দ্য বেলগ'ৰদ-খাৰকভ অপাৰেছন", ৰেড আৰ্মি লজিষ্টিকছ, নং ২-৩, ১৯৪৪; এ. কাৰপেংকো, "টৰ্নাছ অব ৱাৰ", মেটেৰিয়েল এণ্ড আৰ্মছ, নং ৭, ১৯৬৮।

২ এন, এ. আন্তিপেংকো, "ইন দ্য ডাইৰেকছন অব দ্য মেন এটাক", মস্কো, ১৯৬৭, পৃঃ ৯৬-১১৬।

৩ দ্য ছোভিয়েত আৰ্মি লজিষ্টিকছ, মস্কো, ১৯৬৮, পৃঃ ১৮২-৯২।

কর্মদক্ষতা বৃদ্ধিৰ নিমিত্তে চলোৱা প্ৰয়াসৰ বিৱৰণ দিছে। ৰণাঙ্গনবোৰৰ চলাচল আৰু সৰবৰাহ ব্যৱস্থাই থলুৱা পাৰ্টি আৰু প্ৰতিষ্ঠানসমূহৰ পৰা পোৱা বিৰাট সাহায্যৰ ওপৰত জোৰ দিয়া হৈছে।

কুৰ্স্কৰ যুঁজত ৰেলপথ ইউনিটবোৰৰ ভূমিকাৰ বিৱৰণ কে. পি. তেৰিয়োখিন, এ. এছ. তাৰালভ আৰু এ এ তোমাছেভস্কিয়ে লিখা "আৰ্মি ৰেলৱেমেন" কিতাপত বিবৃত হৈছে। কুৰ্স্ক অভিক্ষেপত আত্মৰক্ষামূলক যুঁজৰ প্ৰস্তুতিত আৰু প্ৰতি-আক্ৰমণাত্মক অভিযানৰ সময়ত ৰেলপথবোৰৰ পুনৰ্বাসন আৰু নিৰ্মাণ সম্পৰ্কে কুৰ্স্কৰ যুঁজৰ লগত জড়িত ৰণাঙ্গনবোৰৰ ৰেলপথৰ ওপৰত শত্ৰুৰ বিমান আক্ৰমণৰ পৰিণাম সম্পৰ্কে এই লিখকসকলে লিখিছে।[১]

"নিতান্ত গোপনীয়! কেৱলমাত্ৰ কমাণ্ডাৰসকলত বাবে!—ছোভিয়েত ইউনিয়নৰ বিৰুদ্ধে যুঁজত নাৎছী জাৰ্মানীৰ ৰণনীতি" শিৰোনামত প্ৰকাশিত জাৰ্মান হাই কমাণ্ডৰ দলিল আৰু সা-সমলৰ সংগ্ৰহটোৰ পৰা গৱেষক সকল অতীব উপকৃত হব। অন্যান্য বিষয়ৰ ভিতৰত ইয়াত কুৰ্স্ক এলেকাত নাৎছী আক্ৰমণাত্মক অভিযান (অপাৰেছন চিটাডেল) সংক্ৰান্ত দলিলপত্ৰও আছে।[২]

কুৰ্স্কৰ যুঁজৰ ২৫তম বাৰ্ষিকী উপলক্ষ্যে ভালে কেইখন গ্ৰন্থ প্ৰকাশিত হৈছিল। বাতৰিকাকত আৰু আলোচনাসমূহত যুঁজত অংশগ্ৰহণকাৰী-সকলৰ স্মৃতিচাৰণা প্ৰকাশিত হৈছিল; তাত লেখকসকলে বিভিন্ন বাহিনী আৰু সহায়ক ব্যৱস্থাৰ নিয়োগ, এই যুঁজত হেড কোৱাৰ্টাৰ্ছ আৰু সংৰক্ষিত শক্তিসমূহৰ ভূমিকা, ছোভিয়েত সৈন্যসকলৰ বীৰত্ব আৰু কুৰ্স্ক বালজৰ ৰাজনৈতিক আৰু সামৰিক তাৎপৰ্য সম্পৰ্কে লিখিছিল।

---

১ কে. পি. তেৰিয়োখিন, এ. এছ. তাৰালভ, এ. এ. তোমাছেভস্কি, আৰ্মি ৰেলৱেমেন, মস্কো ১৯৬৯।

২ টপ চিক্ৰেট। ফৰ দ্য কমাণ্ডাৰ্ছ অ'নলি!—নাৎছী জাৰ্মানীজ ষ্ট্ৰেটেজি ইন দ্য ৱাৰ এগেনষ্ট ইউ. এছ. এছ. আৰ, ডকুমেন্টছ আৰু মেটেৰিয়েলছ, মস্কো ১৯৬৭।

কিন্তু সামৰিক বুৰঞ্জীবিদসকলৰ ৰচনাত আগ্ৰহোদ্দীপক সা-সমল পোৱা যায়। এইবোৰ ৰচনাত উদ্ধৃত নতুন কিছু উৎস আৰু অংশ-গ্ৰহণকাৰীসকলৰ স্মৃতিচাৰণাই কুৰ্স্কৰ যুঁজৰ সুবিপুল তাৎপৰ্য্য সম্বন্ধে নতুন আলোকপাত কৰিছে।[1] এই যুঁজৰ ২৫তম বাৰ্ষিকী উপলক্ষে তালৈকেইখন দলিল আৰু সমল প্ৰথম প্ৰকাশিত হৈছিল[2]।

কুৰ্স্কৰ যুঁজ সংক্ৰান্ত সাহিত্যৰ এই চমু হিচাপৰ সাৰ-সংক্ষেপ কৰি এই কথা কবই লাগিব যে বহুত লিখা হলেও মহান দেশপ্ৰেমিক যুদ্ধৰ অন্যতম সৰ্বাধিক গুৰুত্বপূৰ্ণ—এই যুঁজখনৰ সম্বন্ধে কোনো মৌলিক, সৰ্বতোমুখী সামৰিক ৰাজনৈতিক ৰচনা এতিয়ালৈকে লিখা হোৱা নাই।

---

১ পি. আই. গ্ৰেথনেভ, "এণ্টি এয়াৰক্ৰাফ্‌ট ডিফেন্‌ছ্‌ অব দ্য বেলৰেজ ইন দ্য কুৰ্স্ক ছেলিয়েণ্ট," এয়াৰ ডিফেন্‌ছ্‌ হেৰাল্ড নং ৬, ১৯৬৮ ; এ. কাৰপেংকো, "টৰ্নাদ' অব্‌ ৱাৰ", মেটেৰিয়েল এণ্ড আৰ্মিজ. নং ৭, ১৯৬৮ ; ভি. পি. মৰজভ, "দ্য গ্ৰেট বেট্‌ল্‌ ইন দ্য কুৰ্স্ক বালজ", পলিটিকেল ছেলফ এডুকেছন, নং ১৯৬৮ ; এন. জি পাভলেংকো, "দ্য কাউণ্টাৰ-ব্ল' ষ্ট্ৰেটেজি," নিউ টাইমছ, নং ২৪. ১৯৬৮ ; বি. ছলভিয়ভ, "হু স্প্ৰেডছ লাইজ এবাউট দ্য বেটল অব কুৰ্স্ক", ক্ৰাছনায়া ৰ্‌ভেজদা. আগষ্ট ২, ১৯৬৮ ; এছ. উছাকভ, "এয়াৰ ষ্ট্ৰাইকছ", এভিয়েছন এণ্ড কছমটিকছ, নং ৭, ১৯৬৮।

২ জি. কাছতাভেংকো, বি, ছলভিয়ভ, "নিউ নাজী জাৰ্মান কমাণ্ড ডকুমেণ্টছ এবাউট দ্য বেট্‌ল অব্‌ কুৰ্স্ক", জাৰ্নাল অব মিলিটাৰি হিষ্ট্ৰি, নং ৮, ১৯৬৮। জি. কলতুনভ. "দ্য বেটল অব কুৰ্স্ক ইন ফিগাছ", জাৰ্নাল অব মিলিটাৰি হিষ্ট্ৰি, নং ৬ আৰু ৭, ১৯৬৮।



## কর্ণেল ভাছিলি মৰজভ

এম্. এছ-চি*

# কুস্ক'ৰ যুজ সম্পৰ্কে আৰু বিস্তাৰিত বুৰঞ্জী দৰকাৰ

মহান দেশপ্ৰেমিক যুদ্ধৰ কাহিনীত কুস্ক'ৰ অবিস্মৰণীয় অধ্যায়টো আমাৰ সমসাময়িক আৰু পৰৱৰ্তী প্ৰজন্মবোৰে গৰ্বেৰে সৈতে পঢ়িব আৰু ছোভিয়েত ৰাইজৰ অসাধাৰণ সমৰকীৰ্ত্তিৰ বাবে তেওঁলোকৰ অন্তৰ কৃতজ্ঞতাৰে ভৰি উঠিব।

এই সুবিশাল যুঁজে জাৰ্মান ভেৰমাখটৰ আক্ৰমণাত্মক ৰণনীতিক কবৰ দিছিল আৰু তাৰ আত্মৰক্ষামূলক ৰণনীতিক জুৰুলা কৰি পেলাইছিল—তাৰ অৰ্থ হৈছে প্ৰতিশোধ লোৱাৰ পৰিকল্পনাৰ, নিজৰ অনুকূলে দ্বিতীয় বিশ্বযুদ্ধৰ সোঁত সলনি কৰাৰ শেষ চেষ্টাত নাৎছীহঁতৰ ব্যৰ্থতা। নাৎছীহঁতে ছোভিয়েত কমাণ্ডৰ হাতৰ পৰা উদ্যোগ কাঢ়ি লব পৰা নাই, সিহঁতৰ সশস্ত্ৰ বাহিনীৰ পক্ষে পূবফালে যুঁজ চলাই যোৱাৰ পক্ষেও যিবোৰ সুদূৰপ্ৰসাৰী লক্ষ্য সাধনত

* কৰ্ণেল মৰজভ, সামৰিক বুৰঞ্জীবিদ আৰু সাংবাদিক, তেওঁ ছোভিয়েত প্ৰতিৰক্ষা মন্ত্ৰকৰ ইনষ্টিটিউট অব মিলিটাৰি হিষ্ট্ৰীত মহান দেশপ্ৰেমিক যুদ্ধৰ বুৰঞ্জী বিভাগৰ মুখ্য।

সিহঁত ১৯৪১ বা ১৯৪২ চনত ব্যৰ্থ হৈছিল সেইবোৰ অৰ্জনৰ অনুকূলে সিহঁতে প্ৰয়োজনীয় পৰিস্থিতি সৃষ্টি কৰিব পৰা নাই। ফেছিষ্ট জোঁট ক্ৰমেই টুকুৰা-টুকুৰ হৈ পৰাটোকো সিহঁতে বোধ কৰিব পৰা নাছিল। জাৰ্মানী বহুতীয়া দেশবোৰতো নিজৰ মৰ্য্যাদা পুনৰুদ্ধাৰ কৰিবলৈ ব্যৰ্থ হৈছিল। নাৎছী ৰাজনৈতিক আৰু সামৰিক নেতাসকল ছোভিয়েত জাৰ্মান ৰণাঙ্গনত একে লেথাৰিয়ে আত্মৰক্ষা-মূলক যুঁজৰ অৱস্থান লবলৈ আৰু আক্ৰমণাত্মক যুঁজৰ দ্বাৰা ছোভিয়েত ইউনিয়নক মষিমূৰ কৰিবৰ বাবে ভৱিষ্যত কোনো চেষ্টা যে অৰ্থহীন তাক স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল। কুৰ্স্কত পৰাজয়ে নাৎছী জাৰ্মানীক মধ্যপ্ৰাচ্যলৈ আক্ৰমণ সম্প্ৰসাৰিত কৰাৰ চিন্তা পৰিহাৰ কৰিবলৈ বাধ্য কৰিছিল আৰু হিটলাৰৰ বিশ্বজয়ৰ আঁচনিৰ পৰিসমাপ্তি ঘোষণা কৰিছিল। কুৰ্স্ক বালজত ছোভিয়েত সশস্ত্ৰ বাহিনীৰ জয়লাভৰ মাজেদি মানৱজাতিয়ে ফেছিষ্ট আপদৰ পৰা নিষ্কৃতি দেখা পাইছিল।

কুৰ্স্কত ছোভিয়েত সশস্ত্ৰ বাহিনীৰ ঐতিহাসিক জয়লাভে ছোভিয়েত ইউনিয়নৰ অনুকূলে সোঁত সম্পূৰ্ণ সলাই দিছিল। যুদ্ধই এটা নতুন পৰ্য্যায়ত প্ৰৱেশ কৰিছিল—১৯৪৩ চনৰ জুলাইৰ পৰা ৰণনৈতিক উদ্যোগ নিজৰ হাতত ৰখা ছোভিয়েত সশস্ত্ৰ বাহিনীৰ ক্ৰমাগত অগ্ৰগতিৰ পৰা ১৯৪৫ চনত আক্ৰমণকাৰীহঁতৰ সম্পূৰ্ণ পৰাজয়ৰ পৰ্য্যায়।

কুৰ্স্ক বালজৰ যুঁজৰ পৰা আৰম্ভ হোৱা মহান দেশপ্ৰেমিক যুদ্ধৰ দ্বিতীয়াৰ্দ্ধ ছোভিয়েত সশস্ত্ৰ ফৌজৰ সুবিশাল আক্ৰমণাত্মক অভিযানত এলানি বহুত চমকপ্ৰদ জয়ৰ দ্বাৰা চিহ্নিত। কুৰ্স্কৰ যুঁজত আমাৰ জয় বিশেষকৈ চকুত পৰে ; তাৰ কাৰণ এই যুঁজে সমগ্ৰ দ্বিতীয় বিশ্বযুদ্ধৰ অগ্ৰগতিত গুণগতভাৱে এক নতুন আৰু স্বাধীন পৰ্য্যায়ৰ সূচনা কৰিছিল।

১৯৪৩ চনৰ জহকালি কুস্ক'ত জয়লাভৰ ঐতিহাসিক তাৎপৰ্য সম্বন্ধে, মহান দেশপ্ৰেমিক যুদ্ধৰ আন আন যুঁজবোৰৰ মাজত ইয়াৰ স্থান সম্বন্ধে আৰু ছোভিয়েত যুদ্ধকলাৰ বিকাশত ইয়াৰ ভূমিকা সম্বন্ধে ভালেমান ৰচনা প্ৰকাশ পাইছে।[১] এই আটাইবোৰ প্ৰশ্নই কিছু পৰিমাণে বৰ্তমান গ্ৰন্থত, বিশেষকৈ জি. কে. ঝুকভ, এম. ভি. ঝাকাৰভ, আই এ কোনেভ আৰু এছ পি. ইভানভৰ প্ৰবন্ধত আলোচিত হৈছে।

তথাপি এই কথা কবই লাগিব যে কুস্ক'ৰ যুঁজৰ ইতিহাসৰ যিবোৰ দিশ এই প্ৰবন্ধৰাজিত আলোচিত হৈছে সেইবোৰৰ আৰু পুঙ্খানুপুঙ্খভাৱে বিশ্লেষণ কৰা প্ৰয়োজন। এই বিশ্লেষণ প্ৰয়োজন এই কাৰণে নহয় যে ঐতিহাসিক তথ্য জনাৰ দৃষ্টিভঙ্গীৰ পৰা ওপৰোক্ত প্ৰশ্নবোৰৰ বিস্তাৰিত ব্যাখ্যা হোৱা নাই। এই কাৰণেও প্ৰয়োজন যে এইবোৰৰ প্ৰাসঙ্গিকতা এতিয়াও ৰৈ গৈছে আৰু এইবোৰ লৈ তীব্ৰ মতাদৰ্শগত সংগ্ৰাম চলিব লাগিছে।

কোৱা যাব পাৰে যে মহান দেশপ্ৰেমিক যুদ্ধত কুস্ক'ৰ যুঁজৰ ভূমিকাৰ যি সংজ্ঞা ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ মহান অক্টোবৰ সমাজতান্ত্ৰিক বিপ্লৱৰ পঞ্চাশতম বাৰ্ষিকীৰ থিছিছত নিৰ্দ্ধাৰণ কৰা হৈছে তাক আৰু বিস্তৃতভাৱে ব্যাখ্যা কৰাটো ছোভিয়েত বুৰঞ্জীবিদসকলৰ কৰ্তব্য। কুস্ক'ৰ যুঁজে যুদ্ধৰ বিকাশত নতুন ঐতিহাসিক পৰ্য্যায়ৰ আধেয় পূৰ্ব নিৰ্দ্ধাৰিত কৰি দিছিল। ই ৰণনৈতিক উদ্যোগৰ বাবে দীৰ্ঘ আৰু তিক্ত সংগ্ৰামক জয়যুক্ত কৰিছিল যুদ্ধৰ সেই দিশ পৰিৱৰ্তন সম্পূৰ্ণ কৰিছিল যি দিশ পৰিৱৰ্তন আৰম্ভ হৈছিল মস্কোত বিপুল জয়ৰ মাজেদি আৰু যি ষ্টালিনগ্ৰাদ বিজয়ৰ দ্বাৰা নিয়ামকভাৱে প্ৰভাৱিত হৈছিল। জাৰ্মানী আৰু তাৰ

১ বহল বিৱৰণৰ বাবে জি. এ কলতুনভৰ পূৰ্ববৰ্তী প্ৰবন্ধ চাওক

সাঙ্গোপাঙ্গইঁতৰ বিৰুদ্ধে চূড়ান্ত জয়ৰ বাটত এই তিনিটাক অৱশ্যেই ঐতিহাসিক মাইলখুঁটা বুলি গণ্য কৰিব লাগিব।

এই সন্দৰ্ভত এটা কথা অৱশ্যেই উল্লেখ কৰিব লাগিব যে অলপদিন আগলৈকে মস্কোৰ যুঁজৰ দৰে কুৰ্স্কৰ যুঁজৰ ভূমিকা সকলো সময়তে তাৰ কৃতিত্ব অনুযায়ী বিশ্লেষণ কৰা হোৱা নাছিল, আৰু ইয়াৰ ফলত ইচ্ছায় হওক বা অনিচ্ছায় হওক মহান দেশপ্ৰেমিক যুদ্ধৰ পক্ষে এই যুঁজবোৰৰ গুৰুত্ব হ্ৰাস কৰা হৈছে আৰু হিটলাৰৰ বিৰোধী জোঁটভুক্ত দেশসমূহৰ অনুকূলে যুদ্ধৰ বিকাশত ইবোৰৰ নিয়ামক প্ৰভাৱৰ সঠিক মূল্যায়ন কৰা হোৱা নাই।

কুৰ্স্কৰ যুঁজৰ ৰণগত আৰু ৰণনৈতিক চৰিত্ৰৰ মূল্যায়নকো কিছু পৰিমাণ সংশোধন দৰকাৰ, কাৰণ অতীতকালৰ সাহিত্যত ভালে পৰিমাণ ভুল-ভ্ৰান্তি সোমাই পৰিছিল। এই কথাটো মূলতঃ যুঁজৰ আত্মৰক্ষা-মূলক পৰ্য্যায়ৰ আৰু প্ৰতি-আক্ৰমণাত্মক অভিযানৰ মূল্যায়নৰ সম্পৰ্কে প্ৰযোজ্য। মাৰ্শাল ঝাকাৰভে তেওঁৰ প্ৰৱন্ধত এই কথাটোৰ ওপৰত যথাযথভাৱে জোৰ দিছে যে কুৰ্স্কৰ আত্মৰক্ষামূলক যুঁজক এক চিৰায়ত, নমুনা স্বৰূপ ঘটনা হিচাপে, আদৰ্শ হিচাপে গণ্য কৰা উচিত নহব। দুৰ্ভাগ্যক্ৰমে এই সঠিক ভাবনাটো বহুত লিখক প্ৰায়ে পাহৰি থাকে, তাৰ ফলত ৰণগত আৰু কৌশলগত ক্ষেত্ৰত কুৰ্স্কৰ আত্মৰক্ষামূলক যুঁজক অনুকৰণযোগ্য আৰু ক্ৰিয়াশীলভাৱে আত্মস্থ কৰাৰ যোগ্য শিক্ষণীয় দৃষ্টান্ত হিচাপে উপস্থিত কৰা হয়। এই কথা স্বীকাৰ কৰিব লাগিব যে কুৰ্স্ক বালজত ছোভিয়েত প্ৰতিৰক্ষা সুসংগঠিত আছিল আৰু তাক শত্ৰুৰ পক্ষে অনতিক্ৰম্য কৰি তোলা হৈছিল— গভীৰলৈকে সৈন্যগঠনবোৰ মোতায়েন কৰা হৈছিল আৰু প্ৰতিৰক্ষামূলক ব্যৱস্থাবোৰ বণ্টন কৰি দিয়া হৈছিল; ইবোৰ সক্ৰিয় আছিল আৰু টেঙ্ক আৰু বিমানৰ লৈতে টিকি উঠিব পৰাকৈ পৰিকল্পিত আছিল। কিন্তু যিসকল নিসন্দেহে এইবোৰ সিদ্ধান্তত উপনীত হয়, তেওঁলোক

প্ৰায়ে যথেষ্ট গুৰুত্বপূৰ্ণ এই তথ্যটো পাহৰি যায় যে কুৰ্স্ক'ৰ প্ৰতিৰক্ষা লাইনত এক বিৰাট আক্ৰমণাত্মক ফৌজ নিয়োগ কৰা হৈছিল। তাত ছোভিয়েত সেনাবাহিনীয়ে আক্ৰমণাত্মক অভিযানৰ বাবে গঠিত ফৌজৰ দ্বাৰা আত্মৰক্ষা কৰিছিল। ইয়েই হৈছে যুদ্ধকলাৰ বুৰঞ্জীত সেইবোৰ বিৰল দৃষ্টান্তৰ অন্যতম য'ত আত্মৰক্ষাকাৰী পক্ষ জনবল আৰু অস্ত্ৰশস্ত্ৰৰ ফালৰ পৰা আক্ৰমণকাৰী শত্ৰুতকৈ প্ৰবলতৰ আছিল। কুৰ্স্ক অভিক্ষেপৰ উত্তৰ আৰু দক্ষিণ পক্ষৰ আত্মৰক্ষামূলক যুঁজত প্ৰতিৰক্ষাৰ সংগঠন আৰু যুদ্ধচালনা উভয়েৰে চৰিত্ৰৰ ওপৰতে স্বাভাৱিকতে ইয়াৰ প্ৰভাৱ পৰিছিল।

গতিকে কুৰ্স্ক'ৰ যুঁজৰ অনুশীলন কৰিবলৈ গৈ প্ৰত্যেকে প্ৰতিৰক্ষাৰ এই নিৰ্দিষ্ট চৰিত্ৰটো মনত ৰাখিব লাগিব, মনত ৰাখিব লাগিব যে প্ৰতিৰক্ষা সংগঠিত হৈছিল কেৱল আত্মৰক্ষামূলক যুঁজত জয়লাভ সুনিশ্চিৰ কৰিবলৈ মাথো নহয় সেই একে ফৌজ আৰু বৈষয়িক সম্পদ লৈয়ে নিয়ামক প্ৰতি-আক্ৰমণাত্মক অভিযানৰ উপযোগী পৰিস্থিতি সৃষ্টি কৰাৰ বাবেও। ফলস্বৰূপে ই নিতান্ত স্বাভাৱিক যে কুৰ্স্ক অভিক্ষেপৰ সমগ্ৰ গভীৰতা জুৰি অসংখ্য প্ৰতিৰক্ষা শাৰী সৈন্য আৰু অস্ত্ৰশস্ত্ৰেৰে পৰিপূৰ্ণ আছিল। কুৰ্স্ক বালজ আছিল ছোভিয়েত প্ৰতিৰক্ষাৰ অজেয় শক্তি আৰু নিৰ্দিষ্ট চৰিত্ৰ ৰণনৈতিক অপ্ৰত্যাশিতভাৰ অন্যতম প্ৰধান উপাদান আছিল, এই অপ্ৰত্যাশিততাই এহাতে ছোভিয়েত কমাণ্ডৰ পৰিকল্পনাবোৰৰ ৰূপায়ণত ইতিবাচক ভূমিকা লৈছিল, আনহাতেদি নাৎছীইতৰ অপাৰেছন চিটাডেল পৰিকল্পনাৰ ৰূপায়ণৰ ওপৰত নেতিবাচক প্ৰভাৱ পেলাইছিল।

অৱশেষে কুৰ্স্ক'ত আত্মৰক্ষামূলক সমৰ সম্পৰ্কে যুঁজৰ সময়ত আৰু পাচত সম্যকৰূপে অনুশীলিত হৈছে। ই পৰৱৰ্তী যুদ্ধৰ বছৰবোৰত ৰণগত প্ৰতিৰক্ষা সংগঠনত আৰু আত্মৰক্ষামূলক যুঁজ চালনাত প্ৰভূত সহায় কৰিছিল। ইয়াৰ ভালে কেইটা নীতি যুদ্ধোত্তৰ

বিধি-পুস্তক আৰু প্ৰনিয়মবোৰত যথাযথভাৱে সন্নিবেশিত হৈছে। এইবোৰ বৰ্তমানৰ পক্ষেও কাৰ্য্যকৰ মাথো এটা সতৰ্কতা সহ যে কুৰ্স্কৰ প্ৰতিৰক্ষাক সৰ্বাঙ্গীণ আদৰ্শ বুলি চিৰকালৰ বাবে নচলিব আৰু সকলো কালৰ পৰা ইয়াক আদৰ্শ হিচাপে অনুসৰণ কৰিব নালাগিব।

কুৰ্স্কত প্ৰতি-আক্ৰমণাত্মক অভিযানৰ সম্বন্ধে আলোচনাৰ সময়ত উথাপিত হোৱা কেইটামান বিষয়ৰ মই ব্যাখ্যা কৰিব খোজো। কিছু মুদ্ৰিত ৰচনাত এই প্ৰতি-আক্ৰমণাত্মক অভিযানক গোটা ৰণাঙ্গনৰ এটা একক ৰণনৈতিক যুঁজ হিচাপে উপস্থিত কৰা হৈছে। মোৰ মতেৰে এই ভাষ্যই ইয়াৰ পৰিসৰ আৰু আকাৰ সীমিত কৰে। মোৰ ধাৰণা, কুৰ্স্কৰ প্ৰতি-আক্ৰমণক ১৯৪৩ চনত গ্ৰীষ্মকালীন অভিযানত ছোভিয়েত সেনাবাহিনীৰ ৰণনৈতিক আক্ৰমণৰ এক অতীব গুৰুত্বপূৰ্ণ অংশ, তাৰ প্ৰথম পৰ্য্যায় ৰূপে গণ্য কৰাটো অধিকতৰ সঠিক হব। প্ৰকৃত প্ৰস্তাৱত ই দুটা স্বাধীন বৃহদাকাৰ ৰণনৈতিক যুঁজত পৰিণত হয় অ'ৰেল খণ্ডত আৰু বেলগ'ৰ'দ-খাৰকভ খণ্ডত। কুৰ্স্কৰ যুঁজক এনেকৈ বিভিন্ন পৰ্য্যায়ত—এটা আত্মৰক্ষামূলক আৰু দুটা আক্ৰমণাত্মক যুঁজত বিভক্ত কৰাটো সম্পূৰ্ণ সমীচীন হব— ঐতিহাসিক সত্যৰ ফালৰ পৰাও আৰু যুদ্ধৰ অভিজ্ঞতাক তত্বগতভাৱে সামান্যীকৰণৰ প্ৰয়োজনীয়তা ফালৰ পৰাও।

মোৰ বোধেৰে কুৰ্স্কৰ যুঁজৰ বিশ্লেষকসকলৰ পক্ষে কেৱল সাধাৰণভাৱে এই যুঁজ সম্বন্ধে মৌলিক ৰচনা সৃষ্টি কৰিলেই নহব, কুৰ্স্কত আত্মৰক্ষামূলক আৰু অ'ৰেল আৰু বেলগ'ৰ'দ-খাৰকভৰ আক্ৰমণাত্মক যুঁজ সম্বন্ধে বিশেষ একো একোটা বিষয়ত একো একোখন ৰচনা লিখাটো উপযুক্ত কাম হব।

"কুৰ্স্কৰ যুঁজত ছোভিয়েত যুদ্ধকলাৰ" ধাৰণাটোৰ অন্তৰ্ভুক্ত প্ৰশ্নসমূহৰ সমগ্ৰ সমাহাৰৰ আলোচনা নকৰি মই মোৰ মতে গুৰুত্বপূৰ্ণ

এটা প্ৰশ্নৰ ওপৰত জোৰ দিব খোজোঁ, সি হৈছে কেৱল ইতিবাচক অভিজ্ঞতাৰ প্ৰতি নহয় নেতিবাচক অভিজ্ঞতাৰ প্ৰতিয়ো দৃষ্টি দিব লাগিব। তাৰ কাৰণ ব্যৱহাৰিক শিক্ষা বিচাৰি উলিওৱাৰ কালৰ পৰা নেতিবাচক অভিজ্ঞতাও সমান মূল্যৱান হব পাৰে। এই প্ৰসঙ্গত মই এটা কথা কব খোজো যে কুৰ্স্কৰ যুঁজ সম্পৰ্কে স্নাত-চাৰণ কৰা সকলেও বিশেষজ্ঞসকলক সেই প্ৰশ্নৰ উত্তৰৰ যোগান ধৰিব লাগিব যিবোৰ মুদ্ৰিত ৰচনাত এতিয়াও ব্যাখ্যা নোহোৱাকৈ আছে। ই প্ৰথমতঃ প্ৰযোজ্য এই প্ৰশ্ন সম্পৰ্কে যে অ'ৰেল আৰু বেলগ'ৰ'দ-খাৰকভ খণ্ডত শত্ৰুহঁতক ছত্ৰভঙ্গ আৰু ধ্বংস কৰা নহল কেলেই, মাথো খেদি পঠোৱা হল কিয়। আমাৰ সৈন্যসকলে শত্ৰুহঁতৰ বেলগ'ৰ'দ-খাৰকভ গোষ্ঠীৰ বিৰুদ্ধে তেওঁলোকৰ প্ৰতি-আক্ৰমণত যুঁজৰ এনে এটা অকাৰ্যকৰ ৰূপ ব্যৱহাৰ কৰিলে, যাৰ ফলত নাৎছীহঁতৰ পক্ষে সম্পূৰ্ণ পৰাজয় এৰাই যোৱাটো 'সম্ভৱ' হল সেই প্ৰশ্নৰ এটা সুপ্ৰতিষ্ঠিত উত্তৰ পোৱাটোও বাঞ্ছনীয়। কুৰ্স্ক অভিযানত আক্ৰমণোদ্যত শত্ৰুফৌজৰ ওপৰত বিমান আৰু গোলন্দাজসকলৰ প্ৰতি বোমাবৰ্ষণৰ সামান্য প্ৰভাৱৰ কাৰণো ব্যাখ্যা কৰা প্ৰয়োজন। অনুৰূপভাৱে এই প্ৰশ্নৰো আৰু বিস্তাৰিত উত্তৰ জনা দৰকাৰ যে কুৰ্স্কৰ যুঁজত জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ ৰণনৈতিক সংৰক্ষিত শক্তিৰ, বিশেষকৈ স্তেপ ৰণাঙ্গনৰ আৰ্মিবোৰৰ নিয়োগ কিমান ভালকৈ কৰা হৈছিল। আৰু কিছু প্ৰশ্ন দাঙি ধৰা যাব পাৰে যিবোৰ কুৰ্স্কৰ যুঁজৰ আৰু সম্যক বিশ্লেষণ আৰু অভিজ্ঞতাৰ সামান্যীকৰণৰ বাবে নিশ্চিতেই অপৰিহাৰ্য্য। অন্যান্য বিষয়ৰ ভিতৰত ভ'ৰ'নেঝ আৰু স্তেপ ৰণাঙ্গনৰ সৈন্যসকলে প্ৰখৰভকা এলেকাত মুখামুখি প্ৰত্যাঘাতৰ সাফল্যৰ সদ্ব্যৱহাৰ কৰাৰ আৰু শত্ৰু ইয়াৰ শেষৰ লাইনৰ পৰা আঁতৰি যোৱাৰ পিচত সিহঁতৰ প্ৰতিৰোধক মষিমূৰ কৰাৰ পৰা তেওঁলোক কিয় বিৰত থাকিল সিয়ো ব্যাখ্যা কৰা দৰকাৰ। কুৰ্স্ক বালজত প্ৰথম যুঁজত আমাৰ

নতুন ধৰণৰ টেঙ্ক আহিব যি পাঁচটাক নমোৱা হল সিবোৰৰ নিয়োগৰ ক্ষেত্ৰত থকা ক্ৰুটিবোৰ বিস্তৃতভাবে বিশ্লেষণ কৰা প্ৰয়োজন।

কুৰ্স্কৰ যুঁজৰ আৰু বিগত যুদ্ধৰ অন্যান্য যুঁজ আৰু অভিযানৰ বিশ্লেষণ কৰোতে ক্ষয়ক্ষতি সম্বন্ধে এটা বিশেষ অনুশীলন কৰা আৰু জনবল আৰু বৈষয়িক সম্পদ খৰচৰ আৰু সাফল্য অৰ্জনৰ মাজত অনুপাত দেখুৱাটো বিশেষভাৱে বাঞ্ছনীয়। এই গুৰুত্বপূৰ্ণ প্ৰশ্নৰ বিস্তৃত আৰু বিশদ ব্যাখ্যাই কুৰ্স্কত শত্ৰুৰ পৰাজয়ত বিভিন্ন ৰণাঙ্গনে যোগোৱা অৱদানৰ মাজত তুলনা সম্ভৱ কৰিব, কুৰ্স্কৰ যুঁজত জয় অৰ্জনত বিভিন্ন ইউনিট আৰু কমাণ্ডাৰসকলৰ ভূমিকাৰ অধিকতৰ বস্তুনিষ্ঠ মূল্যায়ন সম্ভৱ কৰিব।

এই যুঁজৰ বিভিন্ন দিশৰ ভিতৰত যিবোৰ সমস্যা যুঁজৰ পূৰ্ব-ইতিহাসৰ লগত, ইয়াৰ ৰণনৈতিক পৰিকল্পনাৰ আৰু সাধাৰণভাৱে, যুদ্ধ প্ৰস্তুতি আৰু বিভিন্ন ধৰণৰ সমৰক্ৰিয়াৰ লগত সংশ্লিষ্ট সেইবোৰ সমস্যা বুৰঞ্জীৰ লেখকসকলৰ দ্বাৰা কমহে পৰীক্ষিত হৈছে।

এইবোৰ সমস্যাৰ এতিয়াও যথেষ্ট অনুশীলন কৰা হোৱা নাই আৰু সাহিত্যতো যথেষ্ট সঠিকভাৱে বিস্তাৰিত হোৱা নাই। কেৱল সম্প্ৰতি-কালত এই গুত্বত্বপূৰ্ণ সমস্যাৱলী সম্পৰ্কে সামূহিক নহলেও কিছু ধাৰণা পাঠকসকলক দিয়া হৈছে এ এম ভাছিলেভস্কি, জি কে ঝুকভ, কে কে. ৰকছভস্কি, আৰু এছ এম স্তেমেস্কোৰ স্মৃতিকথাত। বৰ্তমান গ্ৰন্থত সন্নিবিষ্ট হোৱা মাৰ্শাল ভাছিলেভস্কিৰ প্ৰৱন্ধত এই বিষয়ে এটা সাধাৰণ ৰূপৰেখা দিয়া হৈছে। এই প্ৰৱন্ধটো এই গ্ৰন্থৰ অন্যান্য বিষয়ৰ লগত মিল থকাত মূল্যৱান হৈ উঠিছে ; এই ৰচনাই কুৰ্স্কৰ যুঁজৰ পৰিকল্পনাৰ সৃজনশীল প্ৰক্ৰিয়া, আৰু তাৰ লক্ষ্য সম্পৰ্কে, যুঁজৰ ৰণনৈতিক পৰিকল্পনা ৰচনাত জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ আৰু তাৰ প্ৰতিনিধিসকলৰ, জেনাৰেল ষ্টাফৰ আৰু ৰণাঙ্গনৰ কমাণ্ডৰ বিভিন্ন স্তৰৰ প্ৰকৃত ভূমিকা সম্পৰ্কে জ্ঞান বঢ়ায়। ৰণাঙ্গনৰ

কমাণ্ডৰ বিভিন্ন স্তৰৰ ভূমিকা ক্ষুণ্ণ নকৰি এ. এম. ভাছিলেভস্কিয়ে এই কথা সুস্পষ্টৰূপে ব্যক্ত কৰিছে যে তেওঁলোকৰ ভূমিকা জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ ৰণনৈতিক সিদ্ধান্তবোৰ সৃজনশীল উদ্যোগ লৈ কাৰ্য্যকৰ কৰা আৰু যুঁজৰ বিভিন্ন পৰ্য্যায়ত জনশক্তি আৰু বৈষয়িক সম্পদক সুদক্ষভাৱে নিয়োগ কৰাৰ মাজত সীমিত আছিল। কুৰ্স্কৰ যুঁজত সমৰক্ৰিয়াৰ পৰিকল্পনাত আৰু যুঁজত সৈন্য পৰিচালনাত ৰণাঙ্গন আৰু আৰ্মিবোৰৰ হেড কোৱাৰ্টাৰ্ছবোৰৰ ভূমিকাৰ বিস্তাৰিত আলোচনা এই কালৰ পৰা বিশেষ মনোযোগৰ যোগ্য।

মহান দেশপ্ৰেমিক যুদ্ধৰ আন আন যুঁজ আৰু সমৰক্ৰিয়াৰ দৰেই এই যুঁজৰ ক্ষেত্ৰতো হেড কোৱাৰ্টাৰ্ছবোৰে, চীফ অব ষ্টাফ আৰু সাধাৰণ ষ্টাফ অফিচাৰসকলে যি বিভিন্ন ধৰণৰ আৰু নিবীড় ক্ৰিয়াকলাপ কৰিছিল সেই সমন্ধে যৎসামান্য লিখা হৈছে। তেওঁলোকৰ কামকাজৰ এই গুৰুত্বপূৰ্ণ দিশবোৰৰও পৰত আলোকপাত কৰা দৰকাৰ।

ভাছিলেভস্কিয়ে কুৰ্স্কৰ যুঁজৰ পটভূমিকাৰ লগতো সম্পৰ্কিত বহুত নতুন ঐতিহাসিক তথ্য উদ্ঘাটিত কৰিছে। মোৰ মতেৰে, এই চিত্তাকৰ্ষক প্ৰশ্নটো লৈ সৰ্বতোমুখী গৱেষণা কৰাটো বুৰঞ্জীবিদসকলৰ অন্যতম কৰ্তব্য।

জেনাৰেল হেড কোৱাৰ্টাৰ্ছে কুৰ্স্কৰ যুঁজৰ প্ৰস্তুতিত কি কি কৰিছিল সেই সম্পৰ্কেও আৰু পৰিপূৰ্ণভাৱে আলোচনা হোৱা প্ৰয়োজন। এই ক্ষেত্ৰত বিশ্লেষকসকলে সমৰক্ৰিয়াঘটিত আৰু ৰণনৈতিক সমস্ত ব্যৱস্থাৰ সমগ্ৰ সমাহাৰৰ কথা আৰু তাৰ লগতে কুৰ্স্কৰ যুঁজত ছোভিয়েত সেনাবাহিনীৰ ৰণনৈতিক ক্ৰিয়াকলাপ, চলাচল আৰু সৰবৰাহ সংক্ৰান্ত ব্যৱস্থাৱলী আৰু ৰাজনৈতিক দিশটোৰ কথাও মনত ৰাখিব লাগিব।

বিশ্লেষকসকলে কুৰ্স্কত প্ৰতি-আক্ৰমণ, অ'ৰেল আৰু খাৰকভ খণ্ডত প্ৰতি-আক্ৰমণৰ বৈশিষ্ট্য, আৰু কুৰ্স্কত ছোভিয়েত সেনা-বাহিনীৰ প্ৰতি-আক্ৰমণ এটা সাধাৰণ আক্ৰমণাত্মক অভিযানত পৰিণত

হোৱা সংক্ৰান্ত প্ৰশ্নাৱলীৰ প্ৰতি বেছিকৈ মনোযোগ দিয়া উচিত। জেনাৰেল হেড কোৱাৰ্টাৰ্ছে কুৰ্স্কৰ যুঁজৰ সমৰক্ৰিয়াৰ লগত ১৯৪৩ চনৰ গ্ৰীষ্মকালীন আক্ৰমণাত্মক অভিযানৰ গাঁথনিৰ ভিতৰত দনবাছ আৰু স্মলেনস্ক খণ্ডৰ সমৰক্ৰিয়াৰ যি ৰণনৈতিক সমন্বয় সাধন কৰিছিল তাৰ বিশ্লেষণ আৰু সামান্যীকৰণৰ কাম সাহিত্যত এতিয়াও যথেষ্ট কৰা হোৱা নাই।

বিশ্লেষকসকলে আন এটা কৌতুহলোদ্দীপক বিষয়ৰ প্ৰতি মনোযোগ নিবদ্ধ কৰা নাই; সি হৈছে নীপাৰৰ যুক্ৰাইনীয় পূৰ্বত শত্ৰুক ৰণনৈতিক পশ্চাদ্ধাবনৰ সংগঠন—যি সমৰক্ৰিয়াটো কুৰ্স্কৰ যুঁজৰ প্ৰত্যক্ষ উত্তৰপৰ্ব। এই কথা নিশ্চয়েই কব পৰা যায় যে এই বিষয়ে এটা বিশেষ সুকীয়া আলোচনা বৰ উপযোগী হব।

আৰু এটা প্ৰধান বিষয় যি নিবীড় মনোযোগযোগ্য সি হৈছে কুৰ্স্কত জয় অৰ্জনত গেৰিলা আন্দোলনৰ ভূমিকা। কেৱল এই জনপ্ৰিয় আন্দোলনৰ বিভিন্ন ধৰণৰ উপাদান (গেৰিলা ডিটাচমেণ্টবোৰৰ যুঁজ, গোপন ক্ৰিয়াকলাপ আৰু অধিকৃত এলেকাত ব্যাপক অন্তৰ্ঘাত) বৰ্ণনা কৰাই গুৰুত্বপূৰ্ণ নহয়, তাৰ লগতে গেৰিলাসকলে আৰু গোপন সংগঠনৰ সদস্যসকলে কুৰ্স্কৰ যুঁজৰ প্ৰস্তুতিত আৰু যুঁজৰ সময়ত ছোভিয়েত সেনাবাহিনীৰ নিয়মিত ইউনিটবোৰৰ সৈতে কি কি নিৰ্দিষ্ট ৰূপত সহযোগিতা কৰিছিল তাৰ বৰ্ণনা দিয়াও গুৰুত্বপূৰ্ণ। গেৰিলা যুঁজৰ বিভিন্ন ৰূপ, যেনে, শত্ৰুৰ পাচফালৰ সংস্থাপন আদিৰ ওপৰত অতৰ্কিত আক্ৰমণ, ঘাটি স্থাপন আৰু সেইবোৰ ৰক্ষা কৰা, আদিৰ পুঙ্খানুপুঙ্খ বিশ্লেষণ হোৱাটো একান্ত প্ৰয়োজন। গেৰিলাসকলে আৰু গোপন সংগঠনৰ সদস্যসকলে ছোভিয়েত সশস্ত্ৰ ফৌজৰ বাবে যি চোৰাংচোৱা কাম কৰিছিল তাৰো বিশেষ বিশ্লেষণ একান্ত অপৰিহাৰ্য্য। মোৰ বোধেৰে কুৰ্স্কৰ যুঁজ আৰু গেৰিলা আন্দোলনৰ বিষয়ে এখন সুকীয়া গ্ৰন্থ প্ৰকাশ কৰাটো বাঞ্ছনীয়।

কুস্ক'ৰ যুঁজত চলাচল আৰু সৰবৰাহ ব্যৱস্থাৰ ভূমিকা এতিয়াও যথেষ্ট অনুশীলিত হোৱা নাই। এই গ্ৰন্থত এন. এ. আন্তিপেক্কোৰ প্ৰবন্ধই এই সন্দৰ্ভত সীমিত সা-সমল দাঙি ধৰিছে আৰু এই ক্ষেত্ৰৰ গৱেষণাৰ প্ৰধান গতিমুখ কি হোৱা উচিত তাৰ ৰূপৰেখা মাথো উপস্থিত কৰিছে। কুস্ক'ৰ যুঁজত চলাচল আৰু সৰবৰাহ সমৰ্থনৰ পৰিপূৰ্ণ বিশ্লেষণ কিমান গুৰুত্বপূৰ্ণ সি এই সুবিদিত তথ্যৰ পৰাই বুজা যায় যে ৫০ দিন ধৰি চলা এই যুঁজত যিমান জনবল আৰু বৈষয়িক সম্পদ জড়িত হৈ পৰিছিল সি মস্কো আৰু ষ্টালিনগ্ৰাদৰ যুঁজত, যাৰ প্ৰতিখন ৭ মাহ ধৰি চলিছিল, সেই দুখন মিলাই যিমান জনবল আৰু বৈষয়িক সম্পদ নিয়োজিত হৈছিল তাতকৈয়ো বেছি।

ই স্বাভাৱিক যে ইমান বিশাল জনবল আৰু বৈষয়িক সম্পদ জড়িত হৈ পৰাৰ ফলত কুস্ক' এলেকাত বিপুল পৰিমাণ খাৰ-বাৰুদ, ইন্ধন, খাদ্য আৰু নানান ধৰণৰ সা-সঁজুলিৰ কেন্দ্ৰীভৱনৰ প্ৰয়োজন হৈছিল। দলিলপত্ৰৰ পৰা দেখা যায় যে পৰৱৰ্তী দুবছৰত কোনো প্ৰধান ৰণনৈতিক আক্ৰমণাত্মক অভিযানত ইমান আহিলাপাতিৰ ভঁৰাল তৈয়াৰ কৰা হোৱা নাছিল।

কুস্ক'ৰ যুঁজৰ ৰাজনৈতিক কামকাজৰ বিস্তাৰিত বিশ্লেষণ কৰি আৰু মহান দেশপ্ৰেমিক যুদ্ধৰ এই নিয়ামক যুঁজৰ প্ৰস্তুতিত কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ, ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা কমিটিৰ আৰু প্ৰধান ৰাজনৈতিক প্ৰশাসনৰ দ্বাৰা গৃহীত প্ৰধান ৰাজনৈতিক ব্যৱস্থাৱলীৰ সমগ্ৰ সমাহাৰৰ বৰ্ণনা দি কোনো বিশেষ গ্ৰন্থ এতিয়াও ৰচিত হোৱা নাই। কুস্ক' বালজত যিবোৰ ৰণাঙ্গনে অংশগ্ৰহণ কৰিছিল, তাৰ সামৰিক পৰিষদবোৰে যি কাম কৰিছিল সেই সম্বন্ধে সুকীয়া গ্ৰন্থ ৰচনা কৰা প্ৰয়োজন।

শত্ৰুৱে য'ত সৰ্বাধুনিক ধৰণৰ টেঙ্ক আৰু বিমান নিয়োগ কৰিছিল সেই পৰিস্থিতিত সৈন্যসকলে যি গণবীৰত্ব প্ৰদৰ্শন কৰিছিল কুস্ক'

যুঁজত তেনে এটা গুৰুত্বপূৰ্ণ দিশৰ ওপৰতো বিশ্লেষকসকলৰ দৃষ্টি কেন্দ্ৰীভূত হোৱা উচিত। ইয়াত গণবীৰত্বৰ আৰু প্ৰতিজন ব্যক্তিৰ বীৰত্বৰ উৎস বিচাৰি উলিয়াব লাগিব, সৈন্যসকলৰ মনোবল গঢ়ি তোলাত ৰাজনৈতিক কাম আৰু ৰণ-প্ৰশিক্ষণৰ ভূমিকাৰ বৰ্ণনা দিব লাগিব আৰু কাৰ্য্যকৰ ৰাজনৈতিক কামৰ এটা মানদণ্ড প্ৰতিষ্ঠা কৰিব লাগিব।

এই আটাইবোৰৰ উপৰিও সমূলি বিশ্লেষণ নোহোৱাকৈ থকা ইতিহাস সংক্ৰান্ত আন আন প্ৰশ্ন ৰৈ গৈছে, যিবোৰৰ ভিতৰত আছে সৈন্য নিয়ন্ত্ৰণ, যুঁজিবৰ বাবে বিভিন্ন ধৰণৰ ফৌজ আৰু বিমানবাহিনী নিয়োগ, ইঞ্জিনিয়াৰ সমৰ্থন, বিমান প্ৰতিৰক্ষা সংগঠন আৰু অন্যান্য কিছু বিষয়।

কুৰ্স্কৰ যুঁজ সম্পৰ্কে এখন প্ৰকৃত বৈজ্ঞানিক গ্ৰন্থ ৰচনা কৰা, বিগত যুদ্ধৰ এই অনন্যসাধাৰণ সামৰিক আৰু ৰাজনৈতিক ঘটনা সম্পৰ্কে বহুখণ্ডীয়া মৌলিক গ্ৰন্থ ৰচনা কৰাটো সামৰিক বুৰঞ্জীবিদসকলৰ আগত দেখা দিয়া জৰুৰী কৰ্তব্যসমূহৰ অন্যতম।

---

# কুৰ্স্কৰ যুঁজত জড়িত ৰণাঙ্গন আৰু আৰ্মিবোৰৰ কমাণ্ডাৰসকল

| কমাণ্ডাৰ | সামৰিক পৰিষদৰ সদস্য | চীফ অব ষ্টাফ | ৰণাঙ্গনৰ ৰাজনৈতিক বিভাগৰ আৰু আৰ্মিৰ ৰাজনৈতিক বিভাগৰ মুখ্য |
|---|---|---|---|
| **কেন্দ্ৰীয় ৰণাঙ্গন** | | | |
| জেনাৰেল অব দ্য আৰ্মি কে. কে. ৰকছভস্কি | মেজৰ জেনাৰেল কে. এফ. তেলেগিন মেজৰ জেনাৰেল এম এম স্তাথৰস্কি | লেফটানেণ্ট জেনাৰেল এম. এছ. মালিনিন | মেজৰ জেনাৰেল এছ. এফ গালাদঝেভ |
| **ভ'ৰ'নেছ ৰণাঙ্গন** | | | |
| জেনাৰেল অব দ্য আৰ্মি এন. এফ, ভাতুনিন | লেফটানেণ্ট জেনাৰেল এন. এছ খ্ৰুশ্চভ লেফটানেণ্ট জেনাৰেল এল আৰ কৰ্ণিয়েংছ | লেফটানেণ্ট জেনাৰেল এছ. পি. ইভানভ | মেজৰ জেনাৰেল এছ. এছ. নাতিলভ |
| **ষ্টেপ ৰণাঙ্গন** | | | |
| কৰ্ণেল-জেনাৰেল আই. এছ. কোনেভ | আই, জেড ছুছাইকভ মেজৰ জেনাৰেল আই এছ গ্ৰুছেংস্কি | লেফটানেণ্ট জেনাৰেল এম. ভি. ঝাকাৰভ | মেজৰ-জেনাৰেল এ. এন. তেভচেনকেভ |
| **ব্ৰিয়ানস্ক ৰণাঙ্গন** | | | |
| কৰ্ণেল-জেনাৰেল এম এম পপভ | লেফটানেণ্ট-জেনাৰেল এন জেড মেখ্‌লিছ মেজৰ-জেনাৰেল এছ আই ছাৰ্বালিন | লেফটানেণ্ট জেনাৰেল এল. এম. ছান্দালভ | মেজৰ-জেনাৰেল এ. পি. পিগুৰ্ণভ |

| কমাণ্ডাৰ | সামৰিক পৰিষদৰ সদস্য | চীফ অব ষ্টাফ | ৰণাঙ্গনৰ ৰাজনৈতিক বিভাগৰ আৰু আৰ্মিৰ ৰাজনৈতিক বিভাগৰ মুখ্য |
|---|---|---|---|
| **পশ্চিম ৰণাঙ্গন** | | | |
| কৰ্ণেল-জেনাৰেল ভি, ভি, ছাকলভস্কি | লেফটানেণ্ট-জেনাৰেল এন. এ. বুলগানিন<br>লেফটানেণ্ট-জেনাৰেল আই এছ খৰলভ | লেফটানেণ্ট জেনাৰেল এ. পি. পকৰভণ্স্কি | মেজৰ-জেনাৰেল ভি. ৱাই. মাকাৰভ |
| **৩য় আৰ্মি** | | | |
| লেফটানেণ্ট-জেনাৰেল এ বি গৰ্বাতভ | মেজৰ-জেনাৰেল আই. পি. কোল্নভ<br>মেজৰ-জেনাৰেল আই. ভি. পিনচুক | মেজৰ-জেনাৰেল এম. ভি. ইভাশেচকিন | কৰ্ণেল এন. এন. আমছভ |
| **১১শ আৰ্মি** | | | |
| লেফটানেণ্ট-জেনাৰেল আই আই ফেদ্যুনিনস্কি | মেজৰ-জেনাৰেল এছ. আই. পানকভ<br>কৰ্ণেল এফ. কে. প্ৰুদনিকভ | মেজৰ-জেনাৰেল এন. ভি. কৰ্ণিয়েভ | মেজৰ-জেনাৰেল ভি. ভি. ছাবানভ |
| **১৩শ আৰ্মি** | | | |
| লেফটানেণ্ট-জেনাৰেল এন. পি. পুখভ | মেজৰ-জেনাৰেল এম. এ. কজলভ<br>কৰ্ণেল এন. জি. চেৰ্নিছেভ | মেজৰ-জেনাৰেল এন. ভি. পেত্ৰুছেভস্কি | কৰ্ণেল এন. এফ. ভৰনভ |
| **২৭তম আৰ্মি** | | | |
| লেফটানেণ্ট-জেনাৰেল এছ. জি. ত্ৰফিমেস্কো | মেজৰ-জেনাৰেল আই. পি. ছেভচেঙ্কো<br>মেজৰ-জেনাৰেল ৱাই. জি. পলিয়াকভ | কৰ্ণেল জি. এছ. লুকিয়ানচেঙ্কো | কৰ্ণেল এছ. এফ. খুভালেই |

| কমাণ্ডাৰ | সামৰিক-পৰিষদৰ সদস্য | চীফ অব ষ্টাফ | ৰণাঙ্গনৰ ৰাজনৈতিক বিভাগৰ আৰু আৰ্মিৰ ৰাজনৈতিক বিভাগৰ মুখ্য |
|---|---|---|---|

## ৩৮তম আৰ্মি

| | | | |
|---|---|---|---|
| লেফটানেণ্ট-জেনাৰেল এন. ৱাই. চিৰিছভ | মেজৰ-জেনাৰেল আই. ডি. ৰাইবিনস্কি<br>কৰ্ণেল ৰেড এফ ওলেইনিক | মেজৰ-জেনাৰেল এ. পি. পিলিপেঙ্কো | কৰ্ণেল পি. এ. উছভ |

## ৪০তম আৰ্মি

| | | | |
|---|---|---|---|
| লেফটানেণ্ট-জেনাৰেল কে. এছ. মস্কালেংকো | মেজৰ-জেনাৰেল কে. ভি. ক্রেইন্যুকভ<br>মেজৰ-জেনাৰেল এ. এ. য়েপিছেভ | মেজৰ-জেনাৰেল এ. জি. বাত্যুনিয়া | কৰ্ণেল পি. ভি. ছোবস্তিয়ানভ |

## ৪৭তম আৰ্মি

| | | | |
|---|---|---|---|
| মেজৰ জেনাৰেল পি. এম. কজ্লভ (১৯৪৩, আগষ্ট লৈকে)<br>লেফটানেণ্ট-জেনাৰেল পি. পি. কৰ্ব্বুন | মেজৰ-জেনাৰেল আই. এন. কৰ্বালিয়ভ<br>কৰ্ণেল পি. ভি. কুঝ্মিন | কৰ্ণেল ৱাই. ভি. ইভানভ | কৰ্ণেল এছ. কে. কালাছনিক |

## ৪৮তম আৰ্মি

| | | | |
|---|---|---|---|
| লেফটানেণ্ট-জেনাৰেল পি. এল. ৰমানেকো | মেজৰ-জেনাৰেল এন. এ. ইস্তোমিন<br>কৰ্ণেল পি. ভি. ছোবলেভ | মেজৰ-জেনাৰেল এম. ডি ৰবকভ | কৰ্ণেল মিফতাকভ |

| কমাণ্ডার | সামরিক পরিষদের সদস্য | চীফ অব স্টাফ | রণাঙ্গনের রাজনৈতিক বিভাগের অথবা আর্মির রাজনৈতিক বিভাগের মুখ্য |
|---|---|---|---|

## ৫০তম আর্মি

| | | | |
|---|---|---|---|
| লেফটানেন্ট-জেনারেল আই. ভি. বলদিন | মেজর-জেনারেল এল. এম. চুমাকভ কর্ণেল এন. বাছাদিন | মেজর-জেনারেল এন. ভি. ব্রিলেভ | কর্ণেল এন. আই. ছিলভ |

## ৫৩তম আর্মি

| | | | |
|---|---|---|---|
| লেফট্যানেন্ট-জেনারেল আই. এম. মানগরভ | মেজর-জেনারেল পি. আই. গরকভ মেজর-জেনারেল এ. ভি. ৎছাবিয়েভ | মেজর-জেনারেল কে. এন. দেরেভিয়াঙ্কো | কর্ণেল এ. আই. স্মৌলিয়ভ |

## ৫৭তম আর্মি

| | | | |
|---|---|---|---|
| লেফটানেন্ট-জেনারেল এন. এ. গাগেন | মেজর-জেনারেল এল. পি. বচারভ কর্ণেল জি. এছ. গালিয়ভ | মেজর-জেনারেল ভি. ভি. কার্পুখিন | কর্ণেল জি. কে. ৎছিনেভ |

## ৬০তম আর্মি

| | | | |
|---|---|---|---|
| লেফটানেন্ট-জেনারেল আই. ভি. চের্ণিয়াৰভস্কি | কর্ণেল ভি. এছ. ওলেনিন কর্ণেল ভি. আই. বাদিয়নভ | মেজর-জেনারেল জি. এ. তেরগাছপারিয়ান | মেজর-জেনারেল কে. পি. ইছায়েভ |

## ৬১তম আর্মি

| | | | |
|---|---|---|---|
| লেফটানেন্ট-জেনারেল পি. এ. বালভ | মেজর-জেনারেল জি. জি. দুভরভস্কি কর্ণেল এন. টি. বেলবানভ | কর্ণেল এম. এন. ছালামিকভ | কর্ণেল কে. এ. বাইকভ |

| কমাণ্ডাৰ | সামৰিক পৰিষদৰ সদস্য | চীফ অৱ ষ্টাফ | ৰণাঙ্গনৰ ৰাজনৈতিক বিভাগৰ আৰু আৰ্মিৰ ৰাজনৈতিক বিভাগৰ মুখ্য |
|---|---|---|---|
| | **৬৩তম আৰ্মি** | | |
| লেফটানেণ্ট-জেনাৰেল ভি. ৰাই. কলপাৰ্কাচ | মেজৰ-জেনাৰেল কে. কে. আব্রামভ কৰ্ণেল এন. এন. শ্লামাঝদা | কৰ্ণেল এন. ভি ষ্ৰৈবিয়োমিন | কৰ্ণেল এম. কে. গেনীৰুক |
| | **৬৫তম আৰ্মি** | | |
| লেফটানেণ্ট-জেনাৰেল পি আই বাতভ | কৰ্ণেল এন এ ৰাদেৎস্কি কৰ্ণেল জি. ৰাই. গ্রিছকো | মেজৰ-জেনাৰেল আই. এছ. শ্লেবভ | কৰ্ণেল কে. এ. গানিয়েভ |
| | **৬৯তম আৰ্মি** | | |
| লেফটানেণ্ট-জেনাৰেল ভি. ভি. ক্ৰুচেনীকন | মেজৰ-জেনাৰেল এ. ভি. শেচলাকভস্কি কৰ্ণেল ৰাই ভি. ৰৱৰভ | কৰ্ণেল এছ এম. প্ৰতাছ ( ১৯৪৩, ২৬ জুলাইলৈকে ) মেজৰ-জেনাৰেল ভি. এছ. ৰেনস্কি | কৰ্ণেল এন. এ. ভিছনেভস্কি |
| | **৭০তম আৰ্মি** | | |
| লেফটানেণ্ট-জেনাৰেল আই. ভি. গালানিন | মেজৰ-জেনাৰেল এম. এন. ছাভকভ কৰ্ণেল এছ. কে. ভাছেভ | মেজৰ-জেনাৰেল ভি. এন. ছাৰাপভ | কৰ্ণেল ৰাই মাছলভস্কি |
| | **৪ৰ্থ গাৰ্ডছ আৰ্মি** | | |
| লেফটানেণ্ট-জেনাৰেল জি. আই. কুলিক | কৰ্ণেল আই. এ. গাৰিলভ মেজৰ-জেনাৰেল ভি. এন. ছোমিওনভ | মেজৰ-জেনাৰেল পি. এন. ভেৰখলভিচ | কৰ্ণেল ভি. টি. ছেপিলভ |

| কমাণ্ডাৰ | সামৰিক পৰিষদৰ সদস্য | চীফ অব ষ্টাফ | ৰণাঙ্গনৰ ৰাজনৈতিক বিভাগৰ আৰু আৰ্মিৰ ৰাজনৈতিক বিভাগৰ মুখ্য |
|---|---|---|---|

## ৫ম গাৰ্ডছ্ আৰ্মি

| | | | |
|---|---|---|---|
| লেফটানেণ্ট-জেনাৰেল এ. এছ. ঝাদভ | মেজৰ-জেনাৰেল এ. এম. ক্ৰিভুলিন কৰ্ণেল এ. এম. পেত্ৰভ | মেজৰ-জেনাৰেল এন. আই. লিয়ামিন | কৰ্ণেল এফ. এ. কাতকভ |

## ৬ষ্ঠ গাৰ্ডছ্ আৰ্মি

| | | | |
|---|---|---|---|
| লেফটানেণ্ট-জেনাৰেল আই. এম. চিস্তিয়াকভ | মেজৰ-জেনাৰেল পি. আই. ক্ৰাইনভ কৰ্ণেল জি. এন. কাছিয়ানেংকো | মেজৰ-জেনাৰেল ভি. এ. পেনকভ্‌স্কি | কৰ্ণেল এল. আই. ছুখলভ |

## ৭ম গাৰ্ডছ্ আৰ্মি

| | | | |
|---|---|---|---|
| লেফটানেণ্ট-জেনাৰেল এম. এছ. ছুমিলভ | মেজৰ-জেনাৰেল ঝেড. টি. ছেৰ্দ্যুক কৰ্ণেল এফ. কে. শেচৰবাক | জি. এছ. লুকিন | কৰ্ণেল এম. পি. স্মলিয়ানভ |

## ১১শ গাৰ্ডছ্ আৰ্মি

| | | | |
|---|---|---|---|
| লেফটানেণ্ট-জেনাৰেল আই. কে. বাগ্ৰামিয়ান | মেজৰ-জেনাৰেল পি. এন. কুলিকভ কৰ্ণেল এফ. ভি. য়াৰ্শ্চোকিন | মেজৰ-জেনাৰেল এন. পি. ইভানভ | কৰ্ণেল ভি. এফ. ৰোমানভ |

## ১ম টেঙ্ক আৰ্মি

| | | | |
|---|---|---|---|
| লেফটানেণ্ট-জেনাৰেল এম. ৰাই কাতুকভ | মেজৰ-জেনাৰেল এন. কে. পপেল | মেজৰ-জেনাৰেল এম. এ. ছালিন | কৰ্ণেল এ. জি. ঝুৰাভলিয়ভ |

| কমাণ্ডাৰ | সামৰিক পৰিষদৰ সদস্য | চীফ অব ষ্টাফ | ৰণাঙ্গনৰ ৰাজনৈতিক বিভাগৰ আৰু আৰ্মি'ৰ ৰাজনৈতিক বিভাগৰ মুখ্য |
|---|---|---|---|
| **২য় টেঙ্ক আৰ্মি** | | | |
| লেফটানেণ্ট-জেনাৰেল এ, জি ৰদিন | মেজৰ-জেনাৰেল পি. এম. লাতিছেভ মেজৰ-জেনাৰেল ভি. ভি. ছুছনভিকভ | কৰ্ণেল ( ১৬ জুলাই, ১৯৪৩ ত মেজৰ-জেনাৰেল পদলৈ উন্নীত ) জি. ৱাই. প্ৰেইছমান | কৰ্ণেল এম. ভি ৰলেনকভ |
| **৪ৰ্থ টেঙ্ক আৰ্মি** | | | |
| লেফটানেণ্ট-জেনাৰেল ভি, এম, বাদানভ | মেজৰ-জেনাৰেল ভি. জি. গুলিয়ায়েভ | কৰ্ণেল ( ১৯৪৩, ১৬ আগষ্টত মেজৰ-জেনাৰেল পদলৈ উন্নীত ) পি এ. দ্ৰুকভ | কৰ্ণেল এন, জি. ক্লাদভই |
| **৩য় গাৰ্ডছ টেঙ্ক আৰ্মি** | | | |
| লেফটানেণ্ট-জেনাৰেল পি, এছ, ৰাইবালকো | মেজৰ-জেনাৰেল এছ, আই. মোলনিকভ | মেজৰ-জেনাৰেল ভি. এ. মিত্ৰফানভ | কৰ্ণেল এ, ভি কাপনিক |
| **৫ম গাৰ্ডছ টেঙ্ক আৰ্মি** | | | |
| লেফটানেণ্ট-জেনাৰেল পি. এ. ৰতমিস্ত্ৰভ | মেজৰ-জেনাৰেল পি. জি. গ্ৰিছিন কৰ্ণেল আই. এফ. ৰাখাৰেংকো | মেজৰ-জেনাৰেল ভি. এন. বাছকাকভ | কৰ্ণেল ভি. এম. ছাৰভ |
| **১ম এয়াৰ আৰ্মি[১]** | | | |
| লেফটানেন্ট-জেনাৰেল এম. এম. গ্ৰমভ | মেজৰ-জেনাৰেল আই. জি. লিতভিনেংকো | মেজৰ-জেনাৰেল এ. এছ. প্ৰনিন | কৰ্ণেল পি. আই. দুখনভস্কি |

১ এয়াৰ আৰ্মিত কোনো সামৰিক পৰিষদৰ সদস্য নাছিল, তেওঁলোকৰ স্থলাভিষিক্ত হৈছিল ডেপুটি কমাণ্ডাৰ ফৰ পলিটিকাল এফেয়াৰ্ছ।

| কমাণ্ডাৰ | সামৰিক পৰিষদৰ সদস্য | চীফ অব ষ্টাফ | বলাঙ্গনৰ ৰাজনৈতিক বিভাগৰ অধিদ: আৰ্মিৰ ৰাজনৈতিক বিভাগৰ মুখ্য |
|---|---|---|---|
| | | **২য় এয়াৰ আৰ্মি** | |
| লেফটানেন্ট-জেনাৰেল এছ এ ক্ৰাছকভস্কি | মেজৰ-জেনাৰেল এছ. এন. ৰমাৰানভ | মেজৰ জেনাৰেল এফ. আই. কাচেভ | কৰ্ণেল এ, আই আছাউলেংকো |
| | | **৫ম এয়াৰ আৰ্মি** | |
| লেফটানেন্ট-জেনাৰেল এছ.কে গৰিউনভ | মেজৰ-জেনাৰেল ভি. আই. আলেছাকিয়েভ | মেজৰ-জেনাৰেল এন. জি. ছেলেৰ্ঝানিয়ভ | কৰ্ণেল এন. এম. প্ৰংছেংকো |
| | | **৮ম এয়াৰ আৰ্মি** | |
| লেফটানেন্ট-জেনাৰেল এন. এফ. খ্ৰ্যুকিন | কৰ্ণেল এ আই ভিন্নাৰেভ | কৰ্ণেল আই. এন. বেলভ | কৰ্ণেল এন এম শ্চেৰ্বিনা |
| | | **১৫শ এয়াৰ আৰ্মি** | |
| লেফটানেন্ট-জেনাৰেল এন. এফ. নাউমেংকো | কৰ্ণেল এম এন ছুখাচেভ | কৰ্ণেল এ. এ. ছাখভনিন | লেফটানেন্ট-কৰ্ণেল জি.এ. খুদিয়াকভ |
| | | **১৬শ এয়াৰ আৰ্মি** | |
| লেফটানেন্ট-জেনাৰেল এছ. আই. ৰুদেনকো | মেজৰ-জেনাৰেল এ. এছ. ভিনোগ্ৰাদভ | মেজৰ-জেনাৰেল পি. আই. ব্ৰেইকো | লেফটানেন্ট-কৰ্ণেল ভি. আই. ভিখৰেভ |
| | | **১৭শ এয়াৰ আৰ্মি** | |
| লেফটানেন্ট-জেনাৰেল ছুদেৎছ | মেজৰ-জেনাৰেল ভি. এন. তলমাচেভ | মেজৰ-জেনাৰেল এন. এম. কৰ্ছাকভ | কৰ্ণেল ভি. জি. তাচিলভ |

# ১৯৪৩ চনৰ ৮ এপ্ৰিল
# চুপ্ৰীম কমাণ্ডাৰ-ইন-চীফলৈ
# মাৰ্শ্বাল জি কে ঝুকভৰ ৰিপৰ্ট

০৫৩০ ঘণ্টা, ৮ এপ্ৰিল, ১৯৪৩

কমৰেড ভাছিলিয়েভলৈ,

১৯৪৩ চনৰ বসন্ত আৰু জহকালি শত্ৰুৰ সম্ভাব্য ক্ৰিয়াকলাপ সম্বন্ধে মোৰ ধাৰণা আৰু আশু ভৱিষ্যতত আমাৰ আত্মৰক্ষামূলক যুঁজ সম্বন্ধে মোৰ বিবেচনা পেছ কৰিছো ঃ

(১) ১৯৪২-৪৩ চনৰ শীতকালীন অভিযানত বিৰাট ক্ষয়ক্ষতিৰ চিকাৰ হবলগীয়া হোৱাত শত্ৰুইত ককেছাছ দখল কৰাৰ আৰু ব্যাপকভাৱে মস্কো আগুৰি পেলোৱাৰ উদ্দেশ্যে ভলগাত উপনীত হবৰ লক্ষ্যেৰে এটা নতুন আক্ৰমণ আৰম্ভ কৰিব পৰা বিপুল সংৰক্ষিত শক্তি বসন্তকালৰ ভিতৰত গঢ়ি তুলিবলৈ স্পষ্টতঃই অসমৰ্থ হব।

সংৰক্ষিত শক্তিৰ নাটনি পৰাত শত্ৰু জহকালি, বসন্তকালি আৰু জাৰকলিৰ আগছোৱাত আক্ৰমণাত্মক অভিযান সংকীৰ্ণতৰ ৰণাঙ্গনত কৰিবলৈ বাধ্য হব আৰু ১৯৪৩ চনৰ সিইঁতৰ অভিযানৰ মাই লক্ষ্য যেহেতু মস্কো দখল, সেয়ে সেই লক্ষ্য পূৰণৰ বাবে কেৱল পৰ্য্যায়ক্ৰমে অগ্ৰসৰ হব।

আমাৰ চেন্ট্ৰাল, ভ'ৰ'নেঝ আৰু দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ মুখামুখি সিইঁতৰ ফৌজৰ শক্তি সম্পৰ্কে আমি অৱহিত থকাৰ ফলত মোৰ

* ষ্টালিনৰ সাংকেতিক নাম।

ধাৰণা এই খণ্ডত আমাৰ সৈন্যসকলক পৰাস্ত কৰাৰ বাবে শত্ৰুইঁতে প্ৰধান আক্ৰমণাত্মক যুঁজ এই তিনিটা ৰণাঙ্গনৰ বিৰুদ্ধে চলাব আৰু এনেকৈ সংক্ষিপ্ততম বাটেদি আগবাঢ়ি গৈ মস্কো আগুৰি পেলোৱাৰ কৌশল প্ৰয়োগৰ স্বাধীনতা অৰ্জন কৰিবলৈ বিচাৰিব।

(২) এই সম্ভাৱনা আছে যে প্ৰাথমিক পৰ্য্যায়ত ১৩-১৫ টা পেনংছাৰ ডিভিছন সহ সম্ভাব্য শক্তি গোট খুৱাবৰ পিচত প্ৰাৰম্ভিক পৰ্য্যায়ত বিৰাট সংখ্যক বিমানৰ সমৰ্থনত সিহঁতে কুৰ্স্কক উত্তৰ-পূবৰ পৰা আগুৰি ধৰিবলৈ সিহঁতৰ অ'ৰেল-ক্ৰমি গোষ্ঠীক লৈ আৰু কুৰ্স্কক দক্ষিণ-পূবৰ পৰা ঘেৰি ধৰিবলৈ সিহঁতৰ বেলগ'ৰ'দ-খাৰকভ গোষ্ঠীক লৈ আঘাত হানিব।

আমাৰ ৰণাঙ্গনক বিভক্ত কৰাৰ বাবে পশ্চিম ফালে ছেইম আৰু পছিওল নৈৰ মাজত থকা ভ'ৰ'ঝবা এলেকাৰ পৰা আৰু দক্ষিণ-পশ্চিমৰ পৰা কুৰ্স্কৰ ওপৰত আৰু এটা গৌণ আক্ৰমণৰ আশঙ্কা আছে। এই আক্ৰমণত শত্ৰুৱে আমাৰ ১৩শ, ৭০ তম, ৬৫ তম, ৩৮ তম, ৪০ তম, ২১ শ আৰ্মিবোৰক চূৰ্ণ কৰাৰ আৰু আগুৰি পেলোৱাৰ চেষ্টা কৰিব।

এই পৰ্য্যায়ত শত্ৰুৰ লক্ষ্য বোধকৰো কৰ'চা নৈ-কৰ'চা-তিম তিম নৈ-ক্ৰছকভো লাইন ভেদ কৰা।

(৩) দ্বিতীয় পৰ্য্যায়ত শত্ৰুৱে সাধাৰণভাবে ভালুইকি আৰু উৰাছভোৰ গতিমুখত দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ পাৰ্শ্বদেশ আৰু পশ্চাদভাগত কাটি সোমাবলৈ চেষ্টা কৰিব।

এই আক্ৰমণ তীব্ৰ কৰাৰ বাবে শত্ৰুইঁতে বিপৰীত ফালৰপৰা, লিছিচানস্ক এলেকাৰ পৰা উত্তৰ অভিমুখে স্তাতোভা আৰু উৰাঝভোৰ ফালে আঘাত কৰিব পাৰে।

বাকী খণ্ডত শত্রুৱে লিভনি-কান্তৱনোয়ে-স্তাৰি ওছকল-নভি-ওছকল লাইনলৈ আহি পাবলৈ চেষ্টা কৰিব।

(৪) তৃতীয় পৰ্য্যায়ত, প্ৰয়োজনীয় পুনঃসংস্থাপনৰ পিচত শত্রুৱে খুব সম্ভৱ চেষ্টা কৰিব লিছকি-ভ'ৰ'নেঝ-য়েলেছে লাইনলৈ আহিবলৈ, আৰু দক্ষিণ-পশ্চিম অভিমুখে নিজক সুৰক্ষিত কৰি লৈ, বানেনবাৰ্গ, ৰিয়াঝস্ক আৰু ৰিয়াঝানৰ মাজেদি দক্ষিণ-পশ্চিম ফালৰ পৰা মস্কোৰ কাষেদি ঘেৰাৰ উদ্দেশ্যে আক্ৰমণ সংগঠিত কৰিব পাৰে।

(৫) আশঙ্কা কৰিব লাগিব যে এই বছৰৰ আক্ৰমণাত্মক অভিযানত শত্রুৱে প্ৰধানতঃ নিৰ্ভৰ কৰিব তাৰ পেনৎছাৰ ডিভিশ্বন আৰু বিমান বহৰৰ ওপৰত, কাৰণ তাৰ পদাতিক বাহিনী যোৱা বছৰৰ তুলনাত এইবেলি আক্ৰমণৰ বাবে বেয়াকৈ সাজু হৈছে।

বৰ্তমান শত্রুইঁতৰ চেণ্ট্ৰাল আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ মুখামুখি বাৰটা পৰ্য্যন্ত পেনৎছাৰ ডিভিশ্বন আছে, আৰু আন আন খণ্ডৰ পৰা তিনিটা অথবা চাৰিটা পেনৎছাৰ ডিভিশ্বন প্ৰত্যাহাৰ কৰি আনিলে সিহঁত আমাৰ কুৰ্স্ক গোষ্ঠীৰ বিৰুদ্ধে মুঠ ২৫০০ যানসহ পোন্ধৰ বা ষোলটা পেনৎছাৰ ডিভিশ্বন লৈ জঁপিয়াই পৰিবলৈ সক্ষম হব।

(৬) শত্রুক যদি আমাৰ প্ৰতিৰক্ষাৰ ওপৰত নিজেই নিজক চূৰ্ণ কৰিবলৈ দিব লগা হয় তেনেহলে আমাৰ চেণ্ট্ৰাল আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ টেঙ্ক-বিৰোধী প্ৰতিৰক্ষা আৰু প্ৰবল কৰাৰ সম্পৰ্কত ব্যৱস্থা লোৱাৰ উপৰিও যিমান সোনকালে সম্ভৱ নিষ্ক্ৰিয় খণ্ডবোৰৰ পৰা ত্ৰিশটা টেঙ্ক-প্ৰতিৰোধী গোলন্দাজ ৰেজিমেণ্ট প্ৰত্যাহাৰ কৰি আনি বিপজ্জনক খণ্ডবোৰত জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ হাতত দিব লাগিব আৰু জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ সংৰক্ষিত শক্তিৰ মাজত বিমান

বেছি সংখ্যক সম্ভৱ বিমান কেন্দ্ৰীভূত কৰিব লাগিব যাতে টেঙ্ক আৰু পদাতিক সৈন্যগঠনসমূহৰ সহযোগিতাত বিমান বহৰৰ বিপুল আঘাতেৰে শত্ৰুৰ আক্ৰমণকাৰী শক্তিক চূৰ্ণ কৰিব পৰা হয় আৰু এনেকৈ শত্ৰুৰ আক্ৰমণাত্মক পৰিকল্পনা ব্যৰ্থ কৰি দিব পৰা হয়। তাতুতিন আৰু বকছভস্কিক অনতিপলমে কেইটামান স্বয়ংচালিত কামানৰ ৰেজিমেণ্টৰ যোগান ধৰি শক্তিশালী কৰাটো বিধেয়।

মই আমাৰ চলিত যুঁজ সংক্ৰান্ত সংৰক্ষিত শক্তিৰ চূড়ান্ত বণ্টন সম্বন্ধে ৰাকিবাহান্স নহওঁ, গতিকে সিবোৰক য়েফ্ৰমভ, লিভনি, কাঁস্তৰনয়ে,নভি ওছকল, ভালুকি,ৰছ'ছ, লিছকি, ভ'ৰ'নেঝ আৰু য়েলেৎছ এলেকাত নিয়োগ কৰাৰ পৰামৰ্শ দিয়াটো যথাৰ্থ হব বুলি ভাবোঁ।

তদুপৰি সংৰক্ষিত শক্তিৰ সৰহভাগ য়েলেৎছ আৰু ভ'ৰ'নেঝ এলেকাত নিয়োগ কৰা উচিত। অৱশিষ্ট সংৰক্ষিত শক্তিক পশ্চাদভাগত আৰু গভীৰত ৰিয়াঝস্ক, ৰানেনবাৰ্গ, মিচুনিস্ক আৰু তামবভ এলেকাত নিয়োগ কৰা উচিত।

তুলা আৰু ষ্টালিনোগৰ্স্ক এলেকাত এটা সংৰক্ষিত আৰ্মি ৰখা উচিত।

আমাৰ সৈন্যসকলৰ পক্ষে নিৰোধক আক্ৰমণাত্মক অভিযান অদূৰ ভৱিষ্যতত কৰা অনুচিত হব বুলি মই ভাবোঁ। আমাৰ পক্ষে তাতকৈ সমীচীন হব আমাৰ প্ৰতিৰক্ষাত সিহঁতক ক্লান্ত কৰি পেলোৱা, সিহঁতৰ টেঙ্কবোৰ ধ্বংস কৰা, তাৰ পিচত নতুন সংৰক্ষিত শক্তি আমদানি কৰা আৰু শত্ৰুৰ প্ৰধান শক্তিক সামূহিক আক্ৰমণাত্মক অভিযানত খতম কৰা।

কনস্তান্তিনভ*

* ঝুকভৰ সাংকেতিক নাম।

## সংযোজনী-৩

### চেণ্ট্ৰাল ৰণাঙ্গনৰ পৰা, ১৯৪৩, ১০ এপ্ৰিল
### কৰ্ণেল-জেনাৰেল আন্তনভ
### চীফ অব দ্য অপাৰেছনছ ডিপাৰ্টমেণ্ট
### জেনাৰেল ষ্টাফ, ৰেড আৰ্মিলৈ

....(৪) ১৯৪৩ চনৰ বসন্ত আৰু গ্ৰীষ্মকালীন আক্ৰমণাত্মক অভিযানৰ উদ্দেশ্য আৰু সবাতোকৈ সম্ভাৱ্য গতিমুখ:

(ক) জনবল আৰু বৈষয়িক সম্পদ কিমানখিনি পোৱা যাব পাৰে তাক মনত ৰাখি আৰু বিশেষকৈ ১৯৪১-৪২ চনৰ আক্ৰমণাত্মক অভিযানৰ ফলাফলৰ কথা মনত ৰাখি ১৯৪৩ চনৰ বসন্ত আৰু জহুত শত্ৰুৰ আক্ৰমণাত্মক অভিযান কেবল কুস্ক'-ভ'ৰ'নেঝ যুঁজৰ এলেকাতে আশঙ্কা কৰিব লাগিব।

আন আন খণ্ডত শত্ৰুৰ আক্ৰমণাত্মক অভিযানৰ সম্ভাৱনা বৰ কম।

যুঁজৰ বৰ্তমান স্তৰত যি সাধাৰণ ৰণনৈতিক পৰিস্থিতিৰ উদ্ভৱ হৈছে তাৰ পৰিপ্ৰেক্ষিতত ক্ৰিমিয়া, দনবাছ আৰু য়ুক্ৰাইনৰ ওপৰত দৃঢ় অৱস্থান লোৱাই জাৰ্মানৰ পক্ষে সুবিধাজনক হব, আৰু সেই উদ্দেশ্যে সিহঁতক সিহঁতৰ সমুখ ৰণক্ষেত্ৰ স্তেৰভকা-স্তাৰবেল্স্ক-ৰভেঙ্কি-লিছকি-ভ'ৰ'নেঝ-লিভনি-নভছিল শাৰীলৈ আগুৱাই নিব লাগিব। এই কৰ্তব্য সম্পাদনৰ বাবে শত্ৰুৰ কমপক্ষে বাঠিটা পদাতিক ডিভিশ্বন আৰু সেই অনুযায়ী যথোপযুক্ত বিমান, টেঙ্ক আৰু গোলন্দাজ সমৰ্থন দৰকাৰ।

শত্ৰুৰ ওপৰোক্ত গতিমুখত এই জনবল আৰু বৈষয়িক সম্পদ গোট খুৱাবলৈ সমৰ্থ।

ফলস্বৰূপে, কুস্ক´-ভ'ৰ'নেঝ যুঁজৰ ক্ষেত্ৰই সৰ্বোচ্চ গুৰুত্ব অৰ্জন কৰিছে।

(খ) সমৰক্ৰিয়া সংক্ৰান্ত এইবোৰ অনুমানৰ কথা মনত ৰাখিলে অৱশ্যেই এই আশঙ্কা কৰিব লাগে যে শত্ৰুৱে তাৰ প্ৰধান প্ৰয়াস আক্ৰমণ ভাগৰ ভিতৰৰ আৰু বাহিৰৰ ব্যাসাৰ্দ্ধয়েদি চালিত কৰে।

(১) ভিতৰৰ ব্যাসাৰ্দ্ধয়েদি—অ'ৰেল এলেকাৰ পৰা লিভনি হৈ কাস্তৰনয়ে আৰু বেলগ'ৰ'দ এলেকাৰ পৰা অ'ব'য়ান হৈ কুস্ক´লৈ।

(২) বাহিৰৰ ব্যাসাৰ্দ্ধয়েদি—অ'ৰেল এলেকাৰ পৰা ক্ৰমি হৈ কুস্ক´ আৰু বেলগ'ৰ'দ এলেকাৰ পৰা স্তাৰি ওছকল হৈ কাস্তৰনয়ে।

(গ) আমি যদি প্ৰতি-ব্যৱস্থা নলওঁ তেনেহলে এই গতিমুখত শত্ৰুৰ সফল যুঁজে চেণ্ট্ৰাল আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকলক পৰাস্ত কৰিব পাৰে আৰু অতীব গুৰুত্বপূৰ্ণ অ'ৰেল-কুস্ক´-খাৰকভ ৰেলপথ শত্ৰুকবলিত হব পাৰে, শত্ৰুৰ সৈন্যহঁত সুবিধাজনক অৱস্থানলৈ যাব পাৰে যিটো শত্ৰুৰ পক্ষে ক্ৰিমিয়া দনবাছ আৰু য়ুক্ৰাইনক খামোচ মাৰি ধৰি থকাৰ সহায়ক হব।

(ঘ) শত্ৰুৱে সিহঁতৰ সৈন্যহঁতৰ পুনৰ্বিন্যাস কৰিবলৈ আৰম্ভ কৰিব পাৰে আৰু অগ্ৰসৰ হোৱাৰ সম্ভাব্য ৰাস্তাত কেন্দ্ৰীভৱন কৰিব পাৰে আৰু বৰফ পমি গৈ বানপানীৰ পাচত বাটপথ শুকাই গলে সিহঁতে লাগতিয়াল সংৰক্ষিত ৰচদৰ ব্যৱস্থা কৰিব পাৰে।

ফলস্বৰূপে, ১৯৪৩ চনৰ মে' মাহৰ দ্বিতীয়াৰ্ধৰ কোনো এটা সময়ত শত্ৰুহঁতে এক নিৰ্ণায়ক আক্ৰমণাত্মক অভিযান আৰম্ভ কৰিব বুলি আশঙ্কা কৰা যাব পাৰে।

(৪) যুঁজৰ বৰ্তমান অৱস্থাত তলত দিয়া ব্যৱস্থাবোৰ লোৱাটো উপযুক্ত বুলি মই ভাবোঁ :

(ক) পশ্চিম, ব্ৰিয়ানস্ক আৰু চেণ্ট্ৰাল ৰণাঙ্গনৰ যুটীয়া প্ৰয়াসেৰে শত্ৰুৰ অ'ৰেল গোষ্ঠীক নিৰ্মূল কৰা; এনেকৈ শত্ৰুক অ'ৰেল এলেকাৰ পৰা লিভি হৈ কাস্তৰনয়েত আঘাত কৰাৰ আৰু আমাৰ একান্ত প্ৰয়োজনীয় মৎছেনস্ক-অ'ৰেল-কুৰ্স্ক ৰেলপথ দখলৰ কৰাৰ সম্ভাৱনাৰ পৰা বঞ্চিত কৰা যায় আৰু ব্ৰিয়ানস্ক ৰেলপথ জাল আৰু মাটিৰ আলিবোৰক শত্ৰুৱে ব্যৱহাৰৰ কৰাৰ সম্ভাৱনাৰ পৰা বঞ্চিত কৰা যায়।

(খ) শত্ৰুৰ আক্ৰমণাত্মক যুঁজবোৰ ভেটা দিবৰ বাবে চেণ্ট্ৰাল আৰু ভ'ৰ'নেঝ ৰণাঙ্গনৰ সৈন্যসকলক বিমান, ঘাইকৈ যুঁজাৰু বিমান দি আৰু প্ৰত্যেকক কমপক্ষে দহটাকৈ টেঙ্ক-প্ৰতিৰোধী গোলন্দাজ ৰেজিমেণ্ট দি আৰু শক্তিশালী কৰা দৰকাৰ।

(গ) এই উদ্দেশ্যে লিভনি, কাস্তৰনয়ে, লিছকি, ভ'ৰ'নেঝ আৰু য়েলেৎছ এলেকাত জেনাৰেল হেড কোৱাৰ্টাৰ্ছৰ প্ৰবল সংৰক্ষিত শক্তি নিয়োজিত কৰাটো বাঞ্ছনীয়।

লেফটানেণ্ট-জেনাৰেল মালিনিন
চেণ্ট্ৰাল ৰণাঙ্গনৰ চীফ অব ষ্টাফ

# সংযোজনী-৪

## জেনাৰেল ষ্টাফলৈ
## ১৯৪৩, ১২ এপ্ৰিল
## ভ'ৰ'নেঝ ৰণাঙ্গনৰ কমাণ্ডৰ প্ৰতিবেদন

## ৰেড আৰ্মিৰ চীফ অব ষ্টাফলৈ
## ১২ এপ্ৰিল, ১৯৩৪

এই কথাটো এতিয়া প্ৰতিষ্ঠিত হৈছে যে ভ'ৰ'নেঝ ৰণাঙ্গনৰ মুখামুখি তলত দিয়া ফৌজবোৰ আছে ঃ

(১) নটা প্ৰথমশাৰীৰ পদাতিক ডিভিশ্বন (২৬তম, ৬৮তম, ৩২৩ তম, ৭৫ তম, ২৫৫ তম, ৫৭ তম, ৩৩২ তম, ১৬৭ তম আৰু অচিনাক)। এই ডিভিশ্বনবোৰ ক্ৰাছনো-অক্তিয়াব্ৰস্কয়ে-বলছায়া-চেনে'ৎচিনা-ক্ৰমিনোপলিয়ে-কাঝাতস্কয়ে লাইনত আছে। যুদ্ধবন্দীহঁতৰ পৰা পোৱা বাতৰি অনুযায়ী চিনাক্ত নোহোৱা ডিভিশ্বনটো ছলদাৎস্কয়ে এলাকাত সোমাব লাগিছে আৰু ই ৩৩২ তম ইনফেন্ট্ৰি ডিভিশ্বনক অব্যাহতি দিব বুলি কথা আছে।

এই বাতৰিটো পৰীক্ষা কৰা হব লাগিছে। অপৰীক্ষিত বাতৰি আছে যে দ্বিতীয় স্তৰত ৬ টা পদাতিক ডিভিশ্বন আছে, সিহঁতৰ অৱস্থান এতিয়াও নিৰ্দ্ধাৰিত হোৱা নাই। এই বাতৰিটোও পৰীক্ষা কৰা হব লাগিছে।

অনাতাঁৰ অনুসন্ধানৰ বাতৰিৰ পৰা খাৰকভ এলেকাত এটা হাংগেৰীয় ডিভিশ্বনৰ সদৰ দপ্তৰৰ অৱস্থান জনা গৈছে। ই এই খণ্ডৰ গৌণ আক্ৰমণৰ বাবে নিয়োজিত হব পাৰে।

(২) সৰ্বমুঠ ৬টা পেনৎছাৰ ডিভিশ্বন ( "গ্ৰছডয়েটশ্বলাণ্ড", "এডলফ হিটলাৰ", "টোটেনকফ", "ডাছ ৰাইখ", ৬ষ্ঠ আৰু একাদশ ), তাৰ তিনিটা প্ৰথম শাৰীত আৰু তিনিটা ( গ্ৰছডয়েটশ্বলাণ্ড, ৬ষ্ঠ আৰু ১১শ ) দ্বিতীয় লাইনত। অনাতাঁৰ অনুসন্ধানৰ বাতৰিৰ পৰা দেখা গৈছে যে ১৭শ পেনৎছাৰ ডিভিশ্বনৰ হেড কোৱাৰ্টাৰ্ছ আলেক্সেয়েভাস্কায়েৰ পৰা তাৰনাভকালৈ স্থানান্তৰিত হৈছে, আৰু ইয়াৰ পৰা ১৭শ পেনৎছাৰ ডিভিশ্বন উত্তৰমুৱালৈ অগ্ৰসৰ হোৱাৰ উমান পোৱা গৈছে। শত্ৰুৰ হাতত যি শক্তি আছে তাৰ পক্ষে দক্ষিণ-পশ্চিম ৰণাঙ্গন খণ্ডৰ পৰা বেলগ'ৰ'দ এলাকালৈ আৰু তিনিটা পেনৎছাৰ ডিভিশ্বন নিয়াটো সম্ভৱ।

(৩) গতিকে এই আশঙ্কা কৰা যাব পাৰে যে ভ'ৰ'নেঝ ৰণাঙ্গনৰ মুখামুখি শত্ৰু দহটা পৰ্য্যন্ত পেনৎছাৰ ডিভিশ্বন আৰু মুঠ প্ৰায় ১৫০০ টেঙ্কক ধৰি কমপক্ষে ৬টা পদাতিক ডিভিশ্বনসহ এটা আক্ৰমণকাৰী গোষ্ঠী গঢ়ি তুলিব পাৰে যিবোৰ কেন্দ্ৰীভূত কৰা হব বৰিছভকা, বেলগ'ৰ'দ, মুৰ'ম আৰু কাঝাচিয়া লোপান এলেকাত। এই আক্ৰমণকাৰী গোষ্ঠী প্ৰায় ৫০০ বোমাৰু বিমান আৰু কমপক্ষে ৩০০ যুঁজাৰু বিমান লৈ গঠিত শক্তিশালী বিমান বহৰৰ দ্বাৰা সমৰ্থিত হব পাৰে।

শত্ৰুৰ উদ্দেশ্য হৈছে এটা ঠাইত একেলগে গোট খাই হেঁচা দিয়া ঃ বেলগ'ৰ'দ এলেকাৰ পৰা উত্তৰ-পূৰ্বত আৰু অ'ৰেল এলেকাৰ পৰা দক্ষিণ-পূৱত, উদ্দেশ্য হৈছে বেলগ'ৰ'দ-কুৰ্স্ক লাইনৰ পশ্চিমত আমাৰ সৈন্যসকলক আগুৰি ধৰা।

শত্ৰুৰ ফালৰ পৰা দক্ষিণ-পশ্চিম ৰণাঙ্গনৰ পশ্চাদভাগত আৰু পাৰ্শ্বদেশত দক্ষিণ-পূৱত আঘাতৰ আৰু পাচত উত্তৰফালে গতি কৰাৰ আশঙ্কা কৰা যাব পাৰে।

ইয়ো একেবাৰে অসম্ভৱ নহয় যে এই বছৰ শত্ৰুহঁতে দক্ষিণ-পূব অভিমুখে আক্ৰমণৰ পৰিকল্পনা আন এটা পৰিকল্পনাৰ অনুকূলে বৰ্জন কৰিব নোৱাৰে, সি হৈছে : বেলগ'ৰ'দ আৰু অ'ৰেল এলেকাৰ পৰা গধুৰ হেঁচাৰ পিচত মস্কোৰ পৰা ফালৰি কাটি যাবলৈ আক্ৰমণ উত্তৰ-পূব ফালে ঘূৰাই দিব পাৰে। এই সম্ভাৱনাটো হিচাপৰ ভিতৰত ৰাখিব লাগিব আৰু তদনুযায়ী সংৰক্ষিত শক্তি গঢ়ি তুলিব লাগিব।

গতিকে ভ'ৰ'নেঝ ৰণাঙ্গনৰ মুখামুখি শত্ৰু ফৌজে খুব সম্ভৱ মূল আক্ৰমণ চলাব বৰিছভকা আৰু বেলগ'ৰ'দ এলেকাৰ পৰা স্তাৰি ওছকল অভিমুখে, আৰু সিবোৰৰ এটা অংশই অ'ৰ'য়ান আৰু কুৰ্স্কৰ ওপৰত আঘাত হানিব।

শত্ৰু এতিয়াও এটা ডাঙৰ আকাৰৰ আক্ৰমণাত্মক অভিযানৰ বাবে সাজু হোৱা নাই। এই বছৰৰ ২০ এপ্ৰিলৰ আগতে নহয়, খুব সম্ভৱ মে' মাহৰ আগছোৱাত আক্ৰমণাত্মক অভিযান আৰম্ভ হোৱাৰ আশংকা কৰা যাব পাৰে।

বিক্ষিপ্ত আক্ৰমণ অৱশ্যে যিকোনো সময়ত আশংকা কৰা যাব পাৰে। গতিকে আমাৰ সৈন্যসকলক যুঁজৰ বাবে সৰ্বদা সক্ষম হৈ থাকিবলৈ কব লাগিব।

ফিওদৰভ, নিকিতিন, ফেদ'তভ*

---

* যথাক্ৰমে এন. এফ. ভাতুতিন, এন. এছ. খ্ৰুশ্চভ, পি. কে. কৰৰেনৌভচৰ সাংকেতিক নাম।

# যুঁজৰ আৰম্ভণিত কুৰ্স্ক খণ্ডত জনবল আৰু অস্ত্ৰশস্ত্ৰ

| জনবল আৰু অস্ত্ৰশস্ত্ৰ | ছোভিয়েত ফৌজ | জাৰ্মান ফৌজ | অনুপাত |
|---|---|---|---|
| | এপ্ৰিল ১০, ১৯৪৩ | | |
| সৈন্য | ৯৫৭,৯১০ | ৭০০,০০০ | ১·৪ ঃ ১ |
| কামান আৰু মৰ্টাৰ | ১১,৬৯৫ | ৬ ০০০ | ১·৯ ঃ ১ |
| টেংক আৰু স্বয়ংচালি কামান | ১,২২০ | ১,০০০ | ১·২ ঃ ১ |
| বিমান | ১,১৩০ | ১ ৫০০ | ১ ঃ ১·৩ |
| | জুলাই ৫, ১৯৪৩ | | |
| সৈন্য | ১,৯১০,৩৫৫ | ৯০০,০০০ | ২·১ ঃ ১ |
| কামান আৰু মৰ্টাৰ | ৩৩,৮৪০ | ১০,০০০ | ৩ ঃ১ |
| টেংক আৰু স্বয়ংচালিত কামান | ৫,১৩০ | ২,৭০০ | ১·৫ ঃ ১ |
| বিমান | ৩,২০০ | ২,০৫০ | ১·৬ ঃ ১ |

টীকা ঃ

অনুপাত কৰাৰ সময়ত নিম্নলিখিত ফৌজবোৰ বিবেচনাত ধৰা হৈছে।

১০ এপ্ৰিলত ছোভিয়েত পক্ষত—কেন্দ্ৰীয় আৰু ভ'ৰ'নেৰ ৰণাঙ্গনৰ সৈন্যসকল; শত্ৰুপক্ষত—২য় পেনংছাৰ আৰ্মিৰ অংশ। আৰ্মি গ্ৰুপ চেণ্টাৰৰ ২য় আৰ্মি আৰু আৰ্মি গ্ৰুপ ছাউথৰ টাংক ফ'ৰ্ছ কেম্পফ্-ৰ অংশ।

৫ জুলাইত ছোভিয়েত পক্ষত—কেন্দ্ৰীয়, ভ'ৰ'নেৰ আৰু ষ্টেপ ৰণাঙ্গনৰ সৈন্যসকল; শত্ৰুপক্ষত—আৰ্মি গ্ৰুপ চেণ্টাৰৰ ২য় আৰু ৯ম আৰ্মি, ৪ৰ্থ পেনংছাৰ আৰ্মি আৰু আৰ্মি গ্ৰুপ ছাউথৰ টাস্ক ফ'ৰ্ছ কেম্পফ।

## কুস্ক'ৰ যুঁজত জড়িত জনবল আৰু অস্ত্ৰশস্ত্ৰ

(৫ জুলাই—২৩ আগষ্ট, ১৯৪৩)[1]

| | সৈন্য | কামান আৰু মৰ্টাৰ | টেংক আৰু স্বয়ংচালিত কামান | যুদ্ধৰত বিমান |
|---|---|---|---|---|
| ১ ৫ জুলাই, ১৯৪৩ চনত কুস্ক' অভিক্ষেপত | | | | |
| **ছোভিয়েত ফৌজ** | | | | |
| চেণ্ট্ৰাল ৰণাঙ্গনৰ (১৩ আ ৪৮ আ, ৩০ আ, ৬৫ আ, ৭০ আ, ২ টেআ, ১৬ আ আ) | ৭১১,৬০০ | ১২,২০০ | ১,৮০০ | ১,০০০ |
| ভ'ৰ'নেঝ ৰণাঙ্গনৰ (১৬ গা-আ), ৩৮ আ, ৪০ আ, ৬৯ আ, ১ টে আ, ২ আ আ | ৬২৫,৬০০ | ৯,৫০০ | ১,৭০০ | ৯০০ |
| মুঠ— | ১,৩৩৭,২০০ | ২১,৭০০ | ৩,৫০০ | ১,৯০০ |
| **শত্ৰু ফৌজ** | | | | |
| আৰ্মি গ্ৰুপ চেণ্টাৰ (৯ আ, ২ আ, মুঠ ২৪ পদাতিক, ৬ পেনৎছাৰ ১ মটৰ বাহিত ডিভিশ্বন) | ৪৬০,০০০ | ৬,০০০ | ১,২০০ | ১,০০০ |
| আৰ্মি গ্ৰুপ ছাউথ (৪ পে-আ, টাংক ফ'ৰ্ছ কেম্পফ, মুঠ ঃ ১০ পদাতিক, ৮ পেনৎছাৰ আৰু ১ মটৰ বাহিত ডিভিশ্বন) | ৪৪০,০০০ | ৪,০০০ | ১,৫০০ | ১,০০০ |
| মুঠ— | ৯০০,০০০ | ১০,০০০ | ২,০০০ | ২,০০০ |
| দুয়োপক্ষত মুঠ— | ২,২৩৭,২০০ | ৩১,৭০০ | ৬,২০০ | ৩,৯০০ |
| ২ আত্মৰক্ষামূলক যুঁজত ক্ষয়-ক্ষতি পূৰণত আমদানি (৫-২৩ জুলাই) | | | | |

১ মহাফেজখানাত ৰক্ষিত দলিলৰ ভেটিত হিচাপ।

| | সৈন্য | কামান আৰু মৰ্টাৰ | টেংক আৰু স্বয়ংচালিত কামান | যুদ্ধৰত বিমান |
|---|---|---|---|---|
| **ছোভিয়েত ফৌজ** | | | | |
| ষ্টেপ ৰণাঙ্গনত ( ৫ গা-আ ) ২৭ আ, ৫৩ আ, ৫ গা-টে-আ, ২ টা-আ, ১০ টে-কো | ২৯৫,০০০ | ৫,৩০০ | ১,৫০০ | — |
| ছাউথ আৰু পশ্চিম ৰণাঙ্গনৰ ( ১১৭ আ- আ ) | — | — | — | ৭৪০ |
| নতুন বিমানৰ যোগান | — | — | — | ৪০০ |
| মুঠ | ২৯৫,০০০ | ৫,৩০০ | ১,৫০০ | ১,১৪০ |
| **শত্ৰু ফৌজ** | | | | |
| আৰ্মি গ্ৰুপ চেণ্টাৰ আৰু ছাউথৰ ইউনিটবোৰ ( ৩ পদাতিক আৰু ২ পেনৎছাৰ ডিভিশ্বন ) | ৫০ ০০০ | ৮০০ | ৩০০ | — |
| নতুন বিমানৰ যোগান | — | — | — | ১.০০০ |
| মুঠ | ৫০,০০০ | ৮০০ | ৩০০ | ১.০০০ |
| দুয়োপক্ষত মুঠ | ৩৪৫,০০০ | ৬.১০০ | ১.৮০০ | ২.১৪০ |
| ৩ কুৰ্স্কৰ আত্মৰক্ষামূলক যুঁজত মুঠ জড়িত | | | | |
| ছোভিয়েত ফৌজ | ১,৬৩২,২০০ | ২৭,০০০ | ৫,০০০ | ৩,০০০ |
| শত্ৰু ফৌজ | ৯৫০.০০০ | ১০.৮০০ | ৩,০০০ | ৩,০০০ |
| দুয়োপক্ষত মুঠ— | ২.৫৮২,২০০ | ৩৭,৮০০ | ৮,০০০ | ৬,০০০ |
| ৪ প্ৰতি-আক্ৰমণাত্মক অভিযানত ক্ষয়ক্ষতি পূৰণৰ বাবে আমদানি ( জুলাই ১২ - আগষ্ট-২৩ ) | | | | |
| **ছোভিয়েত ফৌজ** | | | | |
| পশ্চিম ৰণাঙ্গনৰ বাওঁপক্ষ (৫০ আ, ১১ গা-আ, ১ আ-আ) ব্ৰিয়ানস্ক | ২,১১,৫০০ | ৪,৬০০ | ৩০০ | ১,৩০০ |
| ৰণাঙ্গনত ( ৩ আ, ৬১ আ, ৬৩ আ, ১৫ আ ) | ৪,৩৩,৬০০ | ৮,০০০ | ১,১০০ | ১,০০০ |

| | সৈন্য | কামান আৰু মৰ্টাৰ | টেংক আৰু স্বয়ংচালিত কামান | যুদ্ধৰত বিমান |
|---|---|---|---|---|
| জেনাৰেল হেড কোৱাৰ্টাৰ্ছ সংৰক্ষিত আৰ্মি-আৰু ক'ৰ (৪ গা-আ, ১১ আ, ৪৭ আ, ৫৭ আ, ৩ গা-আ, ৪ টে-আ, ৫ আ-আ, ৩ গা-টে-আ, ৪ গা-টে-আ, ৩ গা-মেক-কো, ১ মেভাকো, ২ কেওকো) | ৩,৬৩,০০০ | ১২,৯০০ | ১,৮০০ | ৫৫০ |
| নতুন বিমান যোগান | — | — | — | ৬০০ |
| দূৰ পাল্লাৰ বিমান | — | — | — | ৫০০ |
| মুঠ — | ১০,০৮,৯০০ | ২৫,৫০০ | ৩,২০০ | ৩,৯৫০ |
| **শত্রু ফৌজ** | | | | |
| ও. কে এইচ সংৰক্ষিত শক্তিৰ পৰা (২ পদাতিক আৰু ১ পেনৎছাৰ ডিভিজন) | ২২,০০০ | ৪২০ | ১৬০ | — |
| ২ পে-আ (১০ পদাতিক, ৩ পেনৎছাৰ আৰু ১ মটৰবাহিত ডিভিজন | ২৮৯,০০০ | ২,৮০০ | ৫০০ | — |
| আন আন খণ্ডৰ পৰা স্থানান্তৰিত আৰু গ্রুপ চেণ্টাৰ আৰু ছাউথ বিজাৰ্ভাছ (১৬ পদাতিক, ১৭ পেনৎছাৰ, ১ মটৰবাহিত আৰু ১ কেভা লৰি ডিভিজন) | ২৫৩,০০০ | ২,৫৮০ | ১,৩৪০ | — |
| নতুন বিমান যোগান | — | — | — | ২ ০০০ |
| মুঠ | ৫৬৪,০০০ | ৫,৮০০ | ২,০০০ | ২,০০০ |
| দুয়োপক্ষত মুঠ— | ১,৫৭২,৯০০ | ৩১,৩০০ | ৫,২০০ | ৫,৯৫০ |
| কুস্কৰ যুঁজত দুয়োপক্ষত মুঠ | ৪,৯৬৪,৩০০ | ৬৯,১০০ | ১৩,২০০ | ১১,৯৫০ |